# চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা প্ৰণীত ৰচনাসমগ্ৰ

সংকলন আৰু সম্পাদনা

প্ৰথম খণ্ড : শ্ৰীনগেন শইকীয়া

দ্বিতীয় খণ্ড : শ্ৰীযতীন্দ্ৰনাথ গোস্বামী






অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট ১

CHANDRADHAR BARUAH GRANTHĀVALI : A compilation of the works of Sahityaratna Chandradhar Baruah ; compiled and edited by Prof. Nagen Saikia (Vol. I) and Prof. Jatindranath Goswami (Vol. II) and published by Prof. Nagen Saikia General Secretary, Asam Sāhitya Sabhā, Chandrakanta Handique Bhavan, Jorhat 1, Ass

প্ৰকাশক

শ্ৰীনগেন শইকীয়া

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট ১

৪০'০০ টকা মাত্ৰ

প্ৰথম প্ৰকাশ

ফেব্ৰুৱাৰী, ১৯৭৫

বেটুপাত পৰিকল্পনা

শ্ৰীতপন গুণ

নবজীৱন প্ৰেছ

মুদ্ৰক

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ, ৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সূচীপত্ৰ



## প্ৰথম খণ্ড

### কবিতা

#### ৰঞ্জন



### কাব্য



### ভাওনি



### নাটক

# দ্বিতীয় খণ্ড

## ভাষণাৱলী



## প্ৰবন্ধ



## ভ্ৰমণ



## বিবিধ

## আগকথা

এইটি মুহূৰ্তত মোৰ স্মৰণ-পথলৈ আহিছে সুন্দৰ, সুৰেশ এটি মূৰ্তি। মহাভাৰতৰ দ্ৰোণৰ দৰে তেওঁ আকৰ্ণ-পলিত-কেশ ঃ কাণৰ নোমলৈকে তেওঁৰ কেশৰাশি অসমীয়া ধোৱা পাটৰ দৰে চিক্‌মিকীয়া শুকুলা। পিন্ধনত তেওঁৰ ছাহাবী পোছাকেই হওক বা চুৰিয়া-চেলেঙেই হওক, মাৰ্জিত এক ৰুচিৰ পৰিচয়। বয়সতো মুখৰ কান্তি অম্লান, প্ৰশান্ত। মুখৰ মাততি মাধুৰ্যময়, আলাপনত ৰুচি, স্নিগ্ধতা আৰু আলাপীৰ মনোমুগ্ধকাৰী অমায়িকতা। শেহৰ বাৰ্ধক্য ৰোগে পীড়ন কৰা বছৰবোৰতো সেই স্নিগ্ধতা, সেই ৰুচি আৰু সেই সদালাপিতাৰ অভাৱ নঘটিছিল। সহজ অসমীয়া ভাষাত 'ভাল মানুহ' বোলা শ্ৰেণীৰে এইজনা পুৰুষ, যাক আজি আমি বিশেষভাৱে শ্ৰদ্ধা-নৈবেদ্য অৰ্পণ কৰিবলৈ উদ্যত হৈছোঁ, সেই সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা। মৃত্যুৱে তেওঁৰ কণ্ঠৰ বীণাখনি ভাঙি-ছিঙি লৈ গ'ল। কিন্তু আমাৰ স্মৃতিত তাৰ জেঁাকাৰ বৈ গ'ল ঃ তেওঁৰ নাট আৰু কাব্যগ্ৰন্থত তেওঁৰ বাণী নিবদ্ধ হৈ ৰৈ গৈছে। আন কি, তেওঁৰ জীৱনৰ বিশিষ্ট এটি ধাৰা সাহিত্য-চৰ্চা, তাৰ স্মৃতিকো ভৱিষ্যতলৈকো বহন কৰি থাকিব চন্দ্ৰকান্ত সন্দিকৈ ভৱনে, অসম সাহিত্য সভাই। অনাগতসকলকো তেওঁৰ কৃতি আৰু কীৰ্তিয়ে তেওঁৰেই যশস্যা সোঁৱৰাই থাকিব। কীৰ্তিৰ্যস্য স জীৱতি।

নেঘেৰীটিঙৰ শিৱদ'লৰ বিখ্যাত বাণলিংগ প্ৰতিষ্ঠা কৰা ভূধৰ আগমাচাৰ্যৰ বংশত জন্ম লাভ কৰি চন্দ্ৰধৰ ধন্য হৈছিল। যদিও 'বামুণৰ বৰুৱা, শূদিৰৰ পঢ়ুৱা' বুলি এটা কথা এসময়ত প্ৰচলিত আছিল এক অমনোনয়নৰ ভাৱত, একালত 'ৰজা ৰাজেশ্বৰ, বৰুৱা বাণেশ্বৰ' বুলিলে জগত-জননী, পতিত-পাৱনী হৈ পৰিছিল। আগমাচাৰ্যৰ বংশৰ বাণেশ্বৰে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত বৰুৱা খিতাপ পাই প্ৰতাপ বিস্তাৰ কৰিছিল আৰু শিৱসিংহ আৰু বৰৰজা প্ৰমথেশ্বৰী-অম্বিকাদেৱীৰপৰা মাটিবৃত্তি লৈ বহৰহীয়া এটি পৰিয়ালৰ গৰাকী হৈ পৰিছিল। সেই ৰাজ্য-পৰৰাজ্য-বিদিত দেৰগয়াঁ বৰুৱা পৰিয়ালৰ সম্ভ্ৰম-গৌৰৱ আছিল চন্দ্ৰধৰৰ প্ৰাপ্য উত্তৰাধিকাৰ। উনবিংশ শতিকাৰ শেহভাগৰ ব্ৰিটিশ শাসনে দিয়া শিক্ষাৰ সুবিধা লৈ ১৮৯২ চনত এণ্ট্ৰেঞ্চ মহলাত উঠি অসমৰ আন কেইবাজনৰো দৰে পিছৰ বিদ্যাসাগৰ কলেজ আৰু তেতিয়াৰ মেট্ৰোপোলিটান ইনষ্টিটিউটৰ ফাৰ্ষ্ট আৰ্টছ শ্ৰেণীত চন্দ্ৰধৰ ভুক্ত হ'লগৈ। আৰু ভাবিব পৰা, লেখিব পৰা অসমীয়া ডেকাৰ গাত যি কলিকতীয়া হাৱা লাগিছিল তেওঁৰ গাতো অ. ভা. উ. সা.-জোনাকীৰ মন মতলীয়া কৰা সুগন্ধি বতাহছাটি লাগিলহি। কলিকতাস্থ শৰাইঘটীয়া-দলৰ তেওঁ এক কনিষ্ঠ সদস্য হ'ল, 'জোনাকী'ত লেখা আৰম্ভ কৰিলে আৰু এবছৰ (১৮৯৪-৯৫) অ. ভা. উ. সা.-ৰ সহকাৰী সম্পাদকো হ'ল। এটি মন কৰিবলগীয়া কথা যে কিবা নহয় কিবা কাৰণত 'জোনাকী'-দলৰ প্ৰায় সকলো কেইজনেই হয় বি. এ. ডিগ্ৰীটো ল'বগৈ নোৱাৰিছিল

কিম্বা যি কেইজনে লৈছিল, তেওঁলোকে সিমানতে শিক্ষা সমাপ্ত কৰিছিল। পিতৃ-বিয়োগে চন্দ্ৰধৰক ডিগ্ৰী লোৱাত বাধা দিলে। কিন্তু ১৯০০ চনত তেওঁ ওকালতি পৰীক্ষাত উঠি উকীল হ'ল, 'জোনাকী'-দলৰ আনসকলৰ দৰে চৰকাৰী চাকৰিলৈ নগ'ল। ইয়াৰ দহ বছৰৰ পিছত তেওঁ ওকালতিৰপৰা চাহ-ব্যৱসায়লৈহে প্ৰব্ৰজন কৰিলে। ওকালতি আৰু চাহ-খেতিৰ জীৱনে বৰুৱাদেৱক সামাজিক জীৱনৰ লগত সংস্ৰৱ ৰখাৰ স্বাধীনতাকণ দিছিল। তেওঁ আসাম এছোচিয়েশ্বান আৰু যোৰহাটৰ সাৰ্বজনিক সভাৰ লগত জড়িত হৈ পৰিছিল। কিন্তু ৰাজনীতিত তেওঁ নৰমপন্থী, গতিকে স্বাধীনতা আন্দোলনৰ মাজলৈ তেওঁ সোমাই নপৰিছিল; প্ৰদেশৰ ব্যৱস্থাপক সভা আৰু কাউন্সিল অব ষ্টেট আৰু বিলাতৰ ঘূৰণীয়া মেজমেলৰ মেলুৱৈ-ৰূপে তেওঁৰ কৃতিত্ব হয়তো চমকপ্ৰদ নাছিল। কিন্তু সাহিত্যৰ সমাজত তেওঁ নিশ্চিতভাৱে আগশাৰী লৈ ৰহিছিল। ১৯১৭ চনৰ ডিচেম্বৰৰপৰা যেতিয়া যোৰহাটকে কেন্দ্ৰ কৰি অসম সাহিত্য সভা গঢ় লৈ উঠিল, স্বাভাৱিকতে সবৰহী বৰুৱাদেৱক সভাৰ ৰবখুঁটাৰ কাষত স্থান দিয়া হ'ল। 'জোনাকী'ৰ যুগ গঢ়োঁতা বাটকটীয়াসকলৰ পোনৰ শাৰীত নহ'লেও অন্ততঃ দ্বিতীয় শাৰীত তেওঁ নিশ্চয় পৰিগণিত হৈছিল। 'জোনাকী', 'বাঁহী' আদিত তেওঁৰ জুটিমান কবিতা প্ৰকাশ পাইছিল। গুৱাহটীয়া 'জোনাকী'ৰ কালতে প্ৰায় তেওঁ অভিনৱ ভগ্ন-অমিত্ৰাক্ষৰ বা গৈৰিশ ছন্দত পোন প্ৰথম অসমীয়া নাটক 'মেঘনাদ-বধ' ( ১৯০৪ ) ছপাই উলিয়াইছিল যোৰহাট, ডিব্ৰুগড়, শিৱসাগৰ আৰু গুৱাহাটীৰ মঞ্চই অভিনয় কৰি চোৱাৰ পিছত। সাহিত্য-সভা প্ৰতিষ্ঠা হোৱাৰ আগ বছৰতে বৰুৱাই তাৰো পাঁচ বছৰৰ আগতে লেখা 'ভাগ্য-পৰীক্ষা' নাটক ছপাকৈ উলিয়াইছিল। প্ৰকৃত পক্ষে 'মেঘনাদ-বধ' আৰু 'ভাগ্য-পৰীক্ষা'ৰ ওপৰতে বৰুৱাৰ সাহিত্য-কীৰ্তি দৃঢ়ভাৱে এতিয়াও প্ৰতিষ্ঠিত হৈ আছে। এই দুখনি নাটেই তেওঁক সকলোৰে প্ৰিয় কৰি তুলিছিল। গতিকে ১৯১৮ চনত গোৱালপাৰাত বহা সাহিত্য-সভাৰ দ্বিতীয় বাৰ্ষিক সম্মিলনলৈ যেতিয়া এটি দুৰ্ঘটনাৰ বাবে হেমচন্দ্ৰ গোস্বামী যাব নোৱৰাত চন্দ্ৰধৰ বৰুৱাদেৱক লৰালৰিকৈ দ্বিতীয় সভাপতি বৰণ কৰা হয়, তেতিয়া তাত বিচাৰৰ বিভ্ৰান্তি ঘটিছিল বুলি ভাবিবৰ অৱকাশ আমি দেখা নাপাওঁ। ইয়াৰ আঠ-ন বছৰৰ পিছত যেতিয়া 'অসম সাহিত্য-সভা পত্ৰিকা' ওলাবলৈ ধৰে, আহ্লাদৰ বিষয় যে বৰুৱা তাৰ প্ৰথম সম্পাদক হ'ল। ইয়াৰ পিছতো আকৌ ১৯৩৪-৩৬ চনতহে তেওঁ সভাৰ প্ৰধান সম্পাদকৰ ভূমিকা গ্ৰহণ কৰে; আৰু সিজনাৰ প্ৰধান-সম্পাদকত্বৰ বেলাতে ১৯৩৪ চনত মঙলদৈত সভাৰ পঞ্চদশ বাৰ্ষিক সম্মিলন হয় আনন্দচন্দ্ৰ আগৰৱালাৰ সভাপতিত্বত।

যদিও এইমাত্ৰ আপোনালোকক ক'লোঁ, চন্দ্ৰধৰৰ প্ৰধান সাহিত্য-কীৰ্তি 'মেঘনাদ-বধ' আৰু 'ভাগ্য-পৰীক্ষা' বুলি, তেওঁৰ সাহিত্যিক জীৱন আৰু কৃতি সিমানতে পৰ্য্যৱসিত নহয়। কবিতা-পুথি 'ৰঞ্জন' ( ১৯২৭ ), 'মেঘনাদ'ৰ দৰে একে গৈৰিশ ছন্দৰ নাট 'তিলোত্তমা-সম্ভৱ' ( ১৯২৯ ), 'ৰাজৰ্ষি' ( ১৯৩৭ ), গৈৰিশ ছন্দৰে কাব্য 'কামৰূপ-জীয়াৰী' আৰু 'বিদ্যুৎ-বিকাশ' ( ১৯৩৮ )—ধাৰাবে এইখিনি গ্ৰন্থ এখনিৰ পিছত এখনিকৈ ওলাই থাকিল। বৰুৱাদেৱে সাহিত্য-সভা পত্ৰিকাৰ প্ৰথম তিনি বছৰ আৰু ষষ্ঠ বছৰৰ

খণ্ড সম্পাদন কৰিছিল, আৰু প্ৰায় কুৰি বছৰে জতুৱা খণ্ডবাক্য আৰু যোজনা-প্ৰৱচনৰ অভিধান 'ৰত্নকোষ'ৰ সংকলনৰ কামত ব্যস্ত আছিল ; তাৰ খণ্ডবাক্যৰ প্ৰথম খণ্ডটো তাৰ কুৰি বছৰৰ পিছত ( ১৯৬২ ) ছপা হৈ ওলায়। এই সকলোৰে উপৰি 'বিয়া-বিলৈ', 'মোগল-বিজয়', 'আহোম সন্ধ্যা' নামে নাট, 'মুক্তাৱলী' নামে কবিতা-সংগ্ৰহ আৰু আন আন বিবিধ ৰচনা তেওঁ অপ্ৰকাশিত অৱস্থাতে এৰি যায়। এইখিনি কথা বিচাৰ কৰিলে সহজে বুজা যাব যে সাহিত্য-সাধনা বৰুৱাদেৱৰ জীৱনৰ ধ্যান-জ্ঞান আছিল। তেওঁৰ জীৱনময় সাহিত্য-সাধনাৰ প্ৰতি আমি আজি মূৰ দোঁৱাইছোঁ।

এবাৰ দোহাৰিছোঁ ; আকৌ এবাৰ দোহাৰোঁ। — চন্দ্ৰধৰৰ সাহিত্য-সাধনাৰ প্ৰধান সৰ্বস্ব 'মেঘনাদ-বধ' আৰু 'ভাগ্য-পৰীক্ষা'। প্ৰথমখনিৰ যোগেদি বংগ-গৌৰৱ মাইকেল মধুসূদন দত্তৰ প্ৰৱৰ্তিত অমিত্ৰাক্ষৰ ছন্দৰ নাটকীয় ৰূপ, গিৰিশচন্দ্ৰ ঘোষ-প্ৰৱৰ্তিত গৈৰিশ অসমীয়া নাটকত প্ৰথম সোমায় আৰু বৰ্তমান শতিকাৰ পঞ্চম দশকৰ আৰম্ভলৈকে বিশেষকৈ পৌৰাণিক নাটকৰ এক আংগিকৰূপে সি বিনাসংকোচে গৃহীত হৈ থাকে। কেইবাফালৰোপৰা বৰুৱাৰ অকণমান পাতনিখন অৰ্থপূৰ্ণ : "এই নাটকৰ সৰহখিনি ভাব এগৰাকী মহাকবিৰপৰা অনা হৈছে। তাৰ লগতে অভিনয় কৰিবলৈ সুবিধা হ'বৰ নিমিত্তে লিখকে বহু ঠাইত নিজৰ ভাবো মিহলি কৰিছে। কিন্তু কবিৰ ভাব লৰচৰ নকৰাকৈ ৰাখিবলৈ যথাসাধ্য যত্ন কৰা হৈছে আৰু সুবিধা বুজি কোনো কোনো ঠাইত তেওঁৰ ভাষাকে ভাঙি থোৱা হৈছে ; তথাপি লিখকৰ হাতত পৰি মহাকবিৰ সৌন্দৰ্য্য ফুটুটাকৈ থকা নাই।...ইয়াৰ আগেয়ে অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দেৰে লিখা কোনো নাটক ওলোৱা নাই। লিখকৰ বিশ্বাস যে এই ছন্দৰ নাটক অলপ ওখ খাপৰ ভাষাৰে লিখিলেহে সুললিত হয়। এই কথাৰো পৰিমাণ বুজিবৰ নিমিত্তে ইয়াত সৰহ ঘৰুৱা কথা সুমুওৱা নাই।"

নাট্যকাৰে নাম নোকোৱা মহাকবিজন হ'ল মাইকেল আৰু 'সৰহখিনি ভাব' কথাটোৱে নাটকৰ কাহিনী, পৰিস্থিতি, চৰিত্ৰ-চিত্ৰণ, সংলাপ সকলোকেই সামৰিছে। এই সকলোতে নাট্যকাৰে মধুসূদনৰ পৰিধিৰ বাহিৰলৈ যাবলৈ যত্ন কৰা নাই, বৰং তাৰ ভিতৰতে থাকিহে সুখ পাইছে আৰু তাতো অনেক ঠাইত নিজৰ হাত-ভৰি কোঁচাইহে বহিছে। মাইকেলৰ কাব্য হিন্দু ৰামায়ণৰ সহজ বিশ্বাস আৰু ভক্তিৰ ওপৰত প্ৰতিষ্ঠিত নহয়, বৰং পাশ্চাত্য-মোহ-মুগ্ধ নৱ-খ্ৰীষ্টিয়ান বৌদ্ধিকৰ জীৱনজিজ্ঞাসা আৰু প্ৰশ্নৰদ্বাৰাহে কণ্টকায়িত। ৰাম-ভক্তিৰ আশ্বাসৰ পৰিৱৰ্তে কবি ট্ৰেজেডি-সম্মূঢ় ৰাৱণৰ ব্যক্তিত্বত মুগ্ধ। ৰামৰ চৰিত্ৰ তাৰ তুলনাত ম্লান, তেওঁ সদায় 'ভিখাৰী ৰাঘৱ'। পাশ্চাত্য কাব্যৰ অভিজ্ঞতা আৰু জীৱনৰ ঘাত-সংঘাতত প্ৰসাৰিত মানসিক দিগন্তৰ কবিৰ জীৱনৰ আৰ্তনাদ যেন 'মেঘনাদ-বধ কাব্য'ত ধ্বনিত হৈ উঠিছে। একালে হোমাৰ, ভাৰ্জিল, টাছো, মিল্টন আদি ইংৰাজ কবি আৰু আনকালে কালিদাস-ভৱভূতি-বাল্মীকিৰ কাব্যানুভূতি আৰু গীতি-ব্যঞ্জনাই মাইকেলৰ কাব্যক ঘনসমৃদ্ধ কৰিছে। এই দিশত আমাৰ নাট্যকাৰ মাইকেলৰ প্ৰভঞ্জন-বেগত আগ বাঢ়িব পৰা নাই। তেওঁৰ নাটকৰ পৰিসৰেও তেওঁক কোঁচাই আনিছে। মধুসূদনৰ দুৰন্ত প্ৰতিভা—এক, তেতিয়াৰ কলিকতাৰ

সাহিত্যিক জগতক মুহি থোৱা 'আলালেৰ-ঘৰেৰ-দুলালীৰ' ভাষা বৰ্জন কৰি এক উদাত্ত সাহিত্যিক ভাষা-শৈলী প্ৰতিষ্ঠা কৰা আৰু, দুই, বংগীয় ভাষাও যে অমিত্ৰাক্ষৰ ছন্দ-বহনৰ সক্ষম, তাক পদে-প্ৰমাণে দেখুওৱা। বানৰসেনাৰে ৰামক ঘৃণা কৰি ৰাক্ষসৰ দৰে শক্তিৰে এই দুই প্ৰতিজ্ঞা পূৰণ কৰাটো সম্ভৱ হ'ল। সি সাহিত্য-জগতৰ এক বিস্ময়। চন্দ্ৰধৰ বৰুৱাই কিন্তু 'ওখ খাপৰ ভাষা' অৰ্থাৎ তৎসম-শব্দ-সম্ভাৰাক্ৰান্ত শৈলী আৰু 'ঘৰুৱা কথা' অৰ্থাৎ জতুৱা অসমীয়াৰ এক আপোচ কৰাই ল'ব লগীয়া হৈছে। সিফালে, প্ৰৱহমান শক্তিশালী ৰীতিগত অমিত্ৰাক্ষৰৰ পৰিবৰ্তে গৈৰিশ ছন্দৰ প্ৰয়োগো এক সন্ধি; অৱশ্যে সেই সন্ধিৰদ্বাৰা অসমীয়া নাটক উপকৃতহে হৈ আহিছে। অনেক ঠাইতে নাটকথনত মাইকেলী কাব্যৰ প্ৰবল আৰু ক্ষীণ অনুৰণন বাজি উঠে; নাট্যকাৰেও 'কোনো কোনো ঠাইত তেওঁৰ (মাইকেলৰ) ভাষাকে ভাঙ্গি থোৱাও হৈছে' বুলি সেই কথা স্বীকাৰ কৰিছে। 'মেঘনাদ-বধ কাব্য'ৰ অন্তৰ্গত প্ৰমীলাৰ নগৰ-প্ৰৱেশ এটি উজ্জ্বল অংশ। তাৰ ভিতৰৰে সংলাপৰ ক্ষুদ্ৰ এটি অংশ লোৱা যাওক।

কহিল বাসন্তী সখী; "কেমনে পশিবে
লঙ্কাপুরে আজি তুমি? অলঙ্ঘ্য সাগর—
সম রাঘবীয় চমূ বেড়িছে তাহারে।
লক্ষ লক্ষ রক্ষঃ-অরি ফিরিছে চৌদিকে
অস্ত্রপাণি দণ্ডপাণি দণ্ডধর যথা।"
রুষিলা দানব-বালা প্রমীলা রূপসী।
"কি কহিলি, বাসন্তি? পর্বত-গৃহ ছাড়ি
বাহিরায় যবে নদী সিন্ধুর উদ্দেশে,
কার হেন সাধ্য যে সে রোধে তার গতি?
দানবনন্দিনী আমি; রক্ষঃ-কুল-বধূ;
রাবণ শ্বশুর মম, মেঘনাদ স্বামী,—
আমি কি ডরাই, সখি ভিক্ষারী রাঘবে?
পশিব লঙ্কায় আজি নিজ-ভুজ-বলে;
দেখিব কেমনে মোরে নিবারে নৃমণি?"

চন্দ্ৰধৰে প্ৰমীলাৰ লংকা-প্ৰৱেশ অংশটো দুটা দৃশ্যত নিমজকৈ সমাপ্ত কৰিছে। এই সংলাপ-টুকুৰাও তেওঁৰ নিমজ অথচ ভাষাৰ ফালৰপৰা যথেষ্ট 'ঘৰুৱা'।—

বাসন্তী—ৰাঘৱৰ দুৰ্জয় কটকে
ৰোধিছে লংকাৰ দ্বাৰ, বেঢ়ি আছে পুৰী;
পুৰীৰ চৌপাশ জুৰি, ঘুৰিছে সততে
সুসজ্জিত লক্ষ লক্ষ ভীষণ সৈনিক
—ভীমপ্ৰহৰণধাৰী ভীষণ-মুৰতি;

হে অবলা, কি বলেৰে পশিবা পুৰীত,
কিৰূপে লংঘিবা সেই অলংঘ্য কটক ?

প্ৰমীলা—কি কোৱা বাসন্তী
সাগৰত পৰোঁ বুলি
ওলায় যেতিয়া নদী পৰ্বত বিদাৰি,
কাৰ সাধ্য ৰোধে তাৰ গতি ?
ৰক্ষৰ বোৱাৰী মই, দানৱ-জীয়াৰী
মেঘনাদ স্বামী মোৰ, ৰাৱণ শহুৰ ;
মইনো কৰোঁনে ভয় ভিক্ষুক ৰামক ?
বীৰৰ দুহিতা মই, বীৰৰ গৃহিণী
বীৰ-ৰক্ত প্ৰবাহিত প্ৰতি শিৰে মোৰ ;
প্ৰকাশি বীৰৰ তেজ, বীৰৰ ভাৱেৰে ;
বাহুৰ বলেৰে আজি পশিম পুৰীত ;
চাওঁ বাৰু কিৰূপে নিবাৰে মোক ৰামে।

মন কৰিবলগীয়া যে প্ৰমীলাৰ বচন গৈৰিশৰ ভগ্নতা এৰি শেহৰ ফালে ইয়াত নিয়মিত মধুসূদনী অমিত্ৰাক্ষৰৰ প্ৰৱাহত প্ৰৱাহিত হৈছে। নটা সৰ্গৰ মেঘনাদ-কাব্যৰ ষষ্ঠ সৰ্গতে মেঘনাদৰ মৃত্যু ঘটিছে ; তাৰ পিছতো মাইকেলে শক্তিনিৰ্ভেদ, প্ৰেতপুৰী আৰু সংক্ৰিয়া নামে তিনিটি সৰ্গ জুৰি দি মেঘনাদৰ অন্ত্যেষ্টিক্ৰিয়া আৰু প্ৰমীলাৰ সহমৰণত কাব্য শেষ কৰিছে। চন্দ্ৰধৰৰ নাটকতো তৃতীয় অংকত মেঘনাদ বধ হোৱাৰ পিছত পঞ্চম অংকৰ শেহৰ একেবিলাক কাহিনীসহ নাট সামৰা হৈছে। কাব্যত এই দীৰ্ঘীকৰণ স্বাভাৱিক যেন লাগিলেও নাটকত ট্ৰেজিক এফেক্টৰ শিথিলীকৰণহে সংঘটিত হৈছে। কিন্তু চন্দ্ৰধৰৰ লগতে অসমীয়া অভিনয়-প্ৰেমীসকলে এইদৰে মেঘনাদৰ মৃত্যুত এবাৰ, প্ৰমীলাৰ দ্বিতীয়বাৰ বহুত বছৰ কান্দি আহিছে।

চন্দ্ৰধৰৰ 'মেঘনাদ'ৰ দৰেই 'ভাগ্য-পৰীক্ষা'য়ো দুই-তিনিটা যুগ থিয়েটাৰ চোৱা ৰাইজক আমোদ দি আহিছে। ষ্টেজত নাটখনৰ 'জেতুকী-মাক আজি বহাগৌ' 'আজি বৌ-বাহু আঁৰি-ভেউ ভাৱেৰে আনিম' গান গাই ডেও দিয়া অভিনেতা নিশ্চয় আজিও জীৱিত আছে। সেইসকলেহে নাটকখনিৰ সোৱাদৰ কথা ৰাককৈ ক'ব পাৰিব। সেইটি সোৱাদ ১৯১৬ চনৰ প্ৰথম তাণ্ডৱণত নাট্যকাৰে পৰিবৰ্তিত সামাজিক পৰিস্থিতি চাই নিম্ন-কমেডিৰ যোগ্য চৰিত্ৰবোৰৰ মুখৰ ভাষা 'শুধৰাই দিয়া' বাবে সি খহি খহি পৰিল। আৰু আমিও ইয়াৰ পিছত ক'তো 'ভাগ্য-পৰীক্ষা'ৰ অভিনয় হোৱাৰ বতৰা পোৱা নাই আৰু নাপাবৰে কথা। নাটখনৰ কথাবস্তু লৈ নাট্যকাৰে কৈছিল, 'সুবিখ্যাত বিদেশী গ্ৰন্থ এখনৰ সাধুকথা এটি অৱলম্বন কৰি এই নাট লিখা হৈছে। কিন্তু ইয়াক সকলো

কৰিবলৈ যত্ন কৰোঁতে কৰোঁতে সেই সাধুৰ ইয়াত অকল জুমুৰিটোহে থাকিলগৈ ; তাৰ ওপৰৰ মাটি, কটাকানি, বৰণ, বাংপত্তা আৰু আ-অলংকাৰ আদি লেখকৰ নিজা।' আমাৰ কাৰণে কিন্তু কটাকানি, বৰণ, বাংপত্তাবোৰহে আচল বস্তু দেই। সিহে 'জলকীয়াৰ জালেই সোৱাদ'। আমাক ক'বই নালাগে যে নাট্যকাৰে নাম নোকোৱা আকৰ-গ্ৰন্থখন আৰব্য-উপন্যাস আৰু তাৰ সাধুটো হ'ল ছাদ-ছাদীৰটো। কিন্তু সিমানতে নাট্যকাৰৰ লগত আৰব্য-উপন্যাসৰ মৌচুমৰ এৰা-এৰি হ'ল আৰু সাধুটো দুখন সমতলত সমান্তৰাল দুটা ধাৰা হৈ আগ বাঢ়িল। ছাদ-ছাদী ধনকন্যা-ভাগ্যকন্যা হৈ অম্বৰ-তলত বিচৰণ কৰিছে আৰু কাহিনীৰ ইটো ধাৰা 'ধকুৱা'ৰো ধকুৱা হৈ ধৰা-তলৰ অসমৰ মাছমৰীয়া গাঁৱৰ পিছল বাটত পিছলি পিছলি ফুৰিছে। হওঁতে, দুতৰপীয়া কৌশলটো চাতুৰ্যপূৰ্ণই হৈছে। কিন্তু সেই দুতৰপৰ জাপৰ তলত নাটকখন প্ৰহসনত পৰিণত হৈছে বুলি ক'বলৈ আমাৰ মন নাযায়। তাত পৌৰাণিক কাহিনীৰ লেখীয়া অতিপ্ৰাকৃত চৰিত্ৰ আৰু নিম্ন কমেডিৰ যোগ্য চৰিত্ৰ আৰু সংলাপ ইটোৰপৰা সিটো নিলগে নিলগে ৰৈছে। প্ৰহসনযোগ্য অসংযোগ-অসম্ভাব্যৰ সৃষ্টি কৰা নাই। আনফালে আকৌ 'থিম্' বা বিষয়-বস্তুটি গম্ভীৰ বিধৰে—ভাগ্য আৰু পুৰুষকাৰৰ প্ৰতিযোগিতা। মুঠতে, নাটখনিৰ কৌশল চন্দ্ৰধৰৰ অভিনৱ উদ্ভাৱন।

নাট্যকাৰ-ৰূপে চন্দ্ৰধৰৰ যি কীৰ্তি 'মেঘনাদ' আৰু 'ভাগ্য-পৰীক্ষা'ই প্ৰতিষ্ঠা কৰিছিল, 'তিলোত্তমা-সম্ভৱ' বা 'ৰাজৰ্ষি'য়ে তাত সামান্যভাৱেও কিবা যোগ দিছে বুলি মনলৈ ভাব নাহে। এই কথা বোধ হয় বৰুৱাই প্ৰথমখনৰ বেলা নিজে অনুভৱো কৰিছিল ; "'মেঘনাদ-বধ' আৰু 'ভাগ্য-পৰীক্ষা'ৰ বাবে ৰাইজৰ গুৰিত লিখক নথৈ ধকুৱা। 'তিলোত্তমা'ই তাৰ এচিকটামান আদৰ পালেও লিখকে পৰিশ্ৰম সাৰ্থক মানিব। ই লিখকক নোতোলে ; কিন্তু যদি ৰাইজৰ চকুত ননমায় তাকে লিখকে লাভ বুলি।" লেখত ল'ব কিন্তু তেওঁ যি শংকা কৰিছিল, প্ৰায় সিয়ে হৈছে, 'তিলোত্তমা-সম্ভৱে' 'মেঘনাদ-বধ'ৰ নাটকীয় গঠন ৰাখিব নোৱাৰি চন্দ্ৰধৰক অলপমান নমাইছে। তেওঁ আমাক জনোৱামতে "১৯২৬ চনত চেপ্টেম্বৰ মাহত বৰ লৰালৰিকৈ 'তিলোত্তমা' লিখিব লগা হৈছিল। তিনি দিন মাত্ৰ অভিনয় কৰি পেলাই থৈ আজি তিনি বছৰৰ মূৰত, চকুত পৰা আসোঁৱাহখিনি গুচাই ইয়াক প্ৰকাশ কৰিবলৈ দিয়া হৈছে" যদিও (১৯২৯) 'মেঘনাদ'ৰ দৰে সি মহতবোৰৰ সমাদৰ নাপাইছিল। 'ৰাজৰ্ষি'খন (১৯৩৭) নাট্যকাৰৰ আগকথামতে "প্ৰীতি সম্মিলন আদিত অভিনয় কৰিবৰ উপযোগী কৰি চুটিকৈ লিখা।......তেতিয়া অনেকে ভাল বোলাতহে ইয়াকে ছপাবলৈ সাহ কৰা হ'ল"। আনৰ এই আশ্বাস নোপোৱা হ'লে বৰুৱাদেৱে তাক ছপাবলৈ নাসাহিলেহেঁতেন নেকি বাৰু ? বাস্তৱিকতে, প্ৰায় আধা শতিকা কাল অসমৰ অস্থায়ী মঞ্চবোৰ অধিকাৰ কৰি অহা সবল গদ্যত লেখা পূৰ্ণকান্ত শৰ্মাৰ 'হৰিশ্চন্দ্ৰ' নাটৰ সংবেদন অমিত্ৰাক্ষৰ-বচন-পটু চন্দ্ৰধৰে আকৌ আমাক তেওঁৰ 'ৰাজৰ্ষি'ত দিব পাৰিছে বুলি ভাব নহয়। তাৰ মানদণ্ড স্পষ্টভাৱেই 'মেঘনাদ'ৰ বহুত পিছত বুলি আমিও স্বীকাৰ কৰিব লাগিব। 'তিলোত্তমা-সম্ভৱ'ত মধুসূদন দত্তৰ প্ৰথম অমিত্ৰাক্ষৰী

কাব্যখনিৰ প্ৰভাৱ 'মেঘনাদ-বধ'ৰ দৰেই পূৰ্ণহতীয়াকৈ পৰিছে; চন্দ্ৰধৰৰ ধুনীয়া আষাত 'মেঘনাদ-বধ' আৰু 'তিলোত্তমা' দুইও একেখন ফুলনিৰ ফুলেৰেই গঁথা। কিন্তু "ইয়াতো তাৰ দৰেই মাজে মাজে লিখকৰ ফুটুকা-ফুলো সুমাই দিয়া হৈছে, সেই বাবে আৰু গাঁথিব নজনাৰ দোষতো ই আপচু হৈছে বুলিছে লিখকে ভয় কৰিছে।" পিছে, মালীজনাৰ 'গাঁথিব নজনাৰ দোষ'তকৈ ষ্টেজৰ খেচ্‌খেচনিত হোৱা 'লৰালৰি'য়েহে বোধ হয় চন্দ্ৰধৰৰ পূৰ্ব্ব হাতক পৈণত কাজ ফুটাই তোলাত হকাৰধা কৰিলে। মঞ্চৰ বৰ আলোঅণো নকৰা এই বস্তুটিত কিন্তু মাইকেলৰপৰা পোৱা কাব্যসমৃদ্ধি থৰে থৰে আছে বাবে তাক সুখদৃশ্য কৰাৰ কাঠিন্য হ'লেও তাৰ সুখপাঠ্যতা স্বীকাৰ কৰি ল'ব লাগিব। মহাৰাজ হৰিশ্চন্দ্ৰৰ নিজৰ বদান্যতাৰপৰা উদ্ভূত নিকাৰে যুগ যুগ ধৰি ধৰ্মপ্ৰাণসকলৰ অন্তৰত শোক ওপজাই আহিছে। কিন্তু সেই শোকৰ তীব্ৰতা ফুটাই তোলাত 'ৰাজৰ্ষি' কৃতকাৰ্য হৈ উঠা নাই।

চন্দ্ৰধৰ বৰুৱাৰ সাহিত্য প্ৰতিষ্ঠা কবি-ৰূপেও। 'জোনাকী' 'বিজুলী' 'বাঁহী' আৰু 'আলোচনী'ত তেওঁৰ 'ৰঞ্জন'ত সংকলিত প্ৰায়খিনি কবিতা ওলাইছিল। যদি সবল সংবেদনশীলতাই কবিতাৰ মূল্যৰ জোখ-কাঠি হয়, তেতিয়া হ'লে 'আজলী' 'স্মৃতি' 'বিজুলী' 'শৰতৰ জোন' আৰু 'ধূলি-কণা মই' কবিতাই কবি চন্দ্ৰধৰক অক্ষয় কীৰ্তি দিব লাগিব। আনফালে স্বভাৱ-মৃদুল চন্দ্ৰধৰৰ তিতা-মিঠা ব্যংগৰ কবিতাবোৰে অনেক পাঠকৰে হৃদয় কেতিয়াবাই জয় কৰি থৈছে আৰু সমাজৰ উদৰস্থ দুৰ্ব্বল টাইপ বা ব্যক্তি চৰিত্ৰৰ ছবি আঁকি হেমচন্দ্ৰ বৰুৱা বা গাল্পিক লক্ষ্মীনাথৰ দৰে অত্যুগ্ৰভাৱে নহ'লেও চৰিত্ৰ-সন্তুলনৰ অৰ্থে সাৱধান-বাণী শুনাই থৈছে। 'হৰনাথৰ হৰ্‌দম্ প্ৰাৰ্থনা', 'কা-কা-কাব্য বিশাৰদোঽহং', 'ডেম্ অসমীয়া নোৱাৰি লেখিব', 'হঠাৎ পেট্ৰিয়ট', 'জকৰ চাহাব হ'ম ইবাৰ মৰিলে', 'আমি ভকত', 'বামুণ নেৰিবাঁ পালে, বামুণেই দেশ খালে', 'মহাপুৰুষে ভেঁটী খালে'—এইবোৰ কবিতাই সমালোচ্য বিষয়ৰ মাজ-ভালুত একেবাৰেই কমাৰৰ এমাৰকৈ শোধাইছে আৰু ভৱিষ্যতলৈ সমাজতত্ত্বৰ বাবে একোখন লাগতিয়াল ছবি হৈ ৰৈছে। কবিতাবোৰৰ কষাঘাত একোটাইঁত যেন বুকু চাই কামোৰ। 'পণ্ডিতৰ ধূমকেতু' কাব্যবিশাৰদৰ ছবিখনৰ প্ৰতিটো ৰেখাই কেনেকৈ ভমৃভমীয়া চাওক।

ল'ৰাশিক্ষা জ্ঞানোদয় আদি যত শাস্ত্ৰচয়
পঢ়ি, চিৰাচিৰে ফালি, কৰি খতমং,
বত্নমালা মেলি চাওঁ দুপাততে তত্ত্ব পাওঁ
তিয়ানতে তুলি থওঁ, কৰি প্ৰণামং;
[ অহো ] কাব্যবিশাৰদোঽহং।

আকৌ যশস্যাব খ্যাতি কি বিশাল :—

কণ কুমাৰ বগীৰামে শলাগিব পাৰে মানে
'চাবাছ চাবাছ' ইতি কৰি গৰ্জনং ;
জুৰি কি উজান ভাটী নাম যাব ফুটি-ফাটি
'ধন্য ধন্য জধল-গোবৰ বিদ্যা-বলধং।'
[ অহো ] কাব্যবিশাৰদোঽহং।

ই জধল-গোবৰসকলক কাটিছে যে কাটিছেই, ৰেপিবলৈও পাহৰা নাই। কি তীব্ৰ ব্যংগ। তথাপিও জানো আজিও কণ কুমাৰ, বগীৰামেৰে সংগঠিত কাব্যবিশাৰদৰ অভিনন্দন-সভাৰ ওৰ পৰিছে ? কাব্যবিশাৰদৰ বংশ এতিয়াও নিৰ্বংশ হোৱা নাই। তথাপি ক'ব লাগিব, ছেটায়াবিষ্ট-ৰূপে এইটো কবিতাত চন্দ্ৰধৰ বৰুৱা, হেমচন্দ্ৰ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ( 'চালনী আৰু বেজী' আদি কবিতাৰ ) মানলৈ উঠিছে যদিচ অনুভৱ হয় ইয়াত কবিয়ে ব্যক্তি বিশেষক লক্ষ্য কৰিয়ে ছন্দঃকাণ্ড নিক্ষেপ কৰিছে। ( যি ব্যক্তিক হয়তো বেজবৰুৱাৰ বান্দৰ-কেঁকুৰায়ো নগুৰনাগতি নকৰি এৰা নাই )। চন্দ্ৰধৰৰ ব্যংগ কোনো ব্যক্তিত কেন্দ্ৰ কৰি জন্ম ল'লেও হেমচন্দ্ৰ বৰুৱাই ক'বৰ দৰে সেই ব্যংগ একোটা চোলা, যাক যাৰে গাতে খায়, সিয়ে পিন্ধি চাব পাৰে। সেই বাবেই বোধ হয় চন্দ্ৰধৰৰ ব্যংগ-কবিতাত চোক আছে, কিন্তু বিষ বা তিক্ততা নাই!

কাব্যত, বা ইংৰাজীত যাক বোলে 'লংগাৰ নেৰেটিভ' তেনে ৰচনাত, গৈৰিশ ছন্দৰ প্ৰয়োগৰ নিদৰ্শন-ৰূপে 'কামৰূপ-জীয়াৰী' আৰু 'বিদ্যুৎ-বিকাশ' আমাৰ কাব্য-জগতত অকলশৰীয়া বুলিব লাগে। দুইখনিতে সহজ ( ফেচাইল ) গতিত কাহিনী-কথন মনোৰম।

'অসম সাহিত্য-সভা পত্ৰিকা'ৰ দুই-এটি লেখাত আৰু 'আৱাহন' আৰু 'আমাৰ দেশ'ত ওলোৱা বিলাত-ভ্ৰমণৰ বৰ্ণনাত চন্দ্ৰধৰ বৰুৱাক আমি নিমজ কথা-শৈলী এটিৰ অধিকাৰী-ৰূপে পাওঁ। 'ৰত্নকোষ'ৰ প্ৰণেতা-ৰূপে তেওঁ 'ওখ দোল বান্ধি ভাষাক সাৰথি কৰি, দুমাব লগীয়া অসমীয়া' যোজনা-ফকৰা জতুৱা ঠাঁচৰ 'নাম জিলিকা কৰি ৰাখিছে'। সমালোচনাৰ বাবে বিশেষকৈ আজিৰ ভাষাতত্ত্বৰ বিশেষজ্ঞৰ অধ্যয়নৰ দিনত ঠাই থাকিলেও অসমীয়া ভাষাৰ কালিকাটি ধৰিবৰ বাবে বৰুৱাদেৱৰ এই গ্ৰন্থৰ দুইটি খণ্ডত অশেষ সম্বল চপাই-বুটলি থোৱা হৈছে, আৰু তাৰ বাবে তেওঁৰ ওচৰত আমি কৃতজ্ঞ থাকিব লাগিব।

চন্দ্ৰধৰ বৰুৱা আমাৰ সাহিত্যত এগৰাকী লেখৰো লেখৰ বাটকটীয়া। তেওঁ আমাৰ বাবে কেইবাটিও বাট ভাঙিবৰ যত্ন কৰিছিল অৱশ্য কাটি। অকল সেয়ে নহয়। সাহিত্য-কলাকাৰ-ৰূপে কেইবাটিও শিল্প-ৰূপত তেওঁ কুশলহস্তত্বৰ নিদৰ্শন আমালৈ এৰি থৈ গৈছে। তেওঁৰ জীৱন জোৰা সাধনাৰ আদৰ্শ আজিও আমাৰ বাবে উজ্জ্বল হৈ আছে। শিল্প-ৰুচি আৰু জীৱনৰ বিবিধ ক্ষেত্ৰত সাধাৰণ আচৰণতো তেওঁৰ এক অমায়িকতা আৰু নিমজ ৰুচিয়ে ব্যক্তি-ৰূপে বৰুৱাক সকলোৰে আদৰ-

শ্ৰদ্ধাৰ পাত্ৰ কৰিছিল। সেই ব্যক্তিটিক নিজৰ মাজত পাই সাহিত্য-সভাও ধন্য হৈছিল। বিশেষকৈ যেতিয়া মাজে মাজে জঞ্জালৰ গাঁঠি কাটিব লগীয়া হৈছিল। তেওঁৰ ৰচনাৱলী এই জন্মশতবাৰ্ষিকীৰ উপলক্ষ্যৰ অৱসৰতে একেথুপি হোৱাৰ পিছত তেওঁৰ মোল বুজিবৰ বাবে আমাৰ কাৰণে সহজ হ'ব। তাৰ মাজতে তেওঁক আমি তেওঁৰ মনোৰম ব্যক্তিত্বৰে ঘূৰাই পাম, আমাৰ লগত জীয়াই থকা দেখা পাম। তেওঁৰ বাণীৰে, তেওঁৰে ছন্দেৰে, তেওঁ আকৌ এবাৰ এইদৰে আমাৰ জীৱন-পথলৈ আহক। সাহিত্যৰথীৰ প্ৰকাশিত আৰু অপ্ৰকাশিত কবিতা, কাব্য, নাটক, গল্প, উপন্যাসসমূহ সংগ্ৰহ আৰু সম্পাদনা কৰাৰ বাবে অধ্যাপক শ্ৰীনগেন শইকীয়া, যি গৰাকী অসম সাহিত্য-সভাৰ প্ৰধান সম্পাদক আৰু গ্ৰন্থাৱলীৰ প্ৰকাশকো, আৰু বৰুৱা দেৱৰ সিঁচৰতি হৈ থকা প্ৰবন্ধাৱলী সংগ্ৰহ আৰু সম্পাদনা কৰাৰ বাবে অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী—আমাৰ শলাগৰ পাত্ৰ হৈ ৰ'ব।

১৫ অক্টোবৰ, ১৯৭৪
শিৱিৰ : যোৰহাট

মহেশ্বৰ নেওগ

# ভূমিকা

অসমৰ ইতিহাসত শ্ৰীশংকৰদেৱৰ নেতৃত্বত ঘটা 'অধ্যাত্ম-সাংস্কৃতিক নৱজাগৰণৰ যুগ'—পঞ্চদশ ষোড়শ শতিকা, আৰু নৱন্যাসৰ লক্ষণপুষ্ট 'জাতীয় ভাষা-সাহিত্যৰ নৱজাগৰণৰ যুগ'-শেষ উনবিংশ শতিকা—এই দুয়োটা যুগেই সুদূৰপ্ৰসাৰী প্ৰভাৱেৰে বিশিষ্টভাৱে উজ্জ্বল। উনবিংশ শতিকাৰ শেষাৰ্ধ এহাতে আধুনিক অসমীয়া জাতীয়তাৰ আত্ম-আৱিষ্কাৰ আৰু আত্ম-প্ৰতিষ্ঠাৰ সময় আৰু আনহাতে উদাৰ মানৱিকতাবাদী দৃষ্টিভংগী আহৰণৰ আৰু সম্প্ৰসাৰণৰ সময়। সেইবাবে প্ৰৱল স্বদেশহিতৈষণা আৰু মানৱিকতাবাদ—অসমীয়া নৱন্যাস জাগৰণৰ খাই চালিকা শক্তি হৈ উঠিল।

॥ ১ ॥

পলাচী যুদ্ধৰ পিচৰ পৰাই য়ুৰোপীয় সভ্যতা আৰু সংস্কৃতিৰ লগত ঘন সম্পৰ্কলৈ আহি বংগদেশে, বিশেষকৈ কলিকতাই আধুনিক বেনেছাঁৰ বাবে পথৰ সূচনা কৰিলে আৰু উনবিংশ শতিকাৰ কলিকতাই এই জাগৰণৰ বাবে মানসিক আৰু বৌদ্ধিক প্ৰস্তুতি সম্পূৰ্ণ কৰি তুলিলে। ১৮০০ খৃষ্টাব্দৰ ৪ মে' তাৰিখে, অৰ্থাৎ উনবিংশ শতিকাৰ একেবাৰে আদিতে ফৰ্ট উইলিয়াম কলেজ স্থাপনে প্ৰথম খাপটি নিৰ্মাণ কৰিলে। প্ৰথমতে বাংলা ভাষাৰ বিষয় সন্নিবিষ্ট কৰা নাছিল যদিও ১৮০১ খৃষ্টাব্দত সন্নিবিষ্ট কৰা হ'ল আৰু উইলিয়াম কেৰী প্ৰথম বাংলা ভাষাৰ শিক্ষক হিচাপে নিযুক্ত হ'ল আৰু সেই বছৰতে প্ৰকাশিত কেৰীৰ 'কথোপকথন' নামৰ গ্ৰন্থৰে বাংলা পুথিৰ প্ৰকাশৰ শুভাৰম্ভও ঘটিল। ধৰ্মীয় উদাৰতাৰে, পাণ্ডিত্য আৰু যুক্তিবাদী দৃষ্টিভংগিৰে 'ভাৰত-পথিক' ৰাজা ৰামমোহন ৰায়, আৰু এটা বিজ্ঞানসম্মত যুক্তিবাদী মন আৰু পাণ্ডিত্যৰে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ প্ৰতিভাই প্ৰথম উনবিংশ শতিকাৰ কলিকতা তথা বংগদেশক এটা বিশিষ্ট উদাৰ-মানৱিকতাবাদী আৰু যুক্তিবাদী মানসিকতা দান কৰিলে। আনহাতে, ১৭৫৮ চনত প্ৰথম খৃষ্টান মিছনেৰী স্কুলৰ প্ৰতিষ্ঠা লাভ কৰা বংগই এক শতিকাৰ পিচত ১৮৫৮ খৃষ্টাব্দত লাভ কৰিলে কলিকতা বিশ্ববিদ্যালয়—যি পশ্চিমৰ দুৱাৰ সম্পূৰ্ণকৈ খুলি দিলে। ইতিমধ্যেই ডেভিদ হেয়াৰ, ডিৰেজিও, দেবেন্দ্ৰনাথ ঠাকুৰ, ৰাজনাৰায়ণ বসু, ভূদেব মুখোপাধ্যায়, বংকিমচন্দ্ৰ, কেশব সেন, হেমচন্দ্ৰ বন্দোপাধ্যায় আদিৰ মাজেদি বংগই জ্ঞানমাৰ্গৰ সন্ধান লাভ কৰিলে। যুক্তিবাদ, ব্ৰহ্মবাদ, ইতিবাদৰ মাজেদি পূব আৰু পশ্চিমৰ এই মিলনত জন্মলাভ কৰিলে—'বুদ্ধিৰ গৌৰৱত দীপ্ত বৃহত্তৰ জগতৰ সংস্ৰৱত গৰীয়ান' এটা নতুন যুগে। ইংৰাজী শিক্ষাৰ প্ৰভাৱে পশ্চিমক কাষ চপাই আনিলে; দান কৰিলে 'পুৰণি পৃথিৱীক নকৈ চাই লোৱাৰ' নতুন দৃষ্টি। ডিৰেজিও প্ৰতিষ্ঠিত 'একাডেমিক এছোচিয়েন্সন' (১৮২৮), কেইগৰাকীমান উদ্যোগী লোকৰ যত্নত প্ৰতিষ্ঠিত

'ছোচাইটি ফৰ দি একুাইজিশ্যন অব জেনেৰেল ন'লেজ' (১৮০৮), ১৮৫১ত প্ৰতিষ্ঠিত 'বেথুন ছোচাইটি' 'দি ভাৰ্নাকুলাৰ লিটাৰেচাৰ ছোচাইটি', ১৮৯৪ত প্ৰতিষ্ঠিত 'বংগীয় সাহিত্য পৰিষদ' আদি অনুষ্ঠানৰ জন্মই, আৰু ব্ৰহ্মসমাজৰ প্ৰতিষ্ঠাই—বংগৰ ৰেনেচাঁৰ সৌধ নিৰ্মাণ কৰি দিলে। উদাৰ মানৱিকতাবাদৰ লগতে ব্ৰহ্মবাদৰ নতুন প্ৰতিষ্ঠা, হোমাৰ-মিণ্টন-চেক্সপীয়েৰৰ লগত বেদ-উপনিষদৰ নতুন অধ্যয়ন হ'ল তাৰ অন্যতম মাই উপাদান। ইবোৰৰ পটভূমিত বংগৰ ন-আত্মোপলব্ধি আৰু আত্ম-প্ৰতিষ্ঠা ঘটিল; লাভ কৰিলে এটা নতুন বৌদ্ধিক আৰু নান্দনিক পৰিচয়। উনবিংশ শতিকাৰ বংগই লাভ কৰিলে ভাৱ আৰু বিষয়ৰ বৈচিত্ৰ্যৰে, নতুন আংগিকেৰে কবিতা, নাটক, উপন্যাস, চুটিগল্প আৰু প্ৰবন্ধ-সাহিত্যৰ নতুন সম্ভাৰ; ইয়াৰ মাজেদিয়েই প্ৰতিষ্ঠিত হ'ল উনবিংশ শতিকাৰ শেহলৈ আধুনিক বাঙালী জাতীয়তাৰ চেতনা। অৱশ্যে 'বংগৰ মাজেদি বিশ্বদৰ্শন'ৰ প্ৰথম প্ৰচেষ্টা উনবিংশ শতিকাৰ শেষলৈ 'বংগৰ মাজত বংগদৰ্শনলৈ' সংকুচিত হ'বলৈ আৰম্ভ নকৰা নহয় (প্ৰ. না. বি. চিত্ৰচৰিত্ৰ)। সকলো দিশৰ পৰাই কলিকতা হৈ উঠিল এই আধুনিক শিক্ষা-সভ্যতা আৰু সংস্কৃতিৰ প্ৰসূতি-গৃহ।

উনবিংশ শতিকাৰ প্ৰথমাৰ্ধত আধুনিক অসমৰ জন্মই হোৱা নাই। য়াণ্ডাবু সন্ধিৰ লগে লগে প্ৰৱৰ্তিত বৃটিশ-শাসনে বাংলাভাষী কাকতিসকলক অসমলৈ লৈ আহিল (চেইণ্ট মেথিঃ বেংগল ৰেভিনিউ কনছাল্‌টেচন্স, ১৮৩৬); ১৮৩৬ খৃষ্টাব্দত বাংলা ভাষাক অসমৰ শিক্ষা-প্ৰশাসনৰ মাধ্যম কৰা হ'ল। কাকতালীয়ভাৱে অলিভাৰ টি কট্টাৰ আৰু নেথান ব্ৰাউনে তাৰ ১০ বছৰৰ পিচৰপৰা 'অৰুণোদই'ৰ বত্তি জ্বলাবলৈ সেই বছৰতে অসম পালেহি। কেৰীয়ে বাংলা ভাষাৰ ব্যাকৰণ ১৮১৮ খৃষ্টাব্দত প্ৰকাশ কৰিছিল; তাৰ ২১ বছৰৰ পিচত ৰবিন্সনে অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিলে। ১৮১৮ত কেৰীৰ বাংলা অভিধান প্ৰকাশিত হৈছিল; তাৰ ২২ বছৰৰ পিচত মিছেছ্ কট্টাৰে ইংৰাজী-অসমীয়া শব্দকোষ আৰু খণ্ডবাক্যকোষ প্ৰকাশ কৰিলে। ১৮৪৬ত কট্টাৰ-ব্ৰাউন প্ৰতিষ্ঠিত 'অৰুণোদই'এ অসমীয়া ভাষাৰ হক প্ৰতিষ্ঠাৰ বাবে, পশ্চিমীয়া চিন্তা-চৰ্চাৰ বাট কাটিবৰ বাবে আৰু এইবোৰৰ যোগেদি অসমীয়া মানুহক আত্মপ্ৰত্যয় দিবৰ বাবে আগবাঢ়ি আহিল। ইয়াৰদ্বাৰা এহাতে পশ্চিমৰ লগত মানসিক সংযোগ স্থাপিত হ'ল, আনহাতে আধুনিক অসমীয়া ভাষা-সাহিত্য আৰু জাতীয়তাৰো ভিত্তি স্থাপিত হ'ল। এই আধুনিক জাতীয়তাৰ প্ৰথম বাণীটিয়ে আনন্দৰাম ঢেকীয়াল ফুকনৰ কাপেদি প্ৰকাশ লাভ কৰিলে।

১৮৩০ খৃষ্টাব্দতে ডেভিড স্কটে অসমত ইংৰাজী মাধ্যমেৰে স্কুলীয়া শিক্ষা দিবৰ কাৰণে কৰা প্ৰস্তাৱ অসমৰ কমিছনাৰ হৈ অহা জেনকিন্সৰ আমোলত ১৮৩৫ খৃষ্টাব্দতহে কাৰ্য্যকৰী কৰা হ'ল আৰু গুৱাহাটীত মাত্ৰ এখন স্কুল খোলা হ'ল আৰু ১৮৭৩ খৃষ্টাব্দ পৰ্যন্ত (অৰ্থাৎ অসমীয়া ভাষাৰ পুনৰ্বাসনৰ বছৰ পৰ্যন্ত) মাত্ৰ ৬ খন হাইস্কুল, ১১ খন মধ্য ইংৰাজী স্কুল আৰু ৭১ খন মধ্য অসমীয়া স্কুল স্থাপিত হৈছিল। কিন্তু কলেজ স্থাপনৰ কোনো প্ৰচেষ্টাই হোৱা নাছিল। ১৮৬৪ খৃষ্টাব্দত অসমৰ স্কুলসমূহৰ ইন্সপেক্টৰে এখন কলেজ খোলাৰ পৰামৰ্শ দিছিল; ১৮৬৬ চনত গুৱাহাটীৰ স্কুলৰ লগতে কলেজৰ

এফ. এ. শ্ৰেণী এটা খুলি পিচৰ বছৰতে পুনৰ বন্ধ কৰি দিয়া হ'ল। তাৰ পৰিৱৰ্ত্তে অসমৰ যিসকলে কলিকতাৰ কলেজত পঢ়িব খুজিছিল তেওঁলোকলৈ কুৰিটকীয়া জলপানী আগবঢ়োৱা হ'ল। কুৰি শতিকাৰ আদিলৈকে অসমৰ শিক্ষাৰ প্ৰসাৰৰ পটভূমি আছিল এনে দীনহীন। অসমে প্ৰতি ক্ষেত্ৰতে শিক্ষাৰ বাবে কলিকতাৰ হাত-মুখলৈ চাবলগীয়া হৈছিল। আনহাতে, অধিক শিক্ষাপ্ৰাপ্ত মানুহ ওলাই আহিব নোৱৰাত চৰকাৰী-বেচৰকাৰী কাম-কাজত বংগদেশৰ মানুহৰ নিযুক্তি অৱশ্যম্ভাৱী হৈ পৰিছিল। কলিকতাত কলেজ স্থাপনৰ ১০১ বছৰ পিচতহে অসমত কলেজীয়া শিক্ষা আৰম্ভ কৰা হ'ল।

গতিকে হাইস্কুলৰ শেষ পৰীক্ষা এণ্ট্ৰেন্সত উঠা অসমীয়া ল'ৰা ভাপজাহাজত উঠি গোৱালন্দইদি কলিকতা পাইছিলগৈ কলেজীয়া শিক্ষা ল'বলৈ। কলিকতালৈ পঢ়িবলৈ যোৱা অসমীয়া ডেকাসকলৰ চকুত অসমৰ অনগ্ৰসৰতা, অসমীয়া ভাষা-সাহিত্যৰ অনগ্ৰসৰতা তেতিয়াহে অধিক স্পষ্ট হৈ পৰিল। আনহাতে, আধুনিক বাংলা ভাষা-সাহিত্যৰ লগত হোৱা পৰিচয়ে, ইংৰাজী ভাষা-সাহিত্যৰ অধ্যয়নে আৰু কলিকতাক কেন্দ্ৰ কৰি গঢ়ি উঠা ৰেনেছাঁৰ বতাহে আমাৰ ডেকাসকলৰ প্ৰাণতো জগাই তুলিলে —মাতৃভাষাৰ উন্নতিৰ স্বপ্ন, মাতৃভাষাক মৰ্যাদাৰ আসনত স্থাপন কৰাৰ আকাংক্ষা, অসমীয়া সাহিত্যৰ নৱ-বিকাশৰ পৰিকল্পনা, অসম আৰু অসমীয়াৰ প্ৰাচীন চহকী ঐতিহ্যক নতুনকৈ দাঙি ধৰাৰ বাসনা। এক কথাত 'পুৰণি পৃথিৱীক নকৈ চাই লোৱাৰ' আৰু নতুন মানৱিকতাবাদী দৃষ্টিভংগীৰ আনয়নৰে অসমৰ নব্য-জাতীয় চেতনাক ভাষা-সাহিত্যৰ ভেঁটিত প্ৰতিষ্ঠা কৰা আৰু জাগ্ৰত কৰাৰ লক্ষ্যই হৈ উঠিল ঊনবিংশ শতিকাৰ শেষাৰ্ধৰ কলিকতা প্ৰৱাসী অসমীয়া ডেকাৰ সংকল্প আৰু যত্ন।

১৮৭২ খৃষ্টাব্দতে গংগা গোবিন্দ ফুকনৰ যত্নত কলিকতাত গঢ়ি উঠা 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা' আছিল এনে অস্পষ্ট স্বপ্নৰ প্ৰথম আভাস। ১৮৮৮ খৃষ্টাব্দৰ ২৫ আগষ্টত প্ৰতিষ্ঠিত অ. ভা. উ. সা. সভা হৈ উঠিল সেই স্বপ্নৰ প্ৰত্যক্ষ মূৰ্তি: "কেঁচুৱা মাতৃভাষা কেনেকৈ ডাঙৰ-দীঘল হ'ব; কেনেকৈ সি পৃথিৱীৰ আন আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ-বেলিৰ পোহৰ চাৰিওফালে পেলাই ভুখীয়া আৰু এন্ধাৰ অসমৰ মুখ পোহৰাব পাৰিব; কেনেকৈ সি দুৰ্বল, ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰ পৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য।" ইয়াৰ ছমাহৰ ভিতৰতে পৰিকল্পনা হ'ল এখন মাহেকীয়া কাকত প্ৰকাশৰ। চন্দ্ৰকুমাৰৰ 'জোনাকী' এই শৰাইঘটীয়া দলৰ মুখপত্ৰই হৈ নুঠিল, হৈ উঠিল আধুনিক অসমীয়া ভাষা-সাহিত্য আৰু জাতীয়তাৰ প্ৰথম মুখপত্ৰ। 'জোনাকী'য়ে প্ৰথম সংখ্যাতে 'আত্মকথা' প্ৰকাশ কৰিলে এই বুলি: "এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ জোনাক সুমাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম।......আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি, জোনাক।" হেমচন্দ্ৰ গোস্বামীয়ে 'পুৱা' কবিতাত—

"আকৌ ঘুমটি তেজি নিজম চেতনা,
লাহে লাহে সজাগ হইছে।
পাহৰা সুৰটি ঘূৰি বজাবৰ বাবে
বীণখনি হাতত লইছে।"—বুলি 'জোনাকী'ৰ আগমনৰ

মংগলাচৰণম্ কৰাৰ দৰে চন্দ্ৰধৰ বৰুৱায়ো 'শুভমস্তুপ্ৰশস্তি' কৰিছিল এইবুলি—

"জোনাকৰ অধিষ্ঠাত্ৰী জোনাকী গোসানী
কোমল হাতেৰে তুলি ল'লে বীণাখনি,
শুৱলা মধুৰ সুৰ বজাব ধৰিলে,
নিৰ্জীৱ জগত আজি সজীৱ কৰিলে।"

অ. ভা. উ. সা. সভা আৰু 'জোনাকী'য়ে যি প্ৰগ্ৰেম দাঙি ধৰিলে সেয়ে হৈ উঠিল অসমীয়া জাতিৰ জাতীয় প্ৰগ্ৰেম। 'জোনাকী'ৰ চকুৰ আগত কোনো ৰাজনৈতিক মুক্তিৰ স্বপ্ন নাছিল, আছিল সাংস্কৃতিক মুক্তিৰ স্বপ্ন। সেইবাবেই অসমীয়া মানুহক সাংস্কৃতিক আত্মপ্ৰত্যয় আৰু আত্মপ্ৰতিষ্ঠাৰ এই প্ৰচেষ্টাৰ পটভূমিত ৰাখিহে ঊনবিংশ শতিকাৰ শেষাৰ্ধৰ অসমীয়া ভাষা-সাহিত্যৰ শৰাইঘটীয়া সকলৰ আদৰ্শ, প্ৰতিভা, ব্যক্তিত্ব আৰু কৃতিৰ বিচাৰ কৰা সম্ভৱ। ১৮৯২ৰ পৰা ১৮৯৬ পৰ্যন্ত 'জোনাকী'ৰ সতীৰ্থসকলৰ একান্ত সহযোগী হৈ এই বিশিষ্ট আদৰ্শ আৰু বোধৰ অংশীদাৰ হোৱা চন্দ্ৰধৰ বৰুৱাদেৱৰ কৃতি আৰু কৃতিত্বৰ বিচাৰো এই পটভূমিতেহে সম্ভৱ। তাৰ পৰা আঁতৰাই তেওঁক চাবলৈ গ'লে ভুল হোৱাৰেই সম্ভাৱনা অধিক।

॥ ২ ॥

কান্যকুব্জৰ পৰা সপ্তদশ শতিকাৰ একেবাৰে আদিতে অসমলৈ ৰাজানুগ্ৰহত আহি থিতাপি লোৱা ভাৰ্গৱ-বিপ্ৰৰ পুত্ৰ ভূধৰ আগমাচাৰ্যৰ—(যি গৰাকী প্ৰতাপসিং স্বৰ্গদেৱৰ দিনত দেৱগাঁৱৰ নেঘেৰীটিঙৰ শিৱদৌলৰ প্ৰথম বৰঠাকুৰ হৈছিল) নামেৰে প্ৰখ্যাত হৈ উঠা 'আগমৰ ঘৰত' আগমাচাৰ্যৰ অধস্তন দ্বাদশ পুৰুষ দুৰ্গাধৰ বৰুৱা উকীলৰ প্ৰথম পুত্ৰ চন্দ্ৰধৰৰ জন্ম হয় ১৮৭৪ খৃষ্টাব্দৰ আহিন মাহত।* চন্দ্ৰধৰৰ মাতৃ প্ৰেমাৱতী দেৱী, স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত কান্যকুব্জৰ পৰা অসমলৈ অহা ৰমানন্দৰ পুত্ৰ জগদানন্দ ৰাজগুৰু ফুকনৰ নামেৰে খ্যাত 'ৰাজগুৰু ফুকনৰ ঘৰ'ৰ জগদানন্দৰ অষ্টম অধস্তন পুৰুষ ৰাধাকান্তৰ জীয়ৰী। আগমাচাৰ্যৰ দশম অধস্তন পুৰুষ ৰাজকবি দুৰ্গাচাৰ্য বা দুৰ্গেশ্বৰ দ্বিজে 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ'ৰ প্ৰকৃতি খণ্ডৰ অসমীয়া পদ ভাঙনি কৰি গৈছে। চন্দ্ৰধৰ বৰুৱাই 'কামৰূপ জীয়াৰী'ৰ শেষৰ সৰ্গত তেওঁৰ বংশ-পৰিচয় দি গৈছে।

* জন্ম পত্ৰিকা নোপোৱাৰ বাবে তাৰিখ আৰু বাৰ স্থিৰ কৰিব পৰা নহ'ল—অসম সাহিত্য সভাই ১৫ অক্টোবৰ তাৰিখে বৰুৱাৰ পুত্ৰসকলৰ মত লৈ জন্মশতবাৰ্ষিকী দিৱস উদ্‌যাপন কৰে।

পিতৃবংশ আৰু মাতৃবংশৰ এনে গৌৰৱপূৰ্ণ ঐতিহ্যৰ উত্তৰাধিকাৰ লাভ কৰা চন্দ্ৰধৰৰ জন্ম হয় আহোম স্বৰ্গদেৱসকলৰ শেষ ৰাজধানী যোৰহাট নগৰত। আজিৰ তুলনাত নিচেই সৰু চহৰ তেতিয়াৰ যোৰহাটত ১৮৮৩ খৃষ্টাব্দ পৰ্যন্ত উচ্চ ইংৰাজী স্কুলৰ আৰম্ভণিয়েই হোৱা নাছিল ; জিলাৰ তেতিয়াৰ সদৰ শিৱসাগৰতহে হাইস্কুল আছিল। কিন্তু কহিমাত থকা হাইস্কুলখনত ছাত্ৰসংখ্যা নিচেই কম হোৱাত ১৮৮৩ খৃঃত সেই স্কুলখনিকে যোৰহাটলৈ তুলি আনি ৰাজমাও পুখুৰীৰ পশ্চিম পাৰৰ চাংবঙলা এটিত থাপেহি। ১৮৮১ চনতে নিম্ন প্ৰাথমিক স্কুলত ভৰ্তি হোৱা চন্দ্ৰধৰে প্ৰাথমিক শিক্ষাৰ অন্তত ১৮৮৫ চনত এই নতুনকৈ খোলা স্কুলখনিত ভৰ্তি হ'লহি 'ছেভেন্থ ক্লাছ'ত। তাৰ পৰাই ১৮৯২ চনত এণ্ট্ৰেন্স মহলাত উঠি (তেতিয়া উজনিৰ ডিব্ৰুগড়তহে কেৱল এণ্ট্ৰেন্স পৰীক্ষাৰ কেন্দ্ৰ আছিল আৰু যোৰহটীয়া পৰীক্ষাৰ্থী ব্ৰহ্মপুত্ৰইদি জাহাজত ডিব্ৰুগড়লৈ গৈ পৰীক্ষাত বহিবগৈ লাগিছিল) ১৮৯২ চনত কুৰিটকীয়া জলপানী লৈ কলিকতাত পঢ়িবলৈ গ'ল।

ইতিপূৰ্বেই কলিকতা-প্ৰৱাসী অসমীয়া ছাত্ৰসকলে কলিকতাত থানিকা পাতি লৈ 'জোনাকী'ক থাপনাত থপাৰো তিনিবছৰ হওঁ হওঁ ; অ. ভা. উ. সা. সভাৰো অৱস্থা ৰহৰহীয়া। অৱশ্যে ইতিমধ্যে অ. ভা. উ. সা. সভাৰ সতীৰ্থসকলৰ মাজত মতভেদ ঘটি অসমীয়া সাহিত্য সংঘ (আছামিজ লিটাৰেৰী ক্লাব)ৰ আৰু ১৮১৩ শকত 'বিজুলী'ৰ জন্ম হ'ল। এই মতভেদে অসমীয়া সাহিত্যক চহকীহে কৰিলে। এনে সময়তে আধুনিক অসমীয়া সাহিত্যৰ প্ৰসূতি-গৃহত চন্দ্ৰধৰ বৰুৱাই প্ৰৱেশ কৰিয়েই 'বেজ-মাজিউ-গোসাঁই' এই ত্ৰিমূৰ্তিৰ উপৰিও গোহাঞিবৰুৱা, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতী, সোণাৰাম চৌধুৰী, লক্ষেশ্বৰ শৰ্মা, কৃষ্ণপ্ৰসাদ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালা প্ৰমুখ্যে অসমীয়া নৱন্যাসৰ সাৰথিসকলক লগ পালে। এই লগ পোৱাই চন্দ্ৰধৰ বৰুৱাৰ জীৱন আৰু কৰ্মৰ বাবে পথ নিৰূপণ কৰি দিলে। সম্ভ্ৰান্ত পৰিয়ালৰ বিশ্বাস, সংস্কাৰ আৰু গম্ভীৰ পাৰিপাৰ্শ্বিকতাত লালিত-পালিত কৈশোৰৰ শেষ দুৱাৰডলি পাৰ হৈয়েই চন্দ্ৰধৰে নিজকে বিচাৰি পালে স্বদেশ হিতৈষণাৰ আৰু সাহিত্য-সেৱাৰ নতুন পাঠশালাৰ মাজত।

দেউতাক সংগীতপ্ৰেমী দুৰ্গাধৰ বৰুৱাৰ পৰা, আৰু ৰামায়ণ-মহাভাৰত-পুৰাণ আদি নিয়মিত ভাৱে পাঠ কৰাৰ লগতে আইনামৰ জোঁকাৰেৰে ঘৰত এছাটি ধৰ্মীয় বতাহ বোৱাই থকা মাক প্ৰেমাৱতী দেৱীৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা সাংস্কৃতিক বীজ চন্দ্ৰধৰৰ মনৰ মাজত অজ্ঞাতেই অংকুৰিত হৈ আছিল। শৈশৱৰ যোৰহাটত বাঙালী সম্প্ৰদায়ৰ লোকে অস্থায়ী ৰংগমঞ্চত দুৰ্গাপূজাৰ সময়ত কৰা থিয়েটাৰৰ এটা জ্ঞান-নেজ্ঞান প্ৰভাৱো বৈ গৈছিল। এফালে শিৱদৌলৰ বৰঠাকুৰৰ ইষ্টদেৱতা শিৱৰ প্ৰভাৱ, আনফালে ভাৱনা-সবাহ-বৰগীত-নামপ্ৰসংগৰ অমোঘ প্ৰভাৱ—ইবোৰে চন্দ্ৰধৰৰ মানসিকতাত ইতিমধ্যেই এটা সাঁচ দি থৈছিল। কলিকতালৈ গৈ চন্দ্ৰধৰে সেই সম্পদৰে সম্পদশালী হৈ থকা নিজক 'জোনাকী'ৰ পোহৰত আবিষ্কাৰ কৰিলে।

সংগীত-প্ৰেমী দুৰ্গাধৰ উকীলে ভয় কৰিছিল, জানোচা কিশোৰ চন্দ্ৰধৰে গীত-বাদ্যৰ প্ৰতি

আকৰ্ষিত হৈ পঢ়া-শুনালৈ পিঠি দিয়ে। সেইবাবে তেখেতৰ বেহেলাখনি এজন বন্ধুক দান দি দিছিল যাতে চন্দ্ৰধৰ 'নষ্ট' নহয়। কিন্তু দুৰ্গাধৰ বৰুৱাই হয়তো ভাবি চোৱা নাছিল—চন্দ্ৰধৰৰ জন্মৰে পৰা প্ৰতিপালিত পৰিৱেশটি নিজেই সংগীতমুখৰ আছিল। চন্দ্ৰধৰ বৰুৱাই পিচলৈ বেহেলা, হাৰমনিয়ম ইত্যাদি বাজনাৰ অভ্যাস কৰিছিল, চেতাৰ শিকিবলৈ কলিকতীয়া ওস্তাদ আনি ৩ বছৰ ঘৰত ৰাখিছিল; গান-বাজনা শিকাবলৈ মতিলাল দাস নামৰ সংগীতজ্ঞ এজনকো ঘৰতে ৰাখিছিলহি। গতিকে সেই চন্দ্ৰধৰে গীত ৰচনাও কৰিব তাত সন্দেহ নাই। সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ 'সংগীতকোষ'ত চন্দ্ৰধৰ বৰুৱাৰ সোতৰটি গীত সন্নিবিষ্ট হৈছে। ইয়াৰ উপৰিও তেখেতৰ নাট্যাৱলীত থকা অন্যান্য গীতসমূহৰ কথাও বিশেষভাৱে উল্লেখযোগ্য। ইবোৰৰ কেতবোৰত থকা দেহবিচাৰৰ গীত, আইনাম, বৰগীত, লোকগীতৰ সুৰৰ প্ৰভাৱ স্পষ্ট। নগাঁৱত ১৯২৫ চনত বহা 'অসম সংগীত-সংঘ'ৰ প্ৰথম অধিৱেশনত, যি খনিক অসম সাহিত্য সভাৰো প্ৰথম সংগীত অধিৱেশন বুলি ধৰা হয়, সভাপতিত্ব কৰি চন্দ্ৰধৰ বৰুৱাই দিয়া ভাষণত শ্ৰীমন্ত শংকৰদেৱৰ বৰগীত আৰু নাটকৰ গীতসমূহক অসমৰ 'জাতীয় সংগীত' বুলি অভিহিত কৰা কথা স্মৰণীয়। অসমীয়া নাট, অভিনয় আৰু গীতৰ গুৰু শ্ৰীশংকৰৰ প্ৰতিভাক সোঁৱৰাৰ লগতে অসমীয়া বনগীত, বিহুগীত আদি লোকগীতসমূহ আৰু বৰগীত আদি শাস্ত্ৰীয় সংগীতৰ আধাৰত অসমীয়া জাতীয় গীতৰ ৰচনাৰ আৱশ্যকতা আৰু সম্ভাৱনাৰ ইংগিত দি গৈছে। সেই অভিভাষণখনিয়েই সংগীত সম্পৰ্কে চন্দ্ৰধৰৰ জ্ঞান আৰু ধ্যান-ধাৰণাৰ স্পষ্ট নিদৰ্শন। অসম সাহিত্য সভাৰ ধুবুৰীত ১৯২৬ চনত বহা নৱম সন্মিলনৰ মুকলি অধিৱেশনত পৰিৱেশন কৰা চন্দ্ৰধৰ-ৰচিত—'সোণেৰে সজাই পোনেই উষাই পিন্ধায় মেঘাম্বৰী বেশ' আৰু 'স্বাগত স্বাগত ভক্ত সমাগত সমৱেত বৃন্দ সুধী'—এই দুটি গীতৰ কথাও প্ৰসংগতঃ স্মৰণীয়। তেওঁৰ ঐতিহ্যপ্ৰীতি আৰু দেশপ্ৰেম আৰু লগতে ঈশ্বৰবিশ্বাস গীতসমূহৰ মাজতো স্পষ্ট।

তেওঁৰ ইষ্টদেৱতা শিৱৰ মাজেদি দেখা হৰি-হৰৰ অভিন্ন মূৰ্তি 'বেদান্তৰ ব্ৰহ্ম, পৰম পুৰুষ, বিশ্বৰ কাৰণ, নিত্য সত্য, অজ্ঞেয় বিভু শিৱক' 'বিদ্যুৎ-বিকাশ' কাব্যৰ প্ৰথমতেই প্ৰণতি জনাইছে। এক ব্ৰহ্ম মহেশেই বিশ্বক জুৰি থকা বিশ্বপতি মহেশৰ কথা 'কামৰূপ জীয়ৰী'ৰো* বিভিন্ন স্থানত উল্লেখ কৰিছে। কীৰ্তন-ঘোষা আৰু গীতা সলসলীয়াকৈ মুখস্থ ৰখা চন্দ্ৰধৰ বৰুৱাই, মাতৃদেৱীৰ মুখৰ পৰা ৰামায়ণ-মহাভাৰতৰ আখ্যান শুনি আপ্লুত হোৱা চন্দ্ৰধৰ বৰুৱাই, নাম-প্ৰসংগ, ভাৱনা-সবাহ চাই মনৰ মাজত মচিব নোৱৰা সাঁচ বহুৱাই লোৱা চন্দ্ৰধৰ বৰুৱাই—ইবোৰৰ পৰা বিশ্বাস, প্ৰেৰণা আৰু আদৰ্শ গ্ৰহণ কৰিব—ইয়াতকৈ স্বাভাৱিক কথা আৰু কি থাকিব পাৰে? কাব্যকাৰ আৰু নাট্যকাৰ চন্দ্ৰধৰৰ বাবেও ইবোৰেই পটভূমি নিৰ্মাণ কৰি থৈছিল। ১৯৩৮ চনৰ ৪ ছেপ্টেম্বৰ (১৮৬০ বিজয়াদশমী)ত লিখিত 'বিদ্যুৎ-বিকাশ'ৰ উৎসৰ্গ-পত্ৰত লিখিছিল:

* বৰুৱা ডাঙৰীয়াই 'জীয়াৰী' শব্দটোহে ব্যৱহাৰ কৰিছিল। 'কামৰূপ জীয়ৰী'ৰ পাতনি গ্ৰন্থাৱলীত সন্নিবিষ্ট কৰা হৈছে। এই পাতনি লিখাৰ তাৰিখ ১।৭।৩৮।

"মহাভাৰত, ৰামায়ণ, পুৰাণ আদি কাব্য-গ্ৰন্থত যাৰ অতিশয় অনুৰাগ আছিল, আৰু যি তাৰ আখ্যানবিলাক লোকক পঢ়ি শুনাই সদায় পৰম প্ৰীতি লাভ কৰিছিল, মোৰ সেই আৰাধ্যা গুৰু, স্বৰ্গগতা জননী প্ৰেমাৱতী দেৱীৰ পৱিত্ৰ আত্মাৰ সুপ্ৰীতিৰ অৰ্থে, এই ক্ষুদ্ৰ পুস্তিকা উৎসৰ্গ কৰিলোঁ।"

লিখকৰ নিবেদনত লিখিছিল :

"এই সৰু গ্ৰন্থখনি 'কামৰূপ জীয়ৰী'ৰে সৈতে একে শাৰীৰে ; মাত্ৰ সি অলপ ডাঙৰ, আৰু ই তাতকৈ সৰু। এই যোৱা দুৰ্গাপূজাৰ কেইদিনমান আগতে 'কামৰূপ জীয়ৰী'ৰ ৰচনা সমাপ্ত হ'লত, তাৰ পাচদিনাই ইয়াক আৰম্ভ কৰি আজি বিজয়াৰ দিনা সমাপ্ত কৰা হ'ল।

এই ক্ষুদ্ৰ ৰচনাই এখন্তকো পাঠকৰ মনোৰঞ্জন কৰিব পাৰিলে, ইয়াৰ বিজয়াত জন্ম লোৱা সাৰ্থক হ'ব, আৰু লিখকেও কৃতাৰ্থ মানিব।"

'পোহৰৰ প্ৰথম প্ৰকাশ' ঘটা প্ৰাগ্‌জ্যোতিষ কামৰূপৰ ইতিহাস, প্ৰকৃতি, নৰ-নাৰী, 'সুন্দৰ ললিত ভাষা', ৰীতি-নীতি—এই সকলোবোৰ সুন্দৰ মনোৰম ৰূপত দেখা দিয়া চন্দ্ৰধৰৰ বাবে 'মোক্ষদা কামদা কামৰূপ ভূমি'ৰ প্ৰতি ধূলিকণা পৱিত্ৰ, 'প্ৰতি স্ৰোতস্বিনী সুপৱিত্ৰা'। দেশৰ অতীতৰ প্ৰতি বিস্ময়-বিমুগ্ধ দৃষ্টিপাত, সমকালীন সমাজৰ দোষ-ত্ৰুটীৰ সংস্কাৰৰ অভিলাষেৰে কৰা সমালোচনাত্মক দৃষ্টিপাত আৰু ঐতিহ্য আৰু আধুনিকতাৰ ভেঁটিত ভৱিষ্যত ৰচনাৰ হাবিয়াস—এই সকলো বিশেষত্বৰে বেজবৰুৱা প্ৰমুখ্যে আধুনিক অসমীয়া ভাষা-সাহিত্য-জাতীয়তাৰ ন-বুনিয়াদ গঢ়োঁতা সকলৰ চৰিত্ৰ বিশেষত্বপূৰ্ণ। আনহাতে, ব্যক্তিনিষ্ঠতা আৰু মানৱিকতাবাদৰ নতুন সুৰৰ বৈশিষ্ট্যই তেওঁলোকৰ ৰচনাক দান কৰি গৈছে নতুনত্বৰ সৌন্দৰ্য। শেষ-উনবিংশ শতিকাৰ ভাৱ-জগতৰ ক্ৰম-ব্যাপ্ত পৰিমণ্ডলৰ মাজতে 'চন্দ্ৰধৰ-কৃতি' স্মৰণীয়।

কবি চন্দ্ৰধৰে আত্মপ্ৰকাশ কৰিছিল 'জোনাকী', 'বিজুলী', 'বাঁহী' আৰু 'আলোচনী'ৰ পাতত। ১৯২৭ চনত প্ৰকাশিত বিভিন্ন কবিতাৰ সংকলন 'ৰঞ্জন'ৰ প্ৰকাশে চন্দ্ৰধৰ বৰুৱাক ব্যংগ কবিতাৰ কবি হিচাপেই প্ৰতিষ্ঠা দিয়া নাই, প্ৰতিষ্ঠা দিলে 'ধূলিকণা মই', 'স্মৃতি' আদি সাৰ্থক খণ্ড-কবিতাৰ কবি হিচাপেও। তৎকালীন অসমীয়া সমাজৰ একশ্ৰেণী তথাকথিত শিক্ষিত লোকৰ ইংৰাজ-অনুকৰণ-প্ৰৱণতা, ভণ্ডামি, অন্তঃসাৰশূন্য ভেম, নিজৰ ভাষা বা জাতি ( Nationality )ৰ প্ৰতি হীনতাবোধ আৰু নীচাশ্মিকা মনোভাৱক, মূৰ্খৰ পণ্ডিতমন্যতাক, তথাকথিত ভকতৰ ভণ্ডামি আদিক কিছুমান টাইপ চৰিত্ৰৰ আলমত উদঙাই থৈ গৈছে। মন কৰিবলগীয়া এয়ে যে হেমচন্দ্ৰ-গুণাভিৰ দিনৰেপৰা অসমীয়া সমাজৰ দোষ-ত্ৰুটীৰ সংস্কাৰ-প্ৰৱণতাই ব্যংগ ৰচনাৰ মাজেৰে প্ৰকাশ লাভ কৰি আহিছিল আৰু বেজবৰুৱাৰ হাতত এনে ৰচনা পল্লৱিত হৈ উঠিছিল। চন্দ্ৰধৰৰ চকুৰ পৰাও এনে দোষ-ত্ৰুটী সাৰি

যাব পৰা নাছিল বাবেই সুবিধা বুজি ব্যংগৰ বাণেৰে তেওঁৰ বাঞ্ছিতজনক থকা-সৰকা কৰি থৈ গৈছে। আৰু এটি কথা লক্ষ্যণীয়—স্বদেশী আন্দোলনৰ বিপক্ষে ইংৰাজক চুটি বুদ্ধি দিয়া আৰু ইংৰাজ-শাসনৰ সপক্ষে ওকালতি কৰা 'ধীৰপন্থী ধীৰেন'ক কৰা ব্যংগৰ মাজেৰে চন্দ্ৰধৰ বৰুৱাৰ স্বদেশী-আন্দোলনৰ প্ৰতি থকা সমৰ্থন অপ্ৰত্যক্ষভাৱে প্ৰকাশিত হৈছে। পোনপটীয়াকৈ কংগ্ৰেছৰ অন্তৰ্ভুক্ত নোহোৱা বৰুৱাই কংগ্ৰেছৰ প্ৰগ্ৰেম যে সমৰ্থন কৰিছিল তাৰ প্ৰমাণ তেওঁৰ 'ৰঞ্জন'ৰ কবিতাৰ মাজতে পোৱা যায়—

"ভাং কানি খাবলৈ যেয়ে হাক দিয়ে
যেয়ে পিন্ধে স্বদেশী কাপোৰ,
সকলোকে হালে হালে আনক সাঙুৰি
ফাটিক কৰক ভৰপূৰ"।—বুলি কোৱা ধীৰপন্থী ধীৰেনৰ চৰিত্ৰ-

চিত্ৰণৰ মাজত। তদুপৰি 'অসম ব্যৱস্থাপক সভা' ( Assam Council )ৰ আৰু দিল্লীৰ 'ৰাজ্যসভা' ( Council of States )ৰ সদস্য পদত থকা চন্দ্ৰধৰে ব্যৱস্থাপক সভাত ইংৰাজৰ ৰাজকোষ টনকিয়াল কৰিবলৈ জনৈক সদস্যই দিয়া প্ৰস্তাৱক 'হাৱাকব' নামৰ ব্যংগ কবিতাত থকা-সৰকা কৰিছে। আনহাতে, ১৯৩০ চনত যেতিয়া সমগ্ৰ দেশজুৰি অসহযোগ আন্দোলন তীব্ৰতৰ হৈ উঠিছিল সেই-সময়ত বিলাতত ১২ নৱেম্বৰৰ পৰা বহুৱা প্ৰথম ঘূৰণীয়া মেজমেলত ভাৰতৰ অন্যতম প্ৰতিনিধি হিচাপে যোগ দিয়াৰ বাবে চন্দ্ৰধৰ বৰুৱাক কংগ্ৰেছীসকলে ভাল পোৱাটো সম্ভৱ নাছিল, যদিও চন্দ্ৰধৰ বৰুৱাই মেজমেলত ভাৰতত দেশীয় দায়িত্বশীল চৰকাৰ গঠনৰ ওপৰতে গুৰুত্ব দিছিল। দ্বিতীয়বাৰ পুনৰ ঘূৰণীয়া মেজমেলত যোগ দিবলৈ গৈ বিলাতত থাকোঁতে হেষ্টিংছৰ মেয়ৰে চন্দ্ৰধৰ বৰুৱাৰ সন্মানাৰ্থে আয়োজন কৰা ভোজমেলত বৰুৱাই দিয়া বক্তৃতাৰ কথাও এই সম্পৰ্কত স্মৰণীয়। তেওঁ কৈছিল· "যেতিয়া আপোনালোকে জানিব পাৰে যে ভাৰতৰ শতকৰা ৯০ ভাগ লোক নিৰক্ষৰ, যেতিয়া শুনে যে স্কুললৈ যাব পৰাৰ সুবিধা পায়—সুবিধা থকাৰো মাত্ৰ শতকৰা ২০টা ল'ৰা-ছোৱালীয়ে, যেতিয়া জানে যে ভাৰতত শিক্ষাৰ বাবে গড়মূৰি ২ পেন্সতকৈ অধিক খৰচ কৰা নহয়—তেতিয়া আপোনালোকে আমাৰ দাবীৰ সাৰৱত্তা বুজি পাব। মই যদি কওঁ যে অতি উদাৰভাৱে গণনা কৰিলেও ভাৰতত জনমূৰি আয় বাৰ্ষিক ৬ পাউণ্ডৰ বেছি নহয়, কোটি কোটি মানুহে দিনে এসাজ খাই কটাইছে, হেজাৰ হেজাৰ মানুহ দুৰ্ভিক্ষত আৰু প্ৰতিৰোধ কৰিব পৰা ৰোগতে মৰিছে, চিকিৎসা পোৱাৰ কথা দূৰতে থাওক, লাখ লাখ মানুহে এটোপা পৰিষ্কাৰ পানীও ভাৰতত নাপায়—অথচ ভাৰতৰ বাবে কোনো কামত নহা কেৱল ব্ৰিটিছ সাম্ৰাজ্যৰক্ষাৰ স্বাৰ্থত ভাৰতৰ ৰাজহৰ আধাতকৈয়ো বেছি সৈন্যবাহিনী ৰক্ষাত খৰচ কৰা হৈছে, তেতিয়া আপোনালোকে নিশ্চয় বুজিব যে ভাৰতৰ শাসন-ব্যৱস্থাৰ গুৰিতে মাৰাত্মক অনীতি আছে আৰু তাৰবাবে শীঘ্ৰেই গভীৰ মনোযোগ দিয়াটো আৱশ্যক।"

বৰুৱাই বিশ্বাস কৰিছিল স্বৰাজ দেশৰ মানুহৰ স্বাৱলম্বিতাৰ ওপৰতহে ঘাইকৈ নিৰ্ভৰ কৰে; বক্তৃতাৰ ওপৰত নহয়। ১৯৩৪ চনত জঁাজীৰ 'লাচিত মেলা'ৰ সভাপতিৰ আসনৰপৰা দিয়া ভাষণত

স্পষ্টকৈ কৈছিল—একতা বা মিলাপ্রীতি, স্বাৰ্থত্যাগ বা আশাশুধীয়া স্বভাৱ আৰু নিৰ্ভাজ দেশপ্ৰেম নহ'লে স্বৰাজলাভ হ'ব নোৱাৰে। ১৯৩৭ চনৰ ফেব্ৰুৱাৰী মাহত বালিগাঁৱত বহা 'যোৰহাট যুবক সন্মিলন'ৰ সভাপতিৰ আসনৰপৰাও তেওঁ যুৱকসকলক দেশৰ কাম কৰিবৰ বাবে যোগ্যতা আৰ্জিবলৈ, গাঁও সংগঠনত মনোনিৱেশ কৰিবলৈ, স্বাৱলম্বী হ'বলৈ, স্বাস্থ্যৰক্ষাৰ প্ৰতি চকু দিবলৈ, আতুৰৰ সেৱা কৰিবলৈ, নৈতিক উন্নতি সাধন কৰিবলৈ, অতিচাৰিতা আৰু অপগৰ্ব ত্যাগ কৰিবলৈ আহ্বান কৰি কৈছিল—"সম্প্ৰতি আমাৰ দেশত সকলো কামতকৈ আগ কাম হৈছে গাঁওবিলাক সংগঠন কৰিবলৈ তাৰ সকলো প্ৰজাৰ উন্নতি সাধন কৰা। সেয়ে নহয় মানে কি ৰাজনীতি, কি অৰ্থনীতি, বা বেহা বেপাৰ, কৃষি, শিল্প আদি কোনো বিষয়তে দেশৰ উন্নতি হোৱাটো দূৰাগত কথা। ……দেশখন শৰীৰ আৰু গাঁওবোৰ তাৰ অংগ-প্ৰত্যংগ স্বৰূপ। ……গাঁৱলীয়াই শস্যাদি উৎপাদন কৰে, দেশৰ মানুহে তাকে ভোগ কৰে ; গাঁৱলীয়াই খাজনা দিয়ে, ৰজাই তাৰে দেশ চলায় ; গাঁৱলীয়াই দুখ কৰে, গোটেই দেশে তাৰে সুফল পায়। এই গাঁওবিলাকৰ উন্নতি নহ'লে দেশৰ উন্নতি নহয়—ই ধ্ৰুৱ কথা।"

দেশৰ মানুহ বল-বীৰ্য্যত অপৰাজেয় হৈ উঠক—এই কামনাও বৰুৱাই কৰিছিল। ১৯২১ চনৰ পৰা ভাৰতত শক্তি-মেলাৰ আয়োজন স্থানীয়ভাৱে হ'বলৈ ধৰিছিল। ১৯৩৪ চনৰ এপ্ৰিলত যোৰহাটত বহা অসমৰ প্ৰথম শক্তিমেলাৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ দায়িত্ব বহন কৰিছিল চন্দ্ৰধৰ বৰুৱাই। দেশৰ মানুহৰ স্বাৱলম্বিতাৰ কথা ভবা বৰুৱা যোৰহাটৰ সাৰ্বজনিক সভাৰ লগতো জড়িত হৈ পৰিছিল আৰু বি. এ. জগন্নাথৰ পিচত ( স্থাপিত ১৮৭৫ ) বৰুৱাই এই সভাৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল। এই সভাই মাজুলীৰ লগত বেহা-বেপাৰৰ সুচলৰ বাবে ককিলামুখৰপৰা যোৰহাট নগৰলৈ ১০ মাইল দীঘল এটি বাট বান্ধি উলিয়াইছিল ( পিচলৈ এই বাটৰ নাম জগন্নাথ বৰুৱাৰ নামেৰে হয় )। আসাম এছোচিয়েশ্যন প্ৰতিষ্ঠা হোৱাৰ পিচত সাৰ্বজনিক সভা তাৰ মাজত সোমাই পৰিল আৰু বৰুৱাও আসাম এছোচিয়েশ্যনৰ লগত জড়িত হৈছিল ; কাৰণ তেওঁলোকৰ লক্ষ্য আছিল 'দেশৰ উন্নতি, জোনাক'। অসমৰ মাজত অসম-দৰ্শনৰ এই লক্ষ্যক কোনোবাই সংকীৰ্ণতা বুলিলেও বুলিব পাৰে ; চন্দ্ৰধৰে 'ৰঞ্জন' ( 'অসমীয়া সংকীৰ্ণ মনৰ' )ত তাৰ উত্তৰ দি গৈছে। চন্দ্ৰধৰৰ ব্যংগ কবিতাৰ থুপিটোৱে তৎকালীন সামাজিক পটভূমিৰ বিশ্লেষকৰ বাবে যথেষ্ট সমলৰ ইংগিত দি থৈছে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত চন্দ্ৰধৰৰ উজ্জ্বল পৰিচয় হ'ল নাট্যকাৰৰূপে। প্ৰকাশিত 'মেঘনাদ-বধ' ( ১৯০৪ ), 'ভাগ্য-পৰীক্ষা' ( ১৯১৬ ; লিখাৰ সময় ১৯১১ ), 'তিলোত্তমা-সম্ভৱ' ( ১৯২৯ ) আৰু 'ৰাজৰ্ষি' ( ১৯৩৭ )ৰ ভিতৰত প্ৰথম দুখনি নাটকে অসমীয়া নাট্য-সাহিত্যত, অসমীয়া ৰংগমঞ্চত আৰু অভিনয়ৰ দৰ্শকসকলৰ মনতো স্মৰণীয় চাপ বহুৱাই থৈ গৈছে। 'মেঘনাদ-বধ'ৰ প্ৰথম তাঙৰণৰ পাতনিত নাট্যকাৰে লিখিছে :

> "এই নাটকৰ সৰহখিনি ভাগ এগৰাকী মহাকবিৰ পৰা অনা হৈছে। তাৰ লগতে অভিনয় কৰিবলৈ সুবিধা হ'বৰ নিমিত্তে, লিখকে বহুত ঠাইত নিজৰ ভাবো মিহলি

কৰিছে। কিন্তু কবিৰ ভাব লৰচৰ নকৰাকৈ ৰাখিবলৈ যথাসাধ্য যত্ন কৰা হৈছে আৰু সুবিধা বুজি কোনো কোনো ঠাইত, তেওঁৰ ভাষাকে ভাঙি থোৱাও হৈছে; তথাপি লিখকৰ হাতত পৰি মহাকবিৰ ৰচনাৰ সৌন্দৰ্য হুটুটাকৈ থকা নাই। সেইবাবে পাঠকসকলে যেন দায় নধৰে।

ইয়াৰ আগেয়ে, অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দৰে লিখা কোনো নাটক ওলোৱা নাই। লিখকৰ বিশ্বাস যে এই ছন্দৰ নাটক অলপ ওখ খাপৰ ভাষাৰে লিখিলেহে সুললিত হয়। এই কথাৰো পৰিমাণ বুজিবৰ নিমিত্তে ইয়াত সৰহ ঘৰুৱা কথা সুমুৱা নাই। ছপা হোৱাৰ আগেয়েই, এই নাটকখনি প্ৰথমতে যোৰহাট থিয়েটাৰে অনুগ্ৰহ কৰি অভিনয় কৰিছিল। তাৰ পাচত ডিব্ৰুগড়, শিৱসাগৰ, গুৱাহাটী থিয়েটাৰৰ ভদ্ৰলোকসকলেও কেবাবাৰো অভিনয় কৰি, লিখকক উৎসাহ দিয়াৰ বাবেহে ইয়াক প্ৰকাশ কৰিবলৈ সাহ কৰা হ'ল।"

লিখকে উল্লেখ কৰা মহাকবি গৰাকী মাইকেল মধুসূদন দত্ত—যি গৰাকীয়ে বাংলা ভাষাত পয়াৰৰ চতুৰ্সীমাৰ মাজতে ভাব প্ৰকাশৰ স্বাধীনতা আৰু ছন্দৰ প্ৰৱহমানতাৰে ইংৰাজী Blank verseৰ অনুগামী অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ কৰি গ'ল। মধুসূদন প্ৰৱৰ্তিত এই ছন্দক গিৰিশ ঘোষে নাটকৰ বাবে ভাঙি উলিয়ালে ভাব অনুসৰি বিৰাম চিহ্নযুক্ত ছন্দসজ্জাৰে। চন্দ্ৰধৰে এই ভগ্ন-অমিত্ৰাক্ষৰ বা গৈৰিশ ছন্দকে মেঘনাদ-বধত প্ৰয়োগ কৰি অসমীয়া পৌৰাণিক নাটকক দান কৰিলে অংগ আৰু ছন্দ সজ্জাৰ নতুন, উজ্জ্বল আৰু মনোৰম ৰূপ। বিংশ শতিকাৰ প্ৰথম দশকৰ পৰা পঞ্চম দশক পৰ্যন্ত অসমীয়া পৌৰাণিক নাটকত এই আংগিকৰ সঞ্চালনি ব্যৱহাৰ মন কৰিবলগীয়া। অসমীয়া নাটকলৈ চন্দ্ৰধৰ বৰুৱাৰ ই উল্লেখযোগ্য অৱদানৰূপে স্বীকৃত হৈ থাকিব। মধুসূদন দত্তৰ পৰা আৰু এটি বস্তু চন্দ্ৰধৰে আমদানি কৰিছিল—নাটক আৰু কাব্য দুয়োলৈকে: শব্দত ধাতু বিভক্তি প্ৰয়োগৰ দ্বাৰা কৃত্ৰিম ক্ৰিয়াপদ ৰচনা—ব্যাখিছিল, আবিৰ্ভাবি, প্ৰদানিলে, প্ৰস্থানিলে—ইত্যাদি।

১৮৯৫ চনত প্ৰতিষ্ঠিত যোৰহাট ৰংগমঞ্চৰ জন্মৰে পৰা ১৯৫০ চনলৈকে চন্দ্ৰধৰ বৰুৱা এই মঞ্চৰ লগত আছিল ঘনিষ্ঠভাৱে জড়িত। প্ৰথমে 'বুঢ়ী গোসাঁনীৰ দেৱালয়'ৰ চোতালত ৰভা সাজি যোৰহাটত আধুনিক ধৰণৰ থিয়েটাৰ কৰাৰ কথা 'মঞ্চলেখা'ৰ বুৰঞ্জী-লেখকে যথাস্থানত উল্লেখ কৰিছে। এই অভিনয়ৰ লগতো চন্দ্ৰধৰ বৰুৱা আছিল ওতপ্ৰোতভাৱে জড়িত; সেয়ে মঞ্চৰ প্ৰয়োজনৰ প্ৰতি আৰু সমকালীন দৰ্শকৰ মনোৰঞ্জনৰ প্ৰতিও তেওঁ সতৰ্ক থকাৰ উমান পোৱা যায়। 'মেঘনাদ-বধ'ৰ সৰ্বানন্দ-শংকু, 'তিলোত্তমা সম্ভৱ'ৰ ৰঞ্জন-নিৰঞ্জন-খৰিভাৰী, ৰাজৰ্ষিৰ ভগাছিগা ভোজপুৰী কোৱা কালুচণ্ডাল, 'পুনৰ্জন্ম'ৰ কলাবুঢ়া-চোৰাংচোৰা-ডকাইত আদিৰ চৰিত্ৰৰ সংযোজনাৰ কথা উল্লেখ কৰিব পাৰি। এই চৰিত্ৰবোৰৰ মুখত দিয়া হৈছে গদ্য সংলাপ আৰু সেই গদ্য কথিত গ্ৰাম্য গদ্যৰ

নিদৰ্শন। ইয়ো তৎকালীন চতুঃপাৰ্শ্বৰ সামাজিক জীৱনৰ পৰাই গৃহীত তদুপৰি এনে চৰিত্ৰ আৰু গল্পৰ সংযোজনাই তৎকালীন অভিনয়-দৰ্শকসকলৰ নাট্য-ৰুচিৰো ইংগিত নিদিয়াকৈ নাথাকে।

অসমীয়া আধুনিক সাহিত্য গঢ়ি তোলাৰ প্ৰথম সোপানত ভৰি দিওঁতে আমাৰ লেখকসকলৰ চকুৰ আগত থকা ইংৰাজী আৰু বাংলা আধুনিক সাহিত্যৰ চানেকিৰ কথা সততে স্মৰণীয়। চন্দ্ৰধৰে 'মেঘনাদ-বধ' আৰু 'তিলোত্তমা-সম্ভৱ' দুয়োখন নাটকৰ বাবে মাইকেলৰ একে নামৰ কাব্যত যিদৰে ভৰ দিছিল, 'বিদ্যুৎ-বিকাশ' কাব্য ৰচনা কৰোঁতেও হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ 'বৃত্ৰ সংহাৰ' কাব্যত তেনেদৰেই ভৰ দিছিল। কিন্তু তাৰ দ্বাৰা চন্দ্ৰ-প্ৰতিভা ম্লান হোৱা নাই। বৰং তাতে নিৰ্ভৰ কৰি তেওঁৰ কাব্য-প্ৰতিভা আৰু নাট্য-প্ৰতিভাই মূৰ দাঙি উঠিছে। তেওঁৰ 'তিলোত্তমা সম্ভৱ' ( ১৯২৯ ) সুন্দ-উপসুন্দৰ মাজত তিলোত্তমা লাভৰ বাবে ঘটোৱা যুদ্ধ আৰু সুন্দ-উপসুন্দৰ পতনৰ কাহিনী, আৰু 'ৰাজৰ্ষি' ( ১৯৩৭ ) হৰিশ্চন্দ্ৰৰ কাহিনী। 'তিলোত্তমা-সম্ভৱ'ৰ পাতনিত লেখকে জনাইছে:

> "১৯২৬ চনত ছেপ্টেম্বৰ মাহত বৰ লৰা-লৰিকৈ তিলোত্তমা লিখিব লগা হৈছিল। তিনিদিন মাত্ৰ অভিনয় কৰি পেলাই থৈ আজি তিনিবছৰৰ মূৰত, চকুত পৰা আসোঁৱাহখিনি গুচাই ইয়াক প্ৰকাশ কৰিবলৈ দিয়া হৈছে।"

লেখকেৰ মতে— "মেঘনাদ আৰু তিলোত্তমা দুইও একেখন ফুলনিৰ ফুলেৰেই গঁথা। ইয়াতো তাৰ দৰেই মাজে মাজে লিখকৰ ফুটুকা ফুলো সুমাই দিয়া হৈছে, সেইবাবে আৰু গাঁথিব নজনাৰ দোষতো ই আপচু হৈছে বুলিহে লিখকে ভয় কৰিছে।"

চন্দ্ৰধৰৰ আনখন পৌৰাণিক নাট হ'ল—ৰত্নাকৰ বাল্মীকি হোৱাৰ কাহিনীৰে 'পুনৰ্জন্ম'। 'বিদ্যুৎ-বিকাশ'ৰ সামৰণিত উল্লেখ কৰি থৈছে:

> "প্ৰথম লিখকে এই অমিত্ৰ ছন্দত
> মেঘনাদ-বধ নামে নাটক ৰচিলে;
> তিলোত্তমা ৰাজৰ্ষি নাটক আৰু
> পুনৰ্জন্ম নামেৰে নাটকো
> ক্ৰমান্বয়ে বিৰচিলে সেই ছন্দৰেই;
> কামৰূপ জীয়ৰীৰো
> গুণৰ কাহিনী সেই ছন্দতে গাঁথিলে;"

'তিলোত্তমা-সম্ভৱ'ৰ আগকথাত নাট্যকাৰে স্পষ্টকৈ আৰু এষাৰ কথা কৈ গৈছে:

> "এক প্ৰকাৰ চালে তিলোত্তমাৰ আখ্যানত মৌলিকতা একো নাই; তিলোত্তমাৰ নিমিত্তে সুন্দ আৰু উপসুন্দ দুয়ো কটাকটি কৰি মৰিল। ইহাতে চালে কিন্তু গোটেই আখ্যানটোৱেই এটা কবিতা। জগতৰ সকলো সুন্দৰ বস্তুৰ এতিল এতিলেৰে তিলোত্তমা নিৰ্মাণেই এটি ওখ থাপৰ বিতোপন কবিতা; সেই তিলোত্তমাৰ বাবে

মহেন্দ্ৰ বিজয়ী মহা তেজস্বী, অতি মিলৰ সহোদৰ সুন্দ আৰু উপসুন্দ খণ্ডেকতে মৰামৰি কৰি মৰাও এটি ভীতিপূৰ্ণ কবিতা। সেই দেখি সুন্দ-উপসুন্দৰ তপস্যাত তাপিতা বনদেৱীসকলৰ গীতৰে পৰা সৌভাগ্য-কন্যাসকলে দেৱতাসকলক স্বৰ্গত আদৰালৈকে, অৰ্থাৎ নাটকৰ আদিৰ পৰা অন্তলৈকে সকলো দৃশ্য এই কবিতাৰে সৈতে মিলাই আঁকিবলৈ যত্ন কৰা হৈছে।"

বিশ্বকৰ্মাই তিলোত্তমা নিৰ্মাণৰ পিচত কৰা বৰ্ণনাত্মক স্বগতোক্তিটি এটি স্বয়ংসম্পূৰ্ণ কবিতা।

'ৰাজৰ্ষি' নাটকৰ আগকথাত লিখিছে:

"এই নাটকখনি প্ৰীতি সম্মিলন আদিত অভিনয় কৰিবৰ উপযোগী কৰি চুটিকৈ লিখা। নৌছপাহওঁতেই ইয়াক যোৰহাট থিয়েটাৰত অভিনয় কৰা হৈছিল; তেতিয়া অনেকে ভাল বোলাতহে ইয়াক ছপাবলৈ সাহ কৰা হ'ল।"

মেঘনাদ-বধ (১৯০৪)ৰ পৰা আৰম্ভ কৰি ১৯৩৭ চনত লিখা তেওঁৰ শেহতীয়া নাটক 'পুনৰ্জন্ম' লৈকে এই আঠাইকেউখন নাটকৰ আৰু 'কামৰূপ-জীয়ৰী' আৰু 'বিদ্যুৎ-বিকাশ' কাব্য দুখনৰ বিষয়-বস্তু আৰু আদৰ্শই চন্দ্ৰধৰ বৰুৱাৰ প্ৰাচীন ধৰ্মীয় কাহিনী আৰু নৈতিক প্ৰমূল্যৰ প্ৰতি থকা আগ্ৰহৰ কথাকে সূচনা কৰি গৈছে। 'পুনৰ্জন্ম' তেওঁৰ ধৰ্মপ্ৰাণা মাতৃদেৱীৰ নামত উছৰ্গা কৰি গৈছে—'ধৰ্মপুথি পঢ়ি শুনাই পৰম প্ৰীতি লাভ কৰা' স্নেহময়ী মাতৃদেৱীৰ সুপ্ৰীতিৰ কামনাৰে।

১৯৩৭ চনৰ ১১ অক্টোবৰ, দুৰ্গাপূজাৰ সপ্তমীৰ দিনা লিখা আগকথাত লিখিছে:

"প্ৰীতি সম্মিলন, ছাত্ৰ অভিনয় আদিৰ উপযোগী কৰি বা আন কিবা সৰু নাটকৰ লগতে ধেমেলীয়া নাটকৰ সলনিও অভিনয় কৰিব পৰাকৈ ইয়াক লিখা হৈছে।"

দীঘল নাটকৰ জনপ্ৰিয়তা হ্ৰাস হোৱাৰ ইংগিত কৰি বৰুৱা ডাঙৰীয়াই উল্লেখ কৰিছে:

"নাটক চুটি হ'ব লাগে আৰু তাত চমুকৈ মূল ঘটনাটো ওলাব লাগে। তেনে নাটকহে অনেকে বিচৰা হৈছে।"

তদুপৰি, সেই সময়ত পৌৰাণিক নাটকৰ কিছু আদৰ কমা বুলি উল্লেখ কৰি তেখেতে লিখিছে:

"ইয়াৰ (পৌৰাণিক নাটকৰ) প্ৰয়োজন গুচা নাই। পুৰাণ আদিৰ বৃত্তান্তবোৰ অতি উৎকৃষ্ট কবিসকলৰ বিৰচিত বাবে তাৰ সৌন্দৰ্য কোনোকালে নুটুটে। তাৰ উপৰিও দেশৰ বহুতৰ পক্ষে এতিয়াও পৌৰাণিক নাটকহে উপযোগী।"

স্বৰূপাৰ্থতে, এই আঠাইকেউখন পৌৰাণিক নাটকৰ ভিতৰত 'মেঘনাদ-বধ' নাটকে তেওঁক দান কৰা কীৰ্তি আৰু প্ৰতিষ্ঠা আন কেইখনে বঢ়াব পৰা নাই। আনহাতে,'তিলোত্তমা-সম্ভৱ'ত কাব্য-নাটৰ লক্ষণ কিছু স্পষ্ট।

চন্দ্ৰধৰক নাট্যকাৰ হিচাপে প্ৰতিষ্ঠা দানত বৰঙণি যোগাই গৈছে 'ভাগ্য-পৰীক্ষা'ই (১৯১৬)। এই নাটকৰ কাহিনীৰ জ কাটোও বৰুৱাই আনৰ পৰা লৈছে যদিও তাক সম্পূৰ্ণকৈ নিজা কৰি লৈছে. প্ৰথম তাঙৰণৰ পাতনিত লিখিছে:

"ভাগ্য-পৰীক্ষা লিখা আজি পাঁচবছৰ হ'ল। তেতিয়াই (১৯১১) অকল যোৰহাটতে কেইবাবাৰো অভিনয় কৰি, ইয়াক অতদিনে সুমাই থৈছিলোঁ; আজি পেৰাৰ পৰা উলিয়াই ৰাইজলৈ আগবঢ়ালোঁ। সুবিখ্যাত বিদেশী গ্ৰন্থ এখনৰ সাধুকথা এটি অৱলম্বন কৰি এই নাট লিখা হৈছে। কিন্তু ইয়াক ঘৰুৱা কৰিবলৈ যত্ন কৰোঁতে কৰোঁতে, সেই সাধুৰ ইয়াত অকল জুমুখিটোহে থাকিলগৈ; তাৰ ওপৰৰ মাটি, ফটাকানি, বৰণ, ৰাংপতা আৰু আ-অলংকাৰ আদি লেখকৰ নিজা। ভাগ্যকে সৰোগত কৰি বহি থাকিবলৈ শিক্ষা দিয়াটো এই নাটৰ উদ্দেশ্য নহয়। ধনৰ লগত সুযোগ আৰু সুবুদ্ধিৰ কিমান প্ৰয়োজন, তাক দেখুৱাবলৈহে ইয়াত যথাসাধ্য যত্ন কৰা হৈছে। সেই যত্ন কিমান ফলৱতী হৈছে, পাঠক-পাঠিকাসকলে ক'ব পাৰিব।"

লগতে তেখেতে উল্লেখ কৰি গৈছে যে—নাটৰ গীতবোৰৰ স্বৰলিপি সংযোগৰ ইচ্ছা আছিল যদিও সময়মতে হৈ নুঠাত পাচলৈ থ'লে। বৰুৱাই, আৰব্য-উপন্যাসৰ ছাদ আৰু ছাদীৰ আখ্যানটো অসমৰ মাছমৰীয়া গাঁও এখনৰ পটভূমিত ন-কৈ সজাই-পৰাই উলিয়াইছে। পৰিৱেশক বাস্তৱ-সম্মত কৰিবলৈ নাট্যকাৰে প্ৰথমতে ব্যৱহাৰ কৰা কথিত গ্ৰাম্য সংলাপৰ, পিচৰ সংস্কৰণত সাল-সলনি কৰিলে। ২য় তাঙৰণত নতুন দৃশ্য আৰু চৰিত্ৰৰো সংযোগ কৰিলে। ১৯১৯ চনত প্ৰকাশ কৰা দ্বিতীয় তাঙৰণৰ পাতনিত উল্লেখ কৰিছে:

"এইবাৰ ইয়াৰ ৩য় অংকৰ ২য় দৰ্শনটোত ভালেখিনি সালসলনি হ'ল। ভদীয়া নামেৰে, নাটত নতুন মানুহ এজনো সুমাই দিয়া হ'ল; আৰু ৩য় অংকৰ পঞ্চম দৰ্শনটো নতুনকৈ লগাই দিয়া হ'ল।"

এই নাটকৰ চৰিত্ৰ আৰু পৰিৱেশো বৰুৱাদেৱে নিশ্চয় তৎকালীন পাৰ্শ্বৱৰ্তী চিনাকি সমাজ-জীৱনৰ পৰাই গ্ৰহণ কৰিছে। অসমীয়া সামাজিক কমেডিৰ অভাৱ পূৰণ কৰি সমকালীন অসমৰ মঞ্চত ই লাভ কৰা জনপ্ৰিয়তাৰ কথাও প্ৰসংগতঃ স্মৰণীয়। ইয়াত সন্নিবিষ্ট 'ৰুণুক ঝুণুক ৰুনুক ঝুনুক নেপুৰ বজাই যাওঁ' আদি গীতৰ ৰচনাও মনোৰম। সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ সংগীত-কোষত বৰুৱাদেৱৰ কেইবাখনিও নাটৰ গীত সন্নিবিষ্ট কৰা হৈছিল। এই গ্ৰন্থাৱলীতো গীতৰ অংশত তেনে গীতকেইটি বেলেগাই থুপাই থোৱা হৈছে।

'চিচেৰো'ৱে নাটকক 'জীৱনৰ প্ৰতিচ্ছবি, ৰীতি-নীতিৰ দৰ্পণ আৰু সত্যৰ প্ৰতিফলন' বুলি কৈছিল। চন্দ্ৰধৰ বৰুৱাৰ 'বিয়া-বিলৈ' নামৰ লঘু সামাজিক কমেডিখনিকো তৎকালীন সামাজিক জীৱনৰ আৰু ৰীতি-নীতিৰ আলেখ্য বুলিব পাৰি। নাটখনিত উনবিংশ আৰু বিংশ শতিকাৰ দোমোজাৰ অসমৰ সামাজিক সমস্যা আৰু সংঘাতৰ চিত্ৰ বৰুৱা ডাঙৰীয়াই ধৰি ৰাখিছে। কাচাৰী ঘৰত সাধাৰণ মানুহৰ নগুৰ-নাগুতি হোৱা অৱস্থা, ভণ্ড-জ্যোতিষীৰ ছলনা, অকুমাৰী ছোৱালীক বিপত্নীক বৃদ্ধলৈ দিয়াৰ অপচেষ্টা, কানি আৰু ভাঙৰ দোৰ্দণ্ড প্ৰতাপ, তথাকথিত একশ্ৰেণী শিক্ষিত লোকৰ ভণ্ডামি আৰু ব্যভিচাৰ

নাট্যকাৰে দাঙি ধৰিছে। ১৯২৯ চনৰ দুৰ্গাপূজাত অভিনয় কৰিবৰ বাবে নাটখনি লিখি উলিয়াইছিল। সেই বছৰৰে ১৯ অক্টোবৰ তাৰিখে লিখা পাতনিত নাট্যকাৰে স্পষ্টভাৱে উল্লেখ কৰিছে :

> "কেৱল মানুহ আৰু ঠাইৰ নাম সলাই দি প্ৰায় ৩০ বছৰৰ আগৰ সচা ঘটনা এটা লৈ এই নাট লিখা হৈছে। ইয়াৰ টুলাই বাপু, নিধি বাপুটি, জয়ন্তী, জয়নাথ আৰু সহদেৱ সেই ঘটনাৰ ঘাই নায়ক-নায়িকাসকলৰ সচা আৰু অটুট চিত্ৰ; বাকীবিলাক চৰিত্ৰ কাল্পনিক। টুলাই, নিধি, জয়নাথ আৰু সহদেৱ এই কেইজনৰ, বিয়াৰ পৰা বিলৈ ঘটা হেতুকে নাটৰ নাম 'বিয়া-বিলৈ' থোৱা হ'ল।"

গতিকে এই নাটখনিক প্ৰামাণ্য সামাজিক দলিল হিচাপে বিনাদ্বিধাই গ্ৰহণ কৰিব পাৰি।

পৌৰাণিক নাটক আৰু কাব্যাৰে অসমীয়া নাট্য-সাহিত্য আৰু কাব্য-সাহিত্যক চহকী কৰি তুলিবৰ আৰু অসমীয়া ভাষা-সাহিত্যক আনৰ জোৰৰ, ফেৰৰ কৰি তুলিবৰ প্ৰয়াস যিদৰে চন্দ্ৰধৰৰ এনে ৰচনাৰ আঁৰৰ এটি ঘাই লক্ষ্য আছিল, তেনেদৰে এনে নাট আৰু কাব্যৰে অতীত ঐতিহ্য আৰু নৈতিক প্ৰমূল্যৰ শিক্ষা দানো অন্যতম লক্ষ্য আছিল। আনহাতে, ব্যংগ কবিতা আৰু সামাজিক লঘু কমেডিৰ আঁৰৰ ঘাই লক্ষ্য আছিল সমকালীন সমাজৰ সমালোচনা দাঙি ধৰি সংস্কাৰৰ বাট কটা। দেশ আৰু জাতিৰ প্ৰতি থকা এই দায়বদ্ধতাই তেওঁৰ বুৰঞ্জীমূলক নাট দুখনিৰো ৰচনাৰ গুৰি কথা। নাটক ৰচনাৰ আন এটা ডাঙৰ কাৰণো আছিল : অসমীয়া মঞ্চত অসমীয়া নাটক প্ৰচলনৰ প্ৰয়াস। এই বিষয়তো চন্দ্ৰধৰৰ প্ৰচেষ্টাই সাৰ্থকতা লাভ কৰিছিল।

১৯৬৩ চনতেই তেওঁ 'আহোম-সন্ধ্যা' আৰু 'মোগল-বিজয়' ৰচনা কৰিছিল। ১৯২১ চনৰ পৰাই দেশজুৰি আৰম্ভ হোৱা স্বাধীনতাৰ আন্দোলন ১৯৩০ চনৰ পৰা প্ৰবল হৈ পৰে। শক্তি-মেলা, লাচিত-মেলা আদিৰ যোগেৰে দেশৰ যুৱ শক্তিৰ সংগঠন বিচৰা চন্দ্ৰধৰ বৰুৱাই দেশৰ মানুহৰ চকুৰ আগত দেশৰ অতীত ইতিহাসৰ শৌৰ্য-বীৰ্যৰ কাহিনী স্বদেশ-প্ৰেমৰ জাগৰণৰ বাবেই দাঙি ধৰিবলৈ যত্ন কৰিছিল।

১৬৬৩ চনৰ পৰা ১৬৭০ চনৰ ভিতৰত স্বৰ্গদেৱ চক্ৰধ্বজ সিংহ আৰু স্বৰ্গদেৱ উদয়াদিত্যৰ ৰাজত্ব-কালৰ পটভূমিত আহোম সৈন্যবাহিনীৰ হাতত মোগল সৈন্যৰ পৰাজয়েই হ'ল নাটকীয় কাহিনীৰ ঘাই আধাৰ। ১৮৫৬ শকৰ 'বৰদৈচিলা'ত সেই বাবে এই হাতে লিখা নাটকৰ যোৰহাটত হোৱা অভিনয় সম্পৰ্কত কৰা আলোচনাত 'মোগল-বিজয়' নাটকৰ নাম 'মোগল-পৰাজয়'হে হ'ব লাগিছিল বুলি ইংগিত কৰিলেও নাট্যকাৰে মোগলক বিজয় কৰাৰ অৰ্থতেই 'মোগল-বিজয়' নামটো ব্যৱহাৰ কৰিছে। এই নাটকৰ ৰচনাৰ সময়তে ১৯৩৬ চনত বৰুৱাই 'আহোম-সন্ধ্যা' নামৰ নাটক ৰচনা কৰে আৰু এইখনো যোৰহাটত মঞ্চস্থ হয়। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনত হোৱা মোৱামৰীয়া আন্দোলনৰ পটভূমিত এই নাটকৰ নাটকীয় কাহিনী প্ৰতিষ্ঠিত। দুয়োখন নাটকতে নাট্যকাৰে বুৰঞ্জীৰ মূল ঘটনাক অবিকৃত ৰাখিবৰ যত্ন কৰি কল্পিত চৰিত্ৰ, প্ৰেমাখ্যান, ঘটনা আদি সংযোগ কৰিছে। ৰংগমঞ্চৰ লগত নিবিড়ভাৱে জড়িত হৈ থকা পৰিচালক, অভিনেতা, সংগীতজ্ঞ বৰুৱাদেৱে সমকালীন দৰ্শকৰ ৰুচি-অভিৰুচিৰ

সন্তুষ্টিৰ প্ৰতিও চকু দিছিল। তেওঁৰ আটাইকেউখন নাটকতে হাস্যৰসৰ সংযোগ আৰু মনোৰঞ্জক বিভিন্ন গীত-মাতৰ সংযোগো মন কৰিবলগীয়া। আগতেই উল্লেখ কৰা হৈছে যে ইবোৰৰ মাজত সম-কালীন সামাজিক চিত্ৰ আৰু চৰিত্ৰৰ প্ৰতিফলনো আন এটি লক্ষ্য কৰিবলগীয়া বিষয়। তেওঁ বিভিন্ন অৱস্থা, মৰ্যাদা, বয়স আৰু গোটৰ চৰিত্ৰৰ মুখৰ ভাষা বুটলি আনি সংযোগ কৰি চৰিত্ৰক বাস্তৱানুগ কৰিবলৈ যত্ন কৰিছিল। সমাজ-ঐতিহাসিক মূল্যায়নৰ সুযোগৰ বাবে বৰুৱাৰ এনে প্ৰকাশভংগী অবিকৃত ৰাখিবৰ যত্ন কৰা হৈছে।

চন্দ্ৰধৰ বৰুৱাই উপন্যাস আৰু গল্পতো হাত দিছিল, যদিও তেওঁ কথা-শিল্পীৰূপে আত্মপ্ৰকাশ নকৰিলে। 'বিয়া-বিলৈ'ত যিদৰে তেওঁ ঊনবিংশ শতিকাৰ শেষ দশকৰ অসমীয়া সমাজ এখনৰ দোষ-ত্ৰুটী প্ৰকাশ কৰিবলৈ যত্ন কৰিছিল, তেওঁ 'শান্তি' নামৰ উপন্যাসখনতো তাকে কৰিবলৈ যত্ন কৰিছিল। ধৰ্ম-জাতি-সম্প্ৰদায়ৰ নামত থকা গোড়ামি, কুসংস্কাৰ, অন্ধবিশ্বাসত আঘাত কৰিবলৈ যত্ন কৰা, মানৱীয় প্ৰেমক ইবোৰৰ ওপৰত স্থান দিয়া, আৰু নৈতিক আদৰ্শ প্ৰতিষ্ঠাত আৰু সংস্কাৰমুখি সংগঠনত গুৰুত্ব আৰোপ কৰা বৰুৱাৰ মাজত বংগৰ ৰেনেছাঁৰ মাজেৰে সৰকি অহা পশ্চিমীয়া উদাৰনৈতিক মানৱিকতাবাদৰ প্ৰকাশেই ঘটিছে। উন্নত দেশৰ সকলো কথাই উন্নত, জয়ন্তীমিলন, উপাখ্যান নহয় সচা আৰু বিবিধ বিলৈ—এইকেইটি আখ্যানৰ মাজতো বৰুৱাৰ উল্লিখিত মনোভাৱেই স্পষ্ট। গল্প হিচাপে এই ৰচনাসমূহক গণ্য কৰাতকৈ সমাজ ইতিহাসৰ দলিলস্বৰূপে গণ্য কৰাহে যুগুত। উপন্যাস বা গল্পৰ বিশিষ্ট কথন-ভংগিৰ সলনি ইবোৰৰ মাজত কথকৰ আখ্যান-কথকতাৰ লক্ষণেই সুস্পষ্ট।

বৰুৱাৰ ৰচনাৰ মাজত প্ৰকাশিত সামাজিক পটভূমিৰ চিত্ৰই আৰু লেখকৰ ধ্যান-ধাৰণাই আমাক সমকালীন অসমীয়া সমাজৰ আৰু বুদ্ধিজগতৰ সংবাদ দিছে। বৰুৱাৰ ব্যক্তিগত জীৱনাদৰ্শ অধিক পোনপটীয়াকৈ প্ৰকাশিত হৈছে—শেষ বয়সত ৰবৈয়া বাগিচাৰ ঘৰত থাকোঁতে 'জিৱণিৰ চিন্তা' নাম দি লিখা সৰু সৰু খণ্ড গদ্য ৰচনাসমূহত। ব্যক্তিগত জীৱনত অতিশয় পৰিপাটী, নিয়মানুৱৰ্তী, মিষ্টভাষী, সদালাপী, সুৰুচিসম্পন্ন বৰুৱাৰ ব্যক্তিত্বৰ জিলিঙনি এই খণ্ড ৰচনাসমূহৰ মাজেদি সৰকি আহিছে। যেতিয়া তেওঁ লিখে—'কাৰো অপ্ৰীতি নজন্মাবলৈ হ'লে কথা কেনেকৈ ক'ব লাগে, মানুহে তাক জানিব লাগে, ভাৱ আৰু ভাষা উভয়তে সংযত হ'ব লাগে, আৰু কথাত যুক্তি থাকিব লাগে'—তেতিয়া তাৰ মাজত চন্দ্ৰধৰ বৰুৱাৰ ব্যক্তিত্বই প্ৰকাশিত হয়। 'মানুহৰ ক্ষুদ্ৰতা' সম্পৰ্কীয় ৰচনাখনিয়ে 'ধূলিকণা মই'ৰ কবিক যেন পাদ-প্ৰদীপৰ সন্মুখত থিয় কৰাই দিয়ে।

তেওঁৰ নৈতিক প্ৰমূল্য-সম্পৰ্কীয় ধাৰণাই গঢ় লৈছে পুৰণি কালৰে পৰা চলি অহা ভাৰতীয় নৈতিক আদৰ্শ আৰু প্ৰমূল্যৰ ভেঁটিত। 'চাণক্য শ্লোক' আৰু তেনে ধৰণৰ নীতিকথাযুক্ত শ্লোকৰ প্ৰতি অনুভৱ কৰা আন্তৰিক আকৰ্ষণেই তেওঁক তেনে ১৮৩টি শ্লোকৰ ভাঙনি কৰিবলৈ প্ৰেৰণা দিছিল। ১৯৪৬ চনতে এই ভাঙনিৰে যুগুতোৱা 'মুক্তাৱলী' নামৰ পুথিখনি (প্ৰকাশ পাইছে ১৯৫৭ চনত) চাই সেই সময়ৰ জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ শ্ৰী (পিছত স্বৰ্গীয়) তুলসীনাৰায়ণ শৰ্মাই অভিমত দিছিল :

"আজি প্ৰায় ছুহেজাৰ বছৰৰ ওপৰ কাল চাণক্যৰ নীতিশ্লোকসমূহে ভাৰতীয় জনসমাজত আদৰ পাই আহিছে। চাণক্য বা কৌটিল্য অশেষ প্ৰতিভাশালী লোক আছিল। তেওঁৰ ৰচিত বৃদ্ধচাণক্য, লঘু চাণক্য আৰু অৰ্থশাস্ত্ৰই তেওঁৰ অভিজ্ঞতা, দূৰদৰ্শিতা আৰু গভীৰ শাস্ত্ৰজ্ঞানৰ পৰিচয় দিয়ে। চাণক্যৰ নীতিশ্লোকসমূহ পৰৱৰ্তী গ্ৰন্থকাৰ সকলোৱেই অনুসৰণ কৰিছে। অনেক সময়ত ব্যক্তিগত জীৱনত দ্বিধাবোধৰ উদ্ভৱ হ'লে চাণক্যৰ নীতি-বাক্যই সেই সমস্যা খণ্ডন কৰে। সাহিত্যৰত্নদেৱে এই পুথিখনিত ১৩৮টা নীতিশ্লোকৰ সৰল ভাঙনি পদ্যত ল'ৰা-ছোৱালীৰ মনত লগাকৈ লিখিছে। পুথিখনিৰ সৰহভাগেই চাণক্যৰ নীতি-শ্লোকৰ ভাঙনি, ছুই-এটা শ্লোক মহাভাৰত আদিৰ পৰা লোৱা হৈছে। সাহিত্যৰত্নদেৱৰ ভাষা অসমীয়া সাহিত্যিক সমাজৰ সুপৰিচিত। চাণ্যকৰ ৰত্নসমূহে অসমীয়া ভাষাত সাহিত্যৰত্নদেৱৰ পৈণত লিখনিৰ পৰা যথাৰ্থতে 'মুক্তাৱলী' ৰূপেই প্ৰকাশ পাইছে। আমি আশা কৰোঁ—এই মুক্তাৱলী অসমীয়া ছাত্ৰ-ছাত্ৰী সমাজৰ জীৱনপথত সহায় হ'ব আৰু ইয়াক তেওঁবিলাকে চেঁপাহেৰে আদৰিব।"

বৰুৱাদেৱে আগকথাত নিজে উল্লেখ কৰিছে :

"এই ক্ষুদ্ৰ পুস্তিকা কেইটামান চাণক্য-শ্লোকৰ আৰু ছুই-এটা অন্য শ্লোকৰো ভাঙনি মাত্ৰ। ইয়াৰ শব্দাৱলীৰো, পৰা যায় মানে, মূলৰ লগত মিল ৰাখিবলৈ যত্ন কৰা হৈছে। তেও বুলি মূল ৰচনাৰ সোৱাদ ইয়াত নোলায়। কোনো কোনো ঠাইত মূল শ্লোকৰ অকল ভাবহে ৰাখিব পৰা গ'ল। তেনে ঠাইত, মূলৰ পৰা ভাঙনিৰ অলপ-অচৰপ লৰচৰো ঘটিছে।"

বৰুৱাদেৱে ভাঙনিৰ শেহত মূল শ্লোকসমূহ সংলগ্ন কৰি দিছিল যদিও, আমি গ্ৰন্থাৱলীৰ পৰা সেই খিনি বাদ দিছোঁ।

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ এটি প্ৰধান কৃতি 'ৰত্নকোষ'ৰ কথা ইমান পৰে আমি কোৱা নাই। জীৱনৰ শেহ বয়সত ছুটা খণ্ডত সংগ্ৰহ, সংকলন আৰু সম্পাদনা কৰি উলিওৱা 'ৰত্নকোষ' অসমীয়া খণ্ডবাক্য আৰু জতুৱা ঠাচৰ এটি মূল্যৱান ভঁৰাল। তাৰে প্ৰথম খণ্ডটিয়ে চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ পিচত প্ৰকাশ লাভ কৰিলে ১৯৬১ চনত ; কিন্তু দ্বিতীয় খণ্ডটি অপ্ৰকাশিত হৈয়েই আছে। সাহিত্যৰত্নৰ উত্তৰাধিকাৰীসকলে 'ৰত্নকোষ' নিজে ছপাই উলিওৱাৰ ব্যৱস্থা কৰাৰ কথা আমাক জানিবলৈ দিয়াত সেই গ্ৰন্থখনি আমাৰ গ্ৰন্থাৱলীৰ ভিতৰুৱা কৰিব পৰা নহ'ল।

অসমীয়া ভাষাক মৰ্যাদাৰ আসনত বহুৱাবলৈ, অসমীয়া সাহিত্যৰ সৰ্বতোমুখি বিকাশ সাধিবলৈ আৰু অসমীয়া জাতিক জাতীয় চেতনাৰে উদ্বুদ্ধ কৰিবলৈ সংকল্পবদ্ধ অ. ভা. উ. সা. সভা আৰু নৱন্যাসৰ সাৰথিসকলৰ অন্যতম বৰুৱা ডাঙৰীয়াই ব্যক্তিগত জীৱনৰ বাহিৰে-ভিতৰে সেই সংকল্পৰ পৰিচয় থৈ

গৈছে। অসমীয়া সাজ-পাৰ, অসমীয়া খোৱা-বোৱা, অসমৰ জাতীয় উৎসৱ-পাৰ্বণ আদি এই সকলোবোৰৰ সঞ্চালনি প্ৰচলন আৰু উদ্‌যাপন বিচৰাৰ মাজত বৰুৱাৰ দেশপ্ৰেমৰ অন্তৰ্ফল্গু ধাৰাৰে বহিৰ্প্ৰকাশ ঘটিছে।

"যিখনেই নিজা দেশ পিতৃসকলৰ
অতি গৌৰৱৰ থলি পূৰ্বপুৰুষৰ
য'তে জন্মো য'তে থাকোঁ য'তে মৃত্যু হোক
জগতে আমাক বোলে যি দেশৰ লোক
সেয়েই আমাৰ দেশ আপোন আমাৰ
ভকতিৰে কৰোঁ আহা কোটি নমস্কাৰ।"—বুলি তোলা ধ্বনিয়ে সেই দেশপ্ৰেমৰ অবিচল সংকল্প কঢ়িয়াই আনিছে। এই প্ৰেৰেই তেওঁক ১৮৯৪-৯৫ চনত অ. ভা. উ. সা. সভাৰ সহকাৰী সম্পাদকৰ দায়িত্ব ল'বলৈ উদগাইছিল। তদুপৰি অসম সাহিত্য সভাই গোৱালপাৰাত ১৯১৮ চনত বহা দ্বিতীয় বাৰ্ষিক সন্মিলনৰ সভাপতিস্বৰূপে পোৱা বৰুৱা ডাঙৰীয়াই তাৰ ১৬ বছৰৰ পিচত ১৯৩৪ চনত মংগলদৈত বহা সন্মিলনত সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লোৱাটোও এটি সোঁৱৰণ-যোগ্য ঘটনা। তদুপৰি ১৯২৫ চনৰ অষ্টম, নগাঁও সন্মিলনত গৃহীত সপ্তম প্ৰস্তাৱ অনুসৰি ১৯২৬ চনৰ পৰা উলিয়াবলৈ লোৱা 'অসম সাহিত্য সভা পত্ৰিকা'ৰো বৰুৱা ডাঙৰীয়া আছিল প্ৰথম সম্পাদক। প্ৰথম সম্পাদকীয়তো 'জাতীয় উন্নতিৰ' স্বপ্নই ভুমুকি মাৰিছে :

"আমাৰ মানুহৰ সংখ্যা সৰহ নহ'লেও জাতীয় উন্নতিৰ চেষ্টাত আমাৰ লগাখিনি মানুহৰ নাটনি নহ'ব বুলি আমাৰ দৃঢ় বিশ্বাস। কেৱল মাথোন সকলোকে কেন্দ্ৰীভূত কৰি গোটাই লৈ এটা মিলিত শক্তি গঠন কৰিবৰ প্ৰয়োজন।"

চন্দ্ৰধৰ বৰুৱাই পত্ৰিকাৰ ১ম, ২য়, ৩য় সঞ্চালনিকৈ এই তিনিবছৰৰ আৰু পিচত ৬ষ্ঠ বছৰৰ সম্পাদনাৰ দায়িত্ব লৈ এই পত্ৰিকাখনিক এটি স্থায়ী গঢ় দান কৰি গ'ল।

আধুনিক অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আজীৱন সেৱক, প্ৰাচীন ভাৰতীয় তথা অসমীয়া ঐতিহ্যৰ পৃষ্ঠপোষক বৰুৱা ডাঙৰীয়াক ১৯২৬ চনত কামৰূপ সঞ্জীৱনী সভাই সেই সভাৰ সভাপতিৰ আসনত বহুৱাব উপৰিও, ১৯২৯ চনত (৬ আহিন, ১৮৫১ শক) ৺লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ৰ সভাপতিত্বত কটন কলেজত বহা অধিৱেশনত চন্দ্ৰধৰ বৰুৱাক 'সাহিত্যৰত্ন' উপাধি প্ৰদান কৰে। ১৯২৯ চনৰ পৰা চন্দ্ৰধৰ বৰুৱা 'সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা' স্বৰূপে পৰিচিত হ'ল।

॥ ৩ ॥

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ জন্মৰ শতবৰ্ষ-পূৰ্তি উৎসৱ অসম সাহিত্য সভাই ৰাজ্যজুৰি উদ্‌যাপন কৰাৰ সময়তে সাহিত্যৰত্নদেৱৰ ৰচনা-সমগ্ৰ একত্ৰ প্ৰকাশ কৰি উলিয়াবৰ বাবে আৰু সাহিত্যৰত্নৰ এখনি জীৱনী প্ৰকাশ কৰি উলিয়াবৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰা হয়। বৰুৱাদেৱৰ কাব্য,

কবিতা, নাটক, উপন্যাস, আখ্যান আদি সংকলন আৰু সম্পাদনাৰ দায়িত্ব আমাক দিয়া হয় আৰু প্ৰবন্ধসমূহ সংকলন আৰু সম্পাদনাৰ দায়িত্ব দিয়া হয় অধ্যাপক শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীক। সাহিত্যৰত্নৰ জীৱনী ৰচনাৰ দায়িত্ব দিয়া হয় অধ্যাপক শ্ৰীযুত ডিম্বেশ্বৰ শৰ্মাদেৱক।

শ্ৰীযুত গোস্বামী ডাঙৰীয়াই প্ৰবন্ধসমূহ সংকলন কৰাৰ উপৰিও আমাক নানা প্ৰকাৰে সহায় কৰিছে। তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শ্ৰীযুত শৰ্মা ডাঙৰীয়ায়ো অনেক কষ্ট কৰি জীৱনী এখনি যুগুতাই দিছে; আমাকো নানা ধৰণে সহায় কৰিছে। তেখেতলৈও আমাৰ কৃতজ্ঞতা থাকিল। আমাৰ নিজৰ দায়িত্ব আমি সুচাৰুৰূপে সম্পন্ন কৰাৰ দাবী নাৰাখোঁ। হাতে ঢুকি পোৱাত থকা তেখেতৰ প্ৰকাশিত আৰু অপ্ৰকাশিত ৰচনাৱলী সংগ্ৰহৰ বাবে আমি সভাৰ অন্যান্য কামৰ মাজতো যত্নৰ ক্ৰুটী কৰা নাছিলোঁ। কিন্তু তত্ৰাচ জোনাকী, বিজুলী, উষা আৰু আলোচনী—বিশেষকৈ এই পত্ৰিকাসমূহৰ দুষ্প্ৰাপ্যতাৰ হেতু সিবোৰত থকা বৰুৱাদেৱৰ কোনো ৰচনা আৰু আমি সংবাদ নোপোৱা কোনো ৰচনা যদি বাদ পৰি গৈছে, তাৰ বাবে ক্ষমা বিচাৰিলোঁ।

তথাপি আশা ৰাখিছোঁ—যিখিনি ৰচনা সংকলিত হৈছে সেইখিনিয়ে বৰুৱাদেৱক আৰু আধুনিক অসমীয়া ভাষা সাহিত্যৰ প্ৰথম অধ্যায়টিক বুজাত সহায় কৰিব। ইবোৰৰ মাজেৰেই আমি এশবছৰৰ আগৰ আমাৰ জাতীয় জীৱনলৈ ভুমুকিয়াই চাবলৈ সমৰ্থ হ'ম।

অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনৰ সভাপতি ড. মহেশ্বৰ নেওগদেৱে যোৰহাটত সভাৰ দ্বাৰা কেন্দ্ৰীয়ভাৱে আয়োজিত শতবাৰ্ষিকী উছৱৰ সভাত সভাপতিত্ব কৰি দিয়া ভাষণখনি আমাৰ গ্ৰন্থাৱলীৰ 'আগকথা' হিচাপে সন্নিবিষ্ট কৰিবলৈ দি আমাক পৰম উৎসাহিত কৰিছে। তেখেতলৈ আন্তৰিক শলাগ জনালোঁ।

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ ৰচনাসমগ্ৰ একত্ৰ প্ৰকাশ কৰিবৰ বাবে তেখেতৰ উত্তৰাধিকাৰী-সকলে অসম সাহিত্য সভাক স্বত্ব দান কৰি আৰু আংশিক অৰ্থ সাহায্যও দান কৰি দেখুৱা বদান্যতাৰ বাবে সভাৰ পক্ষৰ পৰা আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

শেষত, কলিকতাৰ নবজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীকালীচৰণ পালে তেখেতৰ ছপাশাল সম্পৰ্কীয় নানা আলৈ-আহুকালৰ মাজতো গ্ৰন্থাৱলী ছপোৱাৰ দায়িত্ব লৈ পুথিখনি ছপাই দিয়াৰ বাবে ধন্যবাদ জ্ঞাপন কৰিলোঁ। ইতি—

২২ ফেব্ৰুৱাৰী, ১৯৭৫ | নগেন শইকীয়া
চন্দ্ৰকান্ত সন্দিকৈ ভৱন | প্ৰধান সম্পাদক
যোৰহাট ১ | অসম সাহিত্য সভা

আজিৰ অসম দেশ অতীত কালত
আছিল মহিমাময় গৌৰৱমণ্ডিত
অমৰবাঞ্ছিত এক বিশাল সাম্রাজ্য ।
আনন্দেৰে উমানন্দে কৈলাস তিয়াগি
ইয়াতে বসতি লই উমাসমে দুয়ো
সততে আজিকোপতি
ৰক্ষা কৰি আছে এই পুণ্যময় দেশ ।
উত্তৰে দক্ষিণে পূবে ভাৰতৰ সীমা,
পশ্চিমে মিথিলা জুৰি
বিস্তৃত আছিল এই দেশ সুবিখ্যাত ।
এফালে নগাধিৰাজে
নানা বিধ মূল্যৱান বিভৱ সম্ভাৰ
কৰ ৰূপে ধৰিছিল যোগান সততে,
ইফালে নীলাম্বুজলে চৰণ পখালি
সসম্মানে অৰ্পিছিল সাগৰ-সম্পদ ।
অবাধে প্ৰচুৰ শস্য বিতৰে ধৰাই
নানা জাতি সুফল তৰুৱে,
শীতল সুজলৰাশি প্ৰৱাহিনী কুলে ।
জল স্থল বনজাত খনিজ দ্ৰব্যেৰে
পৰিপূৰ্ণ চিৰকাল এই দিব্য দেশ,
ইয়াৰ বণিকে গ'ই বাৰিধি উত্তৰি
বণিজ বেহালে বহু সুদূৰ দেশত ।

# চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী

**ৰঞ্জন**

**বিবিধ কবিতাৰ পুথি**

**প্ৰথম প্ৰকাশ ১৯২৭ খ্ৰীষ্টাব্দ**

## বন্দনা

দিয়া দেবি, পোহৰ সুন্দৰ।
আঁহা কমলিনি, আঁহা বীণাপাণি,
বোৱা মধুৰ বীণা মনোহৰ।
লোৱা ভক্তি-লোতক-ধাৰ
হৃদয় আসন
চৰণ সেৱন
প্ৰীতি ফুল-উপহাৰ,
কৰা কৃপা বিতৰণ কৃপাময়ি,
দিয়া দিয়া হিয়া পোহৰাই,
আঁহা বাগ্বাদিনি
তম-হাৰিণি
হৰা হৰা তম তনয়ৰ।

---

## স্বদেশ সেৱা

কমলে আমাৰ কলেজত গৈ
ডাঙৰ কিতাপ পঢ়ি
ডাঙৰ ডাঙৰ ভাৱেৰে মনটো
ভৰাই পেলালে ধৰি।
স্বদেশৰ বাবে ৰং মনে তেওঁ
উচৰগি দিলে প্ৰাণ।
থিৰাং কৰিলে স্বাৰ্থ বলি দিব
দেশক কৰিব ত্ৰাণ।
ইয়াকে ধৰ্ম, ইয়াকে কৰ্ম
ইয়াকে লক্ষ্য ধৰি,
ইয়াকে কৰিম বুলি একেবাৰে
পেলালে প্ৰতিজ্ঞা কৰি।

কমলে শিহেতু বক্তৃতা কৰে
যʼতে চাৰিজন দেখে
(আৰু) "বতৰ মুকলি স্বাস্থ্য মজলীয়া"
কাকতে কাকতে লেখে।
ঘৰত ইফালে কাণ নকৰোঁতে
আহাৰ নোহোৱা হʼল
ৰজালৰ বাৰ বৰতাৰ চাল
লাহে লাহে ভাগি গʼল।
কমলে তেতিয়া ঘূৰাই আকৌ
চালে বিবেচনা কৰি
দেখিলে কথাটো বুজিলে ভুলটো
পেলালে মনটো এৰি।

বহু শ্ৰম কৰি বহু ঘূৰি পকি
বোৱাই বহুত ঘাম
কমলে শেহত চাহাবক খাটি
পালে এটি সৰু কাম।
পেটত নেগাচ কোনে কʼত বাৰু
দেশ উদ্ধাৰিব পাৰে?
জীৱিকাৰ বাট কৰি লোৱাটোহে
আগ কাম সকলোৰে।
তাৰ লগে লগে দেশৰ কামকো
যাব লাগে কৰি কৰি
ইয়াকেহে আৰু ভাল বুধি বুলি
পেলালে কমলে ধৰি।
অফিছত বহি কমলে অকণো
কামত নিদিয়ে মন
খালি ভাবি থাকে কিৰূপেনো তেওঁ
উদ্ধাৰিব দেশখন।
আন কেৰাণীবো বন খতি কৰে
ইয়াৰেই মেল পাতি
চাহাবে এদিন গঢ় গতি চাই
নামটো পেলালে কাটি।

কমলে তেতিয়া ঘূৰাই আকৌ
ভাবি চাই আগ গুৰি
দেখিলে কথাটো বুজিলে ভুলটো
মৰে চন-মূৰ কৰি।
নাম কটা বাবে চাহাবৰ প্ৰতি
কমলে যি খং খালে
সেয়েই শেহত বিয়পি বিয়পি
চাহাব জাতকে পালে।
কমলে দেখিলে চাহাব বোৰেই
দেশখন লুটি নিলে
দেশৰ উদ্ধাৰ নহয় কদাপি
ইহঁতক নেখেদালে।
এয়েহে ধৰ্ম এয়েহে কৰ্ম
এয়েহে লক্ষ মোৰ
ইয়াকে নিশ্চয় কৰিমেই বুলি
কৰিলে প্ৰতিজ্ঞা ঘোৰ।
মহাত্মা গান্ধীৰ অসহযোগৰ
এনেতে উঠিল ঢৌ
জাকে জাকে গৈ জেলত সোমাল
পুঠী খলিহনা বৌ।
যাওঁতে বাটত হৈ-ধ্বনি শুনি
মিচিকি মিচিকি হাঁহে
সমাৰোহ কৰি দৰাৰ গতেৰে
মালা পিন্ধি ঘূৰি আহে।
কমলে দেখিলে বঢ়িয়া বুধিটো
শ্ৰমটোও অতি কম
'মহাত্মা' নহʼলে আন কিবা এটা
'আত্মা' হʼমেই হʼম।
কাছাৰি-মুখত গান্ধী-টুপী পিন্ধি
বক্তৃতা আৰম্ভিলে
চাহাব বোৰক উধাই মুধাই
খুব গালি পাৰি দিলে।

আৰু ক'লে 'কেৰে কানি ভাং মদ
নিকিনিবাঁ, দিয়াঁ এৰি
ইহঁত ভাগিলে স্বৰাজ আহিলে
খাবা নিজে নিজে কৰি'।
পুলিচে এনেতে গ্ৰেপ্তাৰ কৰি
নিলে ততালিকে ধৰি
ছুদিন ছুৰাতি তলা চাবি মাৰি
হাজোতত থ'লে ভৰি।

হাজোতত পৰি কমলে অলপ
ফাটকৰ জুতি পালে
তেলী শালখন দেখিয়েই তেওঁ
ভয়ংকৰ ভয় খালে।
এইটো বাটো যে সুগম নহয়
এয়েহে ধাৰণা হ'ল
অকলৈ বহি ভাবোঁতে ভাবোঁতে
মতটো বদলি গ'ল।
কমলে তেতিয়া ঘূৰাই আকৌ
চালে বিবেচনা কৰি
দেখিলে কথাটো বুজিলে ভুলটো
পেলালে মতটো এৰি।
চাহাবক গৈ জনালে কমলে
'হ'লোঁ আৰু মই সৎ'
এনে কাম আৰু নকৰোঁ নকৰোঁ'
বুলি লেখি দিলে খত্
আৰু লেখি দিলে 'মতটোকে মোৰ
তেনেই পেলালোঁ এৰি'
এই ৰূপে তেওঁ কোনো প্ৰকাৰেৰে
আহিল ফাটক সাৰি।
অসহযোগীয়ে কমলৰ নাম
'ছুৰাত্মা কমল' থ'লে
কমলেও তেও যেনেকৈয়ে হক
কিবা এটা 'আত্মা' পালে।

ছুৰাত্মা ষোলাত খণ্ডতে কমল
হ'ল অলি একো নাই
জেলখন তেওঁ ভৰাই পেলালে
হৈ পুলিচৰ spy[1]
ছুষ্ট কিছুমানে ভেশছন্ কৰি
চিনিব নোৱৰা হৈ
কমলক ধৰি হেঁপাহ গুচাই
খুন্দা দিলে ভালকৈ।
কমলে ইদৰে সেকা পাই পাই
ভালকৈ ভাবি চালে।
স্বদেশ সেৱাৰ ভাবটোকে তেওঁ
উভালি পেলাই দিলে।

---

## ধীৰপন্থী ধীৰেন

জিলাৰ প্ৰধান লোক ধীৰেন ফুকন
ধীৰপন্থা ধীৰেৰেহে বুজে,
ধীৰে ভাবে, ধীৰে দেখে, ধীৰ সকলোতে
অত্যন্ত ধীৰেৰে ধীৰ গুজে।

ভাৰতৰ স্বৰাজত নাৰাজ ধীৰেন
অনৰ্থহে স্বৰাজে ঘটাব,
হিন্দু মছলেম আৰু বামুন শূদ্ৰিৰ
কটা-কটি কৰি জাহ যাব।

ধীৰেনৰ মতে, আমি কানি-কুনা এৰি
ভুল হ'ব খাজানা কমালে,
চৰ্কাৰে কিহেৰে ৰাজ্য ৰাখিব আমাক
কছ্ সৈন্য ভাৰত সোমালে ?

---

[1] স্পাই — গুপ্তচৰ।

ভাৰত ভৰাই থ'ব লাগিব সদাই,
বিলাতী চিপাহী আনি আনি.
নহ'লে ক'লাৰ জাতে বিদ্ৰোহ কৰিলে
কোনে ছটিয়াব শান্তি পানী ?

বিদেশী কাপোৰ সস্তা, মৰক্ স্বদেশী,
সস্তা এৰি ধৰিলে মৰণ,
দুখীয়া ভাৰতবাসী প্ৰজাৰ মূৰত
ভাগি আহি পৰিব স্বৰগ।

নিজৰ কাপোৰ আমি নিজে কৰি ল'লে
সূতা কাটোতেই দিন যাব,
বন-বাৰি খেতি-বাতি দোকান-পোহাৰ
সকলো কামেই লোপ পাব।

ডাঙৰ ডাঙৰ যত সকলো কামতে
বিদেশীহে লাগিব ৰাখিব,
আমাৰ মানুহে পালে এই কামবোৰ
গপতেই ওফন্দি পৰিব।

বংগ প্লাৱনত 'চান্দা' নিদিলে ধীৰেনে
উগ্ৰপন্থী নামৰ ভয়ত
ধাৰ কৰি, ধীৰপন্থী নামৰ কাৰণে
দিলে ধন Dyer ফণ্ডত।[১]

ধীৰেনে এদিন গৈ বৰ চাহাবক
দেখা কৰি বহু কথা ক'লে,
দেশৰ "হাৱাল" খিনি তেনেই বুজাই
প্ৰতিবিধানৰো বুধি দিলে।

'হজুৰেই প্ৰতিনিধি ৰজাৰ আমাৰ
হজুৰৰ হাতত সকলো,
যদিহে নকৰে কাণ, আমাৰ নিচিনা
হোজা লোক নিগমে মৰিলোঁ।'

'সৰু সৰু ল'ৰাবোৰে ফুৰোতে চাকোতে
বাটে বাটে হৈ-ধনি কৰে,
ততালিকে ধৰি আনি সকলো ল'ৰাকে
টিক্‌টিকী দিয়ক হজুৰে।'
'ভাং কানি খাবলৈ যেয়ে হাক দিয়ে
যেয়ে পিন্ধে স্বদেশী কাপোৰ,
সকলোকে হালে হালে আনক সাঙুৰি
ফাটক কৰক ভৰপূৰ।'

'সত্ৰই সত্ৰই জাৰি কৰক নটিছ্
এনে কাম কৰিলে শিষ্যই,
গুৰু শিষ্য উভয়কে "চাজা" দিয়া হ'ব
"তাগিদ্" বুজিব সুনিশ্চয়।'

'স্বজাতি-বৎসল সেই ইংৰাজ নন্দনে
শুনি শুনি মানিলে আমনি,
বুলিলে "কৰ্তব্য" মোৰ নিজে জানো মই,
যাব পাৰে এতিয়া আপুনি।'

ধীৰেনে ধীৰেৰে চলি চলি এই দৰে
দুটি নাম দুফালে ঘটিলে,
বুলিলে দুৰ্যোৰ ভণ্ড স্তাৱক এদলে
দেশদ্ৰোহী ইদলে বুলিলে।

শেহত ধীৰেনে গৈ পাৰিলে বুজিব
কেনিও নেপায় তেওঁ ঠাই,
ৰজা ঘৰ প্ৰজা ঘৰ দুই ঘৰতেই
সকলোৰে তেওঁক খিণায়।

———

[১] ডায়াৰ ফণ্ডত—পঞ্জাবৰ জালিয়ানৱালাবাগত গুলি মৰোৱা ডায়াৰ চাহাবৰ সাহায্যাৰ্থে তোলা চান্দাত।

## জোনাকী*

আছিল অলপ আগে জগত আন্ধাৰ
নিৰল নিমাত ক'তো নাই সুৰ-সাৰ,
পশু পখী আদি কৰি টোপনি মগন
বহল বিশ্বৰ যেন নাছিল চেতন।

জোনাকৰ অধিষ্ঠাত্ৰী জোনাকী গোসানী
কোমল হাতেৰে তুলি ল'লে বীণাখনি,
শুৱলা মধুৰ সুৰ বজাব ধৰিলে
নিৰ্জীৱ জগত আজি সজীৱ কৰিলে।

চোৱাঁ সৌৱা পূবফালে পোহৰ পৰিল
দীঘল দীঘল ৰশ্মি জিলিকি উঠিল,
চিৰা-চিৰ কৰি কাটি আন্ধাৰ কলীয়া
ওলাল জোনাক-ৰশ্মি সোণ বৰণীয়া।

পৰ্বতৰ টিঙে টিঙে পোহৰ পৰিল
ৰূপৰ দ'লৰ দৰে জিলিকি উঠিল।
নিয়ৰৰ টোপা যত গছৰ পাতত
সৰু সৰু হীৰা হৈ জ্বলে পোহৰত।

গছলতা সকলোৱে নৱ সাজ ল'লে
নিৰ্জীৱ আছিল যেন জীৱদান পালে।
কলি কলি ফুলখিনি গছৰ ডালত
মিচিকি মিচিকি হাঁহি ফুলে পোহৰত।

জোনাকৰ ৰশ্মি আহি পানীত সোমাই
ধুনীয়া কৰিছে পানী বৰণ সলাই;
নানা বৰণীয়া ঢৌৱে নাচিব লাগিছে
পানীৰ জেউতি আৰু দুগুণ চৰিছে।
সৰল শুৱনি কেনে ৰাজহাঁহ যুৰি
তধালাগি চাই আছে মুখামুখি কৰি;
শুচা নাই কাৰো ভোক কাকো চাই চাই,
নতুবা শুনিছে বীণা নিশবদ হৈ।

আন্ধাৰে লুকাই থোৱা পদুমৰ কলি
পোহৰৰ গোন্ধ পাই গ'ল ফুলি ফুলি।
প্ৰকৃতিয়ে মন-মোহা সোণালী সাজেৰে
আদৰিছে জোনাকীক হৰিষ মনেৰে।

নেথাকে নেথাকে আৰু নেথাকে আন্ধাৰ
বাজিল যেতিয়া তাঁৰ মধুৰ বীণাৰ;
বহল জগত হ'ব তেনেই পোহৰ
ওলাল যেতিয়া ৰঙা ৰশ্মি জোনাকৰ।

বজোৱাঁ বজোৱাঁ আই বীণা সুমধুৰ
শুনোৱাঁ শুনোৱাঁ আই সুললিত সুৰ;
বৰষাঁ বৰষাঁ আই জ্ঞানৰ পোহৰ
অজ্ঞান আন্ধাৰ আই হৰাঁ জগতৰ।

* সেই নামৰ মাহেকীয়া কাকত।

---

## অসমীয়া সংকীৰ্ণ মনৰ

( এই ) অসম দেশখন ঠেক, (অৰ্থাৎ) সংকীৰ্ণ তেনেই
( খালি ) পৰ্বতৰ মাজে মাজে লোংটো মুঠেই।
( ইয়াৰ ) মানুহৰ মনবোৰো, দেশৰ দৰেই
সংকীৰ্ণ নহব কিয় ? —জৰুৰ হ'বই।
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

অসমৰ জান জুৰি সংকীৰ্ণ নিচেই
সংকীৰ্ণ সংকীৰ্ণ যত অসমৰ নৈ;
( এই ) ব্ৰহ্মপুত্ৰ নৈখনে, খৰালি হ'লেই
সংকীৰ্ণ আকাৰ ধৰে শুকাই থীণাই।
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

বহুত নাহৰ গছ দেখিবা প্ৰায়েই
আগলৈ হৈ যায় সংকীৰ্ণ গোটেই।
(তেনে) 'নাহৰ সুকাঠী' বোলা অসমীয়া লোক
সংকীৰ্ণ ন'হব কিয় কোৱাচোন মোক ?
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

অসমীয়া তিৰোতাৰ তপা তালু নাই
মূৰৰ সেওঁতাবোৰ সংকীৰ্ণ কাযেই;
তদুপৰি ভাবি চোৱা, কত তিৰোতাই
সংকীৰ্ণ গামোচাবোৰ বোৱাটো সঁচাই !
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

সংকীৰ্ণ ৰেলৰ বাট অসম দেশৰ
সংকীৰ্ণ সংকীৰ্ণ অতি আলি পথাৰৰ ;
সমুলি সংকীৰ্ণ যত সাঁকো ঢাপ খাল
সংকীৰ্ণ দীঘলী বাট আৰু ঢেঁকিশাল
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

সংকীৰ্ণ চুচীয়া নাও সংকীৰ্ণ লাচনী
সংকীৰ্ণ লোটাৰ ডিঙি সংকীৰ্ণ টিকনি ;
সংকীৰ্ণ কাঁহীৰ কাণ সংকীৰ্ণ পিৰালি
সংকীৰ্ণ নঙলামুখ সংকীৰ্ণ পদূলি।
এতেকতে অসমীয়া সংকীৰ্ণ মনৰ
নিশ্চয় কাৰণ একো নাই ন'হবৰ।

---

## ডাঙৰ হোৱাটো ভুল

পদুমে আমাৰ বি, এ, পাছ কৰি
পালে ভাবি গুণি চাই
তেওঁৰ সমান অসম দেশত
জ্ঞানী ওপজা নাই।

শঙ্কৰ মাধৱ ৰাম সৰস্বতী
যদুমণি দামোদৰে
ইংৰাজী নেজানে যেতিয়া কিৰূপে
যোৰ মাৰে পদুমেৰে ?

আনন্দ ফুকনে নাম কৰা হয়,
ইংৰাজীও শিকিছিল,
তেও বুলি তেওঁ বি, এ, পৰীক্ষাটো
পাছ জানো কৰিছিল ?

হয় graduate[১] আনন্দ বৰুৱা
সিও সিকালৰে কথা
নাছিল যেতিয়া এতিয়াৰ দৰে
উদাৰ শিক্ষাৰ প্ৰথা।

দুয়ো আনন্দই অকলৈ পাই
ফাঁকি দি ডাঙৰ হ'ল,
বাহাদুৰী কৰি লৰালৰি কৈ
ভাল সাৰি গুচি গ'ল।

তেওঁলোক দুয়ো পলাই ন'গৈ
থকা হ'লে আজিলৈ
পদুমে দুইকো দেখুৱালে হয়
জাৰি চালি ভালকৈ।

পদুমৰ আগে পাছ কৰা বহু
আছে হয় graduate

---

[১] গ্ৰেজুৱেট—বিশ্ববিদ্যালয়ৰ উপাধিধাৰী।

কোনো জনো তাৰ পত্নীৰ দৰে
নহয় up to date[২]।

এনে যুগুতিৰে দেখিলে পত্নীয়ে
বহু ভাবি ভাবি চাই
তেওঁৰ নিচিনা গুণী লোক কেও
অসমত হোৱা নাই।

গুণ যদি থাকে ৰূপ নহ'লেও
নহয় অকণো ক্ষতি;
তথাপিতো জানো ৰূপৰ পাকতো
আছে পত্নীৰ ত্ৰুটী?

পত্নীৰ দৰে zero powerৰ[২]
চকু পিন্ধা কেই জন?
কোনে এনে দৰে milk of rose[৩]
কিনি পানী কৰে ধন?

চুলি কটোৱাৰ কোনে জানে আৰু
এনেটো fashion[৪] 'ভাৰী'?
কাণৰ ওপৰে কোনে এনেদৰে
ক্ৰমতে খুৰায় ডাটি?

গোফ দুতাৰৰ সমানে খুৰাই
সমানে গুৰিতে কাটি
গালত সেন্দূৰ ঘঁহি কোনে ফুৰে
হৈ এনে ধুনীযাটি?

ইমানতে যদি পত্নীক তুমি
ৰূপত লেহেৰা ভাবা,

[২] জিৰো পাৱাৰৰ—চকু ভালে থাকোঁতেও, মিচাকৈয়ে ধুনত পিন্ধা, গুণ নথকা চশমা।

[৩] মিল্ক অব ৰজ—মুখ শুৱনি কৰিবলৈ ঘহা এবিধ মলম।

[৪] ফেচন—ধুন।

পত্নীয়ে শুনিলে এই কথা একা
তোমাক কি কৰে চাবা।

পত্নীৰ হেনো আজো ককাকৰ
লগা ভগা এজনাই
মানৰ দিনতে কোনোবা এখন
বিষয়ো গৈছে খাই।

তেনেহলে হক বিচাৰ কৰিলে
পম ধৰি ধৰি গৈ
পত্নীৰ ঘৰ বৰলোক বুলি
পৰিব প্ৰমাণ হৈ।

সম্মানৰ ফালে ভাবি চালে পাশা
পত্নীৰ বৰ মান;
বুলিব নোৱাৰে নহয় কোনেও
থাকিলে এধানো জ্ঞান।

নিজ মৰ্য্যাদাটো পত্নীৰ দৰে
ৰাখিব জানোতা নাই;
আত্ম-সম্মানৰ এনেদৰে মোল
বুজিছেনো কেইটাই?

বাপেকে এদিন তই বোলা বাবে
যিটোহে ঘটনা হ'ল
নকওঁ নেলাগে নধৰিবা আৰু
হোৱা কথা হৈ গ'ল।

এই অনুক্ৰমে পত্নীৰ চকু
সকলো ফালেই গ'ল;
কেউ ফালে তেওঁ নিজ মহিমাত
নিজেই বিভূতি হ'ল।

অসমত তেওঁ নেপালে বিচাৰি
হোৱা কাকো কোনো কালে
তেওঁৰ সমান সকলো প্ৰকাৰে
পৈণত কেউ ফালে।

এতেকতে তেওঁ খিৰাং কৰিলে
অসম দেশত এই
তেওঁৰ যোৰৰ বৰলোক কেও
কেতিয়াও হোৱা নাই।

সেই দেখি তেওঁ কোনো মানুহেৰে
এৰি দিলে কথা হোৱা;
সমূলি এৰিলে কোনো মানুহৰ
ঘৰলৈ তেওঁ যোৱা।

আৰু এৰি দিলে সভা সমিতিত
ভৰি দিয়া কদাচিতো,
যোৰৰ ফেৰৰ মানুহ নেপালে
তেওঁনো কৰিব কিটো?

পোৱাও নগল পালেও নকৰে
পদুমে চাকৰি কাৰো
নোৱাৰে কৰিব Capital[১] নাঁই
বাবে কোনো কাৰ্বাৰো।

Field[১] থকা হ'লে Law[২] পাছ কৰি
পিন্ধি Gown Necktie[৩]
পদুমে নিতান্ত উকীলবোৰক
খেদালে হেতেন হায়।

দুই ককায়েক হাজিৰা মহৰী
বাহিৰাও কিছু পায়;
সেই ধনেৰেই পদুমে আমাৰ
স্বাধীন ভাৱেৰে খায়।

[১] মূলধন।
[১] ফীল্ড—ঠাই।
[২] ল—আইন।
[৩] গাউন নেক্‌টাই—উকীলে পিন্ধা কলপতীয়া দীঘল চোলা আৰু ডিঙিত বন্ধা ৰঙীন-কাপোৰৰ গাঁঠি।

সুফুৰে নেচাকে নকৰে একোকে
নেমাতেও যাকে তাকে;
খাই আৰু শুই পদুমে কেৱল
ঘৰতে সোমাই থাকে।

দুষ্ট ল'ৰাবোৰে বাটত দেখিলে
'বলিয়া' "বলিয়া" কৰি
পদুমৰ নাম "পদুম বলিয়া"
জলাই পেলালে ধৰি।

পদুমে শেহত খাটাং বুজিলে
সমাজ খনেই Fool[৪]
এনে সমাজত জৰুৰ জৰুৰ
ভাগৰ হোৱাটো ভুল।

---

## আজলী

ফুলনি শুৱনি সৌৰভেৰে ভৰা
ধুনীয়া গোলাপ ঐ
নাহিবি নেলাগে নিপিন্ধোঁ নিপিন্ধোঁ
বৰ ৰঙা-চঙা তই।
গোন্ধে মলমল সোণবৰণীয়া
শুচোৱা পিয়াহ ভোক
নিপিন্ধোঁ কেতেকী কাঁইটেৰে ভৰা
কাঁইটে ফুটিব মোক।
মধুৰ গোন্ধৰ চপাও নিপিন্ধোঁ
নিপিন্ধোঁ বকুল থুপি
বৰ ওখ গছ চুটি হাত মোৰ
নেপাওঁ হাতেৰে চুকি।
যুতি গুটিমালি তগৰ শেৱালি
নিপিন্ধোঁ খৰিকাজাঁই

[৪] ফুল—নিৰ্বোধ।

বৰগোন্ধ আছে ইমান গোন্ধৰ
নিবিচাৰোঁ ফুল মই।
অতি আলসুৱা কোমল সুৱলা
দেখি হৰে প্ৰাণ মন
নিপিন্ধোঁ নিপিন্ধোঁ ৰূপহী পুহুম
তুমি সুৰুযৰ ধন।
আৰু যত ফুল আছে ফুলি মোৰ
সৰু ফুলনিত এই
খেনো কপটীয়া নহলে অঁাভজা
খেনোৰ গন্ধেই নাই।
মৃদু গোন্ধ থকা কাঁইট নথকা
নোহোৱা অঁাভজা গঢ়
হাতে চুকি পোৱা চকু জুৰ কৰা
দেখি বেথা লগা বৰ,
নাই ধুন-পেচ নেজানে কপট
মুখত সৰল হাঁহি
ৰঙেৰে পিন্ধিম একোকে নজনা
আজলী মালতী পাহি।

---

## মথুৰৰ অহিংসা

মথুৰানাথৰ ঘৰ চলাবৰ
একোটো উপায় নাই,
সেই দেখি তেওঁ ঘুৰি ফুৰিছিল
গাঁৱে ভুঁয়ে বাগিছাই।
খুজি মাগি আনি দুই চাৰি মহা
আছিল দুখেৰে চলি,
'স্বৰাজ কুটিৰ' খোলা বুলি শুনি
ল'লে আহি তাতে খ'লি।

মথুৰে কেৱল স্বৰাজৰ বাবে
চান্দা খুজি খুজি নিয়ে,
অসহযোগত নলগা লোকক
খুব গালি পাৰি দিয়ে।
গান্ধী-টুপী পিন্ধি গাঁৱে গাঁৱে ফুৰি
ইয়াকে কৰোঁতে কাম,
অহিংস ধৰ্মী নিঃস্বাৰ্থ কৰ্মী
বুলি খ্যাত হ'ল নাম।
কুলি এজনীয়ে হাটত এদিন
কিনিলে বিলাতী শাৰী,
দুই চৰ মাৰি আনি তাক কাঢ়ি
পেলালে মথুৰে পুৰি।
যেই চাহাবৰ মটৰে দুৰত
কৰিলে ঘৰৰ্-ঘৰ,
অহিংস ধৰ্ম সুঁৱৰি মথুৰে
ভিৰাই ধৰিলে লৰ।
মথুৰে এদিন মানুহ চপাই
ক'লে বক্তৃতা কৰি
"চাহাববোৰক সকলোৰে মিলি
খেদাই পেলোৱা ধৰি"।
"ভাং কানি মদ নেলাগে কিনিব
নিজে কৰি কৰি খাবা,
মাটিৰ খাজানা বিচাৰি আহিলে
টোকোন জোঁকাৰি দিবা
"বিলাতৰ অহা কোনো বস্তুকেই
নিকিনিবা কেতিয়াও,
ল'ৰা-তিৰোতায়ো ইহঁতৰ বাৰু
দেশত কি খায় চাওঁ।
ধন নেপালেই পলাব ইহঁত
আপুনি স্বৰাজ হ'ব,
স্বৰাজ হলেই নেলাগে কোনেও
মাটিৰ খাজানা দিব"।

ইয়াৰ পাচতে ডাৰোগাই আহি
মথুৰক ধৰি নিলে,
সুধি-পুছি চাই হাকিমে শেহত
ছমাহ ফাটক দিলে।
মথুৰে বুলিলে "ঘূৰি আহোঁ বাৰু
ইবাৰ স্বৰাজ লৈ,
ডাৰোগা হাকিম দুইকো এপালি
শিকাম বঢ়িয়াকৈ"।
"সহযোগ কৰা সকলো লোকক
নটছা শূলত দিম,
ন'হলে বাপেকে ধৰি ধৰি আনি
নেলু ছিঙি তেজ পিম।
অসহযোগৰ কৰ্মী সকলেই
দেশৰ মালিক হম,
চাহাব খেদাই বৰ বৰ কাম
সোপাকে ভগাই ল'ম'।
এনেতে হঠাৎ বাহ তিৰোতাৰে
কাছাৰি সোমাই আহি,
মথুৰ-পত্নীয়ে স্বামীৰ ডিঙিত
মালা পিন্ধালেহি হাঁহি।
জোলোকা জোলোকে উঠিল ঘনাই
উকলি গগন ফালি,
জয়-ধ্বনিৰেই মিচিলখনত
থলকি লাগিল থালি।
মথুৰে তেতিয়া বন্ধু এজনক
কাষলৈ মাতি নিলে,
নিজে লিখি থোৱা 'মথুৰ পত্নীৰ
বাণী'টো ছপাব দিলে!
গুলাবৰ দিনা গায়ন ধুলীয়া
মালা লাগে বুলি কৈ
দোলাত আৰোহি গাঁয়নে বায়নে
গ'ল গুচি জেললৈ।

---

## হাৱা-কৰ

ব্যৱস্থা সভাৰ এই অসম দেশৰ
মহম্মদ্ বক্কিয়ল্ হুছেন্ মেম্বৰ।
চৰ্কাৰৰ প্ৰিয়, প্ৰতিনিধি ৰায়তৰ
নপতা 'মুৰব্বী' যত মুছলমানৰ
ৰবলাটে বঢ়াবৰ শুনি লোন-কৰ
ভাবিলে প্ৰস্তাৱ তেৱোঁ কৰিব কৰৰ।
সেয়ে হ'লে চৰ্কাৰৰ চকুত পৰিব
মিনিষ্টাৰ চিনিষ্টাৰ হবও পাৰিব।
শ্বিলং সভাত গৈ প্ৰস্তাৱ কৰিলে
থিয় হৈ, বৰ এটা বক্তৃতা পঢ়িলে:
"চৰ্কাৰৰ কোনো মতে খৰচে নোজোৰে,
যুদ্ধৰ পাচত এনে ন'হৈ নোৱাৰে।
বাৰে পতি ধনৰ নাটনি বাজেটত
ধৰিব নোৱাৰি একো নতুন কামত।
এতেকতে প্ৰয়োজন নতুন টেক্সৰ
মোৰ মতে, হাৱাত লগাওঁ এটা কৰ।
ইদেশৰ হাৱাপানী পোহৰ ডাৱৰ
সকলোৰে চৰ্কাৰেই মালিক[১] ঠাৱৰ।
ভাবি চোৱা, প্ৰতিদিনে প্ৰতিটো মানুহে
খৰচ কৰিছে হাৱা উশাহে উশাহে।
হিছাপ কিতাপ একো নেলাগে কৰিব
মূৰেপতি টকাকৈ লগাব পাৰিব।
দুখীয়া সুখীয়া দুয়ো সমানে ভৰিব,
অকল এটকা কৰ গাত নেলাগিব।
মানুহ যিমান লাখ, তত লাখ কৰ
উঠিব, গুচিব দুঃখ ধনৰ ধুকৰ।
ইয়াত কদাপি কাৰো আপত্তি নহয়
ইছলামৰ মতেৰেও ন্যায্য অতিশয়।"
এনেতে বুলিলে উঠি Finance মেম্বৰে'
"প্ৰস্তাৱক পলাগৰ পাত্ৰ সকলোৰে।

১ চৰ্কাৰৰ আয়-ব্যয়ৰ ভাৰ থকা বিষয়া

চৰ্কাৰৰ পক্ষে মই খুজিছোঁ জনাব
বৰ্তমান এই কৰ নেলাগে লগাব।
প্ৰস্তাৱত সাৰ আছে যদিও নিশ্চয়
এতিয়া তথাপি তুলি ল'লে ভাল হয়।"
ৰফিয়লে বোলে "ভাল চেলাম হজুৰ
তুলি ল'ম বাৰু মই প্ৰস্তাৱ জৰুৰ।"

---

## বাঁহী *

ন'ৰবা ন'ৰবা দেৰি আকৌ বজোৱা
বাঁহীৰ শুৱলা মাত আকৌ শুনোৱা ;
মধুৰ ৰাগিণী ধৰি
বাঁহীত যতন কৰি
—সা ঋ গা মা পা ধা নি সা আকৌ বজোৱা।

হিমাদ্ৰিৰ শিখৰত মানস হ্ৰদত
তাহানি বজোৱা সেই সুৰ সুললিত
আৰু যে সিদিনা সৌ পশ্চিম দেশত
বজালা মধুৰ সুৰ সাগৰ পাৰত,
দুইকো মিহলি কৰি
বিতোপন সুৰ গঢ়ি
মানস পাৰত বহি বজোৱা বাঁহীত।

ফুলনি শুৱাই ফুল ফুলক লাহেৰে
সাজক প্ৰকৃতি দেৱী লাহৰ সাজেৰে
বিমল পোহৰ হক
লাহেৰে মলয়া বক
বজোৱা বজোৱা দেৰি, বাঁহী উলাহেৰে।

ৰৰষা অনন্তকাল মধুৰ সংগীত
পোহৰেৰে কৰা দেৰি জগত বঞ্জিত
স্বৰ্গীয় অমিয়া ঢালি
স্বৰ্গীয় সুৰত তানি
বজোৱা অনন্তকাল বাঁহী সুললিত।

---

## হৰনাথৰ হৰ্‌দম্‌ প্ৰাৰ্থনা

দয়াময় হৰি,
দিয়া মোক আৰু ধন আৰু মাটি বাৰী
আমাৰ দেশত কৰা চহকী মোকেই।
আন সকলোকে কৰা তেনেই দুখীয়া
সকলোৱে বন্দী বওক মোৰ ঘৰতেই।

মংগল-আলয়,
কমলৰ ঘৰ মোৰ ঢাপৰ দাঁতিতে,
জহনীত কৰা তাক সবংশে নিধন।
পতিত দৰ্খাস্ত কৰি লৈ মাটিডৰা
বহলাই লওঁ মই মোৰ বাৰীখন।

হে দীনদয়াল,
মাণিকৰ খাতখন অতি বিতোপন
বছৰে বছৰে অত ভাল ধান হয়।
ধনৰ গৰজ এটা কৰি দিয়া তাঁৰ
কিনি থওঁ খাতখন আধামূলীকৈ।

করুণাসাগৰ,
নবীনৰ নাম আছে ধন নহলেও,
যিহেতু বিদ্যাৰ পাকে চৰা মোতকৈ।
ক'লা বেমাৰত তাক মাৰি নিয়া প্ৰভু
অকল মৰেই থাকোঁ নাম জলাহৈ।

* সেই নামৰ মাহেকীয়া কাকত।

বিঘিনি-খণ্ডন,
হবিয়ে সাজিলে এটা নতুন বঙলা
সকলোৱে কবে তাক ধুনীয়া ধুনীয়া।
অচিৰতে পুৰি তাক ছাই কৰি দিয়া,
মোৰটো ঘৰকে লোকে বোলক বঢ়িয়া।

দৰ্পহাৰী ভগবান,
গোপালৰ ল'ৰাটোৰ নামটো জলিছে
পঢ়াশুনা স্বভাৱ চৰিত্ৰ বিতোপন।
বেয়া বদ্-নাম এটা উলিয়াই তাক
ৰক্তে মুচৰি থোৱা হে মধুসূদন!

জগন্নাথ,
সিদিনা গোলায়ে মোক ভোটটো নিদিলে
ভালকৈ যেন প্ৰভু এপালি শিকোৱা।
পাঙিছো এখন মই মিছা ফৌজ্‌দাৰী
দুবছৰ মান তাক জেলত ভৰোৱা।

কৃপাময় প্ৰভু,
তৰুণৰ পুতেকৰ বুধিটোও চোকা
মোৰটো লৰাত্‌কৈ দেখাতো ধুনীয়া।
এতেকে ডাঙৰ ৰোগ আনি কিবা এটা
কৰিদিয়া তুমি তাক তেনেই ঘুণীয়া।

হে দনুজদলন,
তনুৰামে মোক দেখি চেলাম নিদিয়ে
নেজানো কিৰূপে তাক দিয়াওঁ এসেকা।
তামোল গছৰপৰা পেলাই এদিন
ককালকে ভাঙি থোৱা পাওক পোটোকা।

হে কল্যাণময়,
সিদিনা পূৰ্ণই সৌ সাহিত্য সভাত
মোৰ সমানে চাঁদা দিলে চহী কৰি।
নোৱাৰাঁনে লাওলোৱা কৰি দিব তাক
চুৰ কৰি ঘৰখন চোৰৰূপ ধৰি?

বাঞ্ছাকল্পতৰু,
পাতি দিয়া মোক তুমি ৰায় বাহাদুৰ,
আমাৰ দেশৰ যেন আন কাৰো আক
নহয় খিতাপ একো বহু কাললৈ
মৰে অকলৈ ম'ৰা চালি ধৰি ফুৰোঁ।

হে বিপদভঞ্জন,
আমাৰ গোসাইজনে কৰে মহতালি
শুনো বোলে তেওঁ হেনো মোক বেয়া পায়।
ভাঙিছিঙি সত্ৰখন কৰি ছাৰখাৰ
বেগতে তেওঁক প্ৰভু নিয়া সৰকাই।

ভকত-বৎসল,
সকলো চাহাববোৰে মোকেহে চিনক
অকল ডাঙৰ বুলি মোকেই জানক।
সদাই খাতিৰ যেন মোকেই কৰক
আন লোক চকু পুৰি মৰক মৰক।

---

## এফেৰি ভুল

গগণে যেতিয়া চাম্‌লাটো পিন্ধি
কাছাৰিত থিয় দিলে,
বহুত মানুহে ভাল হ'ল বুলি
ন'থৈ আনন্দ পালে।
লেখা পঢ়া ভাল স্বভাৱ বিনীত
গপ গাপ একো নাই,
গগণৰামৰ ভালটো দেখিলে
সকলোৱে ভাল পায়।

উকীল কামত গগণৰামৰ
কেনেবাটো দেখি গতি,
বন্ধুসকলে চাহাবক খাটি
পেলালে হাকিম পাতি।
হাকিম হৈয়েই গগণে তুৰন্তে
চাহাবী টুপীটো ল'লে,
আগৰ চিনাকি অনেকৰ চিন
ততালিকে পাহৰিলে।

ওপৰৱালাৰ মনৰ জোখাৰে
কৰি কৰি গৈ কাম,
গগণে ঘনাই 'প্ৰমোচন' লৈ
জলাই পেলালে নাম।
মনৰ জোখাৰে কাম কৰি কৰি
আৰু কিছু দিন ভালে,
গগণে হঠাৎ নভবা নিচিন্তা
বৰ কাম এটা পালে।

চিভিল্ লিষ্টত গগণৰ নাম
একেটা জাপেই গৈ,
লগৰ সকলো নেটিভ্ বোৰৰ
উঠিল ওপৰ হৈ।
মনটোও আৰু সেই অনুক্ৰমে
অতিক্ৰমি সকলোকে,
চাই থাকোঁতেই বিয়াগোম হৈ
উঠি গ'ল দোপে দোপে।

গগণে এতিয়া চাহাব দেখিলে
নেটিভ্ নিচিনা হয়,
খানা খাবলৈ চাহাবে মাতিছে
বুলি মিছাকৈয়ে কয়।
বন্ধু-বান্ধৱৰ ঘৰত গগণে
ভুলতো নিদিয়ে ভৰি,
বাটত দেখিলে চেলাম নিদিলে
চায় চকু ৰঙা কৰি।

দেখা কৰোঁ বুলি কোনেবাটো যদি
দেশৰ মানুহ যায়,
গগণে মনতে গালি পাৰি উঠে
বৰ আহুকাল পায়।
এবাৰ যদি হে নোৱাৰে তেতিয়া
বাৰাণ্ডাতে থিয় হৈ
তুমি অহা বাবে দিগ্ পালে বুলি
আগতে পেলাই কৈ।

গগণে সদাই গুণে মনে মনে
তেওঁ নেজীতৰা হ'ল,
অলপ কথাৰ কাৰণে মাথোন
খুঁত্ এটি ৰৈ গ'ল—
কামে কায়দাই চলনে ফুৰণে
চাহাবেই তেওঁ Full (১)
ভাৰত বৰ্ষত উপজিছে খালি
কৰিলে এফেৰি ভুল।

চাহাববিলাকে গগণক দেখি
মনে মনে বৰ হাঁহে,
কোৱা-কোৱি কৰে "নেটিভ্ জাতৰ
গতি তেও এনেটোহে"।
দেশৰ মানুহে গগণক দেখি
তেনেই বিচুৰ্তি খালে,
সকলোৱে বোলে "গণতে ল'ৰাটো
সমূলি নষ্ট পালে"।"

---

## স্মৃতি

পৰেনে মনত সেই ৰিণিকি মনত পৰা
মলয়া বায়ুৰ দৰে মুকলি মূৰেৰে উৰা
        চিনা জনা নাই একো
        দেখা নাই কোনে' কাকো
আপোন মনেৰে দুয়ো আপুনি উমলি ফুৰা ?

আছেনে মনত সেই হঠাৎ এদিন গৈ
দেখা দেখি হোৱা দুয়ো কদম তলত সেই
        চকুত চকুটি পৰি
        আকৌ আহিল ঘূৰি
হিয়াৰ কথাটি কিবা বেগতে সলাই লৈ।

আছেনে মনত সেই চাবলৈ মন যোৱা
চল চাই চেগ্ মাৰি লুকাই লুকাই চোৱা
        চাবল'কো মন যোৱা
        চাবও নোৱৰা হোৱা
চকুত পৰিলে চকু ঠাইতে তললৈ চোৱা ?

আছেনে মনত সেই লাজত ৰঙাটি হোৱা
আছেনে মনত সেই ঘনাই উশাহ লোৱা
        ঘনে ঘনে লাজ পোৱা
        আকৌ দুনাই চোৱা
দুইৰো দুইকো চাই হেঁপাহ দুগুণ হোৱা ?

আছেনে মনত সেই দেখি থাকি ভাল পোৱা
অলপ নেদেখা হ'লে থাকিব নোৱৰা হোৱা
        একোতে নপৰে মন
        কিবা চাটি-ফুটি খন
কিবা বুলি কিবা কৰা ঘনাই বাটলৈ চোৱা ?

আছেনে মনত সেই কিবা ভাবিব লগা
কিবা ভাবি ভাবি সেই একে থিৰে চাই থকা
        আগ নাই গুৰি নাই
        ভাবা মানে বাঢ়ি যায়
ভাবোঁতে ভাবোঁতে সেই বেয়া লাগি ভাল লগা ?

আছেনে মনত সেই দেখিলে উথলি যোৱা,
নেলাগে ওলাব বুলি যতনেৰে ঢাকি থোৱা
        ৰঙৰ হাঁহিটি সেই
        বিৰিঙি ওলাই গৈ
লাজ-ওৰণিৰে আৰু ঢাকিব নোৱৰা হোৱা ?

আছেনে মনত সেই মাতোঁ বুলি আগ বঢ়া
মাতিব নোৱাৰি পাচে, ধৰা পৰি গুচি অহা
        ঘনে পতি আগ বঢ়া
        ঘনে পতি ধৰাপৰা
ঘনে পতি তাকে দেখি ঠাইতে মিচিকি হঁহা ?

আছেনে মনত সেই প্ৰথমতে কথা হোৱা
ওৰাপাতি লওঁতেই জৰ ঘামে ঘামি যোৱা
        শুনি বেথা লগাকৈ
        ক'ম বুলি ভাবি থৈ
ছটা-মুটাকৈ সেই কিবা বুলি কিবা কোৱা ?

আছেনে মনত সেই নিজন যমুনা-ঘাট
দুবৰিৰে ঢকা সেই যমুনা দাঁতিৰ বাট
        বনৰ ধুনীয়া ফুল
        যমুনাৰ 'কুল্-কুল্'
দূৰৰ গাঁৱত মতা কুলিৰ শুৱলা মাত ?

আছেনে মনত সেই যমুনাত গা ধোৱা
পানী যুৱলিত বহি থাকোত দুপৰ হোৱা
        বালিত পুখুৰী খানি
        লিৰিকি বিদাৰি পানী
নভগা-নিছিগা সেই মিছামিছি কথা হোৱা ?

ওপৰে আকাশ নীলা দেখি মন মোহ যোৱা
তলত বননি শ্যাম দেখি চকু জুৰ হোৱা
        আছেনে মনত সেই
        যমুনা পাৰত গৈ
ভাল পাওঁ বুলি দুয়ো সবল শপত খোৱা ?

আছেনে মনত সেই পচোৱা বতাহ মৰা
চাই থাকোতেই সেই থিতাতে আন্ধাৰ পৰা
পচোৱা বতাহে পাই
কেনিবা উৰাই লৈ
ততালিকে সাগৰৰ দুইকো দুপাৰ কৰা ?

আজিও যমুনা বয় কৰি সেই 'কুল্-কুল্'
আজিও কুলিয়ে মাতে ফুলে বনৰীয়া ফুল
আছে সি যমুনা-ঘাট
দুবৰিৰে ঢকা বাট
শ্যামল বননি সেই, সেই কদম্বৰ মূল ।

এতিয়াও কেতিয়াবা সেই ঘাটল'কে গৈ
যমুনাৰ পানী চাওঁ শ্যামল পাৰত বৈ
বহোঁ সেই বননিতে
ফুৰোঁ সেই বাটে বাটে
শুদা লাগে মন, নাই আগৰ অমিয়া সেই ।

নোৱাৰিলোঁ পাহৰিব অতীতৰ স্মৃতি সেই
কিবা দেখোঁ ভাল পাওঁ ভাবি থাকি অকলৈ
সদাই মনতে গুণোঁ
নহয় সিদিনা পুনু ;
য'তে আছোঁ থাকা ভালে, কৰোঁ অভিলাষ এই ।

---

## মই শিক্ষিত ডেকা

( মই ) নতুন যুগৰ ডেকা
( মোৰ ) নতুন শিক্ষা একা !
শিক্ষিত ডেকা, সেওঁতা ফালোঁ বেঁকা
( মোৰ ) ৰীতি নীতি একা চেকা

( মই ) মুখেৰে বুলিম যিটো
কামত নকৰোঁ সিটো ;
( মই ) শিক্ষিত ডেকা, ( মোৰ ) কথা এঁকা বেঁকা
জানিব লাগিব সিটো ।

( মই ) দেশৰ প্ৰধান লোক
শুদা নেভাৱিবা মোক ;
দেশ উদ্ধাৰৰ কাৰণে লাগিছোঁ
ঠিক যেনে চেনি জোঁক ।

( মই ) হাতেৰে নধৰোঁ বন
নখটাও ধন-বন ;
মুখেৰে মালিহা মাৰি মাৰি খালি
উদ্ধাৰিছোঁ দেশখন ।

( মোৰ ) গুণি গাঁথি ভাবি চাই
( একো ) কৰাটো সহজ নাই ;
হঠাৎ মনত যিহকে খেলায়
কৰি দিওঁ ধপৰাই ।

মোৰ মতটোহে ৰ'ব
লোকক নিদিওঁ ক'ব ;
আনৰ মতক কাণ পাতি মই
শুনাটোও কিয় হ'ব ?

ৰাখোঁ আত্ম-সম্মান
লোকক নকৰি মান
বুঢ়া-মেঠা, আই বোপাই, ককাই
কাকো এধানো মান ।

( আছে ) তাহানিখনেই শিকা
কলেজতে কিবা টিকা ;
( আৰু ) নেলাগে শিকিব পঢ়িব শুনিব
মই শিক্ষিত ডেকা ।

যেনে মন যায় কৰোঁ
যেনে গতি দেখোঁ ধৰোঁ ;
বেদ বাইবেল কোৰাণ নেমানোঁ
সমাজ নেলাগে কাৰো।

( মোৰ ) বুধিৰ যেনেহে চোক
লোকে ভয় কৰে মোক ;
সঁচাকে ভণ্ডাওঁ মিছাকে বজাওঁ
( মই ) কেনে বুধিয়ক লোক !

খিচিৰি ভাষাহে কওঁ
খিচিৰি খাৱন খাওঁ ;
পিন্ধন চলন খিচিৰি ন'হলে
সমূলি আচল পাওঁ।

( তুমি ) মিছাতে পেপুৰা হৈ
নেলাগে ভাবিব ঐ ;
উৰণ ভ্ৰমণ দুইবো মাজৰে
হওঁ কিবা এটা মই।

নহওঁ-এৰাঁ, নহলোঁ দৈ
থাকিলো মাজত কুকচা হৈ ;
মুঠতে বুজিবা কিম্ভুত কিবা
শিক্ষিত ডেকা মই।

———— —

## কা-কা-কাব্য বিশাৰদোঽহং

শুনা শুনা শুনা শুনা মোৰ বচনং
কাব্যবিশৰদ মই, ( এই ) মস্ত খবৰং ;
পণ্ডিতৰ ধূমকেতু
ভাষা সংস্কাৰৰ হেতু
ধৰিছোঁহি পৃথিৱীত নৰ জনমং ;
( অহো কাব্যবিশাৰদোঽহং।

ল'বা-শিক্ষা জ্ঞানোদয়
আদি যত শাস্ত্ৰচয়
পঢ়ি, চিৰাচিৰে ফালি, কৰি খতমং,
বন্ময়মালা মেলি চালোঁ
তিমানতে তুলি থ'লোঁ, কৰি প্ৰণামং
( অহো ) কাব্যবিশাৰদোঽহং।

অনন্ত জ্ঞানৰ নিধি
পানী শৰাধৰ বিধি
আৰ্জিলোঁ অনন্ত জ্ঞান, কৰি পঠনং ;
হিতোপদেশৰ শ্লোক
চানকাৰো লোধা মোক
দুই চাৰি কৰি থোৱা আছে মুখস্থং।
পঞ্চ সৰ্গ ৰঘুবংশ
দুদিনতে কৰি ধ্বংস
ল'লোঁ 'কাব্যবিশাৰদ' দীৰ্ঘ লাংগুলং।
( অহো ) কাব্যবিশাৰদোঽহং।

ভাবিলোঁ উন্নতি চাই
কিবা এটা হ'লো মই
কৰিব লাগিল কিবা এটা নতুনং ;
আন লোক যায় যেনি
ময়ো যদি যাওঁ তেনি
দীৰ্ঘ লাংগুলৰ মোৰ কিবা সুফলং ?
( অহো ) কাব্যবিশাৰদোঽহং।

মাতৃ ভাষাটোকে ধৰি
ভাঙি ছিঙি কাটি মাৰি
কৰি দিওঁ এটা নৱ ভাষা সৃজনং ;
ইয়াকে প্ৰতিজ্ঞা কৰি
খামুচি কলম ধৰি
কটিতে টঙালি বান্ধি লাগিছোঁ অহং।
( অহো ) কাব্যবিশাৰদোঽহং।

এই ভাষা ভুল বুলি
চিঞৰিম টেঁটু ফালি
গঢ়িম সংস্কৃত কৰি নতুন ভাষাং ;
পাতক কৰিম ‘পত্ৰ’
ভাত শুচি হ’ব ‘ভত্ৰ’
কাণক ‘কৰ্ণ’, নাকক ‘নৰ্ক’ বোলাম খাটাং।
( অহো ) কাব্যবিশাৰদোঽহং।

তেনেই অশুদ্ধ “চকু”
শুদ্ধ হ’ব হ’লে “চখু”
সংস্কৃতৰ “চক্ষু” পদতাৰ প্ৰমাণং ;
কেৱে নুবুলিবা “ঘৰ”
আজিধৰি বোলা “গৰ”
“গৃহ” হে সংস্কৃত কথা “ঘৃহ” নহয়ং।
( অহো ) কাব্যবিশাৰদোঽহং।

এই যে আছে ব্যাকৰণ
আস্তি নাস্তি প্ৰয়োজন
অভিধান পুৰি দিয়া, তেনেই ভুলং।
“ঋষভোক্ত” অভিধান
“বৃষভোক্ত” ব্যাকৰণ
ৰচাব লাগিছোঁ কৰি অতি নিৰ্ভুলং।
( অহো ) কাব্যবিশাৰদোঽহং।

বোলক বোলক মূৰ্খ
তথাপিতো নেৰোঁ তৰ্ক
সাজিম নতুন ভাষা “গ-দ-জ-ধ-লং ;”
গাঁৱে গাঁৱে ঘৰে ঘৰে
চলি যাব ফৰা-ফৰে
ঠিক যেনে ৰেল-গাড়ী, কৰি ঘৰ্ঘৰং।
( অহো ) কাব্যবিশাৰদোঽহং।

কণ কুমাৰে বগীৰামে
শলাগিব পাৰে মানে
“চাবাছ চাবাছ” ইতি কৰি গৰ্জনং ;
বুৰি কিউজান ভাটী
নাম যাব ফুটি ফাটি—
ধন্য ধন্য-জধন্ গোবৰ্, বিত্তা বলধং।”
( অহো ) কাব্যবিশাৰদোঽহং।

---

## গীতা

গীতা কাৰ,
হিয়া-ভৰা ভক্তি ঢালি তোমাৰ পাৰত
কৰোঁ সেৱা কোটি কোটি বাৰ।
শাস্ত্ৰৰ সাগৰ মথি
উদ্ধাৰিলা অমূল্য ৰতন ;
কৰ্তব্য প্ৰধান বুলি
ফুঁকিলা গভীৰ শিঙা নিষ্কাম ধৰ্মৰ,
প্ৰচাৰিলাঁ উচ্চ ধৰ্ম মানৱ কুলৰ
কৃতাৰ্থ ভাৰত ভূমি।
তাপিতক তাৰি
বোৱালাঁ শান্তিৰ জুৰি,
অবিশ্ৰামে শান্তি সোঁত বোৱালাঁ ধৰাত।
জগতৰ গুৰু তুমি,
তৱ “ৱৰ্তানুৱৰ্তন্তে” সমস্ত জগত।
বৈজ্ঞানিক জগতেও, কুৰি শতিকাৰ
নোৱাৰে এৰাব হাত
বিমল উদাৰ অতি তোমাৰ মতৰ।
তোমাৰ পথেই মাত্ৰ
একমাত্ৰ পথ জগতৰ।
এতেকতে,
কোটি কোটি সেৱা মোৰ তোমাৰ পাৱত
কোটি কোটি সেৱা মোৰ তোমাৰ ধৰ্মত।

---

## অসমীয়া ভাষা

Damn[1] অসমীয়া নোৱাৰি লেখিব
go to devil হক[2]
ইংৰাজী idea[3] express[4] নহয়
নাই wordৰ stock[5]
Quarter hour brain খটালোঁ[6]
মিছাতে কৰিলোঁ try[7]
কটা কুটা কৰি এপিঠি কাগজ
Spoil[8] কৰিলোঁ হায়।
লেতেৰা grammar[9] Pronunciation[10]
কিবা কিবি বাং বিং
Figure[11] নায়েই phrase[12] idiom[13]
awfully wanting[14]
বানানৰ আউল নেভাগে নিছিগে
ভাবা মানে বাঢ়ি যায়।
High thought[15] বোৰ লেখি দিবলৈ
এটি কথাও নাই।
Nice picture[16] কঠুৱা কথাৰে
লেখিলে কঠুৱা হ'ব
Fine Fine[17] ভাব নোৱাৰি মিছাতে
পানীত পৰিব দিব।
কোনে ক'ব পাৰে লেখা বেয়া হয়
লেখিব নেজানো গুণে?

মোৰ দোষ নাই ভাষাটোহে বেয়া
জনা লোকে তাক জানে।
A. B. C.[18] পঢ়িলোঁ, কলেজ খেলালোঁ
পৰীক্ষা কৰিলোঁ পাছ্
টোপোলা টোপোলে বেতন ভুগিছোঁ
দিনৌ খেলিছোঁ তাছ্।
কোনে ছুটী ল'ব promotion[19] পাম
ইয়াৰো ৰাখিছোঁ বুজ
তেও যদি মোক নজনা বুলিবা
তুমি এটা great goose[20]।
বয়স বাঢ়িলে pension[21] লৈ
ভেমতে ওফন্দ্ থাম
মিটিঙত চকী আগত নেপালে
শাওদি উভতি যাম।
Nasty[22] ভাষাৰ কথাও নেভাবোঁ
Waste[23] নকৰোঁ কাল
লোকৰ জগৰ খুচৰি খুচৰি
Society[24] কৰিম ভাল।
Damn[25] অসমীয়া নুশুনো নপঢ়োঁ
নেলেখোঁ নধৰোঁ কাপ
নাম শুনিলেও Damn Damn বুলি
দূৰতে ধৰিম জাপ।

---

[1] ডেম্—এযাৰ ইংৰাজী বেয়া গালি আৰু শাও। [2] গ'টু ডেভিল্ হক—অধঃপাতে যাওক। [3] আইডিয়া—ভাব। [4] এক্‌ছপ্রেচ্—প্ৰকাশ। [5] ওৱৰ্ডৰ ষ্টক্—শব্দৰ ভঁৰাল। [6] কোৱাৰ্টৰ্ আৱাৰ্ ব্ৰেন্ খটালোঁ—পোৱা ঘন্টা মগজ খটালোঁ। [7] ট্ৰাই—চেষ্টা। [8] স্পইল্—নষ্ট। [9] গ্ৰামাৰ—ব্যাকৰণ। [10] প্ৰনন্‌চিয়েচন—উচ্চাৰণ। [11] ফিগাৰ্—অলঙ্কাৰ। [12] ফ্ৰেজ—ব্যাক্যাংশ বা খণ্ডবাক্য। [13] ইডিয়ম্—ভাব প্ৰকাশ কৰিবলৈ সৰু সৰু ধুনীয়া সহজ কথা। [14] অ'ফুলি ওৱাণ্টিং—ভীষণ-ৰূপে নাইকিয়া। [15] হাই থট্—ওখ ভাব। [16] নাইচ্ পিক্‌চাৰ—ধুনীয়া ছবি। [17] ফাইন ফাইন্—মিহি মিহি। [18] এ, বি, চি। [19] প্ৰমোচন — (উত্তীৰ্ণ)। [20] গ্ৰেট্ গুজ—বৰ বাজহাঁহ; ইংৰাজী গালি। [21] পেন্সন্। [22] নেষ্টি—লেতেৰা। [23] ওৱেষ্ট—অপব্যয়। [24] চচাইটি—সমাজ। [25] ডেম্।

## হঠাৎ "পেট্ৰিয়ট্"

আমি হঠাৎ "পেট্ৰিয়ট" (১)
(আমাৰ) হঠাৎ মহৎ মত,
আন কোনো লোকে আমাৰ মতৰ
নোৱাৰে ধৰিব তৎ।

আমিহে সকলো জানো
জনা নাই আৰু কোনো
আমাৰ বাহিৰে নাই নাই জ্ঞান
কাৰো এধানি মানো।

আমাৰ কথাই বেদ
(আমি) য'তে যাওঁ ততে ভেদ
(আমি) আজি Extremist [১] কালি
moderate [২]
পৰহি retrograde [৩]।

(আমি) ঘনাই সলাওঁ ৰীতি
(আমাৰ) হঠাৎ বদলে নাতি
(আমি) যেনে মাছ দেখোঁ তেনে জাল গোথোঁ
ইটি এৰি ধৰোঁ সিটি।

(আমি) নুশুনো যুক্তি কাৰো
নেমানো প্ৰমাণ আৰু
আমাৰ লগত মত নিমিলিলে
তুমি বিয়াগোম গৰু।

আমি বুজাটোহে সঁচা
ইবোৰ সকলো মিছা
আমাৰ নিচিনা কাৰ আছে আৰু
বুধিটো জোঙালি চঁচা?

আমি কৰা মতে ধাৰ্য
চলিব দেশৰ কাৰ্য
দেশখন খালি আমি কেইজনৰে
বাপতি সাহোন ন্যায্য।

আমিয়েই খালি সভ্য
আমিহে অকল নব্য
(আমি) আঁতৰি আঁতৰি ভেকুৰি থাকোঁতে
চুকতে হঠাৎ ভব্য।

---

[১] উগ্ৰপন্থী, [২] ধীৰপন্থী, [৩] পাচহুঁহকা

## বিজুলী

নোলায় নোলায় আৰু নোলায় নোলায়
আমনি লাগিল মোৰ বাট চাই চাই
চকু নপচৰাকৈ
তথা লাগি চাই চাই
মিছাতেহে থৰ হ'লোঁ নোলায় নোলায়।

আকাশৰ ওপৰত সোণালী বিজুলী
ক'লা সাজ পিন্ধি হৈ দুগুণে সোণালী
আহি চকা-মকাকৈ
মন মোহি থৈ গৈ
লাজত মিচিকি হাঁহি লুকাল সমূলি।

চাওঁতে চাওঁতে মোৰ লাগিল ভাগৰ
লাজত বিজুলী মোৰ নোলাল পুনৰ
লাজেই প্ৰকৃতি ভাৰ
লাজ তাৰ অলংকাৰ
লাজৰ গুণেই তাৰ ইমান আদৰ।

লুকুৱা লুকুৱা খেলি লুকুৱা এবাৰ
কবাঁহি ভাবৰ তুমি আকৌ এন্ধাৰ
ধীৰেৰে মলয়া ব'ক
মন প্ৰাণ জুৰ হক
ওলাওক বিজুলী মোৰ আকৌ এবাৰ।

ওলোৱা বিজুলী দেখি এবাৰ ওলোৱা
এবাৰ মাথোন আৰু দিশ পোহৰোৱা
কলা ওৰণিৰে সেই
তেনে চকা-মকাকৈ
মিচিকি হাঁহিটি মাৰি এবাৰ ওলোৱা

---

## জৰুৰ চাহাব হ'ম

এইবাৰ উপজিলে নেটিভ্ নহওঁ
এনে বদনাম আৰু নথওঁ নথওঁ
নেটিভ্ লেতেৰা জাত
হাতেৰেই খাই ভাত
নেটিভ্ নিগাৰ্ নাম নলওঁ নলওঁ।

পানী এৰি toilet paper[1] ধৰিলোঁ
পাঁচোটা চাহাবে নিয়া "মেম"কে আনিলোঁ
কাটাৰে ঢেকীয়া খালোঁ
ইংৰাজী গান গালোঁ
কতদিন হ'ল আজি চুৰিয়া এৰিলোঁ।

ভঁৰি কৰি লণ্ডৰাক চেলাম শিকালোঁ
"হুজুৰ" নোবোলা বাবে তলপ কাটিলোঁ
জাতি ভেদ এৰি দিলোঁ
কত নো মদকে খালোঁ
Hat Coat[2] পিন্ধি পিন্ধি কতনো খেলালোঁ।

তেনেই সলালোঁ নাম নোৱাৰা বুজিব
বিলাতী নে অসমীয়া তত কে ধৰিব
বিলাতী সপোন দেখোঁ
বিলাতী লেখেৰে লেখোঁ
তথাপিতো নোৱাৰিলোঁ "চাহাব" বোলাব।

চাহাব জনম ল'ম এইবাৰ হ'লে
নেলাগে জনম মোক চাহাবী নেপালে
বিধতাক খাটি লুটি
লয় ল'ব ভাৰ ভেঁটী
জৰুৰ চাহাব হ'ম ইবাৰ মৰিলে।

চাহাব জনম লৈ চাহাবী কৰিম
বিবিৰ লগত নিতে বাটত ফুৰিম
নেটিভে চেলাম দিব
"Sir"[3] বুলি কথা ক'ব
ছাতি নজপায় যদি দেখিম দেখিম।

দিনৌ দিনৌ খাম মেজত Dinner[4]
গেলনে গেলনে খাম বিলাতী Liquor[5]
Jelly[6] সানি, ৰুটি কণী
Swiss milk[7] চাহপানী
Oyster[8] Frog[9] আৰু Danish Butter[10]

জিভাৰ জনম মিছা Dinner[11] নেখালে
নেপায় বিবিৰ হাঁহি চাহাব ন'হলে
অলাম "হুজুৰ" নাম
দীঘল চেলাম পাম
জৰুৰ চাহাব হ'ম ইবাৰ মৰিলে।

---

[1] টইলেট্ পেপাৰ=চাহাব সকলে শৌচৰ ঘৰত, পানীৰ সলনি ব্যৱহাৰ কৰা এবিধ কাগজ।
[2] হেট্ কোট্=চাহাবী টুপী আৰু চোলা।
[3] চাৰ—মহাশয়, [4] ডিনাৰ—খানা [5] লিকৰ—মদ। [6] জেলী—ৰুটীৰ লগত খোৱা এবিধ সোৱাদ বস্তু [7] চুইচ্ মিল্ক—টিনৰ বিলাতী গাখীৰ [8] অইষ্টাৰ্—শামুক [9] ফ্ৰগ—ভেঁকোলা [10] ডেনিচ্ বটাৰ—বা ডেনমাৰ্ক দেশত তৈয়াৰী, টিনত অহা মাখন। [11] ডিনাৰ—খানা।

## আমি ভকত

ভকত ভকত আমি, কপালত ফোঁট
(আমি) বিয়া-বাক নকৰাওঁ থাকোঁ গোট গোট।
"এওঁ"ক বোলোঁ "এঁৰা" আমি
"তেওঁ"ক বোলোঁ "তেৰা"
"চাউল সিজোৱা" "ভাত"ক আৰু
"খোৱা"ক "ভোজন কৰা"।
"ঘৰ"ক বোলোঁ "বহা" আৰু
"তামোল"ক গুৱা
(আমাৰ) "মৰিচ"ক "ভোজন-ঠেলা" নুবুলিলে চুৱা।
(আমি) গোঁসাইক "গৰাকী" বোলোঁ মুখৰ আগত
"সেই পাট্" বোলোঁ হ'লে পিঠিৰ পাচত
এতেকতে আমি ভকত
আৰু আমি বৰ মহৎ।

(আমি) চুলি ৰাখি মুখ চাঁচি হওঁ তিৰী-মুৱা
(আৰু) যেনি যাওঁ, তেনি বুলি ফুৰোঁ "চুৱা চুৱা"।
নেখাওঁ তামোল, নোচোঁ ধপাতৰ হোঁকা
(খালি) গুপুততে পালে মাৰোঁ ভাং কানি হোঁপা।
প্ৰসংগত বহি আমি বোলোঁ "হৰি হৰি"
মনে মনে ভাবোঁ গৰু ম'হ টকা কড়ি।
সকলোকে দয়া কৰোঁ পৰম ধাৰ্মিক
নিভাঁজ বৈষ্ণৱ আমি নিহিংসোঁ প্ৰাণীক।
মাছ কাছ পহু আৰু চৰাই চিৰকতি
(আমি) ইয়াকো নকৰোঁ হিংসা, খাওঁ মাত্ৰ কুটি।
এতেকতে আমি ভকত
আৰু আমাৰ ধৰ্ম বৰ শকত।

(আমি) খুঁটি পাতি লওঁ গৰু ম'হ আনি লৈ
(আৰু) ধন ধাৰে দিওঁ সৰহীয়া সুত লৈ।
কুবাদৰ মেল যদি হৰিয়ে মিলায়
(তেনে) উভয় পক্ষৰপৰা কিছু পোৱা যায়।
(আৰু) খাজনা বা কৰ তোলা যদি পাওঁ ভাৰ
(তাৰো) আধাখিনি বৈ যায় হাতত আমাৰ।

(আমি) এইদৰে দুই চাৰি মহা উদিয়াওঁ
ব্যৱসায় নাই একো হৰি নাম গাওঁ।
এতেকতে আমি ভকত
আমি থকা হ'ব বৈকুণ্ঠত।

(আমি) উদাসীন ধৰ্ম ধৰি চিন্তিছোঁ "তেৰাক"
সংসাৰৰ বস্তু একো নেলাগে আমাক।
লাগে মাত্ৰ ধন সোণ ভাল কাঁহী বাটি
গৰু-খুঁটি ম'হ খুঁটি আৰু লাগে মাটি।
বিষয়-আশয় লাগে সমাজত মান
পেৰাত কাপোৰ লাগে ভঁৰালত ধান
(আমি) সংসাৰৰ আৰু বস্তু একোকে নেকাঙ্ক্ষি
বৈকুণ্ঠৰ যাত্ৰী হৈ আছোঁ ঠেং দাঙি।
এতেকতে
আমি বৰ ভকত
আমি বৰ ভকত
তেও যদি তুমি ভাবা আমি ভকত সৰু
তেনেহলে তুমি এটা জাত বলধি গৰু।

---

## শৰতৰ জোন

কোৱা শৰতৰ জোন মনচোৰ মোৰ
মনমোহা কি গুণ শিকিলা,
কি গুণৰ গুণে তুমি মোহি মোৰ মন
তোমাতেই বলিয়া কৰিলা ?

তোমাৰ মুখত মই দেখোঁ যিটি শোভা
যিটি শোভা তোমাৰ হাঁহিত,
তেনে চকু জুৰ কৰা মন প্ৰাণ হৰা
নাই শোভা মৰত ভূমিত।

দেখিছোঁ বিবিধ ফুল চকু জুৰ কৰা
ৰঙা বগা নানা বৰণীয়া,
দেখিছোঁ মধুৰ হাঁহি পুৰাৰ ফুলৰ
যি হাঁহিত ভোমোৰা বলিয়া।

যেনেহে অমিয়া আছে তোমাৰ হাঁহিত
যেনে সুধা তোমাৰ মুখত,
ভোমোৰাই তাৰ হায় মোলকে নেপায়
তেনে সুধা নোপজে ফুলত।

তোমাৰ শুৱনি মুখ সুধাৰ আকৰ।
সুধাময় কিৰণ তোমাৰ,
তোমাৰ হাঁহিত হয় সুধা বৰিষণ
ভালেতোহে নাম সুধাকৰ।

কোৰাঁচোন জোন মোক কোৱাঁ এটিবাৰ
কিয় তুমি ইমান ধুনীয়া,
তোমাৰ মুখতে আনি সানিলেনে বিধি
প্ৰকৃতিৰ যিমান অমিয়া ?

মধুৰতা সৰলতা কোমলতা গুণে
সৃষ্টিৰ সৌন্দৰ্য যত লৈ,
তোমাৰ ধুনীয়া মুখ দেখি ভোল গৈ
ললেহি নে তোমাতে আশ্ৰয় ?

বাঢেহে হেপাহ মোৰ যত চাওঁ মানে
তোমাৰ ধুনীয়া মুখলৈ,
দিনৌ আবেলি বেলি বিষোৱাওঁ চকু
চাওঁতে চাওঁতে বাটলৈ।

জানো তুমি মনে মনে ভাল পোৱা মোক
ফুটাইহে নোকোৱা আগত,
নোৱাৰা ফুটাই ক'ব নোলায় মুখত
সিটি কথা থাকে অন্তৰত।

নহলে চকুত চকু পৰিলে হঠাৎ
চাওঁতে ধুনীয়া মুখখনি,
মিচিকি হাঁহিটি মাৰি মুখ তল কৰি
কিয় ল'বা মেঘৰ ওৰণি ?

নকওঁ নকওঁময়ো ভাল পাওঁ বুলি
সিটি কথা নকওঁ মুখেৰে,
যেনেহে তোমাৰ লাজ, লাজতে নোলোৱা
সিটি কথা শুনিলে কাণেৰে।

স্বৰ্গত তোমাৰ বাস পৃথিবীত মোৰ
কত শত যোজনৰ দূৰ,
দূৰতে থাকিম মই দূৰতে মজিম
চাম হাঁহি দূৰতে তোমাৰ।

---

## ধনীৰ মোকৰ্দমা

মণিৰ গৰুৱে ধনীৰ এদিন
কঠীযাত মুখ দিলে,
গালি পাৰি পাৰি খঙেৰে ধনীয়ে
থানালৈ খেদি নিলে।

মণিয়ে বুলিলে "মুখখন তোৰ
দেখিছোঁ যেনেহে চোকা,
কোনোবাই ধৰি বুঢ়িঠাইসৰা
লগাব এদিন একা।"

গালি পাৰোঁতেই গৰুটো ইফালে
চেঁকুৰি পলাই গ'ল,
ধনীয়ে শেহত অলি পকি উঠি
কাছাৰিৰ মুৱা হ'ল।

তৰণীয়ে আহি আদৰি নিলেহি
আথে-বেথে আগ বাঢ়ি,
সুধি-পুছি চাই বুধিদি পেলালে
লগোৱা পাঁচ-শ চাৰি।

"দৰ্খাস্ত টকীয়া আৰু দুটকীয়া
যেনে লাগে কোৱা তাকে,
এটকাত গুণ পলমে ধৰিব
দুটকাত ততালিকে।
লেখা মেহনত এটকা দিলেই
টকীয়া দৰ্খাস্ত হয়,
দুটকা দিলেহে দুটকীয়া বুলি
আইন কানুনে কয়।"
দুটকা বেচতে দৰ্খাস্ত যেতিয়া
হ'ল লেখা-পঢ়া কৰা,
তৰণীয়ে বোলে "গোচৰ শকত
উকীলো এজন ধৰাঁ।"
আৰু একাধলি ডুৰস্ততে ঘটি
ওকালতনামা লেখি,
তৰণীয়ে আনি কৰিলে ধনীক
উকীলেৰে দেখাদেখি।
উকীলে বুলিলে গহীন মাতেৰে
"মোকৰ্দমা বৰ ভাৰী,
এশ এশ কৈয়ে ধাৰাই পাঁচশ
তাৰ ওপৰেও চাৰি।
শত চাৰি কৰি পাঁচশ ধাৰাতে
একুৰি বয়না হয়;
তাৰেই দুগুণ আকৌ দুকুৰি
ফীজো দিব লাগিবই।"
দহোটি টকাৰে মিনতি কৰাত
উকীলে গোচৰ ল'লে;
"গিবাৰ আহোঁতে ফীজ্‌টো আনিবাঁ"
বুলি তেওঁ কৈ থলে।
ধনীৰ দৰ্খাস্ত ফণী ফৌজদাৰে
ৰেপৰ্টৰ বাবে পাই,
"গোচৰ যথাৰ্থ" বুলি লেখি দিলে
এহাল দমৰা খাই।

হাকিমে যিদিনা ৰেপৰ্ট শুনিলে
আচামী চমন হ'ল,
দুটকা মিৰাণ ল'লে তৰণীয়ে
ধনী ঘৰলৈ গ'ল।
দিনৰ দিনাও দিলে দহ টকা
উকীলক সেৱা কৰি,
ফীজ্ কম বুলি উকীলে ধনীৰ
ছাতিটোও ল'লে কাঢ়ি।
মিচিলত গৈ ধনী মনি দুয়ো
হ'ল যেতিয়াই থিয়,
হাকিমে দুইকো ক'লে বোলে হে'ৰ
মিতি নেপেলোৱা কিয়?
উকীলে তেতিয়া ধনীক বুলিলে
'হাকিমে কৈছে সেয়া,
তৰণীক লৈ মিতি পেলাগৈ
ন'হলে কৰিব বেয়া'।
ধনীৰ মণিৰ দুইৰো তৰণী
আহি একে লগ হ'ল,
দুইকো দুজনে মিচিলৰ পৰা
উলিয়াই লৈ গ'ল।
আৰু কেবাজনো তৰণী মহৰী
টেকেলা বেঙেনা আহি,
আড়ম্বৰ কৰি পাতিলে চালিছ
গছৰ তলত বহি।
দুই পক্ষৰেই দুটকা দুটকা
লৈ মেল মৰা ধন,
ন'থৈ কোঢ়াল লগাই চালিছে
শুনিলে গোচৰধন।
দুইজনৰেই কিছু কিছু দোষ
থকাটো সাব্যস্ত কৰি,
এটকা এটকা দুইকো দুটকা
বিহিলে দণ্ড ধৰি।

দণ্ড কৰা ধন মণিয়ে ধনীক
ধনীয়ে মণিক দিব,
সমান কাৰণে নিদিলেও হ'ব
গাই গাই মৰি যাব।
গোচৰ মিতালো বুলি চালিছানে
হাকিমক গৈ ক'লে,
মিতমাত হ'ল বুলি হাকিমেও
আচামী খালাছ্ দিলে।
মেল মৰা ধন মেলুৱা সকলে
সমানে ভগাই খালে,
গোচৰ এনেহে বুলি ধনীবাৰে
তেতিয়াহে হুচ্ পালে।

---

## দেশৰ উন্নতি

উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ
পলম নকৰি ততালিকে লাগি পৰাঁ
সোণাপুৰ দেশখন
পালেগৈ ৰসাতল
লঠিয়া মাৰিৰে এক দোপে দাড়ি ধৰাঁ।
উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ।

দূৰ হ'ব লাগে যত দেশৰ দুৰ্গতি
সকলোৰে হ'ব লাগে সজ বুধি মতি
ম'হ-কটা কালীপূজা
গায়নেৰে নাম গোৱা
পঁচা তুলি গাঁৱে গাঁৱে পাতি দিওঁ ধৰাঁ।
উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ।

চুবুৰিয়ে চুবুৰিয়ে সাজঁ। নামঘৰ
খেল সুধিবৰ তাত প্ৰয়োজন বৰ
কোনে দাড়ি সুখুড়ায়
জোতা পিন্ধি পানী খায়
মেল মাৰি ডঁৰ লোৱা যত মানে পাবা।
উন্নতি কৰাঁ, দেশৰ উন্নতি কৰাঁ।

এতিয়াও তিৰোতাই বন কৰি মৰে
এতিয়াও বিহামেখেলাকে পিন্ধি ফুৰে
পঢ়োৱা নভেল আনি
পিন্ধোৱা ঢাকাই শাৰী
বিদেশী গহনা কিনি নাকে কাণে আৰাঁ।
উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ।

উন্নতি সাধিনী সভা পাতি পাতি লোৱা
Honorary[1] সভাপতি Secretary[2] হোৱা।
দীঘল বক্তৃতা কৰি
বৰগুনি তুলি আনি
দোকানৰ চোলা কাপোৰৰ ধাৰ মাৰাঁ।
উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ।

চল্ চাই সুত লৈ ধাৰে দিয়া ধন
বঢাই সুতৰ সুত কৰাঁ দহগুণ
ঘৰ বাৰী ভেঁটি মাটি
সোপাকে ধাৰতে মাৰি
কাঢ়ি লৈ দুখীয়াক পাবা মানে তাৰাঁ।
উন্নতি কৰাঁ দেশৰ উন্নতি কৰাঁ।

চাৰি কুৰি বছৰতো নেৰিবাঁ উলাহ
উন্নতি নহয় একো ন'হলে উৎসাহ
হওক বয়স বুঢ়া
আকৌ কৰোৱা বিয়া
কেঁচুৱা ছোৱালী আনি বাৰী কৰি মৰাঁ।
তি কৰাঁ দেশৰ উন্নতি কৰাঁ।

[1] অনৰেৰী—দৰ্মহা নোখোৱা। [2] চেক্ৰেটৰী—সম্পাদক

সত্যতহে সত্য ক'ব কলিত অসত্য
বহুতে নেজানে এই শাস্ত্ৰৰ সুতত্ত্ব
যত পাৰা ধন লৈ
ৰৰ পাগ মাৰি গৈ
মিছা গোচৰত মিছা সাক্ষী হৈ পৰা।
উন্নতি কৰা দেশৰ উন্নতি কৰা।

নিজৰ উন্নতি হ'লে দেশৰ উন্নতি,
নিজৰ উন্নতি হ'ব ধন হ'লে অতি
চাঁহি-মুহি সকলোকে
"যেন তেন" প্ৰকাৰেৰে
ধন ঘটি স্বদেশৰ উন্নতি আচৰা।
উন্নতি কৰা দেশৰ উন্নতি কৰা।

---

## চন্দ্ৰ

সুধাকৰ,
পৰম প্ৰেমিক তুমি; প্ৰণমো তোমাক।
আছিলা এদিন হেনো
একে অংগ পৃথিবীৰে তুমি;
পৃথিবীয়ে এৰিলে তোমাক
খেদিলে আঁতৰ কৰি।

তথাপিতো হায়
নোৱাৰিলা ছিঙি যাৰ প্ৰেমৰ বন্ধন;
ঘূৰিব লাগিছা তুমি
পৃথিবীৰ চৌপাশে সদায়,
দেখুৱাই উচ্চ আৰ্হি জীৱ জগতক—
স্বাৰ্থ নাই অচল প্ৰেমত।

---



## মহাপুৰুষে ভেঁটী খালে

মহাপুৰুষেই নতুন ধৰম
আপুনি সৃজন কৰি,
ভাবিছিলোঁ বোলোঁ বামুনৰ গপ
তেনেই ভাঙিলে খৰি।
এতিয়া দেখিছোঁ বামুনেই গঢ়া
সেই চতুৰ্ভুজ হৰি,
সেই শংখ চক্ৰ, সেই বনমালা
সেই পীতাম্বৰধাৰী।
সেই হৰিনাম, নিষ্কাম কৰম,
সেই ভক্তি হিয়া ভৰা,
শৰাধ বিধিও সকলোবোৰেই
একেটা সাঁচতে মৰা।
কীৰ্ত্তন দশম আৰু নামঘোষা
গুণমালা ৰত্নাৱলী,
সোপাই তেনেই বামুনীয়া পুথি
ভাঙি থৈ গ'ল খালি।
মিছাতে নতুন বুলি ভাবিছিলোঁ
ধৰ্ম মহাপুৰুষৰ,
বামুন-ধৰ্মৰ ৰৰ কাৰেঙেৰে
ইও এখোঁটালীৰ ঘৰ।
নতুন ধৰম উলিয়ালে বুলি
কৰি গ'ল লেটি-পেটি,
সিয়ান বামুনে মহাপুৰুষক
নিশ্চয় খুৱালে ভেঁটী।
সেই কাৰণেহে মহাপুৰুষেও
এনে ফাকি-ফুকাকৈ,
বামুনইতৰে হকে খাটি গ'ল
Missionary[1] কামলৈ।

---

[1] মিছনাৰী—ধৰ্মপ্ৰচাৰক পাদ্ৰী।

## শুচি

পৃথিবীত ভাৰতেই খালি শুচি দেশ
তাৰ ভিতৰতে শুচি অসম প্ৰদেশ।
অসমৰে আৰু শুচি আমাৰ জিল্লাই
আমাৰ মহকুমা কিন্তু শুচি তাতোকৈ।
যতখিনি মৌজা আছে ই মহকুমাৰ
সকলোতকৈ শুচি মৌজাটো আমাৰ।
এই শুচি মৌজাটোৰ আমাৰ গাঁৱেই
সকলো গাঁৱতকৈ শুচি অতিশয়।
আমাৰ গাঁৱৰ পুনু জানিবা স্বৰূপ
আমাৰ চুবুৰি শুচি আকৌ এদোপ।
এই হেন শুচি চুবুৰিৰ ভিতৰৰ
বৰ শুচি যি কেঘৰ আমাৰ বংশৰ।
শুচিৰো ওপৰ শুচি এই বংশৰেই
তেনেই নিভাঁজ শুচি আমাৰ ঘৰেই।
আমাৰ ঘৰত কিন্তু ময়েহে মাথোন
শুচিৰো বিশুদ্ধ শুচি যেনে খপাসোণ।

---

## ধূলি-কণা মই

যিদিনা মৰিম মই, সেইদিনা বাৰু
জগতৰ কেনি হানি হ'ব?
মৰিলোনে আছোঁ মই, এই কথাকেনো
পৃথিবীৰ কিমানে জানিব?

মই মৰিলেও দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব;
গছত ফুলিব ফুল, বতাহ বলিব
নিজ বাটে নক্ষত্ৰ ঘূৰিব।

আজিৰ দৰেই নিতে জগত চলিব
নাই তাৰ অকণো সংশয়;
এই বিশ্ব সংসাৰৰ কোনো নিয়মৰে
লৰ-চৰ অলপো নহয়।

মই নোহোৱাবাবে এই জগতৰ
কোনো কাম পৰি নেথাকিব,
কামত বিভোৰ এই বিশাল বিশ্বই
মই মৰা গমকে নেপাব।

অনন্ত বিশ্বৰ এই অসংখ্য ধূলিৰ
এটি মাত্ৰ ধূলি-কণা ইম;
মোৰ বিহনে এই বিপুল সৃষ্টিৰ
কেনিও অকণো হানি নাই।

---

## মাছ

( অমিত্ৰাক্ষৰৰ নমুনা )

হে মাছ, নথকা হ'লে তুমি
কিহেৰে নো খালোঁহেঁতেন সদাই ভাত!
ৰৌ বৰালি বাহু চিতল মিৰিকা
পুঙা আৰি কচ্ ভেউ ধঁৰিয়া খঁৰীয়া
সাল শ'ল চেঙা শিঙী
ককিলা খালৈ-ভাঙী কাৱৈ মাগুৰ
গৰৈ চেঙেলী
খলিহা ভেচেলি
ধাঁমী তোৰা ইলীহি কাজুলি
কুচি চেনি পাভ বছা গাগল শিঙৰা
মৰঠী কলীয়া জৰা এলেং বটীয়া
নাৰ বাট বৰছোৱা পুঠী ভঁনিকণা

লাউপটা চন্দা মোৰা মিছা—
কতনো ৰূপেৰে তুমি
বিৰাজিছা নৈয়ে বিলে পুখুৰীয়ে
খালে ডোঙে, এই জগতত !
ধন্য তুমি,
কত ভকতত লাগিছা দিনৌ !
ভাজা বা পাতত দিয়া কিম্বা পুৰি লোৱা,
খৰিকাত দিয়া নতু খাৰ ৰান্ধি খোৱা
নহ'লে টেঙা বা জলা যিহকে ৰান্ধিবা
তাকে খাই এৰিব নোৱাৰি।
ভাগ্যবান তুমি মাছ—
প্ৰথমে তোমাৰে ৰূপ ধৰিহে ঈশ্বৰে
'উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত' ;
তোমাকে লোকক বেচি
কত লোকে ভাত মোকোলায় ;
তোমাৰে বেপাৰ কৰি 'বিষয়া' বোলায়।
এতেকে হে মাছ ;
তোমাৰ মহিমা দেখি তবধ মানিছোঁ।
কৰিছোঁ মিনতি যেন
নেৰিবা কদাপি মোক ;
দুই বেলা ভাতৰ লগত
পাওঁ যেন এচকল সদাই তোমাৰ।

---

## বামুণ নেৰিবা পালে

বামুণ বোৰেই ভাৰতবৰ্ষৰ
যত আপদৰ মূল ;
বামুণেই দেশ নিগমে মাৰিলে
নাই তাত কোনো ভুল।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

ৰাৱণ ৰজাটো বামুণ কাৰণে
কত দুৰ্ঘটনা হ'ল !
ৰাম ৰাৱণৰ ৰণৰ তাপতে
দেশ তললৈ গ'ল।
কৌৰৱ পাণ্ডৱ দুই ফৈদেই
বামুণ তেজীয়া ৰজা ;
সেই কাৰণেহে ৰণ কৰি কৰি
মাৰিলে অতেক প্ৰজা।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

বামুণে পাতিলে দ'ল দেৱালয়
হীৰা মুকুতাৰে ভৰা ;
তাৰ কাৰণেই মহ্‌মুদে আহি
লুটিলেহি বহঘৰা।
বামুণেই মাথো যুদ্ধ ব্যৱসায়
ক্ষত্ৰিয় কেটাক দিলে ;
এমুঠি ক্ষত্ৰিয়ে ৰাখে কেনেকৈ
দেশ মছলমানে পালে।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

বামুণবোৰে কিবা চক্ৰান্তত
ইংৰাজে ল'লেহি দেশ ;
ইংৰাজক দেখি টিমক বামুণে
সলাই পেলালে বেশ।
পূজা সেৱা এৰি কামত সোমাল
জাকেই বিষয়া হ'ল ;
সিহঁতৰ বাবে লোকৰ ভাগত
কাম কম পৰি গ'ল।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

চৈতন্য বামুণে কংগ্রেছ্ পাতি
টেঁটু কাণি চিয়ঁৰিলে ;
ভোলোণ্ডা ইংৰাজে বিমোৰত পৰি
নতুন 'ৰিফৰ্মছ্' দিলে।
তাৰ আলমতে অসহযোগেৰে
ভাৰত উপচি গ'ল ;
সেই বাবতেই গোটেই দেশখন
ন'থৈ জীয়াতু হ'ল।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

বংগৰ বিভাগ ৰাওলট্ বিল
ইও দোষ বামুণৰ ;
বামুণেই ধৰি কিবা ফিকিৰেৰে
বঢ়োৱালে লোণ কৰ।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

মুক্তিৰ পথকো ৰাহু বামুণেই
ফাকি দি লুকাই থ'লে ;
কল কুঁহিয়াৰ মাহৰ লোভত
পূজা সেৱা উলিয়ালে।
গৰু গাহৰিৰ সাকৰা মঙহ
নিজে পেট ভৰি খালে ;
নিষেধ বিধানি শতরু শালিলে
লোকৰ বেলিকা হ'লে।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

এমুঠি বামুণে কুৰ্চ্চুট্ কৰি
আহোমৰ তেজ খালে ;
হিন্দু পাতি লৈ দু'দিনতে ধৰি
সাহপিত্ মাৰি দিলে।
বামুণেই দেশ খালে,
বামুণ নেৰিবা পালে।

জাৰ্মান বজাটো কুলত কি জানি
বামুণ থাকিব পায় ;
ন'হলে কিৰূপে পৃথিৱীখনকে
মাৰিব লট্ঘটাই ?
(ওঠৰশ) সাতাল্লৈৰ ভুঁইকপটোৰো
দায়ী এই বামুণেই ;
জহনী গ্ৰহণী আকাল অগনি
আনে খালি ইহঁতেই।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

ভাৰতৰ শ্ৰী পলাল কেনিবা
ইহঁতৰ গতি দেখি ;
বামুণবোৰক টেঁটু চেপি মাৰাঁ
পুথি সোপা কাটি ৰাখি।
নতু খেদি দিয়াঁ হাবিত সোমাই
মৰক তপস্যা কৰি ;
বনৰজা ঘোঙে খাওক বাপেকে
জাকে জাকে ধৰি ধৰি।
বামুণেই দেশ খালে ;
বামুণ নেৰিবা পালে।

---

## দাঁত আৰু জিভা

শিলৰ নিচিনা টান শৰীৰ দাঁতৰ
বয়সেও দাঁত সৰু জিভাহে ডাঙৰ।
তেও আগেয়েই দাঁত কিয় নাশ পায় ;
আলসুৱা হৈয়ো জিভা লগতেহে যায়।
দাঁতৰ বাজত যদি পৰে কেতিয়াবা
আচলে-পিচলে গৈ কুমলীয়া জিভা,
হিংসুক অধম দাঁত মিলি দুইপাৰি
চলপাই ভতালিকে ধৰে চেপা মাৰি।

জিভাৰ স্বভাৱ কেনে সৰল মহৎ !
সোমালে সামান্য শাল দাঁতৰ মাজত,
যত তাৰ অপকাৰ সকলো পাহৰে
যদি মুজি সেই শাল সুলিয়াই নেবে !

ন্যায় বিচাৰক বিভু স্বামী জগতৰ
শীঘ্ৰ-নাশ বিধানিলে হিংসুক দাঁতৰ ;
পৰ উপকাৰী আৰু চেনেহী জিভাৰ
ন'থলে অকাল মৃত্যু যন্ত্ৰণা বিকাৰ।

———

## শিক্ষিতৰ কৰ্তব্য জ্ঞান

গোপীনাথ মহাপেছে
খাৰনিৰে ভাত খাই
পুতেকক দিলে কলেজত ;
পুতেক মহেন্দ্ৰনাথে
হুইঁকি পিছলি থাকি
এম্. এ. পাছ কৰিলে শেহত।

হৰিষত গোপীনাথে
হাততে স্বৰগ পালে
আপোনাক কৃতাৰ্থ মানিলে ;
বহুতক খাটি-খুটি
বহু আগভাগ কৰি
পুতেকক কামত সুমালে।

মহেন্দ্ৰই মহাসুখে
গুৱাহাটী নগৰত
হেট্ পিন্ধি বৰ কাম কৰে ;
ডিবুকৰ কাছাৰিত
ছিৰলী চুৰিয়া পিন্ধি
গোপীনাথে কাপ মিহি কৰে।

গোপীনাথে চাই চিটি
যদি মুজি ধন ভাঙি
মহেন্দ্ৰৰ বিবাহ পাতিলে
মহেন্দ্ৰই বিয়া কৰি
কন্যাক ৰেলত তুলি
চুটি মেলি গুৱাহাটী পালে।

মাৰাৰ বেমাৰ টান
বুলি কৰি টেলিগ্ৰাম
গোপীনাথে মাতি পঠিয়ালে ;
জেঠেৰি আহিব. দেখি
এবাৰ সোৱাৰে বুলি
মহেনে ডাকত চিঠি দিলে।

ঘৰত নিদিয়ে ভৰি
ধন-বিত্তো নপঠায়
চিঠিও নেলেখে মহেন্দ্ৰই ;
বাপেক মাকৰো আৰু
খবৰ নলয় একো
কাণকে নকৰে ঘৰলৈ।

পুতেকৰ গতি দেখি
ভাবনাতে গোপীনাথ
খীণাই শুকাই ক'লা হৈ,
পূজাৰ ছুটীটো পাই
চাই আহোঁ বুলি ভাবি
নিজে গুৱাহাটী পালেগৈ।

পুতেকক লগ ধৰি
আলহ্ কুলহ্ কৰি
গোপীনাথে কুশল শুধিলে ;
বহুদিন দেখা নাই
চাবলৈ বুলি তোক
নিজেই আহিলোঁ বুলি ক'লে।

মহেন্দ্ৰই বোলে বাক
শুচি যা এতিয়া আৰু
নেথাকিবি বঙলাত মোৰ ;
নেপাৱ ইয়াত ঠাই
ক'লা অৰ হ'ব পাই
দেখিছো চেহেৰা বেয়া তোৰ।

গোপীনাথে বোলে মোৰ
হোৱা নাই ক'লা অৰ
হ'লেও খেদিবি কিয় তই ?
তই ক'লা অৰ ভুগি
মৰোঁ মৰোঁ হওঁতেও
ফুৰিলোঁ বুকুত বান্ধি মই।

মহেন্দ্ৰই বোলে তই
ফুৰিবিতো অৱশ্যেই
সেয়ে তোৰ কৰ্তব্য তেনেই ;
গোপীনাথে বোলে তেনে
তোৰো বাক মোৰ প্ৰতি
নাইনে কৰ্তব্য তেনেই ?

মহেন্দ্ৰই বোলে যদি
খুজি মাগি ভাত মুঠি
নোৱাৰহে খাব মোকোলাই ;
তেতিয়া লাগিলে ভাল
দিব পাৰোঁ মাজে মাজে
দুই চাৰি মহা দলিয়াই।

ইয়াৰ বাহিৰে আৰু
মোৰ ওপৰত তোৰ
কোনো প্ৰকাৰৰে স্বত্ব নাই ;
কোনো এম্. এ. পাছ লোকে
কোনো নব্য কিতাপতে
কেতিয়াও বিচাৰি নেপায়।

গোপীনাথে বোলে হায়
কিয়নো পঢ়ালোঁ তোক
অত ধন ভাঙিলোঁ কিয় বা ?
মহেন্দ্ৰই বোলে ধৰ
কৰিছিলি কাৰবাৰ
মূলধনো হেৰাল জানিবা।

দুখাৰ চকুলো টুকি
একে চাঁতে থিয় হৈ
গোপীনাথে ছাতি লাঠি তুলি,
ৰেল ধৰিবৰ বাবে
বেগা-বেগি খোজ ল'লে
জানিবা মৰিলি তই বুলি।

---

## হাকিমী বিয়া

গোলাপে যেতিয়া বি. এ. পাছ কৰি
ল'লেহি হাকিমী কাম
উজানে ভাটীয়ে ছোৱালী হাটত
লাগি গ'ল ধুম ধাম।
ছোৱালী যাচোঁতা মানুহে দিনো
লগালে তেনেই লাগী,
গোলাপে কিন্তু সকলোকে ক'লে
উহুঁ উহুঁ খালি।
ইয়াকে কৰোঁতে গোলাপৰ মোল
দোপে দোপে গ'ল বাঢ়ি,
গোলাপে ভাবিলে বহালোঁ বাপেকে
মিচিকি হাঁহিটি মাৰি।
যদু বৰুৱাৰ সুখৰ সংসাৰ
ধনৰ অভাৱ নাই

'সাবিত্ৰী নামেৰে একেটি ছোৱালী
নাৰে গাঁৱে মিলি যায়।
'দৰা বাছি বাছি যত্নৰে শেহত
গোলাপকে ধৰিলেহি,
গোলাপে দেখিলে ডাঙৰ ৰবালি
জালত পৰিছে আহি।
বুলিলে শেহত গহীন মাতেৰে
গহীন ভাবেৰে ঘোৰ,
'বিয়া নকৰাওঁ বুলি হ'লে একা.
আছিল প্ৰতিজ্ঞা মোৰ।
আপোনাৰে তেও হোক উপকাৰ
প্ৰতিজ্ঞাকে এৰোঁ আৰু
বিযাৰ খৰচ দুকেজাৰ টকা
হাততে দিয়ক বাৰু।'
দৰা ভাল দেখি যত্ন ৰকৰাও
ৰঙেৰে মাস্তি হ'ল
সাবিত্ৰীয়ে আহি শতৰী খটাবো
ছমাহ উকলি গ'ল।
নভেলত পঢ়ি কলিকতা ফুৰি
চাই চাই থিয়েটাৰ
গোলাপৰ একা প্ৰেমৰ ধাৰণা
পকি উঠিছিল বৰ।
ছমাহ কালতো সাবিত্ৰীয়ে দেখোঁ
"প্ৰাণনাথ" নুবুলিলে
'তুমি যদি মৰা মই বিহ খাম'
ইয়াকেনো ক'ত ক'লে!
জুলিয়েটে কোৱা তভেক কথাৰ
এৰাবো যি নক'লেই
থিয়েটাৰী সেই আও ভাওবোৰো
নাই নাই এধানেই।
বি.এ. পাছ কৰা হাকিম মানুহ
বুধি অতিশয় চোকা

গোলাপে ভুৰন্তে থিৰাং কৰিলে
সাবিত্ৰী অসতী একা।
ধৰ্ম অৱতাৰে অধৰ্ম নসহে
'তালাক্' বিহিলে দণ্ড
সাবিত্ৰীক আহি বাপেকে নিলেহি
প্ৰথম অধ্যায় অন্ত।

॥ ২ ॥

ভোগালী খাতৰ কদাই কুমাৰে
নতুন চহকী হৈ
নগৰত চকী পাবৰ কাৰণে
ফুৰিছিল চৰ্ল চাই।
হাকিম-সাবিত্ৰী কাহিনী যেতিয়া
গাঁকে ভুঁযে বিয়পিলে
কদায়ে ভাবিলে এইহেন চল
হৰিয়েহে কৰি দিলে।
ততালিকে তেওঁ জোতা কিনি আনি
ভৰিত সুমাই লৈ
গোলাপৰ ঘৰ পালে কোনো মতে
শোৰাই খোৰাই গৈ।
মধু চাপ্ৰাছীক ধৰি মেলি মান
হাকিমক দেখা পালে
বহুত চেলাম শোধাই ভয়েৰে
জীয়ৰীটি যাচি দিলে।
মধুৰে বুলিলে "নেলাগে দেউতা
ৰৰৰ জীয়াৰী আৰু
সক মানুহৰ ছোৱালী এটিকে
আনি চাওকচোন বাৰু।
বৰৰ নহৈ সকৰ জীয়ৰী
হোৱা হ'লে বউদেও
পাৰিলেহেঁতেন জানো দেউতাক
এনেটো কৰিব তেওঁ?"
গোলাপে ভাবিলে হওঁতেও হয়
প্ৰমাণকে হ'ক চোৱা

কদাইক বুলিলে "একো কথা নাই
বিয়া পাতাঁগৈ যোৱা।"
কদায়ে ভাবিলে বহালোঁ বাপেকে
এওঁৱে শহুৰ হ'লোঁ।
নগৰত চকী পাবৰ কাৰণে
বাট মোকোলাই ল'লোঁ।
ঢুলীয়া আহিল উৰুলি পৰিল
বামুণে মন্ত্ৰ গালে
গাঁৱৰ মানুহে জল-পান খালে
বিয়া হৈ গ'ল ভালে।
নতুন গৃহিণী নোৱাৰিব যাতে
কদাপি অসতী হ'ব
গোলাপ হাকিমে তাৰবাবে অতি
ধৰিলে যত্ন ল'ব।
চাকৰে নাকৰে দেখিব নেপায়
নিদিয়ে কেনিও যাব
তেওঁৰ বাহিৰে মতা মানুহৰ
ছবিও নিদিয়ে চাব।
বাৰীৰ বাহিৰে কোনোটো মানুহ
দেখে বুলি কোনো ৰূপে
দীঘল দীঘল টিনেৰে চকোৱা
দিয়ালে চাৰিও ধাপে।
হাকিমে পত্নীক চাবি মাৰি থৈ
অফিছ্ কৰিব যায়
তিৰী জাতিটোত যিহেতু মুঠেই
অকণো প্ৰত্যয় নাই।
মুকলি মুৰীয়া গাঁৱৰ জীয়ৰী
কদাই-নন্দিনীয়ে
গুণি-থাকে কিয় হাকিমে তেওঁক
নিজান ফাটক দিয়ে।
এনে জীয়াতুৰে কাক ক'ত বাৰ
কত কাল আৰু যুজে?

সেই গুণে তেওঁ নিজ গাঁৱলৈ
ঘনে ঘনে যাব খোজে।
এই কাৰণতে গোলাপ হাকিমে
খাটাং বুজিলে পাচে
গাঁৱত নিশ্চয় এইৰ কোনোবা
গুপ্ত প্ৰণয়ী আছে।
হাকিমে তেতিয়া বিনা 'কৈফিয়তে'
অতি লৰা-লৰি কৰি
নিজ গৃহিনীক কদাইক তুৰন্তে
দিলে 'ওৱাপোচ্' ধৰি।
কদায়ে ভাবিলে কাক দোষ দিম
দোষিছোঁ কপাল মোৰ,
এই আখ্যানৰ দ্বিতীয় অধ্যায়
ইয়াতে পৰিল ওৰ।

॥ ৩ ॥

গোলাপে দেখিলে বাঁহতল হ'ল
তেনেই গুচিল ঘৰ
সকলো কথাৰে চিজিল হেৰাল
হ'ল বেমেজালি বৰ।
কেঁয়াই দিয়াহি ডালীৰ বাদাম
খোৱাতে কেনিবা যায়
ভেঁটা পোৱা বৌ বাৰতে ওলমে
তেওঁ শুদা ভাত খায়।
বজাৰৰ মালে আনে মানে নাটে
ধনেই দ'মাই ভাগে
একেটা মালকে প্ৰায়েই সদায়
তুবাৰো কিনিব লাগে।
গৃহিণী নোহোৱা কাৰণৰে বাবে
ভাগি যায় ঘৰখন
গোলাপে সি হেতু ঘৰ পাতিবৰ
তুনাই মেলিলে মন।
ছমাহ বিচাৰি চলাঠ্ কৰিলে
নগাঁৱ ছোৱালী পোৱা

সকলোৱে বোলে    আমাৰ ছোৱালী
নিদিওঁ উভটি যোৰা।
পাটৰাউণীৰ    ভজো কলিতাৰ
জীয়েক চেঙেলী দৈ
মুখ চোকা বুলি    খোজে঳তা নহ'ল
আছিল থুপৰী হৈ।
বিয়াৰ খৰচ    আৰু এহেজাৰ
গা-ধন বুলি ভৰি
গোলাপে শেহত    তেওঁকে বিবাহ
কৰাই পেলালে ধৰি।
চেঙেলীয়ে আহি    ঘৰ সোমায়েই
নৌ ঘুৰোঁতেই পৰ
মুখৰ বলতে    হাকিম জনক
তেনেই কৰিলে বশ।
হাকিমৰ কথা    নুশুনে সমুলি
যেনে মন যায় কৰে
দায়-দোষ কিবা    ধৰিব খুজিলে
পাৰে মানে গালি ধৰে।
আবুৰৰ ধাৰ    নেধাৰে মুঠেই
উদং মূৰেৰে ফুৰে
পূৰা কি গধূলি    চিয়ঁৰি চিয়ঁৰি
দিনৌ কাজিয়া কৰে।
হাকিমে শাসন    কৰিব খুজিলে
গালি পাৰে আৰু কান্দে
বৰ চাহাবক    কওঁগৈ বুলি
বুকুত মেঠনি বান্ধে।

গোলাপে দেখিলে    গৃহিণী গৰাকী
নহয় আগৰ দৰে
ছুৰি-মুৰি আৰু    নোৰাৰি কৰিব
ঠিক নাই কিনো কৰে।
আগত চুজনা    পত্নীয়ে যদিও
বহু মাৰ কিল খালে
এওঁ নিতান্ত    অনৰ্থ ঘটাব
তেনে ব্যৱহাৰ পালে।
যিহেতু এতিয়া    গোলাপ হাকিমে
'নিজত্ব'টো এৰি দিলে
চেঙেলীয়ে মাথো    যিৰূপে চলাই
তেনেৰূপে তেওঁ চলে।
তেওঁৰ হাতত    এওঁ জানিবা
হ'ল নাকি-লগা ম'হ
পঁচি বুলিলেই    পঁচি হৈ পৰে
দহ বুলিলেই দহ।
বাহিৰে ভিতৰে    গোলাপৰ মাথোঁ
চেঙেলী মুৰব্বী হ'ল
চেঙেলী পদত    হাকিম গৰাকী
গলি পমি লীন গ'ল।
হাকিমৰ আৰু    ঘৰত এতিয়া
হাকিমালী নাই লেশ
হাকিমী বিয়াৰ    শেষ অধ্যায়টো
এই খিনিতেই শেষ।

---

# বিদ্যুৎ-বিকাশ

## প্ৰথম আখ্যা

### বৰ লাভ

বেদান্তই ব্ৰহ্ম আখ্যা দিয়ে যিজনক
পৰম পুৰুষ যাক বোলে কোনো জনে
কোনোৱে বিশ্বৰ নতু ঈশ্বৰ কাৰণ,
প্ৰণতি জনাওঁ সেই নিত্য সত্য
সদাশিৱ অজ্ঞেয় বিভুক।
তেওঁৰ কৃপাত যেন
গ্ৰন্থৰ ৰচনা মোৰ হয় মধুময়।

বাজ আজি বীণা মোৰ গহীন ৰাগেৰে
মধুৰ ঝংকাৰ তুলি মধুৰ সুৰৰ,
ললিত গম্ভীৰ ধ্বনি উঠক সঘনে।
তুমিও কল্পনা দেৱী, ভাব প্ৰবাহৰ
লহৰি ৰাজিৰে মোৰ অন্তৰ পুৰোৱা।

সমুদ্ৰ পাৰৰ এক নিৰ্জন স্থানত
যোজন যোজন ব্যপা প্ৰস্তৰ প্ৰদেশ।
নাই তাত তৃণ-তৰু-লতা
পশু পক্ষী মানৱৰ নাই সমাগম।
একালে জলধিজল, ইফালে প্ৰস্তৰ
ওপৰত মহাশূন্য অসীম অম্বৰ,
তাৰ ব্যতিৰেকে দিগ্‌দিগন্তক জুৰি
নয়ন গোচৰ একো নহয় কেনিও।
অবাৰিত তপনৰ প্ৰচণ্ড তাপেৰে
নিতো ৰণ কৰে তাত
সাগৰৰ সুশীতল অনিল-প্ৰবাহে
সাগৰ সলিল স্পৰ্শি

ৰাজে এক স্ফটিকৰ গিৰি বিতোপন,
সাগৰ তৰংগ যাৰ পাৰত যোগায়
ফেন ৰূপে দিব্য মালা শুভ্ৰ কুসুমৰ।
সূৰ্যদেৱে মেঘহীন বিমল দিনত
শশাংকই পোহৰ ৰাতিত
হীৰা-মুকুতাৰ সাজ পিন্ধায় সাদৰি;
গৌৰৱেৰে গিৰিবৰ উজ্জ্বলি জিলিকে
উন্নত শিৰেৰে থাকে গৰ্বেৰে সততে,
বোলাই একাধিপতি
সমুদ্ৰকো জুৰি সেই নিজৰ ৰাজ্যৰ।

সেই গিৰিৰেই এক গহীন গুহাত
তপত নিমগ্ন এক নবীন তপসী।
কষ্ম হ'ই দীৰ্ঘ কেশে, সঘনে শ্মশ্ৰুৱে
জটা বান্ধি আৱৰিলে বদন মণ্ডল,
জলদৰাশিয়ে যেনে ঢাকে দিবাকৰ,
আঙুলি সমান দীৰ্ঘ হ'ল যত নখ,
অস্থিচৰ্মসাৰ হ'ল বিপুল শৰীৰ।
সুযোগ্য স্থানত এনে,
বিশাল জলধিদৃশ্য ল'ই সমুখত
বহু কাল আচৰিছে কঠোৰ তপস্যা,
ধ্যান কৰি অহৰ্নিশি
চতুৰ্ভুজ বিষ্ণুৰ মুৰতি।

নিৰাকাৰ অব্যক্ত ঈশ্বৰ
বহিৰ্ভূত ধ্যান ধাৰণাৰ,
উপলব্ধি কৰিব নোৱাৰি লোকে
নানা জনে নানা ৰূপে ভজে।

ভাৱগ্ৰাহী জনাৰ্দনং,
যেয়ে যেনে ৰূপে ভাবে
ভকতৰ অভীষ্ট সিদ্ধি কৰে তেনে ৰূপে
আচম্বিতে তাপসৰ কাণত বাজিল
—"উঠা ভকত, তুষ্ট হ'লোঁ
এৰা এই দুৰ্ঘোৰ তপস্যা।"

নিমীলিত নেত্ৰ মেলি
বিস্ময়েৰে দেখে যোগীবৰে
সন্মুখত জ্যোতিৰ্ময় বিষ্ণুৰ মুৰতি
দীপ্তি কৰে কান্তি যেনে সহস্ৰ ভানুৰ।
ওপৰে ঈষৎ নীলা
চন্দ্ৰতাপ মুক্ত গগনৰ
তলত সুনীল জলৰাশি,
মাজত সুঠাম সেই সুশ্যাম মুৰতি
গৰুড়স্কন্ধত আহি শূন্যত বিৰাজে;
কৃপাময় সহাস্যবদন
শংখ-চক্ৰ-গদাম্বুজ-বনমালাধাৰী;
পৰি পৰি দণ্ডৱত কৰিলে সাধকে।
হৰিয়ে বুলিলে বাণী মধুৰ স্বৰেৰে
—"লোৱা ভকত, বাঞ্ছা যেনে বৰ।"
কৰ যুৰি জনালে যোগীয়ে—
"ভক্তি দিয়া তযু চৰণত,
দিয়া বৰ কৃপা কৰি,
অমৰ অজেয় যেন হওঁ জগতত।"

ঈষৎ সুহাস্য কৰি
দুনাই বুলিলে শ্ৰীহৰিয়ে
—"মৰ্ত্য জগতৰ ৰীতি জনম মৰণ,
নকৰোঁ অন্যথা তাৰ;
দিলোঁ বৰ, অদ্বিতীয় বীৰ হবা,
প্ৰসিদ্ধি লভিবা
দেৱৰো অবধ্য হ'বা তুমি,
নোৱাৰিব ৰোগ কিম্বা অস্ত্ৰই মাৰিব।
মহাত্যাগী সাধুৰে কোনোবা
স্বইচ্ছাৰে তনু ত্যজি
যেকদণ্ড দিয়ে যদি দান,
সেই অস্থি-বিনিৰ্মিত অস্ত্ৰেৰে কেৱল
ঘটিব পাৰিব মৃত্যু, নচেৎ নোৱাৰে
এই বুলি, অন্তৰ্ধান হ'ল হৃষিকেশ।

দিব্য দৃষ্টি পাই সেই মংগলময়ৰ
পূৰ্ব কান্তি লভিলে শৰীৰে,
ক্ষীণ শুচি বীৰবপু হ'ল পুনৰপি।
বৰৰ গুণত লভি
শত মত্ত মাতংগৰ বল
প্ৰস্থানিলে যোগীবৰে
আপোনাৰ আলয় উদ্দেশি।

---

## দ্বিতীয় অধ্যা

### বিজয়

কোন এই ভাগ্যধৰ তাপস প্ৰবৰ,
পৰিচয় জনাওঁ ইবাৰ—
ত্বষ্টা নামে মুনিবৰ ব্ৰহ্মাৰ নন্দন,
বিবাহিলে তেওঁ এক অসুৰ কুমাৰী;
জন্মিল দুৰন্ত পুত্ৰ, বুদ্ধিমান অতি
ত্ৰিশিৰা নামেৰে খ্যাত
মদ্যপায়ী অসুৰপ্ৰকৃতি;
বলেৰে যজ্ঞৰ ভাগ
কাঢ়ি খায় দেৱতাকুলৰ।
দেৱৰাজ ইন্দ্ৰই সিহেতু
খড়্গেৰে ছেদিলে ত্ৰিশিৰাৰ শিৰ।

মুনিবৰে খেদ পালে অতিশয়,
কোপিলে ইন্দ্রৰ প্রতি,
আৰম্ভিলে মহা যজ্ঞ
ইন্দ্রজিৎ পুত্র অভিলষি।
সুকলমে যজ্ঞ পূর্ণ হ'ল
পূর্ণাহুতি পৰিল শেহতীয়া
যজ্ঞৰ ফলত পাছে
সুলক্ষণ তনয় জন্মিল,
বৃত্র নাম ৰাখিলে মুনিয়ে।
কালত বাঢ়িল বৃত্র,
হ'ল অতি বিষ্ণুভক্ত
বীর্যবান প্রতাপী পুৰুষ;
বিৰাট অসুৰ ৰাজ্য স্থাপিলে ধৰাত
অধীশ্বৰ হ'ল অসুৰৰ।
যথা সময়ত মুনিৰাজে
আদেশিলে তনয়ক
ইন্দ্র সমে যুঁজিবৰ হেতু।
অমৰ হ'লেহে পাৰি
পৰাজিব অমৰ দেৱতা;
বিশ্বস্ত জনক ৰাজ্য গতাই সিহেতু
বৃত্রাসুৰে গ'ই সেই সাগৰ পাৰত
নির্জন গুহাত পশি,
মগ্ন হ'ল কঠিন তপত,
অমৰত্ব লভাৰ কাৰণে।
সেয়ে এই ভাগ্যবান তপস্বী সাধক,
বিষ্ণু পদ পালে দৰশন
চর্ম চক্ষুৰেই, নিজ তপস্যা বলত।

বৰ লভি বৃত্রাসুৰ
হৃষ্টচিত্তে উপনীত হ'ল আলয়ত,
ভাৰ ল'লে বিপুল ৰাজ্যৰ
পুনর্বাৰ আপোনাৰ বিশাল স্কন্ধত।

আনন্দিত হ'ল প্রজা
পাত্র মিত্র অমাত্যসকল,
মংগল উৎসৱ বহু
ৰাজ্য জুৰি হ'ল অনুষ্ঠিত।
বাঢ়িল সম্পদ শক্তি অসুৰ ৰাজ্যৰ
বহু গুণে প্রবল ৰূপেৰে।

বিপুল বাহিনী ল'ই
যুদ্ধ যাত্রা কৰিলে বৃত্রই,
ঘেৰিলে অমৰাৱতী—
দ্বাপৰত জৰাসন্ধে মথুৰা যিৰূপে;
আৰম্ভিলে অমৰেৰে ঘোৰ সমৰ।
জলে স্থলে বিমানে সততে
বহু কাল হ'ল মহাৰণ
অশান্তিৰে পূৰিল জগত—
সুন্দ উপসুন্দ আৰু দেৱতা কুলৰ
মহা সমৰত যেনে ৰূপে।
কশ্চিৎ অসুৰ হাৰে, প্রায়েই দেৱতা;
পৱন বৰুণ যম কুবেৰ কার্তিক
বিক্রমেৰে ৰণ কৰি
ক্রমে ক্রমে হাৰিল সকলো;
ভংগ দিলে সকলোটি
সহিব নোৱাৰি কেৰে
অসুৰৰ অমিত প্রতাপ—
অমাৱস্যা-প্রভাৱত যেনে
পোহৰৰ ৰশ্মিৰাশি পলায় বিদূৰি।

পুষ্পক আৰোহি পাছে দিব্য ধনু ধৰি
স্বয়ং মহেন্দ্র আহি
প্রৱেশিলে সমৰ ভূমিত।
দেখা পাই বৃত্রাসুৰে
সাগৰ-নির্ঘোষ জিনি
সিংহনাদ ছাৰিলে সঘনে,

অসুৰ সেনাই ঘোৰ গৰ্জন কৰিলে,
বজাই দুন্দুভি ভেৰী
জয়ধ্বনি কৰিলে অমৰে।
লাগিল ভীষণ যুদ্ধ
দনুজদলন আৰু দনুজপতিৰে—
পাচৰ কালত যেনে
কৰ্বুৰৰ পতি আৰু
কৰ্বুৰনাশন ৰাঘৱৰে।

প্ৰাবৃটৰ মেঘে যেনে
শৰ জালে গগন ঢাকিলে
অন্ধকাৰ কৰি দশো দিশ,
সঘন টংকাৰ ধ্বনি উঠিল ধনুৰ,
হুংকাৰত ঘনে ঘনে
আতংক মানিলে সৈন্যদলে।
অগ্নিবাণ, বায়ুবাণ, বৰুণ, পৰ্বত
প্ৰয়োগিলে নানা বিধ বাণ উভয়েই ;
সঘনে প্ৰহাৰ সহি বিবিধ অস্ত্ৰৰ
জৰ্জৰিত হ'ল দুয়ো বীৰ ;
নিতান্ত অৱশতনু হ'ল আখণ্ডল,
পৰিহৰি ৰণস্থল
উৰ্ভতি পুষ্পক যানে প্ৰস্থান কৰিলে
অসুৰৰ বহু সৈন্য
অস্ত্ৰ ধৰি লৰিল পাচত,
মাতলিয়ে বেগেৰে চলালে ৰথ,
দৃষ্টিৰ বাহিৰ হ'ই
নিৰুদ্দেশ হ'ল সুৰপতি।

অমৰৰ দেখি পৰাজয়,
সকলো অমৰী ল'ই স্বয়ং ইন্দ্ৰাণী
উপনীত হ'ল আহি স্বৰ্গৰ দ্বাৰত,
আগুৰিলে বৰুকসকলে,
সকলোকে কৰি পৰাজয়,
সদলে ইন্দ্ৰাণী গ'ই বৃত্ৰক ভেটিলে।
আহ্বানিলে যুদ্ধ হেতু অসুৰ পতিক।
বিস্মিত অসুৰনাথে
সন্মানেৰে দিলে সমিধান—
ক্ষমা কৰা দেৱী,
বৃত্ৰই নধৰে অস্ত্ৰ ললনাৰ প্ৰতি ;
স্বৰ্গৰাজ্য ব্যতিৰেকে
যিবা লাগে কোৱা অসংকোচে,
অকাতৰে অভিলাষ কৰিম পূৰণ।
বীৰৰ গৰ্বেৰে বাণী বুলিলে দেৱীয়ে
অমৰ ললনা আমি,
নিবিচাৰোঁ অনুগ্ৰহ বিপক্ষ জনৰ ;
ৰোধি আছে স্বৰ্গদ্বাৰ সৈন্যই তোমাৰ,
নিৰ্বিবাদে দিয়া পথ,
যাওঁ আমি ত্ৰিদিব তিয়াগি
নিজ নিজ পতিৰ উদ্দেশে ;
নতুবা সম্মুখ হোৱা বীৰ
যুদ্ধ দিয়া তুৰন্তে আমাক।

মনে মনে প্ৰশংসি অপাৰ
বুলিলে বিজয়ী বীৰে—
"বিবাদৰ নাই প্ৰয়োজন দেৱী,
বিনা যুদ্ধে পৰাভৱ মানিছে বৃত্ৰই ;
অবাধে এৰিলে পথ
স্বচ্ছন্দেৰে যোৱা যত অমৰ ললনা।"
এই বুলি নিজে গ'ই বীৰবৰে
মুক্ত কৰি দিলে পথ সৈন্যক আদেশি ;
অবাধ গতিৰে গ'ল অমৰীসকল,
স্ৰোতস্বিনী যায় যেন সাগৰ উদ্দেশি ;
অন্ধকাৰ হ'ল সুৰপুৰী।

ৰণত বিজয় লভি
স্বৰ্গৰাজ্য হস্তগত কৰিলে বৃত্ৰই,

সুৰকুল হ'ল বিদূৰিত
স্বৰ্গত বসতি ল'লে অসুৰসকলে ;
ইন্দ্ৰৰ আলয়
নিবাস ভৱন হ'ল অসুৰ পতিৰ,
নন্দন কানন ক্ৰীড়াস্থল অসুৰৰ ;
অমৰৰ অধিকাৰ যত
আত্মসাৎ কৰিলে অসুৰে।
গৌৰৱ লাঘৱ হ'ল
কান্তি শোভা গুচিল স্বৰ্গৰ ;
কক্ষচ্যুত হলে দিবাকৰ,
কোনে পাৰে প্ৰকাশিব জগত সিৰূপে ?
চন্দ্ৰমা নোহোৱা হ'লে,
অপৰে পাৰিব জানো
গগন শোভিব তেনে দৰে ?

---

## তৃতীয় আধ্যা

### কুমেৰু

ৰণত বিজিত হ'ই অমৰসকলে
অসুৰৰ ত্ৰাসত পলাই
নিভৃতে বসতি ল'লে কুমেৰু-গুহাত
আন্ধাৰ প্ৰদেশ সেই
অতিশয় শীতল সততে,
সূৰ্যৰ উত্তাপ তাত নপৰে কদাপি,
সদায় সৰ্বতিকালে
অপৰ্যাপ্ত হিমৰ আলয়।
বিলাস-বিভূতি-ভৰা অমৰাৱতীৰ
সুপূজ্য দেৱতা কুল
গৃহহীন বিতাৰিত আজি ;
যেকৰাই ন্যায্য অধিকাৰ
কষ্টেৰে যাপিছে কাল
এনে হেন বিষম স্থানত
দুৰন্ত দুখৰ ভাৰ ল'ই অন্তৰত ;
হায় কেনে ভাগ্যবিপৰ্যয় !
ইন্দ্ৰাণীকে আদি কৰি অমৰীসকলে
মিলিলেহি লগত যেতিয়া,
কষ্টৰাশি কথঞ্চিৎ হ'ল বিদূৰিত ;
দুখৰ মাজতো পায় শান্তি-জিলিঙনি
পতিৰতা পত্নী হ'লে লগত সংগিনী।

অধিকাৰ গুচিলত অমৰ কুলৰ
ৰীতি নীতি জগতৰ লৰিল সকলো
বিশৃংখলা মিলিল বিস্তৰ ;
অগ্নিৰ দাহিকা শক্তি
তপনৰ উত্তাপ কমিল,
খীণ হ'ল চন্দ্ৰমাৰ প্ৰভা
মলিন তাৰকাৰাজি,
গুচিল সুধীৰ জুৰ পৱন প্ৰবাহ ;
সুবৃষ্টিৰ অভাৱ ঘটিল,
জন্মিব নোৱাৰা হ'ল সুপ্ৰতুল ৰূপে
ফল ফুল শস্য একো মানে ;
অমংগল অশান্তিৰে ভৰিল জগত।
ন'হই নোৱাৰে এনে,
ভংগ হ'লে সুবিধিত বিধিৰ বিধান।
আৰম্ভিলে অত্যাচাৰ বৃত্ৰই ইফালে ;
মত্ত হ'ই ঐশ্বৰ্য মদত,
বৈষ্ণৱৰ সাত্বিক স্বভাৱ এৰি
আসুৰিক প্ৰকৃতি ধৰিলে।
ঐশ্বৰ্য অনল দুয়ো একে প্ৰকৃতিৰ ;
চলাব জানিলে সাধে অপাৰ মংগল,
নেজানিলে সৰ্বনাশ কৰে অচিৰতে।
দেহীক প্ৰকৃতিগত কুলৰ স্বভাৱে
এৰিব নোখোজে সতকতে ;

সুপ্ত ভাবে থাকে অন্তৰত
সুযোগ পালেই উঠে পূৰ্ণ প্ৰভাৱেৰে।
ঐশ্বৰ্যৰ শক্তি লভি
অসুৰৰ অসুৰ স্বভাৱ
পূৰ্ণৰূপে হ'ল বিকশিত,
দুৰাচাৰী সুৰাসক্ত
আত্মগ্ৰাহী অহংকাৰী হ'ল বৃত্ৰাসুৰ।
বীৰত্বেৰে ইন্দ্ৰক পৰাজি
ইন্দ্ৰত্ব লভিলোঁ বুলি
দেৱতাৰ যজ্ঞভাগ
আত্মসাৎ কৰি অবিধিৰে,
সন্ত সাধু সুজনক পীড়ি অহকত,
জগতক তৃণজ্ঞান কৰি,
ফুৰিব ধৰিলে নিজ শকতি বিকাশি।
ঐশ্বৰ্যই বঢ়ায় ঐশ্বৰ্যস্পৃহা;
প্ৰজাক শোষণ কৰি অন্যায় ৰূপেৰে,
অযথাত উৎপীড়ন কৰি অপৰক,
বৃত্ৰাসুৰ নিয়তে তৎপৰ হ'ল
আপোন ঐশ্বৰ্যবৃদ্ধি কৰাত কেৱল।
যৌৱন, ঐশ্বৰ্য, শক্তি, উদ্ধত স্বভাৱ
চাৰিও একত্ৰ হ'ই
বিনাশৰ সূত্ৰপাত কৰিলে বৃত্ৰৰ।

সুখ শান্তি জগতৰ হ'ল তিৰোহিত,
অশান্তি অসুখে আহি জগত জুৰিলে।
নানা বিধ ৰোগে দেখা দিলে
আকাল অকাল-মৃত্যু ঘটিল ঘনাই;
ধৰ্মভাৱ গুচিল লোকৰ,
চোৰ দস্যু বঞ্চকৰ
প্ৰৱাহিলে দুষ্ক্ৰিয়াৰ প্ৰবল প্ৰভাৱ;
দুৰ্ঘোৰ অৰাজ হ'ল সমস্ত জগত।

কুমেৰু-গুহাত বহি অমৰসকলে
আপোন কৰ্তব্য আলোচিলে।

অমৰাৱতীৰ সেই সুসজ্জিত
আলোকিত সুপ্ৰশস্ত বিচিত্ৰ কক্ষৰ
সুপ্ৰসন্ন অমৰ-সভাৰে,
কুমেৰুৰ আন্ধাৰ গুহাত বহা
বিষণ্ণবদন এই দেৱৰ সভাৰ
কিমান প্ৰভেদ হায়।
তুলনা কৰিলে যায় হৃদয় বিদৰি।

সুগভীৰ সুধীৰ স্বৰেৰে
মহেন্দ্ৰই সমাজক সম্বোধি বুলিলে
—অৱধান কৰক ত্ৰিদশে,
জগতৰ ৰক্ষাভাৰ
অতীজতে আমাক গতালে শ্ৰীহৰিয়ে,
অতকাল ৰক্ষা কৰি আছিলোঁ জগত।
বৰ্তমান সকলো অৱস্থা
সুবিদিত আপোনাসবৰ;
নিজেই ৰক্ষক হ'ই,
জগতৰ ন'থৈ বিলৈ এনে
সহ্য আমি কৰিম কিৰূপে?
পুনৰ সমৰ কৰা কৰ্তব্য আমাৰ;
কিন্তু আজি হীনবল অমৰসকল।
এতেকতে, কি কৰা যুগুত আমি
আলোচি কৰক স্থিৰ মিলি সকলোৰে।

দেৱেন্দ্ৰৰ বাক্য শুনি
খন্তেক নিৰৱে ৰ'ল সকলো দেৱতা;
শেহত বুলিলে ধৰ্মৰাজে—
স্বযলেৰে যদিওবা হীনবল আজি,
ধৰ্মবল আছে অমৰৰ;
ধৰ্মবল যাৰ, জয় তাৰ নহ'ই নোৱাৰে।
নিৰাশাৰ নাই কোনো স্থল,
মৃত্যুশীল অসুৰ পৰাণী
দেৱতা অমৰ চিৰকাল।
যুদ্ধ কৰোঁ আমি নিশংক চিত্তেৰে।

সেনাপতি কাৰ্তিকে জনালে—
অবিলম্বে আৰম্ভি সমৰ পুনু ;
যতেক পলম কৰোঁ
ততকে বাঢ়িব বল বিপক্ষ দলৰ,
বৃদ্ধি হ'ব জগতৰো দুৰ্গতি ততকে।
সেনানিক সম্পূৰ্ণে সমৰ্থি
বুলিলে অনল আৰু অনিল উভয়ে
—তুৰন্তে আৰম্ভি ৰণ
বিনাশিম অসুৰক
উদ্ধাৰিম ত্ৰিদিৱ নিশ্চয়।
নোৱাৰোঁহে যদি কিবা ৰূপে,
আদেশক দেৱৰাজ,
দুয়োজনে মিলি আমি
খন্তেকতে ভস্ম কৰি উৰাওঁ স্বৰ্গক ;
নিদিওঁ কদাপি তেও
সুৰৰাজ্য অসুৰে ভুঞ্জিব।

বৰুণ কুবেৰ দুয়ো হ'ল একেমত,
ক'লে দুয়ো জনে—
নকৰিলে সমৰ অমৰে
জগতৰক্ষক আমি
প্ৰত্যবায় নেৰায় আমাৰ,
ক্ৰটী হ'ব কৰ্তব্য কাৰ্যত।
অমৰ নোৱাৰে হ'ব
কৰ্তব্যবিমুখ কদাচিতো।
বিজয়ো লভিম আমি শেহত নিশ্চয়,
জগতক অমৰে পালিব
বিধিৰ বিধান এই,
অন্যথা নোৱাৰে হ'ব বিধি বিধানৰ।
তথাপিতো, এই যে ঘটিছে ব্যতিক্ৰম,
নিশ্চয় জানিছোঁ দেৱৰাজ
আছে কিবা নিগূঢ় ৰহস্য তাৰ ;
শ্ৰীহৰিৰ অভিপ্ৰায়
নোৱাৰোঁ বুজিব আমি অধীন অমৰে।
এতেকে সকলো গ'ই
প্ৰথমে বিধান মাগোঁ হৰিৰ পদত ;
যিমতে আদেশ পাওঁ
সেইমতে আচৰিম আপোন কৰ্তব্য

মহেন্দ্ৰই ইয়াকেই সুযুক্তি বুজিলে
স্বীকাৰ কৰিলে সকলোৱে,
বৈকুণ্ঠৰ অভিমুখে যাবৰ কাৰণে
উপক্ৰম কৰিলে অমৰে।

---

## চতুৰ্থ আধ্যা
### বৈকুণ্ঠ

বৈকুণ্ঠ পুৰীক,
বিষ্ণুৰ আসন য'ত
বৰ্ণায় কিৰূপে এই নৰ কল্পনাই !
চন্দ্ৰ সূৰ্য গ্ৰহ নক্ষত্ৰৰ
সুদূৰৰ তাৰকাৰো অনেক উৰ্ধত
শূন্যত বিৰাজে সেই পুণ্যময়
মহিমাৰ স্থান।
বৈকুণ্ঠ প্ৰেমৰ ৰাজ্য,
যেনি চাবা প্ৰেমৰ বিকাশ তাত ;
গছ-লতা পশু-পক্ষী
নিৰন্তৰ প্ৰাণী প্ৰেমিক সকলো।
তৰুক লতাই তাত প্ৰেমেৰে আলিংগে
বিহংগে প্ৰেমৰ গীত গায়
বনৰাজে কুৰংগক প্ৰেমত সাদৰে
অধিবাসী জন তাৰ
চতুৰ্ভুজ সকলোটি,

সকলোৰে প্ৰেমময় সৰল অন্তৰ।
সাত্ত্বিক বৈকুণ্ঠ-শোভা,
কুসুমো সাত্ত্বিক তাৰ, সাত্ত্বিক সুবাস
সাত্ত্বিক বিলাস সুখ আমোদ-প্ৰমোদ
সাজসজ্জা আচৰণ সাত্ত্বিক সকলো।
উজ্জ্বল পোহৰ তাৰ
মধুময় শীতল সুন্দৰ,
অনিল-প্ৰবাহ মধুময়
মধুৰ লহৰি উঠে মধু সংগীতৰ,
বৈকুণ্ঠ কেৱলে মধুময়।

ৰত্নসিংহাসনত শ্ৰীহৰি
প্ৰকাশে পালক ৰূপে বিশ্ব জগতৰ।
দুই কাষে লক্ষ্মী সৰস্বতী,
এজনা সম্পদ আৰু ইজনা জ্ঞানৰ
অধিষ্ঠাত্ৰী দেৱী দুইজনা,
দুয়োজনা সৰ্বদা শুভদা কল্যাণদা।
শান্তি প্ৰীতি কৰুণাই
মূৰ্তিমতী ৰূপেৰে বিৰাজে;
শান্তিয়ে ব্যজন কৰে শুভ্ৰ চামৰেৰে,
প্ৰীতিয়ে সুহাস বৰ্ষি
সুপ্ৰীতিৰ প্ৰবাহ বলায়,
বোৱায় কৰুণাধাৰা কৰুণা দেৱীয়ে।
সুস্নিগ্ধ সৌৰভপূৰ্ণ জুৰ অনিলেৰে
সুবাসিত সমস্ত মন্দিৰ,
আলোকিত দিব্য আলোকেৰে
সুসজ্জিত সুনিৰ্মল ৰুচিৰ সাজেৰে।

শ্ৰীহৰিৰ টোলৰ দ্বাৰতে
উপাসনা দেৱীৰ আলয়।
প্ৰসন্না নহলে তেওঁ
হৰিৰ কৰুণা লভা নহয় সম্ভৱ;
তেওঁৰ আশ্ৰয় বিনে,
প্ৰাৰ্থনাই কদাপিতো
নোৱাৰে স্পৰ্শিব গ'ই হৰিৰ চৰণ।
গৌৰবৰ্ণা চতুৰ্ভুজা উপাসনা দেৱী
জপমালা-শতদল-বৰাভয় কৰা
স্থিৰমতি একাগ্ৰনয়না
শুদ্ধচিত্তা সৰল অন্তৰা
পৱিত্ৰ আশয়া সুবিমলা।
অংগত বসন পিন্ধে চম্পক বৰ্ণৰ
আড়ম্বৰবিহীন ভূষণ
গলত সুদীৰ্ঘ মালা মালতী ফুলৰ।
হৰিৰ সুভক্ত যত সাধকসকলে
একান্ত মনেৰে ভক্তি
ভক্তি ভাৱে লয় এই দেৱীতে শৰণ।

বৈকুণ্ঠত প্ৰৱেশি অমৰে
বিধিৱতে দেৱীক ভেটিলে;
জনাই বৃত্তান্ত যত বিস্তাৰিত ৰূপে
বিবৰিলে আপোনাৰ দুখৰ কাহিনী;
প্ৰাৰ্থিলে কাতৰ কৰি
শ্ৰীহৰিৰ চৰণ দৰ্শন।
সাৱধানে অৱধানি কৰুণ বিবৃতি
ব্যথা পালে দেৱীয়ে মনত,
পৰৰ দুখত দুখী সুজন সততে;
মধুৰ বাণীৰে পাচে প্ৰবোধ প্ৰদানি,
তুৰন্তে প্ৰস্থান কৰি
ধীৰেৰে পশিলে গ'ই হৰিৰ মন্দিৰ,
অপেক্ষিলে দেৱতাই উদ্বিগ্ন মনেৰে।

মন্দিৰত প্ৰৱেশি দেৱীয়ে
বন্দিলে হৰিৰ পদ;
অমৰৰ দুৰ্গতি জনাই
নিবেদিলে কাতৰ প্ৰাৰ্থনা;

ভাৰতিৰে সাধিলে শেহত,
কৰক কৰুণা প্ৰভু
দেৱকুল শ্ৰীপদৰ আশ্ৰিত সততে।
অনুকূল হ'ই জনাৰ্দনে
আজ্ঞা দিলে ত্ৰিদশক মন্দিৰ পশিব।

আনন্দেৰে মন্দিৰ তিয়াগি
দেৱীয়ে উভতি গ'ই
বিজ্ঞাপিলে দেৱতাত আজ্ঞা শ্ৰীপতিৰ,
মন্দিৰ দ্বাৰত আনি
উপস্থিত কৰি দিলে সকলো জনকে।
সম্ৰমেৰে দিলে পথ দুৱৰীসকলে,
মৃদু পদবিক্ষেপেৰে
প্ৰৱেশিলে দেৱদল হৰিৰ মন্দিৰ।

ভক্তি ভাৱে অৱনত হ'ই চৰণত
বহু স্তুতি-নতি কৰি
নিবেদিলে দেৱকুলে মনৰ বেদনা;
সকাতৰে জনালে শেহত,
সুযুক্তি বিধানি কিবা
সংকটত উদ্ধাৰ কৰক,
অব্যাহতি দিয়ক নতুবা
জগত ৰক্ষাৰ ভাৰ গুচাই শিৱৰ।

বুলিলে কৰুণাময়ে অভয় বিতৰি
—অৱধানা অমৰসকল,
মনস্তাপ কৰা পৰিহাৰ
অনতিপলমে হ'ব কষ্ট বিমোচন।
লক্ষ্য কৰি আছোঁ মই
মন্দমতি অতি ৰূপে বাঢ়িছে বৃত্ৰৰ।
অধিক বাঢ়িলে হয় পতন অচিৰে,
অচিৰতে নষ্ট হ'ব
অতিচাৰী দুৰ্জয় অসুৰ।

কিন্তু মই বিষ্ণুৰূপে বিনাশ নেসাধোঁ;
ব্ৰহ্মা ৰূপে সৃষ্টি কৰোঁ, বিষ্ণুৰূপে পালোঁ
ৰুদ্ৰ ৰূপে সংহাৰোঁ জগত।
এতেকতে অমৰসকল
কৈলাস পুৰীত গ'ই হৰক নিবেদাঁ,
অসুৰৰ নাশৰ কাৰণে
বিধানিব উপায় শংকৰে।

হৰিৰ আদেশ পাই বিবুধসকলে
পুনৰপি বন্দি পদ
আনন্দেৰে মন্দিৰ এৰিলে;
জনাই বাতৰি এই
উপাসনা দেৱীক প্ৰণমি,
কৈলাশ পুৰীৰ মুখে প্ৰস্থান কৰিলে।

---

## পঞ্চম আধ্যা

### কৈলাশ

ঋতুৰাজে নিত্যো যাক
মনোময় সম্ভাৰৰ সাজেৰে সজাই,
শাৰদীয় পূৰ্ণিমাৰ বিপুল শশাঙ্কে
সুৰঞ্জিত কৰে নিতে নিতে;
হৰিষেৰে পিককুলে
দিনে য'ত সুস্বৰ বৰষে,
পুচ্ছৰ বিচিত্ৰ শোভা
গৌৰৱেৰে বিকাশে ময়ূৰে;
চিৰকালে ফুলে য'ত
কুঞ্জই কুঞ্জইপতি
পুঞ্জ-পুঞ্জ কনক ধুঁতুৰা,

গোটেই বছৰ জুৰি
ওলকে বিমল শোভা সৌৰভ বিভৱে ;
সবল হৰিণাকুল
চৰে য'ত নিৰ্ভয় মনেৰে ;
সিদ্ধ যোগীকুলে য'ত
নৃত্য কৰে বিভোল মনেৰে ;
গভীৰ বেদগীত গাই,
তাল ধৰে ভৈৰব ভৈৰবীসৰে
আনন্দেৰে কৰৰ তালিৰে
নাই য'ত হিংসা দ্বেষ আদি কুবাসনা,
ৰোগ শোক পাপ তাপ অপায় অসুখ ;
কাম ক্ৰোধ আদি কৰি ৰিপু সমূহৰ
প্ৰবেশ নিষেধ যি পুৰীত ;
উজ্জ্বল জ্যোতিয়ে যাৰ
শূন্য দেশ কৰে আলোকিত,
নিত্য সুখ-শান্তিময়
ফটিকধৱল সেই কৈলাশ চূড়াত
বৈকুণ্ঠ তিয়াগি গ'ই
উপনীত হ'ল পাচে অমৰসকল।

ভক্তি দেৱী শংকৰৰ দ্বাৰৰ দুৱৰী
দেৱীক প্ৰণমি সুৰদলে
প্ৰাৰ্থনা কৰিলে গ'ই
ত্ৰিশূলীৰ চৰণ দৰ্শন।
মন্দিৰত পশি দেৱী আজ্ঞা লভি
ঘূৰি আহি পুনৰপি,
সুৱৰ্ণ দুৱাৰ মেলি
প্ৰবেশাই অমৰ বৃন্দক
মহেশৰ পদত ভেটালে।

দেখা পালে দেৱদলে
উপবিষ্ট দিব্য আসনত
বিশ্বম্ভৰ প্ৰশান্ত মুৰতি শংকৰৰ
—আশুতোষ সদায় প্ৰশান্ত
সদানন্দ করুণাসাগৰ,
ৰুদ্ৰৰূপ ধৰে মাত্ৰ সংহাৰ কালত
—মহাশক্তি বামত বিৰাজে
কনক বৰণা নিৰুপমা
নোলাই তুলনা সেই যুগল মূৰ্তিৰ ;
পোৱা যায় কিঞ্চিত আভাষ মাত্ৰ,
শান্ত ক্ষীৰসাগৰক ৰঙা অৰুণক
অথবা পূৰ্ণিমা-ইন্দু
বিজুলীৰ সুস্থিৰ প্ৰভাক
কল্পনা কৰিলে একেলগে।
নন্দী ভৃংগী প্ৰমথপ্ৰবৰে দুয়ো
হাতত ত্ৰিশূল ধৰি
দুই পাশে আদেশ অপেক্ষে ;
অণিমা লঘিমা আদি অষ্ট বিভূতিয়ে,
উগ্ৰচণ্ডা প্ৰচণ্ডা প্ৰভৃতি
অষ্ট শক্তি সমন্বিতে,
মূৰ্তি ধৰি পদসেৱা কৰে অবিৰতে,
ভক্তিৰ মুক্তিৰ ধাৰা বোৱায় দয়াই।

ভাৱেৰে বন্দনা কৰি দেৱতাসকলে
নিবেদিলে আমূল বৃত্তান্ত।
সমিধান দিলে মহেশ্বৰে—
নেজানা দেৱতাসৱে পূৰ্বৰ কাহিনী,
বহুকাল এই বৃত্ৰাসুৰে
কঠোৰ তপস্যা কৰি
বিষ্ণু মূৰ্তি আৰাধিলে মোৰ
বৰ দিলোঁ, নঘটে মৰণ তোৰ,
ত্যাগী কোনো সাধু পুৰুষৰ
অস্থিৰে নিৰ্মাণ কৰা
অস্ত্ৰৰ প্ৰহাৰ বিনে অন্য কাৰণত।
লাগিব সাধুৱে কিন্তু
স্বইচ্ছাৰে তনু ত্যজি অস্থি প্ৰদানিব।

ঘোৰ অত্যাচাৰী আজি দুৰ্মতি অসুৰ,
সাধিম বিনাশ তাৰ
অত্যাচাৰ নসহোঁ কদাপি কাৰো।
দধীচি ঋষিত বাজে
মহাত্মা নোলায় কোনো,
যি জনে কৰিব পাৰে এনে মহা দান
জনালোঁ সংকেত এবে, যোৱা সবে,
মেৰুদণ্ড ল'ই মহৰ্ষিৰ
সুদৃঢ় সুতীক্ষ্ণ অস্ত্ৰ নিৰ্মাণ কৰাই
পুনু আহি বিধান বুজিবা সুৰপতি;
প্ৰয়োগিলে অস্ত্ৰ সেই
বৃত্ৰাসুৰ পৰিব ৰণত।

ইয়াকে আদেশ কৰি
মহেশে বিদায় দিলে দেৱসকলক,
দেৱতায়ো কৃতজ্ঞ মনেৰে
ভক্তিৰে চৰণ বন্দি প্ৰস্থান কৰিলে।

———

## ষষ্ঠ আধ্যা

### মহাত্যাগ

সুনিৰ্মল জলৰ তটিনী
কুলু কুলু কৰি নাদ শিলত বাগৰি
অহৰ্নিশি বয় অবিৰামে,
কিবা যেন অন্তৰত মহৎ কামনা
গুপ্ত কৰি হৃদয়ত ল'ই যতনেৰে।
পাৰত বিৰাজে এক দিব্য তপোবন
লতিকাই তৰুক পিন্ধায় তাত
কুসুমৰ মালা বিতোপন,
বিহগে বন্দনা গায় উষাত সন্ধ্যাত
পেচকে উৰুলি দিয়ে শেহ ৰজনীত;
ঝিলীয়ে ৰাগিণী টানে কোকিলে বজায়,
নৃত্য কৰে দুই সখী
কুমুদিনী নলিনীয়ে।
বনৰ বিহংগকুল
সৰসীৰ মৎস্য আৰু কচ্ছপসকলে,
আহ্বানিলে, নিৰ্ভয়েৰে আহি
হাততে আহাৰ ভুঞ্জে হৰিষ মনেৰে
বিবিধ কুৰংগকুলে
আনন্দেৰে চৰি ফুৰে
কোমল দুবৰি গজা শ্যাম বননিত;
অভ্যাগত লোকক দেখিলে,
তৃপ্তিকৰ খাদ্য খুজি যায় লগে লগে।
তপৰ প্ৰভাৱ গুণে
পশিব নোৱাৰে তাত
হিংস্ৰ বনচৰ কোনো প্ৰাণী।
গৈৰিক বসন পিন্ধা, সুঠাম দেহৰ
সদাচাৰী ব্ৰহ্মচাৰী যুৱকসকলে
বেদ গায়; শাস্ত্ৰ পঢ়ে, সমীধ আহৰে;
সৰলা বিমলমনা আশ্ৰম-কন্যাই
পাঠ কৰে,' জল আনে
মালা গাঁথে বনৰ ফুলৰ।
ফলে ফুলে তৰুৱে লতাই
জাতিস্কাৰ শান্তিময় সুপবিত্ৰ স্থান।

দধীচি ঋষিৰ এই আশ্ৰম কানন।
মহৰ্ষি পৰম সাধু
কৰ্মযোগী বিৰাগী পুৰুষ,
স্বাৰ্থ ত্যজি অপৰৰ কল্যাণ আচৰে,
পৰৰ হিতেই মাত্ৰ জীৱনৰ ব্ৰত।
শিক্ষা দিয়ে ঋষিৱৰে—
নৰৰ পৰম ধৰ্ম পৰ-উপকাৰ,
অধৰ্ম পৰৰ উৎপীড়ন।

দধীচি সততে ত্যাগী, মহৎপ্ৰকৃতি,
নিপিন্ধি পিন্ধায় আৰু নুভুঞ্জি-ভুঞ্জায়
ভিক্ষা কৰি আনি তেওঁ দুখীক বিলায় :
ত্যাগ ধৰ্ম শিষ্যক শিকায় ;
কৰ্ম কৰে জগতৰ অনাসক্ত ভাৱে।

কৈলাসৰপৰা আহি দেৱতাসকল
অবিলম্বে পশি তপোবন,
শংকিত চিতেৰে অতি
মহৰ্ষিৰ সন্মুখত হ'ল উপস্থিত।
পাদ্য অৰ্ঘ কুশাসন সুফল জলেৰে
আদৰেৰে সন্তৰ্পি দেৱক,
মধুৰ বাণীৰে পাচে
প্ৰয়োজন সুধিলে ঋষিয়ে।
বিমোৰত পৰিল দেৱতা
বাক্যস্ফুট নহয় মুখত,
নিদাৰুণ কথা তেনে জনায় কিৰূপে,
কিমতে কৰিব পাৰে
মৰ্মভেদী অনুৰোধ তেনে
মৌন হ'ই কিছুপৰ থাকিল সকলো।

মহেন্দ্ৰই সকাতৰে বুলিলে পাচত
—দাৰুণ প্ৰস্তাৱ ঋষিবৰ
নিজৰ মুখেৰে আমি
নিবেদিব নোৱাৰোঁ কদাপি,
যোগৰ বলেৰে নিজে বুজক আপুনি ;
পাৰিলে কৰক কিবা যুগুত উপায়,
পৰৰ হিতৰ অৰ্থে সাধুৰ জীৱন।

কিঞ্চিৎ নীৰৱে ৰ'ই মুদিত নেত্ৰেৰে
যোগত সকলো কথা জানিলে ঋষিয়ে।
বুলিলে নয়ন মেলি, প্ৰীতিৰ হাঁহিৰে
—দধীচিৰ পৰম সৌভাগ্য
দেহা ত্যজি জগতৰ কল্যাণ সাধিব।
নশ্বৰ অনিত্য এই মনুষ্য দেহাৰ
ইয়াৰ ওপৰে আৰু
হ'ব পাৰে শ্ৰেষ্ঠতৰ সাৰ্থকতা কিবা।
সাৰ্থক শৰীৰ মোৰ সাৰ্থক জীৱন।
শুনক দেৱতাকুল
সম্পূৰ্ণ সম্মত হলো
দান দিলোঁ মেৰুদণ্ড আনন্দ মনেৰে।
অপেক্ষক খন্তেক মাথোন
তনুত্যাগ কৰোঁ মই,
অস্থি ল'ই প্ৰয়োজন কৰক সাধন।

ঋষিৰ ভাৰতি শুনি অমৰসকলে
বোৱাই লোতকধাৰা
ৰোমাঞ্চিত শৰীৰৰে প্ৰণতি জনালে।
গতাই আশ্ৰমভাৰ শিষ্যসকলক
ত্যাগধৰ্ম প্ৰচাৰৰ আদেশ বিধানি
আশীষিলে মহৰ্ষিয়ে
আশ্ৰমৰ সকলো জনকে,
বিদায় মাগিলে সকলোৰে ;
প্ৰবোধিলে মধুৰ বাণীৰে—
নকৰিবা শোক একো
জন্মিলে মৰণ হয়, বিধিৰ বিধান ;
এতেকে, অপৰিহাৰ্য কথাৰ কাৰণে
শোক কৰা নহয় যুগুত ;
বিশেষতে, সুকাৰ্যত মৃত্যু হোৱা
আনন্দৰ বিষয় নিশ্চয়।
তথাপিতো সকলোৰে
কপোল প্লাৱিলে আহি অশ্ৰুৰ ধাৰাই।
কোনে আৰু আজি ধৰি আশ্ৰম শোভিব
কৰিব গৌৰৱ ৰক্ষা আশ্ৰমৰ কোনে,
বিতৰি বিমল জ্ঞান,
বিপদত আবৰি সততে কোনে

কৰিব আমাক পিতৃ-স্নেহেৰে পালন ;
ইৰূপ ভাবনা ভাবি,
আশ্ৰমনিবাসী জন হ'ল অতিশয়
শোকাকুল অন্তৰ সকলো।
মহৰ্ষিয়ে পাচে
আশ্ৰমৰ পঞ্চ শুভ তৰুৰ বনত
পদ্মাসন পাতি
হৰিক স্মৰণ কৰি বহিল সুখেৰে ;
মেৰুদণ্ড ঋজু কৰি
উৰ্ধ কৰি নয়নৰ তাৰা
কুম্ভকেৰে বায়ুক ৰোধিলে ঃ
হৃদয় চক্ৰবপৰা
সহস্ৰাৰ কমলত তুলি,
ব্ৰহ্মৰন্ধ্ৰ ভেদি
কৌশলেৰে প্ৰাণবায়ু নিৰ্গত কৰিলে।
থাকিল নিৰ্জীৱ দেহা
জীৱাত্মা বিলীন হ'ল পৰম আত্মাত।
অমৰী গন্ধৰ্বী আৰু কিন্নৰীসকলে
পুষ্পবৃষ্টি কৰিলে অপাৰ,
আশ্ৰমত শঙ্খ ঘণ্টা হ'ল নিনাদিত
হৰিধ্বনি উঠিল সঘনে।
অমৰসকলে মিলি
সুযোগ্য সংকাৰ কৰি ঋষিৰ দেহৰ,
যতনেৰে অস্থি ল'ই প্ৰস্থান কৰিলে।
ধন্য হে দধীচি ঋষি !
ভাগ্যবান তুমি অতিশয়,
দেখুৱালা জগতক মহৎ আদৰ্শ
ৰাখি গ'লা কীৰ্তি সুবিশাল।
কীৰ্তি যাৰ, অমৰ সেয়েই,
অভগন কীৰ্তি ৰাখি
অমৰত্ব লভিলা সুজন।

## সপ্তম অধ্যায়

### অস্ত্ৰনিৰ্মাণ

অস্থি ল'ই দেৱদল
পুনৰপি কুমেৰুতে হ'ল উপস্থিত।
শিল্পীক আহ্বানি দেৱৰাজে,
সমৰ্পি ঋষিৰ অস্থি
দিব্য অস্ত্ৰ নিৰ্মাণিব দিলে।
অমৰৰ শিল্পী তেওঁ, বিশ্বকৰ্মা নাম,
বিশ্বৰ সকলো শিল্পকৰ্মৰ দেৱতা
পৰম আৰাধ্য গুৰু
জগতৰ শিল্পীসকলৰ।

অমৰাৱতীত এই শিল্পীপ্ৰবৰৰ
শিল্পৰ কাৰ্যৰ অতি বিৰাট আলয় ঃ
অনেক ভৱন তাৰ অনেক বিভাগ,
প্ৰত্যেক বিভাগেপতি
শিল্পৰ বিবিধ কাৰ্য
কৰে নিতে অনেক কৰ্মীয়ে।
সুবৰ্ণ ৰজত আদি ধাতু নিৰন্তৰ
মুকুতা মাণিক হীৰা, সকলো ৰতন
ফটিক প্ৰস্তৰ বহু বিধ,
চন্দন সৰল পদ্ম
মূল্যবান সুকাঠ বিস্তৰ
পৰ্বত সমান হ'ই
দ'ল বান্ধি ৰাজে ঠায়ে ঠায়ে।
ক'ৰবাত স্তূপাকাৰ ধাতুক গলাই
বিবিধ সাচত ঢালে অনেক কৰ্মীয়ে,
ক'ৰবাত কঠিন ধাতুক পিটি
সুবলিত কৰে যতনেৰে ;
কোনোবা ঠাইত বহু ফটিক শিলত
কোনোবাত বিবিধ ধাতুত
সুমাৰ্জিত কাঠত নতুবা

সূক্ষ্ম কাৰু কাম কৰে নানা তৰহৰ।
সুবিশাল আলয়ত সেই
মন্ত্ৰেৰে সকলো কৰ্ম চলে ;
অদ্ভুত কৌশলপূৰ্ণ
শাৰী শাৰী ৰাজে যন্ত্ৰৰাজি,
চলে অবিৰলে বহু স্নিগ্ধ নাদ কৰি,
সৰু বৰ অসংখ্য চকৰি তাৰ
অবিৰাম গতিৰে ঘূৰাই।

কিন্তু সেই কৰ্মালয়
দেৱতাৰ নহয় সম্প্ৰতি ;
স্বৰ্গৰাজ্য অধিকৃত অসুৰ কুলৰ,
স্বৰ্গবিভৱত আজি বঞ্চিত অমৰ।
তথাপিতো শিল্পীৰাজে ঋষিৰ অস্থিৰে
কুমেৰু-গুহাতে বহি, বহু প্ৰবন্ধৰে
দিব্য এক অস্ত্ৰ নিৰ্মাণিলে।
প্ৰস্তুত হ'লত, তাক
নিবেদিলে আনি মহেন্দ্ৰত।
অভিনৱ অস্ত্ৰ সেই সুবৰ্ণৰঞ্জিত
বিনিৰ্মিত দণ্ডৰ গঢ়েৰে,
মুখত সুতীক্ষ্ম মহা যুগল অংকশ।
অস্ত্ৰ পাই দেৱৰাজে সন্তোষ লভিলে
নিৰ্মাণ কৌশল দেখি
প্ৰশংশিলে অমৰ সমাজে।

পূৰ্ব আজ্ঞা স্মৰি সুৰপতি
অস্ত্ৰ ল'ই কৈলাসত হ'ল উপনীত,
স্থাপিলে নি মহেশৰ চৰণপ্ৰান্তত।
শংকৰে পৰীক্ষা কৰি,
পদ্ম হস্ত লগাই পৰশি
উপযুক্ত বুলিলে অস্ত্ৰক
সুপ্ত ৰুদ্ৰশক্তি তাত প্ৰদান কৰিলে ;
উদ্ভাৱি প্ৰয়োগ মন্ত্ৰ, শিকাই ইন্দ্ৰক
ক্ষেপণৰ বিধান বুজালে ;
শেষত বুলিলে বাণী—
এই অস্ত্ৰ নিশ্চয় অমোঘ হ'ব,
মন্ত্ৰ পাঠ কৰা মাত্ৰে সন্ধান কালত
সুপ্ত ৰুদ্ৰতেজ হ'ব জাগৃত তুৰন্তে ;
নিজে মাত্ৰ প্ৰয়োগিবা তুমি
অপৰক নিদিবা কদাপি
নিশিকাবা প্ৰয়োগৰ বিধি।
যোৱা দেৱপতি, তুনাই সমৰ কৰা,
এই বাৰ বিজয় লভিবা ;
এই অস্ত্ৰ নিক্ষেপিলে
বৃত্ৰাসুৰ নিশ্চয় পৰিব।
ইন্দ্ৰই আদেশ শুনি, দণ্ডৱত কৰি
আনন্দেৰে অস্ত্ৰ ল'ই কৈলাস এৰিলে।

তুনাই কুমেৰু পাই
বিবৰিলে দেৱেন্দ্ৰই বাৰ্তা দেৱতাত,
আদেশিলে শীঘ্ৰ ৰণ,
অবিলম্বে অমৰসকলে
উৎসাহেৰে আয়োজন কৰিলে ৰণৰ।
ত্ৰিদশৰ ৰণডংকা বাজিল যখনে
ৰণৰ সাজেৰে সাজি আহিল সকলো।
অশ্বাৰোহী, পদাতি সৈনিক, ৰথী,
বাদ্যকৰ, অনুচৰ দল
হয় হস্তী, ৰণৰ আহিল বহু বিধ
বিধে বিধে আহিল সকলো ;
অনতি পলমে হ'ল
কুমেৰুত সমবেত অমৰ বাহিনী।
ঝন্‌ঝননি উঠিল অস্ত্ৰৰ
সিংহনাদ অধীৰ সৈন্যৰ,
নিনাদিলে প্ৰতিধ্বনি

কুমেৰুৰ শীতল শিখৰে।
শুভ যোগ শুভ ক্ষণ চাই
অমৰীৰ উৰুলিৰ সঘন ধ্বনিৰে
গভীৰ দীপক ঘোৰ ৰণৰ বাদ্যেৰে
ৰঙেৰে সমৰ যাত্ৰা কৰিলে অমৰে।

---

## অষ্টম আধ্যা

### নামকৰণ

ইবাৰ অমৰাবতী অমৰে বেৰিলে
বেষ্টিলে চৌপাশ জুৰি,
দ্বিতীয় যুগত যেনে
স্বৰ্ণলংকা ৰাঘৱ সৈন্যই।
অৱৰুদ্ধ অসুৰ সেনাই
ভেটিলেহি অমৰক পুৰৰ দ্বাৰত।
অমৰৰ বাহিনীয়ে প্ৰাচাৰ ভাঙিলে,
ওলাল অসুৰ সেনা
বাহিৰত ঘোৰ যুদ্ধ লাগিল তুৰন্তে।
পদাতিয়ে পদাতিয়ে, ৰথীয়ে ৰথীয়ে
অশ্বাৰোহী সৈন্যই সৈন্যই
অবিৰামে হ'ল মহা ৰণ
নিৰীখিলে শূন্যত অদৃশ্যে থাকি
গন্ধৰ্ব কিন্নৰ আৰু অমৰীসকলে।
পূৰ্বৰ ৰণত জিনি অমৰ কুলক,
বৃত্ৰাসুৰে তুচ্ছ জ্ঞান কৰি এইবাৰ
নিজে নাহি ৰণলই
সেনাপতিদলক পঠালে।

মিলিল তুমুল ৰণ সুৰ অসুৰৰ
ঘনে ঘনে কঁপিল ভুবন,
যুঁজিলে অমৰদলে বিষম বলেৰে।
অসুৰৰ সেনাপতি
ক্ৰমান্বয়ে পৰিল সকলো
হানি হ'ল বিস্তৰ সৈনিক,
নেতৃহীন অৱশিষ্ট ভাগ।
ঢাকিলে সমৰভুমি মৃতৰ শৰীৰে
শোণিত প্ৰৱাহ ব'লে,
আতুৰৰ আৰ্তনাদ আৰাও উঠিল,
বীভৎস দৃশ্যেৰে পূৰ্ণ হ'ল ৰণস্থল।
পাচত অসুৰপতি
নিজে আহি ৰণত নামিল,
ৰক্ষপুৰী বীৰশূন্যা হোৱাৰ পাচত
ৰক্ষপতি ৰাৱণে যিৰূপে
ভেটিলেহি ৰাঘৱ কটক।
বিক্ৰমেৰে অসুৰসিংহই
আক্ৰমিলে অমৰ সেনাক,
আহত সিংহই যেনে
সম্মুখত দেখা পাই আক্ৰমীজনক ;
পুনৰ অসুৰ সেনা হ'ল উৎসাহিত।

কাৰ্তিক কুবেৰ যম বৰুণ পৱন
হুতাশন, দুনাই পৰাজি সকলোকে,
আগবাঢ়ি বৃত্ৰাসুৰে প্ৰবল বেগেৰে
সম্মুখিলে আখণ্ডল দেৱক শেহত।
হ'ল মুখামুখি যেন
দুই মহা প্ৰমত্ত মাতংগ,
উভয়কে আক্ৰমণ কৰিলে উভয়ে।
বৰষে অসুৰৰাজে
নিৰন্তৰে ঘন শৰজাল,
অবিৰাম ধনু ধৰি
সঘনে নিবাৰে সুৰৰাজে ;
তথাপিতো বহু শৰে

বোৱালে ৰক্তৰ সোঁত
সুৱলিত সুন্দৰ দেহত।
তিলাৰ্ধও বিৰাম নোলাল,
সুযোগ নেপালে মহেন্দ্ৰই
শিৰদত্ত প্ৰহৰণ প্ৰয়োগ কৰাৰ।
দেৱতা চিন্তিত হ'ল,
দেৱৰাজে প্ৰবন্ধেৰে
সুযোগৰ সন্ধান কৰিলে।

বৃত্ৰাসুৰে হঠাৎ এবাৰ
ৰথ এৰি, ভীষণ মুষল ল'ই
পদব্ৰজে খেদি গ'ল ইন্দ্ৰক উদ্দেশি।
খন্তেক বিৰাম পাই সেই সুযোগতে
তুলি ল'ই মহা অস্ত্ৰ দেৱৰাজে
অস্ফুট স্বৰেৰে তাত মন্ত্ৰ প্ৰয়োগিলে।
তেতিক্ষণে অস্ত্ৰৰাজে
গুৰুভাৰ হ'ই অতিশয়
উজ্জ্বলালে দশো দিশ
বিকাশি সুতীব্ৰ এক অভিনৱ জ্যোতি
জলকাই সকলো নয়ন।
সহস্ৰ নয়ন মুদি সহস্ৰ লোচনে
উভয় হস্তেৰে ধৰি সমস্ত শক্তিৰে,
নিক্ষেপিলে অস্ত্ৰবৰ বৃত্ৰক উদ্দেশি।
গগন বিদীৰ্ণ কৰি ভীম নিনাদেৰে
প্ৰচণ্ড বেগেৰে গ'ই
পৰশিলে অস্ত্ৰৰাজে অসুৰৰাজক,
স্পৰ্শ মাত্ৰে ভস্মীভূত হ'ল বৃত্ৰাসুৰ।
অস্ত্ৰই পূৰ্বৰ সেই সৌম্যৰূপ ধৰি
পুনাই ল'লেহি স্থান
দেৱেন্দ্ৰৰ কমল কৰত।

ওপৰত অমৰীৰ উৰুলি পৰিল
অমৰৰ জয়ধ্বনি উঠিল তলত,
এনেতে গগনতল
উজ্জ্বলালে দিব্য এক বিমল জ্যোতিয়ে;
প্ৰকাশিলে জ্যোতিৰ মাজত
চতুৰ্ভুজ শ্যামল মূৰতি শ্ৰীহৰিৰ
দণ্ডৱতে পৰিল অমৰ।
মধুৰ স্বৰেৰে বাক্য বুলিলে হৰিয়ে,
'প্ৰাৰ্থিছিলা অসুৰৰ বিনাশ সাধন,
হ'ল আজি অসুৰ বিনাশ
নিশংকিত হ'ল ত্ৰিজগত,
পুনৰপি দেৱকুল
জগতক পালা যত্নেৰে'।
বজ্ৰ নাম দিলোঁ এই নতুন অস্ত্ৰৰ,
অব্যৰ্থ আয়ুধ হ'ব
বিৰাজিব ইন্দ্ৰৰ কৰত।
শুনা হে অস্ত্ৰৰ তেজ
অংশ তুমি মহেশ্বৰ মহতী শক্তিৰ.
বিদ্যুৎ নামেৰে আজি
অভিহিতা কৰিলোঁ তোমাক;
মেঘৰ সংগিনী হ'ই
আকাশত থাকিবা সততে,
স্মৰা মাত্ৰে দেৱৰাজে
বজ্ৰত হ'বাহি অধিষ্ঠিতা;
আদেশ পালিবা চিৰকালে।
ইয়াকে বিধান বিহি
অন্তৰ্ধান হ'ল নাৰায়ণ।

বৃত্ৰাসুৰ পৰা দেখি
ভয়তে অসুৰ কুল
স্বৰ্গ এৰি পলাল ভুৱন্তে।
অসুৰৰ অধিকৃত স্বৰ্গসিংহাসন
বিধিৱত সংস্কাৰি অমৰে
পুনাই স্থাপিলে তাত
মহেন্দ্ৰক সমাৰোহ কৰি।

দিক্‌পালসকল পুনু
দিশে দিশে হ'ল প্ৰতিষ্ঠিত,
প্ৰভাকৰে শশাংকই
প্ৰসন্নতা লভিলে পূৰ্বৰ,
নিস্তেজ অনল হ'ল সতেজ দুনাই
পুনৰপি ধীৰ স্থিৰ অনিল ব'লিল ;
আনন্দেৰে নন্দন কাননে
আগৰ বিনন্দ সাজ লাহেৰে পিন্ধিলে,
মন্দাকিনী প্ৰবাহত
ৰঙৰ তৰংগৰাজি উঠিল সঘনে ;
দুনাই অমৰ ৰাজ্য হ'ল অমৰৰ।

সেই দিন ধৰি পাচে
অনুসৰি হৰিৰ আদেশ,
আকাশত ঠাই ল'ই
মেঘৰ সংগিনী হ'ল ৰংগিনী বিজুলী ;
সেইহে আজিকোপতি
আদৰেৰে আলিংগে মেঘক

ইমানতে সমাপতি ক্ষুদ্ৰ পুস্তিকাৰ
প্ৰথমে লিখকে এই অমিত্ৰ ছন্দত
মেঘনাদবধ নামে নাটক ৰচিলে ;
তিলোত্তমা, ৰাজৰ্ষি নাটক, আৰু
পুনৰ্জন্ম নামেৰে নাটকো
ক্ৰমান্বয়ে বিৰচিলে সেই ছন্দেৰেই ;
কামৰূপ-জীয়ৰীৰো
গুণৰ কাহিনী সেই ছন্দতে গাঁথিলে ;
অষ্টাদশ শত আৰু ষাঠি শকাব্দৰ
বিজয়া দশমী দিনা,
পুনৰপি সেই গাঁথনিৰে
ক্ষুদ্ৰ এই মালিকাৰো গাঁথন সমাপি,
ভকতি চন্দন সানি
অৰ্পিলে ইয়াক মাতৃদেৱীৰ উদ্দেশে।

---

# কামৰূপ-জীয়ৰী



এই গ্রন্থৰ আখ্যানটো কোনোবা কালৰেপৰা গোটেই অসমদেশত প্রচলিত হৈ আহিছে। আন আন বহুত আখ্যানৰ দৰেই ইয়াতো অনেক অতিৰঞ্জিত কথা আছে। সেইবিলাক এৰি দিলে, মুঠ কথা এয়ে ৰয়গৈ যে বেউলাই স্বামীৰ মৃতদেহ ভুৰত তুলি লৈ গ'ল, আৰু শেহত নেতাই ধুবুনীক লগ পালেগৈ। ধুবুনীয়ে বেউলাক ধুবুনীৰ নিজৰ ৰজাৰ ওচৰলৈ লৈ গ'ল। সেই কালত ভাৰতবর্ষৰ সৰু সৰু ঠায়েপতি একোজন সৰু বা চমুৱা ৰজা আছিল, আৰু কামৰূপ দেশ সর্প-চিকিৎসাৰ বাবে অতি প্রসিদ্ধ আছিল। আনকি, তাৰ পৰৱৰ্তী কালতো কামৰূপীয় বেজে সাপে খাই মৰা মানুহক কেইবা দিনৰ পাচতো জীওৱাৰ কথা শুনা যায়। সেই বাবেই, অসমদেশত এতিয়াও এটা কথা আছে বোলে সাপে খাই মৰা মানুহক খৰি নিদি পুতি থ'বহে লাগে। ধুবুনীয়ে বেউলাক নি ভেটাই দিলত, সেই ৰজাজনে নিজে চিকিৎসা কৰি নাইবা অন্য কোনোবা ভাল বেজ লগাই বেউলাৰ স্বামীৰ আৰোগ্য কৰিলে। বেউলা-লক্ষীন্দৰৰ আখ্যানটোৰ ভিতৰত অন্ততঃ এইছোৱা অতিৰঞ্জিত নহয় বুলি বোধ হয় ধৰি ল'ব পাৰি।

আজি-কালি কোনো কোনো বঙালী ভদ্রলোকে বেউলাৰ ঘটনাটোক অসমদেশৰ নুবুলি বংগদেশৰহে বুলিব খোজে; কিন্তু এই সম্পৰ্কে তলত লিখা কথা কেইটা ভাবি চাবৰ যোগ্য:

(১) অসম দেশৰ কামাখ্যা মন্দিৰত প্রাচীন কালৰেপৰা আজিলৈকে প্রতি বছৰে সমাৰোহেৰে মনসা-পূজা হৈ আছে।

(২) বেউলা, লক্ষীন্দৰ আৰু চন্দ্রধৰ এই নাম কেইটা সমুলি বঙালী যেন নেলাগে; শুনাতে খাচ অসমীয়া বুলি জানি।

(৩) বৰ্তমান গুৱালপাৰা জিলাৰ বিলাসীপাৰাত 'চান্দৰ ডিঙা পাহাৰ' বুলি ধৰ সৰু পৰ্বত এটা আছে। প্রবাদ আছে বোলে তাৰ দাঁতিতে চান্দ সদাগৰে তেওঁৰ বেপাৰৰ ডিঙা অর্থাৎ নাওবোৰ বান্ধিছিল, আৰু সেই বাবেই তাৰ সেই নাম হ'ল।

(৪) নেতাই-ধুবুনী ঘাটটো ধুবুৰীৰ ওচৰত বুলি প্রবাদ আছে।

(৫) গুৱাহাটীৰপৰা ২৪ মাইল দক্ষিণ-পশ্চিমলৈ চান্দ সদাগৰৰ শিলৰ মেৰ-ঘৰৰ ভগ্নাৱশেষ আজিলৈকে বৰ্তমান আছে।

(৬) বেউলাৰ ভুৰ নিশ্চয় নৈত ভটীয়াই গৈছিল, কাৰণ, নৈৰ উজনি ফাললৈ ভুৰ উটি নেযায়। কিন্তু ধুবুৰী বংগদেশৰ উজনিত অসমৰহে ভাটী ফালে আছে।

(৭) বেউলা-লক্ষীন্দৰৰ গীত অসমৰ নিৰক্ষৰ মানুহৰ মুখে মুখেও আজিলৈকে প্রচলিত আছে।

(৮) কোনো কোনোৰ মতেৰে নেতায়ে ধুবুৰীৰ নেতাই-ধুবুনীৰ ঘাটৰপৰা বেউলাক উজাই লৈ গৈছিল।

এইবোৰ কথালৈ চাই বেউলাৰ ঘটনা কোনোৰকমে বংগদেশৰ বুলিব নোৱাৰি; ইফালে এতিয়া, আগৰ কামৰূপ ৰাজ্যৰ কেইবাটাও অংশ বংগদেশত সোমাই আছে। সেইবোৰ ঠাইত বেউলাৰ আখ্যান প্রচলিত থকাটো স্বাভাৱিক কথা। সেইবাবে, বেউলা লক্ষীন্দৰক বংগদেশৰ মানুহ বুলি ধৰিবলৈ এইটোৱেই যথেষ্ট প্রমাণ হ'ব নোৱাৰে।

মৌখিক আখ্যানটোৰপৰা এনে শ্রেণীৰ গ্রন্থ লিখোঁতে, ঘটনাৱলী কেতিয়াবা অলপ সাল-সলনি বা আগ-পাচ কৰিবৰ প্রয়োজন হয়।

প্রচলিত আখ্যানমতে বেউলাৰ নৃত্য-গীতেৰে দেৱতাসকলক সন্তোষ কৰাত, ইন্দ্রেই লক্ষীন্দৰক জীয়াই দিলে

এই গ্রন্থত কিন্তু, মহাদেৱকহে প্ৰধান স্থান দি, ইন্দ্ৰক তেওঁৰ আজ্ঞাবাহী নিমিত্ত মাত্ৰ কৰি বৰ্ণোৱা হৈছে। তেনে কৰাৰপৰা গ্ৰন্থলৈ উপাদান গোটোৱাত অনেক সুবিধা ঘটিল। তাত বাজেও, মৃতকক ঘূৰি প্ৰাণ দিবৰ ক্ষমতাটো ইন্দ্ৰত নকৰি, মহাদেৱত আৰোপ কৰিলেহে শোভাও পায়।

বেউলাই দেৱতাসকলৰ আগত কৰা নৃত্যগীত খিনিও, লক্ষীন্দৰ সঞ্জীৱিত হোৱাৰ পূৰ্বতে নেদেখুৱাই, পাচতহে দেখুওৱা হৈছে। সদ্য-বিধৱা শোকাকুলা সাধ্বীয়ে, পতিৰ পুনৰ্জীৱনৰ বাবে হ'লেও নৃত্যগীত কৰাটো বৰ অস্বাভাৱিক কথা যেন লাগে; কেনেবাকৈ কৰিলেও, সেই নৃত্যগীতত তেওঁৰ আন্তৰিকতা থাকিব নোৱাৰে, আৰু সেই বাবেই সি লোকৰ মনোৰমো হ'ব নোৱাৰে। যদি ধৰা যায় বোলে ইন্দ্ৰৰ আদেশ পাই পতিৰ জীৱনৰ অৰ্থে বেউলাই শোকৰ মাজতো নৃত্যগীত কৰিবলৈ বাধ্য হৈছিল, তেনে হ'লেও, তেনে ধৰণৰ আমোদৰ কাম কৰিবলৈ বেউলাক আদেশ দিলে বা অনুৰোধ কৰিলে, ইন্দ্ৰৰ হৃদয়হীনতাৰ কথা হয়। সেই বাবে বেউলাৰ স্বামী লক্ষীন্দৰ জীৱিত হোৱাৰ পাচতহে বেউলাৰ নৃত্য-গীত দেখুওৱা হৈছে।*

'কামৰূপ-জীয়ৰীয়ে' পাঠকক কিবা সন্তোষ দিব পাৰিলে লিখকে কৃতাৰ্থ মানিব।

যোৰহাট
১-৯-৩৮ শ্ৰীচন্দ্ৰধৰ বৰুৱা

* এই গ্ৰন্থ মতে, বেউলা 'নৃত্যগীত কুশলা' আৰু তেওঁৰ নৃত্যগীত দেখিলে অপ্সৰাসকলে 'নতুন আদৰ্শ পাব' বুলি, দশম সৰ্গতে মহাদেৱে ইন্দ্ৰক ইংগিত দি থৈছিল। দ্বাদশ সৰ্গত 'কৰুণ ৰাগিণীৰ বন্দনা গীত' শুনি ইন্দ্ৰই বেউলাৰ সংগীতৰ অলপ আভাস পালে; আৰু লক্ষীন্দৰে প্ৰাণ পোৱাৰ পাচত, উপযুক্ত সময় বুজি, বেউলাই নৃত্য-গীত কৰিবলৈ যোৱাত, বেউলাই মনৰ সন্তোষেৰে সুন্দৰ ৰূপে নৃত্যগীত কৰি দেখুৱালে। কথাখিনি এনে ভাৱে সজালেহে খাজ্‌খাই পৰে দেখি, এই ফেৰা সামান্য সাল-সলনি কৰা হ'ল।

---

**সৰ্গ সমূহ:**

কামৰূপ, চম্পকনগৰ, চান্দ সদাগৰ, মনসা, বণিজ যাত্ৰা, প্ৰত্যাৱৰ্তন, বিবাহ, প্ৰতিমা-ভাসন সাধনা, কৈলাস, আশ্বাস, সিদ্ধিলাভ, সংগীত, আনন্দমিলন।

# কামৰূপ-জীয়ৰী

## প্ৰথম সৰ্গ

### কামৰূপ

কৰিছোঁ কাকুতি আই কাব্যৰ ঈশ্বৰী
বীণাপাণি সৰস্বতী শুভ্ৰআভৰণা,
কৰোঁ কোটি সেৱা কমল পদত
কিঞ্চিৎ কৰুণাকণা কৰা বিতৰণ।
তোমাৰ কৃপাত মাতৃ বঞ্চিত সদায়
এই অকিঞ্চন জন। দিলা অভিলাষ,
নিদিলা শকতি কিন্তু পূৰাবৰ তাক।
মনত বাসনা হয়, পূজিম তোমাৰ
অৰুণ চৰণ দুটি, অবিৰতে যেন
একান্ত মনেৰে; থাকিম সততে যেন
তোমাৰ সেৱাৰ সুখ-সাগৰত বুৰি,
সম্ভোগি বিমল তৃপ্তি হৰিষ চিতেৰে।
নেপালোঁ কিংকৰে কিন্তু কৰুণা তোমাৰ
নাতৰালা নিঃকিনতা তুমি কৃপা কৰি
নুগুচালা বিদ্যা বুদ্ধি জ্ঞানৰ দাৰিদ্ৰ্য
অবিশ্ৰান্তে শান্তিধাৰা নকৰিলা দান,
নোৱাৰিলোঁ সফৰাব মনৰ কামনা।
তোমাৰ কৃপাত আই, হ'ল ৰত্নাকৰ
কবিগুৰু চিৰপূজ্য অমৰ বাল্মীকি,
কালিদাস মহাকবি ভুৱন বিখ্যাত।
সকাতৰে মাগোঁ এই অধম সেৱকে
শক্তি দিয়া কৃপাময়ী শক্তিবিধায়িনী
সম্প্ৰতিকে গাওঁ এক সতীৰ মহিমা,
সুধীৰ সমাজে শুনি লভক তৃপিতি।
বজোৱা মধুৰ বীণা ললিত সুৰেৰে
পূৰাই অন্তৰ মোৰ স্পন্দনেৰে তাৰ।

আজিৰ অসম দেশ অতীত কালত
আছিল মহিমাময় গৌৰৱমণ্ডিত
অমৰবাঞ্ছিত এক বিশাল সাম্ৰাজ্য।
আনন্দেৰে উমানন্দে কৈলাস তিয়াগি
ইয়াতে বসতি ল'ই উমাসমে দুয়ো
সততে আজিকোপতি
ৰক্ষা কৰি আছে এই পুণ্যময় দেশ।
উত্তৰে দক্ষিণে পূবে ভাৰতৰ সীমা,
পশ্চিমে মিথিলা জুৰি
বিস্তৃত আছিল এই দেশ সুবিখ্যাত।
এফালে নগাধিৰাজে
নানা বিধ মূল্যবান বিভৱ সম্ভাৰ
কৰ ৰূপে ধৰিছিল যোগান সততে,
ইফালে নীলাম্বুজলে চৰণ পখালি
সসম্মানে অৰ্পিছিল সাগৰ-সম্পদ।
অবাধে প্ৰচুৰ শস্য বিতৰে ধৰাই
নানা জাতি সুফল তৰুৱে,
শীতল সুজলৰাশি প্ৰবাহিনী কূলে।
জল-স্থল বনজাত খনিজ দ্ৰব্যেৰে
পৰিপূৰ্ণ চিৰকাল এই দিব্য দেশ;
ইয়াৰ বণিকে গ'ই বাৰিধি উত্তৰি
বণিজ বেহালে বহু সুদূৰ দেশত।

কামৰূপ নামে খ্যাত আছিল ই দেশ,
যি কাৰণে, ভস্ম হ'ই হৰৰ কোপত

কামদেৱে পুনৰপি
পূৰ্ব ৰূপ ইয়াতে লভিলে।
ইয়াৰ অপৰ নামো
যথাৰ্থতে সাৰ্থক আছিল ;
এই প্ৰাগ্জ্যোতিষতে
পোহৰৰ প্ৰথম প্ৰকাশ,
পূৰ্ব অঞ্চলৰ এই প্ৰসিদ্ধ দেশত
বিলালে জ্ঞানৰ প্ৰভা বহু মনীষীয়ে।
শিক্ষাৰ মহৎ কেন্দ্ৰ পণ্ডিতৰ স্থান,
বহু সাধু সমাগম আছিল ইয়াত।
মন্ত্ৰৰ আদিম স্থান আছিল এয়েই,
সিকালত আছিল ইয়াতে আৰু
মন্ত্ৰ-তন্ত্ৰ বিশাৰদ গুণীলোক বহু।
আছিল বিপুল চৰ্চা চিত্ৰ-বিদ্যা
নৃত্য-গীত আদি যত ললিত কলাৰ,
আছিল অনেক নাৰী
সুনিপুণা ইসৱ বিখ্যাত।

প্ৰাচীন দেশত এই
প্ৰবল প্ৰতাপান্বিত ৰাজেন্দ্ৰসকলে
বিক্ৰমেৰে ৰাজত্ব কৰিলে ;
বিখ্যাত নৰকাসুৰ, ভগদত্ত বীৰ
অসীম বিক্ৰমী বাণ, সুবিজ্ঞ ভীষ্মক,
পাৰ্থপুত্ৰ মণিপুৰপতি,
ভাস্কৰ সদৃশ সেই ভাস্কৰ বৰ্মাই
অতুল প্ৰসিদ্ধি লাভ কৰিলে ইয়াতে।
ইদেশেই জন্মভূমি উষা ৰুক্মিণীৰ
চিত্ৰলেখা চিত্ৰাংগদা উলুপী দেৱীৰ।

পৰ্যায়েৰে ছয় ঋতু
পূৰ্ণৰূপে বিৰাজে ইয়াত ;
কিৰণমালীয়ে ইঁহে প্ৰসন্ন মনেৰে,
সুধাংশুৱে কৰে বিকীৰণ
সুধাময় শীতল কিৰণ
অতি অবাৰিত ৰূপে ;
প্ৰস্ফুটিত তাৰকাৰে
সুপ্ৰসন্ন সুনীল গগনে
ধৰে অতি বিতোপন বেশ মনোহৰ।
পৰ্বত কানন নদ-নদী সৰোবৰ,
দিব্য তৰু, লতা নানা জাতি,
ফলে ফুলে প্ৰকৃতি দেৱীয়ে
আনন্দেৰে সজালে ই দেশ
সুৰম্য নন্দন পাতি মৰত ভূমিৰ।

সুন্দৰী ইয়াৰ নাৰী সুন্দৰ পুৰুষ
সুন্দৰ ললিত ভাষা অতি মনোৰম,
ৰীতি নীতি আচৰণ সুন্দৰ সকলো
নিষ্ঠাবান ধৰ্মশীল সদাচাৰী
সৰল অন্তৰ যত কামৰূপবাসী
কপট নেজানে কদাচিতো।
সুস্থ পুষ্ট সবল দেহেৰে
সুখ শান্তি ভুঞ্জি নিৰবধি
আনন্দেৰে বঞ্চিছিল সকলো প্ৰজাই।

নিজ নিজ কুলধৰ্ম সকলো জাতিয়ে
গৌৰৱেৰে কৰিছিল পালন ইয়াত,
জাতিয়ে জাতিয়ে একো নাছিল বিৰোধ
হিংসা দ্বেষ অমিল অপ্ৰীতি
ব্ৰাহ্মণে উদাৰ আৰু নিঃস্বাৰ্থ ভাবেৰে
সাধিছিল দেশৰ কল্যাণ,
কষ্টেৰে উপাৰ্জি জ্ঞান
অকাতৰে লোকক বিলাই।
ক্ষত্ৰিয়ই অস্ত্ৰ ধৰি,
শত্ৰুক নিবাৰি নিজ ভুজৰ বলেৰে,
দুষ্টক দমন কৰি আতুৰক তাৰি
শান্তিৰে সততে দেশ ৰক্ষা কৰিছিল।

বিস্তাৰি বিবিধ শিল্প
নানা বিধ বণিজ্ বেহাই
অৰ্থৱন্ত কৰিছিল বৈশ্যই দেশক।
শূদ্ৰই উপাৰ্জি শস্য, আহাৰ যোগাই,
কাৰ্যত সাহায্য কৰি অপৰ জাতিৰ।
সকলোৰে কৰিছিল অপাৰ মঙ্গল।
নিয়ন্ত্ৰিত দিহাৰ গুণত
সুকলমে চলিছিল সমস্ত সমাজ,
ৰথৰ চকৰি যেন নিমজ বাটত,
মূৰ্তিমতী শান্তি যেন আছিল বিৰাজি।

দুখ দৈন্য নাছিল ইয়াত
মাৰি মৰকৰ ভয় অকাল মৰণ
চোৰ দস্যু ঠগৰ পীড়ন ;
কোনো কালে অনাটন আকাল নাছিল
প্লাৱন বিপ্লৱ ঘটা নাছিল কদাপি।
প্ৰজাই শোধায় কৰ আনন্দ মনেৰে
ৰজায়ো খটায় তাক
প্ৰজাৰেই হিতৰ কাৰণে।
ঘৰে ঘৰে সুখী যত প্ৰজা,
কোৰ্হাল কন্দল একো নাই
আছিল অকল মাত্ৰ
মিলা-প্ৰীতি মৰম চেনেহ।
সকলে ৰবক মানে,
বোষ বুজে ইজনে সিজনে
কাৰো প্ৰতি নাই কাৰো স্নেহৰ নাটনি।

পৰম মহিমাশালী
বহু তীৰ্থময় এই দেশ,
সুপবিত্ৰ একাধিক বাৰ
ভগৱন্ত শ্ৰীকৃষ্ণৰ পদৰ ধূলিৰে
সমস্ত ভাৰত ভ্ৰমি
শেষত পৰশুৰামে
ইয়াতেহে মাতৃহত্যা পাতক খণ্ডালে ;
মহামুনি বশিষ্ঠই
ইয়াতেই তপস্যাৰ আশ্ৰয় থাপিলে।

প্ৰতি ধূলিকণা অতি পৱিত্ৰ ইয়াৰ
সুপবিত্ৰা প্ৰতি স্ৰোতস্বিনী,
প্ৰত্যেক প্ৰস্তৰে কয়
অতীতৰ গৌৰৱ কাহিনী।
ধনদা সুখদা সুশোভনা
মোক্ষদা কামদা এনে কামৰূপ ভূমি
ধনে জনে যশস্যাই গৌৰৱ-বিভৱে,
সুবিশাল ভাৰতবৰ্ষত
জিলিকি আছিল যেন
মহাকায় হিমাদ্ৰিত ধৱল শিখৰ।

---

## দ্বিতীয় সৰ্গ

### চম্পক নগৰ

সেই কামৰূপতে তাহানি
চম্পক নগৰ নামে
আছিল সমৃদ্ধিশালী দিব্য জনপদ,
ধন জন সম্পদৰ সুখ্যাতিয়ে যাৰ
খ্যাতিমান কৰিছিল সমস্ত দেশকে,
চম্পক বৃক্ষই যেনে মধুৰ বাসেৰে
সুবাসিত কৰে বনস্থল।
সুবিস্তৃত সুন্দৰ নগৰ অতি,
সুপ্ৰশস্ত যত ৰাজপথ ;
দিনত দুকাষে তাৰ
দিবা দিবা তৰুৰ শাৰীয়ে

বিলায় শীতল ছায়া,
বঢ়ায় সৌন্দৰ্য নগৰৰ ;
ৰাতি হ'লে অগণিত বত্তিৰ মালাই
পোহৰেৰে সুৰঞ্জিত কৰে দশোদিশ
তাৰকা ৰাজিয়ে যেন
শৰতৰ প্ৰসন্ন গগন।

বাটে বাটে শাৰী শাৰী হৰ্ম্য মনোময়
ঠায়ে ঠায়ে বিনন্দীয়া প্ৰমোদ উদ্যান,
বকুল তমাল তালে
বলায় ধীৰেৰে তাত জুৰ সমীৰণ,
নিকুঞ্জ লতাৰ কুঞ্জে নয়ন জুৰায় ;
প্ৰস্ফুটিত বিবিধ কুসুমে
সুগন্ধেৰে আমোল্ মোলাই
জাতিষ্কাৰ কৰি থয় সমস্ত কানন ;
মধুলোভী মধুকৰে
মধুৰ গুঞ্জন গুঞ্জি
ফুলে ফুলে কৰি ফুৰে মধুৰ আলাপ।
ভাটী দিলে বিভাকৰে আবেলি বেলিকা
পৰিশ্ৰান্ত নগৰবাসীয়ে
মুক্ত বায়ু সেৰি তাত লভে শান্তি সুখ।

নগৰৰ ঠায়ে ঠায়ে
বিশ্ৰাম-আলয় পথিকৰ,
পথিকে বিশ্ৰাম লভি য'ত
হৰে আহি পথৰ ভাগৰ,
নতুবা যামিনী যাপি
যায় যত দূৰৰ পথিক।
ঠায়ে ঠায়ে, নিৰ্মল জলেৰে ভৰা
বহল-আহল জলাশয়
সুশোভিত পদুম ভেঁটেৰে ;
বগেৰে মৃণাল ভুঞ্জি
ৰাজহংসে আনন্দেৰে কৰে জলকেলি,
নিৰ্ভয়েৰে মৎস্য কূৰ্ম বিচৰে সুখেৰে।
বিয়লি মেলাই চুলি
সেন্দুৰৰ তিলকৰ জেউতি চৰাই
লাজুকী জীয়ৰীকুলে পানী ভৰি,
লা-নি লাগি ঘুৰি যায়
গীত গাই নিৰল বাটেদি,
পাচত বোৱাই ক্ষীণ ধ্বনিৰ লহৰি ;
এধাৰি ফুলৰ মালা
শুধ মালতীৰে গঁথা
জানিবাহে চলি যায়
বাটে বাটে মৃদু মধু সৌৰভ বিতৰি।

প্ৰধান আলিয়ে পতি
অবিৰলে চলে লোক,
যায় কত অশ্বাৰোহী গজাৰোহী
দোলাৰ আৰোহী,
সুন্দৰ শকট চলে, ৰথ বহু বিধ
সুস্নিগ্ধ নাদেৰে কৰি গভীৰ নিৰ্ঘোষ।
নগৰৰ টোলত সদায়
সুপণ্ডিত শিক্ষকসকলে
শিক্ষা দান কৰিছিল বিবিধ শাস্ত্ৰৰ।
সুনিপুণ শিল্পী বহু আছিল ইয়াত,
যি সকলে শিকাই কৌলিক বৃত্তি
নিজৰ সন্তান আৰু জাতিৰ লোকক
সুপাৰ্গত কৰিছিল শিল্পৰ কাৰ্যত।

বাটে বাটে দেখা যায় নৃত্যগীত
বহু তৰহৰ খেল, বিবিধ উৎসৱ।
দেৱৰ মন্দিৰ য'ত
সকলোতে তিনিও প্ৰসংগে
চলিছিল পূজা-সেৱা আৰতি বন্দনা,
ধূপ ধুনা চন্দনৰ
সুগন্ধেৰে আমোদিত কৰি বহুস্থান,

ধ্বনিৰ তৰংগ তুলি
শংখ ঘণ্টা দবা কাঁহ
তাল খোল মৃদংগৰ গভীৰ ৰাৱেৰে
মন্দিৰৰ চোতালে চোতালে,
নদীৰ পাৰত আৰু গছৰ ছায়াত
দিনৌ পণ্ডিতে বহি
ব্যাখ্যিছিলে শাস্ত্ৰ নানা বিধ,
অপণ্ডিত জনে শুনি
লভিছিল নীতিজ্ঞান
বুজিছিল শাস্ত্ৰৰ নিৰ্দেশ।

বেহা বেপাৰৰ বাবে
বিখ্যাত আছিল এই চম্পক নগৰ,
ঘটিছিল বিনিময় ইয়াত সদায়
শিল্পজাত কৃষিজাত বহু বেহানিৰ।
নগৰৰ ঘাটত সততে
সমাগম বাণিজ্য-তৰীৰ,
হাট গোলা বজাৰে পোহাৰে
অবিৰামে বিবিধ দ্ৰব্যৰ
বেচা-কিনা আছিল সততে।
মুঠতে, বিখ্যাত এই চম্পক নগৰ
আছিল লেখৰ ঠাই
সুবিখ্যাত কামৰূপ ৰাজ্যৰ মাজত।

---

## তৃতীয় সৰ্গ

### চান্দ সদাগৰ

চম্পকৰ মুখ্য লোক চান্দ সদাগৰ
বিখ্যাত বণিক অতি,
— নাম চন্দ্ৰধৰ
যশস্যাপ্ৰভাই যাৰ দেশ জুৰিছিল,
চন্দ্ৰিমা কিৰণে যেনে শৰৎ গগন।
সম্ভ্ৰান্ত কুলত জন্মি,
সজ শিক্ষা সজ নীতি
সুবিমল চৰিত্ৰৰ গুণে
লভিছিল সদাগৰে অতুল প্ৰতিষ্ঠা।
ৰূপে গুণে ধনে মানে
চৰিত্ৰই বিদ্যাই বুদ্ধিয়ে
তেওঁৰ যোৰৰ লোক নাছিল কেনিও
বহু দূৰ জুৰি সেই বহল দেশৰ।
যোগ্য জন অনুভৱি সুগুণ সমূহে
একাধাৰে কৰিছিল তেওঁক বৰণ;
গুণত বিমুগ্ধ হ'ই
লক্ষ্মী সৰস্বতী দুয়ো বিৰোধ পাহৰি
লগেৰে বসতি আহি ল'লে আলয়ত।

বিপুল বণিজ-বেহা আছিল চান্দৰ,
বণিজ-তৰীয়ে গ'ই দেশ বিদেশত
বহু বেহা কৰিছিল বিবিধ দ্ৰব্যৰ।
অধীশ্বৰ যদিবাও অপাৰ ধনৰ
ঐশ্বৰ্যেৰে শক্তিশালী অতি
বিদ্যাবান বুদ্ধিমান সুপাৰ্গত লোক,
ইসবৰ গৰ্বে তেও
নাছিল স্পৰ্শিব পৰা তেওঁক কদাপি।
বিদ্যাই কৰিলে অতি বিনয়ী বিবেকী
ধনে উপকাৰী অপৰৰ
শক্তিয়ে তেওঁক মাত্ৰ
অশক্তক টানত তাবোঁতা।
সম্পদৰ ভৰত সততে
বিনম্ৰ আছিল তেওঁ
ফলশালী নতশিৰ তৰুৰ নিচিনা।

সনেকা চান্দৰ ভাৰ্যা—
পৰ্বতৰাজৰ ভাৰ্যা মেনকা দেবীৰে
হয় যাৰ শোভন তুলনা—

আছিল পৰম গুণৱতী
দয়াশীলা পতিব্ৰতা লক্ষ্মীস্বৰূপিনী।
যোগ্যে যোগ্যে সাধিছিল মিলন বিধিয়ে,
মিলিছিল দুয়ো যেন লক্ষ্মী জনাৰ্দন
নতুবা শ্ৰীৰাম আৰু জনক-দুহিতা।
বণিকৰ ছজন নন্দন,
ছয়োকো ছয়েই চৰা
সুচৰিত্ৰ গুণবান
উপযুক্ত সহকৰ্মী পিতৃৰ কাৰ্যত
অনুৰক্ত পিতৃ মাতৃ ভাতৃৰ সততে।

ৰূপে গুণে নিৰুপমা ছয় বোৱাৰীয়ে
বৃদ্ধি কৰি গৃহশ্ৰীক,
হীৰক-মুকুতাযুক্ত
কৰিছিল বণিকৰ সোণৰ সংসাৰ।
কৰ্মচাৰী দাস-দাসী আছিল অনেক,
সকলো জনেই যাৰ
কৰিছিল হৰিষ মনেৰে
নিজ নিজ কৰ্তব্য পালন।
অভাৱ নাটনি একো নাই
পৰিপূৰ্ণ সুখৰ আলয়।
এনে সৌভাগ্যেৰে ভৰা
ৰজাৰ কাৰেং যেন বৃহৎ টৌলত
বাস কৰিছিল সেই যোগ্যবান জন।

শিৱভক্ত চান্দ সদাগৰ,
পৰম অনাদি দেৱ মহেশ্বৰ
একনিষ্ঠ একান্ত সেৱক।
ৰুদ্ৰাক্ষৰ মালা পিন্ধি
ভস্মৰ ত্ৰিপুণ্ড ৰেখা ল'ই ললাটত
প্ৰতিদিনে পূজা কৰে
শংকৰক ভকতি ভাৱেৰে।
ধ্যান কৰি তন্ময় মনেৰে
শুভ্ৰকায়া ফুল্লদেহ
বাঘাম্বৰ ত্ৰিশূল ডম্বৰুধাৰী
ত্ৰিলোচন সহাস্যবদন
ৰুক্ষৰাশি-জটাজাল
চন্দ্ৰকলা-বিভূষিত
কোটি পূৰ্ণেন্দুৰ প্ৰভাময়
নিত্য সত্য ভোলানাথ শিৱ সুন্দৰৰ
সেই প্ৰশান্ত মূৰতি,
কৰি প্ৰাণায়াম ক্ৰিয়া নিবিষ্ট মনেৰে
একাক্ষৰী মহাবীজ জপি যতনেৰে
স্তুতি কৰে হিয়া ভৰি,
বোৱাই দুগালে ধাৰা ভক্তি লোতকৰ।
তুষ্ট হ'ই আশুতোষে
প্ৰদানিলে হেমতাল—
হেমেৰে নিৰ্মিত দণ্ড ৰুদ্ৰতেজোময়,
যাৰ প্ৰভাৱত লোকে তৰে বিপদত,
প্ৰহাৰত যাৰ
তুৰন্তে বিপক্ষ জন হ'ই পৰাভূত
অবিলম্বে পলাই ত্ৰাসত,
ভয় কৰে যাৰ প্ৰতি দেৱতা কুলেও।

সুদৃঢ় মনৰ লোক চান্দ সদাগৰ;
আছিল তেওঁৰ অতি
স্থিৰ মতি, স্থিৰ নীতি,
সুস্থিৰ প্ৰতিজ্ঞা যত অচল অটল।
বিপদত বন্ধু তেওঁ
সম্পদত সুখী সকলোৰে,
সততে মংগল সাধে
হিত চিন্তে নগৰ বাসীৰ;
জনপ্ৰিয় লোক অতিশয়,
অকৃত্ৰিম শ্ৰদ্ধা ভক্তি কৰে সকলোৱে।
ইহেন চান্দক পাই কামৰূপেশ্বৰে

বহু ৰাজসন্মানেৰে ভূষিত কৰিলে,
চম্পকৰ ৰাজকাৰ্য অনেক গতাই
সুবিজ্ঞ চান্দৰ সেই সুদক্ষ কৰত,
লঘু কৰি ল'লে কিছু
গুৰু ভাৰ আপোনাৰ বিশাল ৰাজ্যৰ।
পিতৃৰ স্নেহেৰে চান্দে পালিছিল প্ৰজা,
চম্পকৰ যত লোক
অনুৰক্ত বসৱৰ্তী তেওঁৰ সততে।
নাছিল মুকুট মাত্ৰ তেওঁৰ শিৰত,
অন্তৰ বিয়পি কিন্তু নগৰবাসীৰ
সুবিপুল ৰাজত্ব আছিল।

এই মতে, যোগ্যবান চান্দ সদাগৰ
শ্ৰেষ্ঠ হ'ই চম্পকত
বিৰাজি আছিল অতি সম্মানিত ৰূপে,
উপবন শোভি যেনে
সুবিশাল চন্দন তৰুৱে
নতুবা শশাংক যেনে তৰাৰ মাজতে,
কিম্বা কোনো গিৰি প্ৰদেশত
উচ্চতম গম্ভীৰ শিখৰ মনোৰম।

---

## চতুৰ্থ সৰ্গ

### মনসা

জগত বিখ্যাত নাম মনসা দেৱীৰ
সৰ্পৰ ঈশ্বৰী তেওঁ
অধিষ্ঠাত্ৰী সকলো সৰ্পৰ,
সমস্ত সৰ্পৰ কুল তেওঁৰ অধীন।
সৰ্পৰ বলয়া পিন্ধে, সৰ্পৰেই হাৰ
মণি বিভূষিত সৰ্প শিৰৰ ভূষণ;
সৰ্পেৰে বসতি কৰে
সৰ্পেই তেওঁৰ সংগী, সৰ্প অনুচৰ
সৰ্পৰ দৰেই তেওঁ কোপন স্বভাৱা
নিৰ্দয়া নিঠুৰা অতি
ক্ৰুৰমতি কুটিল প্ৰকৃতি দুৰাশয়া।
নেথাকে সৰ্পৰ ভয় তেওঁক পূজিলে;
মনসা সদয়া হ'লে
সৰ্পৰ দংশন বিষ হৰে অনায়াসে,
সেই হেতু নাম বিষহৰী।

চান্দ সদাগৰে কিন্তু
ঘৃণা কৰে মনসাক অন্তৰেৰে অতি,
নিন্দা কৰে য'তে ত'তে
কদাপি দেৱতা বুলি স্বীকাৰ নকৰে;
কয় সকলোকে,
নকৰিবা মনসাক পূজা,
মনসা নহ'য় দেৱী
দেৱতাৰ নাই এনে অধম স্বভাৱ,
দয়াময় ক্ষমাশীল
মহৎ প্ৰকৃতি অতি যতেক দেৱতা।
সৰ্পসহচৰী নীচ সৰ্পৰ প্ৰকৃতি
মনসা সৰ্পিণী মাত্ৰ
জগতৰ শত্ৰু মহা অনিষ্টকাৰিণী,
নিতান্ত ঘৃণাৰ পাত্ৰী
নিকৃষ্টা অশুচি অমংগলা।
নিজেও নকৰে তেওঁ
লোককো মনসা পূজা নিদিয়ে কৰিব;
প্ৰচাৰাই সুদৃঢ় মানাহি
নিষেধিলে মনসাৰ পূজা চম্পকত।
সজাগ বিশ্বাসী বহু দূতে,
প্ৰবন্ধে সম্বাদ বুজি
যদিহে মনসা পূজা পাতে কোনোবাই,
যোগাৱ বাতৰি আহি,
ভুৰন্তে নিবাৰে তাক চান্দ সদাগৰে।

এই ৰূপে চম্পকত চান্দৰ আজ্ঞাত
মনসা দেৱীৰ পূজা উঠিল সমূলি।
ইহেতু চান্দৰ প্ৰতি
বিমুখা বিতৃষ্ণা অতি কোপিতা মনসা।

চান্দক বধাৰ অৰ্থে
কৰিছিল মনসাই অনেক প্ৰবন্ধ,
নোৱাৰিলে, হাৰিল শেহত ;
শিৱৰ প্ৰদত্ত হেমতালৰ ত্ৰাসত
সৰ্পকুল দূৰতে পলায়,
তাৰ ভয়তেই
মনসাই নিজেও কদাপি
নেচাপে চান্দৰ কায নিজ ৰূপ ধৰি ;
আঁতৰৰপৰা মাত্ৰ
অদৃশ্য ৰূপেৰে কিম্বা ভেশছন্ কৰি,
চক্ৰান্তেৰে শালিব ধৰিলে শত্ৰু
নানাবিধ অহিত ঘটাই।

চম্পকত আছিল প্ৰমানী বৈদ্য
শংখ ওজা নামে—
সাক্ষাততে ধন্বন্তৰি সৰ্পদংশনৰ,
অনুগত বন্ধু অতি
অন্তৰংগ সুহৃদ চান্দৰ।
তেওঁক পঠাই চান্দে চিকিৎসা কৰাই
সাধিছিল সৰ্পে দংশা লোকৰ কল্যাণ ;
নকৰি মনসা পূজা
পৰিত্ৰাণ পায় লোকে সৰ্পসংকটত।
মনসাই চল চাই
নিয়োগি ভীষণ সৰ্প তালুত খোঁটাই
ধন্বন্তৰী ধৰাৰ খল নথই সমূলি,
তুৰন্তে ঘটালে মৃত্যু এদিন বৈদ্যৰ।

ইয়াৰ পাচত,
বণিকৰ ছয়োটি পুত্ৰকে
—কাৰ্তিক উপমা যাৰ—
ক্ৰমান্বয়ে মনসাই
বিনশালে বিষধৰ সৰ্পেৰে দংশাই।
ছয়োটি বোৱাৰী হ'ল ক্ৰমাত বিধবা,
অনাথিনী শ্ৰীবিহীনা দুখিনী দুৰ্ভগা,
কাটিলে আশ্ৰয় তৰু
হয় যেনে কোমল লতিকা ;
নিসন্তান বণিক দম্পতি,
বিহ্বলা অথিৰমনা শোকত সনেকা ;
অন্ধকাৰ আনন্দ ভৱন,
পোহৰ নথকা যেনে মেঘে ঢকা
অমাবস্যা নিশাৰ গগন।
চান্দ সদাগৰ তেও সুস্থিৰ থাকিল,
ধৈৰ্য ধৰি বিপদ সহিলে
নেৰিলে প্ৰতিজ্ঞা আপোনাৰ,
মনসা দেৱীৰ পূজা
নিবাৰিলে দুগুণ ক্ৰোধেৰে।

অলপৰ পাচতে ইযাৰ
চান্দৰ সপ্তম পুত্ৰে জনম লভিলে,
আন্ধাৰ ঘৰত যেন এগছি শলিতা।
বিধিৱতে ষষ্ঠীযাগ কৰি সমাপন
কৰোৱালে সদাগৰে জনম পত্ৰিকা ;
জন্ম সুক্ষণত
সুপ্ৰসন্ন গ্ৰহৰ মণ্ডলী
শুভ যোগ জন্মৰ কালত,
স্বাস্থ্যবান ৰূপবান
সুলক্ষণ সুন্দৰ বালক।
নাম ৰ'ল লক্ষীন্দৰ,
অন্নপ্ৰাশনাদি ক্ৰিয়া হ'ল কালে কালে ;
সৌষ্ঠৱ শকতি কান্তি বাঢ়িব ধৰিলে
শৰতৰ চন্দ্ৰকলা দিনে দিনে যেনে।

## পঞ্চম সৰ্গ

### বণিজ্ যাত্ৰা

কিছু কাল যোৱাৰ পাচত
পুনৰ বণিজ্‌যাত্ৰা কৰিলে সাউদে।
মূল্যবান বহু বিধ বণিজ্-বেহানি
ভৰি ল'ই চৈধ্যখন বণিজ্-পোতত
চাই শুভ ক্ষণ, হেমতাল ল'ই
শংকৰৰ চৰণ খিযানি
মেলানি মেলিলে তেওঁ বিশাল নদীয়ে।

দুই পাৰে ঠাযে ঠাযে সুদূৰ পৰ্বত,
সুবহল জলৰাশি বয মাজে মাজে
সুগম্ভীৰ সুধীৰ গতিৰে
দুযো কাষে পৰ্বতৰ চৰণ পৰশি।
ঠাযে ঠাযে নদীৰ পাৰত
কৃষকৰ খেত বিতোপন,
জন্মিছে বিবিধ শস্য
লহেপহে উলাহ মনেৰে।
কোনোবা ঠাইত আছে শ্যামল বৰণ
মনোৰম সমাশৰ তৃণৰ অৰণ্য,
হৰিণা হৰিণী চৰে
সুকোমল তৃণ ভুঞ্জি মনৰ ৰঙেৰে।
কোনোবাত নতু, সঘন বৃক্ষৰ
অগাধ অৰণ্য ভয়ংকৰ,
নিভৃতে নিবাসে য'ত হিংস্ৰ বনচৰ।
নয়নৰঞ্জন কৰ
সক সক বিৰল বিতপী কোনোবাত।
কোনোবা ঠাইত কিম্বা
মনোহৰ দিব্য সৰোবৰ,
জলকেলি কৰে তাত বিবিধ বিহগে
হৰিষ ৰাৱেৰে মহা কোলাহল তুলি।
জাল বায় ক'ৰবাত ধীবৰ সকলে,
পাৰ-নাৱে ঠায়ে ঠায়ে
পাৰ কৰে পাৰৰ লোকক।
ক'ৰবাত কোনোবা ঘাটত
লয়লাসে জল ভৰে
সৰল হাঁহিৰে আহি গ্ৰাম্য যুৱতীয়ে।
ক'ৰবাত ৰ'দালি বালিত পৰি
ৰ'দ লয় ঘঁৰিয়ালে নিৰ্ভয় চিতেৰে।
পোৱা যায় নদীত সদায়
উজনি ভাটীয়ে যোৱা
পাল তৰা, হাতে ৰোৱা
ৰব সক অনেক তৰণী।

গ'ই গ'ই কিছু দিন
এনেহেন মনোময দৃশ্যৰ মাজেদি
পাৰ হ'ই সাগৰসংগম,
চান্দৰ তৰণীৰাজি
ওলাল শেহত গ'ই অপাৰ জলধি,
দেখি যাক, নাস্তিক জনৰো শিৰ
স্বভাৱতে নত হয়
পৰম মহিমাময
সৃষ্টিকৰ বিভুৰ উদ্দেশে।
নীল বৰণীয়া জলে দিনৰ বেলাত
দূৰত মিলিত হ'ই নীলা গগনেৰে
বিস্তাৰে বিপুল শোভা দিগন্ত বিয়পি
আন্ধাৰ সাজেৰে ৰাতি
আতংকত কঁপায় অন্তৰ।
ৰক্তবৰ্ণ সাজ পিন্ধি, উলাহ মনেৰে
ৰহণাই পূবৰ গগন,
প্ৰত্যূষতে প্ৰভাকৰে
উঠি আহে বাৰিধি বিদাৰি,
সুৰঞ্জিত কৰি জল ৰক্তিম প্ৰভাৰে;
অবিৰামে পোহৰ বিলাই
ভাগৱত ৰঙা পৰি,

গধূলি পৰ্বত পালে পশ্চিম গগন,
আচম্বিতে বুৰ মাৰি তুৰন্তে লুকাই
ক্লান্তি হৰে সুকলমে
সুশীতল জলধিজলত।
নেদেখি কেনিও ক'তো থল থলচৰ
কিম্বা তৃণ তৰু বন,
তলত অগাধ পানী অঠাই সাগৰ
ওপৰত অনন্ত আকাশ,
আন কেউ দিশ জুৰি
শূন্যতাৰ অবাধ ৰাজত্ব।
বিস্তাৰি শুকুলা পাল
নীলাম্বুৰ মাজেদি যাওঁতে,
শোভা পালে তৰী দলে
আকাশেদি উৰি যোৱা
ৰাজহংস জাকৰ নিচিনা,
উঠি নামি অনেক ভংগীৰে
সাগৰৰ তৰংগত ওপঙি ওপঙি
পালে গ'ই লংকা দ্বীপ শেহত কুশলে।
অপৰূপ ভূমি সেই অতি মনোময়,
বিজড়িত ৰাঘৱৰ কীৰ্তি কাহিনীৰে।
কেউপিনে যত্নেৰে আবৰি
ৰক্ষা কৰে চিৰকাল সাগৰে সি দেশ,
যোগায় মাণিক মণি মুকুতা প্ৰৱাল
বহুবিধ ৰত্ন বিতোপন
অম্লজান বিমিশ্ৰিত বিশুদ্ধ অনিল।
জনমে সুস্বাদু ফল তাত নানা জাতি,
সুন্দৰ সুদীৰ্ঘ বহু
নাৰিকল তালৰ তৰুৰে
গৌৰৱেৰে লাৱণ্য বিকাশে।
গছ লতা তৃণ বন সুন্দৰ সকলো,
বহু জাতি ফুল ফুলি
সুশোভিত সৌৰভিত কৰে দশো দিশ।
খাদ্যৰ অভাৱ নাই
সুকলমে হয় শস্য অনেক প্ৰকাৰ।
লাহেৰে তটিনী বয়,
নিৰ্মল পানীত তাৰ
অনেক জাতিৰ মৎস্য কচ্ছপসকলে
উলাহেৰে খেলন খেলায়।
অৰণ্যত অসংখ্যাত দিব্য তৰু ৰাজে
বিচৰে সুখেৰে বহু বনজাত পশু,
সুকণ্ঠে সুৰৰ ছাৰে
বহু বিধ বনৰ বিহংগে
সম্পদেৰে বিনন্দিত
নন্দন-বদন সেই দেশ মনোহৰ।

মনসাই দেখিলে যেতিয়া
চান্দ সদাগৰ গ'ই লংকাত নামিল,
ছদ্মবেশ ধৰিলে মায়াৰে
লংকাধিপতিৰ এক সুহৃদ বন্ধুৰ;
ক'লে গ'ই ৰজাক বিৰলে—
'দুৰন্ত দুৰ্জন এই চান্দ সদাগৰ,
সদাগৰ বেশ ধৰি
চুৰ কৰে; ডকা দিয়ে
প্ৰবঞ্চনা কৰে দেশে দেশে,
তোলাও কৰিব লংকা, লুটিব প্ৰজাক,
তুৰন্তে ধৰাই আনি
যথাযোগ্য শাস্তি বিধানক।'
ৰজাই প্ৰত্যয় কৰি এই বিৱৰণ;
ছদ্মবেশী মনসাৰ কথাৰ মতেই
সংগী সমন্বিতে আনি
কাৰাৰুদ্ধ কৰিলে চান্দক,
আটক কৰিলে যত বণিজ-বেহানি।
দুৰ্দিন পৰিলে
অহকতে মানুহৰ ন'থৈ বিলৈ।

গ'ল বহু দিন।
দেখি শুনি আচৰণ, বণিকৰ
বহু আবেদনৰ মূৰত,
পঠাই বিশ্বাসী দূত লংকাৰ ৰজাই
চান্দৰ বৃত্তান্ত আদি
কামৰূপ ৰজাক সুধিলে।
দূতেও উভতি আহি যথাসময়ত
নিবেদিলে স্বৰূপ কাহিনী।
সত্য বিৱৰণ পাই
ততালিকে লংকেশ্বৰে
কাৰামুক্ত কৰিলে চান্দক
মুক্তি দিলে লগৰ লোককো,
আটকা সকলো দ্ৰব্য
প্ৰত্যৰ্পণ কৰিলে তুনাই।
ইয়াৰ পাচত সেই সুজন ৰজাই
অনুতাপ জনাই বিস্তৰ
যোগ্য ৰূপে পুৰস্কৃত কৰিলে চান্দক।

সদাগৰে নৃপতিক শলাগ নিবেদি
কিছু দিন থাকি সি ৰাজ্যত
উপাৰ্জি অনেক অৰ্থ বণিজ বেহাই
ল'ই বহু বহু-বস্তু বেহাৰ কাৰণে
সদলে কৰিলে যাত্ৰা কামৰূপলই।

## ষষ্ঠ সৰ্গ

### প্ৰত্যাৱৰ্তন

পাল তুলি চৈধ্যখন চান্দৰ তৰীয়ে
নাচি বাগি সাগৰৰ তৰংগ মালাত
উত্তৰ-পূবৰ মুখে চলিল ধীৰেৰে
কামৰূপ দেশক উদ্দেশি;
অপ্ৰমাদে পৰ্যটন কৰি সমাপন
ভাৰতৰ উপকূল পাওঁ পাওঁ হ'ল,
এনেতে ঘটিল এক দুৰ্জয় বিপদ।
আচম্বিতে মহামেঘে গগন ঢাকিলে
সঘনাই বিদ্যুৎ খেলিলে
ঘোৰ বজ্ৰ নিনাদেৰে
ঘনে ঘনে বসুধা কঁপালে।
অন্ধকাৰ হ'ল দশোদিশ,
আহিল বিপুল বৃষ্টি
লগে লগে তুমুল ধুমুহা;
পৰ্বত প্ৰমাণ ঢৌৰে সাগৰ ঢাকিলে,
ভীষণ গৰ্জন নাদি
বাৰিধিয়ে ভয়ংকৰ মূৰতি ধৰিলে।
চান্দৰ সকলো তৰী
ধনে জনে তল গ'ল
সাগৰৰ অতল পানীত;
—সকলোটি মায়া মনসাৰ।
থাকিল অকল চান্দ
কষ্টেৰে সাঁতুৰি কোনো ৰূপে,
সাগৰৰ তৰংগত
তল গ'ই কোনোবাৰ,
কোনোবাৰ উঠি বা ওপৰ।
হেমতাল হাতত থকাত,
নমৰি জীয়াই ৰ'ল,
ঢৌৱে আনি পেলালেহি পাৰত এবাৰ
মৃতকল্প অৱশ দেহাৰে।

নিসম্বল অৱস্থাত পৰি বিদেশত
অসুস্থ দেহাৰে অতি,
নিৰুপায় হ'ল সদাগৰ।
পাই এক দাতব্য শুশ্ৰূষালয়,
থাকি কিছুদিন হ'ই কিঞ্চিৎ সবল,

শেহত কৰিলে গতি
পদব্ৰজে নিজ দেশলই।
ভিক্ষা কৰি ঠায়ে ঠায়ে দেহা প্ৰবৰ্তাই
অতিথিশালাই পতি ৰ'ই কিছুদিন
অতিক্ৰমি কষ্টেৰে সুদীৰ্ঘ পথ
আহি আহি বহুদিনে
চম্পকৰ সমীপ চাপিল।

ততকালে নহা দেখি স্বামীক উভতি·
চিন্তান্বিতা হ'ল অতি বণিক ললনা,
আন্ধাৰ পক্ষৰ ৰাতি
শশাংকৰ উদয়ত পলম নিৰখি
বিষাদিতা যেনে ৰূপে কুমুদিনী সতী।
গণনা কৰাই চায় গণকক মাতি
ব্ৰাহ্মণক মাতি কৰে শান্তি স্বস্ত্যয়ন
স্তুতি কৰে শংকৰক,
কুশলে মংগলে যেন ঘুৰি আহে পতি।

এদিন আহিল এক প্ৰবীণ দৈৱজ্ঞ
দূৰ প্ৰদেশৰ বুলি দিলে পৰিচয়
গণি পঢ়ি চালে বহুপৰ;
বিৱৰি অতীত কথা সঠিক ৰূপেৰে,
প্ৰত্যয় জন্মাই ক'লে—
"নাই একো ভয় আই,
অনেক বিভৱ ল'ই
সুমঙ্গলে সদাগৰ
পাব আহি অনতি পলমে।"
তুনাই গণনা কৰি বুলিলে গণকে,
"আছে কিন্তু কিঞ্চিৎ বিঘিনি;
অহাৰ পূৰ্বতে তেওঁ
আহিব ৰাক্ষস এক তেওঁৰ ৰূপেৰে,
ছলিবৰ কাৰণে তোমাক।
শুশুনিবা তাৰ কথা
চাপিব নিদিবা তাক ঘৰ,
প্ৰহাৰ কৰাবা অতিশয়;
শাস্তি পালে যথোচিত
ভয়ত পলাব দুৰাচাৰ,
নৱগ্ৰহে সুমংগল কৰিব সকলো"।
ইয়াকে বিধান কৰি
দৈৱজ্ঞই প্ৰস্থান কৰিলে,
সনেকায়ো ভৃত্য-মণ্ডলীক মাতি
আদেশ কৰিলে সেই মতে।

হীন বেশ, খীণ আৰু অসুস্থ দেহাৰে
একেশ্বৰে চান্দ সদাগৰ
হ'ল উপনীত আহি নিজ আলয়ত,
বিৱৰিলে আপোনাৰ কৰুণ কাহিনী।
দৈৱজ্ঞৰ বিধান সুঁৱৰি
নকৰিলে প্ৰত্যয় কোনেও;
নিজে আহি সনেকাই
ভৃত্যক লগাই বহু প্ৰহাৰ কৰালে
দিয়ালে অশেষ শাস্তি নিৰ্দয় ৰূপেৰে
নিদাৰুণ শাস্তি ভুগি দুৰ্বল দেহাত
ধৰাশায়ী হ'ল সদাগৰ।

আবিৰ্ভাৱি আকাশত
বুলিলেহি মনসাই বিদ্ৰূপ হাঁহিৰে
—"মূৰ্খ তই, চান্দ সদাগৰ,
সুবুজ মহিমা মোৰ;
মোৰ কোপতেই তোৰ যত বিপৰ্যয়;
ছয় পুত্ৰ ময়েই মৰালোঁ তোৰ
ময়েই দিয়ালোঁ তোক
কাৰাদণ্ড লংকাত মিছাতে
ময়েই ডুবালোঁ তৰী,
দৈৱজ্ঞ ৰূপেৰে আহি সনেকাক ছলি
এই নিৰ্যাতনো তোক ময়েই কৰালোঁ।

এতিয়াও ক্ষমা মাগি”
“পূজা কৰ্, মোৰ চৰণত
শৰীৰ আৰোগ্য হ’ব
পুনৰপি পাবি যত হেৰোৱা সম্পদ।”
হেমতাল তুলি ল’ই
গৰ্ব্বেৰে বুলিলে চান্দে—
“দূৰ হ পিশাচী তই ;
যাওক সম্পদ মোৰ, যাওক পৰাণ,
মহেশক সেৱা কৰা উন্নত মস্তক
নোদোঁৱাওঁ তোত কদাপিতো।”
হেমতাল দেখা পাই, ভয়ত মনসা
অন্তৰ্ধান হ’ল ততালিকে।

মনসাৰ বাক্য শুনি
তেতিয়াহে সনেকাই বুজিব পাৰিলে,
নাছিল দৈৱজ্ঞ সিটো
মায়াবিনী মনসা কুটিলা,
কৰি গ’ল ছলনা কেৱল
হনুমন্তে যেনে ৰূপে,
মন্দোদৰী ৰাণীক তাহানি
ৰাৱণৰ মৃত্যুবাণ হৰণৰ হেতু।
খেদ পালে সতীয়ে অশেষ,
বিৰৰিলে পতিৰ আগত
দৈৱজ্ঞৰ সকলো কাহিনী,
বহু অনুতাপ কৰি
কৰিলে মাৰ্জনা ভিক্ষা
সকাতৰে চকু-লো ধাৰাৰে।
চান্দেও প্ৰকৃত তত্ত্ব বুজি
ক্ষমিলে পত্নীক আৰু ভৃত্যসকলক।
নিপুণ বৈদ্যৰ বহু চিকিৎসা গুণত
শুশ্ৰূষা গুণত সনেকাৰ,
বহুদিন যোৱাৰ পাচত
নিৰাময়ে সদাগৰে আৰোগ্য লভিলে।

## সপ্তম সৰ্গ

### বিবাহ

আৰু বহু দিন গ’ল,
বাল্য আৰু শৈশৱ উতৰি
লক্ষীন্দৰ হ’ল আহি
সুশিক্ষিত সুমাৰ্জ্জিত
সৰ্ব্বগুণী সুন্দৰ যুবক,
পিতৃৰ সুযোগ্য পুত্ৰ
সত্যবাদী সুচৰিত উদাৰ মনৰ ;
সুখ্যাতিয়ে বিয়াপিলে বহুদূৰ
জ্যোতিষ্মান নক্ষত্ৰৰ প্ৰভাই যিৰূপে।
অনেক সুযোগ্য জনে
যোগ্যা কন্যা যাচন কৰিলে।
সদাগৰে গণালে পুত্ৰৰ দশা
আনি বহু সুবিজ্ঞ গণক ;
গণনা বিদ্যাৰ বাবে
কামৰূপ প্ৰসিদ্ধ আছিল।
সাৱধানে দশা গণি জনালে গণকে,
ভাগ্যবান পুত্ৰ অতিশয়
পৰম সুখেৰে যাব সুদীৰ্ঘ জীৱন,
মৃত্যু ভয় আছে কিন্তু সৰ্পদংশনত
ভাৰ্যাৰে বসতি কৰা প্ৰথম নিশাতে।

সদাগৰে এই কথা সংগোপনে ৰাখি
প্ৰবন্ধেৰে কৰিব ধৰিলে
সধৱা যোগত জন্মা কন্যাৰ সন্ধান,
নোৱাৰে বৈধব্য দুখ ঘটিব কদাপি।
অন্তত মিলিল ঠিক তেনে লক্ষণৰে
বেউলা নামেৰে কন্যা অতি বিতোপনা।

গণকে গণনা কৰি জনম-পত্ৰিকা
এক বাক্যে ক’লে সকলোৰে—

'সৌভাগ্যশালিনী কন্যা সুলক্ষণা অতি,
নাই কোনো পাপগ্ৰহ
লগ্নৰ সপ্তম কিম্বা অষ্টম স্থানত
এই কন্যা কদাপিতো নহয় বিধৱা
আয়ুষ্মতী ভাগ্যৱতী হ'ব সুনিশ্চয় ;
বিবাহ কৰালে লক্ষীন্দৰে।
সুকলমে ৰিষ্ট দোষ খণ্ডাব পাৰিব।"

চম্পকৰ উজনিত
আছিল বিখ্যাত সৰু সুন্দৰ নগৰ,
সুপ্ৰসিদ্ধ লোক তাৰ বাসু সদাগৰ ;
সম্ভ্ৰান্ত কুলত জন্ম
সুচৰিত্ৰ সদাচাৰী
ধনী মানী বিনীত স্বভাৱ।
বেউলা তেওঁৰ কন্যা
ৰূপে গুণে নিৰূপমা সাক্ষাৎ কমলা।

কমলনয়না সেই বেউলা সুন্দৰী
কমল যুগল কৰ, কমল চৰণ
নিশ্বাসত কমলৰ সুবাস প্ৰৱাহে
গোটেই অংগত ৰাজে
প্ৰস্ফুটিত কমলৰ আভা।
কৃশাংগী স্থূলাংগী কিম্বা নহয় বেউলা,
ললিত লাৱণ্যময়
সুৱলিত গঠন দেহৰ।
কেতেকীৰ বৰ্ণ আনি
গোলাপৰ বৰ্ণেৰে মিলাই
ৰঞ্জিলে বিধিয়ে সেই সুঠাম শৰীৰ,
বংকিম ভ্ৰূৱক আৰু সুদীৰ্ঘ কেশক
ভ্ৰমৰৰ বৰ্ণেৰে ৰঞ্জিলে।
সুপ্ৰসন্ন সুগঠিত সুন্দৰ ললাট
কমনীয় কৰ্ণ মনোৰম,
শ্যামৰ বাঁহীৰ দৰে
ঠগিত নাসিকা বিতোপন
সৰল নয়ন হেৰি
লাজত হৰিণীকুল অৰণ্য সোমাল।
সুকোমল সুগোল কপোল,
দশন পংক্তিৰ প্ৰভা
আভা যেন মুকুতামালাৰ ;
স্বৰ্গৰ অমিয়া সনা
ৰাতুল কোমল অতি
সুবৰ্ত্তুল ওঁঠ দুযোটিয়ে
আদৰি আৰৰে সেই প্ৰভা,
বৰষে সুধাৰ ধাৰা মধুৰ হাঁহিত।
সুবিস্তৃত বক্ষ দেশ, বহল জঘন,
নিৰখি সুক্ষীণ কটি
সিংহিনীৰো বিক্ষোভ জনমে।
হস্ত পদ গঠিত বলিত অতি
কৰীৰ কৰেৰে তাৰ নহয় তুলনা,
চম্পক কলিৰ মালা আঙুলিৰ শাৰী ;
চন্দ্ৰকলা সুশোভিত মুকুতা কান্তিৰ
ঈষৎ ৰক্তিম নখ বৰ্ত্তুল আকৃতি
স্থিৰ ধীৰ সুগম্ভীৰ বিক্ষেপ পদৰ,
প্ৰিয়দৰশন ৰূপ,
লাৱণ্য উপচি পৰা গোটেই শৰীৰ।

গুণতো অতুলা সেই বণিক তনয়া ;
স্থিৰমনা লজ্জাশীলা শোভনস্বভাৱা
দয়াৱতী কোমল হৃদয়া
মূৰ্তিমতী কৰুণা সাক্ষাৎ,
কৰুণাৰ মধুৰ ধাৰাৰে
মধুময় কৰিছিল কিবা ঘৰ পৰ।
বুদ্ধিমতী কাৰ্যত কুশলা কন্যা,
সুনিপুণা অতিশয়
নৃত্য গীত আদি যত ললিত কলাত ;
সদায় প্ৰসন্নমনা হৰ্ষমুখী

মধুৰ ভাষিণী সুৰংগিনী,
মনোময় গহীন প্ৰকৃতি।
বেউলাই নিতে শিৱপূজা কৰে,
"স্তুতি কৰে সকাতৰে—
তুষ্ট হবা নিজ গুণে প্ৰভু
নেজানো পূজাৰ কিম্বা ভকতিৰ ভাও,
ক্ষমিবা সকলো দায়, অজ্ঞানীক মোক
সজ পথ দিবা দেখুৱাই,
বিপদত ৰাখিবা সদায়।"
বেউলাৰ ৰূপ গুণ সুখ্যাতি কাহিনী
দূৰ জুৰি প্ৰখ্যাত আছিল।

মনোমত এনে কন্যা পাই,
পৰিণয় প্ৰস্তাৱত
মান্তি হ'ল চান্দ সদাগৰ।
ইয়াৰ পাচত তেওঁ
নিপুণ কৃতিত্ববান শিল্পীক লগাই
সজোৱালে এক অতি
অভিনৱ লোহময় ঘৰ।
বৃত্তৰ আকাৰে সজা ঘৰ,
চাল বাৰ লোৰৰ সকলো,
ভেটিৰ ওপৰো তাৰ
লোৰৰেই পাটেৰে বন্ধোৱা।
ছিদ্ৰ নাই কেনিও ঘৰৰ,
এখনি দুৱাৰ মাত্ৰ, সিও লোৰৰেই,
ৰুদ্ধ কৰি থ'লে তাক
ক্ষুদ্ৰ পিপৰাও কিম্বা বায়ুও কদাপি
কোনোৰূপে প্ৰৱেশিব নোৱাৰে ঘৰত।
আলচিলে সদাগৰে মনে মনে,
নৱ দম্পতীয়ে আহি
যাপন কৰিব তাতে প্ৰথম যামিনী;
সৰ্পৰ নহ'ব সাধ্য তাত সোমাবৰ,
গতিকে খণ্ডিব বিষ্ট সৰ্পদংশনৰ।

শুভদিন শুভতিথি শুভমুহূৰ্ত্তত
হৰিষ মনেৰে সকলোৰে
মংগলে বিবাহ কাৰ্য হ'ল সমাপন।
অতি সমাৰোহ হ'ল অনেক উৎসৱ,
চৰ্ব্য চোষ্য লেহ্য পেয় বিবিধ খাদ্যেৰে
পৰিতোষ কৰা হ'ল
সমাগত সকলো লোকক,
অন্ন বস্ত্ৰ ধন দান পালে দৰিদ্ৰই,
ৰঙেৰে ৰমণীসৰে
আচৰিলে মাংগলিক ক্ৰিয়া,
আশীষিলে সমৱেত জনে,
মিলিল দম্পতি যেনে
পাৰ্থৰ নন্দন আৰু বিৰাট তনয়া।

## অষ্টম সৰ্গ

### প্ৰতিমা ভাসন

চান্দৰ ঘৰত আজি অপাৰ আনন্দ
আহিল নতুন বধূ, পৰিল উৰুলি,
অনেক সংগিনী ল'ই
নামে-গুণে সনেকাই
দৰা-কন্যা আদৰি আনিলে।
সকলো মংগল ৰীতি হ'ল আচৰিত;
আহুত নতুবা অনাহুত
নিৰ্বিশেষে সকলোকে
যত্নেৰে কৰোৱা হ'ল মিষ্টান্ন ভোজন;
গীত বাদ্য হ'ল নানাবিধ;
ঘৰত মিলিল মহা উলাহ উৎসৱ।

লোৰৰ ঘৰত থাকি প্ৰথম ৰজনী
বিষ্ট খণ্ডাবৰ হেতু পুত্ৰ-বোৱাৰীয়ে

অনেক পূর্বৰেপৰা চান্দ সদাগৰে
কৰি ৰাখিছিল যথাযোগ্য আয়োজন;
সম্প্রতিকে উৎসৱ ছলেৰে
প্ৰকৃততে সর্পভয় বাৰণ কাৰণে,
অলাই ৰাখিলে সেই ঘৰৰ বাহিৰে
কেউপাশে অসংখ্যাত বন্তি শাৰী শাৰী
ৰখালে সমস্ত ঘৰ বেষ্টন কৰাই
অস্ত্রধাৰী বহু প্ৰহৰীৰে;
গোপনে আদেশ দিলে প্ৰহৰী দলক
সতর্ক থাকিব সকলোটি,
কোনোমতে সর্প যাতে
প্ৰৱেশিব নোৱাৰে ঘৰত।
সুৰক্ষিত লোৰৰ ঘৰত সেই
সোমাল যেতিয়া আহি নতুন দম্পতি,
সাৱধানে অনুচৰে
ৰুদ্ধ কৰি দিলে তাৰ লৌহময় দ্বাৰ.
সজাগে প্ৰহৰী দল
কেউপাশে সতর্ক থাকিল,
যত্নেৰে পহৰা দিলে
বাহিৰে সঘনে ঘুৰি নিজে সদাগৰে।

প্ৰেমিক প্ৰেমিকা মিলা প্ৰথম ৰজনী
উভয়ৰ প্ৰেম মিলনত
বিৰোধ নাচৰে একো চেনেহী নিদ্রাই:
নিদ্রাদূতী তন্দ্রাই তথাপি,
বিনিদ্ৰে ৰজনী প্ৰায় যোৱাৰ পাচত,
ধীৰে ধীৰে আহি অতি
জপাব ধৰিলে চকু বণিক পুত্ৰৰ।
হঠাৎ পাৱত যেন কণ্টকে কুটিছে,
এনে অনুভৱ কৰি,
চকুমেলি দেখে লক্ষীন্দৰে
ভীষণ ভুজঙ্গে আহি
ফণা মেলি দংশন কৰিলে,
দেখা মাত্রকতে কিন্তু
তেনেই অদৃশ্য হ'ই লুকাল মায়াবী।

তুৰন্তে ধৰণী বান্ধি ক্ষতৰ ওপৰে
বেউলাই বাহিৰত সম্বাদ দিয়ালে;
আহিল সকলো চাপি,
বিপদ মিলিল মহা
হুলস্থূল লাগিল ঘৰত,
গ্ৰাসিলে অগ্নিয়ে ঘৰ মাজ নিশা যেনে
ব্যাকুল বিবুদ্ধি হয় গৃহস্থ পৰাণী।
নুবুজিলে কোনো জনে
নিছিদ্র ঘৰত সর্প সোমাল কিৰূপে

সজাবৰ দেখি সেই লৌহময় ঘৰ,
সুচতুৰা মনসাই
পূর্বতেই বুজিছিল চান্দৰ আশয়।
ভুলাই শিল্পীক নিজ মায়াৰ বলেৰে
সুনিপুণা মায়াত মনসা
ক্ষুদ্র এক ছিদ্র তাৰ লোৰৰ বাৰত
ৰাখিছিল কৰাই গোপনে।
অতি সূক্ষ্ম ছিদ্র সেই চুলিৰ সমান,
নমনে চকুৰে তাক কেৰে।
মনসাৰ দিহাত শিল্পীয়ে
গোপনে ৰাখিলে কথা,
নেজানিলে সদাগৰে
কোনেও নেপালে একো সম্ভেদ ইয়াৰ।
ভুলাই মায়াৰে আজি
কালনাগ নামে এক দুৰন্ত সর্পক
কালান্তক বিষৰ প্ৰকোপ তাৰ
চুলিতো সুসূক্ষ্ম কায়া কৰি,
প্ৰৱেশালে মনসাৰ গুপুত ছিদ্ৰই।
ঘৰত প্ৰৱেশি ভুজঙ্গই
নিজৰূপ ধৰি দংশি বণিকপুত্ৰক,

মনসাৰ মায়াৰ বলতে
তুৰন্ততে ক্ষুদ্ৰকায় ধৰি পুনৰায়,
অতৰ্কিতে ঘূৰি গ'ল সেই পথেৰেই ;
নেজানিলে এই কথা কেৱে।

বিষম বেগেৰে বিষে শৰীৰ ব্যাপিলে
বিচৰণ কৰি দেহা শিৰত উঠিল,
অচেতন হ'ল লক্ষীন্দৰ
ততালিকে পৰাণ ত্যজিলে।
সনেকা মূৰ্চ্ছিতা হ'ই মাটিত পৰিল
ধৈৰ্যশালী চান্দ হ'ল শোকত অধীৰ
উঠিল ক্ৰন্দন ৰোল সমস্ত ঘৰত।
ক্ষণেক পূৰ্বৰ সেই উৎসৱিত ঘৰ
শোকৰ কল্লোলে আহি
প্লাৱিত কৰিলে নিমিষতে।
বেউলা নীৰৱে ৰ'ল স্থিৰ নয়নেৰে
গম্ভীৰ মূৰতি ধৰি
সুথিৰ নিশ্চল যেন প্ৰস্তৰ প্ৰতিমা।

অৰণ্য বহ্নিৰ বেগে
অবিলম্বে দুঃসম্বাদে নগৰ জুৰিলে ;
ৰাহুৱে গ্ৰাসিলে ভানু
অন্ধকাৰ হয় যেনে শোকত ধৰণী.
জনপ্ৰিয় চান্দৰ দুখত
ম্ৰিয়মান হ'ল অতি সমস্ত নগৰ ;
পুৱালে ৰজনী মাত্ৰ
লোকাৰণ্য হ'ল ঘৰ নগৰবাসীৰে।
কোনোৱে সান্ত্বনা দিলে সন্তপ্ত চান্দক,
শোকাকুলা সনেকাক
মধুৰ কথাৰে দিলে বুজনি কোনোৱে,
কোনোৱে বা প্ৰবোধিলে বধূ সকলক,
মৌন ভাৱে থাকি মাত্ৰ কোনো কোনো জনে
নিমাত সহানুভূতি জনালে মনৰ।

সতী-যাৰ খোজা সাধ্বী ৰমণীৰ দৰে
দেখি বেউলাৰ স্থিৰ গম্ভীৰ মূৰতি
সাহ নকৰিলে কেৱে কাষ চাপিবৰ।
জ্ঞাতিবৰ্গে, বহু পৰ যোৱাৰ পাচত
অন্ত্যেষ্টিৰ আয়োজন কৰিব ধৰিলে।

এনেতে সজাগ হ'ল বিলুপ্তজ্ঞা বেউলা
জানিবা উঠিল জাগি
বহুপৰ নিদ্ৰাৰ পাচত,
চকিত ৰূপেৰে চালে
কেউফালে ফুৰাই নয়ন ;
দিহা কৰা দেখা পাই অন্ত্যেষ্টি ক্ৰিয়াৰ
সকাতৰে নিবেদন কৰিলে চান্দক,
"মিনতি কৰিছোঁ মই
নিবাৰক এই আয়োজন ;
মহিমাৰ ভূমি কামৰূপ
সুবিখ্যাত মন্ত্ৰৰ গুণত,
অনেক নিপুণ বৈদ্য আছে ইদেশত ;
অনুমতি দিয়ক দাসীক
অকলই ল'ই যাওঁ ভুৰত ভৰাই.
চাওঁ যত্ন কৰি মই
পাওঁ যদি ক'ৰবাত সুবৈদ্য কোনোবা।"

সমৱেত জনে শুনি বিস্ময় মানিলে
বাধা দিলে অনেকেই
অসম্ভৱ বুলিলে বহুতে।
বেউলাই ক'লে পুনু গহীন ভাৱেৰে,
"বাতুলা ৰমণী বুলি
নুপেক্ষিব অনুৰোধ,
পূৰাওক কৰুণা কৰি
দুৰ্ভাগিনী বোৱাৰীৰ
একমাত্ৰ কাতৰ গোহাৰি।"

খন্তেক মনতে গুণি
সমিধান দিলে চান্দে—
"সেয়ে যদি বাসনা তোমাৰ,
নেলাগে ভুৰত যাব
দিওঁ মই ডাঙৰ তৰণী
জগত সুযোগ্য লোক সংগী ৰূপে দিওঁ,
যাত্ৰা কৰা সুপ্ৰতুল ৰূপে।"
বেউলাই বোলে—প্ৰভু
নেলাগে তৰণী মোক
সুপ্ৰতুল ৰূপে যোৱা নহয় সময়,
সংগীও নেলাগে কাকো
নিসংগেহে যাম মই
নিৰলে কৰিম ধ্যান
শংকৰৰ চৰণ সততে।
তেওঁৰ কৃপাত যাক সংগী পাইছিলোঁ,
সেয়েহে অকল সংগী জীৱনে মৰণে।"

বেউলাৰ বাক্য শুনি
নানা জনে নানা কথা ক'লে।
কোনোৱে বুলিলে এনে অপূৰ্ব্বাৎ কথা
শুনা নাই আমি কোনো কালে,
কৰা নাই এনে কাম কেৱে কদাপিতো।
কোনো জনে ক'লে আই
এৰা এই অযথা কামনা,
মৰাক জীয়াব পুনু নোৱাৰে কোনেও।
কোনোবাই বোলে তুমি ব্ৰহ্মচৰ্য ধৰি
বৈধব্য আচৰা যতনেৰে,
সতী যোৱা, ক'লে কোনোবাই।

ক্ষণেক নিস্তব্ধে ৰ'ই
মেঘৰ গম্ভীৰ স্বৰে
বেউলাই বুলিলে বচন—
"সতীত্বৰ প্ৰভাৱেৰে
সাবিত্ৰীয়ে পতিক জীয়ালে;
সত্যকাল নাই যদিবাও
সতীৰ সাধনা আছে,
কোনোকালে সতীত্বৰ প্ৰভাৱ নুগুচে;
সতী যদি হওঁ মই
কঠোৰ সাধনা কৰি জীয়াম পতিক।
নহওঁ বিধবা মই
জন্ম মোৰ সধবা যোগত,
নিশ্চয় পতিয়ে প্ৰাণ পাব পুনৰপি।
মাগিছোঁ অকল মই নিৰ্জীৱ দেহাটি,
পতিৰ দেহত মোৰ আছে অধিকাৰ।
নেবাধিব মোক কেৱে,
বাধিলে ত্যজিম প্ৰাণ এই মুহূৰ্ত্ততে।"
"নাৰীবধে পাব সকলোকে।
যাম মই পতিদেহা ল'ই
অব্যৰ্থ প্ৰতিজ্ঞা মোৰ নিশ্চয় জানিব।"

বেউলাৰ তেজ দেখি
তেনেই স্তম্ভিত হ'ল গোটেই সমাজ।
দৃঢ়মতি চান্দ সদাগৰে,
পাই পৰিচয় এনে সুদৃঢ় মনৰ
শোকৰ মাজতো সুখ লভিলে কিঞ্চিৎ,
মনে মনে অনুকুল হ'ল বেউলাৰ;
সুযুক্তিৰে সকলোকে সম্মত কৰাই
বেউলাক বুলিলে শেহত,
"দিলোঁ অনুমতি আই
পূৰ্ণ হোক কামনা তোমাৰ"।

সৰল কাঠৰ ভুৰ নদীৰ ঘাটত
ওপৰে দিয়াই ঘৰ
নিৰ্মাণ কৰালে সদাগৰে;
পিন্ধাই নতুন বস্ত্ৰ
সুগন্ধি ফুলৰ মালা,
চন্দনেৰে চৰ্চিত কৰাই

পুত্ৰৰ নিৰ্জীৱ দেহা ভুৰত তোলালে ;
আবাল বনিতা বৃদ্ধ চাপিল পাৰত।
সেৱা কৰি গুৰুজন ল'ই পদধূলি,
সকলোকে প্ৰণতি জনাই
বহিল বেউলা সতী
সধৱা সাজেৰে গ'ই শৱৰ কাষত।
শংখ ঘন্টা বাজিল পাৰত
লগেৰে উৰুলি দিলে আয়তী সকলে
জয়ধ্বনি আশীৰ্বাদ কৰিলে সমূহে।
চলিল ধীৰেৰে ভুৰ
অনুকূল অনিল বলিল,
অনিমেষ নয়নেৰে থাকিল নিৰখি
নেদেখা নহয় মানে সকলো জনেই।
বহল নদীৰ সেই অগাধ জলত
জীয়ন্তে উটাই থ'ই সোণৰ প্ৰতিমা
নিৰ্জীৱ প্ৰতিমা যেনে দশমীৰ দিনা,
উভতিল শেহত সকলো,
সমাপি শ্মশান-ক্ৰিয়া শ্মশান যাত্ৰায়ে
শোকাকুল মনেৰে যিৰূপে।

## নৱম সৰ্গ

### সাধনা

উটি গ'ল বেউলাৰ ভুৰ।
অকলই ভুৰত ওপণ্ডি
প্ৰভাৰে আলোকি দিশ
অনিন্দ্য সুন্দৰী সেই
নদীৰ মাজেদি উটি যাওঁতে জানিবা
শোভা পালে জলদেৱী জলৰ মাজত ;
জলকুঁৱৰীয়ে যেন
ধৰি কিবা মহৎ উদ্দেশ্য
সাগৰ উদ্দেশি যায় জলৰ ওপৰে
ধীৰে ধীৰে গহীন ভাৱেৰে অতি,
পোহৰাই দশোদিশ ৰূপৰ জ্যোতিৰে।

কেতিয়াবা মাজে মাজে বিপুল নদীৰ
হিংস্ৰ জলজেৰে ভৰা ভুবিৰ ওপৰে,
কেতিয়াবা দুয়ো কাষে বালিৰ মাজেদি,
কঁাও গছ গজি থকা
ওখ ওখ গৰাৰ দঁাতিয়ে কেতিয়াবা,
সৰকি নলৰ তলে
হাবিৰ কাষৰে ক'ৰবাত,
নতুবা হৰিণা চৰা হাবিৰ ওচৰে,
ৰাজহংস চৰি থকা বালি-মাজুলীৰ
কাষেৰেদি ক'ৰবাত,
একোবাৰ কাণে কাণে পৰ্বতমালাৰ
চলিল ধাৰেৰে ভুৰ
অবিৰাম গতিৰে সততে।

এদিন হঠাৎ এক ভীষণ হাঙৰে
মুখ মেলি খেদি আহি গ্ৰাসিব খুজিলে ;
ধৰে ধৰে হ'ল আহি,
সুনিশ্চিত মৰণ গণিলেই বেউলাই।
এনেতে দৈৱাৎ এক অপৰ হাঙৰে
আক্ৰমিলে আহি তাক,
লাগিল তুমুল যুদ্ধ দুই হাঙৰৰ
গ্ৰাহ-গজেন্দ্ৰৰ যেনে
তয়ামযা দুৰ্যোৰ সমৰ।
ইতিমধ্যে ভুৰ গ'ই পালে বহুদূৰ,
কথমপি ৰক্ষা পাই সাৰিল বেউলা।

ঝাৰণিৰ দঁাতিত এদিন
ভয়ংকৰ সৰ্প আহি উঠিল ভুৰত ;

বন্য ময়ূৰৰ ধ্বনি সমীপতে শুনি
পলাই জানিবা শীঘ্রে পানীতে লুকাল

দাঁতিয়ে দাঁতিয়ে গ'ই থাকোঁতে এদিন
খহি আহি নদীৰ গৰাহ
তেনেই ভুৰতে পৰি
অথন্তৰ মিলালে বিষম।
স্তূপাকাৰ মাটিৰ ভৰত
ভুৰৰ এদাঁতি গ'হ পানীত সোমাল,
ডুবোঁ ডুবোঁ হ'ল ভুৰ।
গুচাই মাটিৰ ভৰা বহু প্রবন্ধেৰে
বেউলাই লভিলে শেহত
কোনোমতে নিস্তাৰ সিবাৰ।

এদিন যাওঁতে ভুৰ সংকীর্ণ পথেদি,
—এফালে প্রকাণ্ড বালি
অটব্য অৰণ্য আনফালে,
মাজত নদীৰ ধাৰ অপ্রশস্ত,
প্রখৰ সোঁতৰ অতি—
পাৰৰ বিশাল বৃক্ষ উভলি পৰিল ;
নিৰোধি ধৰিলে পথ,
ৰাখিলে আটকি ভুৰ
কেউপাশে ডালেৰে আৱৰি।
বেউলাই বহু চেষ্টা কৰাৰ মূৰতো
থাকিল আবদ্ধ হ'ই
নোৱাৰিলে উপায় কৰিব।
বহুপৰ গ'ল এই ৰূপে,
দয়াৱতী নদীযে শেহত
ঠেলি তৰু প্রচণ্ড সোঁতেৰে
মুক্ত কৰি দিলে ভুৰ,
ওলাল নদীৰ পথ
পুনৰপি চলিল বেউলা।

অপৰ এদিনা,
নৈয়েদি নাৱেৰে যোৱা পাষণ্ড এদলে
সুন্দৰী যুৱতী দেখি
চপালেহি নাও আনি ভুৰৰ কাষত ;
হৰিবৰ মনেৰে সতীক
উঠিব খুজিলে আহি ভুৰৰ ওপৰ।
তুৰন্তে বেউলা সতী
কোপিতা সিংহিনী যেনে, হুংকাৰি উঠিল।
সতী নাৰী যদিবাও নয়নৰঞ্জিনী,
স্পর্শিব খুজিলে লোকে, কাল ভুজংগিনী।
তেজৰ প্রভাৱ তেনে দেখি বেউলাৰ
শব দেহো দেখি সমুখত,
জাগৃতা ভৈৰৱী ভাবি
ভয়ত পলাল সেই দুৰন্তৰ দল।

বেউলাই গ'ই গ'ই সমস্ত দিনেই
গধূলি আন্ধাৰ হ'লে
বান্ধে ভুৰ সুচল ঘাটত কোনো
অনিদ্রাৰে ৰজনা কটায়
মহেশৰ চৰণ আৰাধি।
প্রত্যূষতে স্নান কৰি
সেৱা কৰি পতিৰ শৱত,
বোৱাই চকু-লো ধাৰা
নিবিষ্ট মনেৰে কৰে
শংকৰক প্রার্থনা সদায়
পতিৰ জীৱন ভিক্ষা মাগি সকাতৰে।
এই নিত্য ক্রিয়া নিতে সমাপন কৰি
পুৱাতে নদীত ভুৰ মেলে পুনৰায়।
ৰাতি-দিনে থাকে অনাহাৰে,
শৰীৰ অৱশ হ'লে, খায় কোনোবাৰ
হাতৰ অঞ্জলি ভৰি নদীৰ সলিল,
কোনোবাৰ ঢলি পৰে শৱৰ কাষতে
প্রত্যেক ঘাটতে ৰ'ই

কৰি যায় বৈদ্যৰ সন্ধান যতনেৰে,
ঘাটৰ লোকক ক'ই
করুণ কাহিনী আপোনাৰ।

এনেৰূপে অনাহাৰে অনিদ্ৰাই,
অতিক্ৰমি পথৰ বিঘিনি বহু,
অশেষ কষ্টৰে অতি আকুল চিতেৰে
নিয়ালে সতীয়ে পূৰ্ণ পঞ্চদশ দিন,
সুবৈদ্যৰ সম্বাদ নেপালে তথাপিতো।
ইফালে যতেক মাংস পতিৰ শৰৰ
খহি গ'ল বিগলিত হ'ই,
অস্থি মাত্ৰ অৱশেষ থাকিল শেহত।
নিতান্ত নিৰাশ হ'ল অন্তত বেউলা।

সন্ধ্যা হ'ল সিদিনৰো,
আন্ধাৰৰ আৱৰণ পিন্ধিলে ধৰাই
আকাশত আকাশৰ কুসুম ফুলিল
শংখ ঘণ্টা বাজিল গাঁৱত,
ক্লান্তা বেউলাই ভুৰ বান্ধিলে ঘাটত।
কৰিলে সমস্ত ৰাতি
করুণ প্ৰাৰ্থনা অতি ব্যাকুল হিয়াৰে,
—হ'ল আজি অতদিন
নকৰিলা করুণা তথাপি প্ৰভু,
অধম পাপিনী বুলি কৃপা নকৰিলা।
অবোধ অজ্ঞানী প্ৰাণী,
কৰিছোঁ অলেখ পাপ নেজানি সুবুজি ;
কিন্তু প্ৰভু, জানি শুনি কোনো দিনে
কোনো পাপ কৰা নাই মই।
হ'লেও পাপিনী মই,
তুমি প্ৰভু পতিতপাৱন
পাপী-তাপী-পতিতৰ উদ্ধাৰণকাৰী।
আজিটো অপেক্ষা কৰি চাওঁ,
বাঞ্ছা পূৰ নকৰাহে যদি,



কাইল'ই মধ্যাহ্ন কালত
নিতান্ত ত্যজিম প্ৰাণ নদীৰ জলত।
ইয়াকে কৰিম বুলি
সুস্থিৰ কৰিলে বেউলাই।

---

## দশম সৰ্গ

### কৈলাস

ভাৰতৰ উত্তৰেদি গিৰি হিমালয়ে
বিস্তাৰি বিপুল বপু
জুৰি আছে দিক্ দিগন্তক.
উজ্জ্বল কিৰিটি প্ৰায়
উচ্চ শিৰ শোভা কৰি
কীৰ্তিমতী ভাৰত মাতাৰ।
পৰ্বতৰ ৰজা হিমালয়,
ইহেন মহান নাই
ধৰণীত অপৰ পৰ্বত।
হিমৰেহে হিমালয় নহয় আলয়
করুণাৰো অফুৰন্ত অগাধ আকৰ,
ব্ৰহ্মপুত্ৰ ঐৰাৱতী
ভাগিৰথী সিন্ধু যমুনাই
অপ্লাৱিত করুণাৰে যাৰ
বসুমতী প্লাৱিত কৰিছে।
ৰত্নময় কায় সেই পৰ্বতৰাজৰ,
অনেক প্ৰশাখা শাখা
পৰিপূৰ্ণ সকলোটি
সম্পদেৰে বিবিধ বিধৰ।
মানস সৰসী আছে সেই প্ৰদেশত,
উপযুক্ত নাম অতি,
গম্ভীৰ সৌন্দৰ্য সেই দেখিলে যিহেতু

মনত প্ৰকৃত বুলি নহয় প্ৰত্যয়,
কল্পনাৰে গঢ়া মাত্ৰ
মানস চিত্ৰহে বুলি সংশয় জনমে।
সৰল চন্দন আদি উৎকৃষ্ট তৰুৰ
আছে অগণন বন পৰ্বতপতিৰ
মনোৰম নয়নৰঞ্জন,
মনৰ সুখেৰে য'ত
নানা জাতি বনচৰ চৰে পালে পালে,
বিবিধ বিহংগকুলে গায় বিধে বিধে।
সিদ্ধ নৰ কিন্নৰ অমৰে
বিচৰে সততে সেই উন্নত স্থানত
নিৰমল তৃপিতি সম্ভোগি।
অগণন চূড়া সেই হিমাদ্ৰিগিৰিৰ
বিশুদ্ধ স্ফটিকময় সকলো চূড়াই
প্ৰত্যেকেই ভিন্ন বৰণৰ।
কৈলাস শিখৰ নামে
উচ্চ এক চূড়া তাৰে
নিবালয় হৰৰ আলয়।
শুভ্ৰকায়া চূড়া সেই
অভ্ৰভেদী গৌৰবেৰে
নিৰন্তৰে জ্বলে যেন ৰজত পৰ্বত।
নাই সিপুৰত একো
হিংসা দ্বেষ কপট অপ্ৰীতি,
শান্তি প্ৰীতি করুণাৰ ৰাজ্য মনোময়।
কানন প্ৰান্তৰ তাৰ
শ্ৰীফলৰ বন আৰু
নানা জাতি তৰুৰ পুঞ্জত
ৰঙেৰে লগেৰে চৰে
সিংহ-হস্তী, বাঘ-মৃগ, ময়ূৰ-ভুজংগ।
সদায় বসন্ত তাত,
জুৰেৰে প্ৰবাহ বলে
অবিৰতে মধু মলয়াৰ,
তপনে অনতিউষ্ণ কিৰণ বিলায়
শশাংকে উজ্জ্বলতৰ মধুৰ পোহৰ,
লাহেৰে কুলিয়ে গায় ললিত পঞ্চম
ঝংকাৰৰ লহৰিৰে সুবাস চৰাই।
কৈলাসত প্ৰমথ-প্ৰমথীসৱে
আনন্দেৰে নৃত্য কৰে বিভুগুণ গাই
ডম্বৰুৰে তাল ধৰি খঞ্জৰী বজাই।
ৰুদ্ৰাক্ষৰ মালা পিন্ধি
একান্ত মনেৰে বিশ্ব তৰুৰ মূলত
নিমীলিত নেত্ৰেৰে সততে
শিৱমন্ত্ৰ জপে বহু সুসিদ্ধ সাধকে।
পৰম সুৰম্য স্থান
বহিৰ্ভূত কল্পনাৰ মানৱ মনৰ।

কৈলাসৰো সুদূৰ ওপৰে
সিদ্ধপীঠ নামে আছে
অতি উচ্চ দুৰ্গম শিখৰ
নিভৃতে বিৰাজে তাত
শংকৰৰ যোগৰ আসন।
ভেদ কৰি মহাব্যোম উন্নত শিৰেৰে
ৰক্ষক স্বৰূপে চূড়াৰাজে
সততে নিৰখে যেন সমস্ত ভুবন।
পাতল অনিল তাৰ সূক্ষ্ম অতিশয়
নাই তাত প্ৰাণীৰ সঞ্চাৰ,
দেৱৰো অগম্য স্থান
অগোচৰ সুৰ নয়নৰ।
নিমগ্ন আছিল তাত
যোগেশ্বৰ পশুপতি গভীৰ যোগত।
দেৱৰো দেৱতা তেওঁ, আদিদেৱ
অনাদি কাৰণ জগতৰ,
নেজানে কোনেও তেওঁ কিবা ধ্যান কৰে;
বোধ হয়, নিজৰে মহিমা ভাবি
ভোলানাথ বিভোল সদায়।

বেউলাই করুণ কাকুতি কৰি
কৰিলে যেতিয়া সেই দারুণ প্রতিজ্ঞা,
সিদ্ধপীঠ শিখৰত হৰৰ আসন
আচম্বিতে লৰিল সঘনে;
যোগেশ্বৰে নিমীলিত নয়ন মেলিলে,
কপোল প্লাৱিত কৰি
প্ৰৱাহিলে করুণাৰ ধাৰা।
অবিলম্বে বাঘাম্বৰ কৈলাস নামিল,
মহেন্দ্ৰক স্মৰণ কৰিলে;
বায়ু-তৰংগত উৰি হৰৰ আহ্বানে
স্পন্দন তুলিলে গ'ই অমৰাৱতীত
দেৱেন্দ্ৰৰ কৰ্ণকুহৰত।
তুৰন্তে ইন্দ্ৰই আহি
দণ্ডৱতে বন্দিলে চৰণ।

বেউলাৰ ইতিবৃত্ত বিৱৰি মহেশে
আদেশিলে অমৰনাথক—
যোৱা সুৰপতি তুমি,
পতিক সজীৱ কৰি
কৰা শীঘ্ৰে বেউলাৰ দুৰ্গতি খণ্ডন।
যুগল কমল কৰ যুৰি দেৱৰাজে
নিবেদিলে নতশিৰ হ'ই—
দিয়ক যুগুতি প্ৰভু
যিমতে কৰিব পাৰোঁ আদেশ পালন;
নহ'লে, কি সাধ্যে দাসে
অসাধ্য সাধিম;
দেৱাদিদেৱত বাজে
কোনে পাৰে নিৰ্জীৱক সজীৱ কৰিব
কাৰ আছে তেনে অধিকাৰ
কাৰ তেনে অদ্ভুত মহিমা!

ঈষৎ হাঁহিৰে তাৰ
সমিধান দিলে ত্ৰিনয়নে—
"বণিকৰ আগৰ ছজন পুত্ৰ
মৰা নাই পূৰ্ণ ৰূপে,
মনসাই হৰি নি ৰাখিছে দেহ প্ৰাণ
পাতালত আপোন পুৰত;
মনসায়ে পুনৰায়
জীৱিত কৰিব পাৰে সেই ছজনক।
কনিষ্ঠ পুত্ৰৰ কিন্তু
যথাৰ্থতে মৰণ ঘটিছে:
কৰ্মসূত্ৰ মতে তাৰ
মৃত্যু হ'ল নিৰ্দিষ্ট কালত,
গ'ল প্ৰাণ যমপুৰল'ই
আছে গ'ই সম্প্ৰতিকে যমৰ হাতত।
শৱৰ যতেক অস্থি
স্থানে স্থানে সকলোকে
সংযোজিবা অতি সাৱধানে,
স্মৰি মোৰ মৃত্যুঞ্জয় নাম
অস্থিত কৰিবা শান্তি মন্দাকিনী বাৰি,
পূৰ্ব ৰূপ হ'ব শৰীৰৰ।
শুনাবা আদেশ মোৰ,
যমে প্ৰাণ প্ৰত্যৰ্পণ কৰিব দেহত
পুনৰায় জীৱন লভিব লখিন্দৰে,
অতীতত মদনে যিৰূপে।
যোৱা দেৱ, যেনে মতে বিধানিলোঁ
সাধা কাৰ্য অপলমে
বেউলাক অনাই ত্বৰিতে।
নৃত্য-গীত কুশলা বেউলা,
কৰোৱাবা নৃত্যগীত,
নতুন আদৰ্শ পাব অপ্সৰাসকলে।"

জগতবন্দিত পদ বন্দি পুনৰপি
সুৰেন্দ্ৰই প্ৰস্থান কৰিলে,
অমৰাৱতীত গ'ই
নেতা নামে অমৰ কন্যাক
নিয়োগিলে বেউলাক অনাৰ কাৰণে
সশৰীৰে স্বৰ্গপুৰীল'ই।

## একাদশ সৰ্গ

### আশ্বাস

ষোড়শ দিনৰ পুৱা
সমাপি নিত্যৰ ক্ৰিয়া,
দুনাই মেলিলে ভুৰ বেউলা সতীয়ে ;
গ'ই কিছু দূৰ, সুবিস্তৃত মুক্ত এক
বিতোপন স্থানত ওলাল।
মনোময় সমতল ভূমি সেই,
জঞ্জাল জঁজাট নাই
নাই লোকালয় তাত
কোনো ফালে বহু দূৰল'ই।
তৰুপুঞ্জ সৰু সৰু
আছে মাত্ৰ দুই চাৰি
বিৰল ভাৱেৰে ঠায়ে ঠায়ে।
তলত ধীৰেৰে বয় বহল তটিনী
সুশ্যামলা সমতল ভূমিৰ মাজেদি,
ওপৰত সুনিৰ্মল সুনীল গগন,
নীলা পৰ্বতৰ মালা শোভে সুদূৰত,
—দেখি যেন মনোহৰ চিত্ৰপট
কলা বিশাৰদ কোনো নিপুণ শিল্পীৰ।

ক্ষুদ্ৰ এটি ঘাট আছে নদীৰ পাৰত,
ঠাক্ পাতি ৰ'ই ৰ'ই অনেক প্ৰস্তৰে
আপুনি পাতিলে তাত পাষাণ সোপান।
অনতি দূৰতে তাৰ
ফলে পুষ্পে ভৰা বহু তৰুৰে শোভিত
দিব্য এক পৰ্বত বিৰাজে,
নহয় বৃহৎ বৰ
কিন্তু অতি সুন্দৰ গঢ়ৰ।
শিলে শিলে সেই ভূধৰৰ
বহু গুহা আছে সৰু সৰু,
পৰ্বতৰ বৃক্ষে যাক
ছায়াৰে শীতল কৰি
সততে আৱৰি ৰাখে পাতৰ আঁৰেৰে।
গুহাই গুহাই তাৰ
একো একো যোগীৰ বসতি,
অনেক যোগীয়ে সেই নিৰ্জন স্থানৰ
পৰ্বত-গুহাত থাকি
নিজগুণালে কৰে যোগ সাধনা সততে।

বেউলাই দেখিলে দূৰৰ পৰা
স্নানৰ অন্তত এক তেজস্বী সাধুৱে
ঘাটৰ শিলত উঠি
অপেক্ষিছে গম্ভীৰ ভাৱেৰে,
স্থিৰেৰে দণ্ডায়মান তাল তৰু যেনে।
শিৰত সুদীৰ্ঘ জটা হাতত ত্ৰিশূল,
দীপ্তিমন্ত প্ৰশান্ত মূৰতি
বিভূষিত ৰুদ্ৰাক্ষ মালাৰে,
দেখিলে মনত হয়
স্বভাৱতে ভক্তিৰ উদয়।
ইংগিতেৰে আহ্বান কৰাত,
ঘাটত চপাই ভুৰ
উঠি আহি পাৰল'ই
ভাৱস্তিৰে বেউলাই
প্ৰণিপাত জনালে সাধুক।

শুনি ল'ই সমস্ত কাহিনী
খন্তেক নিৰৱে ৰ'ই ক'লে যোগীৱৰে,
—“চিন্তা নকৰিবা আই
গণনাত পাৰিছোঁ বুজিব
অচিৰতে পূৰ্ণ হ'ব মনৰ কামনা ;
ধৈৰ্য ধৰা, নহ'বা উতলা।”
ইয়াকে মাথোন ক'ই
আঁতৰিল যোগীৰাজ,
বেউলাও ভুৰ মেলি প্ৰস্থান কৰিলে।

নহয় মানব সেই যোগী,
নন্দী নামে শংকৰৰ মুখ্য অনুচৰ;
শিৱৰ আজ্ঞাত আহি
ছদ্মবেশে সান্ত্বনা প্ৰদানি
অলক্ষিতে ৰুদ্ৰতেজ কৰি বিতৰণ,
বেউলাক কৰি গ'ল সবলা দুনাই।
গ'ল সেই দিনো, সন্ধ্যা হ'ল,
শান্তিময়ী ৰজনী আহিল,
শান্তি দানি জগতক
প্ৰস্থানিলে যথাসময়ত।
সপ্তদশ দিনৰ পুৱাতে
ৰ'ল গ'ই আৰু এক ঘাটত বেউলা।

ইন্দ্ৰৰ আদেশ পাই চিন্তিলে নেতাই
বেউলাক ভেটিব কিৰূপে;
আপোন মায়াৰে পাচে
সৰু এক ছৱাল স্ৰজিলে;
ল'ই সেই শিশু ছৱালক,
ধুবুনী ৰূপেৰে আহি সেই ঘাটতেই
আৰম্ভিলে কাপোৰ ধোৱন।
মায়াৰ শিশুৱে পাচে মায়াৰ গুণতে
কাৰ্যত ব্যাঘাত বহু জন্মাব ধৰিলে।
ধুবুনীয়ে সিকাৰণে
শান্তি কৰি মন্ত্ৰপূত জল
বধ কৰি থ'ই শিশু
নিজঞ্জালে কাৰ্য সমাপিলে।
কাৰ্যৰ শেহত পাচে
মন্ত্ৰৰ বলেৰে পুনু জীয়াই শিশুক
উভতিব খুজিল ধুবুনী।

বেউলাই দেখি তেনে অদ্ভুত ঘটনা
ভাৱেৰে সমীপে চাপি
আপোনাৰ কাহিনী জনাই
কৰিলে কৰুণা ভিক্ষা অতি সকাতৰে।

ধুবুনী ৰূপিণী সেই
দেৱকন্যা নেতাই তেতিয়া
অমিয়া মাধুৰী ভৰা মধুৰ মাতেৰে
চেনেহেৰে বেউলাক বচন বুলিলে—
"তোমাৰ স্বামীৰ দেহা
থকা হ'লে বিকাৰ বিহীনে,
পোৱা হ'লে গোটাই কায়াকে,
চালোঁ হয় কৰি কিবা যতন অলপ।
সম্প্ৰতি দেহৰ মাত্ৰ অস্থি অৱশেষ,
অকল অস্থিত মই
নোৱাৰোঁ ধৰাব কোনো গুণ।
কিন্তু আই, দুখৰ কাহিনী শুনি,
বেথা-লগা মুখখনি মলিন নিৰখি
প্ৰকৃততে বিষাদ লাগিছে।
এতেকতে, কওঁ শুনা সুবদনী,
ইন্দ্ৰৰ ধুবুনী মই, নহওঁ মানৱী
বাস মোৰ অমৰাৱতীত;
কৰা যদি মন তুমি,
আহাঁ মই ল'ই যাওঁ
সশৰীৰে স্বৰ্গপুৰীল'ই।
পাৰিম ভেটাব তাতে অমৰনাথক,
নিবেদিবা বিৱৰণ, প্ৰাৰ্থনা কৰিবা;
তুষ্ট হ'লে সুৰপতি,
কৰিব পাৰিব পাৰে
কোনো কিবা উপায় ইয়াৰ।"

নেতাৰ ভাৰতি শুনি
বেউলাই সম্পদ মানিলে,
সুফলৰ আগন্তুক দেখি
উৎসাহ লভিলে অন্তৰত;
নেতাক প্ৰণতি কৰি শলাগ জনাই,
বান্ধি ল'ই অস্থি যত স্বামীৰ দেহৰ
প্ৰস্থান কৰিলে শীঘ্ৰে নেতাৰ লগত।

ইয়াৰ পাচত সেই ঘাট
থাকিল প্ৰখ্যাত হ'ই
নেতাইধুবুনী ঘাট নামে।
প্ৰভাৱৰ গুণত নেতাৰ,
বিনাশ্ৰমে অনায়াসে অলপ পৰতে
সুকলমে পালেগ'ই
বেউলাই অমৰ নগৰ।
জৰা মৃত্যু নাই সেই অমৰ পুৰীত
নাই তাত ৰোগ শোক দুখ
বিৰহ বিচ্ছেদ নাই
প্ৰেমৰ অপ্ৰতিদান নাই কদাচিতো।
অনিলো সুগন্ধি তাৰ সলিলো মধুৰ
সুধাময় শীতল পোহৰ,
দশোদিশ প্ৰসন্ন সদায়।
স্বৰ্গত অমৃত ভুঞ্জে নন্দন বিহৰে
সদালাপ সকলোৰে কৰে চিৰকালে,
উপভোগে সুখ শান্তি
প্ৰীতিকৰ নিৰ্মল আনন্দ ;
কেলি কৰে দেৱকুলে
সুৰ তৰংগিনীৰ জলত ,
শান্তি আছে শ্ৰান্তি নাই
ক্লান্তি অনুভৱ তাত নহয় কদাপি।
স্বৰ্গত সোমোৱা মাত্ৰে
সুস্থ বোধ হ'ল বেউলাৰ।

## দ্বাদশ সৰ্গ

## সিদ্ধিলাভ

উপবিষ্ট দেৱৰাজ
সুবৰ্ণৰ ৰত্নময় উচ্চ আসনত
দেৱাংগভূষণ পিন্ধি উজ্জ্বল মুকুট,
নিজ বেশে যত দিক্‌পাল
নিজ নিজ যোগ্য আসনত,
মুখ্য মুখ্য গন্ধৰ্ব কিন্নৰ
নিজৰ নিৰ্দিষ্ট স্থানে স্থানে।
অপৰূপ সাজ সেই সভা মন্দিৰৰ,
তলত পতোৱা তাৰ ভেটিৰ ওপৰে
নানা কাৰুকাৰ্য কৰা
বহুমূল্য সুচিকণ সুন্দৰ প্ৰস্তৰ,
ওপৰত চন্দ্ৰতাপ ৰাজে মনোময়
তাৰকাৰঞ্জিত নীলা গগন সদৃশ ;
কেউকাষে বিচিত্ৰ জালৰ
বিনিৰ্মিত বিদ্যুৎ ৰেখাৰে,
জলে ঠায়ে ঠায়ে তাত
হীৰা মৰকত মণি বৈদুৰ্য মুকুতা।
স্ফটিকৰ স্তম্ভ শাৰী শাৰী,
স্তম্ভই স্তম্ভই জুৰি
অৰ্ধচন্দ্ৰ ৰূপেৰে ওলমে
মুকুতাৰ মালা ধাৰে ধাৰে,
আম্ৰপত্ৰ মালা যেনে বিবাহ দ্বাৰত।
সুবৰ্ণৰ আধাৰত
পাৰিজাত পুষ্পৰ স্তবকে যত
সৌৰভ বিতৰি কৰে শোভা মনোহৰ ;
আমোদে সভাৰ স্থল ধূপৰ সুগন্ধে।
স্ফটিকৰ দেৱালত
ঠায়ে ঠায়ে বৃহৎ দৰ্পণ,
বিৰলে স্থাপিত নানা বিধ
চিত্ৰপট ঠায়ে ঠায়ে
অমৰ শিল্পীৰ চিত্ৰকলাৰ আদৰ্শ।
দুৱাৰে দুৱাৰে শোভে কণকনিৰ্মিত
অশোক গুলঞ্চ চম্পা তগৰৰ মালা,
অমৰ কন্যাই গঁথা কোমল কৰেৰে।
এনে দিব্য দেৱৰ সভাত

নেতাই ভেটিলে আহি
বেউলাক যথাসময়ত।
দণ্ডৱতে বেউলাই প্ৰণতি জনাই,
সকৰুণ ৰাগিণীৰ
বন্দনা গীতেৰে বহু স্তুতি-নতি কৰি
নিবেদিলে আপোন বৃত্তান্ত.
সকাতৰে প্ৰাণ ভিক্ষা কৰিলে পতিৰ
গীতত সুপ্ৰীতি পালে, ব্যথা পালে
দুখৰ কাহিনী শুনি অমৰ সমাজে,
দয়াময় দেৱতা সদায়।

স্নেহময় কোমল বাণীৰে
সমিধান দিলে দেৱৰাজে—
আমাক স্ৰজন কৰি
মহেশে অৰ্পিলে মাত্ৰ
ৰক্ষাভাৰ বিশ্ব জগতৰ।
অনুচৰ আমি মহেশৰ,
তেওঁৰ আদেশ মতে
কেৱল ৰক্ষাহে কৰোঁ তেওঁৰ জগত ;
আমাৰ ক্ষমতা নাই
মৃতকক সজীৱ কৰাব।
সৃষ্টিৰ নিয়ম এই,
মৃত শৰীৰত প্ৰাণ নহয় সঞ্চাৰ।
ইচ্ছাময় কিন্তু সেই সৰ্বশক্তিমান,
তেওঁৰ ইচ্ছাত পূৰ্বে
ব্যতিক্ৰমো ঘটিছে ইয়াৰ ;
ভক্তৰ অধীন ভগৱান।
জানিব পাৰিছোঁ সতী
মহাদেৱ প্ৰসন্ন তোমাত ;
কৰোঁ মই যুগুত উপায়,
দিয়াঁ মোক মৃতকৰ সমস্ত অস্থিকে।

ইন্দ্ৰৰ বিধান শুনি
আগ্ৰহেৰে বেউলাই
অস্থিৰাশি যোগালে আগত।
ইন্দ্ৰই স্বহস্তে তাৰ প্ৰত্যেক অস্থিকে
স্থানে স্থানে সাৱধানে যোজন কৰিলে ;
শেহত দেখিলে কিন্তু
এণ্ডটি অস্থিৰ তাত অভাৱ ঘটিল.
দক্ষিণ আঁঠুৰ ঘিলা হেৰোৱা ওলাল।

নেতাৰ লগত পূৰ্বে
বেউলাক অহা দেখি সুৰপুৰীল'ই
মনসাও আহিছিল
অদৃশ্য ৰূপেৰে লগে লগে ;
দেৱৰ সভাতো আহি. অদৃশ্য ভাৱেই
অলক্ষিতে লুকাই আছিল।
ইন্দ্ৰই বিচৰা দেখি সমস্ত অস্থিকে
সংশয় জন্মিল মনসাৰ,
আঁঠুৰ এণ্ডটি ঘিলা
সংগোপনে হৰণ কৰিলে ;
নেদেখিলে নেজানিলে কোনো জনে।

অসম্পূৰ্ণ দেখি সেই অস্থিৰ পঞ্জৰ
মহেন্দ্ৰ চিন্তিত হ'ল.
নিৰাশাত ব্যাকুল বেউলা।
চিন্তি চাই দেৱৰাজে
শেহত কৰিলে স্থিৰ
কৈলাস পুৰত গ'ই
মহেশত বিধান মগাৰ।
মাতলিয়ে যোগালে বিমান-ৰথ
পুষ্পক নামেৰে,
ত্বৰন্তে কৈলাস যাত্ৰা কৰিলে বাসৱে।

যোগীৰ বাঞ্ছিত সেই কৈলাস পুৰত
মহেশৰ আলয়ৰ সুবৰ্ণ দুৱাৰ
দুৱৰী ৰূপেৰে ৰাখে
ভক্তি নামে সুবিনীতা অমৰ কন্যাই।
শুভ্ৰবৰ্ণা শুভ্ৰবিভূষণা দেৱী

মুখত মধুৰ হাঁহি
অন্তৰত অপাৰ করুণা,
গন্ধর্ব কিন্নৰ নৰ সুৰৰ বন্দিতা ;
শংকৰৰ শ্ৰীপদ-দৰ্শন-বাঞ্ছা
সবিনয়ে জনালে ইন্দ্ৰই ;
ভিতৰ প্ৰৱেশি দেৱী
মহেশত মহেন্দ্ৰৰ প্ৰাৰ্থনা নিবেদি,
ঘূৰি আহি প্ৰসন্ন মনেৰে
অনুমতি জ্ঞাপন কৰিলে,
হৰিষেৰে দেৱৰাজে
প্ৰৱেশিলে হৰৰ মন্দিৰ।

প্ৰথমতে ত্ৰিদশপতিয়ে
দণ্ডৱতে সেৱা কৰি
বিশ্বপতি মহেশৰ পংকজ পদত,
অস্থিৰ অভাব বাৰ্তা
নিবেদন কৰিলে পাচত।
কিঞ্চিৎ নিৰৱে ৰ'ই
নিমীলিত কৰি ত্ৰিনয়ন
তুৰন্তে সন্তেদ বুজি সৰ্বজ্ঞ শংকৰে
সুহাস্যেৰে বিৱৰিলে গুপুত ৰহস্য,
"কওঁ শুনা সুৰপতি
হৰণ কৰিছে অস্থি মনসা দেৱীয়ে :
চান্দৰ অনিষ্টৰতা সততে মনসা,
ঈৰ্ষাত চান্দৰ প্ৰতি
অস্থি খণ্ড হৰি ৰাখি
সুকাৰ্যত বিঘিনি কৰিছে।
খন্তেক অপেক্ষা তুমি,
বিধানিছোঁ উপায় ইয়াৰ।"
এইবুলি মহেশ্বৰে
স্মৰণ কৰিলে মনসাক।

স্মৰা মাত্ৰে আহিল মনসা
অষ্টাংগে ভূমিত পৰি প্ৰণতি জনাই
উঠি কৰ যোৰ কৰি,
নতশিৰে থাকিল অপেক্ষি।
আদেশিলে মহাদেৱে—
"হৰি থোৱা অস্থি তুমি বণিকপুত্ৰৰ
শীঘ্ৰে দিয়া মহেন্দ্ৰৰ হাতত সমৰ্পি।"
মনসাই বোলে—"প্ৰভু
জগতৰ পিতা তুমি পৰম দয়ালু ;
যদিও অধম মই
তথাপিতো তোমাৰে তনয়া ;
সৃজন কৰিলা মোক
অধিষ্ঠাত্ৰী দেৱৰূপে ভুজংগ কুলৰ,
দেৱী বুলি পূজা কৰে মানৱ সমাজে।
অন্তৰ্যামী তুমি ভগৱান,
জানা তুমি অন্তৰৰ বেদনা দাসীৰ,
অবিদিত নহয় তোমাৰ
যেনে ৰূপে কৰিছে সততে
অপাৰ লাঞ্ছনা মোক চান্দ সদাগৰে।"
তুষ্ট হ'ই বিশ্বনাথে বুলিলে সাদৰি,
"কৰিম উপায় তাৰ,
প্ৰথমে বণিকপুত্ৰ হওক সজীৱ।
তাৰ পাচত বাক্য আদেশ কৰিম,
মানিব তোমাক চান্দে, পূজাও কৰিব ;
তুমিও লাগিব দিব চান্দক ঘূৰাই
হৰি নিয়া ধন জন সম্পদ সকলো।"
মান্তি হ'ই মনসাই
ইন্দ্ৰক সমৰ্পি অস্থি,
সেৱা কৰি মহেশক, কৈলাস এৰিলে ;
অস্থি ল'ই চান্দনন্দনৰ
বন্দি পদ বিঘিনিখণ্ডন শংকৰৰ
পুৰন্দৰো প্ৰস্থান কৰিলে।

ঘূৰি আহি অমৰাৱতীত
সংযোজিলে দেৱৰাজে

সেই অস্থি পূৰ্বৰ স্থানত,
মৃত্যুঞ্জয় নাম স্মৰি
শান্তিময় মন্দাকিনী সলিল সিঁচিলে
ক্ৰমে ক্ৰমে মাংসই ঢাকিলে অস্থিৰাশি,
মাংসত জন্মিল সিৰ, সিৰত শোণিত
আবৰিলে চৰ্মই শৰীৰ
ৰোমৰাজি গজিল দেহত,
পূৰ্ণৰূপে হ'ল পুনু পূৰ্বৰ শৰীৰ।
শংকৰৰ আজ্ঞা অনুসৰি
ধৰ্মৰাজ শমনে শেহত
নিজৰ পুৰৰ পৰা
প্ৰাণ আনি সঞ্চাৰ কৰিলে।
মৃদু মৃদু স্পন্দন উঠিল হৃদয়ত
মুদ্ৰিত নয়ন দুটি হ'ল উন্মীলিত
হস্ত পদ সঞ্চালিত হ'ল ধীৰে ধীৰে
মুখত ওলাল মাত
সঞ্জীৱিত হ'ল লখিন্দৰ।
আনন্দেৰে শংখ ঘণ্টা দুন্দুভি বাজিল
সঘনে উৰুলি দিলে গন্ধৰ্বীসকলে
অপ্সৰাই বৰষিলে দিব্য পাৰিজাত
আশীৰ্বাদ কৰিলে অমৰে;
চমৎকৃত হ'ল লখিন্দৰ।

সুগভীৰ নিদ্ৰাৰ মাজত
অকস্মাৎ হ'ই জাগৰিত যেন,
দেখি কোনো পূৰ্বৰ নেদেখা
অতি অবিদিত স্থান,
চতুৰ্ভিতি চাই লখিন্দৰে
বেউলাক সম্বোধি সুধিলে—
"ক'ত আছোঁ, কিৰূপে আহিলোঁ আমি?"
মধুৰ বাণীৰে অতি সন্তৰ্পি পতিক
বেউলাই ক'লে ধীৰে ধীৰে—
"মিনতি কৰিছোঁ নাথ
শান্তে সুস্থে কিছুপৰ থাওক আপুনি,
আছোঁ আমি নিৰাপদে সুন্দৰ স্থানত;
যথাসময়ত মই জনাম সকলো।"
সুবৰ্ণৰ পাত্ৰ ভৰি
অপ্সৰাই যোগালেহি মধু,
পান কৰি লখিন্দৰে
অবিলম্বে সুস্থতা লভিলে।

---

## ত্ৰয়োদশ সৰ্গ

### সংগীত

সিদিন অতীত হ'ল, তাৰ পাচ দিনা,
নৃত্য গীত কৰিবৰ হেতু
ইন্দ্ৰৰ আদেশ পাই,
বেউলা সম্মতা হ'ল বিনীত ভাৱেৰে।
বেউলা নহয় আজি পূৰ্বৰ বেউলা;
বিপদত বিষাদিতা শোকাকুলা
নিস্তেজা নিষ্প্ৰভা পূৰ্বে আছিল মলিনা;
পূৰ্ণ হ'ল মনোৰথ গুচিল বিপদ
আহিল সুখৰ দিন
দুখ শোক গুচিল সকলো,
যিহেতু আনন্দময়ী প্ৰফুল্লবদনা
হাস্যমুখী সুপ্ৰসন্না হ'ল পুনৰপি;
ক্লান্তিৰাশি দূৰ হ'ল
দেহাই লভিলে কান্তি
অন্তৰে বিমল শান্তি সুখ,
সৰ্বগ্ৰাস গ্ৰহণৰ অন্তত যিৰূপে
প্ৰসন্নতা লভে প্ৰকৃতিয়ে।

সাদৰেৰে অপ্সৰাসকলে
যোগালেহি নানা বিধ সাজ মনোহৰ

বিধে বিধে অলংকাৰ বিবিধ ঠগৰ,
কাঁচল কাঁচলি পটি ঘাগৰি অনেক
বিবিধ ফুলৰ মালা
ফুলৰ ভূষণ বহুবিধ।
আপোন সুৰুচি মতে
বাছি ল'ই বেউলাই বস্ত্র অলংকাৰ
অপ্সৰাৰ সাহায্যেৰে শৰীৰ ভূষিলে।
মেলাই সুদীৰ্ঘ কেশ
বান্ধি দিলে অপ্সৰাই সুন্দৰ কবৰী
যত্নেৰে বেষ্টন কৰি ফুলৰ মালাৰে।
আবৰিলে পৃষ্ঠ ভাগ,
কবৰীত আঁৰি অতি সূক্ষ্ম আবৰণ
নিতম্বলম্বিত কৰি।
শোভা কৰি সীমন্তক
ৰত্নময় চিথি-পাতি শিৰত পিন্ধালে,
মণিময় কুণ্ডল কাণত,
কপালত সেন্দুৰ তিলক,
কণক বলয়া দুহাতত;
হীৰাৰ বহল বাজু উলংগ বাহুত
আঙুলিত হীৰাৰ অংগুৰী
দুই পাৱে সুবৰ্ণ নেপূৰ।
সুৰমা বৰ্ণৰ এক ঘাগৰি পিন্ধাই
আঁটিলে সুক্ষীণ কটি
ৰজতৰ বহল পটিৰে,
বান্ধি দিলে মাজে মাজে তাৰ
মাণিকেৰে বিচিত্ৰিত হেমৰ কৰ্ধনি।
চিকিমিকি কৰা এক দিব্য কাঁচলিৰে
বহল উন্নত বক্ষ আবৃত কৰিলে,
দুই কাষে আঁৰি দিলে
সুন্দৰ কাৰচিপ কৰা দীঘল কাঁচল।
গলত চাকলি বান্ধি
কণ্ঠহাৰ পিন্ধাই তলত,
উৰুত-ওলমি-পৰা
পুষ্পমালা পিন্ধালে শেহত।

সুবৰ্ণৰ আধাৰৰ
কৰ্পূৰ দীপেৰে আলোকিত,
সুশোভিত বিবিধ বৰ্ণৰ
মণিময় মনোময়
নয়নৰঞ্জনকৰ পতাকাৰাজিৰে,
আমোদিত ধূপ ধূনা চন্দন অগৰু
নানা বিধ পুষ্প আৰুকেৰে,
নন্দন বনত ফুলা
পাৰিজাত কুসুম মালাৰে সুৰঞ্জিত,
মলয়াৰ শীতল বায়ুৰে সুশীতল
দেৱেন্দ্ৰৰ প্ৰমোদ মন্দিৰ জুৰি,
অমৰ অমৰী আৰু কিন্নৰ কিন্নৰী
গন্ধৰ্ব গন্ধৰ্বী যত
হৰিষ মনেৰে আহি বহিল সকলো,
উজ্জ্বলাই সভাস্থল ৰূপৰ জ্যোতিৰে।

আহিল অপ্সৰাকুল;
উৰ্বশী মেনকা ৰম্ভা তিলোত্তমা
মিশ্ৰকেশী আদি যত
সুপ্ৰসিদ্ধা স্বৰ্গৰ নৰ্তকী
উল্লাসেৰে আহিল সকলো,
নৃত্যৰ লাৱণ্যময় সাজেৰে সজাই।
বীণা বেণু কৰতাল মৃদংগ মুৰুলী
খঞ্জৰী মঞ্জিৰা ৰামতাল
বিধে বিধে যন্ত্ৰ ল'ই
বহিল ৰঙেৰে যত
বাদ্যকৰ গন্ধৰ্বসকল।
শেহত মহেন্দ্ৰ আহি
বিৰাজিলে ৰত্ন আসনত
নিষ্প্ৰভি কৰ্পূৰ দীপ আপোন প্ৰভাৰে।

সুৰুচিৰে কাচি-পাৰি সুন্দৰ সাজেৰে
সুগহীন সুধীৰ গতিৰে
প্ৰসন্নবদনা বেউলাই
লাৱণ্যেৰে প্ৰৱেশিলে সভাত যেতিয়া,
নিৰখি নয়ন ভৰি অমৰসকলে
মনে মনে গুণিব ধৰিলে,
সাজে বেউলাক কিম্বা
বেউলাই সাজক শোভিছে;
লখিন্দৰে আপোন মনত
গৌৰৱ লভিলে অতিশয়।
পতি পত্নী উভয়েই আনন্দ মনেৰে
যথাযোগ্য স্থানত বহিল।

ইন্দ্ৰই আদেশ দিলে,
ঐক্যতান বাদনেৰে গন্ধৰ্বই
সংগীতৰ সূচনা কৰিলে।
অপৰূপ মধুৰ বাদন সেই;
উদাৰাৰ ষড়জ তিয়াগি
উঠে অকস্মাৎ গ'ই তাৰাৰ সপ্তম,
তাৰাৰ অন্তৰ পৰা
উদাৰাৰ আদিত পৰেহি ততালিকে।
থাকি থাকি একোবাৰ
ললিত তৰংগ উঠে কড়ি কোমলৰ।
তিনি গ্ৰাম বিয়াপি হঠাৎ
ঝংকাৰ লহৰি উঠি,
বায়ুত বিলীন হয়
ক্ষীণ হ'ই গ'ই ধীৰে ধীৰে।
মাজে মাজে কোনো বাৰ
হঠাতে বিৰাম পৰি তালৰ মাজত
মাধুৰ্য বঢ়ায় অতি ঐক্যবাদনৰ।
এনেৰূপে বাজি কিছুপৰ
মৃদু মধু গম্ভীৰ বাদনে
পুলকেৰে পূৰিত কৰিলে সকলোকে।

ঐক্যতান যেই সমাপন হ'ল,
অপ্সৰাই গীতত ধৰিলে।
বীণাৰে মিলাই কণ্ঠ
বিবিধ ৰাগিণী ৰাগ বিবিধ তালেৰে
লয় মান মূৰ্ছনাৰ অমিয়া বৰষি
বিতৰিলে বিমল সম্ভোগ।
মনোময় নৃত্যৰ মাজত
বলিত কায়াৰ অতি ললিত লাৱণ্য
সুৰুচিৰ বহুবিধ ভংগীৰে বিকাশি
প্ৰকাশিলে সুকোমল কলাৰ লালিত্য।
ৰসগ্ৰাহী সুবিজ্ঞ সমাজে
প্ৰশংসিলে ঘনে ঘনে কৰৰ তালিৰে।
বেউলাৰ বাবে এৰি উচিত সময়
অপ্সৰাসকলে পাচে
শীঘ্ৰে সমাপিলে নৃত্য গীত।

বিনিন্দি বীণাৰ সুৰ সুকণ্ঠ স্বৰেৰে
ললিত ৰাগিণী জুৰি
বিকম্পন তুলি সুমধুৰ
আৰম্ভিলে গীত বেউলাই।
গালে নানা জাতি গীত
মানৱ কবিয়ে ৰচা
সুকোমল শ্ৰুতিমধু দেৱৰ ভাষাৰে।
জয়ন্তী মল্লাৰ গালে
ৰামকেলী বেহাগ বিভাগ
হাম্বীৰ ভূপালী মেঘ বসন্ত মালৱ
ভৈৰৱ দীপক সুগম্ভীৰ,
ব্ৰহ্মতাল বিষ্ণু ৰুদ্ৰ ত্ৰিতাল চৌতাল
মধ্যমান ধামাৰ তালেৰে,
প্ৰথমে গম্ভীৰ ধৰি,
গম্ভীৰো গম্ভীৰ ক্ৰমাৎ।

অস্থায়ীৰ অন্তেপতি গীতৰ মাজত
কৰিলে বিবিধ নৃত্য,

মৃদংগৰ তালে তালে
খঞ্জৰী সদৃশ ক্ষিপ্ৰে চৰণ চলাই
ৰুণু-ঝুনু নেপূৰ ধ্বনিৰে বেউলাই।
তালৰ লগত মিলি ঠগিত দেহাটি
কিঞ্চিৎ উন্নত হ'ই উঠে কোনোবাৰ
হালে কোনোবাৰ অতি ঈষৎ ভাৱেৰে,
শান্ত সাগৰৰ ধীৰ লহৰিৰ দৰে।
সুভংগ ভংগিমা ধৰি
কৰ বাহু অংগুলিৰাজিয়ে,
লিখনী-অংকিত হেন দীৰ্ঘ ভ্ৰূৰযুগে
ঘনে ঘনে কঁপি একোবাৰ,
লাহৰ কংকালে নতু বহল নিতম্বে
কোনো বাৰ ল'ৰি ধীৰে ধীৰে,
সুবলিত সুগোল গ্ৰীৱাই
সৰসীৰ লাহী কুমুদিনী যেনে
মলয়াৰ সুধীৰ বাৱত,
হালি জালি কোনো বেলি,
লাৱণ্য ৰহণ সানি
ললিত নৃত্যক সেই
মধুময় কৰিলে অপাৰ।

গীত শুনি, নৃত্য দেখি দৰ্শকমণ্ডলী
নিৰল নিস্তব্ধ হ'ই
ৰ'ল যেনে চিত্ৰৰ পুতলী।
অতি পৰিতুষ্ট হ'ল দেৱতাসকল,
পাৰিজাত মালা আদি দিব্য সামগ্ৰীৰে
যোগ্য ৰূপে বেউলাক
পুৰস্কৃতা কৰিলে ৰঙেৰে।

---

## চতুৰ্দশ সৰ্গ

### আনন্দ-মিলন

উপযুক্ত দিহা কৰি
দেৱৰাজ ইন্দ্ৰই পাচত
সপত্নীকে বণিকপুত্ৰক
চম্পকত থোৱালে ভুনাই
সম্মুখত নিজৰ ঘৰৰ।
প্ৰৱেশিলে আলয়ত দুয়োজন,
সকলো আহিল চাপি
হৰিষৰ কল্লোল উঠিল,
নগৰবাসীৰে ঘৰ ভৰিল ত্বৰিতে।
নিৰানন্দ চান্দৰ ভৱন
আনন্দত উথলি পৰিল।

সেই দিনা চান্দ সদাগৰে
স্বপ্নত দেখিলে ৰাতি,
নিজৰ গুৰুৱে যেন
বুলিলেহি শিতানত বহি—
"কিয় মিছা কষ্ট কৰা?
গন্ধ-পুষ্প দিয়া মনসাক,
সকলো দেৱতা-পূজা মহেশেই পায়।"
পুৱা উঠি দেখে সদাগৰে
ব'ৰাগীয়ে গৃহৰ আগত
গীত গায় টোকাৰী বজাই—
"যেয়ে যেনে ৰূপে ভাবি কৰে পূজা কিবা
সকলো মোৰেহে পূজা সঠিক জানিবা।"
গ'ল কথা সদাগৰে নেভাবিলে একো।

তাৰ পাচ দিনা পুৱা
নিত্য পূজা অন্ত কৰি
অষ্টাংগে ভুমিত পৰি
প্ৰণতি কৰিলে সদাগৰে,
অন্য দিনো কৰে যেনে মতে;

উঠি দেখে সম্মুখত—
শুভ্ৰকায় থুলন্তৰ সুদীৰ্ঘ পুৰুষ
সুতীক্ষ্ণ ত্ৰিশূল দীৰ্ঘ, দীৰ্ঘ জটাধাৰী।
দেখিলে এবাৰ মাত্ৰ চকা-মকা ক'ই,
দেখা মাত্ৰে হ'ল অন্তৰ্ধান ;
উজ্জ্বলালে ঘৰ এক উজ্জ্বল জ্যোতিয়ে।
বিস্ময়বিপ্লুত হ'ই
পুনৰপি সদাগৰ অষ্টাংগে পৰিল।
ইতিমধ্যে মন্দিৰত
শূন্যবাণী হ'ল সুগম্ভীৰ—
"এৰাঁ দ্বৈধ, পূজাঁ মনসাক,
অকল মহেশময় সমস্ত জগত ;
মহেশৰে অংশ মাত্ৰ সকলো দেৱতা,
অংশক পূজিলে তুষ্ট পূৰ্ণ ভগৱান।"
নন্দী তেওঁ শিৱৰ কিংকৰ,
অভ্ৰান্তে চিনিলে সদাগৰে,
বুজিলে নিশ্চিত ৰূপে
শুনালেহি মহেশৰ আদেশ যিৰূপে।
ব্ৰহ্মজ্ঞান উপজিল হঠাৎ চান্দৰ,
বুজিলে সুস্পষ্টৰূপে
এক ব্ৰহ্ম মহেশেই বিশ্বক জুৰিছে,
মনসাও অংশ তেওঁৰেই।

তৰাতৰি উঠি চান্দে
মনসা দেৱীৰ নামে
চন্দনেৰে বিল্বপত্ৰ
প্ৰদানিলে শিৱ-বিগ্ৰহত।
আবিৰ্ভাৱি মূৰ্তিমতী ৰূপে,
মনসা দেৱীয়ে আহি
স্বহস্তেৰে গ্ৰহণ কৰিলে।
সেৱা কৰি যথাৰতে
অপৰাধ মাৰ্জনা মাগিলে চান্দে ;
সুপ্ৰসন্না মনসাই
বুলিলে মধুৰ বাণী—
"এৰিলোঁ সকলো ক্ৰোধ
তুষ্ট হ'লোঁ আজি ধৰি মই ;
প্ৰমাণ স্বৰূপে তাৰ,
আগৰ ছজন পুত্ৰ
পাবা আজি ঘৰত তোমাৰ,
সাগৰত তল যোৱা
চৈধ্য তৰী পাবা পুনৰায়।"
এই বুলি, গ'ল দেৱী অন্তৰ্ধান হ'ই।

মন্দিৰ তিয়াগি চান্দে ঘৰত পালেহি
আনন্দৰ মহা কোলাহল ;
পূৰ্বে হানি হোৱা সেই ছজন নন্দন
পূৰ্ব ৰূপে ওলালেহি ঘৰত দুনাই।
পুত্ৰশোক দূৰ হ'ল চান্দ-সনেকাৰ,
গুচিল বৈধব্য দুখ
পতিব্ৰতা ছয় বোৱাৰীৰ।
অলপ পাচতে আহি সম্বাদ ওলাল
চৈধ্যখন আগৰ তৰণী বণিকৰ
ঘাটত চাপিল আহি
ধনে জনে পৰিপূৰ্ণ পূৰ্বৰ ৰূপেৰে।
সুখৰ বাতৰি পাই
আহিল নগৰবাসী যত,
কুটুম্ব বান্ধৱ মিত্ৰ আহিল সকলো,
চান্দৰ ঘৰত মহা উৎসৱ মিলিল।
ঘৰৰ পৰৰ সেই সকলো জনেই
অপাৰ প্ৰশংসা কৰি
কৰিলে সুযোগ্য মতে
বেউলাৰ গুণৰ সন্মান।
চান্দ সদাগৰ পুনু
সম্পদৰ প্ৰভাৱে বাজিলে,
ৰাহুৰ গ্ৰাসৰ পৰা
মুক্ত যেনে পূৰ্ণ শশধৰ।

সাত পুত্ৰ সাত বোৱাৰীৰে
অপাৰ ঐশ্বৰ্য আৰু শান্তিৰে সততে
নন্দন-বদন হ'ল সুখৰ সংসাৰ।

গ্ৰন্থৰ যতেক দোষ পৰিহৰি যেন,
গুণ যদি পায় কিবা
সুধী জনে অধিগাই গ্ৰহণ কৰিব ;
অপাৰ দোষৰো পৰা কিঞ্চিৎ গুণকে
আদৰেৰে বাছি লয় গুণগ্ৰাহী জনে ;
যতকে থাকক জল দুগ্ধত মিশ্ৰিত
ৰাজহংসে জল এৰি দুগ্ধ মাত্ৰ পিয়ে।

সৌমাৰপতিয়ে পূৰ্বে
কাণ্যকুব্জ পুণ্য প্ৰদেশৰ
গংগাৰ তীৰৰ পৰা,
কৌশিক গোত্ৰৰ সুপণ্ডিত শুদ্ধাচাৰী
ভাৰ্গৱ বিপ্ৰক আনি,
স্থাপিছিল লৌহিত্যৰ উত্তৰ পাৰৰ
সন্তৰ বসতি থলী মাজুলী দ্বীপত।
তেওঁৰেই সুযোগ্য সন্ততি
সুবিজ্ঞ আগমাচাৰ্য ভূধৰ দেৱক
স্বৰ্গদেৱ বুদ্ধিস্বৰ্গনাৰায়ণ নৃপে
প্ৰদানি মৰ্যাদা পদ দাস দাসী ভূমি,
স্থাপিলেহি দক্ষিণ কূলৰ
দেৰগ্ৰাম নামেৰে স্থানত,
পূজনৰ হেতু তাৰ স্বয়ম্ভূ শিৱৰ।
আচাৰ্য দেৱৰ সতি-সন্ততিসকলে
অনেকে লভিলে বহু অপৰ বিষয়ো ;
অধস্তন দশম পুৰুষ
দুৰ্গেশ্বৰ পণ্ডিত প্ৰবৰে
বঢ়ালে সন্মান পুনু আপোন বংশৰ,
অতুল প্ৰতিষ্ঠা লভি যশস্যা উপাৰ্জি
প্ৰধান পণ্ডিত ৰূপে ৰজাৰ সভাৰ।
পৌত্ৰ সেই সুজনৰ দুৰ্গাধৰ নামে
গুণবান শিৱতুল্য পুৰুষ আছিল।
তেওঁৰ অযোগ্য পুত্ৰ
প্ৰেমময়ী প্ৰেমাৱতী দেৱীৰ গৰ্ভৰ
চন্দ্ৰধৰ নামে অভাজনে,
ষাঠিউৰ্ধ্ব অষ্টাদশ শত শকাব্দৰ
শৰতৰ প্ৰথম মাহত,
গাঁথি এই গন্ধহীন বনফুল মালা
অৰ্পিলে ভকতি ভাৱে
মাতৃভূমি জননীৰ অৰুণ পাৱত।

ইতি কামৰূপ-জীয়ৰী কাব্যৰ সমাপ্তি।

# মুক্তাৱলী

## ( সংস্কৃত শ্লোকৰ পদ্য ভাঙনি )

### ( ক ) বৰ্ণমালা মতে সজোৱা।

॥ অ—আ ॥

॥ ১ ॥

অগাধ পানীতো ৰৌৰ উমঘাম নাই
পুঠীয়ে অংগুষ্ঠ মানো পালে চট্‌চটায।

॥ ২ ॥

অগ্নিক জানিবা গুৰু দ্বিজাতি সবৰ
ব্ৰাহ্মণকে গুৰু বোলে সকলো বৰ্ণৰ,
স্বামীয়েই গুৰু মাত্ৰ ৰমণী কুলৰ,
অভ্যাগত সৰ্বত্ৰতে গুৰু সমস্তৰ।

॥ ৩ ॥

অনেক সংশয ছেদে
অজ্ঞাতকো দিযে দৰশাই,
সবাৰো নযন জ্ঞান
অন্ধ সেযে, জ্ঞান যাৰ নাই।

॥ ৪ ॥

অমৃত আনিবা তুলি বিহৰ পৰাও
বিষ্ঠাৰ পৰাও সোণ বুটলি তুলিবা,
নীচৰ পৰাও ল'বা ভাল জ্ঞান পালে
নাৰীৰত্ন পালে হীন বংশৰো আনিবা

॥ ৫ ॥

অমৃত শীতত অগ্নি
অমৃত অৰ্ধেক ফুটা শিশুৰ ভাষণ,
অমৃত সুগুণী ভাৰ্যা
অমৃত পণ্ডিত যদি আপোন নন্দন।

॥ ৬ ॥

অৰ্থনাশ হোৱা আৰু মনস্তাপ পোৱা
নিজৰ ঘৰৰ কিবা কোনো দুচৰিত,
প্ৰবঞ্চনা নতু অপমান ভোগ কৰা
নজনাব মতিমানে লোকৰ গুৰিত।

॥ ৭ ॥

আচাৰত ধৰ্ম ৰয
বিদ্যা ৰয চৰ্চা তাক কৰাৰ ফলত,
সুনীতিত ৰাজা ৰয
কুল ৰয গৃহিণীৰ গুণৰ বলত।

---

॥ ই—ও ॥

॥ ৮ ॥

ইন্দ্ৰিযৰ অসংযম আপদৰ পথ
সম্পদৰ ইন্দ্ৰিয় বিজয়,
এতেকতে বাছি লোৱা সেই পথকেই
যি পথেদি ইষ্ট লাভ হয়।

॥ ৯ ॥

উৎসৱত বিপদত দুৰ্ভিক্ষ কালত
শত্ৰু-সংকটত কিংবা ৰজাৰ দ্বাৰত,
শ্মশানত নতু পোৱা যায় যি জনক,
প্ৰকৃত বান্ধৱ বোলে সিজন লোকক।

॥ ১০ ॥

ঋণ, অগ্নি আৰু ব্যাধি
বাঢে পুনু থ'লে অৱশেষ,
সিহেতু গুচাব লাগে
সমূলক্ষে কৰি তাৰ শেষ।

॥ ১১ ॥

এবাৰ অনিষ্ট কৰা মিত্ৰক যিজনে
তুনাই বিশ্বাস কৰি বন্ধু ভাৱ কৰে,
নিজৰ মৰণ তেওঁ নিজে মাতি আনে
খচ্চৰীয়ে গৰ্ভ ধৰি যেনেৰূপে মৰে।

॥ ১২ ॥

ওঠৰ পুৰাণ ৰচি
ব্যাসদেৱে ছুটি শিক্ষা দিলে,
পৰোপকাৰেই ধৰ্ম
পাপ হয় পৰক পীডিলে।

---

॥ ক

॥ ১৩ ॥

কাব্যশাস্ত্ৰ চৰ্চা কৰি
কাল যায় সুবুদ্ধিমানৰ,
কলহত ব্যসনত
নিদ্ৰাত নতুবা মূৰুখৰ।

॥ ১৪ ॥

কামধেনুতুল্য গুণ বিদ্যাৰ সততে
অকালতো ফল পোৱা যায়,
প্ৰবাসত বিদ্যা হয় মাতাৰ সদৃশ
বিদ্যা হেন গুপ্তধন নাই।

॥ ১৫ ॥

কিবা টান কাম আছে সমৰ্থ জনৰ
কিবা দূৰ ঠাই ব্যৱসায়ী মানুহৰ,
কিহৰ বিদেশ আছে বিদ্বান লোকৰ
প্ৰিয়ভাষী সকলৰ হয় কোন পৰ?

॥ ১৬ ॥

কি ফল ফলিব পুত্ৰ জন্মিলে অকল
যি পুত্ৰৰ নাই বিদ্যা, ভকতিও নাই,
কণা চকু হ'লে কিবা ফলিব সুফল
কামত নেলাগে মাত্ৰ কষ্ট পোৱা যায়।

॥ ১৭ ॥

কি হ'ব জন্মিলে মাত্ৰ ডাঙৰ কুলত
যিজন লোকৰ গাত সজ গুণ নাই,
অধম কুলতো যদি গুণী লোক হয়
মানুহ নেলাগে মান কৰে দেৱতাই।

॥ ১৮ ॥

কুলিৰ মাতেই ৰূপ
সতীত্বই নাৰীসকলৰ
বিদ্যা কুৰূপৰ ৰূপ
ক্ষমা ৰূপ তাপস জনৰ।

॥ ১৯ ॥

কুলীনেৰে সংসৰ্গতা
পণ্ডিতেৰে মিত্ৰতা কৰিলে,
জ্ঞাতিৰে থাকিলে মিল
মানুহৰ বিপদ নিমিলে।

॥ ২০ ॥

কৃষকৰ সুভিক্ষ সদায়
নিত্য সুখ নিৰোগী জনৰ,
পত্নী যাৰ পতিপ্ৰিয় হয়
দিনৌ উৎসৱ সিজনৰ।

॥ ২১ ॥

ক্ৰমে কঁথা সিয়া, ক্ৰমে সুদূৰ গমন
　ক্ৰমেহে কৰিব পাৰি পৰ্বত লংঘন,
ধৰ্ম আৰু কৰ্ম হয় ক্ৰমে সম্পাদন,
　এই পঞ্চ হয় মাত্ৰ ক্ৰমাৎ সাধন।

---

॥ গ—ঘ ॥

॥ ২২ ॥

গুণবান হ'লে মাত্ৰ একেটি পুত্ৰই
মূৰ্খ পুত্ৰ শতেকৰো অধিক নিশ্চয়,
একেটি চন্দ্ৰয়ে মাত্ৰ আন্ধাৰ গুচায়
নোৱাৰে গুচাব অগণন তাৰকাই।

॥ ২৩ ॥

গুণীৰ সফল হয় জীৱন ধাৰণ
ধাৰ্মিক জনৰো হয় সাৰ্থক জীৱন,
গুণহীন ধৰ্মহীন হয় যিটো জন
তাৰ জীৱনৰ একো নাই প্ৰয়োজন।

॥ ২৪ ॥

গুপ্ত কথা ৰাষ্ট্ৰ কৰা, কিবা ভিক্ষা কৰা
নিঠুৰ স্বভাৱ আৰু অথিৰ প্ৰকৃতি,
ক্ৰোধী হোৱা মিছা কোৱা দ্যূতক্ৰীড়া কৰা
মিত্ৰত জানিবা দোষ এই সকলোটি।

॥ ২৫ ॥

গুৰুৱে শিষ্যক যদি
　এটি মাত্ৰ আখৰো শিকায়,
দি ঋণ শুজিব পাৰি
　পৃথিৱীত এনে দ্ৰব্য নাই।

॥ ২৬ ॥

যৰত নেথাকে যাৰ আপোন জননী
ভাৰ্যাও যদিহে হয় অপ্ৰিয়বাদিনী,
অৰণ্যতে থকা ভাল এৰি তেনে ঘৰ
ঘৰ যেনে অৰণ্যও তেনে সিজনৰ।

---

॥ চ—জ ॥

॥ ২৭ ॥

চাই চিতি খোজ দিব
　কাপোৰেৰে ছেকি জল পিব,
শাস্ত্ৰ মতে কথা ক'ব
　মনোমত কৰ্ম আচৰিব।

॥ ২৮ ॥

চিতা চিন্তা উভয়ৰে
　চিতাকেই শ্ৰেয় বোলা যায়,
চিতাই মৰাহে দহে
　চিন্তাই জীয়াকো কৰে ছাই।

॥ ২৯ ॥

জীৱনৰ মুহূৰ্তকো নোৱাৰে ঘূৰাব
　কোটি কোটি সুৱৰ্ণ মুদ্ৰাই,
তেনে জীৱনক যদি মিছাতে নিয়ায়
　ততোধিক হানি আৰু নাই।

॥ ৩০ ॥

জ্ঞাতিয়ে নেপায় ভাগ
　চোৰেও নোৱাৰে তাক নিব চুৰকৈ,
দানত নহয় ক্ষয়
　বিদ্যাৰত্ন মহাধন জানিবা নিশ্চয়।

---

॥ ত—ধ ॥

॥ ৩১ ॥

ত্যজিবা দুৰ্জন-সংগ সাধুক ভজিবা
ৰাতি দিনে পুণ্য আচৰিবা,
সমস্ত সংসাৰ এই অনিত্য তেনেই
এই সত্য নিতে সুঁৱৰিবা।

॥ ৩২ ॥

দলৰ আগত যোৱা যুগুত নহয়
কাৰ্য সিদ্ধি হ'লে লাভ লোকৰ সমানে,
যদিহে নিসিজে কাৰ্য কিবা ষদ্ৰুপত
অকলৈ অপযশ পায় যত মানে।

॥ ৩৩ ॥

দানত হাতৰ শোভা, নাই কংকণত
স্নানত যি শুদ্ধি পায়, নাই চন্দনত,
মানৰ তৃপিতিসুখ নাই ভোজনত
জ্ঞানতেহে মুক্তি পায়, নাই মুণ্ডনত।

॥ ৩৪ ॥

দুৰ্জনক তিয়াগিবা
বিদ্যাৰে ভূষিতো যদি হয়,
মণিবিভূষিত ফণী
কিবা জানো ভীষণ নহয়?

॥ ৩৫ ॥

দুৰ্বলৰ বল ৰজা
ছৱালৰ অকল ৰোদন,
মূৰ্খৰ মৌনত্ব বল
তস্কৰৰ অসত্য বচন।

॥ ৩৬ ॥

দুৰ্লভ হিতৈষী আৰু মধুৰ বচন
দুৰ্লভ বিনীত আৰু সুজন নন্দন,
দুৰ্লভ স্বভাৱ মিলা ভাৰ্যা বিতোপন
দুৰ্লভ সুপ্ৰিয় নিজা আত্মীয় স্বজন।

॥ ৩৭ ॥

ধৰ্মই সুহৃৎ মাত্ৰ
মৰিলেও লগে লগে যায়,
অপৰ সকলো মিছা
দেহৰ লগতে লোপ পায়।

॥ ৩৮ ॥

ধৰ্মৰ আচল মৰ্ম এয়ে শুনি লোৱা
শুনি লৈ হৃদয়ত সাৰ বুলি ধৰা,
নিজৰ অনিষ্ট কৰে যেনে আচৰণে
অনুচিত অপৰৰো প্ৰতি তেনে কৰা।

॥ ৩৯ ॥

ধান ধন আদি কিবা প্ৰয়োগ কৰোঁতে
ভোজন কৰোঁতে আৰু বিদ্যাক শিকোঁতে,
ব্যৱহাৰ আচৰণ কৰোঁতে মেলোঁতে
বৰ্জন কৰিব লাগে লজ্জাক সততে।

---

॥ ন ॥

॥ ৪০ ॥

নকৰিবা পতিয়ন অসজ্ঞাতী জনক মুঠেই
সজ্ঞাতীতো অনুচিত অধিক বিশ্বাস,
কচিৎ কোপিত হৈ সজ্ঞাতী জনেই
কিজানি বা গুপ্ত কথা কৰিব প্ৰকাশ।

॥ ৪১ ॥

নদ নদী শিঙালক
অস্ত্ৰধাৰী যতেক লোকক
নেযায় বিশ্বাস কৰা
ৰাজকুল ৰমণীকুলক।

॥ ৪২ ॥

নাই য'ত মান আৰু নাই বন্ধু জন
নাই কিবা বৃত্তি ব্যৱসায়,
কোনো বিদ্যা সমাগম নাই যি দেশত
সি দেশক এৰি যাব পায়।

॥ ৪৩ ॥

নিজৰ সৰ্বস্ব ধন লাগে জীৱনকো
জ্ঞানীয়ে পৰৰ অৰ্থে প্ৰদান কৰিব,
ধন প্ৰাণ ক্ষণস্থায়ী যাব একো দিন
সুকাৰ্যত দিলে তেওঁ থলত পৰিব।

॥ ৪৪ ॥

নিশ্চিত বস্তুক এৰি
অনিশ্চিত যেয়ে খেদি যায়,
নিশ্চিতো হেৰায় তাৰ
অনিশ্চিত হেনেও হেৰায়।

॥ ৪৫ ॥

নহয় সি জল য'ত পংকজ নুফুলে
নহয় পংকজ যদি ভ্ৰমৰে নুগুঞ্জে,
ভ্ৰমৰ নহয় যদি গুঞ্জন নেজানে
নহয় গুঞ্জন যদি মনক নৰঞ্জে।

॥ ৪৬ ॥

নেবাঞ্ছিবা পৰদাৰ পৰৰ দ্ৰব্যক
পৰপৰিবাদ নকৰিবা,
পৰিহাস চপলতা গুৰুৰ আগত
পৰিহাৰ সততে কৰিবা।

---

॥ প—ফ ॥

॥ ৪৭ ॥

পণ্ডিত জনৰ গাত বহু গুণ পায়
মূৰ্খত অকল দোষ, গুণ একো নাই,
সেই হেতু, প্ৰাজ্ঞ লোক মাথোঁ এজনেই
সহস্ৰ মূৰ্খতকৈও শ্ৰেষ্ঠ সততেই।

॥ ৪৮ ॥

পণ্ডিত মতিৰ নৰে
দুষ্প্ৰাপ্যৰ কামনা নকৰে,
গতশোক পৰিহৰে
আপদত ধৈৰ্য নেপাহৰে।

॥ ৪৯ ॥

পশু স্বভাৱৰ বহু মূৰ্খৰ মাজত
গুণীৰো সুগুণ কোনো নহয় বেকত,
সকলো গুণেই তাৰ পৰে আচ্ছাদিত
মেঘে ঢকা সূৰ্যৰ হয় যেনে মত।

॥ ৫০ ॥

পিতা মাতা সন্তানৰ শত্ৰু মাত্ৰ হয়
নপঢ়াই যদি তাক মূৰ্খ কৰি থয়,
নোশোভে সন্তান সিটো সভাৰ মাজত
দেখি যেন বগলীহে হাঁহৰ জাকত।

॥ ৫১ ॥

পুত্ৰ যাৰ আপোনাৰ অধীনত থাকে
ভাৰ্যা আৰু ভৃত্য যাৰ চলে হাকে-ডাকে,
অভাৱতো সি জনৰ সন্তোষ সদায়
এই পৃথিৱীতে তেওঁ স্বৰ্গবাস পায়।

॥ ৫২ ॥

পুত্ৰ সেয়ে অনুগত পিতৃৰ যিজন
পিতা সেয়ে কৰে যেয়ে পোষণ পালন,
মিত্ৰ সেয়ে বিশ্বাসৰ যিজন ভাজন
ভাৰ্যা সেয়ে হয় যাত নিবৃত্তি সাধন।

॥ ৫৩ ॥

পুথিত থাকিলে বিদ্যা
নতুবা থাকিলে ধন পৰৰ হাতত,
বিচাৰি নেপায় পোৱা
লগা হ'লে কোনোটিকে কামৰ পৰত।

॥ ৫৪ ॥

পৃথিৱীৰ আৱৰণ সাগৰ জানিবা
আৱৰণ বাৰেই ঘৰৰ,
ৰজা আৱৰণ বুলি দেশৰ বুজিবা
চৰিত্ৰই ৰমণী কুলৰ।

॥ ৫৫ ॥

প্ৰণয় কৰিলে তাক আজীৱনে নেৰে
খং নাই সততেই ৰঙেই অকল,
কদাচিতে উঠিলেও, ক্ষণেকতে এৰে
ত্যাগশীল স্বাৰ্থহীন মহাত্মাসকল।

॥ ৫৬ ॥

প্ৰথম কালতে বিদ্যা নাৰ্জিলে মানুহে
ধনক নাৰ্জিলে দ্বিতীয়ত,
তৃতীয়ত নকৰিলে পুণ্য উপাৰ্জন
কি কৰিব চতুৰ্থ কালত।

॥ ৫৭ ॥

প্ৰবাসত বিদ্যা মিত্ৰ
মাতা মিত্ৰ ঘৰত নিজৰ,
ব্যাধিত ঔষধ মিত্ৰ
ধৰ্ম মিত্ৰ মৃতক জনৰ।

॥ ৫৮ ॥

প্ৰাজ্ঞই নিজক ভাবি অজৰ অমৰ
বিদ্যা আৰু ধনক চিন্তিব,
মৃত্যুৱে কেশত ধৰি আজুৰিছে ভাবি
সততেই ধৰ্ম আচৰিব।

॥ ৫৯ ॥

প্ৰিয় বাক্য প্ৰদানিলে
সকলো প্ৰাণীয়ে তাক শুনি প্ৰীতি পায়,
এতেকে যুগুত সেয়ে
বচন-দৰিদ্ৰ হোৱা প্ৰয়োজন নাই।

॥ ৬০ ॥

ফল ছায়া দুয়ো থকা
মহাবৃক্ষ আশ্ৰয় কৰিব,
দৈবাৎ নহ'লে ফল
ছায়া তাৰ কোনে নিবাৰিব?

॥ ৬১ ॥

ফলশালী হ'লে তৰু নতশিৰে ৰয়
গুণী লোকো সততেই নতশিৰ হয়,
নিৰস শুকান কাঠ আৰু মূৰ্খ জনে
নলয় কদাপি ভিৰ বিনয় নেজানে।

---

ৰ ॥

॥ ৬২ ॥

বায়সৰ ঠোঁট যদি সোণেৰে বন্ধায়
মাণিকেৰে কৰে তাৰ চৰণ ভূষিত,
পাখিয়ে পাখিয়ে গজমুকুতা লগায়
নহয় বায়স ৰাজহংস কদাচিৎ।

॥ ৬৩ ॥

বিচাৰ কৰিহে লাগে সন্নিধান দিব
নেভাবি নুগুণি কথা কদাপি নক'ব,
গুণক মানিব লাগে শত্ৰুৰো সদায়
দোষক, গুৰুৰো যদি, লোৱা মুয়ুৰায়।

॥ ৬৪ ॥

বিচিত্ৰ চৰিত্ৰ কেনে মহৎ জনৰ!
যদিও সম্পদ তেওঁ তৃণ জ্ঞান কৰে,
তথাপি সম্পদে আহি নিজে লাগ দিয়ে
লক্ষ্মীৰ ভৰত তেওঁ নত হৈ পৰে।

॥ ৬৫ ॥

বিদ্যাই বিনয় দিয়ে, যোগ্যতা বিনয়ে
যোগ্যতাৰ গুণে ধন পায়,
ধন পালে পাৰি তাৰে ধৰ্মক সাধিব
ধৰ্মেৰেই সুখ পোৱা যায়।

॥ ৬৬ ॥

বিদ্যা তুল্য চক্ষু নাই
তপ একো নাই সত্য মান,
আসকতি হেন দুখ
সুখ নাই ত্যাগৰ সমান।

॥ ৬৭ ॥

বিদ্যা নেথাকিলে শূন্য গোটেই জীৱন
বান্ধৱ নহ'লে দশো দিশ শূন্য হয়,
শূন্য হয় পুত্ৰহীন জনৰ ভৱন
দৰিদ্ৰতা হ'লে হয় সৰ্ব শূন্যময়।

॥ ৬৮ ॥

বিদ্যাৰ্থী যি হয় তেওঁ ভোগক এৰিব
ভোগাৰ্থীয়ে বিদ্যাক ত্যজিব,
ভোগাৰ্থীৰ বিদ্যা আৰু বিদ্যাৰ্থীৰ ভোগ
ক'ৰ পৰা কিৰূপে মিলিব?

॥ ৬৯ ॥

বিদ্যাৰ নিচিনা আৰু বন্ধু ক'তো নাই
ৰিপু কোনো নাই ব্যাধি মান,
অপত্য স্নেহৰ দৰে স্নেহ একো নাই
বল নাই দৈৱৰ সমান।

॥ ৭০ ॥

বিদ্বানৰে নৃপতিৰে নহয় তুলনা
নহয় কদাপি সমতুল্য দুইজনা,
নৃপতিক পূজা কৰে অকল স্বদেশে
বিদ্বান সততে পূজ্য স্বদেশে বিদেশে।

॥ ৭১ ॥

বিন্দু বিন্দু জল পৰি
ক্ৰমে ক্ৰমে ঘট পূৰ কৰে,
ধন ধৰ্ম বিদ্যা যত
সকলোৰে সেই ৰীতি ধৰে।

॥ ৭২ ॥

বুদ্ধি যাৰ নাই তাৰ শাস্ত্ৰে কি কৰিব
অন্ধজনে দৰ্পণেৰে কি গুণ লভিব?

॥ ৭৩ ॥

বুধিয়কে এপাৰেৰে এধানত বৈ
ইটি পাৰ মাটিত পেলায়,
নেচাই নিচিতি কোনো আচহুৱা ঠাই
থান এৰা উচিত নহয়।

॥ ৭৪ ॥

বেদতো প্ৰভেদ আছে স্মৃতিতো প্ৰভেদ
বিভিন্ন নহয় মত, এনে মুনি নাই,
ধৰ্মৰ নিগূঢ় তত্ত্ব নিহিত গুহাত
সেয়েই সুপথ যেনি মহাজন যায়।

॥ ৭৫ ॥

ব্ৰহ্মবিদে স্বৰ্গসুখ তৃণ জ্ঞান কৰে
বীৰ জনে জীৱনক তৃণ বুলি ধৰে,
ইন্দ্ৰিয়জয়ীৰ নাৰী তৃণৰ সমান
স্পৃহাহীনে জগতকে দেখে তৃণ মান।

---

ভ ॥

॥ ৭৬ ॥

ওঁৰালত শূন্য ঘট যেনে শাৰী শাৰী
কি হ'ব থাকিলে বহু পুত্ৰ মূঢ়মতি,
এজন পুত্ৰই ভাল হ'লে সদাচাৰী
যি পুত্ৰৰ পৰা হয় পিতাৰ সুখ্যাতি

॥ ৭৭ ॥

ভয়ৰ শতেক আৰু শোকৰ হাজাৰ
কাৰণে ধৰেহি যেঁচি মূৰ্খক সততে,
পণ্ডিত জনৰ নাই সেই দুৰ্বিকাৰ
পণ্ডিতৰ তেনে দশা কদাপি নঘটে।

॥ ৭৮ ॥

ভানুৰো উদয় হয় পশ্চিমে যদিবা
পৰ্বত-টিংগতো যদি পদ্ম ফুল ফুলে,
মেৰু হয় বিচলিত অগনি শীতল
সজ্জনৰ বাক্য তেওঁ নলৰে নচলে।

॥ ৭৯ ॥

ভাৰ্যা যদি দুষ্ট হয় শঠ মিত্ৰ হয়
ভৃত্যই যদিহে মুখে মুখে কথা কয়,
সৰ্পেৰে যদিবা একেঘৰে বাস লয়
মৰণ ধ্ৰুৱপ নাই সমূলি সংশয়।

॥ ৮০ ॥

ভাল সাজ-পাৰ পিন্ধি যদিও মূৰ্খই
দেখাত দূৰৰ পৰা শোভা পায় হয়,
তত পৰ মাত্ৰ শোভা পায় তেনে জনে
নকয় কিঞ্চিৎ কথা যত পৰ মানে।

॥ ৮১ ॥

ভোজনৰ শেষ আৰু শ্মশানৰ শেষ
মৈথুনৰ শেষ হ'লে যেনে মতি হয়,
তেনে মতি থাকে যদি হিযাত সদায়
হাতৰ মুঠিত মুক্তি জানিবা নিশ্চয়।

॥ ৮২ ॥

ভৃত্যক চিনিব পাৰি আজ্ঞা পালনত
বান্ধৱক পাৰি বিপদত,
মিত্ৰক চিনিব লাগে দুখৰ কালত
তিৰোতাক বিভৱ-ক্ষয়ত।

---

॥ ম ॥

॥ ৮৩ ॥

মনে এক মুখে এক
কামে এক দুৰাত্মা লোকৰ,
মনে-মুখে কামে-কাযে
একে ভাব মহাত্মা জনৰ।

॥ ৮৪ ॥

মনেৰে যি কাৰ্য ভাবে
নকৰিব প্ৰকাশ কথাৰে,
যি হেতু নিসিজে কাৰ্য
লক্ষ্য তাক কৰিলে অপৰে।

॥ ৮৫ ॥

মাতৃ বুলি ভাবে যেয়ে পৰৰ নাৰীক
পৰৰ দ্ৰব্যক কৰে মাটি হেন জ্ঞান,
আত্মা হেন ভাব কৰে সকলো প্ৰাণীক
জানিবা সিজন লোক পণ্ডিত প্ৰধান

॥ ৮৬ ॥

মান বিনাশত কৰি
মৃত্যুৱেই তেও কিছু ভাল,
মৃত্যুত ক্ষণিক দুখ
মান গ'লে দুখ চিৰকাল।

॥ ৮৭ ॥

মিত্ৰও নহয় কোনো
কাৰো কোনো শত্ৰুও নহয়,
শত্ৰু মিত্ৰ উভয়েই
ব্যৱহাৰ অনুসৰি হয়।

॥ ৮৮ ॥

মুখৰ আগত কয় সুপ্ৰিয় বচন
দূৰত যিজনে কিন্তু কৰে কাৰ্য হানি,
বৰ্জন কৰিব লাগে তেনে বন্ধু জন
মুখত গাখীৰ থকা বিষ-কুম্ভ জানি।

॥ ৮৯ ॥

মূৰ্খ জনে যি থানত নেপায় আদৰ
হয় য'ত যতনেৰে সঞ্চয় ধানৰ,
পতিৰে পত্নীৰে য'ত কলহ নহয়
লক্ষ্মীয়ে আপুনি আহি তাত থিতি লয়।

---

॥ য—ল ॥

॥ ৯০ ॥

যদি এই মল-বাহী অনিত্য দেহাৰ
সলনিত পাৰি নিত্য যশস্যা লভিব,
অলব্ধ থাকিল কিবা ? সকলো লভিলা
নেলাগে অপৰ লাভ অৰ্জন কৰিব।

॥ ৯১ ॥

যিৰূপে কষ্টেৰে লোকে
ভূমি খানি পানী উলিয়ায়,
সাধনা কৰিহে তেনে
গুৰুগত বিদ্যা লভা যায়।

॥ ৯২ ॥

যুগান্তত স্থান এৰে অচল মেৰুৱে
কল্পান্তত অতল সাগৰে,
অচল অটল হৈ থাকে সাধুলোকে
সত্যপথ কদাচিতো নেৰে।

॥ ৯৩ ॥

যৌবন বয়স ধন-সম্পত্তি বিভূতি
প্ৰভুত্ব ক্ষমতা আৰু বিবেকহীনতা,
ইসবৰ একোটায়ে ঘটায় বিপত্তি
কিবা নঘটিব হ'লে চাৰিবো একতা।

॥ ৯৪ ॥

ৰজনীৰ অলংকাৰ চন্দ্ৰক জানিবা
ৰমণীৰ পতি আপোনাৰ,
পৃথিৱীৰ অলংকাৰ ৰজাক বুলিবা
বিদ্যা সকলোৰে অলংকাৰ।

॥ ৯৫ ॥

ৰজা নদী ধনীজন
বৈদ্য আৰু বেদজ্ঞ ব্ৰাহ্মণ,
এই পঞ্চ নাই য'ত
বাস কৰা অনুচিত ত'ত।

॥ ৯৬ ॥

ৰন্ধনশালৰ ভাৰ মাতৃৰ তুল্যক
অন্তেষৰ পিতৃতুল্য জনক গতাব,
গোশালত নিয়োগিব আত্মতুল্য জন
কৃষি কৰণৰ অৰ্থে স্বয়ং ওলাব।

॥ ৯৭ ॥

লংকা ৰাজ্য নাশ হ'ল অতি দৰ্প কৰি
নিহত কৌৰৱ কুল অতি মান ধৰি,
বলী ৰজা বন্দী অতি দানৰ মুৰতে
অতিচাৰ বিগৰ্হিত সকলো থলতে।

---

॥ শ ॥

॥ ৯৮ ॥

শত্ৰুৰেও পায় যাৰ মিত্ৰ ব্যৱহাৰ
কটুভাষী মানুহেও মধুৰ বচন,
প্ৰেমৰ ৰসেৰে ভৰা হিয়া যিজনৰ
পৃথিৱীতে স্বৰ্গবাসী বুলিবা সিজন।

॥ ৯৯ ॥

শৰীৰ অনিত্য, আৰু
চিৰস্থায়ী বিভৱো নহয়,
মৃত্যু সন্নিকট জানি
কৰা ভাল ধৰ্মৰ সঞ্চয়।

॥ ১০০ ॥

শৰীৰ সুগুণ দুয়ো
সমস্থায়ী নহয় কদাপি,
শৰীৰ ক্ষণতে যায়
গুণ থাকে কল্পান্ত বিযাপি।

॥ ১০১ ॥

শান্তি তুল্য নাই তপ
সুখ নাই সন্তোষৰ মান,
তৃষ্ণা হেন ব্যাধি নাই
ধৰ্ম নাই দয়াৰ সমান।

॥ ১০২ ॥

শামুকে শামুকেপতি মাণিক নোলায়
হাতীয়ে হাতীয়েপতি মুকুতা নেপায়,
ঠায়েপতি পাবলৈ নাই সাধু জন
বনেপতি কদাপিতো নহয় চন্দন।

॥ ১০৩ ॥

শিষ্টতাৰে তিনি লোক জয় কৰা যায়
শিষ্টৰ অসাধ্য একো জগতত নাই।

॥ ১০৪ ॥

শূন্য হয় অপুত্ৰক জনৰ আলয়
সজ মিত্ৰ নথকাৰো শূন্য ঘৰ হয়,
মূৰ্খৰ সকলো দিশ শূন্য অতিশয়
দৰিদ্ৰতা হ'লে হয় সৰ্বশূন্যময়।

---

॥ স ॥

১০৫

সজ্জৰ সংগতি, ভক্তি বিষ্ণুৰ পদত
স্নান কৰা সুনিৰ্মল গংগাৰ জলত,
এই তিনি সাৰ বুলি ভাবিবা মনত
অসাৰ অনিত্য এই ভৱ সংসাৰত।

॥ ১০৬ ॥

সজ্জন লোকৰ যাৰ
পৰ-উপকাৰ ভাব হিয়াত জাগেহি,
বিপদ নেথাকে তাৰ
পদে পদে ঘুৰি ঘুৰি সম্পদ মিলেহি।

॥ ১০৭ ॥

সৰ্প আৰু খল লোক ক্ৰুৰ স্বভাৱৰ
খল কিন্তু ক্ৰুৰতৰ হয় উভয়ৰ,
মন্ত্ৰ আৰু ঔষধত সৰ্পে বশ মানে
খলক কৰিব বশ পাৰে কোন জনে?

॥ ১০৮ ॥

সৰু সৰু সমলেই একেলগ হৈ লৈ
অবাধে সাধিব পাৰে ডাঙৰ কামকো,
অতি সৰু তিৰিণেই মুঠ বান্ধি কয় হৈ
সুকলমে বান্ধি থয় প্ৰমত্ত হাতীকো।

॥ ১০৯ ॥

সাধুৰে বিচাৰে গুণ, দোষ মাত্ৰ বিচাৰে পামৰে
ভ্ৰমৰে বিচাৰে মধু, মক্ষিকাই ব্ৰণ বাঞ্ছা কৰে।

॥ ১১০ ॥

সাধুৰ দৰ্শন মাত্ৰে পুণ্য লাভ হয়
তীৰ্থতো অধিক সাধু জানিবা নিশ্চয়,
তীৰ্থৰ সুফল পলমেহে পোৱা যায়
সাধু সমাগম ফল হাতে হাতে পায়।

॥ ১১১ ॥

সাধু লোক সততেই উদাৰ মনৰ
অধম জনকো দয়া কৰে,
চণ্ডালৰ আলয়কো কিৰণ দানত
সুধাকৰে বঞ্চিত নকৰে।

॥ ১১২ ॥

সামান্যৰো সমবায়ে
অনায়াসে বৰ বৰ ৰিপু জয় কৰে,
তৃণেই সমিল হৈ
বৰষাৰ ধাৰা ধৰা মেঘক নিবাৰে।

॥ ১১৩ ॥

সুকৰ্মীৰ আয়ুসৰ মুহূৰ্ত্তেই ভাল
এক কল্প কালো বেয়া নীচ জীৱনৰ,
কুকৰ্মত নষ্ট কৰা ইহ পৰ কাল
সুদীৰ্ঘ জীৱনে ইষ্ট নকৰে নৰৰ।

॥ ১১৪ ॥

সুৰূপো বিনষ্ট হয়
নিগু´ণী লোকৰ
দুঃশীলৰ নষ্ট হয়
সন্মান কুলৰ
নখটালে বিদ্যা নষ্ট
হয় বিদ্বানৰ
মুভুঞ্জি সাঁচিলে ধন
নষ্ট নিজনৰ।

॥ ১১৫ ॥

সেয়েহে প্ৰকৃত ভাৰ্যা শুচি যেয়ে হয়
সুনিপুণা হয় যেয়ে কাৰ্যই কৰ্মই,
হয় যেয়ে সতী পতিৰতা পতিব্ৰতা
যেয়ে হয় মধুৰভাষিণী প্ৰিয়ম্বদা।

---

হ—ক্ষ ॥

॥ ১১৬ ॥

হওক সুৰূপ আৰু বয়স যৌৱন
সম্ভ্ৰান্ত কুলৰো লাগে হোক বংশধৰ,
নেপায় তথাপি শোভা বিদ্যাহীন জন
গন্ধহীন ৰঙা ফুল যেনে পলাশৰ।

॥ ১১৭ ॥

হ'লেও সুপ্ৰিয়বাদী
পতিয়ন নাই দুৰ্জ্জনত,
জিভাৰ আগত মধু
হলাহল তাৰ হৃদয়ত।

॥ ১১৮ ॥

হাতৰ ভূষণ দান
সত্য কথা কণ্ঠৰ ভূষণ,
কাণৰ ভূষণ শাস্ত্ৰ,
ভূষণৰ কিবা প্ৰয়োজন।

॥ ১১৯ ॥

হাতীৰ হাজাৰ আৰু ঘোঁৰাৰ শতেক
শিঙালৰ দহ হাত আঁতৰি থাকিবা,
দুৰ্জ্জনক পৰিহাৰ কৰাৰ কাৰণে
নিজৰ স্থানকে এৰি আঁতৰি পলাবা।

॥ ১২০ ॥

হেলাত কাৰ্যৰ নাশ
বুদ্ধিনাশ দাৰিদ্ৰ্য দোষত,
ভিক্ষাত সন্মান নাশ
সৰ্বনাশ কুক্ৰিয়া-ফলত।

॥ ১২১ ॥

ক্ষমা দয়া প্ৰেম আৰু
সজ আচৰণৰ গুণত
বিনয়ত শুশ্ৰূষাত
বশ হয় সমস্ত জগত।

(খ) অৰ্থমতে সজোৱা।

॥ ১২২ ॥

লালনৰ পৰা হয় অনেক দুৰ্গুণ
তাড়নেৰে পাৰি বহু সুগুণ লভিব,
সেইহেতু শিষ্যক আৰু পুত্ৰক সকতে
লালন নকৰি লাগে তাডন কৰিব।

॥ ১২৩ ॥

পঞ্চ বৰ্ষ সন্তানক লালন কৰিব
দহ বৰ্ষ কৰিব তাড়ন,
পালেই ষোড়শ বৰ্ষ, কৰিব-সততে
মিত্ৰৰ নিচিনা আচৰণ।

॥ ১২৪ ॥

অন্নদাতা ভয়ত্ৰাতা আৰু কন্যাদাতা
জন্মদাতা বিদ্যাদাতা এই পঞ্চ পিতা।

॥ ১২৫ ॥

নিজ মাতা গুৰুপত্নী
ব্ৰাহ্মণৰ নাৰী আৰু ৰজাৰ বনিতা,
ধেনু ধাত্ৰী বসুমতী
সপ্ত জনা মাতৃ এই লেখত গণিতা।

॥ ১২৬ ॥

নৰৰ নাপিত ধূৰ্ত
কাক ধূৰ্ত পখীৰ মাজত,
পশুৰ শিয়াল ধূৰ্ত
দেৱতাৰ দেৱৰ্ষি নাৰদ।

॥ ১২৭ ॥

অসম্ভৱ কিবা কথা নিজে দেখিলেও
আনৰ আগত তাক নক'ব কোনেও,
পানীত ওপঙে শিল, বান্দৰে নহ'লে
গীত গায় বুলি ক'লে—কোনে সঁচা বোলে।

॥ ১২৮ ॥

একে জুপি সুবৃক্ষই ফুলৰ বাসেৰে
সুবাসিত কৰি থয় সমস্ত বনকে,
বিকশিত কৰি ৰাখে নিজৰ গুণেৰে
একে সুপুত্ৰই যেনে গোটেই কুলকে।

॥ ১২৯ ॥

খোৰোঙত জুই থকা এজোপা গছেই
অগনিৰে নষ্ট কৰে সমস্ত বনকে,
কুপুত্ৰই যেনে ৰূপে নিজৰ দোষেৰে
অকলৈ ধ্বংস কৰে গোটেই কুলকে।

॥ ১৩০ ॥

যি ৰজাই কাৰ্যভাৰ মূৰ্খক বিলায়
ত্ৰিবিধ কুফল তেওঁ তাৰ বাবে পায়,
অপযশ অৰ্থনাশ ইহ জগতত
নৰকপুৰীত বাস মৃত্যুৰ পাচত।

॥ ১৩১ ॥

প্ৰাজ্ঞ জন নিয়োগিলে ৰজাই কামত
লভে ফল তিনি প্ৰকাৰৰ,
যশ লাভ জগতত নিবাস স্বৰ্গত
সমাগম বিপুল ধনৰ।

॥ ১৩২ ॥

সিংহৰে বগৰে পৰা একোটি একোটি
কুকুৰৰ পৰা ছয়, গাধৰ তিনিটি
বায়সৰ পাঁচ আৰু কুকুৰাৰ চাৰি
বাছি বাছি সজ গুণ শিকি ল'ব পাৰি।

॥ ১৩৩ ॥

সকৰেই হওক নতু হওক বৰেই
মানুহে যিহকে কৰ্ম কৰিব খুজিব,
তুৰন্তে কৰিব তাক নথ'ব পেলাই
এইটি সুগুণ লাগে সিংহত শিকিব।

॥ ১৩৪ ॥

দেশ কাল সুযোগৰ ছেগ বুজি চাই
পণ্ডিতে সকলো কাৰ্য সাধিব সদায়,
সকলো ইন্দ্ৰিয় কৰি সংযত বলেৰে
বগলীৰ দৰে থাকি একাগ্ৰ মনেৰে।

॥ ১৩৫ ॥

বহু আশা কৰে অলপতে তুষ্ট হয়
কাৰ্যত বিক্ৰমী প্ৰভুভক্ত অতিশয়,
অলপতে নিদ্ৰা যায় অলপতে জাগে
কুকুৰৰ ছয় গুণ শিকি ল'ব লাগে।

॥ ১৩৬ ॥

অবিশ্ৰামে বয় ভাৰ
ভেদ নাই জাৰৰ জহৰ,
সদায় সন্তোষ ভাব
তিনি গুণ শিকিবাঁ গাধৰ।

॥ ১৩৭ ॥

লক্ষ্যত প্ৰখৰ দৃষ্টি কালত সঞ্চয়
কৰ্তব্যত পৰিহাৰ কৰে লাজ ভয়,
অলপো এলাহ নাই, সতৰ্ক সদায়
এই পাঁচ গুণ বায়সত শিকা যায়।

॥ ১৩৮ ॥

যুদ্ধ কৰা, শুই উঠা প্ৰত্যুষ কালতে
একত্ৰে ভোজন কৰা বন্ধুৰ সহিতে,
বিপদত পৰা তিৰোতাক ৰক্ষা কৰা
এই চাৰি গুণ ল'বাঁ কুকুৰাৰ পৰা।

---

# মেঘনাদ বধ

## প্ৰথম অংক

### ১ম দৰ্শন—প্ৰমোদ কানন

( গীত )

সখীসকল—ধীৰ মেঘদলে ধীৰে ধীৰে ধীৰে থিৰ গগন
ঢাকি যায় ;
ধীৰে দিনকৰে ডাৱৰ ওৰণি ঠেলি
ধীৰেৰে ফুলনি জুমি চায়।
ৰঞ্জি কুঞ্জবন
পুঞ্জ পুঞ্জ ফুল
ফুলিছে ফুলনি জুৰি কায় ;
গুঞ্জি গুঞ্জি ফুল
চুম্বি অলিকুলে
ৰঙেৰে ফুৰিছে মধু খায় ;
জুৰ মলয়া বলে, ধীৰে অমিয়া ঢালে
কুলিয়ে ললিত গীত গাই,
মন বিভোল বনশোভা চাই।

( মেঘনাদ আৰু প্ৰমীলাৰ প্ৰবেশ )

মেঘনাদ—চোৱা দেৱি,
অপৰূপ কাননৰ শোভা।
যেনি চাবা—সুন্দৰ গছৰ শাৰী,
সুন্দৰ লতাৰ মালা ;
গছে গছে লতাই লতাই,
শোভিছে নতুন পাত,
ফুলিছে বিবিধ ফুল ;
বসন্তৰ মৃদু মলয়াই
ধীৰেৰে বিলায়
মধুৰ সুবাস তাৰ।
পাতৰ আঁৰৰ পৰা ৰঙেৰে কুলিয়ে
বৰষিছে থাকি থাকি মধুৰ পঞ্চম।

প্ৰমীলা—তাতে পুনু সুমধুৰ গানে
মনমোহা কাননক
কৰিছে দুগুণে মনমোহা ;
শুনঁা নাথ সখীসকলৰ
মধুৰ সংগীত শুনি,
লাজত কুলিয়ে যেন নেমাতে ঘনাই।

মেঘ—সঁচা দেৱি, সুধাকণ্ঠ যতেক সুন্দৰী ;
গোৱা সখি, নিমাতে থাকিলা কিয় ?
ধৰা পুনু কোমল সংগীত।

( গীত )

সখীসকল—মোহন মোহিনী মুৰতি কেনে
চোৱা হে মধুৰ মিলন।
জোনে জোনে কিনো যেন,
মিলিছে বিতোপন,
চোৱা হে মধুৰ মিলন।
প্ৰেমিক-প্ৰেমিকা সংগ
উথলে প্ৰেম তৰংগ
চোৱা হে প্ৰেমৰ ৰংগ
জুৰোৱা নয়ন।

( দূত )

দূত—যুৱৰাজ শোকৰ বাতৰি অতি !
দুৰন্ত ৰণত আজি
বীৰবাহু কোঁৱৰ পৰিল !

মেঘ—কি ! কি ! বীৰবাহু পৰিল ৰণত
অস্ত গ'ল দিনমণি ভৱ দুপৰত,

ধুনীয়া গোলাপ কলি ঢোপাতে সৰিল।
বীৰবাহু বীৰচূড়ামণি,
কলৈ পলালা ভাই,
কি পাপত হেৰুৱালোঁ তোমাক অধমে?
মহাৰাজ লংকেশ্বৰে,
পুত্ৰপ্ৰাণা চিত্ৰাগংদা জননীয়ে
কিৰূপে সহিব এই নিদাৰুণ শোক।
কোৱা দূত, কোনে বিনাশিলে সুৰথীক?

দূত—যুৱৰাজ,
ৰামৰ শৰত বীৰে এৰিলে জীৱন।

মেঘ—আচৰিত কথা।
সিদিনা ৰণত, এই হাতেৰেই
খণ্ড খণ্ড কৰি মই কাটিলোঁ ৰামক।

দূত—পৰম মায়াবী ৰাম,
মৰি প্ৰাণ পালে পুনৰপি

মেঘ—অদ্ভুত কাহিনী।
ক্ষুদ্ৰপ্ৰাণী দুৰন্ত মাযাবী
পাবি সমুচিত প্ৰতিফল আজি।

দূত—লংকাপতি শোকত ব্যাকুলমতি
নিজে আজি কৰিব সমৰ।
মন্ত্ৰীয়ে পঠালে মোক,
নিবেদিলোঁ সমাচাৰ:
কৰা প্ৰভু উচিত যি হয়।

মেঘ—ইন্দ্ৰজিত থাকোঁতে জীযাই,
বনবাসী ক্ষুদ্ৰজীৱী ৰাঘৱেৰে
আপুনি কৰিব ৰণ ৰাক্ষসপতিয়ে।
যোৱা তুমি মন্ত্ৰীক বাতৰি দিয়াঁ,
নিবাৰক খন্তেক ৰজাক,
নিমিষতে উতৰিম মই।

(দূতৰ প্ৰস্থান)

শত ধিক্ মোৰ প্ৰতি!
বেঢ়ি আছে লংকাপুৰি প্ৰবল শত্ৰুৱে
দিনে দিনে হৰিছে কুলৰ মান
কৰিছে ভীষণ ৰণ—হত যি ৰণত
মহাবাহু অতিকায়,
দুৰ্জয় তৰণীসেন,
মৃত্যুঞ্জয়ী পৰাক্ৰমী কুম্ভকৰ্ণ বলী
প্ৰাণৰ অনুজ
বীৰশ্ৰেষ্ঠ বীৰবাহু মহাৰথী।
বীৰহীনা হ'ল বীৰভূমি।
আপুনি ওলাল ৰজা ৰণৰ কাৰণে;
ৰমণীৰ সমাজত, প্ৰমোদবনত,
বিলাস ভুগিছোঁ মই নিচিন্ত মনেৰে।
এই ব্যৱহাৰে,
যুৱৰাজ মই সুৱৰ্ণ-লংকাৰ,
শোভেনে অলপো মোক?
যোৱা সখি,
আজ্ঞা কৰা সাৰথিক,
তুৰন্তে আনক ৰথ;
গুচাম কলংক আজি
ৰিপুকুল সমূলি নিৰ্মূল কৰি।

(সখিসকলৰ প্ৰস্থান)

প্ৰমীলা—ক্ষমা কৰা প্ৰাণনাথ,
স্বভাৱতে ভয়াকুল নাৰীৰ হৃদয়;
যতেক তপত হোক,
নুমায় অগনি তেও সদায় পানীয়ে।
প্ৰবেশিবাঁ ৰণত দুনাই,
লাগে ভয়, নেমানে প্ৰবোধ
অবলাৰ অবোধ পৰাণে।

মেঘ—নাই ভয়, নকৰা আশংকা দেবি,
বীৰপত্নী বীৰৰ দুহিতা তুমি,
বীৰকাৰ্য নকৰা বাৰণ;
ভ্ৰাতৃঘাতী অৰিৰ ৰক্তেৰে কৰি
ভ্ৰাতৃৰ তৰ্পণ,
তুৰন্তে আহিম ঘূৰি;
আহাঁ এবে কৰোঁ শীঘ্ৰে ৰণৰ কাচোন।

(দুইৰো প্ৰস্থান)

২য় দর্শন—কক্ষ

( ৰাৱণ আৰু মন্ত্ৰী )

মন্ত্ৰী—মহাৰাজ, পণ্ডিতৰ শিৰোমণি
বুদ্ধিৰ সাগৰ তুমি,
সুবিজ্ঞ সুদীৰ্ঘদৰ্শী লংকাধিপতিক
বুজাবৰ কি সাধ্য দাসৰ ?
আছে কিন্তু কাকুতিৰ অধিকাৰ মোৰ
ক্ষমা কৰাঁ অপৰাধ,
ৰাখা প্ৰভু দাসৰ বচন,
এৰাঁ এই দুৰন্ত সমৰ।
প্ৰদান্ ৰামৰ সীতা ৰামক দুনাই ;
ন্যায়বান জ্ঞানবান ৰাম,
আনন্দেৰে পৰিহৰি ৰণ
অৱশ্যে সীতাক লৈ কৰিব প্ৰস্থান ;
নিশংকিত হ'ব লংকাবাসী,
শান্তিৰ শীতল ছায়া
দুনাই পৰিব এই সুবৰ্ণপুৰিত।

ৰাৱণ—মন্ত্ৰী, কোনে বোলে চতুৰ তোমাক ?
সুৰাসুৰ নাগ যক্ষ নৰক বিমুখি,
ত্ৰিজগত জিনিলোঁ বলেৰে
অক্ষয় কীৰিতিস্তম্ভ স্থাপিলোঁ মহীত,
ভাবি চোৱা ৰাক্ষসকুলৰ দৰে
কাৰ আছে জগতত অতুল যশস্যা।
ৰণ এৰি সমৰ্পিলে ৰামক জানকী,
চূৰ্ণ হ'ব কীৰ্তিৰাশি,
বীৰৰ জীৱন মোৰ
পৰশিব ভীৰুতাৰ ঘৃণিত ছায়াই
নিজে আজি কৰিম সমৰ,
জনম লভিলে হয় মৰণ এদিন
যায় যাব ৰণত জীৱন,
বীৰকাৰ্য সাধি,
বীৰৰ বেশেৰে,
বীৰৰ শয্যাত পৰি জীৱন এৰিম ;
এনে মৃত্যু চিৰকাল বীৰৰ বাঞ্ছিত।
যাওক জীৱন মোৰ,
নেৰোঁ তেও যশস্যা কদাপি ;
ৰাৱণৰ কীৰ্তিস্তম্ভ
থাকক অনন্তকাল
অচল অটল হৈ বিশ্ব জগতত।

( মেঘনাদৰ প্ৰবেশ )

মেঘ—মহাৰাজ, ৰাঘৱক বিনাশি সিদিনা,
নিচিন্তে আছিলোঁ দাস পুৰিৰ বাহিৰে ;
এই মাথোঁ পালোঁ সমাচাৰ—
মহাৰাজে নিজে আজি কৰিব সমৰ ;
শুনিলোঁ অদ্ভুত কথা—
পুনৰপি জীলে ৰাম অদ্ভুত মায়াবী ;
শুনিছোঁ সকলো ৰণৰ সম্বাদ ;
কিন্তু, কৰোঁ নিবেদন, নেদেখোঁ শোভন
মহাৰাজে আপুনি সংগ্ৰাম কৰা ;
কৰোক আদেশ মাত্ৰ
ততালিকে কৰি আহোঁ অ-ৰাম ভুৱন।
কালান্তক মুৰতিৰে
প্ৰবেশি সমৰস্থল,
বৰষি ভীষণ শৰ,
মুহূৰ্ততে কৰোঁ আজি
প্লাবিত সুবৰ্ণলংকা শত্ৰু শোণিতেৰে ;
নতুবা পাশেৰে বান্ধি অধম ৰামক
সবান্ধৱে দিওঁ আনি ৰাজীৱ পদত।

ৰাৱণ—নকৰাঁ বাৰণ মোক ;
প্ৰতিহিংসা অগনিয়ে দহিছে হৃদয়,
নিজৰ হাতেৰে ঢালি শত্ৰুৰ শোণিত,
খন্তেক নুমাওঁ সেই দোৰ্দোৰ অনল।

মেঘ—বৰ্তমান থাকোঁতেই ই দাস,
সামান্য ৰামেৰে যদি

নিজে ৰণ কৰে লংকেশ্বৰে,
টুটিব নিশ্চয় এই
চিৰ-বীৰ প্ৰসৱিনী লংকাৰ গৌৰৱ ;
ইন্দ্ৰই হাঁহিব,
ই দাসৰ প্ৰাণে নসহিব,
দেৱৰ সমাজে পাৰ নথৈ আশয়।
প্ৰভু, নকৰিব মনত সংশয়,
লাগে মাত্ৰ আশীৰ্বাদ শ্ৰীপদৰ,
নিশ্চয় জিনিম দাসে ;
শ্ৰীচৰণ-প্ৰসাদত
ৰাঘৱক দুবাৰ জিনিছোঁ।
তৃতীয় বাৰেৰে হোক নিবাৰ ইবাৰ।

ৰাৱণ—ৰখানো তোমাক বাছা ;
নিতান্ত যাবাই যদি,
অগ্নি দেৱতাক পূজি
লোৱাঁ আজি মনোমত বৰ ;
কালি পুৱা পশিবা ৰণত।

মেঘ—শিৰোধাৰ্য প্ৰভুৰ আদেশ।

ৰাৱণ—মন্ত্ৰী, স্থগিত থাকিব আজি ৰণ,
কৰাঁ তুমি আদেশ প্ৰচাৰ।

মন্ত্ৰী—যিবা আজ্ঞা মহাৰাজ।

( সকলোৰে প্ৰস্থান )

## ৩য় দৰ্শন—কৈলাস কানন

( ভগৱতী আৰু ইন্দ্ৰ )

ভগৱতী—দেৱপতি,
কিয়বা আহিলা আজি দেৱপুৰি ত্যেজি ?

ইন্দ্ৰ—জানি শুনি অন্তৰৰ ভাৱ,
হে অন্তৰ্যামিনী
কিয় কৰাঁ ছলনা দাসক ?
লংকাৰ ৰণত,
দুৰন্ত দানৱ মেঘনাদ মায়াবীক
লংকেশ্বৰে পুনৰপি আজি
সেনাপতি ৰণত বৰিছে।
যজ্ঞ কৰি, তুষিব অগ্নিক আজি,
লভিব অভীষ্ট বৰ ; কালি পুৱা,
পশিব সমৰস্থল দুৰ্জয় দানৱ,
দ্বিগুণে দুৰ্জয় হৈ অগ্নিৰ বৰত
নিকুম্ভিলা যজ্ঞ পূৰ্ণ কৰি
লভিলে অগ্নিৰ বৰ,
যক্ষ ৰক্ষ অমৰ মানৱ নাগ,
কাৰ সাধ্য বিমুখিব তাক ?
জানিছোঁ এতেকে, কালিৰ ৰণত,
ৰাঘৱৰ নিশ্চয় বিনাশ।

নমৰিল দুৰ্মতি ৰাৱণ ;
নমৰিল মেঘনাদ দেৱদ্ৰোহী,
দেৱকাৰ্য নহ'ল সফল,
নুগুচিল দেৱকুল ৰাক্ষসৰ দাস।
দয়াময়ী দুৰ্গতিহাৰিণী তুমি
তোমাৰ বাহিৰে,
কোনে নিবাৰিব আৰু দেৱৰ দুৰ্গতি ?
যুগে যুগে দেৱতাক
অসুৰৰ ভয়ত ৰাখিছা,
ইবাৰো কৰুণা কৰি,
কৰা ত্ৰাণ জগতত্তাৰিণী ;
দিয়া মহামায়া,
মেঘনাদ বধৰ উপায়।

ভগৱতী—লংকাপতি প্ৰিয়ভক্ত মহেশৰ,
ত্ৰিশূলীয়ে অতি স্নেহ কৰে ৰাৱণক ;
তাৰ অমংগল, কোৱাঁ সুৰপতি,
পাৰোঁনে কৰিব মই ?
মগ্ন আছে দেৱদেৱ দুৰ্ঘোৰ তপত

সেইহে পাৰিছে ৰামে ৰণত জিকিব,
নহ'লে, হে দেৱপতি, কাৰ সাধ্য
বিৰোধ ভাৱেৰে পাৰে লংকাত সোমাব?

ইন্দ্ৰ—পৰম অধৰ্মচাৰী ৰাৱণ দুৰ্মতি
জগতত সুবিদিত অত্যাচাৰ তাৰ;
শান্তি দূৰ কৰিছে ধৰাৰ
দুষ্টক তাৰিছে,
সাধুক পীড়িছে,
ধাৰ্মিকৰ ধৰ্ম বিনাশিছে:
হৰিছে ধনীৰ ধন, মানীৰ সন্মান,
পতিব্ৰতা অবলাৰ সতীত্ব ৰতন।
এনে দুৰন্তক,
নোৱাৰোঁ বুজিব দাসে,
কিয় দয়া কৰাঁ মাতৃ দুৰন্তদমনি।

ভগৱতী—সুৰপতি,
সাধ্যাতীত কাৰ্য মই সাধিম কিৰূপে:
ৰক্ষকুল শিৱৰ ৰক্ষিত,
তেওঁৰ বাহিৰে এই বিশ্ব ব্ৰহ্মাণ্ডত,
নোৱাৰে পূৰাব কেৱে তোমাৰ কামনা
যোগেশ্বৰ পশুপতি
যোগাসন পৰ্বতত নিমগ্ন যোগত;
অতি ওখ ভীষণ পৰ্বত সিটো,
ভীষণ অৰণ্যময় দেৱৰ দুৰ্গম।
কিৰূপে পশিবা তাত,
মহেশক ভেটিবা কিৰূপে?

ইন্দ্ৰ—দয়াময়ি ভগৱতী, তোমাৰ বাহিৰে,
কোনে বাৰু বিধানিব উপায় ইয়াৰ?
কৰা যদি জগতৰ মংগল সাধন,
বৃদ্ধি কৰা ধৰ্মৰ মহিমা,
কৃপা কৰি, কৃপাময়ি
মহেশক ভেটোৱা দাসক।

ভগৱতী—হে মহেন্দ্ৰ,
জগতৰ মংগলৰ বাবে
সাধিম দুৰূহ কাৰ্য আজি,
যোগেন্দ্ৰৰ যোগভংগ কৰিম নিশ্চয়
আহাঁ যাওঁ যোগাসন গিৰিলৈ,
ধ্যান ভাঙি, মিনতিৰে ভুলাই ভোলাক
দেৱকাৰ্য কৰিম সাধন।
অনায়াসে কিন্তু, নোৱাৰা পশিব তাত
প্ৰদানিম মহাশক্তি তেজ মই
তেজৰ বলত,
সুগম লাগিব সেই দুৰ্গম পৰ্বত।

ইন্দ্ৰ—যিবা আজ্ঞা মহামায়া;
অপাৰ তোমাৰ কৃপা অধমৰ প্ৰতি।

(দুইবো প্ৰস্থান)

## ৪ৰ্থ দৰ্শন—যোগাসন পৰ্বত

(ভগৱতী আৰু ইন্দ্ৰ)

ভগৱতী—এয়ে সেই যোগাসন গিৰিবৰ;
তুৰন্তে পালেহি, মাত্ৰ
মহাশক্তি তেজৰ বলত।
ইয়াতে, হে দেৱপতি,
নিমগন পশুপতি দুৰ্বোধ ধ্যানত।

ইন্দ্ৰ—ভীষণ পৰ্বত, জনপ্ৰাণীহীন;
অগাধ অৰণ্য ভয়ংকৰ স্থল!
যোগাসন উপযুক্ত নাম,
যোগেন্দ্ৰৰ সুযোগ্য যোগৰ স্থান।
কোৱাঁ মহামায়া,
কেনি আছে বিশ্বনাথ; কিহেতু নেদেখোঁ?

ভগৱতী—ভক্তিভাৱে চিন্তা কৰাঁ শিৱৰ চৰণ;
অনুকম্পা নহ'লে হৰৰ,
কিৰূপে দৰ্শন পাবা?
যাওঁ মই, ভংগ কৰোঁ ধ্যান;

স্তুতি মিনতিৰে
তুষিবা ভোলাক,
তুষ্ট হ'ব আশুতোষ,
দিব দেখা প্ৰদানিব বৰ.
পূৰ্ণ হ'ব নিশ্চয় কামনা।

(প্ৰস্থান)

(গীত)

ইন্দ্ৰ—জয়জগবন্দন, কৃতান্ত বাৰণ
ভৱভয়হাৰী দেৱ দিগম্বৰ।
মুনীন্দ্ৰৰঞ্জন, দুৰন্তমৰ্দন
মোহান্ধতাৰণ হৰ মহেশ্বৰ।
অচল অতল অগাধ অপাৰ
যোগজ্ঞানময় অজৰ অমৰ;
কল্-কল্ ধল্-ধল্ গংগাভাৰধৰ
কৰাঁ হে কৰাঁ হে দয়া তাপিত কিংকৰ।

(পৰ্বতৰ ওপৰত শিৱ আৰু ভগৱতীৰ আবিৰ্ভাৱ)

শিৱ—সুৰপতি জানো মই তোমাৰ বাসনা।
যোৱা শীঘ্ৰে, আছে য'ত মায়াদেৱী
জগত মোহিনী,
শুনাবা আদেশ মোৰ,
বিধানিব উপায় মায়াই।
মায়াৰ মায়াত
সুলক্ষণ লক্ষ্মণ বলীয়ে
নাশিব দুৰ্জ্জয় বীৰ
মেঘনাদ সুৰথীক।
কৰ্মফল ভোগক বাৰণে;
ৰক্ষকুল মজক সমূলে;
দেখোক জগতে
অধৰ্মৰ প্ৰতিফল, ধৰ্মৰ মহিমা।
ইচ্ছাময়ি, হোক ইচ্ছা পূৰণ তোমাৰ।

(শিৱ আৰু ভগৱতীৰ অন্তৰ্ধান)

ইন্দ্ৰ—ধন্য ধন্য দয়াময়,
কৰিলা অপাৰ দয়া কিংকৰৰ প্ৰতি!
পশুপতি, কৰিছোঁ মিনতি,
লৈৰিবা কৰুণা,
দিবা যেন পদছায়া দাসক সদায়।

(প্ৰস্থান)

## ৫ম দৰ্শন—প্ৰমোদ কানন

(প্ৰমীলাৰ প্ৰবেশ)

(গীত)

প্ৰমীলা—তোমাৰেহে ছবিটিকে দেখোঁ মাথোঁ। যেনি চাওঁ,
তোমাৰেহে কথা ভাবি ভাবতে ওপঙি যাওঁ
দেখিলে বিভোল হওঁ
নিজকে পাহৰি যাওঁ
তথা লাগি চাই চাই কিবা বুলি কিবা কওঁ
এফেৰি আঁতৰি গ'লে
একো যুগ একো কালে
নেজানো কিহেৰে টানা, যতে থাকোঁ উৰি যাওঁ

(বাসন্তীৰ প্ৰবেশ)

প্ৰমীলা—সখি,
বনৰ সুন্দৰ শোভা,
ৰমণীৰ মধুৰ সংগীত,
ৰসময়ী ৰংগিণীৰ ৰসাল ৰহস্য
একোতে নপৰে মোৰ মন।
অকস্মাৎ কান্দিছে পৰাণে আজি,
থাকি থাকি কঁপিছে হৃদয়,
লাগিছে সংশয়, কিবা যেন হয়,
কিবা যেন বিপদত পৰিম নিশ্চয়;
সমীৰণে, ঘনে ঘনে,

কয় যেন কাণে কাণে মোৰ—
"সাৱধান সাৱধান পালেহি বিপদ।"
"তুৰন্তে আহিম" বুলি গ'ল প্ৰাণনাথ,
ৰঙা বেলি যাৰ গ'ল
ৰাতিৰ এন্ধাৰ হ'ল
তেওঁ হায় নাহিল উভতি।
কোৱা সখি, কিয়নো নাহিল নাথ?

বাসন্তী—নেজানো কি বাবে সখি পলম কৰিছে
কিন্তু দূৰ কৰা চিন্তা তুমি;
মহেন্দ্ৰৰ ভীষণ বজ্ৰয়ো
নোৱাৰে ভেদিব যাৰ দুৰ্জয় শৰীৰ;
সুৰাসুৰ নাগ নৰ
সমূহে মিলিও
নোৱাৰে তম্ভিব যাৰ শৰৰ আগত,
বিক্ৰমত যাৰ স্তব্ধ ত্ৰিভুবন
ত্ৰিলোক বিজয়ী চিৰ-ৰণজয়ী,
দুৰ্দান্ত প্ৰতাপী সেই
অদ্বিতীয় বীৰৰ কাৰণে
কিয় ভয় কৰা অকাৰণে;
পৰিহৰা মনোহৰা অলীক ভাবনা,
ৰাঘৱক নাশি
কুশলে কোঁৱৰ দেৱী আহিব এতিয়া।

প্ৰমীলা—মনে মোৰ নেমানে অলপো;
আকৌ নেদেখোঁ যানে নাথৰ চৰণ,
নিশ্চয় জানিবা সখি,
শীতল নহয় মোৰ বিকল পৰাণ।
ওলোৱা সুন্দৰী,
যাওঁ ব'লা লংকাপুৰীলৈ।

বাসন্তী—ৰাঘৱৰ দুৰ্জয় কটকে
ৰোধিছে লংকাৰ দ্বাৰ, বেঢ়ি আছে পুৰী
পুৰীৰ চৌপাশ জুৰি, ঘূৰিছে সততে
সুসজ্জিত লক্ষ লক্ষ ভীষণ সৈনিক
—ভীমপ্ৰহৰণধাৰী ভীষণমূৰতি,
হে অবলা, কি বলেৰে পশিবা পুৰীত,
কিৰূপে লংঘিবা, সেই অলংঘ্য কটক?

প্ৰমীলা—কি কোৱা বাসন্তী,
সাগৰত পৰোঁ বুলি,
ওলায় যেতিয়া নদী পৰ্বত বিদাৰি,
কাৰ সাধ্য ৰোধে তাৰ গতি?
ৰক্ষৰ ৰোৱাৰী মই দানৱ-জীয়ৰী,
মেঘনাদ স্বামী মোৰ ৰাৱণ শহুৰ;
মইনো কৰোঁনে ভয় ভিক্ষুক ৰামক
বীৰৰ দুহিতা মই বীৰৰ গৃহিণী,
বীৰ-ৰক্তে প্ৰৱাহিত প্ৰতি সিৰে মোৰ;
প্ৰকাশি বীৰৰ তেজ, বীৰৰ ভাৱেৰে,
বাহুৰ বলেৰে আজি পশিম পুৰীত;
চাওঁ বাৰু কিৰূপে নিবাৰে মোক ৰামে।
যোৱা তুমি, আনা মাতি সকলো সখীক;
ৰণৰ সাজেৰে শীঘ্ৰে আহক সকলো।

বাসন্তী—যিবা আজ্ঞা দেৱী।

(প্ৰস্থান)

প্ৰমীলা—হে দেৱী, করুণাময়ী বিতৰা করুণা,
কৰা কৃপা কৃপাময়ী দাসীক তোমাৰ;
অবলাৰ দুৰ্বল বাহুত
প্ৰদানঁা অপাৰ বলহে বলদায়িনী;
হৰা ভয় ভয়হৰা,
হৰা দেৱী নাৰীৰ ভীৰুতা মোৰ
দিয়ঁা মোক অপাৰ সাহস;
আৰ্বিভাৱা ৰণচণ্ডী,
তনয়াৰ ৰক্ষাৰ কাৰণে;
দিয়ঁা জয় অবলাক বিজয়দায়িনী।

॥ প্ৰথম অংক সমাপ্ত ॥

---

## দ্বিতীয় অংক

### ১ম দৰ্শন—শিবিৰৰ দাঁতি

( প্ৰমীলা, বাসন্তী, নৃমুণ্ডমালিনী আৰু সখীসকল )

বাসন্তী—চোৱা দেৱী,
দূৰত শোভিছে সৌ লংকাৰ তোৰণ,
ৰোধিছে প্ৰৱেশ পথ শত্ৰুৰ কটকে ;
গহীন পুৱতি ৰাতি, নিমাত সকলো,
নিস্তব্ধ শিবিৰ ;
থাকি থাকি উঠিছে শব্দ মাথোঁ
নিদ্ৰাহীন প্ৰহৰীৰ অথিৰ খোজৰ।
সমস্ত দিনৰ এই দাৰুণ ৰণত
অশেষ ভাগৰ ভুগি,
নিদ্ৰাৰ কোলাত নিচিন্ত মনেৰে পৰি ;
শান্তি, সুখ লভিছে সৈনিকে।
নিদিওঁ সম্বাদ একো,
হঠাৎ আক্ৰমো আহাঁ শত্ৰুৰ শিবিৰ।

প্ৰমীলা—নহয়, নক'বা সখী,
বীৰোচিত কাৰ্য ইটো নহয় কদাপি।
শুনা যত সখী অভিপ্ৰায় মোৰ—
পঠিয়াওঁ দূতী, খোজোঁ পথ ৰাঘৱক ;
পথ পালে নাই প্ৰয়োজন বিবাদৰ ;
কিন্তু, ঘটাই বিবাদ যদি,
যদিহে সমৰ হয়,
বীৰৰ দৰেৰে তাক লাগিব জিনিব।
বিকত কটক কাটি
ৰিপুৰ বিপুল দল ছিন্ন-ভিন্ন কৰি,
বাহুৰ বলেৰে মই পশিম পুৰীত,
নতুবা ত্যজিম প্ৰাণ ভীষণ ৰণত ;
এই মোৰ অব্যৰ্থ প্ৰতিজ্ঞা।

সকলোৰে—জয় মহাৰাজ লংকাপতিৰ জয় !
জয় মহাৰাজ লংকাপতিৰ জয় !
জয় মহাৰাজ লংকাপতিৰ জয় !

প্ৰমীলা—আমালোক দানৱ-দুহিতা,
বাহিৰে মধুৰ হাঁহি,
মনোময় কোমল শৰীৰ,
মোহিনী অবলা বেশ ;
অন্তৰত ঘোৰ বীৰ ভাব,
অদম্য সাহস, অদ্ভুত শকতি ;
বীৰৰ তেজেৰে পূৰ্ণ হৃদয় আমাৰ।
নেৰে যদি সুকলমে পথ,
আহাঁ সবে চাওঁ আজি বীৰত্ব বাসৱ,
ৰক্ষা কৰোঁ লংকাৰ গৌৰৱ,
জগতত অদ্বিতীয় দৃষ্টান্ত ৰখাওঁ।
বিদ্যুৎ-বিক্ৰমা,
বিদ্যুৎ বেগেৰে পৰা শত্ৰুৰ মাজত ;
প্ৰকাশোঁ বিক্ৰম আজি ৰক্ষমহিলাৰ।

সকলোৰে—প্ৰকাশোঁ বিক্ৰম আজি ৰক্ষমহিলাৰ।

( হনুমানৰ প্ৰৱেশ )

হনুমান—কোনে এই মহানিশা মৃত্যুক মাতিছে ?
কাৰ আয়ু হ'ল শেষ ?
নেজাননে ই দুৱাৰ হনুৰ ৰক্ষিত—
যি নাম শুনিলে, শোৱে ৰক্ষশিশু,
পলায় ৰাক্ষস সেনা
সভাৰ মাজত,
ৰক্ষপতি কঁপে থৰ-থৰি ?
কি হেতু নাৰীৰ বেশ ধৰিলে দুৰ্মতি ?
জানো মই ৰক্ষকুল পৰম মায়াবী,
মায়াময় লংকাপুৰী ;
কিন্তু হনুমান মই,
চূৰ্ণ কৰোঁ মায়াবল বাহুৰ বলেৰে।

নৃমুণ্ডমালিনী—নাই ভয় নকৰ সংশয়,
নোতোলোঁ, নধৰোঁ অস্ত্ৰ তোৰ প্ৰতি আৰি,
এই যে শানিত অস্ত্ৰ,
বীৰৰ যুদ্ধৰ হেতু যত্নেৰে নিৰ্মিত,

দুৰ্বলৰ গাত মাৰি,
নকমাওঁ গৌৰৱ ইয়াৰ।
ক্ষুদ্ৰ প্ৰাণী—কি হ'ব বধিলে তোক?
দিলোঁ এৰি, পালি প্ৰাণ পলা বনচৰ।
বাঞ্ছা যদি কৰে ৰণ, আন মাতি,
বালিবধকাৰী ৰাঘৱ বীৰক তোৰ,
শূৰ্পণখা জয়ী সেই লক্ষ্মণ শূৰক,
লংকাৰ সুযোগ্য পুত্ৰ
বিভীষণ মহাত্মাক।
বীৰাংগনা প্ৰমীলা সুন্দৰী এই,
মহেন্দ্ৰবিজয়ী অৰিন্দম
মেঘনাদ শূৰৰ ললনা;
কৰোক সমৰ আহি সাধ্য আছে যদি

হনুমান—(স্বগতঃ) অদ্ভুত ঘটনা!
ধন্য ধন্য স্বৰ্ণলংকা গৌৰৱ তোমাৰ।
অপূৰ্ব দৃষ্টান্ত এনে,
জগতত তোমাতেহে সম্ভৱ মাথোন!
মন্দোদৰী সীতা আদি কৰি,
সুন্দৰী যুৱতী মই অনেক দেখিছোঁ;
কিন্তু,
ভীষণ বীৰত্ব আৰু অতুল লাৱণ্য
সমানে মিহলি থকা
বিচিত্ৰ সৌন্দৰ্য ৰাশি
প্ৰথম দেখিলোঁ এই;
ধন্য মেঘনাদ—
যি মেঘৰ কণ্ঠত শোভিছে
প্ৰেমময়ী লতা এই প্ৰমীলা বিজুলী।
জগতৰ ৰক্ষাৰ কাৰণে
বিধিয়ে নিৰ্মাণি এই সোণৰ শিকলি
থৈছে বান্ধি মেঘনাদ দুৰ্জয় বলীক
যমুনাৰ সুশীতল অগাধ পানীত
কৌশলেৰে ৰাখিছে বুৰাই
বিষধৰ ভীষণ ফণীক;
মেঘৰ ধাৰাৰে,
নিবাৰিছে ঘোৰ দাবানল
নিৰাপদে কৰিছে বসতি
স্বৰ্গত অমৰে পৃথিৱীত নৰে,
পাতালত পাতালবাসীয়ে
(প্ৰকাশ্যে) হে সুন্দৰী,
ৰক্ষপতী অৰি ৰাঘৱৰ;
সেই হেতু অলংঘ্য সাগৰ লংঘি,
পশিছে লংকাত ৰঘুনাথ
তুমি দেৱী, ৰাঘৱৰ শ্ৰদ্ধাৰ ভাজন
তোমাৰ লগত সতি,
নাই একো বিবাদ ৰামৰ—
দয়াৰ সাগৰ, উদাৰ প্ৰকৃতি,
উচ্চমতি অতি ৰঘুপতি।
হনুমান মই, ৰামৰ কিংকৰ,
কোৱা গুণৱতী কিহেতু আহিলা তুমি,
নিবেদিম শীঘ্ৰে মই ৰামৰ পদত।

প্ৰমীলা—ৰঘুপতি পতিৰ অৰাতি মোৰ;
তেও বুলি কিন্তু মই তেওঁৰ লগত,
অনৰ্থক নকৰোঁ বিবাদ।
পতি মোৰ বীৰেন্দ্ৰকেশৰী,
নিজৰ বলতে তেওঁ ভুৱনবিজয়ী;
তেওঁৰ সলনি মোৰ
নাই প্ৰয়োজন যুজিবৰ।
যাব এই দূতী মোৰ তোমাৰ লগত,
নিবেদিব ৰাঘৱক অভিপ্ৰায় মোৰ।
যোৱা শীঘ্ৰে বীৰবৰ,
অপেক্ষি থাকিম আমি সমৰ ভূমিত।

(একালে হনুমান আৰু নৃমুণ্ডমালিনীৰ আৰু ইফালে আনবিলাকৰ প্ৰস্থান)

২য় দৰ্শন—শিবিৰ

( ৰাম আৰু বিভীষণৰ অৱস্থান। লক্ষ্মণৰ প্ৰৱেশ )

লক্ষ্মণ—আচৰিত কথা ৰঘুনাথ,
হঠাৎ দেখিলোঁ মই অদ্ভুত সপোন—
সুমিত্ৰা জননী আহি, শিতানত বহি,
ক'লে ই দাসক যেন—
"লংকাৰ উত্তৰ ফালে, বনৰ মাজত,
মনোহৰ আছে সৰোবৰ ;
বিৰাজে পাৰতে তাৰ
স্বৰ্ণময় চণ্ডীৰ মন্দিৰ
উঠি শীঘ্ৰে গৈ অকলৈ,
স্নান কৰি সেই সৰসীত,
কৰ পূজা দেৱীৰ চৰণ :
তেওঁৰ কৃপাত,
বিনাশিবি মেঘনাদ বীৰক নিশ্চয়।"
পালোঁ সাৰ, মেলিলোঁ নয়ন,
তুৰন্তে আহিলোঁ শয্যা এৰি ;
সাক্ষাৎ দিঠক যেন লাগিছে তেনেই।
নিবেদিলোঁ শ্ৰীপদত,
কৰাঁ আজ্ঞা ৰঘুনাথ উচিত যি দেখা।

ৰাম—নোৱাৰোঁ বুজিব একো ;
কোৱা মিত্ৰ, আছেনে মন্দিৰ তেনে?
অচিন অজান এই লংকা নগৰীত,
তুমি মাত্ৰ নয়ন আমাৰ।

বিভীষণ—অদ্ভুত সপোন।
আছে হয় ৰঘুমণি,
লংকেশ্বৰে নিজে মাথোঁ
পূজে তাত চামুণ্ডা দেৱীক।
ঘোৰ মায়াময়, জয়াৰ সি ঠাই,
কোনো আৰু নেযায় ভয়ত।
দুৱাৰত কাননৰ,
দুৱৰী ৰূপেৰে থাকে স্বয়ং শংকৰ।
পূজিলে দেৱীক তাত,
পূৰ্ণ হয় মনৰ কামনা,
জয় লাভ হয় জগতত ;
সাহত নিৰ্ভৰ কৰি,
পাৰে যদি প্ৰৱেশিব বনত লক্ষ্মণ,
পূৰ্ণ হ'ব মনোৰথ
নিশ্চয় জানিবা।

লক্ষ্মণ—আজ্ঞা পালে শ্ৰীপদৰ,
অনায়াসে ৰক্ষৰাজ পশিম বনত,
কাৰ সাধ্য নিবাৰিব লক্ষ্মণৰ গতি?

ৰাম—চোৱা মিত্ৰ,
কোন আহি অকস্মাৎ পশিল শিবিৰ?
গম্ভীৰ প্ৰকৃতি, মূৰ্তি মনোহৰ,
মণিময় আভৰণে
কৰে শোভা বিতোপন সুন্দৰ দেহত ;
সাৱধান প্ৰহৰীৰে
যতনেৰে ৰক্ষিত দুৱাৰে
অলক্ষিতে আহি কিৰূপে।

( চিত্ৰৰথৰ প্ৰৱেশ )

চিত্ৰৰথ—জয় লভা ৰঘুৰাজ,
পূৰ্ণ হোক চিৰকাল বাসনা তোমাৰ।

ৰাম—অমৰ-পুংগৱ
অমৰ নহ'লে, কিয় হ'ব
অপৰূপ ৰূপৰ জেউতি এনে,
কাৰ হ'ব পাৰে এনে অদ্ভুত মহিমা—
অশেষ পুণ্যৰ গুণে
পালোঁ আজি চৰণ দৰ্শন
নাই স্বৰ্ণ সিংহাসন, কি দিম আসন
ভিখাৰী ৰাঘৱ প্ৰভু ;
কৃপা যদি কৃপাময় কৰিলা দাসক
পদাৰ্পিলা পৰ্ণ কুটীৰত
বহাঁ প্ৰভু পৰা আছে কুশাসন ;

দিয়া পৰিচয়
কোন্ মহাজন কোন প্ৰয়োজন
কৰিম সাধন,
কিৰূপে কৰিম মোৰ সফল জীৱন।
চিত্ৰৰথ—নাম মোৰ শুনা ৰঘুপতি,
দেৱেন্দ্ৰৰ চিৰ অনুচৰ মই;
সমস্ত গন্ধৰ্বকুল মোৰ অধীনত।
এই যে দেখিছা অস্ত্ৰ ধৰ্বা বীৰমণি,
পঠিয়ালে মহেন্দ্ৰই লক্ষ্মণৰ প্ৰতি
যিকালত দুৰন্ত তাৰকাসুৰে
কাঢ়ি ল'লে স্বৰ্গ ৰাজ্য ইন্দ্ৰক বিমুখি;
বিস্তাৰিলে জগতত ঘোৰ অত্যাচাৰ
জগতৰ ৰক্ষাৰ কাৰণে,
নিৰ্মিলে ইসৱ অস্ত্ৰ স্বহস্তে শংকৰে,'
ৰুদ্ৰ-তেজোময় কৰি।
যতনেৰে অতকাল
ৰাখিছিল মায়াই সামৰি
ইয়াৰ বলতে,
তাৰকাসুৰক নাশ কৰিলে কাৰ্তিকে;
এতিয়াও ইয়াৰ বলতে,
বিনাশিব ৰাৱণিক লক্ষ্মণ ৰথীয়ে।
আবিৰ্ভাৱি মায়া দেৱী, দিবহি উপায়,
কিৰূপে লক্ষ্মণে কালি
বিনাশিব মেঘনাদ অজেয় শূৰক।
ৰাম—হে গন্ধৰ্বৰাজ, কি দিম উত্তৰ মই?
অজ্ঞ নৰ, কৃতজ্ঞতা জনাম কিৰূপে?
কৰা দেৱ মহেন্দ্ৰক,
প্ৰকাশিলে অপাৰ কৰুণা।
চিৰ অনুগত দাস
ৰাখে যেন চিৰকাল অৰুণ পদত।
চিত্ৰৰথ—দেৱতাৰ প্ৰিয় তুমি চিৰকাল
ৰঘুকুলমণি,
দেৱৰ মণ্ডলী সয়ে
দেৱৰাজ হিতাৰ্থী তোমাৰ;
কৈলাসবাসিনী
আদ্যাশক্তি ভগৱতী অসুৰনাশিনী
অভয়া সদয়া তয়ু প্ৰতি।
মাগিলোঁ বিদায় মই,
হোক যেন মংগল তোমাৰ।
ৰাম—প্ৰণমো চৰণ প্ৰভু,
কৃতাৰ্থ কৰিলা কিংকৰক।
চিত্ৰৰথ—জয় লভা ৰঘুবীৰ দুৰ্জয় ৰণত।
ৰাম—অতুল কৰুণা-দেৱতাৰ!
চোৱা মিত্ৰ, অপূৰ্ব স্বৰ্গীয় অস্ত্ৰ,
পোহৰালে দশোদিশ স্বৰ্গীয় জ্যোতিৰে।
মণিময় বিচিত্ৰ কৱচ,
কাৰ সাধ্য ভেদিব ইয়াক?
ভয়ংকৰ খড়গৰ ভীষণ তূণীৰ,
ভীম ধনুৰাজ ৰতন-ভূষিত
অপাৰ শকতিশালী—
ইয়াৰ কাষত, বিনিন্দিত হে লক্ষ্মণ,
পিনাকীৰ দুৰ্জয় পিনাক,
ভাঙি যাক মিথিলাত লভিলোঁ সীতাক
যোৱা ভাই যতনেৰে থোৱা প্ৰহৰণ।
লক্ষ্মণ—যিবা আজ্ঞা ৰঘুমণি;
নিবেদিলোঁ সপোনৰ কথা
নেপালোঁ আদেশ একো।
ৰাম—যিমান সহিছা ভাই
দুৰ্ভগীয়া ৰামৰ কাৰণে,
ভাবিলে বিদৰে মোৰ হিয়া
কোন সতেৰে নো আৰু পঠাম দুনাই।
লক্ষ্মণ—প্ৰভু
নিজৰ কৰ্তব্য মাথোঁ আচৰিছে দাসে।
বিভী—চোৱা ভাবি ৰঘুপতি,

গুপ্ত দেৱালয় আছে বনৰ মাজত,
নেজানে লক্ষ্মণে তাক,
সঠিক বাতৰি তেওঁ পালে সপোনত।
সাক্ষাৎ দেখিলোঁ এই অপূৰ্ব ঘটনা—
জ্যোতিৰ্ময় দেৱঅস্ত্ৰ পালা দিঠকতে।
এতেকতে নিশ্চয় জানিবা,
তবু প্ৰতি অনুকূল আজি দেৱকুল!

লক্ষ্মণ—ৰঘুনাথ,
পালোঁ কিবা নতুন সাহস আজি,
নতুন উৎসাহ মোৰ হিয়াত সোমাল,
লক্ষগুণে বৃদ্ধি হ'ল আগৰ শকতি;
পূৰ্ণ হ'ব মনোৰথ,
দৃঢ়মূল হ'ল এই মনত ধাৰণা।
নাই আৰু অধিক ৰজনী,
আজ্ঞা দিয়াঁ ৰঘুমণি, যাওঁ শীঘ্ৰে
কৰোঁ পূজা অম্বিকাৰ অভয় চৰণ।

ৰাম—যোৱা তেনে বাছা,
লোৱা এই অসিৰাজ দেৱৰ প্ৰেৰিত;
হওক পথত যেন
অভয়াৰ সচৰণ হায়।
(অস্ত্ৰবিলাক লৈ লক্ষ্মণৰ প্ৰস্থান)

নিজৰ কাৰণে মোৰ
নাই একো চিন্তা হাৰিলে ৰণত;
বিপদতে আজন্ম মজিছোঁ,
বিপদ, ৰামৰ পক্ষে;
স্বাভাৱিক দৈনিক ঘটনা।
কিন্তু যদি হাৰোঁ এই ৰণ,
তুমি মিত্ৰবৰ,
সুকুমাৰ লক্ষ্মণ কুমাৰ,
নল, নীল জাম্বুৱান, সুগ্ৰীৱ সুধীৰ,
হনুমান, অংগদ সুমতি—
একজনৰো যাৰ ধৰমৰ ধাৰ
জনমে জনমে মই নোৱাৰোঁ শুজিব,
এই যে বিপুল সেনা—
স্নেহৰ পাশেৰে যাৰ আবদ্ধ ৰাঘৱ,
সকলোৰে ব্যৰ্থ হ'ব পৰিশ্ৰম;
বিশেষতঃ অকলংক ৰঘুকুল
কলংকৰ ডাৱৰে ঢাকিব—
সূৰ্যবংশ-গৌৰৱত,
সীতাহৰণৰ ঘৃণিত কলংক
অংকিত থাকিব যুগে যুগে।

বিভী—নাই চিন্তা মিত্ৰবৰ·
নিৰ্বীৰিলা ৰক্ষপুৰী বাহুৰ বলেৰে,
আছে মাত্ৰ মেঘনাদ;
লভিবা বিজয় দেৱ,
মেঘনাদ পৰিলে ৰণত।
বিপৰীত বলৰাশি
লক্ষ্মণৰ বিশাল বাহুৰ,
বিশ্ব-বিমোহিনী মায়াৰ অনন্ত মায়া
সাক্ষাৎ কৃতান্তৰূপী
ৰুদ্ৰতেজোময় এই দেৱ-প্ৰহৰণ—
স্বৰ্গীয় প্ৰভাত যাৰ
ম্লানমুখ শিবিৰ প্ৰদীপ—
তিনিও মিলিলে,
অৱশ্যে পৰিব মেঘনাদ
তিনি মহা শকতিৰ
অদ্ভুত মিলন এই
নিৰৰ্থক নহয় কদাপি,
প্ৰৱন্ধেৰে বিধতাই
ই তিনি মহৎ শক্তি সংযোগ কৰিছে
ইয়াৰ মহৎ ফল নিশ্চয় ফলিব।
(হনুমান আৰু নৃমুণ্ডমালিনীৰ প্ৰৱেশ)

হনুমান—প্ৰভু, সমৰভূমিত
অপেক্ষিছে প্ৰমীলা দেৱীয়ে;

সখীবৃন্দ সমে·
সুসজ্জিত বীৰাংগনা ৰণৰ সাজেৰে ;
পঠিয়ালে দূতী এই,
সমাচাৰ জনাব দূতীয়ে।

নৃমুণ্ডমালিনী—ত্ৰিলোকবিখ্যাত যুৱৰাজ মেঘনাদ
বীৰেন্দ্ৰকেশৰী
পৰিচিত তযু ৰঘুৱৰ ;
পত্নী সেই বীৰেন্দ্ৰৰ প্ৰমীলা কুঁৱৰী ;
সখী মই প্ৰমীলা দেৱীৰ
নৃমুণ্ডমালিনী নাম ;
প্ৰণামো হে ৰাঘৱেন্দ্ৰ যুগল চৰণ।

ৰাম—হওক কুশল তযু
কোৱা সুভাষিণী, কোন প্ৰয়োজন সাধি,
কুঁৱৰীক তুষিম তোমাৰ ?

নৃমুণ্ড—লংকাৰ প্ৰৱেশ-পথ
বন্ধ দেৱ সৈন্যৰে তোমাৰ ;
দিয়াঁ পথ ৰঘুমণি,
নগৰত পশক কুঁৱৰী,
পতিপদ পূজক সতীয়ে।
নেৰাঁ যদি নিৰ্বিবাদে পথ,
দিয়াঁ ৰণ, লোৱাঁ প্ৰহৰণ,
বীৰ-ললনাই বীৰ, সমৰ খুজিছে।
বহু ৰক্ষ বধিলা নৃমণি,
ৰক্ষ-ৰমণীক আজি তোষাঁ সমৰেৰে
শতেক ৰমণী আমি,
যাকে কোৱা অকলৈ পশিব ৰণত।
ধনুৰ্বাণ খড়্গচৰ্ম গদা—
যিহতে পাৰ্গত তুমি—
বাছি লোৱাঁ নিজে
মল্লযুদ্ধ-বিষাৰদা আমি,
মল্লযুদ্ধ কৰাঁহি নহ'লে—
এই নিবেদন মাথোঁ প্ৰমীলা দেৱীৰ
কৰাঁ শীঘ্ৰে ৰঘুপতি উচিত যি দেখা।
ভাবি চাৱাঁ বীৰবৰ,
নয়ন জুৰায় হয় বিদ্যুৎ-ছটাই,
পৰশিলে সেয়ে কিন্তু বিনাশে জীৱন।

ৰাম—তোমালোক সবলা মহিলা,
বিমল মনৰ অতি ;
তোমাসকলৰ লগত সুন্দৰী,
কোন জগৰৰ বাবে,
বৈৰী ভাব আচৰিম মই ?
জনম ৰামৰ দেৱী, বীৰৰ বংশত,
বীৰপত্নী কুঁৱৰী তোমাৰ,
বীৰাংগনা তেওঁৰ লগৰী যত ;
ক'বা তুমি কুঁৱৰীক,
তেওঁৰ অসীম সাহ, পতিভক্তি এনে
বখানিলে সহস্ৰ মুখেৰে,
বিনা ৰণে পৰাভৱ মানিলে ৰাঘৱে।
ধন্য ইন্দ্ৰজিত
ধন্য ধন্য প্ৰমীলা সুন্দৰী।
ভিখাৰী ৰাঘৱ
বনবাসী কুটীৰনিবাসী,
যোগ্য উপহাৰ দেৱী কি দিম তোমাক ?
সুখে থাকাঁ চিৰকাল কৰোঁ আশীৰ্বাদ
যোৱাঁ হনু, সম্ভ্ৰমেৰে এৰি দিয়াঁ পথ,
ৰঙেৰে ৰমণীকুল সোমাওক নগৰ।

( হনুমান আৰু নৃমুণ্ডমালিনীৰ প্ৰণাম কৰি প্ৰস্থান )

বিভী—আহাঁ ৰঘুমণি,
চোৱাঁ পৰাক্ৰম প্ৰমীলাৰ ;
ঘোৰৰূপা-ভীম-অস্ত্ৰধাৰিণী ভীষণা,
সাক্ষাৎ চামুণ্ডা যেনে
সুসজ্জিতা সখীদল সমে,
ৰক্তবীজ বধৰ কাৰণে।

ৰাম—অপৰূপ কথা!
ধন্য মিত্ৰ, ধন্য জন্মভূমি তযু;
নাৰীৰো বীৰত্ব যাৰ আদৰ্শ মহীত।
( দুইৰো প্ৰস্থান )

তয় দৰ্শন—অৰণ্য পথ

( শিৱ )

শিৱ—ধৰ্মৰ কি সূক্ষ্ম গতি,
চা আজি অবোধ মানৱ,
চা আজি অধৰ্মৰ ঘোৰ অধোগতি;
যেতেকে উন্নতি হোক,
আজি হোক, কালি হোক,
হোক নতু শতেক বৎসৰ,
শেহত ধৰ্মৰ জয়
অধৰ্মৰ নিশ্চয় বিনাশ;
ৰক্ষ-বংশ-ইতিহাস
জগতত, জ্বলন্ত দৃষ্টান্ত তাৰ।

( লক্ষ্মণৰ প্ৰবেশ )

লক্ষ্মণ—সুন্দৰ কানন।
কুসুমিত দিব্য তৰুৰাজি,
বিতোপন বিধানেৰে
সুসজ্জিত শাৰীয়ে শাৰীয়ে,
বগায় সুখেৰে তাত বিবিধ লতিকা,
বঢ়াই তৰুৰ শোভা;
হৰে মন প্ৰেমিক জনৰ।
কুঞ্জ অগণন, মুনি-মনোৰম,
জুৰায় নয়ন দেখি।
ফুলে ফুল ৰাশি ৰাশি,
ভৰত ওলমে লতা,
কুঞ্জে কুঞ্জে, তৰুৱে তৰুৱে,
সৰি সৰি, আছে তল ভৰি;
সৌৰভেৰে আমোদিত সমস্ত কানন।
ধীৰ মলয়াৰ
শীতল ছাটিয়ে জুৰ কৰে কলেৱৰ,
ক্লান্তি দূৰ কৰে পথিকৰ।
বিহংগমে গায়,
ঝিলীয়ে বজায়,
নৃত্য কৰে মাধৱী লতাই,
তাল ধৰে সৰসীৰ কম্পিত কুমুদে;
ৰম্য স্থান অতিশয়।
দূৰত শোভিছে সৌ
মন্দিৰৰ স্বৰ্ণময় চূড়া;
এই পথে প্ৰৱেশে কানন।
( আগ বাঢ়িব খুজি শিৱক দেখি )
ই কি!
ভীষণ ত্ৰিশূল ধৰি,
ৰাঘাম্বৰ ভৈৰৱ-মূৰতি
ধূৰ্জটিয়ে নিজে
কাননৰ দুৱাৰ ৰাখিছে!
(ওচৰ চাপি) প্ৰণমো পংকজপদ পতিত-পাৱন;
বিৰিঞ্চিয়ে চিৰকাল আৰধে যি পদ,
সিদ্ধ মুনিকুলে
কোটি কল্প কঠোৰ তপস্যা কৰি
নেপায় ধ্যানত,
পালোঁ দৰশন আজি
যোগীৰ বাঞ্ছিত সেই অভয় চৰণ
পৰম সৌভাগ্য মোৰ
কৃতাৰ্থিলোঁ মানৱী জনম!
লক্ষ্মণ দাসৰ নাম,
ৰঘুৰ কুলত জন্ম, দশৰথ পিতা;
কাননত পশি
পূজোঁ আজি চণ্ডীৰ চৰণ

মেঘনাদ বধৰ কাৰণে।
দিয়া পথ,
কৰা কৃপা কৃপাময় কিংকৰৰ প্ৰতি ;
নতুবা, ক্ষমিবা অপৰাধ
দিয়া ৰণ দাসক সত্বৰে।
ঘোৰ অধৰ্মত
লিপ্ত চিৰকাল ৰাৱণ দুৰ্মতি,
তথাপিতো, তাৰ পক্ষে কৰা যদি ৰণ,
দুৰ্বলৰ বল তুমি, ধৰ্মৰ সহায়
ধৰ্ম যদি সঁচা হয়,
নিশ্চয় জিনিম প্ৰভু, তোমাৰ কৃপাত।

শিৱ—বখানো সাহস তোৰ সুমিত্ৰানন্দন,
খোজ ৰণ মৃত্যুঞ্জয় সমে।
মহাশক্তি সুপ্ৰসন্না তোৰ প্ৰতি আজি ;
এৰিলোঁ দুৱাৰ,
স্বচ্ছন্দে প্ৰৱেশি বন
কৰ পূজা চণ্ডীৰ চৰণ।

( প্ৰস্থান )

লক্ষ্মণ—ই কি। ঘোৰ দাৱানল লাগিল বনত।
গ্ৰাসিলে সমস্ত বন,
ভয়ত পলায় বনচৰ,
ভয়ংকৰ অগনিৰ ভীষণ শিখাই
দগ্ধ কৰি তৰুদল গগন ভেদিছে,
অগ্নিময় হ'ল দশোদিশ।
ৰক্ষা কৰা ভগৱতি বিপদ-বাৰিণী।

( প্ৰস্থান )

## ৪ৰ্থ দৰ্শন—বন

( লক্ষ্মণৰ প্ৰৱেশ )

লক্ষ্মণ—সকলো চণ্ডীৰ মায়া,
আচম্বিতে দাৱানলে গ্ৰাসিলে কানন,
আচম্বিতে সুমাল দুনাই ;
আক্ৰমিলে ভীষণ সিংহই,
উলংগিলোঁ খড়্গবৰ,
হ'ল সিংহ অদৃশ্য হঠাৎ ;
ভয়ংকৰ ধুমুহা আহিল,
উভলিল তৰু
অন্ধকাৰ হ'ল দশোদিশ,
ঘোৰ গৰজন মাৰি
ঘনে ঘনে কপালে ধৰণী ;
মুহূৰ্ততে দেখিলোঁ দুনাই
গুচিল ধুমুহা, মেঘৰ গৰ্জন
সুবিমল শান্ত ভাৱ ধৰিলে গগনে
পুনৰপি
মধুৰ সংগীত এই বিজন বনত !

( দেৱকন্যাসকলৰ প্ৰৱেশ )

( গীত )

দেৱকন্যাসকল—বহু দুখ কৰি আহিছোঁ
বোৱাঁ এবাৰ চকুৰে চাওঁহে,
সাঁচি থোৱা কথা পাহৰি গ'লোঁ
চাওঁ ভাবি যদি পাওঁ হে।
উঠিছে আটুটে মুখ-দাপোণত মনৰ কথাটি গৈ।
ভাবৰ কল্লোলে
কথা উটুৱালে
নোৱাৰোঁ মাতিব হায় ;
ভাবৰে নধৰে বুকু
চোৱা কঁপা ওঁঠ
ৰঙা পৰা মুখ
কথাৰে ওপচা চকু ;
মোহন ৰতন মোহিলোঁ হিয়া, মন প্ৰাণ নিয়া দিওঁ হে।

১ম কন্যা—কিয় ৰঘুমণি,
ফুৰা এই বিজন বনত ?
সুৰবালা আকাংক্ষিত
মোহিনী-মোহন এই অপৰূপ ৰূপ
অৰণ্যত নোশোভে কদাপি।

চোৰ তুমি, নোৱাৰোঁ এৰিব,
কিয় হৰি নিয়াঁ অত অবলাৰ মন?
দিম শাস্তি যথোচিত,
থ'ম বান্ধি চিৰকাল প্ৰেমৰ ডোলেৰে।
ত্ৰিদিৱ-বাসিনী আমি নহওঁ দানৱী,
আহাঁ নাথ, নকৰিবা বঞ্চিত
নিওঁ বান্ধি হৃদয়ত,
নাই য'ত জন্ম মৃত্যু জৰাৰ বিকাৰ,
ৰোগ শোক নোৱাৰে পশিব,
মধুৰ বসন্ত ঋতু থাকে চিৰকাল,
চিৰকাল পূৰ্ণিমা-পোহৰ,
চিৰস্থায়ী ৰূপে য'ত যৌৱন বিৰাজে।
অমৃত কৰিবাঁ পান
বিহৰিবাঁ নন্দন বনত,
সুৰ-যুৱতীৰ
অনন্তৰ যৌৱন
ভুঞ্জিবাঁ অনন্তকাল মনৰ সুখেৰে।

লক্ষ্মণ—ক্ষমা কৰাঁ অমৰসুন্দৰি,
অগ্ৰজ দাসৰ
ৰামচন্দ্ৰ বীৰবৰ ভুবন বিখ্যাত
তেওঁৰ ললনা সতী জানকী দেৱীক
হৰি আনি দুৰ্মতি ৰাৱণে
বন্ধ কৰি ৰাখিছে লংকাত।
সেই হেতু ঘটিছে তুমুল ৰণ
কৰিছোঁ প্ৰতিজ্ঞা
বিনাশিম ৰক্ষকুল
উদ্ধাৰিম জানকী সতীক।
পশিলোঁ কানন আজি
চণ্ডীপদ পূজা হেতু।
নৰ মই,
মাতৃ জ্ঞান কৰোঁ দেৱী তোমাসকলক।
প্ৰণামো চৰণ

দিয়াঁ বৰ অমৰ যুৱতী দল,
পূৰ্ণ হোক মনৰ বাসনা।

(লক্ষ্মণে প্ৰণাম কৰোঁতেই দেৱকন্যাসকলৰ অন্তৰ্ধান)

পটপৰিবৰ্তন—মন্দিৰ

লক্ষ্মণ—বায়ুৰ পুতলা পুনু বায়ুত লুকাল।
আচৰিত সকলো ঘটনা।
দেখিছোঁ মন্দিৰ এই,
মনোহৰ আছে সৰোবৰ;
যাওঁ শীঘ্ৰে, কৰোঁ স্নান,
আনো তুলি সৰসীৰ ফুল্ল শতদল।
(প্ৰস্থান)

(দেৱকন্যাসকলৰ পুনঃ প্ৰবেশ)

(গীত)

দেৱকন্যা—কুঞ্জে কুঞ্জে ফুৰোঁ ৰংগে যতেক ৰংগিণী
আহাঁ হে সংগিনী
ফুৰোঁ নিজন কানন বন, আমি বনবাণী
বনবিহাৰিণী, ভুবনমোহিনী,
আহাঁ হে সংগিনী।
(আমি) সমূলি ফেনৰ ঢৌ, দূৰতে হাঁহি বিলাওঁ,
চালে চকু জুৰাওঁ, ধৰিলে কেনিবা যাওঁ;
নতুন অংগি, নতুন ভংগি, নতুন ৰংগিণী,
বনবিহাৰিণী, ভুবনমোহিনী,
আহাঁ হে সংগিনী। (প্ৰস্থান)

(হাতত ফুল লৈ লক্ষ্মণৰ পুনঃ প্ৰবেশ)

লক্ষ্মণ—স্নান কৰি সৰসীৰ পবিত্ৰ পানীত
দূৰ হ'ল ক্লান্তি যত
জুৰ হ'ল সমস্ত শৰীৰ।
প্ৰবেশোঁ মন্দিৰ এবে।
(মন্দিৰলৈ সোমাই যায়)

॥ দ্বিতীয় অংক সমাপ্ত ॥

## তৃতীয় অংক

### ১ম দৰ্শন—কক্ষ

( মন্দোদৰী, মেঘনাদ, প্ৰমীলা )

মন্দো—কোৱা বাছা,
কিযনো আহিলা তুযো এই শেহ ৰাতি ?
মেঘ—কৰিলোঁ যুগুতি আজি,
পুনৰপি নিজে মই কৰিম সমৰ।
হয় হস্তী প্ৰস্তুত সকলো,
উলাহেৰে সুসজ্জিত চতুৰংগদল।
যজ্ঞ কৰি তুষিম অগ্নিক আজি,
লভিম অভীষ্ট বৰ,
পুৱাব ৰজনী মাথোঁ পশিম ৰণত।
আহিলোঁ সিহেতু,
কৰাঁ আশীৰ্বাদ,
দিয়াঁ দেৱী, বিদায দাসক।

মন্দো—কিৰূপে বিদায মই দিম বাছাধন ?
দুখিনীৰ একেটি ৰতন তই,
সমৰত দুৰন্ত ৰাঘৱ,
দুৰন্ত লক্ষ্মণ ৰথী,
দুৰন্ত মন্ত্ৰণাদাতা
কালসৰ্প বিভীষণ কুলৰ কণ্টক ;
যেয়ে প্ৰবেশিছে এই কাল সমৰত,
অহা নাই উভতি দুনাই।

মেঘ—কিয ভয কৰিছা জননী ?
তুমুল ৰণত মই
দুবাৰ জিনিছোঁ ৰাঘৱক ;
জানা নিজে পৰাক্ৰম দাসৰ তোমাৰ,
তবু আশীষত দেৱী,
চিৰ-ৰণ জয়ী মেঘনাদ ;
সামান্য ৰামৰ প্ৰতি কিয় ভয় জননী ?
মন্দো—নিশ্চয় জানিবা বাছা
মায়াবী মানৱ ৰাম,
দেৱকুল সহায় ৰামৰ।
নাগপাশ বন্ধনেৰে
বান্ধিছিলা ৰণত এবাৰ ;
চোৰা ভাবি,
কোনে মেলি দিলে সেই পাশৰ বন্ধন ?
ৰাতিৰ ৰণত পুনু
বধিছিলা সসৈন্যে ৰামক ;
পালে প্ৰাণ দুনাই কিৰূপে ?
শুনিছোঁ অদ্ভুত কথা—
আদেশিলে ৰঘুনাথে,
পানাত ওপঙে শিল, নুমাই অগনি ;
বৃষ্টিধাৰা বৰষে গগনে।

যুজিবৰ হেতু এনে মাযাবী জনেৰে,
মাতৃৰ অন্তৰ মোৰ,
নিদিযে নিদিযে যাব দুনাই তোমাক।
কুলক্ষণা শূৰ্পণখা
কুক্ষণত জনম ধৰিলি,
সুবৰ্ণৰ লংকা মোৰ মজালি মজালি।

মেঘ—নাই লাভ ভাবিলে অতীত কথা।
পুৰীৰ দ্বাৰত অৰি,
দিনে দিনে গ্ৰাসিছে সুবৰ্ণপুৰী ;
বিনাশ নকৰোঁ মানে
দুৰন্ত অৰিক এই,
কিৰূপে থাকিম স্থিৰ, ভুঞ্জিম কি সুখ
ৰক্ষ-ভূমি বীৰ-প্ৰসৱিনী
বীৰত্বৰ আদৰ্শ মহীত।
সপ্ত জলধিৰ সমে
সপ্তদ্বীপা বসুমতী এই,
সপ্তস্বৰ্গ, সপ্ততাল অতল পাতাল
পৰাজিত ৰক্ষবিক্ৰমত।
ইহেন কুলৰ মোৰ

অনন্ত গৌৰৱৰাশি চূৰ্ণিব ৰাঘৱে,
কণকৰ লংকাপুৰী
কলংকেৰে বঞ্চিত কৰিব,
স্বচক্ষে থাকিম চাই,
নপশিম ৰণভূমি প্ৰাণৰ ভয়ত!
ছি ছি! ছি ছি!
লক্ষ্মণে বাঞ্ছনীয় মৰণ নিশ্চয়।
ইন্দ্ৰজিত মই,
থাকে মানে বিন্দু মাত্ৰ শোণিত দেহত
প্ৰাণপণে কৰিম সমৰ।
আনন্দ মনেৰে দিয়া দাসক বিদায়;
কি ভয় জননী?
তুৰন্তে আহিম ঘূৰি
প্ৰণমিম পুনৰপি ৰাজীৰ চৰণ।
দিয়া দেৱী পদধূলি,
পালে তযু আশীৰ্বাদ,
কাৰ সাধ্য সন্মুখিব দাসক তোমাৰ!

মন্দো—যোৱা তেনে বাছাধন, নকৰোঁ বাৰণ।
বিৰূপাক্ষে ৰাখক তোমাক;
কৱচ স্বৰূপ হৈ,
আবৰক মোৰ যেন অমূল্য ধনক।
তুমি সতী থাকা মোৰ সমে।
নাহে মানে কোঁৱৰ উভতি,
তোমাৰ মুখকে চাই জুৰাম জীৱন!

(প্ৰস্থান)

প্ৰমীলা—ভাবিছিলোঁ নাথ,
যাম যজ্ঞ-গৃহলৈ,
সজাম তোমাক নিজে বীৰৰ সাজেৰে;
কিন্তু হায়, বন্দী কৰি ৰাখিলে ৰাণীয়ে।
নকৰিবা প্ৰাণেশ্বৰ ৰণত পলম,
নেদেখিলে চন্দ্ৰমুখ,
শূন্যময় দেখোঁ দশোদিশ।
আন্ধাৰ জগত মোৰ তোমাৰ বিহনে।

মেঘ—পৰিহৰা শোক, বিধুমুখি,
কঠিন হৃদয় মোৰ
নোৱাৰিলে মহেন্দ্ৰৰ বজ্ৰই ভেদিব,
বিদৰে শতধা কিন্তু,
দেখে যদি চকু-লো তোমাৰ।
ৰাঘৱক নাশি,
তুৰন্তে আহিম প্ৰাণেশ্বৰী,
হৃদয়ৰ ধন মোৰ
পুনৰপি হৃদয়ত ধৰিম সাবটি।
কৰিলোঁ বিদায় মই,
যোৱা তুমি লংকা-সুশোভিনী,
পোহৰোৱা ৰাণীৰ ভৱন।

(প্ৰস্থান)

প্ৰমীলা—পতিৰ আদৰ্শ তুমি
সাক্ষাততে প্ৰেমৰ মূৰতি,
প্ৰেমেৰে মোহিলা প্ৰমীলাক।
তুমি ধ্যান, তুমি জ্ঞান, হিয়াৰ ৰতন,
জীৱন-সৰ্বস্ব মোৰ
তুমিময় প্ৰমীলাৰ প্ৰাণ!
নসহে হৃদয়ে মোৰ
খন্তেকৰ বিচ্ছেদ কদাপি।

(গীত)

তুমি হৃদয়ৰ ধন।
কিহেৰে মুহিলা মোক বিভোল কৰিলা মন
জীৱন-কুঞ্জত তোমাৰ মুৰুলী
বাজে ধীৰি ধীৰি প্ৰেমত উথলি;
হিয়া কৰে জুৰ জীৱন মধুৰ
বৰষি অমিয়াধাৰা হিমৰ ধাৰেৰে যেন।
সুন্দৰ ছবি হৃদয়-ফলিত
কিনো মনোহৰ জ্বলে অবিৰত;

দূৰতে বা ওচৰতে
থাকাঁ তুমি য'তে ত'তে
সপোনে দিঠকে দেখোঁ মূৰতি মনমোহন।
চকুৰ আঁতৰ হ'লে মনৰ নোহোৱা
যেনি যোৱা তেনি প্ৰাণ লগে লগে নিয়াঁ;
তথাপিতো চাই চাই
হেপাহ নুগুচে হায়
চকুৰে নেদেখা হ'লে শুদা শুদা লাগে মন।
(প্ৰস্থান)

## ২য় দৰ্শন—শিবিৰ

(ৰাম, লক্ষ্মণ, বিভীষণ)

লক্ষ্মণ—মন্দিৰত পশি,
পূজা কৰি কৰিলোঁ অশেষ স্তুতি,
দেখা দিলে দেৱীয়ে শেহত;
ক'লে হায়,
স্বৰ্গীয়-অমীয়া-সনা বীণাৰ মাতেৰে—
"তুষ্ট মই তোৰ প্ৰতি সুমিত্ৰানন্দন,
আহিলোঁ কৈলাস ত্যজি তোৰ কাৰ্য হেতু।
মহেন্দ্ৰই প্ৰদানিছে অস্ত্ৰ তোক,
লৈ সেই দেৱ-প্ৰহৰণ
যা শীঘ্ৰে বিভীষণ সমে;
আছে মেঘনাদ
নিকুম্ভিলা যজ্ঞ-ভৱনত;
নাই ভয় মায়াই আৱৰি যাব,
অদৃশ্যে পশিবি যজ্ঞালয়।
দিলোঁ বৰ, বিনাশিবি দুৰ্জয় ৰিপুক,
উপাৰ্জিবি জগতত অতুল যশস্যা।"
ক'লে পুনৰপি—
"নিৰস্ত্ৰ যুজাক বুলি
নকৰিবি মনত সংশয়;
অস্ত্ৰপাণি মেঘনাদ
অমৰ অজেয়, জগতত;
দেৱ-অস্ত্ৰ ধৰি তই
নিৰস্ত্ৰ বীৰৰ সেই
সমকক্ষ নহ কদাপিতো।"

ৰাম—চণ্ডিকাৰ অপাৰ করুণা!
ধন্য তুমি ভাই, পালা দৰশন
বিৰিঞ্চিবাঞ্ছিত সেই অভয় চৰণ।
ধন্য ৰঘুকুল।
ধন্য মই অগ্ৰজ তোমাৰ।

লক্ষ্মণ—নিবেদিলোঁ স্বৰূপ কাহিনী
দিয়াঁ আজ্ঞা ৰঘুমণি,
যাওঁ শীঘ্ৰে নাশোঁ ৰাৱণিক।

ৰাম—বিষধৰ ভীষণ তক্ষক মেঘনাদ,
জীৱকুল আকুল ভয়ত তাৰ,
দুৰ্ঘোৰ বিষত,
ভস্ম হয় অমৰ কিন্নৰ,
দুৰন্ত ফণীৰ তেনে
প্ৰৱেশিবা বিবৰত,
কিৰূপে পঠাম বাছা
হৃদয়ৰ ধন তুমি মোৰ?
হেৰুৱালোঁ ৰাজ্যধন
হেৰুৱালোঁ আত্মীয় স্বজন—
আছিল অকল মাথোঁ
আন্ধাৰ ঘৰত মোৰ জানকী প্ৰদীপ,
নুমালে অদৃষ্টে তাকো;
অসাৰ সংসাৰ মোৰ
কোন আছে তোমাৰ বিহনে?
নেলাগে নকৰোঁ আৰু সীতাক উদ্ধাৰ;
হেৰোৱা সীতাৰ বাবে,
কোলাৰ ৰতন মোৰ

নোৱাৰোঁ পেলাব মই
জলধিৰ অতল জলত।

লক্ষ্মণ—কিয় ৰঘুমণি
কৰা এনে মনত সংশয় ?
অমৰসমাজ সমে
স্বয়ং মহেন্দ্ৰ আজি সহায় তোমাৰ ;
প্ৰসন্না প্ৰসন্নময়ী
জগদম্বা দনুজদলনী।
চোৱা প্ৰভু মেঘৰূপী দেৱ-ক্ৰোধে
আৱৰিছে স্বৰ্ণআভা কনক লংকাৰ,
অমৰৰ মধুৰ হাঁহিৰে
উজ্জ্বলিছে শিবিৰ তোমাৰ।

বিভী—সঁচা ৰঘুবীৰ
মেঘনাদ ভীষণ তক্ষক ;
কিন্তু আমি পালোঁ আজি অব্যৰ্থ ঔষধ,
বিষহীন হ'ল অহিবৰ।
পালা নৰপাল,
দেৱৰ আদেশ,
দিয়া আজ্ঞা লক্ষ্মণক ;
সিদ্ধি হ'ব অভিলাষ নিশ্চয় জানিবা।

ৰাম—কি সতেৰে আজ্ঞা দিম ? সীতাকো এৰিলোঁ
মিছাতে বান্ধিলোঁ সেতু,
ৰাজেন্দ্ৰদলৰ সমে
পাৰ হ'লোঁ মিছাতে সাগৰ ;
মিছাতে, মিছাতে হায়,
অনৰ্থক শোণিতেৰে
বসুমতী প্লাৱিত কৰিলোঁ,
কলংকিত কৰিলোঁ জীৱন ;
মনে মোৰ নিদিয়ে পঠাব,
নোৱাৰোঁ পঠাব লক্ষ্মণক।

( আকাশ বাণী )—দেৱতাৰ প্ৰিয় তুমি ৰঘুপতি,
নলংঘিবা দেৱৰ বচন।

বিভী—শুনা শুনা দৈৱবাণী কৰে দেৱকুলে।
ভাগ্য-ৰবি উদিল তোমাৰ,
দূৰ কৰা সন্দেহৰ ছায়া।

ৰাম—ক্ষমা কৰা দেৱকুল,
মোহেৰে আচ্ছন্ন মন,
অজ্ঞানৰ ঘোৰ তিমিৰেৰে
আবৃত নয়ন,
দেৱলীলা বুজিম কিৰূপে ?
চিৰদিন দেৱৰ কিংকৰ,
দেৱৰ আদেশ দাসে পালিম নিশ্চয়।
যোৱা ভাই নকৰোঁ বাৰণ আৰু,
দেৱকুলে বিপদত ৰাখক তোমাক
ধৰা মিতা. সঁপিলোঁ তোমাক আজি
হৃদয়ৰ মণি মোৰ
দৰিদ্ৰৰ অমূল্য ৰতন।
ৰাখিবা মনত যেন
ভিখাৰী ৰামৰ
এয়ে মাথোঁ জীৱন-সৰ্বস্ব।
দেখা যদি বিপদৰ ভয়—
কওঁ মই ধৰ্ম সাক্ষী কৰি,
নেলাগে সীতাক মোক—
কালৰূপী ফণীৰ মুখত
নেপেলাবা বাছাক কদাপি
কি ক'ম অধিক মই ?
নিৰাশ্ৰয় ৰাঘৱৰ
তুমি মাত্ৰ আশ্ৰয় কেৱল।

বিভী—নকৰিবা চিন্তা ৰঘুমণি,
নিৰাপদে কোঁৱৰক
তুনাই শোধাম আনি নিশ্চয় জানিবা।

ৰাম—আহা বাছা
দেৱৰ প্ৰেৰিত সেই স্বৰ্গীয় সাজেৰে
নিজে মই সজাওঁ তোমাক।

( সকলোৰে প্ৰস্থান )

### তন্ত্ৰ দৰ্শন—ৰাজপথ

( সৰ্বানন্দ )

সৰ্বানন্দ—ৰাম ৰাৱণৰ যুদ্ধ, এই সৰ্বানন্দ বামুণৰ শ্ৰাদ্ধ! দেশত শান্তি স্বস্ত্যয়ন নাই, যাগ-যজ্ঞ নাই, শৰাধ-বিধি নাই, ব্ৰহ্ম ভোজন নাই, বামুণ সজনে কি খাই থাকে? ৰজাপাটে ৰণ এখন লগাই লৈ দেশখন বলিয়া কৰিলে। ৰণ কৰিও ফলাইছে। আজি বোলে অমুক গৈছে, কালি বোলে তমুক গৈছে; গৈছে যি গৈছেহে আৰু, উভতি অহাটো শুনিলোঁ। এই ৰাতি এডোখৰতে ওলাই আহিছোঁ; দুপৰীয়া শুদা হাতে ঘৰ ওলালেগৈ, বামুণীয়ে যি জনা, কানতে উঠিব। আজিনো কি উপায় কৰোঁ? ৰাতি পুৱালেই যুৱৰাজ ৰণলৈ যাব; তাকে চাবলৈ জাকে জাকে মানুহ গৈ জুম বান্ধিছে। এই বাটৰ দাঁতিতে বহি থাকোঁ, বাটকুৰা মানুহক আশীৰ্বাদ দিয়েই মহাচেৰেক গোটাওঁ। ( বহে )

( মায়াৰ প্ৰৱেশ )

মায়া—বিভীষণ সমে
সুমালোঁহি লক্ষ্মণক ৰাক্ষস-পুৰীত,
নেদেখিলে, নেজানিলে, অত প্ৰহৰীয়ে;
দুৱৰী, প্ৰহৰী, সৈন্য, নগৰ-নিবাসী
সকলোৰে আৱৰিলোঁ নয়ন মায়াৰে,
আচ্ছন্ন কৰিলোঁ লংকা দোৰ্ঘোৰ মায়াত।
যাওঁ এবে, প্ৰবেশোঁ যজ্ঞৰ স্থল,
মায়াজাল পাতি
বেঢ়িম ৰক্ষক—
বিস্ময়েৰে দেখিব চৌপাশে
সুসজ্জিত যত দেৱ-ৰথী;
অস্ত্ৰপাণি অমৰ সেনাৰে
বেষ্টিত দেখিব আপোনাক।
ঘোৰ বিমোৰত,
পৰিব হঠাৎ;
অস্ত্ৰহীন নিৰুপায় হৈ,
দেৱ-অস্ত্ৰ প্ৰহাৰত,
ঢুৰন্তে পৰিব ৰক্ষবৰ
সিংহ যেনে ব্যাসৰ জালত।

( প্ৰস্থান )

( লক্ষ্মণ আৰু বিভীষণৰ প্ৰৱেশ )

লক্ষ্মণ—ধন্য লংকাপুৰী,
জগতত অনুপম ঐশ্বৰ্য তোমাৰ!
গোলাপ-পানীৰ
মনোৰম যমুনাৰে বেঢ়িছে নগৰ,
সুৱৰ্ণৰ ঘাট তাৰ ৰজতৰ পাৰ;
স্ফটিকৰ যত ৰাজ-আলি—
জলে তাত বন্তি শাৰী শাৰী
তুচ্ছ কৰি চন্দ্ৰিমাৰ দুৰ্বল পোহৰ।
যত মানে দেখোঁ ঘৰ
সুৱৰ্ণৰে সাজিছে সকলো,
পাতিছে ধুনেৰে তাত
মাণিক মুকুতা হীৰা মৰকত পানা।
সুন্দৰ বাৰাণ্ডা জুৰি,
ঘৰে ঘৰে শাৰী শাৰী স্তম্ভ বিতোপন—
সুশোভিত শুদ্ধ-গজ-মুকুতা-মালাৰে।
দুৱাৰে দুৱাৰে শোভে
পদ্মৰাগ-মালা মনোহৰ—
বঢ়াই জেউতি তাৰ
মণিময় ৰতন প্ৰদীপে।
প্ৰকাণ্ড গগন ভেদি
হাজাৰে হাজাৰে শোভে ৰজাৰ ওঁৱাল;
দুৰ্গ অগণন—
পৰিপূৰ্ণ সংখ্যাতীত ভীষণ সেনাৰে।
হয়, হস্তী, ৰথ, ৰথী
কল্পনাৰ অতীত সকলো
ধন্য ৰক্ষমণি,
ধন্য ধন্য অগ্ৰজ তোমাৰ—
মহিমাৰ অপাৰ সাগৰ।

কাৰ আছে জগতত
অতুল বিভৱ এনে!

বিভী—সঁচা বীৰবৰ,
কাৰ এনে অতুল বিভৱ?
কিন্তু হায়, একোৱেই
চিৰস্থায়ী নাই জগতত।
চূৰ্ণ কৰে সকলোকে
মুহূৰ্ত্ততে কালৰ সোঁতাৰে
সাগৰৰ ঢৌ যেনে,
আহে যায়, স্থিৰেৰে নেথাকে;
গ'লে তাৰ চিনো আৰু নোপোৱা হুলাই।
আহাঁ দেৱ, পালোঁহি যজ্ঞৰ ঘৰ।

(দুইবো প্ৰস্থান)

সৰ্বানন্দ—চকুত বাটি দিবলৈকো এটি মানুহ দেখিবলৈ নাই। মানুহবোৰ ৰণত মৰিয়েই টুকাল হ'বলা! ইয়াত বোন্দাপৰ দি থাকিলে কি হ'ব? আন উপায়হে কৰিব লাগিল। ঠিক! যুবৰাজ যজ্ঞৰ ঘৰত আছে; সৌ ঘন্টাকৰণ ফুলজোপাৰে ফুল গোটাচেৰেক ছিঙি লৈ যাওঁ; দুৱাৰ মুখতে ওলায়েই দেখাতে থিয় হৈ থাকোঁগৈ; ওলালেই ফুল এটি দি আশীৰ্বাদৰ বকলা মেলি দিম; অলপ নহয় অলপ সৰিব। এইটো আকৌ গুজুংগুজুংকৈ কি আহিছে! সৰ্বনাশ! পুৱতীয়া বাতি চফল বামুণৰ ল'ৰাটো দেখি ভূত ওলালেনে কি?

(প্ৰহৰীৰ প্ৰবেশ)

প্ৰহৰী—এই, কোন সেইটো?

সৰ্বা—ই! ভূতৰ আজো-ককাক!

প্ৰহৰী—এই, নেমাত কিয়? তই কোন?

সৰ্বা—দৰ্কাৰ কি, মোৰ বোপাই? ক'ত কোনে আলিৰ দাঁতিত মুখ-হাত ধুইছে, কাৰ ঘৰত হাঁহ-পাৰ আছে—ইত্যাদি শান্তিৰক্ষাৰ অতি লাগতিয়াল কথাৰ তুমি তদন্ত কৰাঁগৈ। মোৰ হাতত একো নাই, মোক অব্যাহতি দিয়াঁ।

প্ৰহৰী—তোক যি সুধিছোঁ তাৰ জবাব দে; তই কোন?

সৰ্বা—তই কোন! মই মই আৰু।

প্ৰহৰী—নাও কি?

সৰ্বা—শ্ৰীসৰ্বানন্দ দেৱ-শ্ৰুতি-স্মৃতি-ন্যায়-তন্ত্ৰ-মন্ত্ৰ-শাস্ত্ৰ-বিশাৰদ-শৰ্মা।

প্ৰহৰী—বাপেৰৰ নাও?

সৰ্বা—তুমি দেখোন সাতপুৰুষৰ খবৰ বিচাৰিবৰ উপক্ৰম কৰিছা; বাৰু, যিটি ছোৱালী দিওঁ বুলিছা, তোমাৰ কি হয়? আৰু কন্যাদানৰ দক্ষিণা কি দিবা, আগেয়ে সেইটো কৈ লোৱা; দৰে-ভাৱে আহিলে, মই পাচত যি লাগে কৈ থাকিম।

প্ৰহৰী—ই বৰ টেটোন। হেৰ' তই নেজাননে দেশত ৰণ লাগিছে, ৰাতি যেয়ে য'লৈকে যায়, আমি সুধি-পুছি তাৰ সকলো আতি-গুৰি লেখি থ'ব লাগে।

সৰ্বা—আতি-গুৰিনো আৰু কিমান ক'ম? আজি কোনোমতে পিকি এটি গোটাইছিলোঁ, বাটে বাটে তোমালোকক আতি-গুৰি কৈ আহোঁতে আহোঁতে সিও টুকাল আৰু একো নাই। মই দুখীয়া বামুণ, মাগি খাওঁ, অলপ বুজন চাই এজন ধৰিবা, তেহে যদি দুপইচা ওলায়। মাফ কৰিবা মোৰ সোণাই, মই আহিলোঁ। (যাব খোজে)

প্ৰহৰী—এৰিবৰ হুকুম নাই; তই ক, বাপেৰৰ নাও কি।

সৰ্বা—ভাল আপদটোৰে পালে! বাৰু কৈছোঁ ব্ৰহ্মানন্দ!

প্ৰহৰী—থা কেনেকৈ?

সৰ্বা—মুখত পেলাওঁ আৰু গিলি থওঁ।

প্ৰহৰী—তই বৰ দগাবাজ। এই, খেতি কৰ নে, বেহা-বেপাৰ কৰ নে, কি কৰ?

সৰ্বা—তই বৰ চেঙাবাজ! এই অতবোৰ যে বকলা মাৰিলি, একেবাৰেই ব্যৱসায় কি বুলি নো নুসুধিলি

কিয় ? লেখ—ব্ৰহ্মভোজন, আশীৰ্বাদকৰণ, দক্ষিণা গ্ৰহণ।

প্ৰহৰী—কলৈ যা ?

সৰ্বা—ব্যৱসায়ী মানুহ, ব্যৱসায়ৰ কোনো কোন-খিনি পাওঁগৈ কি 'টায়ন' আছে !

প্ৰহৰী—তোৰ বৰণ ?

সৰ্বা—মোৰ বৰণ আগেয়ে বৰ চফেদ আছিল, এতিয়া কষ্টত পৰি অলপ মিঠাবৰণীয়া হৈছোঁ।

প্ৰহৰী—এইটো ক'ৰ গৰু অ'! তোৰ কুল কি ?

সৰ্বা—কেনে পণ্ডিত এক! কি ভীমকলীয়া আকল ঔ। ডিঙিত লগুণ, কপালত ফোঁট, মূৰত টিকনি, নামত শৰ্মা; সি আকৌ বোলে 'কুল কি ?'

প্ৰহৰী—তোৰ গাত কি আছে ? গা খোল !

সৰ্বা—অস্থি-চৰ্ম-সাৰ ! কিবা থকা হ'লে দেখোন, লেঠাই নাছিল; বিনা কৈফতে খালাছ; এটা ডেৰ পাই ৰাই।

প্ৰহৰী—( সৰ্বানন্দৰ কাপোৰ-কানি জোকাৰি চাই ) বাৰু যা এতিয়া। ( প্ৰস্থান )

সৰ্বা—উস্, ইমানেই নহয় বুলিহে আছিলোঁ।

( প্ৰস্থান )

## ৪ৰ্থ দৰ্শন—যজ্ঞালয়

[ পূজা আৰু হোম পতা আছে; মেঘনাদে চকু মুদি ধ্যান কৰি আছে ]

( লক্ষ্মণ আৰু বিভীষণৰ প্ৰবেশ )

বিভী—চোৱা দেৱ, ধ্যানত নিমগ্ন ৰথীবৰ,
কৈলাস-চূড়াত যেন
পশুপতি দুৰ্যোৰ তপত।

লক্ষ্মণ—থাকা তুমি ৰক্ষবৰ,
সাৱধানে ৰাখিবা দুৱাৰ।

( মেঘনাদৰ ওচৰ চাপে )

বিভী—স্থিৰ হ অবোধ মন,
কিয় হ'ব খোজ বিচলিত ?
সত্যত আবদ্ধ তই,
ছিঙি পেলা মমতাৰ ডোল,
সাহসেৰে বন্ধাই হিয়া, দুৰ্বলতা এৰি
পাল সত্য যতনেৰে;
উপস্থিত পৰীক্ষাৰ বিষম সময়।

লক্ষ্মণ—এৰ ধ্যান, মেল চকু দুৰাচাৰ,
পালেহি মৰণ তোৰ।

মেঘ—( চমক্ খাই, প্ৰণাম কৰি )
প্ৰভু, সুক্ষণত দাসে আজি
পূজিলে অভয় পদ—
সিহেতু কৰুণাময় কৰিলাঁ কৰুণা,
অৰ্পিলা অৰুণ পদ—
পবিত্ৰিলা লংকাপুৰী তুমি।
কিন্তু, কোৱা প্ৰভু হুতাশন,
ৰক্ষৰ দুৰ্যোৰ ৰিপু
লক্ষ্মণৰ বেশ ধৰি আহিলা কিহেতু ?

লক্ষ্মণ—নোহো হুতাশন,
সাক্ষাৎ কৃতান্ত তোৰ,
ভীষণ লক্ষ্মণ মই ৰামৰ কিংকৰ।
জগতৰ শত্ৰু তই; নাশি আজি তোক,
মংগল সাধিম জগতৰ।

মেঘ—প্ৰভু,
কিয় কৰা বঞ্চনা দাসক ?
পৰ্বত প্ৰমাণ ওখ
প্ৰকাণ্ড পুৰীৰ গড়;
ঘূৰিছে সততে তাত
অস্ত্ৰপাণি অযুত সৈনিক
বিশাল-বিক্ৰমী মহা ভৈৰৱ-মুৰতি;
নগৰৰ বাটে বাটে ফুৰিছে প্ৰহৰী;
শত শত ভীষণ যোদ্ধাই

যতনেৰে ৰাখিছে সততে
ভয়ংকৰ লৌহময় দ্বাৰ নগৰৰ।
কিৰূপে পুৰীত দেৱ, পশিব লক্ষ্মণ—
ক্ষুদ্ৰমতি ক্ষুদ্ৰজীৱী অতি?
যজ্ঞালয় সোমাব কিৰূপে?—
নিৰাকাৰ নহয় লক্ষ্মণ, চোৰাঁ দেৱ,
মৰা আছে এতিয়াও দ্বাৰৰ কপাট;
কি লীলা কৰিছে আজি?
বৰ প্ৰভু দিয়া কিংকৰক—
নিশংকিত কৰোঁ লংকা ৰামক বিনাশি,
নাশোঁ যেন লক্ষ্মণক,
পাৰ কৰি অপাৰ সাগৰ
তুৰন্তে খেদাওঁ ৰঘুসেনা;
বান্ধি আনো ততালিকে
ৰাজদ্ৰোহী বিভীষণ দুৰ্মতিক!
শুনাঁ প্ৰভু, গৰজিছে অধীৰ সেনাই,
পলম দেখিলে মোৰ,
হেৰুৱাব মনৰ উৎসাহ;
দিয়াঁ শীঘ্ৰে দাসক বিদায়।

লক্ষ্মণ—অনন্ত কালৰ হেতু
দিম আজি বিদায় নিশ্চয়।
লওঁ তৰোৱাল এই,
দে ৰণ অধম দুৰ্জন;
ফান্দত পৰিলি আজি নোৱাৰ সাৰিব।

মেঘ—সঁচা যদি নোহোৱাঁ অনল,
যদিহে লক্ষ্মণ তুমি,
গুচাম তোমাৰ বাৰু ৰণৰ হেঁপাহ;
ইন্দ্ৰজিত সমৰত বিমুখ কাহানি?
খন্তেক জিৰোৱাঁ মাত্ৰ,
ৰণসজ্জা কৰি আহোঁ মই।
নিৰস্ত্ৰক অস্ত্ৰেৰে প্ৰহাৰা
নহয় ক্ষত্ৰিয় নীতি; ক্ষত্ৰ তুমি
ক্ষত্ৰ-নীতি অবিদিত নহয় তোমাৰ।

লক্ষ্মণ—জালত পৰিলে বাঘ,
কোনে কৰে নীতিৰ বিচাৰ?
অধম ৰাক্ষস তই,
তোৰ সমে ক্ষত্ৰ-নীতি পালিম কিহেতু?
অন্তিম সময় তোৰ,
নাই আজি নিস্তাৰ কদাপি;
বলেৰে ছলেৰে কিম্বা নাশিম অৰিক।

মেঘ—ধিক্! ধিক্! অধম বৰ্বৰ,
নেজানো আগেয়ে মই
নীচ তোৰ অন্তৰ ইমান;
ক্ষত্ৰিয়ৰ কুলৰ কলংক তই;
নামো যদি শুনে তোৰ,
কাণত আঙুলি দিব ক্ষত্ৰিয় সমাজে।
নিলাজ পামৰ তই ভীৰুৰ অধম,
চোৰৰ নিচিনা আহি পশিলি পুৰীত;
দিম শাস্তি যথোচিত,
নাই পৰিত্ৰাণ আজি নিশ্চয় মৰিবি;
চাওঁ বাৰু কোনে ৰাখে তোক।
(কোষাৰে লক্ষ্মণৰ মূৰত মাৰ মাৰে;
লক্ষ্মণ অচেতন হৈ পৰে)
হেলাৰঙে পাৰোঁ তোক বধিব এতিয়া;
কিন্তু ইন্দ্ৰজিৎ সুৰথীৰ;
নীচ ভাৱ এনে
নোৱাৰে সোমাব অন্তৰত।
আহক চেতনা তোৰ,
তোৰ অস্ত্ৰেৰেই বিনাশিম তোক।
(লক্ষ্মণৰ অস্ত্ৰবিলাকত আজোৰ ধৰে)
অদ্ভুত মানিলোঁ
এই হাতেৰেই মহেন্দ্ৰৰ ঐৰাৱত
সাগৰৰ সিপাৰে পেলালোঁ,
লীলাত তুলিলোঁ কত অচল পৰ্বত,
মূৰ্ছিত জনৰ এই,

হাতৰ মুঠিৰ পৰা,
ক্ষুদ্ৰ তৰোৱাল আজি
নোৱাৰিলোঁ আজুৰি আনিব ;
নোৱাৰিলোঁ ধনু তাৰ দাঙিব এবাৰো !
বিভী—নিশ্চয় মায়াৰ মায়া।
মহেন্দ্ৰবিজয়ী ৰথী
মেঘনাদ বীৰেন্দ্ৰই
ধনু অস্ত্ৰ নোৱাৰে দাঙিব আজি।
মেঘ—খন্তেক মূৰ্ছিত হৈ থাক দুৰাচাৰ,
আনি লওঁ অস্ত্ৰ-শস্ত্ৰ মই,
জ্ঞান পালে, পুনৰপি,
অনন্ত মূৰ্চ্ছাত আজি পৰিবি নিশ্চয়।
(যাব খুজি দুৱাৰমুখত বিভীষণক দেখি)
এতিয়া বুজিছোঁ মই
কিৰূপে লক্ষ্মণ আহি সোমাল পুৰীত !
হায় প্ৰভু, উচিত নে তোমাৰ ই কাম ?
নিজৰ ঘৰত আনি সুমালা চোৰক,
চণ্ডালক বহুৱালা ৰাজ-আসনত !
কি কম তোমাক আৰু ?
গুৰুজন তুমি, পিতৃতুল্য মোৰ।
এৰাঁ দ্বাৰ, যাওঁ মই,
অস্ত্ৰ আনিততালিকে,
কৰোঁ আজি লক্ষ্মণক যমৰ আলহী।
বিভী—ক্ষমা কৰাঁ মতিমান ;
বদ্ধ আছোঁ সত্যৰ পাশেৰে,
সত্য মোৰ নোৱাৰোঁ এৰিব।
ৰামৰ কিংকৰ মই,
ৰামৰ অহিত কাম কৰিম কিৰূপে ?
মেঘ—কি ক'লা ! কি ক'লা দেৱ !
শুনাৰ আগেয়ে এনে ঘৃণিত কলংক
মৃত্যু মোৰ নহ'ল কি হেতু !
ৰামৰ কিংকৰ তুমি।
ছি ছি ! ছি ছি ! এনে নীচ কথা
বুলিলানো মুখেৰে কিৰূপে ?
কিয় পাহৰিলা হায়—কোন তুমি
লভিছিলা কোন মহাকুলত জনম ;
কোন সেই অধম ৰাঘৱ ?
মৃগেন্দ্ৰৰ বংশ হৈ
কুকুৰৰ কৰাঁ পদসেৱা !
কৰোঁ অনুৰোধ
দুনাই নকৰা এনে কথা
নেঢালিবা দুৰ্ঘোৰ কলংক-মহী
নিষ্কলংক কুলত তোমাৰ।
নিতান্ত অধম নীচ লক্ষ্মণ দুৰ্মতি ;
নহ'লেনো,
খোজেনে কৰিব ৰণ নিৰস্ত্ৰ জনেৰে ?
নাই এনে ছৱাল লংকাত—
নেহাঁহিব শুনি এই কথা।
দিয়াঁ পথ সদাশয়,
আনো অস্ত্ৰ, চাওঁ আজি,
কিৰূপে নিস্তাৰ পায় দুৰাত্মা লক্ষ্মণে।
আক্ৰমিছে জন্মভূমি
হীনমতি দৰিদ্ৰ ভিক্ষুকে,
দুৰ্ঘোৰ অশান্তি আনি মেলিছে দেশত,
বিনাশিছে কুলৰ গৌৰৱ ;
এনে অপমান সহিম কিৰূপে ?
তুমিওনো বীৰমণি কিৰূপে সহিছাঁ ?
বিভী—বাছা,
মিছাতে গঞ্জিছা মোক ;
নিজৰ দুৰ্বুদ্ধিৰ গুণে
মজাই কনকপুৰী পাপৰ পংকত
সবংশে মজিছে লংকেশ্বৰ ;
পাপৰ ফলত ঘোৰ প্ৰলয় মিলিছে,
নিজৰ বক্ষাৰ বাবে,

লওঁ মই ৰাঘৱক আশ্ৰয় সিহেতু;
লোকৰ দোষত বাছা,
কোনে পাৰে মৰিব আপুনি?
মেঘ—ধাৰ্মিক নীতিজ্ঞ বুলি
সুবিখ্যাত তুমি জগতত;
কোৱা মোক বিজ্ঞবৰ,
কোন ধৰ্ম কোন নীতি মতে,
জ্ঞাতি, জাতি, মান, জন্মভূমি
সকলোকে দিলা জলাঞ্জলি?
জ্ঞাতিৰ, জাতিৰ,
জনমভূমিৰ শত্ৰু ৰাঘৱ তোমাৰ;
কোন ধৰ্ম মতে তুমি
পৰিহৰি পুত্ৰ ভাৰ্য্যা আত্মীয় স্বজন,
পক্ষ হ'লা দুৰ্ঘোৰ শত্ৰুৰ তেনে
অম্লান মুখেৰে?
এনে শিক্ষা ৰক্ষবৰ ক'ত পালা তুমি?
মিছাতে কৰিছোঁ দুখ;
বৰ্বৰেৰে কৰিছা বসতি,
কিয় নিশিকিবা বৰ্বৰতা?
নীচ সমে গতি যাৰ
নীচ সি দুৰ্মতি।
লক্ষ্মণ—নোৱাৰ পলাব আৰু,
এইবাৰ নিশ্চয় মৰিলি!

(মেঘনাদলৈ শৰ মাৰে; লক্ষ্মণে ধনু শৰেৰে আৰু মেঘনাদে শংখ, ঘণ্টা, যিহকে পায়, ফৰ্মুটিয়াই যুদ্ধ কৰে)

মেঘ—(স্বগতঃ) কিৰূপে যুজিম আৰু।
শংখ, ঘণ্টা উপহাৰ-পাত্ৰ যত
টুকাল সকলো, নাই প্ৰহৰণ
শুদা হাতে কিমান যুজিম!
লক্ষ্মণ—(স্বগতঃ) ধন্য বীৰ ইন্দ্ৰজিত!
বিনা অস্ত্ৰে যুজি মোক বিতত কৰিলে!
নোৱাৰোঁ যুজিব আৰু বিশ্ৰাম নললে।
মেঘ—শৰীৰ অৱশ হ'ল
কিমান সহিম আৰু অস্ত্ৰৰ প্ৰহাৰ?
ছিৰাছিৰ হ'ল কলেৱৰ,
ধাৰেৰে পৰিছে তেজ,
তেজেৰে ৰাঙলী হ'ল সমস্ত শৰীৰ।
লিৰৰ মাজত হায়,
নাই আৰু তেজ ধনিষ্টা;
বল আৰু নাই গাত,
অস্থিৰ লাগিছে দেহ
অন্ধকাৰ দেখিছোঁ সকলো।
আচানত মৰোঁ আজি
পাম হায় নিস্তাৰ কিৰূপে!
(প্ৰণাম কৰিব খুজি ওপৰলৈ চাই)
কৰা দয়া দিয়া বল,
ৰক্ষা কৰা পশুপতি বিপদ-তাৰণ—
ইকি! ইকি! চৌপাশে অমৰ দলে
অস্ত্ৰ ধৰি আক্ৰমিছে মোক!
তমোময় মহাদেৱ—ভীম শূলপাণি
ভীষণ মুৰতি ভয়ংকৰ;
ঘোৰৰূপা ৰণোন্মত্তা কংকাল-মালিনী
লোলজীহ্বা ৰণচণ্ডী শোণিত-লোলুপা;
ময়ূৰ ৰথত,
সেনাপতি দুৰ্জয় সেনানি;
ঘোৰ মহিষত ৰুদ্ৰৰূপী
দণ্ডপাণি দুৰ্ঘোৰ কৃতান্ত;
চন্দ্ৰ, সূৰ্য হুতাশন, কুবেৰ, বৰুণ;
বজ্ৰধাৰী ঐৰাৱতাৰোহী
দেৱৰাজ সাক্ষাৎ ভৈৰৱ!
ইন্দ্ৰ, এই হাতেৰেই মই
কতবাৰ শাস্তি দিলোঁ তোক,
নিৰুপায় দেখি মোক আহিছ ভুলাই।
মেঘনাদ মই, নকৰোঁ মৃত্যুক ভয়;

কিন্তু দুৰাচাৰ
এয়ে তোৰ উচ্চ ভাৱ হৃদয়ৰ ?
তোকে হায় বোলে দেৱৰাজ !
চাওঁ বাৰু কোনে আজি ৰাখে লক্ষ্মণক।
(লক্ষ্মণক আক্ৰমণ কৰে)
(যুদ্ধ—লক্ষ্মণে তৰোৱালেৰে কোব মাৰে, মেঘনাদ পৰে)

লক্ষ্মণ—জয় ৰণচণ্ডী।

মেঘ—অধম লক্ষ্মণ,
ক্ষত্ৰিয় কুলৰ তই
ভাল খ্যাতি ৰাখিলি দুৰ্মতি।
এই অপযশ তোৰ
চিৰদিন থাকিব মহীত ;
শত ধিক তোৰ প্ৰতি !
বীৰৰ সন্তান মই
নাই দুখ মৃত্যুৰ কাৰণে,
কিন্তু তোৰ হাতত যে প্ৰাণ দিলোঁ
এই দুখ আহিল লগত।
ইয়ালকে ইয়ালকে হায়
জিনিছিলোঁ ত্ৰিভুবন,
পাইছিলোঁ ইন্দ্ৰজিত নাম জগতত !
এই বাৰ্তা লংকেশ্বৰে শুনিব যেতিয়া,
নৰাধম, কোনে তোক ৰাখিব তেতিয়া।
মৰিলি মৰিলি তই,
নাই তোৰ নিস্তাৰ কদাপি।
নোৱাৰোঁ মাতিব আৰু ;
পিতা, হে জননি,
প্ৰমীলা, প্ৰমীলা মোৰ প্ৰাণৰ পুতলি,
বিদায়, বিদায় আৰু অনন্ত বিদায়। (নিমাত)

বিভী—কি কৰিলি মেঘনাদ ক'লৈ পলালি !
উঠ বাছা,
ৰতন শয্যাত তই শোৱ চিৰকাল,
আজি কিয় মাটিত শুলিহি ?
উঠা বাছা, এৰিলোঁ দুৱাৰ মই,
আনা অস্ত্ৰ, দূৰ কৰাঁ লংকাৰ কলংক ;
অপেক্ষিছে দুৱাৰত প্ৰস্তুত সেনাই,
উঠা বাছা,
ৰাক্ষস কুলৰ মান ৰাখাঁ সমৰত ;
হায় হায়,
সাৰিলি সাৰিলি প্ৰাণ, হাততে হেৰালি।

লক্ষ্মণ—বিজ্ঞ তুমি ৰক্ষবৰ
কিৰূপে বুজাম মই ;
বিধিৰ বিধান
কোনে পাৰে কৰিব খণ্ডন ?
আমিও মৰিম একোদিন,
দুদিনৰ অগা-পিছা মাথোঁ।
নিতান্ত অপৰিহাৰ্য প্ৰাণীৰ মৰণ।
আছোঁ আমি শত্ৰুৰ ঘৰত,
আহঁা শীঘ্ৰে, বিলাপৰ নহয় সময়।

বিভী—ৰঘুমণি,
দাৰুণ আঘাত আজি পালোঁ হৃদয়ত।
(দুয়োৰো প্ৰস্থান)

(মায়াৰ প্ৰৱেশ)

মায়া—পূৰ্ণ হ'ল অমৰৰ মনৰ বাসনা !
বৈৰীহীন হ'ল সুৰপতি,
নিশংকিত হ'ল যত
স্বৰ্গ-মৰ্ত্য পাতাল নিবাসী।
লংকাৰ গৌৰৱ-ৰবি
লুপ্ত হ'ল চিৰকাল চিৰ আন্ধাৰত।
আছে কিন্তু বিপদ পাচত—
প্ৰতিহিংসা মানসেৰে
প্ৰৱেশিলে ৰণত ৰাৱণ,
কাৰ সাধ্য বিমুখিব
দুৰ্দ্ধোৰ কৃতান্তৰূপী
বিশালবিক্ৰমী সেই আকুল ৰক্ষক !

যাওঁ শীঘ্ৰে, কওঁ মহেন্দ্ৰক
থাকক প্ৰস্তুত হৈ,
আক্ৰমিলে ৰামক ৰাৱণে,
তুৰন্তে অমৰ সেনা নমাব পৃথিৱী।
(প্ৰস্থান)

॥ তৃতীয় অংক সমাপ্ত ॥

---

## চতুৰ্থ অংক

### ১ম দৰ্শন—প্ৰান্তৰ

(সেনাপতি আৰু সেনাসকল)

সেনাপতি—লংকেশ্বৰ আহিব এতিয়া
থাকাঁ সুসজ্জিত যত সেনা ;
গোৱাঁ বীৰ-গান, মত্ত হোক প্ৰাণ
বীৰ-দাপ, বীৰ-ভাৱ, বীৰৰ ৰঙত ;
বজোৱাঁ ভৈৰৱ শিঙা,
ভীষণ আৰাও শুনি
উথলক বীৰ-ৰক্ত বীৰ-ধমনীত।

(গীত)

সেনাসকল—দুন্দুভি ভীম ভেৰি বাজে ৰণ-ঢাক ;
ঘোৰ শংখে ঘনে কৰে ঘোৰ ডাক।
বীৰ-হৃদয় নাচে ৰণ-উলাহত
টলমল মেদিনী খোজৰ ভৰত ;
বীৰ নিনাদ ছাৰাঁ
ঢালা শোণিত ধাৰা ;
তুলি জয় জয় ধ্বনি
সোমোৱাঁ সমৰ ভূমি ;
তৰোৱাল লোৱাঁ টানি ;
পেলোৱাঁ পেলোৱাঁ অৰি জাক জাক জাক।

(ৰাৱণৰ প্ৰৱেশ)

সকলোৰে—জয় মহাৰাজ লংকেশ্বৰৰ জয়! জয় মহাৰাজ লংকেশ্বৰৰ জয়! জয় মহাৰাজ লংকেশ্বৰৰ জয়!

ৰাৱণ—হে বীৰমণ্ডলী, যাৰ বিক্ৰমত
ৰক্ষসেনা জগতবিজয়ী,
যাৰ নাম শুনি, ৰক্ষ হৃদয়ত
বীৰত্বৰ প্ৰবাহ উথলে,
অন্যায় ৰণত আজি
গতপ্ৰাণ সেই মেঘনাদ!
চোৰৰ নিচিনাকৈ, যজ্ঞালয় পশি,
বিনাশিলে বীৰেন্দ্ৰক অধম লক্ষ্মণ—
নিৰস্ত্ৰক অস্ত্ৰেৰে প্ৰহাৰি—
হৰি নিলে অলংকাৰ সুবৰ্ণ-লংকাৰ,
নুমালেহি ৰাক্ষসৰ কুলৰ প্ৰদীপ ;
হায় হায় শূন্য হ'ল লংকাপুৰী আজি!
কিন্তু বিলাপৰ নহয় সময় ;
কৰিছোঁ প্ৰতিজ্ঞা—ৰণ তৰংগত
উটাম দাৰুণ শোক,
বিনাশিম নীচমতি লক্ষ্মণক আজি ;
নোৱাৰিলে, নোশুভোঁ দুনাই আৰু ;
শূন্য নগৰত পদাৰ্পণ নকৰোঁ দুনাই।
তোমাসকলক বহুকাল
নিজৰ পুত্ৰৰ দৰে
মৰমেৰে কৰিলোঁ পালন ;
আজি সেই মৰমৰ মাগোঁ প্ৰতিদান—
হিয়াত দাৰুণ শেল মাৰিলে লক্ষ্মণে,
কৰাঁ তাৰ প্ৰতিহিংসা সকলোৰে মিলি।
ৰাক্ষস সেনাৰ বল মেঘনাদ নাম,
প্ৰবেশোঁ সমৰ-ভূমি সেই নাম স্মৰি।
মেঘনাদ পৰিল ৰণত,
এই বাৰ্তা শুনি,
ৰাক্ষস কুলত আজি
কোনে খোজে ৰাখিব জীৱন?

( মন্দোদৰী আৰু লিগিৰীৰ প্ৰবেশ )

মন্দো—কাচিছা পাৰিছা সৱে ৰণৰ কাৰণে,
কিয় মোৰ বাছাক নেদেখোঁ ?
কাৰ সাহত আজি কৰিবা সমৰ ?
ক'ত মোৰ মেঘনাদ,
মেঘৰ নাদেৰে হায়
কোনে আৰু আক্ৰমিব শত্ৰুক দুনাই ?
মেঘনাদ, মেঘনাদ,
সাজি পাৰি ওলাল সকলো
আহাঁ শীঘ্ৰে কৰাঁহি সমৰ।

ৰাৱণ—নকৰাঁ বিলাপ ৰাণী,
নাই ফল বিলাপত—
নাহে আৰু মেঘনাদ উভতি দুনাই।
ৰাৱণৰ জীৱনৰ
প্ৰতিহিংসা মাথোঁ আজি উদ্দেশ্য কেৱল।
যোৱাঁ এবে,
বিলাপ কাল পাবাঁ চিৰকাল।
লক্ষ্মণৰ শোণিতেৰে
কৰি আহোঁ পুত্ৰৰ তৰ্পণ ;
বিজন বনত পশি
থাকে মানে ভেলত প্ৰাণৰ ছায়া,
দুয়োজনে একেলগে
দাৰুণ শোকৰ বোজা ব'ম চিৰকাল।
ৰণযাত্ৰী মই, নোবোধিবাঁ গতি ;
মনৰ অনল মোৰ
নুনুমাবাঁ শোকৰ ধাৰাৰে।

মন্দো—মহাৰাজ
দুখুনীৰ একেটি ৰতন মাথোঁ,
অৰ্পিছিলোঁ তোমাৰ হাতত তাকে ;
কি কৰিলা দুষ্প্ৰাপ্য ৰতন মোৰ ?
দিয়াঁ নাথ, দুখুনীৰ নিধি পুনু
ওভোতাই দিয়াঁ দুখুনীক

ৰাৱণ—শোকত বিহ্বলা ৰাণী উন্মাদিনী প্ৰায়,
নিয়াঁ শীঘ্ৰে, নথবাঁ ইয়াত।

মন্দো—(লিগিৰীয়ে নিৰ খোজাত) ক'লৈ ধৰিছাঁ নিব,
ক'ত প্ৰাণ শীতল পৰিব ?

( লিগিৰীয়ে মন্দোদৰীক ধৰি লৈ যায় )

ৰাৱণ—লংকা ৰাজ্য অতুল প্ৰতাপশালী।
ঐশ্বৰ্যত স্বৰ্ণলংকা অদ্বিতীয় জগতত,
সম্মানত লংকাৰ প্ৰথম স্থান,
যশস্যাত লংকাৰ কীৰিতি
অতুল অদ্ভুত এই বিশ্ব জগতত,
ইহেন লংকাৰ আজি
সামান্য ভিক্ষুকে কৰে অশেষ দুৰ্গতি ;
শুনা কাণ পাতি—
ঘৰেপতি নাৰীৰ ৰোদন,
ঘৰেপতি শোকৰ আৰাও,
ঘৰেপতি লংকাবাসী বিপদৰ ভয়ত বিহ্বল।
স্বৰ্ণলংকা মাতৃভূমি তোমাসকলৰ ;
তোমালোক ভুবনবিজয়ী বীৰ,
তোমাসকলৰ বলৰ গুণতে
বোলে বীৰপ্ৰসৱিনী লংকাক জগতে।
আহাঁ আজি
"স্বদেশ সেৱন"—
এই মহামন্ত্ৰ দীক্ষা লৈ,
প্ৰৱেশোঁ সংগ্ৰাম ভূমি,
বীৰ ধৰ্ম আচৰোঁ ৰঙেৰে ;
কৰোঁ আহাঁ একেলগে অব্যৰ্থ প্ৰতিজ্ঞা—
ভীষণ ৰণত
নহ'লে শত্ৰুৰ কুল কৰিম নিৰ্মূল,
নিজ প্ৰাণ আহুতি প্ৰদানি,
জনমক কৰিম সাৰ্থক।

সকলোৱে—জয় মহাৰাজ লংকাপতিৰ জয়! জয় মহাৰাজ লংকাপতিৰ জয়! জয় মহাৰাজ লংকাপতিৰ জয়!

## ২য় দৰ্শন—ৰাজপথ

( শংকু )

শংকু—আজি ধঁপাত নেখালোঁ, বৰ-বিহ খালোঁ। ধঁপাত হুপি বেলি কৰি থাকোঁতে, পাচ পৰি ৰণলৈ যাব নোৱাৰিলোঁ! বজাই বুজ পালে মোৰ ফালে পটং—একেবাৰেই প্ৰাণদণ্ড! অস্ অস্! মোক ধঁপাতেই খালে! এফাললৈ যাবলৈ ওলাম, ধঁপাত চিলিমেই ৰাখিব চুঁদাৰ! গ'লোঁ। এঘৰলৈ, ধৰিলোঁ আহিবলৈ, শুনিলোঁ ধঁপাতৰ নাও, বহিলোঁ আকৌ হুপৰলৈ; বাটে বাটে গৈ আছোঁ, লোকক ধঁপাত খোৱা দেখিলোঁ হ'ল খোজ নচলা; খুজিলোঁ চিলিমটো, মাৰিলোঁ হোঁপাটো, হ'ল তাতে হুপৰ। এইবাৰ সাৰিব পাৰিলে, আৰু ধঁপাতত মুখ নিদিওঁ। ধঁপাতৰ চুখতে প্ৰাণ যাওক, তেও ৰাজদণ্ডত মৰিব নোৱাৰি! কেনে কুঠীয়া ৰজাটো কটা! সোধ নাই, পোছ নাই; পোনে পোনেই প্ৰাণদণ্ড! বুধিৰ গঁচ নাই। ইমানতো ভাবি নেচাই—যে এটা মানুহ জীয়াই থাকি, এজনী তিৰোতা আনিলে তাৰ কিমান ল'ৰা হ'ব; আৰু তেতিয়া কিমান চিপাহি কৰিবলৈ পাব; এনে অবিচাৰ! ভালেতোহে ৰণ কৰিছে মানে হাৰি গৈছে! সোটো কোন? মনেৰে পালেহিয়েই! এতিয়া ক'ত লুকাওঁ!

( সৰ্বানন্দৰ প্ৰবেশ )

সৰ্বানন্দ—কি অ' শংকু? অকলৈ কথা হৈছ দেখোন?

শংকু—( মনতে ) উস্ তত পালোঁ! মোৰ জিভা শুকাই তালু পাইছিলগৈ; এতিয়াহে মুখলৈ পানী আহিছে। ( ফুটাই ) দেউ মোক কি সুধিলে?

সৰ্বা—বোলোঁ। ভূতেপোৱা মানুহৰ দৰে অকলৈ অকলৈ কি বকিছ?

শংকু—এ' ভাল কৈছে দেউ, ভূতত্তকৈ টান পালীয়ে পাইছে; আজি মোৰ শৰাধ!

সৰ্বা—সেইটো হোৱা হ'লে দেখোন এদিনৰ বজাৰ খৰচকে পালেঁাহঁেতেন। বাৰু কিবো হৈছে শুনোচোন।

শংকু—আজি বজা ৰণলৈ গৈছে, বুজ নেপাইছেই? পাচে মই পাচ পৰিলোঁ। ইফালে হুকুম—আজি যি ৰণলৈ নেযাব, তাৰ পাণদণ্ড!

সৰ্বা—খোৱা খোৱা; আনবোৰে ৰণ কৰিয়েই ফালিছে; আজি অতদিন ৰণ হ'ল, তেও এবাৰো জিকিবৰ নুশুনিলোঁ; তুমি যোৱা হ'লে ছিৰাছিৰ কৰিলাগেহঁেতেন; আজিলৈ বাৰু তুমি থাকাইচোন, মংগল হ'ল বুলিবো আৰু শঙুণে খাব কিমান?

শংকু—দেহি ঐ! দেউ, তুমি বজা হোৱা হ'লেহে, আমাৰ দৰে দুখীয়া নিচলা মানুহে তত পায়! আমাৰ বজা হ'ল জীয়া-খোৱা; নুশুনিছা হুকুমৰ গঢ়?

সৰ্বা—বজা, প্ৰজা, দেশখনেই শুচিল; ধৰ্ম কৰ্মলৈ পিঠি দিলে—এই ৰণখন লাগিবৰে পৰা যদি কৰবাত হাত তিয়াবলৈ পাইছোঁ? আৰু অত ডাঙৰ ডাঙৰ সেনাপতিবোৰ মৰিছে, তেওচোন এটা বামুণক মাতি আনি হাত-মুখ ধুৱাওঁ, এইটো কাৰো জ্ঞান হোৱা নাই।

শংকু—নহয়নো কি দেউ? মই হ'লে কৈছোঁ ৰণত সেই বাবেহে জিকিব পৰা নাই। তাতে বজাপাট হ'ল জিয়াখোৱা, মন্ত্ৰীকাঠি টোপনিওৱা। আমাৰ নিচিনা মানুহ মন্ত্ৰী হ'বলৈ পাব লাগিছিল, তেহে চালেঁাহঁেতেন! দেউ, মেঘনাদৰ কাজ-কৰম কৰিবলৈ কিবা দিহা কৰিছেনে?

সৰ্বা—এ' ক'ত কৰিছে মোৰ সোণাই! বাতি মৰিছে, পুৱাতে এয়া বাপেক ৰণলৈকে গৈছে।

শংকু—ভাল বাৰু দেউ, কোনোবাই কৰবাত দেখি বজাক লগাই দিলেগৈ, মোৰ ফালে আহবি; মই আহিলোঁ, সেৱাহে। ( প্ৰস্থান )

সৰ্বা—আজি পুৱাটি এইদৰেই গ'ল। ক'তো পাই-পইচা এটি খৰা নপৰিল। ওলাই আহোঁতেই ব্ৰাহ্মণীয়ে তেল নাই বুলি কৈ পঠিয়াইছে; তেল নিলিয়াকৈ ঘৰ ওলাবলৈ হ'লে, পিঠিত তেল ধঁহিহে যাব লাগিব।

( প্ৰস্থান )

### ৩য় দর্শন—শিবিবৰ দাঁতি

( ৰাম আৰু হনুমান )

ৰাম—চোৱাঁ হনু, অন্ধময় হ'ল দশোদিশ ;
কদ্ধ কৰি সূৰ্যৰ কিৰণ
অস্ত্রই মাথোন চোৱাঁ গগন ঢাকিছে
চিকি-মিকি পোহৰবে।
বিদ্যুৎ খেলিছে আন্ধাৰত।
শুনাঁ শুনাঁ আৰ্তনাদ ৰাঘৱ-সেনাৰ
ঘনে ঘনে জয়ধ্বনি ৰাক্ষসৰ :
"জয় লংকেশ্বৰ" নাদে গগন ভেদিছে।
বিষম দেখিছোঁ গতি। নাজানো কি হয়।

হনুমান—চিন্তা নকৰিবাঁ চিন্তামণি ;
থাকোঁতে কিংকৰ এই
নাই একো চিন্তাৰ কাৰণ।
কোমল হাতেৰে প্ৰভু,
নেলাগে ধৰিব ধনু,
আছে হনু,
নোৱাৰে ৰাৱণে আজি
পদাৰ্পিব পুৰীত তুনাই
বান্ধি আনি ততালিকে
অষ্টাংগে পেলাম শ্ৰীপদত।
নহ'লে অথবা,
ইচ্ছা যদি কৰা ইচ্ছাময়,
দিয়াঁ আজ্ঞা দাসক মাথোন,
তুৰন্তে উভালি লৈ
বংশ সমে ৰাক্ষসৰ
তেনেই লংকাকে আজি
সাগৰৰ পানীত বুৰাওঁ।

ৰাম—তোমাকে প্ৰমুখ্য কৰি, বীৰেন্দ্ৰদলৰ
বাহুবল মাথোঁ আৰু
অসহায় ৰামৰ সহায়।
বহুত সহিছা বাছা

দুৰ্ভগীয়া ৰামৰ কাৰণে ;
দুৰ্ঘোৰ সংকট আজি,
সাৱধানে কৰাঁ ৰণ
ৰক্ষা কৰাঁ লক্ষ্মণৰ প্ৰাণ।

( বিভীষণৰ প্ৰৱেশ )

বিভীষণ—সৰ্বনাশ ৰঘুমণি,
নল নীল জাম্বুবান হাৰিল ৰণত,
সুগ্ৰীৱে মানিলে পৰাভৱ ;
অগ্নিময় শৰৰ আগত,
যত সেনাপতি,
মুহূৰ্তও নোৱাৰিলে তিষ্ঠিব কোনেও ;
দাৰুণ শোকত আজি
কালান্তক কৃতান্ত মূৰতি ৰক্ষপতি ;
বায়ুৰ বেগেৰে আহিছে বীৰেন্দ্ৰ
লক্ষ্মণক উদ্দেশি কেৱল।
অত বেলি পালেহিহেঁতেন,
সম্মুখিছে বাটত অংগদে।

ৰাম—যোৱাঁ মিতা,
কৰাঁ শীঘ্ৰে লক্ষ্মণৰ ৰক্ষাৰ উপায়।
আগুলি থাকিম পথ হনু সমে মই।
( বিভীষণৰ প্ৰস্থান )

( ভিতৰত )—জয় মহাৰাজ লংকাপতিৰ জয় !

হনু—পালেহি পালেহি প্ৰভু !
চোৱাঁ চোৱাঁ অধীৰ অংগদ বীৰ,
নোৱাৰে যুজিব আৰু ;
যাওঁ ময়ো, থাকাঁ সাৱধানে।
জয় ৰঘুপতিৰ জয় !
( প্ৰস্থান )

( ইন্দ্ৰৰ প্ৰৱেশ )

ইন্দ্ৰ—নাই ভয় ৰঘুমণি,
সসৈন্যে আহিছোঁ মই,
স্বয়ং কৰিম ৰণ তোমাৰ কাৰণে

ৰাম—কোন তুমি সদাশয়,
মোৰ বিপদত এই
ভাগ্যহীন ৰামৰ সহায় ?

ইন্দ্ৰ—ইন্দ্ৰ ৰঘুমণি,
চিৰকাল হিতৈষী তোমাৰ।

ৰাম—ধন্য মই, সাৰ্থক জীৱন মোৰ,
প্ৰকাশিলা অপাৰ করুণা !
নেপাওঁ বিচাৰি কথা—
মানৱ-বাক্যেৰে নোজোৰে কদাপি—
নোৱাৰোঁ বৰ্ণাব প্ৰভু,
কৃতজ্ঞতাসাগৰ হিয়াৰ ;
বুজি লোৱাঁ অন্তৰ্যামী অন্তৰৰ ভাব !
ৰক্ষা কৰাঁ সহস্ৰাক্ষ মোৰ সংকটত,
ত্ৰাণ কৰাঁ লক্ষ্মণৰ প্ৰাণ,
ভাতৃদান দিয়া আজি ভিখাৰী ৰামক।

ইন্দ্ৰ—নকৰিবাঁ ভাবনা একোকে,
ভস্ম কৰি ৰাৱণক বজ্ৰ অগনিৰে
অৰ্পিম তোমাক আজি জানকী সতীক।
অমৰৰ প্ৰিয় অতি তুমি ৰঘুপতি,
অনুকূল দেৱকুল সদায় তোমাৰ,
চোৱাঁ ঘূৰি পাচত এবাৰ—
ৰচিছে অপূৰ্ব ব্যূহ অমৰ সেনাই
যাওঁ মই, আপুনি ৰাখিম লক্ষ্মণক ;
অমৰ সেনাৰ সমে,
আগুলিবা পথ তুমি আহিলে ৰাৱণ।
(প্ৰস্থান)

ৰাম—দিবা আজ্ঞা কিংকৰৰ প্ৰতি।
(ভিতৰত)—জয় মহাৰাজ লংকাপতিৰ জয় !

ৰাম—হায় হায়,
পৰাজিলে ৰঘুসৈন্য দুৰ্জয় ৰণত,
ভীমগদা-প্ৰহাৰত হনুক খেদালে !
মহাৰুদ্ৰ মুৰতিৰে পালেহি ৰাৱণ !
জয় দেৱী ৰণচণ্ডী !
দিয়া বল দাসক তোমাৰ !
(শৰ মাৰিব খোজে)

(ৰাৱণৰ প্ৰৱেশ)

ৰাৱণ—নেলাগে তোমাক আজি,
দিলোঁ আৰু এদিন আয়ুস,
এদিন মাথোন আৰু থাকা পৃথিৱীত।
ভ্ৰাতৃৰ শোকত মজা প্ৰাণেৰে তোমাৰ
পূৰ্ণাহুতি দিম কালি দীঘল ৰণৰ।
লাগে আজি পাষণ্ড দুৰ্জন সেই
নৰাধম লক্ষ্মণক মাথোঁ।

ৰাম—ৰণত পণ্ডিত অতি
বীৰশ্ৰেষ্ঠ তুমি ৰক্ষপতি,
আহ্বানিছোঁ ৰণ মই,
কোন নীতি মতে তুমি অৱজ্ঞিবা মোক ?

ৰাৱণ—নীতি ! কোন নীতি মতে
ক্ষত্ৰিয় কুলৰ গ্লানি অধম লক্ষ্মণে
চোৰৰ ৰূপেৰে ৰাতি প্ৰৱেশি পুৰীত,
বিনাশিলে নিৰস্ত্ৰ বীৰক ?—
হৰি নিলে
লংকাৰ অমূল্য ৰত্ন
হৃদয় নিধি ৰাৱণৰ ?

ৰাম—আগুলিলোঁ পথ মই ;
নোৱাৰাঁ বাঢ়িব আগ নিজিনিলে মোক।

ৰাৱণ—কৃতান্তই তোৰ তেনে ধৰিলে কেশত।
(ৰণ কৰি কৰি দুইৰো প্ৰস্থান)

## ৪ৰ্থ দৰ্শন—যুদ্ধক্ষেত্ৰ

(ইন্দ্ৰ আৰু লক্ষ্মণ)

ইন্দ্ৰ—সত্য ত্ৰেতা উভয় যুগৰ
যত মহা মহা ৰণ দেখিলোঁ সকলো
দেখা নাই, শুনা নাই কদাপিতো

দুৰন্ত সমৰ এনে।
লংকাপতি সাক্ষাৎ অনল আজি,
তুলাৰ নিচিনা কৰি
মুহূৰ্ততে উৰালে অমৰ সেনা ;
নোৱাৰিলে বিমুখিব
অৰুণ, বৰুণ, যমে
তাৰকাৰি দুৰ্জয় কাৰ্ত্তিকে,
যক্ষপতি আদি কৰি যত দেৱৰথী
নোৱাৰিলে ৰাখিব কোনেও।
হোৱা সাৱধান বীৰ, পালেহি ৰাৱণ।

( ৰাৱণৰ প্ৰৱেশ )

ৰাৱণ—নীচমতি ইন্দ্ৰ দুৰাচাৰ,
ইন্দ্ৰজিত পৰা শুনি
পশিছহি লংকা আজি নিৰ্ভয় মনেৰে ;
নেজাননে, আছে তেওঁ
সাক্ষাৎ কৃতান্ত তোৰ দুৰ্দান্ত ৰাৱণ ?
ৰাৱণৰ হৃদয়ত
থাকে মানে বিন্দুমাত্ৰ শোণিতৰ সঁচ,
নিশ্চয় জানিবি তই,
নাই তোৰ কল্যাণ কদাপি।
অদ্ভুত কুচক্ৰী তই,
ছলালি বাছাক মোৰ,
হৰিলি পৰম ৰত্ন সুবৰ্ণ পুৰীৰ।
ধৰিছহি অস্ত্ৰ হয়,
নোৱাৰ ৰাখিব কিন্তু,
লক্ষ্মণক নিতান্ত বধিম আজি।

ইন্দ্ৰ—নেলাগে মুখৰ কথা,
প্ৰতিজ্ঞা পূৰণ কৰা শকতি থাকিলে।
( ইন্দ্ৰ আৰু ৰাৱণৰ যুদ্ধ। ইন্দ্ৰৰ পলায়ন )

ৰাৱণ—চোৰ ভীৰু ক্ৰুৰমতি অধম লক্ষ্মণ,
ধৰিলোঁ এতিয়া আৰু কলৈ সাৰিবি ?
ক'ত তোৰ ৰাম ধনুৰ্দ্ধৰ,
জাম্বুবান সুষেণ সুগ্ৰীৱ,
নল নীল হনুমান অংগদ কুমাৰ ?
কুটিল মন্ত্ৰণাদাতা বিভীষণ ক'ত ?
সসৈন্যে সহায় তোৰ
দেৱৰাজ ক'লৈ পলাল ?
কোনে তোক ৰাখিবহি আজি ?
মাংস তোৰ মাংসাহাৰী জীৱক খুৱাম ;
নাই পৰিত্ৰাণ আৰু
আহিল অন্তিম কাল, মৰিবি দুৰ্মতি।

লক্ষ্মণ—ৰক্ষৰাজ, ক্ষত্ৰিয় সন্তান মই,
যমক নকৰোঁ ভয়, কি ভয় তোমাক ?
প্ৰকাশা বিক্ৰম
আছে মানে শকতি তোমাৰ ;
শোকত আকুল তুমি,
নিবাৰিম পুত্ৰ শোক,
পিতা-পুত্ৰ উভয়কে
তুৰন্ততে কৰি একেলগ।

( যুদ্ধ )

ৰাৱণ—মৰা নাই মেঘনাদ
নিৰ্ব্বলীৰ হাতত তথাপি
শলাগিলোঁ বল তোৰ ;
দেৱৰ সমাজে
নোৱাৰে কদাপি তোক বলেৰে জিনিব।
নাই কিন্তু পৰিত্ৰাণ আজি
এইবাৰ নিশ্চয় মাৰিলোঁ।
( শেল মাৰে ; লক্ষ্মণ পৰে )

( ভিতৰত )—জয় মহাৰাজ লংকাপতিৰ জয়।

ৰাৱণ—সমুচিত শাস্তি পালি অধম দুৰ্জন
হিয়াত শোকৰ শেল মাৰিছিলি মোৰ,
সুমালোঁ দাৰুণ শেল হৃদয়ত তোৰ !
প্ৰতিহিংসা ! প্ৰতিহিংসা !
ৰাৱণৰ জীৱনৰ প্ৰতিহিংসা সাৰ !

লক্ষ্মণ—ৰঘুমণি,
উদ্ধাৰিব নোৱাৰিলোঁ সীতাক তোমাৰ।
(মিমাত)

ৰাৱণ—পূৰ্ণ হ'ল প্ৰতিহিংসা, মৰিল লক্ষ্মণ ;
পূৰালোঁ অভীষ্ট হৃদয়ৰ।
যাওঁ এবে, কান্দক ৰাঘৱে আজি ;
কালিৰ ৰণত হ'ব
লক্ষ্মণৰ পথৰ পথিক।
(প্ৰস্থান)

॥ চতুৰ্থ অংক সমাপ্ত ॥

---

## পঞ্চম অংক

### ১ম দৰ্শন—পথ

(সৰ্বানন্দ)

সৰ্বানন্দ—আচৰিত কথা। মৰা মানুহনো আকৌ জীয়েনে? সিও আকৌ ৰাতিটোতে। সিবাৰ ৰাম-লক্ষ্মণ দুয়োকো যুৱৰাজে কাটি থৈ আহিল ; তেওঁ ঘূৰি আহিল কি, সিফালে হালেই যোলটকীয়া হ'ল। এইবাৰ ৰজাই নিজ হাতে লক্ষ্মণক মাৰি থৈ আহিল ; ৰাতিটোৰ ভিতৰতে আকৌ উঠি বহিল। ই কি কথা। সৌৱা ৰৰ পাগ মাৰি এগৰাকী ৰজাঘৰীয়া বিষয়া আহিছে ; সোধোঁচোন, কিবা ক'ব পাৰে কি চাবে।

(এজন বিষয়াৰ প্ৰবেশ)

(নিৰ্মালি দি) ডাঙৰীয়া কল্যাণ হওক। পাচে সম্বাদ কি?

বিষয়া—সম্বাদ অতি ভয়ানক।

সৰ্বা—সেইটো জনাই আছে। "অভয়ানক" নো কাহানি হৈছে? সদায় ভয়ানক। এইবাৰ বোলে ঘৰ পুৰিলে, এইবাৰ বোলে কুম্ভকৰ্ণ দিহা লাগিল ; এইবাৰ বোলে মেঘনাদক বধালে ; এই অনুক্ৰমে প্ৰথমতে শুদা ভয়ানক, তাৰ পাচত অতি ভয়ানক ! অত্যন্ত ভয়ানক !! অত্যন্ত লোমহৰ্ষক ভয়ানক !!! যুঠেই ভয়ানকৰ উজান উঠিছে সেইটো জানিছোঁ। বিশেষণ বৰ্জিত কৰি শুদা সম্বাদটি মাথোন দিয়ক—এই মৰা মানুহ জীওৱা মন্ত্ৰ কোন দেশৰ পৰা চালান হৈছে?

বিষ—গন্ধমাদন পৰ্বতত হেনো কিবা দৰৱ আছে, সেই দৰৱেৰে জীয়ালেহি।

সৰ্বা—গন্ধমাদন পৰ্বতলৈ দেখোন দুমাহৰ বাট ! ৰাতিটোৰ ভিতৰতে গ'ল, দৰৱো আনিলেগৈ, জীয়ালেহিও, এইটো সাধুকথা যোক তাহানি বুঢ়ীআয়ে নক'লে।

বিষ—সেইদেখিহে কৈছোঁ, বোলোঁ কথা ভয়ানক ; গন্ধমাদন পৰ্বত নিজে উৰি আহি দৰৱ দি ৰাতিৰ ভিতৰতে জীয়াই থৈ আকৌ উভতি গ'লগৈ।

সৰ্বা—কিমাননো শুনিম। পানীত শিল ওপঙা শুনিলোঁ, প্ৰহৰীয়ে বেঢ়ি থাকোঁতে, খনৰে চকুত বালি মাৰি যুৱৰাজক মৰাহি শুনিলোঁ ; এবাৰ নহয় দুবাৰকৈ মৰি মৰি জীয়া শুনিলোঁ ; এতিয়া আকৌ পৰ্বতে ঘৰে ঘৰে বেজালি কৰি ফুৰা শুনিলোঁ। যেনেহে কাল হৈছে আৰু বা কি শুনিব লাগে ! এইবাৰ লাগে যদি, শিল-গুটিয়ে ভাগৱত কোৱা আৰু জেওৰা খৰিয়ে পুৰোহিতালি কৰা শুনিম। ইস কটা ! পৰ্বতটোৰ কেৰামতালি চোৱা। বাৰু তাৰ পাচত এতিয়া কি হৈছে?

বিষ—আজি যুৱৰাজক দাহ কৰা হ'ব।

সৰ্বা—ভালেতোহে আজি আপোনালোকৰ ঘন ঘন সমাগম। বাৰু, আজি আপোনালোকৰ সমাগম, দক্ষিণাৰ দিনা আকৌ আমাৰ সমাগম হ'ব। (দুয়োৰো প্ৰস্থান)

### ২য় দৰ্শন—শিবিৰ

(ৰাম, লক্ষ্মণ, বিভীষণ, হনুমান)

ৰাম—হনু,
আনিছিলা পৰ্বত কিহেতু?

হনু—উঠি গন্ধমাদন গিৰিত,

গছ লতা তৃণ বন অপাৰ দেখিলোঁ ;
নিচিনিলোঁ ঔষধৰ গছ ;
নোৱাৰিলোঁ থিৰাং কৰিব
কাক বোলে বিশল্যকৰণী ;
সিহেতু আনিলোঁ দাঙি সমস্ত পৰ্বত।

ৰাম—হনুমান, কি ক'ম তোমাক আৰু ?
মুখত নোলায় কথা,
নোৱাৰোঁ জনাব কৃতজ্ঞতা।
তোমাৰ গুণতে বাছা,
বিপদত তৰিছোঁ সদায়,
পুনৰপি তোমাৰ গুণতে
পালোঁ আজি হেৰোৱা ৰতন মোৰ।
সাধিলা দুষ্কৰ কাৰ্য,
অনা-নিয়া কৰিলা পৰ্বত,
জীয়ালাহি লক্ষ্মণক,
ভাতৃদান দিলা ৰাঘৱক ;
অমৰ যশস্যা তক কলা পৃথিৱীত।
কি দিম তোমাক হায়,
মৰমেৰে কিনিলা ৰামক।

হনু—নেলাগে একোকে প্ৰভু ;
চিৰদিন ঠাই পাম অৰুণ পদত,
দেখিম শ্ৰীমুখ যেন,
চিৰকাল সেৱিম চৰণ
এয়ে মাত্ৰ আকাংক্ষা হনুৰ
কৰিছোঁ মিনতি ৰঘুমণি,
দিয়া যেন এই সুখ ;
জ্ঞানহীন অধম বৰ্বৰ বুলি,
ঘিণ কৰি, দয়াময়,
নকৰিবা আশাত নিৰাশ।

ৰাম—হনু,
কিয় কোৱা এনে কথা ?
অতি প্ৰিয় তুমি মোৰ ;
মই যেনে, তুমি তেনে, নিশ্চয় জানিবা,
নাই ভেদ হনুৰে ৰামৰে।

হনু—(সেৱা কৰি) পাওঁ যেন জন্মে জন্মে চৰণ
তোমাৰ।

(সুৰবীৰ প্ৰবেশ)

সুৰবী—প্ৰভু,
লংকাৰ প্ৰধান মন্ত্ৰী বিখ্যাত সাৰণ
শত অনুচৰ সমে,
উপস্থিত শিবিৰ দ্বাৰত।

ৰাম—যোৱা ভাই, হনুমান সমে,
আনা শীঘ্ৰে সম্মানেৰে মন্ত্ৰীক আদৰি।

লক্ষ্মণ—শিৰোধাৰ্য্য আজ্ঞা ৰঘুমণি।

(লক্ষ্মণ, হনুমান আৰু সুৰবীৰ প্ৰস্থান)

ৰাম—মিতা,
নোৱাৰোঁ বুজিব একো
ৰক্ষমন্ত্ৰী কিহেতু আহিছে ;
কৰিবনে সন্ধিৰ প্ৰস্তাৱ ?

বিভী—ৰঘুমণি, মনে মোৰ নধৰে সিকথা ;
আজন্ম দেখিছোঁ
লংকাপতি দৃঢ়মতি অতি,
অহংকাৰ নেৰে কদাপিতো ;
নিশ্চয় নকৰে সন্ধি,
শেহলৈকে কৰিব সমৰ।
অন্য কিবা কাৰণত পঠালে মন্ত্ৰীক।
সাৱধানে হ'বা কথা,
মন্ত্ৰীবৰ অদ্ভুত চতুৰ,
দেৱমন্ত্ৰী হাৰে বিচাৰত।

(লক্ষ্মণ, হনুমান আৰু মন্ত্ৰীৰ প্ৰবেশ)

ৰাম—আহাঁ আহাঁ মন্ত্ৰীবৰ,
পৰম সৌভাগ্য মোৰ,
কৰাঁ এই আসন গ্ৰহণ।

মন্ত্ৰী—প্ৰণমো চৰণ নৰমণি।

ৰাম—মন্ত্ৰীবৰ,
অপাৰ আনন্দ আজি দিলা বাধৰক,
কোৱা এবে,
পাৰোঁনে লভিব সুখ কিবা কাৰ্য সাধি?

মন্ত্ৰী—লংকেশ্বৰে পঠিয়ালে মোক ;
শুনা ৰঘুনাথ,
নিবেদন ৰাক্ষসনাথৰ—
সপ্ত দিন মহাবাহু,
জিৰোৱা লংকাত তুমি
বৈৰী ভাব কৰি পৰিহাৰ,
পুত্ৰৰ অন্ত্যেষ্টি ক্ৰিয়া কৰিব ৰজাই।
নিৰ্বীৰিলা বীৰভূমি বাহুৰ বলেৰে ;
বীৰধৰ্ম পালা ৰঘুবীৰ,
বিপক্ষ বীৰক বীৰে সম্মানে সততে।
দৈৱ বিপাকত
বিপদত পৰিছে ভূপতি
বৈৰী মনোৰথ আজি পূৰোৱা সুৰথী
—এই অনুৰোধ দেৱ ৰাক্ষসপতিৰ।

ৰাম—মন্ত্ৰীৰাজ,
হওঁতে পৰম শত্ৰু ৰক্ষপতি মোৰ ;
তেও কিন্তু,
অত্যন্ত দুখিত মই তেওঁৰ দুখত।
দগ্ধ হয় তৰুবৰ সূৰ্যৰ তাপত,
তথাপিতো,
ৰাহুৱে কৰেহি গ্ৰাস সূৰ্যক যেতিয়া,
দুখত মলিন মুখ হয় তৰুৰাজ।
ৰামৰ মানত,
শত্ৰু, মিত্ৰ, উভয়কে সমান বিপদত।
যোৱা তুমি মন্ত্ৰীবৰ,
সসৈন্যে নধৰোঁ অস্ত্ৰ সপ্ত দিন মই।

মন্ত্ৰী—মহতৰ চিৰকাল মহৎ স্বভাৱ!
ধন্য ধন্য ৰঘুপতি
অতি মহামতি তুমি।
মহৎ অন্তৰ যেনে ৰক্ষকুলপতি,
তুমি তেনে উদাৰ চৰিত।
বৈৰী ভাৱ তোমা সমে ৰাক্ষসপতিৰ
আক্ষেপৰ কথা অতিশয়।
বিধিৰ বিধান মাথোঁ। কাক দোষ দিম?
বিদায় মাগিলোঁ নৰমণি,
প্ৰণাম পদত।

ৰাম—যোৱা মন্ত্ৰীবৰ,
তোমাৰ সাক্ষাৎ পাই সন্তোষ লভিলোঁ।
(মন্ত্ৰীৰ প্ৰস্থান)
আহাঁ মিতা,
সেনাপতিসকলক শুনাও সম্বাদ।
(সকলোৰে প্ৰস্থান)

## তৃতীয় দৰ্শন—কক্ষ

(ৰাৱণ, মন্ত্ৰী, প্ৰমীলা, বাসন্তী)

ৰাৱণ—স্থিৰ হোৱা গুণৱতী,
নবঢ়াবা শোকৰ অগনি মোৰ।
জলন্ত চিতাত,
কি সতেৰে, পুৰিম তোমাক?
ৰাখাঁ প্ৰাণ, নকৰিবা শোক,
এৰাঁ এই ভীষণ কামনা ;
নোৱাৰোঁ সহিব এনে বিষম যন্ত্ৰণা।
তোমাৰ মুখকে চাই,
সহোঁ এই জলন্ত অনল ;
পাৰোঁ যদি,
পাহৰোঁ দাৰুণ শোক।

প্ৰমীলা—ক্ষমা মাগোঁ মহাৰাজ,
বাধা আৰু নিদিব দাসীক
এৰি গ'ল জীৱন সংগীয়ে,

জীৱনৰ এই গুৰু ভাৰ
নোৱাৰোঁ দাঙিব অকলে ;
ভাগি গ'ল আশাৰ চকৰি—
নাই প্ৰয়োজন,
গুচিল হেপাহ—
জীৱনৰ বোজা মই
বহন কৰিব আৰু নোৱাৰোঁ মিছাতে।
নেপাওঁ যন্ত্ৰণা একো
নাই আৰু আগৰ চেতনা,
দুখ সুখ অনুভৱ নোৱাৰোঁ কৰিব
মেলাগে অসাৰ দেহ,
সতী যাম পতিৰ লগত ;
কিৰূপে ৰাখিব মহাৰাজ ?
কায়া সমে যাব ছায়া,
মাৰ যাব প্ৰতিধ্বনি ধ্বনিৰ লগত।

ৰাৱণ—আচৰিত সতীৰ শকতি।
যোৱা বাৰু বীৰজায়া, নকৰোঁ বাৰণ ;
সাধ্বী তুমি গুণৱতী,
উজ্জ্বলোৱা ৰক্ষকুল চিতা-অগনিৰে ;
দ্বিতীয়া সাবিত্ৰী হৈ,
অমৰত্ব লভা জগতত।
নিয়া তেন্তে সতীক বাসন্তী,
মেঘৰ লগত যক মেঘৰ বিজুলী।

( প্ৰমীলা আৰু বাসন্তীৰ প্ৰস্থান )

( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী—নিবেদন ৰাজ-ৰাজেশ্বৰ,
অপেক্ষিছে দুৱাৰত
মহাকায় ভীষণ মূৰতি বীৰে ;
নাম হনুমান,
ৰাঘৱৰ দূত বীৰবৰ।

ৰাৱণ—দিয়া পথ আহক সোমাই।

( দুৱৰীৰ প্ৰস্থান )

যায় যদি ৰণত জীৱন
মংগল মানিম মই ;
দূৰ হ'ব শোক তাপ,
পাহৰিম সকলো যন্ত্ৰণা,
শান্তি পাম, হৃদয়ৰ অনল নুমাব।
কিন্তু যদি, থাকে প্ৰাণ, নমৰোঁ ৰণত,
কোনে জানে, দুৰন্ত শোকত এই
কতদিন লাগিব জ্বলিব !
হায় ! ঘোৰ হলাহল এনে
সহিম কিৰূপে।

( হনুমানৰ প্ৰৱেশ )

হনুমান—প্ৰণমো ৰাজেন্দ্ৰ, পঠালে ৰাঘৱে মোক।
যদিও পৰম ৰিপু,
ৰঘুপতি ব্যথিত হৃদয় অতি
তয়ু বিপদত ;
অন্তৰেৰে ৰক্ষমণি,
সৰল সহানুভূতি
নিবেদিছে অযোধ্যাপতিয়ে।
সহস্ৰ পদাতি মোৰ লগত আহিছে,
অপেক্ষিছে বাহিৰত ;
এই দশ শত পদাতিৰে
সন্মানিছে কুমাৰৰ অন্ত্যেষ্টি ৰাঘৱে।

ৰাৱণ—মহৎ অন্তৰ যাৰ,
শত্ৰু-মিত্ৰ নেথাকে বিচাৰ তাৰ
এনে বিপদত।
জনাবা সুজন তুমি,
ধন্যবাদ ৰাঘৱক মোৰ ;
প্ৰীতি পালোঁ ব্যৱহাৰ।
ক'বা আৰু বুলি
যোগ্য অৰি ৰাৱণৰ ৰাম মহামতি ;
মহৎ জনেৰে এনে,
সুখ আছে শত্ৰুতা কৰিও।

( সেনাপতিৰ প্ৰৱেশ )

সেনাপতি—মহাৰাজ প্ৰস্তুত সকলো ;
সাগৰ পাৰত ৰক্ষ পুৰোহিতে
বিধিমতে নিৰ্মাণিলে চিতা ;
সুসজ্জিত প্ৰাংগণত পদাতি।
যত ৰাজকৰ্মচাৰী,
বন্ধুবৰ্গ আত্মীয় স্বজন,
অবাল-বনিতা-বৃদ্ধ ৰক্ষপুৰবাসী
সাজি আছে সকলোৱে শোকৰ সাজেৰে,
অপেক্ষিছে ৰাজ-আগমন।

ৰাৱণ—যাব আৰু
সহস্ৰ পদাতি এই বীৰৰ লগৰ,
সন্মানিত স্থান তুমি কৰিবা বিধান।

সেনাপতি —শিৰোধাৰ্য প্ৰভুৰ আদেশ।

ৰাৱণ—আহাঁ তেনে বীৰবৰ,
নাই প্ৰয়োজন পলমৰ।
( মন্ত্ৰীৰ বাহিৰে সকলোৰে প্ৰস্থান )

মন্ত্ৰী—ধ্বংস হ'ল ৰক্ষবংশ
শূন্য হ'ল ৰাক্ষস নগৰী!
অস্ত গ'ল মেঘনাদ—
দিনমণি ৰাক্ষস কুলৰ ;
অন্ধকাৰ হ'ল লংকাপুৰী!
দৈত্যবালা প্ৰমীলা সুন্দৰী,
মূৰ্তিমতী গৃহলক্ষ্মী ৰাক্ষসপুৰীৰ
ভস্ম হ'ব চিতা-অগনিত,
লক্ষ্মীহীনা কৰি ৰক্ষদেশ!
ওপোজাই লক্ষ পুত্ৰ মহাবলী
অগ্ৰগণী বীৰৰ সকলো,
বিশাল ৰাক্ষসকুল
অপুত্ৰক হ'ল জগতত।
কোনে জানিছিল হায়,
এনে গতি হ'ব ৰাক্ষস কুলৰ!



নিষ্ঠুৰ বিধাতা
ভাল শোক দিলা এই বৃদ্ধ বয়সত।
( প্ৰস্থান )

## ৪ৰ্থ দৰ্শন—সাগৰৰ দাঁতি

( প্ৰমীলা, বাসন্তী আদি সখীসকল, ৰাৱণ, মন্ত্ৰী, সেনাপতি, হনুমান, সেনাসকল ইত্যাদি )

( চিতা জ্বলে )

[ গীত ]

প্ৰমীলা—ক'লৈ গ'লা প্ৰাণনাথ লোৱাঁহি এবাৰ
তুমিময় জীৱনৰ প্ৰেম উপহাৰ।
বোৱালা প্ৰেমৰ সুঁতি
ফুৰিলোঁ ৰঙেৰে উটি,
তুমি ৰাখিছিলা বান্ধি প্ৰাণ অভাগীৰ।
ফুৰি ফুৰি পাচে পাচে
মৰিলেও সুখ আছে,
প্ৰাণ দিলে মৰে যদি প্ৰণয়ৰ ধাৰ।
লোকে বোলে প্ৰেম যাক
নোৱাৰোঁ দিব তোমাক,
লোৱাঁ যোগ্য পূজা দিয়ে প্ৰাণে অবলাৰ।

পিতৃ ৰাজ্যলৈ মোৰ যোৱাঁ যত সখী ;
জনাবাঁ পিতাক গৈ ইসৱ বাতৰি।
পিতৃ-মাতৃ উভয়কে
প্ৰণাম জনাবাঁ মোৰ।
জননীক ক'বাঁ—
অভাগীৰ কপালত
যিহকে লিখিলে বিধাতাই,
সেয়ে আজি ঘটিল শেহত ,
যাৰ হাতত সঁপিছিলে প্ৰমীলাক,
তেওঁৰ লগত আজি আহিল অভাগী।
গুৰুমণ্ডলীক প্ৰণমিছে অভাগীয়ে ,

গুৰু, বন্ধু, সখী, যত সমাগত জন,
সকলোকে বিদায় মাগিছে,
জনমৰ দোষ মোৰ ক্ষমা সকলোৰে,
কৰাঁ আশীৰ্বাদ,
পতিপদ লভোক সতীয়ে।
( চিতাত জঁাপ মাৰি পৰে )

ৰাৱণ—যোৱা পুণ্যৱতী সতি,
ধন্য হ'ল ৰক্ষকুল তোমাৰ গুণত।
বৰ আশা মেঘনাদ আছিল মনত
বহুৱাম ৰক্ষ-সিংহাসনত তোমাক,
লক্ষ্মীৰূপা প্ৰমীলা সুন্দৰী
ৰাণী ৰূপে কাষত বহিব,
জুৰাম নয়ন দেখি
ৰাজ আসনত উভয়কে।
কিন্তু হায়
কাল আসনত আজি থলোঁহি দুয়োকো।
ভাবিছিলোঁ,
অন্তিমত প্ৰাণ যাব তোমাৰ হাতত,
ভাগ্যগুণে মোৰ,
হ'ল আজি বিপৰীত তাৰ।
নোৱাৰোঁ বুজিব হায়,
কি পাপৰ ফলত বিধিয়ে
দুৰন্ত যন্ত্ৰণা এনে দিলে ৰাৱণক।
কিৰূপে উভতি যাম
উদং পুৰীত গৈ সোমাম কিৰূপে।
মন্দোদৰী মহিষীক কি দিম প্ৰবোধ!

হায় বিধি,
বজ্ৰাঘাত কৰি মোক নবধাঁ কিহেতু!
( ওপৰৰ পৰা স্বৰ্গীয় বিমানেৰে নন্দীৰ প্ৰৱেশ )

[ গীত ]

নন্দী—আহাঁ জীৱ এৰি আজি মানৱী জীৱন,
এটালা এটালা দেখি জীৱন সপোন।
কেনি আহি কেনি গ'ল,
কিনো কাৰ্য কৰা হ'ল,
কিয় আহি কিয় গ'ল, নাই নিৰূপণ।
পৃথিৱীৰ মোহ মায়া
পৃথিৱীতে এৰি থোৱা,
পাবাঁ আজি পুণ্যধাম অতি বিতোপন।
( চিতাত শান্তি কৰি )
শিৱৰ আদেশ,
উঠাঁ দুয়ো প্ৰেমিক-প্ৰেমিকা,
দিব্য ৰূপ ধৰি শীঘ্ৰে আৰোহাঁ বিমান;
বিহৰাঁহি চিৰকাল কৈলাসপুৰীত।
( মেঘনাদ আৰু প্ৰমীলাই দিব্যৰূপ ধৰি
নন্দীৰে সৈতে বিমানত উঠি ওপৰলৈ যায়;
শূন্যত অপ্সৰাসকল ওলাই গান কৰে )
অপ্সৰাসকল—প্ৰেমিক-প্ৰেমিকা ছবি কিনো মনোময়,
ৰৈ যোৱা চাই যোৱা নয়ন জুৰাই।
জীৱন মধুৰ কৰে
প্ৰেমে মৰণতো নেৰে,
যতনেৰে আঁকি নিয়াঁ হিয়াই হিয়াই।

( যৱনিকা পতন )

# তিলোত্তমা-সম্ভৱ

## চৰিত্ৰ চিনাকি

### দেৱতা

পুৰুষ—ব্ৰহ্মা, ইন্দ্ৰ, যম, বায়ু, কুবেৰ, বৰুণ কাৰ্তিক, বিশ্বকৰ্মা, কামদেৱ, বসন্ত, চিত্ৰৰথ ( গন্ধৰ্বৰ ৰজা, ইন্দ্ৰৰ সখি ), ব্ৰহ্মৰ্ষিসকল, সেনাসকল।

স্ত্ৰী—শচী ( ইন্দ্ৰৰ পত্নী ), ৰাত্ৰি, নিদ্ৰা, স্বপ্ন, ভক্তি, আৰাধনা, সুমতি, তিলোত্তমা, নিয়তি, বনদেৱাসকল, অপ্সৰীসকল, সৌভাগ্য-কন্যা-সকল।

### দানৱ

পুৰুষ—সুন্দ ( ৰজা ), উপসুন্দ ( তেওঁৰ ভায়েক ), ৰঞ্জন ( সুন্দৰ সখি ), নিৰঞ্জন ( সৈনিক কৰ্মচাৰী ), অনুচৰ, লিগিৰা, দুজন খৰিভাৰী, এজন নগৰীয়া, কিছুমান সেনা।

স্ত্ৰী—ৰঞ্জন পত্নী, লিগিৰী, নৰ্তকীসকল।

---

## সূচনা

### বিন্ধ্যাচল

( বনদেৱীসকলৰ গীত )

দাৰুণ তপে আজি তপছি ত্ৰিজগত
তাপিত বিকলিত কৰিছে পৰাণ।
তাপিত ভূমিতল তাপিত জলদল
তাপিত ঘোৰতৰ বিশাল বিমান।
গিৰি গুহা তাপিত তটিনী বিষাদিত
তৰু-লতা অতি ম্ৰিয়মান ;
তাপিত সমীৰণে ঢালিছে ঘনে ঘনে
তাপিত কৰি ধৰা তাপ বৰিষণ।
ফুলকুল আকুল মলয়া বিয়াকুল
ব্যাকুল যত জগজন ;
দাৰুণ তাপ হৰা শীতল কৰা ধৰা
শীতল ধাৰা হৰি কৰি বিকীৰণ

( প্ৰস্থান )

( হংসাসনত ব্ৰহ্মাৰ আবিৰ্ভাৱ )

ব্ৰহ্মা—উঠা উঠা ভক্ত দুয়োজন ;
কৰিলা কঠোৰ তপ
উঁয়ে খালে মাংস শৰীৰৰ,
তথাপি সমাধি কৰি আৰাধিছা মোক।
সিচিলোঁ সিচিলোঁ শান্তি
উঠা দুয়ো দিব্য তনু লভি।

( কমণ্ডলুৰ পানীৰে শান্তি কৰে। পৰ্বতৰ মাজৰপৰা সুন্দ উপসুন্দই উঠি প্ৰণাম কৰে )

সু—প্ৰভু, পালোঁ দৰশন অৰুণ চৰণ
কিনো ভাগ্য বিতোপন।
সাৰ্থক তপস্যা মোৰ সাৰ্থক জনম !
কোটি কোটি সেৱা কৰোঁ অভয় পদত।

উ—কৰুণা আকৰ, কৃপা কৰি
কৃতাৰ্থিলা কিংকৰক,
লোৱা লোৱা অন্তৰ্যামী
অন্তৰৰ অগাধ ভকতি।

ব্ৰ—ধন্য সুন্দ, উপসুন্দ বখানোঁ তোমাক,
ব্ৰহ্মাক আনিলা টানি তপৰ বলেৰে!
তুষ্ট হ'লোঁ লোৱা দুয়ো মনোমত বৰ।

সু—কৃপা যদি কৰা কৃপাময়,
নেলাগে একোকে আৰু
কৰা মাত্ৰ অমৰ আমাক।

উ—অমৰ অজৰ
সদায় অজেয় যেন হওঁ দুয়ো ভাই।

ব্ৰ—সৃষ্টিৰ প্ৰধান মন্ত্ৰ জনম মৰণ।
মৰণ গুচিলে,
নতুনত্ব যাব জগতৰ
জীৱনৰ যাব মধুৰতা,
মৰুভূমি প্ৰায়
নিতান্ত নিৰস হৈ
আমুৰাব জীৱনে তুৰন্তে।
সেই বাবে, মৃত্যু বিধানিলোঁ,
জগতৰ মংগলৰ কাৰণে কেৱল।
হিমাদ্রি গলিব
সাগৰ শুকাব
চূৰ্ণ হ'ব দেশ মহাদেশ
চন্দ্ৰ সূৰ্য নক্ষত্ৰ মণ্ডল,
সৃষ্টি হ'ব পুনৰপি নতুন সকলো।
নতুনত্ব তত্ত্ব জগতৰ
জনম মৰণ তাৰ অলংঘ্য নিয়ম;
নোৱাৰোঁ লংঘিব তাক,
অন্য বৰ খোজা যিবা লাগে।

সু—বুলি যোৱা তেনে প্ৰভু—
ভাতৃ-ভেদ বিনে যেন অন্য কাৰণত,
নমৰোঁ কদাপি দুয়ো ভাই।

উ—অতুল প্ৰতাপী
জগত বিজয়ী
মহাপৰাক্ৰমী যেন হওঁ দুয়ো আমি।

ব্ৰ—তথাস্তু তথাস্তু বাৰু,
পূৰ্ণ হ'ব মনৰ কামনা;
ঘটিলে বিবাদ কিন্তু তুৰন্তে মৰণ।

( অন্তৰ্ধান )

সু—অমৰ নহ'লে,
অমৰেৰে যুজা অসম্ভৱ
অমৰ বাবেই মাত্ৰ
দুৰন্ত দেৱতাবোৰে
যুগে যুগে দানৱক নিকাৰ ভোগায়।
পূৰ্ণ হ'ল মনৰ অভীষ্ট,
প্ৰকাৰ অন্তৰ কৰি,
লভিলোঁ অমৰ বৰ বুদ্ধিৰ বলেৰে।

উ—মৃত্যুক কৰিলোঁ আমি ইচ্ছাৰ অধীন।

সু—আহাঁ তেনে, গোটেই দানৱ সেনা,
স্বৰ্গ মৰ্ত্য জিনিম বলেৰে;
বিশাল সাম্রাজ্য পাতি,
ইন্দ্ৰক খেদাই,
সুন্দৰ অমৰাৱতী
কৰি ল'ম ৰাজধানী দানৱ ৰাজ্যৰ।

উ—স্বৰ্গ পৃথিৱীৰ বিৰাট ৰাজত্ব ভুঞ্জি
বঞ্চিম অনন্ত কাল অনন্ত সুখেৰে।

( দুইৰো প্ৰস্থান )

( বনদেৱীসকলৰ পুনঃ প্ৰৱেশ আৰু নৃত্য-গীত )

তাপিত জগত আজি দিলে জুৰকৈ।
দুনাই হাঁহিব বনে পুলকিত হৈ।
ডাল ভৰি ফুলি ফুলে মিচিকি হাঁহিব
সুবাসেৰে বনভূমি আমোল মোলাব
পিকে গাব পঞ্চম
অলি কুলে গুঞ্জন
বলিব মলয়া ধীৰে বিৰি-বিৰি কৈ।

লতিকাই মৰমেৰে তৰুক মেৰাব
বিভোল ভ্ৰমৰে ঢলি ফুলক চুমিব
কুলু কুলু নাদিনী
তটিনী তৰংগিণী
যাব নাচি তিৰি-বিৰি কৰি ধীৰে বৈ।

---

## প্ৰথম অংক

### ১ম দৃশ্য

[ স্বৰ্গৰ ৰাজপথ ]

( ৰঞ্জনৰ প্ৰবেশ )

ৰ—তিনিওটা নাম বুঢ়া বিধাতাই ভাল যোৰা খুৱাই থৈছিল। —সুন্দ, উপসুন্দ আৰু ইন্দ্ৰ। কেউটা গণ্ডমূৰ্খ প্ৰকাণ্ড; বুদ্ধিহীন মুণ্ড; মনো অলপ চণ্ড। সেই দেখিছে কৰি শালি যুদ্ধ যুদ্ধ, এই জগতখন কৰিছে লণ্ড-ভণ্ড। সুন্দ-উপসুন্দই পৃথিৱী গোটেইখন জিনিলে, ৰণ কৰি কৰি দেৱতাবোৰ খেদাই স্বৰ্গখনো কাঢ়ি ললে, আৰু এতিয়া ইন্দ্ৰৰ আসনত বহি, স্বৰ্গ পৃথিৱী দুয়োখন গোটাই ৰাজত্ব কৰিছে। তেওনো বাৰু এই ৰণখনৰ অতকালে অন্ত পৰিব নেপায় নে? পৰেনো কেনেকৈ? সুন্দই বোলে দেৱতাবোৰ গচকি থাকিম, ইন্দ্ৰই বোলে দানৱবোৰ তেনেই মাৰিম। ভাল ঐকৰাহাল মৈত উঠিল। এৰণ নাই চাৰণ নাই, অকল মুঠেই যুদ্ধ যুদ্ধ যুদ্ধ, খেতি-পথাৰ, বেহা-বেপাৰ সকলো বন্ধ; দিনে দিনে দ'মাদ'মে ধনৰ শ্ৰাদ্ধ।

( নিৰঞ্জনৰ প্ৰবেশ )

ৰ—সেইজন নিৰঞ্জন ডাঙৰীয়া নে?

নি—হয়।

ৰ—নমস্কাৰ; পাচে কোন ফাললৈ বা?

নি—মই অতি ব্যস্ত, অতি ব্যস্ত, অতি ব্যস্ত।

ৰ—কিয় কিয়? কৰকচোন কথাটো স্পষ্ট।

নি—এই ৰণৰ বাবেই। এই মহাৰণলৈ সৈন্য গোটাব লাগে। সেই সৈন্যই খাবলৈ ৰচদ লাগে, পিন্ধিবলৈ কাপোৰ লাগে, যুদ্ধ কৰিবলৈ অস্ত্ৰ লাগে; তদুপৰি আকৌ এই সকলো বিলাকলৈ ধন লাগে। এই বোৰৰ বাজেও আকৌ কেনেকৈ যুদ্ধ কৰিব লাগিব, তাক ভাবি ঠিক কৰিব লাগে—মই অতি ব্যস্ত।

ৰ—ঢেঁকীয়ে স্বৰ্গলৈ গ'লেও যে ধান বানিব লাগে বুলি কয়, কথাটো দেখিছোঁ এধানো মিছা নহয়। আপুনি পৃথিৱীতো এই কামতে লাটুমটোৰ দৰে ঘুৰি ফুৰিছিল, এতিয়া স্বৰ্গতো আহি সেই ঘূৰণেই। তেলীয়াৰ গৰু, চকু বান্ধি শালত লগাই দিছে, ঘূৰি থাক, ঘূৰি থাক। তেনে হ'লেনো, স্বৰ্গলৈ অহাৰ লাভটো হ'ল কি? ইন্দ্ৰটোক খেদাই, যেতিয়া আমাৰ ৰজাই, আহিবলৈ এই স্বৰ্গখনলৈ, ক'লে মোক দঢ়াই দঢ়াই; তেতিয়া বৰ ভাল পাইছিলোঁ একা মই। ভাবিছিলোঁ বোলোঁ স্বৰ্গলৈ যাম, সুখ এচটা কৰি চাম—ভাতবোৰ হ'ব খপা সোণৰ, ভজা পিটিকা চাঁদি ৰূপৰ, আঞ্জাথিনি হীৰা মুকুতা শুধ মানিকৰ। অপ্সৰীয়ে বিচি থাকিব, দেৱ-কন্যাই খুৱাই দিব, মই মুঠেই গিলিব লাগিব। এতিয়া দেখিছোঁ, তাত যেনে, ইয়াতো তেনে। দুখেৰেই দেশ ভৰা, ইয়াত মাথোন তাতোকৈ এফেৰি দুখটো চৰা; বাৰু, এইবোৰ কথা যাওক এৰা। এতিয়া কওকচোন, এই ৰণখনৰনো মনেৰে কেতিয়া মানে অন্ত পৰিবগৈ?

নি—যেতিয়ালৈকে দেৱ-শক্তি আকৌ ভৱিষ্যতলৈ উঠিব নোৱাৰাকৈ সম্পূৰ্ণৰূপে ধ্বংস কৰিব পৰা নহয়, তেতিয়ালৈকে কেনেকৈ অন্ত পৰিব? নিতান্ত অনন্ত কাললৈকে ৰণ চলি থাকিব।

ৰ—বাৰু ইমানটো খেপ নধৰি, ইমানতে কিবা এটা সন্ধি কৰাটো বেয়া নে?

নি—বেয়াতো, তেনেই বেয়া, সম্পূৰ্ণ বেয়া। দেৱতাবোৰক গচকি পেটু উলিয়াই, আগলৈ কোনো

কালে উঠিব নোৱাৰা নকৰোঁ মানে, আমি ৰণ নেৰোঁ, নেৰোঁ, নেৰোঁ।

ৰ—অৰ্থাৎ, আমাৰ হোজা মানুহৰ কথাৰে ক'বলৈ হ'লে, এই দানৱ কুলটোৰ এটা প্ৰাণীকো জীয়াই থাকিবলৈ নিদিওঁ, নিদিওঁ, নিদিওঁ।

নি—সেয়া, তুমি কথাটো পেংলাই কৰি উৰাই দিলা। তোমাৰে মোৰে কেতিয়াও যোৰা নাহে।

ৰ—কেনেকৈ আহিব? আচল গুৰিতে লেঠা—মোৰ নাম ৰঞ্জন, আপোনাৰ নাম নিৰঞ্জন। তাকেহে ভাবিছোঁ বোলোঁ আপোনাৰ নামটোৱে মানুহটোৰে নিমিলিল। অতবোৰ যোৰাই জোখাই মিলি যোৱা ভাল ভাল নাম থাকোঁতে আপোনাৰ নাম নিৰঞ্জন ৰাখিলে কিয়? কুজন বা দুৰ্জন হোৱা হ'লে কেনে নাৰে গাঁৱে মিলি গ'লহেঁতেন।

নি—তোমাৰ ধেমেলীয়া কথা শুনি থাকিবৰ মোৰ সময় নাই; মই আহিলোঁ।

ৰ—ভাল, ভাল, আপুনি গধুৰ মানুহ গধুৰ কামলৈ যাওক।

## ২য় দৃশ্য

[ ধৱলগিৰিৰ এক অংশ ]

( ৰাত্ৰি, নিদ্ৰা আৰু স্বপ্নৰ নৃত্য-গীত )

তিনিও ভিতৰতে—

( আমি ) ভুৱনমোহিনী জগতজয়িনী
তিনিটি সখী সদায়
জগতে জগতে নিতে নিতে নিতে
ফুৰোঁ দুখ পাতলাই।

ৰাত্ৰি ( গাই গাই ওলাই আহে )—

বেলি মাৰ গ'ল আহিলোঁ নামি
দিম দুই হাতে শান্তি ঢালি
মধুৰ ধাৰাৰে জগতখনকে
দিম দিম শীতলাই।

বাহিৰত ৰাত্ৰি ভিতৰত নিদ্ৰা আৰু স্বপ্ন—

( আমি ) ভুৱনমোহিনী ইত্যাদি—

নিদ্ৰা ( গাই ওলাই আহে )—

ওলালোঁহি ময়ো দিম কোলা পাতি
তাপিত জগত হ'ব তাতে কাতি
দুখ পাহৰাম
টোপনি অনাম
চেনেহী হাত ফুৰাই।

বাহিৰত ৰাত্ৰি আৰু নিদ্ৰা, ভিতৰত স্বপ্ন—

( আমি ) ভুৱনমোহিনী ইত্যাদি—

স্বপ্ন ( গাই গাই ওলাই আহে )—

কত তৰহৰ ৰহণ খুৱাই
ভাবি থকা ছবি আঁকি দেখুৱাই
অলপ সময়
তাপ পাতলাই
যাম মন মোহি থৈ।

তিনিও—

( আমি ) ভুৱনমোহিনী ইত্যাদি—

ৰা—আচৰিত কথা অতিশয়।
তিনি সখী চিৰবিজয়িনী আমি—
পৰ্বত সাগৰ ৰণস্থল মৰুভূমি
ৰোগশয্যা কাৰাগাৰ ভীষণ শ্মশান
ৰাজসভা বিলাস মন্দিৰ—
সকলো স্থানতে
আমাৰ প্ৰবল বল
নিবাৰিব নোৱাৰে কোনেও।
আজি কিন্তু হায়,
মিছা হ'ল সকলো গৌৰৱ—
নোৱাৰিলোঁ দেৱেন্দ্ৰৰ
এধানকে শান্তি বিধানিব।

নি—ৰাত্ৰি দেৱি, প্ৰাণৰ সখীটি মোৰ;
আজ্ঞাৰ নমাই

সুমধুৰ মলয়া বলাই
ফুলৰ গোন্ধেৰে দেশ আমোল্ মোলাই,
শান্তি সিঁচি
দিলাঁহি যেতিয়া তুমি ধৰণী জুৰাই,
ময়ো আহি তোমাৰ পাচতে
পাৰোঁ মানে সকলো কৰিলোঁ—
দেৱেন্দ্ৰৰ অৰুণ চৰণ ধৰি
কতনো খাটিলোঁ
কতনো কান্দিলোঁ
কত প্ৰকাৰেৰে কাকুতি কৰিলোঁ,
তথাপি হাৰিলোঁ—
সহস্ৰলোচন ্মুদিলে লোচন সমূলি।

ৰা—সখী নিদ্ৰা দেৱী, বিশ্ব বিমোহিনী,
নিজেই দেখিছোঁ মই
তুমি যত যতন কৰিলা ;
তোমাৰ ক্ষমতা তুমি তেনেই খটালা,
তথাপিতো তেনেই হাৰিলা।

স্ব—ময়ো সখী, ধুনীয়া ধুনীয়া ছবি
আনিছিলোঁ কতনো লগত—
পূৰ্ণিমা জোনৰ পূৰ্ণ পোহৰেৰে ভৰা
নন্দন কানন—বিৰাজিত তাত
মোহন বসন্ত আৰু মধুৰ মলয়া ;
শচী দেৱী—দেৱৰাণী
কুঞ্জৰগামিনী
কোকিলগুঞ্জিনী
দেৱেন্দ্ৰৰ হৃদয়ৰঞ্জিনী—
যাক দেখি লাগে
ভয় ভক্তি মৰম তিনিও ;
ইন্দ্ৰাণীৰ সহচৰী
মুনি-মন-বিমোহিনী অপ্সৰীসকল
উৰ্বশী মেনকা ৰম্ভা মিশ্ৰকেশী আদি ;
অপ্সৰীৰ নৃত্য ৰুচিকৰ
গীত সুকণ্ঠৰ
গন্ধৰ্বৰ বাদ্য মনোহৰ
ভাবিছিলোঁ তাকে দেখুৱাই
অলপ কালকে তেও
মহেন্দ্ৰৰ দুখ লঘুৱাম।
কিন্তু, নিদ্ৰা সখী হাৰিল যেতিয়া,
নোৱাৰিলোঁ ওচৰ চাপিব ;
নিদ্ৰা য'ত হাৰে
স্বপ্নে তাত কি কৰিব পাৰে ?

ৰা—হায় সখী
দেৱতাৰ দুখ দেখি হিয়া ফাটি যায় ;
অন্তকাল যুজি
শেহত ৰণত হাৰি
স্বৰ্গ এৰি দিহা দিহি পলাল সকলো ;
অমৰৰ অমৰাৱতীত
দুৰন্ত দানৱে আজি ৰাজত্ব কৰিছে ;
দেৱতাৰ শিৰোমণি
দেৱৰাজ ইন্দ্ৰ মহামতি
মনৰ দুখত হায়
অকলে আছেহি সোমাই
ধৱলগিৰিৰ এই আন্ধাৰ গুহাত।

নি—সঁচা সখী, হিয়া ফাটি যায় হয়
ভাঙৰৰ দেখিলে এনুৱা দুখ।

স্ব—মোৰ মনেৰে হ'লে,
ইন্দ্ৰাণী নহ'লে
কোনে দুখ পাতলাব ইন্দ্ৰৰ মনৰ ?
কাৰ মুখ চাই আৰু
পাহৰিব দুখ দেৱৰাজে ?
এতেকতে যাওঁ মই, ঘুৰি ত্ৰিজগত
কত আছে ইন্দ্ৰাণীক আনো ততালিকে ;
কুলু-নিনাদিনী শান্তি বিধায়িনী
মোহিনী তটিনী আহি

চৌৱে ভৰা সাগৰত
শান্তিধাৰা ঢালক ধীৰেৰে ;
কনক লতাই
মৰমেৰে মেৰাই মেৰাই
তেনেই আবৰি ধৰি
পেলাওক জুৰাই আহি
তপন তাপত তপ্ত বিশাল তৰুক।
ৰা—যোৱা সখী, বঢ়িয়া যুগুতি এয়ে।
নি—যোৱা যোৱা সখী
নকৰিবা পলম অলপো।
স্ব—আহিলোঁ আহিলোঁ তেনে মই
ঘূৰি আহি, তিনিও সখীয়ে মিলি,
সুন্দৰ নিকুঞ্জবন প্ৰজিম মায়াৰে
মিলিম ৰঙেৰে তাতে প্ৰেমিক প্ৰেমিকা।
(প্ৰস্থান)
ৰা—আহাঁ, তেনে আমি দুয়ো যাওঁ কামে কামে।

(দুইৰো নৃত্য-গীত)
দুয়ো সখী আমি ধীৰে ধীৰে চলি যাওঁ।
জগত জোৰাই আমি জিৰণি বিলাওঁ।
ভাৱনা ভুলাই, যাতনা কমাই
একেৰি ৰং লগাই,
মন মোহি দুখিতৰ
তাপ হৰি তাপিতৰ
এতিল কালকে তেও দুখ পাহৰাওঁ।
(দুইৰো প্ৰস্থান)

### ৩য় দৃশ্য

[স্বৰ্গ—ৰাজভৱনৰ কক্ষ]
(সুন্দ আৰু উপসুন্দ)
সু—জানানে সম্বাদ কিবা
ক'ত আছে দেৱতাবিলাক ?
উ—ছিন্ন ভিন্ন হৈ
দিহা-দিহি পলাল সকলো ;
পঠিয়ালোঁ যত দূত
কেৱে কোনো বাতৰি নেপালে।
সু—ধন্যবীৰ ইন্দ্ৰ মহাবাহু
ধন্য ধন্য দিক্‌পালসকল।
নুগুচে ৰণৰ স্পৃহা
সমকক্ষ নেপালে যুজাৰু এনে।
উ—বীৰ যেনে, হৃদয়ো মহৎ তেনে,
মহামতি উন্নত প্ৰকৃতি অতিশয়।
সু—বীৰত্ব থাকিলে থাকে মহত্ত্ব নিশ্চয়।
মহত্ত্বেৰে মিহলি নহ'লে,
বীৰত্বক নোবোলে বীৰত্ব কদাপিতো ;
বোলে মাত্ৰ পশুবল তাক।
উ—যোগ্য অৰি দানৱৰ অমৰসকল।
সু—অতকাল ৰণ কৰি
যদিও শেহত হাৰি
স্বৰ্গ এৰি পলাল দেৱতা,
নোৱাৰোঁ নিশ্চিন্ত হ'ব তথাপি কদাপি।
বিপুল দানৱ সেনা
সুসজ্জিত ৰাখিবা সততে,
স্বৰ্গৰ চৌপাশে আৰু ওপৰ ফালকো
সুৰক্ষিত কৰঁা সাৱধানে।
যত লাগে ভাঙা ধন ইয়াৰ কাৰণে।
উ—চিন্তা নকৰিবা দদা,
কৰা হ'ল সকলোখিনিকে।
স্বৰ্গৰ চৌপাশ
সাৱধানে ৰাখিব লাগিছে
পৰাক্ৰমী দানৱ সৈন্যই ;
ওপৰতো বিমানবিহাৰী দল
ঘূৰিব লাগিছে অবিৰাম।
নগৰত প্ৰস্তুত ৰাখিছোঁ

ৰথে গজে অশ্বাৰোহী পদাতিয়ে
বিপুল বাহিনী—হ'লে প্ৰয়োজন
হ'ব উপস্থিত
মুহূৰ্ত্ততে সমৰভূমিত।

সু—কৰিছা সুন্দৰ দিহা
নহ'বনো কিয় ?
দানৱৰ কুলৰ তিলক তুমি
যোগ্য নেতা দানৱ-ৰাজ্যৰ।

উ—হৈছে সকলো দদা
আপোনাৰ তেজত মাথোন ;
অধীন কিংকৰ মই
গুণী মাত্ৰ আপোনাৰ গুণত কেৱল।
দানৱ কুলৰ তিলক
একমাত্ৰ মহাৰাজ সুন্দ মহাশূৰ
ত্ৰিলোকবিজয়ী।
তেওঁৰ বাহিৰে
নাই দানৱৰ পূজ্যপাদ কেও,
উপাস্য দেৱতা কোনো দানৱ কুলৰ।

( ৰঞ্জনৰ প্ৰবেশ )

ৰ—লাখ বিলাখ সেৱা মহাৰাজ, নমস্কাৰ যুৱৰাজ মহাশয় ; এই অধীনৰ আৰজ শুনি লৈ, এটা যেন বিহিত হুকুম দিয়া হয় ; নহ'লে মৰিলোঁ নিগমে মই।

সু—কোৱা সখি গোচৰ তোমাৰ
অৱশ্যে কৰিম তাৰ উচিত বিচাৰ।

ৰ—মহাৰাজ, ক'বলৈকো লাগে ভয়, নক'লেও গা নবয় ; এতেকে থওঁ কৈ নিচেই চমুকৈ, যাওঁ গুচি মই পৃথিৱীলৈ।

সু—কিয় এনে ভাব অকস্মাৎ ?
কোৱা সখি কি কাৰণে যাবাঁ তুমি ?

ৰ—কাৰণ ক'বলৈ হ'লে কথা দীঘল হ'ব। মই ক'লোঁ চুটিকৈ, মহাৰাজে দিলে দীঘলাই। এৰা দিৱতো ; ৰাজ-ৰাজোৱানৰ কথা-বাৰ্ত্তা দা-দম্ভৰ ভাঙৰ দীঘল নহৈ, আমাৰ দৰে চুটি চাপৰ কিয় হ'ব ? ভাল, কওঁ ৰাজ শুনক। স্বৰ্গলৈ আহিবৰ অত দিনে, এসাজো ভাত মই সুখেৰে খোৱা নাই, এটি ৰাতিও ভালেৰে শোৱা নাই। স্বৰ্গৰ সুখে মোক আমুৱালে। এতেকে, ঘৰৰ ল'ৰা ঘৰলৈ গুচি যাওঁ, মহাৰাজৰপৰা যেন তাৰে হুকুমটো পাওঁ।

সু—কোৱা সখি, কিয় এনে অশান্তি তোমাৰ ?

ৰ—খাবলৈ বহিলোঁ, এটা গৰাহ মাৰিলোঁ, সিফালে শুনিলোঁ—"জয় দেৱেন্দ্ৰৰ জয়।" ভাত পানী এৰি থৈ, তৰা নৰা ছিঙি গৈ, চাং-তল সোমালোঁ, নহ'লে বৰ চাঙত উঠিলোঁ। আকৌ যেতিয়া নিজম পৰে, ওলাই আহোঁ লাহে ধীৰে ; এৰি যোৱা ভাতৰে গৰাহ জোৰোঁ, নহ'লে মহাৰাজ মই লঘোনতে মৰোঁ। এই গ'ল খোৱা ; শুনক এতিয়া মোৰ শোৱা। চকু চুটি মুদ যাব, কাণে লাহে লাহে নুশুনা হৈ আহিব, চিলিমিলিকৈ টোপনিয়ে ধৰিব, এনেতে আহি কাণত পৰিব—"গুকম্ গুকম্ গুম্, গুকম্ গুকম্।" ততালিকে উঠিলোঁ, চাঙৰ তলত সোমালোঁ, বোন্দা মহৰ কামোৰ খালোঁ, বহি বহিয়েই ৰাতিটো নিয়ালোঁ। বহুত সহিলোঁ, বহুত চালোঁ, স্বৰ্গই মোক নুশুজা পালোঁ। সেই দেখি মহাৰাজ, পৃথিৱীলৈকে যাব খুজিছোঁ, মহাৰাজত বিদাই মাগিছোঁ। তাত গৈ গোটেই ৰাতিটো শুয়েই নিয়াম, দুবেলা দুমুঠি ভাত খাম, মাজে সময়ে মহাৰাজৰো গুণ গাম।

সু—এয়ে যদি অশান্তিৰ কাৰণ কেৱল,
নকৰিবা চিন্তা সখি ;
দুয়ো ভায়ে কৰিছোঁ উপায়
শান্তি হ'ব স্বৰ্গত সদায়।

উ—নকৰিবা মিছা ভয়,
স্বৰ্গ এৰি পলাল দেৱতা।

ৰ— তেও বুলি আকৌ জানোঁ। দেখে আহিব নোৱাৰিব ?

সু—নোৱাৰে আহিব,
স্বৰ্গত সোমাব আৰু নোৱাৰে কদাপি।

ৰ—মহাৰাজে আৰু যুৱৰাজে কৈছে যদিও, মোৰ মনটো হ'লে ডাঠ লগা নাই। কোনোবা ৰূপে যদি দেৱতাবোৰ আকৌ সোমাই আহি আমাক হৰুৱাবলৈ হয়, তেন্তে মহাৰাজৰ ঠিক পাচতে, মহাৰাজৰ সখি বুলি, পোন প্ৰথমতে মোৰ মূৰটোৱেই কটা পৰিব। ৰজাৰ সখি হোৱাত যে এটা বিপদো আছে, তাক এতিয়াহে বুজিছোঁ।

সু—সখি, ধেমেলীয়া তুমি অতিশয়
ৰঞ্জন তোমাৰ নাম উপযুক্ত অতি।
আঁহা বাৰু ফুৰি ফুৰি নন্দন বনত
ভাঙি পাতি বুজাম সকলো।
আঁহা ভাই, একেলগে তিনিও ভুঞ্জিম
নন্দনৰ নিৰ্মল মলয়া।
(সকলোৱে প্ৰস্থান)

## ৪ৰ্থ দৃশ্য

[ধৱলগিৰিৰ গুহা]

(ইন্দ্ৰ আৰু শচী)

শ—নোৱাৰোঁ বুজিব নাথ
বিধাতা বিমুখ কিয় মোৰ প্ৰতি এনে।
কিন্তু প্ৰাণেশ্বৰ,
দেখিলোঁহি তোমাক যেতিয়া
গুচিল বিষাদ মোৰ
পাহৰিলোঁ সকলো দুখকে।
নিবিচাৰোঁ স্বৰ্গসুখ
তোমাক পালেই নাথ সুখিনী অধিনী।

ই—প্ৰাণেশ্বৰি, তোমাক লগত পালে
স্বৰ্গৰ বিৰহ মোৰো নাথাকে সমূলি;
তুমি য'তে, স্বৰ্গ ত'তে মোৰ।
কোৱা এবে, অকস্মাৎ কিৰূপে আহিলা;
কিৰূপে সম্বাদ পালা মোৰ।

শ—স্বপ্নই হঠাৎ আজি
দিলে নাথ সম্বাদ তোমাৰ;
তুৰন্তে আহিলোঁ উৰি বিমান পথেদি।

ই—জানানে বাতৰি কিবা,
ক'ত আছে দেৱতাসকল,
ক'ত আছে চিত্ৰৰথ ৰথী?

শ—আঁহা নাথ, যাওঁ শীঘ্ৰে ব্ৰহ্মলোকলৈ;
তাতে গৈ মিলিছে সকলো,
অপেক্ষিছে তোমাৰ কাৰণে।

ই—বলাঁ তেনে যাওঁ ততালিকে
নকৰোঁ পলম আৰু।
(ৰাত্ৰি, নিদ্ৰা আৰু স্বপ্নৰ প্ৰৱেশ)

ৰা—প্ৰণমোঁ চৰণ দেৱৰাজ,
বিশ্ৰামৰ আয়োজন কৰিছোঁ সামান্য;
কৃপা কৰি ক্ষণ কাল
লভক বিশ্ৰাম দুয়ো,
কৃতাৰ্থ কৰক এই কিংকৰীসবক।

## পট পৰিৱৰ্ত্তন

[নিকুঞ্জ বন]

(ফুলৰ সিংহাসন সজোৱা আছে)

ই—পৰ্বতৰ আন্ধাৰ গুহাক
কৰিলা হে দেৱি
আলোকিত নিকুঞ্জ কানন বিতোপন।
শ্যামল পাতেৰে ভৰা
শাৰীপতা গছ মনোহৰ—
সুখেৰে ডালত তাৰ
ঠেও ধৰি পঞ্চম বৰষি
ঢালিছে কুলিয়ে
অমিয়াৰ ধাৰা ধীৰে ধীৰে;

কৰিব হৃদয় হৰি;
লতাই সাবটে গছ ফুলেৰে ওলমি;
সুগন্ধেৰে ভৰাই কানন;
পূৰ্ণ শশধৰে
প্ৰাণ ভৰি পূৰ্ণিমাৰ পোহৰ বিলায়;
তাকে দেখি, উলাহেৰে হাঁহে কুমুদিনী
শোভা কৰি সুন্দৰ সৰসী;
জুৰ মলয়াই জুৰাই শৰীৰ
ক্লান্তি কৰে দূৰ, অন্তৰ বিভোল।
সুন্দৰ কানন প্ৰাণেশ্বৰী।
শ—সঁচা নাথ, ৰম্য স্থান অতিশয়।
(ইন্দ্ৰ আৰু শচী ফুলৰ সিংহাসনত বহে)
(ৰাত্ৰি আদিৰ নৃত্য-গীত)
চোৱাহে চোৱাহে মধুৰ মিলন।
সূৰুযে কমলে, সাগৰে নদীয়ে
ৰঙেৰে মিলিছে চোৱা জুৰোৱা নয়ন।
মোহন মিলন দেখি
প্ৰকৃতিয়ে হাঁহি হাঁহি
ধৰিছে ধুনীয়া বেশ কিনো বিতোপন।

---

## দ্বিতীয় অংক

### ১ম দৃশ্য

[ব্ৰহ্মলোক—দেৱতাৰ শিবিৰৰ বাহিৰ]

(ইন্দ্ৰ, যম, বায়ু, কুবেৰ, বৰুণ, কাৰ্তিক আৰু চিত্ৰৰথ)
ই—হাজাৰ বছৰ আজি সমৰ কৰিলোঁ,
বাৰিষাৰ বৃষ্টিপ্ৰায়
অপৰ্যাপ্ত শোণিত ঢালিলোঁ;
দেৱকুল দুৰ্বল কৰিলোঁ;
কিন্তু হায়, লভিলোঁ কি ফল!
বিফল সকলো পৰিশ্ৰম;
নহ'ল ইমান দিনে ত্ৰিদিৱ উদ্ধাৰ।
শত ধিক্ মোৰ প্ৰতি—
মিছাতে মহেন্দ্ৰৰ নাম ললোঁ।
মিছাতেহে ভাৰ বওঁ দুৰ্জয় বজ্ৰৰ।
ব—অনাহকে আক্ষেপে অমৰৰাজে।
নাই বল দৈৱৰ ওপৰে
দৈৱৰ বলেৰে বলী দানৱ সম্প্ৰতি।
কু—মযো তাকে কওঁ
অনুকূল দৈৱ দানৱৰ।
ই—যি ক'লে বৰুণ দেৱে
সমৰ্থিলে বৰুণ দেৱেও
মোৰো সেয়ে হয় অনুমান।
নহ'লে হে দেৱমণ্ডলী,
অমৰ অজেয়
দুৰ্বাৰ দেৱতাদল—আপোনালোকক
দৈৱবল বিনে
আৰু কি বলেৰে কোনে পৰাজিব পাৰে?
এতেকে, কৃতান্ত দেৱ সৰ্ব অন্তকাৰী
প্ৰবল প্ৰতাপী বায়ু দেৱ
সেনাপতি বীৰশ্ৰেষ্ঠ কুমাৰ কাৰ্তিক
আপুনিও সুধীৰ বৰুণ দেৱ,
দুৰ্জয় কুবেৰ দেৱো,
আহক সকলো মিলি যুক্তি কৰোঁহক
কিৰূপেনো পৰা যায় স্বৰ্গ উদ্ধাৰিব।
য—বিধিৰ অদ্ভুত লীলা।
নোৱাৰোঁ বুজিব দেৱৰাজ,
দানৱক বঢ়াই সদায়
যুগে যুগে বিধাতাই
কিয় কৰে লাঞ্ছনা আমাক।
সৃষ্টি যদি দানৱে পালিব লাগে,
এয়ে যদি ইচ্ছা বিধাতাৰ,

কিয় তেনে বাৰে বাৰে
মিছাতে আমাক দিয়ে জগতৰ ভাৰ ?
তপত সন্তুষ্ট বিধি
বশীভূত ভক্তি-ভজনাত।
আমালোক সকলো দিক্‌পাল,
লালোঁতে পালোঁতে এই জগত বিশাল
ব্যাপ্ত থাকোঁ চিৰকাল বিধিৰ কামতে ;
নেপাওঁ আজৰি
নোৱাৰোঁ পূজিব
বিধিমতে বিধিক কদাপি।
এতেকতে, আদেশক দেৱৰাজ,
তুৰন্তে দণ্ডেৰে চূৰ্ণ কৰি ত্ৰিভুৱন,
উৰাই পেলাই দিওঁ
জলধিৰ অতল জলত।
পাচত তপস্যা কৰি তোষোঁ বিধাতাক।

বা—মোৰো সেয়ে নিবেদন।
আমালোক দেৱতাসকলে—
কি দোষ আমাৰ ?—
কি বাবে সহিম এনে ঘোৰ অপমান ?
এই ত্ৰিভুৱন—
স্বৰ্গ মৰ্ত্ত্য পাতাল বিশাল
সৌন্দৰ্য আলয় আৰু সুখৰ আকৰ,
লালি পালি যতনেৰে
ৰক্ষা কৰি অত কাল বাহুৰ বলেৰে,
নিদিওঁ বিলাব আমি ;
সৰজি নতুন সৃষ্টি দানৱক দিয়ক বিধিয়ে।
আদেশক দেৱৰাজ,
তুমুল ধুমুহা মাৰোঁ
উৰাওঁ জলধি-জল, পৰ্বত উভালোঁ
মুহূৰ্ত্ততে নষ্ট কৰি দিওঁ ত্ৰিজগত।

কা—ক্ষমিব কৃতান্ত আৰু প্ৰভঞ্জন দেৱ,
মোৰ হ'লে বিপৰীত মত।
দানৱ-ৰণত হাৰি, অমৰে শেহত
নিজৰ কৰ্ত্তব্য পৰিহৰি
সৃষ্টি নষ্ট কৰি
বিজন বনত গৈ যোগত বহিল ;
এই অপবাদে—
দেৱ সেনাপতি মই—
ছায়াকো নিদিওঁ চুব মোৰ।
যুগে যুগে দানৱেৰে সমৰ কৰিছোঁ,
যুগে যুগে শেহত জিকিছোঁ,
এই বাৰো জিকিম নিশ্চয়।
প্ৰস্তুত অমৰ সেনা,
তুনাই থালেহি গোট
সুযোগ্য অমৰ নেতা দিক্‌পালসকল ;
কিহৰ অভাৱ আৰু ?
আৰম্ভো আকৌ আমি
তুৰন্তে দুৰন্ত সমৰ।
এই প্ৰস্তাৱত যদি
অসন্মত অমৰ সমাজ,
ময়ে তেনে অকলে
যুজিম অনন্ত কাল
কৰিম সন্মান ৰক্ষা অমৰ কুলৰ।

ই—যোগ্য বাক্য সেনানিৰ,
যাৰ বলে বলী কৰে দেৱতা-হৃদয়
কৃতাৰ্থে উপাধি এই দেৱ সেনাপতি।

কা—দেৱৰাজ মইহে কৃতাৰ্থ অতিশয়
সন্মানিত সেনানি পদেৰে।
সৃষ্টি নষ্ট কৰা
নেদেখোঁ কদাপি মই উচিত আমাৰ
বিধাতা সৃষ্টিৰ ৰজা, আমি প্ৰজা
তদুপৰি, কৰ্ম্মচাৰী বিধাতাৰ।
আমি সৃষ্টি বিনাশিব খোজা
ক'বা হ'ব ঘোৰ ৰাজদ্ৰোহ—

যি কাৰ্য্য ঘৃণিত আৰু
অশোভন দেৱ সমাজৰ।
ব—কাৰ সাধ্য বিনাশিব সৃষ্টি বিধাতাৰ ?
হে কৃতান্ত, দুৰ্দান্ত প্ৰতাপী দেৱ,
চিৰকাল দুৰ্জয় আপুনি
চূৰ্ণ কৰে সকলোকে প্ৰচণ্ড দণ্ডেৰে—
সেয়ে কিন্তু বিধিৰ ইচ্ছাত।
আপোনাৰো, ভীম প্ৰভঞ্জন,
অদ্ভুত বিক্ৰম,
অচল বিচল হয় নিশ্বাসত যাৰ ;
কিন্তু ভাবি চাব
আপুনিও বলী মাত্ৰ বিধিৰ বলেৰে।
বিধিৰ বিশাল সৃষ্টি, বিধিৰ বাহিৰে
বিনাশিব কোনেও নোৱাৰে।
কু—যথাৰ্থ যথাৰ্থ কথা ;
বিধাতাৰ বিধান নহ'লে
কোনে পাৰে সৃষ্টি বিনাশিব ?
‹ —সৃষ্টি ৰক্ষা কৰা ভাৰ
অৰ্পিছিলে বিধিয়ে আমাক।
সেয়ে আজি সাধ্যাতীত দেৱতাৰ।
নথৈ যুজিলোঁ ;
অবাধে হৃদয়-ৰক্ত নথৈ বোৱালোঁ,
নোৱাৰিলোঁ দানৱ দলন কৰি কৰ্তব্য সাধিব।
এতেকতে
বিধিক বিধান সোধা যুগুত আমাৰ।
পদাশ্ৰিত আমি বিধাতাৰ ;
বিপদত বুদ্ধি দিয়ে আশ্ৰিত জনক
চিৰকাল আশ্ৰয়দাতাই।
বা—প্ৰকাশিলে সকলোৰে নিজ নিজ মত,
আদেশক দেৱৰাজে কৰ্তব্য দেৱৰ।
ই—আপেক্ষিছে অমৰ সমাজে
গম্ভীৰ কুবেৰ দেৱে যদি কিবা কয়।
কু—দেৱৰাজ, নহ'লে বিধিৰ ইচ্ছা
কোনে পাৰে সৃষ্টি বিনাশিব ?
পাৰিলেও বাৰু,
কাৰ সত যাব—দেৱ সমাজত
কোন আছে এনে নিদাৰুণ,
বিনাশিব পাৰে এই সুন্দৰ জগত ?
মনৰ দুখত মাত্ৰ ওলায় মুখত।
ৰণ এৰি তপস্যাত ধৰা—
ইও কাৰো উদ্দেশ্য নহয়।
ৰণত জিকাও কিন্তু সাধ্যৰ অতীত।
বৰুণ দেৱৰ কথা
যুক্তিযুক্ত দেখোঁ অতিশয়,
বিধিৰ আশ্ৰয় লোৱা যুগুত আমাৰ।
ই—হে দেৱমণ্ডলী
নোৱাৰোঁ বুজিব আমি।
জগতৰ ৰক্ষা হেতু সৃজন আমাৰ ;
সৃষ্টি কৰি বিধাতাই বিপুল জগত
ৰণত ভাৰ অৰ্পিলে আমাক।
সেই ভাৰ সাধ্যৰ অতীত হ'লে,
নিবেদিব লাগে আমি বিধিৰ পদত।
তাকো যদি নকৰোঁ এতিয়া
কৰ্তব্যও নোৱাৰোঁ সাধিব,
হ'ম আমি কৰ্তব্যবিমুখ ;
অন্যায় আচৰা হ'ব।
আমি যদি অন্যায় আচৰোঁ,
কোনে আৰু দেখুৱাব জগতক
মহৎ আদৰ্শ ?
দানৱে দেৱতাৰে
প্ৰভেদ থাকিব আৰু ক'ত ?
ব—সৃষ্টি নষ্ট কৰা অকৰ্তব্য অমৰৰ।
ক্ৰোধৰ কাৰ্যত মই ব্যাপ্ত চিৰকাল,
ক্ৰোধৰ অধীন হৈ

কৰিছিলোঁ অন্যায় প্ৰস্তাৱ ;
অমৰ সমাজে
অপৰাধ কৰিব মাৰ্জনা।
বা—অমৰে অন্যায় কৰা
মোৰো মত নহয় কদাপি।
ক'লোঁ মাত্ৰ মনৰ দুখত :
ক্ষমা কৰে দেৱকুলে যেন।
ই—বৰুণ কুবেৰ দুয়ো
বয়োবৃদ্ধ দেৱতাৰ, দূৰদৰ্শী অতি ;
তেখেতসকলে দিয়া
গভীৰ যুগুতিপূৰ্ণ গধুৰ সম্মত
নোৱাৰোঁ লংঘিব আমি।
কৃতান্তে এৰক ক্ৰোধ,
মনোদুখ পৰিহাৰ কৰক পৱনে,
সুধীৰ অলকানাথ
গভীৰ জলধিপতি
সেনাপতি, দুৰ্জয় কাৰ্তিক,
আহক সকলো মিলি,
যাওঁ আমি
নিবেদোঁ সকলো কথা
বিধিৰ পদত।
য—শিৰোধাৰ্য আজ্ঞা দেৱৰাজ,
চিৰকাল দেৱকুল
দেৱেন্দ্ৰৰ আজ্ঞা অনুকূল।
ই—সখা চিত্ৰৰথ,
থাকাঁ তুমি শিবিৰত,
ৰক্ষা কৰাঁ অমৰ-অংগনা।
চি—যিবা আজ্ঞা দেৱৰাজ,
সাধ্যমতে সাধিম কৰ্তব্য।
( এফালে চিত্ৰৰথ আৰু আনফালে আনসকলৰ প্ৰস্থান )

## ২য় দৃশ্য

[ স্বৰ্গ—ৰাজভৱনৰ বিলাসকক্ষ ]

( সুন্দ, উপসুন্দ, নৰ্তকীসকল আৰু অনুচৰ )

( নৰ্তকীসকলৰ নৃত্য-গীত )

মুছুৰ্ৰা মালতী পাহি জয় পৰি যাব।
অমিয়া মাধুৰীকেৰি ছুলেই হেৰাব।
থাকক গছতে ফুলি
মলয়াত হালি জালি
আপোন মনেৰে হাঁহি ফুলনি শুৱাব।
আঁতৰৰে পৰা চোৱাঁ
আঁতৰতে ভোল যোৱাঁ
হাতলৈ ললে দেহি তেনেই শুকাব।
সু—ভাই, অতকাল ৰণ কৰি
শেহত নিশ্চিন্ত আমি আজি ;
দেৱতাৰ নাই সুৰ-সাৰ।
উ—বাৰে বাৰে হাৰি
সকলো ভৰসা পৰিহৰি
দিহা-দিহি পলাল সকলো।
দানৱৰ স্বৰ্গৰাজ্য
নিৰাপদ চিৰকাললৈ।
সু—নিৰাপদ চিৰকাললৈ !
আনন্দৰ দিন আজি,
মধুপান কৰাঁ ভাই,
আনন্দেৰে কৰাঁ মধুপান।
( অনুচৰে যতনাই দিয়ে, দুয়ো মধুপান কৰে )
আনন্দৰ দিন আজি,
শুনোৱা আদেশ মোৰ
সকলো দানৱে
পাৰে মানে আনন্দ কৰক ;
যাৰ যিবা অভিলাষ
অবাধে কৰক সকলোৱে।

উ—যিবা আজ্ঞা,
প্ৰচাৰিম ভুৱন্তে আদেশ।
সু—শুনা আৰু ভাই,
বজ্ৰ, ঐৰাৱত আৰু
স্বৰ্গ-লক্ষ্মী স্বয়ং ইন্দ্ৰাণী—
এই তিনি স্বৰ্গৰ বিভৱ
অনুগামী স্বৰ্গ-সিংহাসনৰ সদায়।
যেয়ে অধিকাৰী হয় এই আসনৰ,
হয় তাৰে ই তিনি বিভৱ;
বিভৱ ওৰেও কাল পদৰ সম্পদ।
পঠোৱা দানৱ সৈন্য
আনক বলেৰে কাঢ়ি তিনিও বিভৱ।
সম্মানেৰে ইন্দ্ৰাণীক ৰাখিম স্বৰ্গত;
থাকিব বিস্তাৰি প্ৰভা
বিভৱৰ দানৱ ৰাজ্যৰ।

( ৰঞ্জনৰ প্ৰৱেশ )

ৰঞ্জন—প্ৰণিপাত মহাৰাজ
মিছা ক'লে কি হ'ব আৰু
আজি কিছুদিন অলপ পাইছোঁ বাৰু।
দেৱতাৰ নাই উৎপাত
সুখেৰে খাইছোঁ এমুঠি ভাত।
নিফুট মাৰিলে দেৱতাই
ক'লৈ গ'ল একো ঠিক নাই
পৃথিৱীতে পূজা-পাতল খাই
ফুৰিবগৈ পায়।
সু—ভাল কথা পেলালা মনত।
পূজাত গুচিল স্বত্ব,
নহয় দেৱতা আৰু স্বৰ্গ অধিকাৰী।
ৰ—নহয়তো—
সু—কৰা ভাই পৃথিৱীত আদেশ প্ৰচাৰ
নুপূজিব দেৱতাক;
যাগ যজ্ঞ পূজা সেৱা
সকলোকে লাগিব কৰিব
দানৱৰ উদ্দেশ্যে কেৱল:
মোহত আহুতি দিব
সুন্দ উপসুন্দৰ নামেৰে।

উ—আজ্ঞামতে পালিম আদেশ।

ৰ—মহাৰাজ, এইটো বুধি হ'লে নৰখানি নোৰাবোঁ থাকিব, এইবাৰ দেৱতাবোৰ জাকেই মৰিব। ব্ৰহ্মা বিষ্ণু ত্ৰিদশৰ দেউ, নেখালে নবলে নিজীয়ে কেও। এতেকতে, দেৱতাবোৰ অমৰ যদিও, নেখালে নিজীয়ে কদাপিও। তেনেহ'লে কিনো খায়? স্বৰ্গখনত দেখোন খেতি পথাৰৰ চিনেই নাই। পূজাৰ মাহ চাউল আৰু যজ্ঞৰ ঘিউ, ইয়াকে খাই কৰে বাহাদুৰি, তাকো নেপালে থাকিব মৰি। এই বুধিৰেই দেৱতা মৰিব, মহাৰাজৰ ৰাজ্য অকণ্টক হ'ব।

সু—ঢালা ঢালা মধু পুনৰপি।
( অনুচৰে পিয়লা ভৰায় )
সখি, নিচিন্ত এতিয়া আমি।
আমোদ আহ্লাদ কৰা প্ৰাণ ভৰি,
সকলোৰে আমোদ কৰক;
আমোদৰ মহানদী বওক স্বৰ্গত।
গোৱা গোৱা নৰ্তকীসকল।

( অনুচৰে পিয়লা ভৰাই দিয়ে; সুন্দ উপসুন্দই পান কৰে )

( নৰ্তকীসকলৰ নৃত্য-গীত )
পিয়লা বাৰে বাৰে ভৰোৱা ঘনাই।
ঢালি ঢালি ৰঙা মধু দিয়া যতনাই।
বুকু কৰে চম্ চম্
বাগি ওঠে জমা-জম্
ঢুলু ঢুলু ৰঙা চকু নিয়ে জপোৱাই।
গা কৰে ৰঞ্জিত
মনপ্ৰাণ প্ৰমোদিত
হিয়াত অমিয়া-নৈ বেগেৰে বোৱায়।

ঢালাঁ হে ঢালাঁ হে
পীয়ঁা হে পীয়ঁা হে
অমিয়া সোঁতত প্ৰাণ দিয়া উটুৱাই

### ৩য় দৃশ্য

[ ব্ৰহ্মলোক—ব্ৰহ্মাৰ মন্দিৰৰ প্ৰথম দুৱাৰ ]

( ভক্তি, ইন্দ্ৰ, যম, বায়ু, কুবেৰ, বৰুণ আৰু কাৰ্ত্তিক )

ই—নিবেদিলোঁ, যিৰূপে দানৱে
কাঢ়ি ল'লে স্বৰ্গৰাজ্য
অমৰক ৰণত বিমুখি ;
নিবেদিলোঁ অমৰৰ দুৰ্ঘোৰ লাঞ্ছনা,
মৰ্মান্তিক দুখৰ কাহিনী।
সেইহেতু আহিলোঁ দেৱি,
আশ্ৰয় বিচাৰি
বিধাতাৰ অভয় পদৰ।
পদাশ্ৰিত আমি চিৰকাল ;
বিপদ কালত, নকৰিলে বিধাতাই
কোনে আৰু পৰিত্ৰাণ কৰিব আমাক ?
ভ—দুখ পালোঁ দুখৰ কাহিনী শুনি।
কিন্তু নকৰিব চিন্তা দেৱৰাজ,
এৰক মনৰ দুখ অমৰ সমাজ,
দেৱকুল বিধিৰ ৰক্ষিত
বাৰে বাৰে পৰিত্ৰাণ কৰিছে বিধিয়ে,
এই বাৰো কৰিব নিশ্চয়।
ই—আশীৰ্বাদ কৰিব জননী,
সেয়েহে ভৰসা দেৱতাৰ।
ভ—প্ৰাণ ভৰি কৰিছোঁ আশীষ,
পূৰ্ণ হোক মনৰ বাসনা,
অচিৰতে দূৰ হোক সকলো দুৰ্গতি,
আগৰ প্ৰতিষ্ঠা পুনু লভোক অমৰে ;
ই—বিধিৰ এবাৰ
কৃপা কৰি দিয়ক ভেটাই ;
নিবেদি বিপদ
অভয় পদত
পদ ছায়া মাগোঁ সকাতৰে।
ভ—দেৱৰাজ,
বিধাতাৰ মন্দিৰৰ
প্ৰথম দুৱাৰ এই ;
দুৱৰী কেৱল মই এই দুৱাৰৰ।
মই মাত্ৰ মেলি এই প্ৰথম দুৱাৰ
উপস্থিত কৰি দিওঁ
আৰাধনা সখীৰ কাষত,
তেওঁহে কৰায় বিধিপদ-দৰিশন।
ই—ভাল দেৱি,
দিয়ক ভেটাই তেনে
আৰাধনা দেৱীৰ আগতে।
ভ—আহক সকলো বাৰু এৰি এই প্ৰথম দুৱাৰ,
দ্বিতীয় দ্বাৰত আছে আৰাধনা সখী।
( সকলোৰে প্ৰস্থান )

### ৪ৰ্থ দৃশ্য

[ ব্ৰহ্মলোক—ব্ৰহ্মাৰ মন্দিৰৰ দ্বিতীয় দুৱাৰ ]

( আৰাধনাৰ গীত )

কপট দ্বাৰৰ কপাট মেলিলে
দেখা দিওঁ মধু-হাঁহিৰে।
অমিয়া বৰষি আকুল পৰাণ
জুৰাওঁ শান্তি ধাৰাৰে।
কাননত মোৰ সৰলতা লতা একাগ্ৰতা তাৰ মুঞ্জৰী
মুকুতিৰ ফুল চুমে বিয়াকুল ভকত ভ্ৰমৰে গুঞ্জৰি
মৃন্ময় তনু তন্ময় হয়
চিন্ময় ভাৱে হিয়া জুৰি লয়
বাসনা আঁতৰে, হৃদয় ওপচে
নিত্য বিমল সুখেৰে।

(ভক্তি আৰু দেৱতাসকলৰ প্ৰৱেশ ; দেৱতাসকলে প্ৰণাম কৰে )

ভ—প্ৰণমে তোমাক সখি,
দেৱেন্দ্ৰ, সেনানি আৰু দিক্‌পালসকলে।
আৰাধনা—জয়লাভ হোক অমৰৰ।
ভ—দানৱৰ পীড়নত
প্ৰপীড়িত অমৰ সমাজ ;
ৰণত পৰাজি
দুৰ কৰি দেৱতাক ত্ৰিদিবৰ পৰা
স্বৰ্গৰাজ্য ভুঞ্জিছে দানৱে।
বলহীন গৃহহীন
আশ্ৰয়বিহীন হৈ ফুৰে দেৱকুল।
আ—জানো সখি সকলো বাৰতা।
ভ—আহিছে সিহেতু
বিৰিঞ্চিৰ শ্ৰীপদত নিবেদিব দুখ,
বিপদত আশ্ৰয় মাগিব।
মলিন দেৱতা কুল আজি,
হায় সখি,
দুখ দেখি বিদৰে পৰাণ !
যোৱাঁ সখি, লৈ যোৱাঁ সকলোকে
বিৰিঞ্চিৰ পদত ভেটোৱাঁ।
ই—অমৰক কৰে প্ৰপীড়ন
দাৰুণ পীড়নে অতি,
উদ্ধাৰত সাহায্য কৰক,
ৰাখক হে দেৱি,
বিপদত অমৰ কুলক।
আ—চিন্তা নাই সুৰপতি
পূৰ্ণ হ'ব অমৰৰ মনৰ কামনা।
দানৱৰ অত্যাচাৰ
দেৱতাৰ দুৰ্গতি অপাৰ
অবিদিত নহয় ধাতাৰ।
অনিবাৰ্য চিৰকাল
অত্যাচাৰী জনৰ পতন ;
দনুজ দলনে
দলিব দনুজ
অচিৰতে অমৰক
অমৰাৱতীত পুনু কৰিব স্থাপন,
প্ৰদানিব পুনৰপি ন্যায্য অধিকাৰ।
ই—আশীৰ্বাদ কৰিব জননী।
কৰক কৰুণা
বিধিৰ শ্ৰীপাদপদ্ম কৰাই দৰ্শন,
ধন্য হওঁ জনম সাৰ্থক কৰোঁ ;
ভকতি অঞ্জলি ঢালোঁ অম্বুজ পদত।
আ—আহক অমৰ বৃন্দ
আহাঁ সখী তুমিও এবাৰ,
দুয়ো মিলি নিবেদিম দেৱৰ প্ৰাৰ্থনা।
(আৰাধনাই দুৱাৰ মেলি দিয়ে আৰু সকলো সোমাই যায়)

### ৫ম দৃশ্য

[ ব্ৰহ্মলোক—ব্ৰহ্মাৰ মন্দিৰৰ ভিতৰ ]

( ধ্যানত নিমগ্ন ব্ৰহ্মৰ্ষিসকলৰ ওঁকাৰ ধ্বনি। ভক্তি, আৰাধনা, ইন্দ্ৰ, যম, বায়ু, বৰুণ, কুবেৰ আৰু কাৰ্তিকৰ প্ৰৱেশ )

আ—আহক সকলো মিলি
স্তুতি কৰোঁ বিধাতাক বিধি অনুসৰি।

[ সকলোৰে গীত ]

জয় চতুৰানন পুৰুষ পুৰাতন
চৰাচৰ সৃজন কাৰণ হে।
মুনি-মন-ৰঞ্জন বিপদবিভঞ্জন
ভব-ভয়-বন্ধন-মোচন হে।
সকলো জ্ঞানী-গণ-জ্ঞান-পয়োনিধি
নিখিল চৰাচৰ তত্ত্ব মূল বিধি

সুৰাসুৰ বন্দিত
মুনি-ঋষি বাঞ্ছিত
দিয়া পদ-পংকজ আশ্রয় হে।

(স্বৰ্ণপদ্মত বহি ব্ৰহ্মাৰ আবিৰ্ভাৱ ; সকলোৱে প্ৰণাম কৰে)

আ—দেৱেন্দ্ৰই, দেৱ সেনাপতি
আৰু দিক্‌পালসকলে
বন্দিছে অভয় পদ,
সুপ্ৰসন্ন হোৱা দয়াময়,
দেৱতা আশ্ৰিত তযু অভয় পদৰ।
দুৰন্ত দানৱসকলে,
দেৱতাক খেদি,
অধিকাৰ কৰিছে ত্ৰিদিব,
বিস্তাৰিছে জগতত ঘোৰ অত্যাচাৰ।
বিপদত বিপন্ন দেৱতা
অভয় প্ৰদানি প্ৰভু
ৰক্ষা কৰা আশ্ৰিত জনক।

ব্ৰ—সুবিদিত সকলো সম্বাদ মোৰ,
সুবিদিত অমৰৰ মনৰ কামনা।
সুন্দ উপসুন্দ দুয়ো
কঠোৰ তপস্যা কৰি
অজেয় অবধ্য জগতত।
ভাতৃ-ভেদ বিনে,
কদাপি নহয় মৃত্যু, বিধিৰ বিধান।
জনালোঁ সংকেত,
যোৱা দেৱদল,
ভায়ে ভায়ে বিৰোধ ঘটোৱা।

(অন্তৰ্ধান)

আ—শুনিলে সংকেত ;
যাওক এতিয়া সুৰপতি
সুৰ-সেনাপতি আৰু দিক্‌পালসকল,
কৰক সকলো মিলি উচিত যুগুতি।

ভ—নাই ভয় একো বাৰু, সদয় বিধাতা।

ই—অতুল কৰুণা বিধাতাৰ!
বিদায় মাগিলোঁ দেৱী
আশীৰ্বাদ কৰিব উভয়ে ;
নেৰিব কৰুণা কোনো কালে।

(দেৱতাসকলে প্ৰণাম কৰে)

আ—বিজয় লভক সকলোৱে ;
চিৰকাল অনুকূল অমৰৰ।

ভ—পূৰ্ণ হোক মনৰ অভীষ্ট ;
ইষ্ট চিন্তা দেৱতাৰ স্বভাৱ আমাৰ।

(দেৱতাসকলৰ প্ৰস্থান)

---

## তৃতীয় অংক

### ১ম দৃশ্য

[ব্ৰহ্মলোক—দেৱতাৰ শিবিৰৰ বাহিৰ]

(ইন্দ্ৰ, যম, বায়ু, বৰুণ, কুবেৰ আৰু কাৰ্তিক)

ই—বিধিয়ে সংকেত দিলে
ভাতৃ-ভেদ লাগিব ঘটাব।
সুন্দ উপসুন্দ দুয়ো
একপ্ৰাণ একমন ভিন্ন কলেৱৰ,
ভাতৃ-ভেদ ঘটিব কিৰূপে
কৰোক যুগুতি মিলি,
প্ৰকাশক সকলোৱে নিজ নিজ মত।

যম—দেৱৰাজ,
সমূলি অক্ষম মই এই বিষয়ত,
কৰ্মক্ষেত্ৰ মোৰ—য'ত
বাহু-বিক্ৰমেৰে কাৰ্য নিৰ্বাহিব পাৰি।
এইযে প্ৰচণ্ড দণ্ড—
ইয়াক চলাব জানো অৱলীলাক্ৰমে ;

মিহি কাৰ্য মোৰ দ্বাৰা
সম্পূৰ্ণ জানিব অসম্ভৱ।
বা—কৃতান্ত দেৱৰ দৰে ময়ো দেৱৰাজ
স্বীকাৰ কৰিছোঁ। অক্ষমতা।
পাৰোঁ। উভালিব তৰু, পাষাণ চূৰ্ণিব,
অধীৰিব চিৰধীৰ অচল ভূধৰ।
কিন্তু সূক্ষ্ম চিন্তা কৰা
কদাপি নহয় মোৰ পৰা,
মোৰ কাৰ্য নহয় সমূলি।
কা—অনুমতি কৰে যদি, সুৰপতি
যাওঁ মই, দ্বন্দ্ব যুদ্ধ আহ্বানি বুলিম—
তোমালোক দুজনৰ যেয়ে শ্ৰেষ্ঠ বীৰ
সেয়ে যুদ্ধ কৰা মোৰ সমে।
কোন বীৰে
স্বীকাৰ কৰিব পাৰে নিজৰ ন্যূনতা?
সুন্দে ক'ব 'বীৰ চূড়ামণি মই'
উপসুন্দে নসহে ইকথা—
ভায়ে ভায়ে লাগিব বিবাদ,
দুইকো বধিম মই বিধিৰ কৃপাত।
কু—মোৰ মনে নধৰে ই কথা।
ফণী আৰু ফণী-বিষ
সহবাসী দুয়ো চিৰকাল;
দংশিলে ভুজংগে,
তুৰন্ততে বিষ আহি প্ৰৱেশে অংগত।
সেই মতে, সুন্দই যুঁজিব য'তে,
ত'তে উলংগিব অসি উপসুন্দে আহি,
উভয়ৰ বিক্ৰম উভয়ে।
তদুপৰি, কূটযুদ্ধ কৰা
দানবৰ প্ৰকৃতি সদায়,
কৰিব অন্যায় যুদ্ধ;
অকলৈ পায়
কুমাৰক বিপদত পাৰিব পেলাব।

মোৰ নিবেদন
শুনক এবাৰ সুৰপতি—
আদেশ কৰক মোক,
ধনৰ জালেৰে বেৰি
মাৰোঁ। মই দুষ্ট দানৱক।
বিবিধ ৰতন, নয়ন ৰঞ্জন
ৰাশি ৰাশি দিওঁ দানৱক,
দান কৰোঁ। উজ্জ্বল সুবৰ্ণ অপ্ৰমিত,
অসংখ্যাত ধৱল ৰজত।
ধনৰ নিচিনা আৰু
বিবাদ লগাব পৰা
নাই কোনো বস্তু জগতত।
ধনৰ লোভত
নিতান্ত উন্মত্ত হৈ
বিবাদ কৰিব দুয়ো;
অপ্ৰয়াসে মৰিব উভয়ে।
ব—যি ক'লে অলকানাথে মানিলোঁ। সকলো;
ধনে লোভ, লোভে পাপ, পাপে মৃত্যু
—স্বৰূপ ইকথা।
কিন্তু, ধন ক'ত পাব ধনপতি?
আছেনে আমাৰ সেই
আগৰ বসুধা শ্যামা ৰত্ন প্ৰসৱিনী?
শ্ৰীহীনা ধৰণী আজি দৈত্য শাসনত।
নিসম্বল আমি
পত্ৰহীন ফলহীন তৰুৰ নিচিনা।
যাওক সি কথা বাৰু
কি হ'ব ভাবিলে তাক?
কওক এতিয়া দেৱৰাজ,
আপোনাৰ বিধান কিৰূপ?
ই—মিছাতে সুধিছে মোক
কিৰূপে বিধান দিওঁ, জল দলপতি?
কৰ্ণধাৰ মই আজি অচিন পানীত,

ভাৱনাত চিন্তাত আকুল
অনুকূল কূল ক'তো নেদেখোঁ কেনিও।
নোৱাৰোঁ বুজিব,
কিৰূপে চলাওঁ তৰী,
পাৰ হওঁ অপাৰ সাগৰ।

( সুমতিৰ প্ৰৱেশ )

সু—পাৰ হ'বা সুৰপতি
অবিলম্বে অপাৰ সাগৰ ;
জয় হ'ব অমৰ কুলৰ।

ই—কোন তুমি সুভাষিণী,
ঢালিছা আশাৰ বাৰি
অমৰৰ নিৰাশ হিয়াত ?

সু—বিধিৰ কামত থাকোঁ,
জগতক সুমতি বিলাওঁ,
সুমতি সিহেতু মোৰ নাম।
বিধিয়ে পঠালে মোক,
শুনা শুনা দেৱকুল আদেশ বিধিৰ।

( সকলোৱে প্ৰণাম কৰে )

দেৱশিল্পী বিশ্বকৰমাক
অনোৱা তুৰন্তে ;
জগতত আছে যত
স্থাবৰ জংগম ভূত,
সকলোৰে সৌন্দৰ্যৰ
মিহলাই এতিল এতিল
নিৰ্মাণোৱা সুন্দৰী যুৱতী মূৰ্তি
বিশ্ববিমোহিনী।
বিশ্ব সৌন্দৰ্যৰ থকা বাবে তিল তিল
তিলোত্তমা দিবা নাম ;
ভক্তিৰে বিধিক স্মৰি
পৰশিবা হে মহেন্দ্ৰ,
প্ৰাণবায়ু সঞ্চাৰিত হ'ব প্ৰতিমাত ;
সেই সুন্দৰীৰে পৰা
কাৰ্য সিদ্ধি হ'ব অমৰৰ।

ই—কোৱা দেবি কৃপা কৰি,
কি কৰিব সুন্দৰীয়ে,
কিৰূপে সিজিব কাৰ্য সুন্দৰীৰ পৰা ?

সু—আদেশিবা অনংগক,
ঋতুৰাজ বসন্তৰ সমে
প্ৰৱেশাব সুন্দৰীক নন্দন বনত।
বসন্তই সজাব নন্দন,
অনংগই ঘনে ঘনে হানি ফুল-শৰ
অস্থিৰ কৰিব দানৱক।
তিলোত্তমা লাভৰ কাৰণে,
উভয়ে উন্মত্ত হৈ বিবাদ কৰিব,
দুই ভাই অচিৰে মৰিব।
জনালোঁ বিধিৰ আজ্ঞা,
মেলানি মাগিছোঁ আৰু দেৱ সমাজত।

ই—বিধাতাৰ কৰুণাৰ কি দিম তুলনা।
নিবেদিবা বিধিক হে দেবি
দেৱতাৰ ভক্তি হৃদয়ৰ।

সু—ভাল দেৱৰাজ,
দেৱতাৰ নিবেদন জনাম ধাতাক।

ই—যোৱা তেনে দেবি,
প্ৰণমে অমৰ দলে। (সকলোৱে প্ৰণাম কৰে)

সু—জয় লভা দেৱকুল
পূৰ্ণ হোক মনৰ কামনা। ( প্ৰস্থান )

ই—আশুগতি বায়ুদেৱ
ততালিকে কৰোক প্ৰস্থান,
জনাই সকলো কথা
তুৰন্তে আনক মাতি বিশ্বকৰমাক।

বা—ভাল সুৰপতি
কৰিলোঁ বিদায় মই ;
অবিলম্বে আহিম উভতি। ( প্ৰস্থান )

## ২য় দৃশ্য

[ স্বৰ্গ—ৰঞ্জনৰ ঘৰ ]

( ৰঞ্জন আৰু ৰঞ্জন-পত্নী )

ৰ-প—দুইবো বৰ মিল নেকি ?

ৰ—মিলো মিল, বিপৰীত মিল, উৎপতীয়া মিল। এনে মিল কাৰো ক'তো, কোনেও কেতিয়াও দেখা নাই। ভালেতোহে নাম দুটাও তেনেই মিলি গৈছে—সুন্দ, উপসুন্দ। আৰু এই নাম থোৱা মানুহটোৰেও ভাল গণি পটি চাই, জোৰাই জোখাই নাম দুটা দিছিল।

ৰ-প—বেচ কথা, ভাই-ককাইৰ যিমানে মিলা প্ৰীতি হয়, সিমানে ভাল।

ৰ—এজনে যদি ভৰ দুপৰকে ৰাতি বোলে, ইজনেও ক'ব বোলে হয়। এজনে যদি মাটি এলডাকে সোণ বোলে, সিজনে তাকে পতিয়াব ; এই জগতখনৰ মানুহে নহয় বুলিলেও তাক নুশুনে। ফুৰা-চকা, পিন্ধা-উৰা, থকা-মেলা, কথা-বাৰ্তা, মেল-মন্ত্ৰণা, সকলোতে ভায়ে ভায়ে এনে মিল কেতিয়াও নহ'ব নুপজিব।

ৰ-প—সেই দেখিছে আকৌ ইমান ডাঙৰ ৰাজ্যখন খাব পাৰিছে। কথাতে কয় বোলে 'তিৰীয়ে পুৰুষে হ'বাঁ একেমতি, তেহে সিজিব হৰিত ভকতি।'

ৰ—সেয়া দেখোন এতিয়া নিজৰ কথাৰেই বান্ধ খালি একা। হেৰ' আমাৰ নো তেনে তিৰীয়ে পুৰুষে একেমতি হৈ, ভকতিটো নিসিজাৰ কিয় ? বোলোঁ—

ৰ-প—বাৰু থোৱাঁ থোৱাঁ ; তোমাৰ ভকতিটো সিজিব নেলাগে, কেঁচা হৈয়েই থাওক।

ৰ—হেৰ ৰবিচোন, মুখতে নধৰিবি, মোক ক'বলৈ দে, কথাটো তেনেই শুনি ল।

ৰ-প—নৰৰেনো ক'লৈ লৰ মাৰিছোঁ ? কি ক'ব খুজিছা কৈ নেপেলোৱাঁ কিয় ?

ৰ—ক'বলৈ ধৰোঁতেই তই মুখ পাতি ধৰিলি, কৈ পেলাওঁ কেনেকৈ ? মই ক'ব খুজিছিলোঁ, বোলোঁ মই সদায় ভাবোঁ এই আমাৰ ৰজাৰ ভায়েক ককায়েকৰ যিটো মিল, তাৰ একালমানো যদি তোৰে মোৰে ভিতৰত হ'লহেঁতেন। পাছে মিল হোক ছাৰি, বাহিৰে বাহিৰেও নাহে। তই আজিলৈকে মোৰ মোলকে নুবুজিলি। চাচোন বাৰু, তই যে সশৰীৰে স্বৰ্গ পালিহি, স্বৰ্গত গা মেলাই ফুৰিবলৈ পাইছ, কাৰ যহত ? ৰজাৰ সখি বাবে, মই স্বৰ্গলৈ আহিব লগা হ'ল। আৰু মই অছা দেখি, মোৰে তিৰোতা হোৱা বাবেহে তেও তযো আহিবলৈ পালি। তেনেহ'লে নো মোক ভাংকুটা হেন দেখ কিয় ? বোলে 'যাৰ যহত শাক সেন্দুৰ, তাকে পাত ভোকোৱা এন্দুৰ।'

ৰ-প—ইস্ হয় হয়, তেওঁৰ যহতহে আমি স্বৰ্গলৈ আহিলোঁ। কেলৈ ? তুমিযেইচোন মোৰ যহত আহিলা। মোৰ কপালত স্বৰ্গবাস আছিল, সেই দেখিহে চোন ৰজাও স্বৰ্গৰ ৰজা হ'বলৈ পালে, আৰু তুমিও লগতে মোৰ লেমটৌনৌ হৈ আহিবলৈ পালা।

ৰ—সেয়া, মই কওঁ মোৰ যহতহে তই আহিলি, তই কব তোৰ যহতহে মই আহিলোঁ। মই যদি যাওঁ পুবলৈ, তই যাবি পশ্চিমলৈ। এনে হ'লেনো তয়ে মযে কেনেকৈ ঘৰ পাতি থাকোঁ ? ৰাতিয়ে দিনে, পুৱাই গধুলিযে, খাওঁতে শোওঁতে, উঠোঁতে বহোঁতে, ফুৰোঁতে চাকোঁতে, সদাযনো বাৰু মোৰ সৈতে তই কিয় এই-দৰে খৰিযাল কৰি থাক ? মোৰ সৈতে দিনটোত চাৰিখন কাজিয়া নকৰিলে, তোৰ পেটলৈ ভাত নেযায়, চকুলৈ টোপনি নাহে কিয় ? হেৰ' কচোন বাৰু তইনো এইদৰে কিয় অপতি কৰি থাক ? কথাটোৰ আজি এটা নিষ্পত্তি কৰি পেলাওঁ। সঁচাকৈয়ে কচোন বাৰু, মইনো কি কৰিব লাগে ? কি কৰিলেনো তই ভাল পাব ?

ৰ-প—মোৰ বন আছে দেও। মিছা-মিছি কথা চোবাই থাকিবলৈ আজৰি নাই। তুমি ক'লৈ যাবলৈ ওলাইছা যোৱাঁ ; মই আহিলোঁ।

( প্ৰস্থান )

ৰ—গালেঁ। বালোঁ খোলাকটিৰ তাল। বুজোঁতে সকলো বুজে, কৰোঁতেও সকলো কৰে; মুখেৰে কেতিয়াও সৈমান নহয়। বংগালী মানুহৰ স্বভাৱেই এনেকুৱা। এতিয়া ৰজা ঘৰতে পাক এটা মাৰি আহোঁগৈ। (প্ৰস্থান)

### ৩য় দৃশ্য

[ ব্ৰহ্মলোক—দেৱ-শিবিৰৰ ভিতৰ ]

( পৰ্দাৰ ভিতৰত তিলোত্তমা-মূৰ্তি আৰু বাহিৰত বিশ্বকৰ্মা)

বিশ্ব—( মাজে মাজে অলপকৈ পৰ্দা দাঙি চাই )
কল্পনাৰ মূৰ্তি মনোৰম
ধন্য হ'লোঁ নিৰ্মাণি তোমাক।
ৰূপোহেৰে লাহেৰে সজাই
চকু ভৰি চালোঁ।
হাবিলাষ পূৰালোঁ হিয়াৰ,
কল্পনাৰ এয়ে পুৰস্কাৰ—
নিৰৱ নিৰ্মল অতিশয়।
নিজ কাম নিজৰ চকুত লগা—
তৃপ্তি লভা কল্পনাক মূৰ্তিমতী কৰি—
ওখ তৰপৰ সুখ কৰ্ম-জীৱনৰ।
হে মোৰ কল্পনাৰ সুন্দৰ মুৰতি
সুন্দৰবো বিতোপন তুমি
মধুৰবো সুমধুৰ
ভোগ্যবো সুভোগ্য অতিশয়—
অমিয়াৰ অপাৰ সাগৰ।
(তথা লাগি থাকে)

( ইন্দ্ৰ, যম, বায়ু, কুবেৰ আৰু কাৰ্তিকৰ প্ৰবেশ )

ইন্দ্ৰ—( অলপ বৈ ) শিল্পীৰাজ—
বিশ্বকৰ্মা—নিদিয়া উত্তৰ কিয় ?
কি হ'ল তোমাৰ দেৱ ?

বিশ্ব—( উচাপ খাই প্ৰণাম কৰি )
পুৰন্দৰ, সুন্দৰ ভাবত
বিভোল আছিলোঁ অতি,
অপৰাধ নধৰিব কিংকৰৰ।

ই—নিৰ্দিষ্ট সময় মতে উপস্থিত আমি।

বি—প্ৰস্তুত মূৰতি সুৰপতি,
চাওক এবাৰ, আদেশক
কেনিবা সলনি কিবা কৰিব লাগিলে।

ই—শিল্পীবৰ, আঁতৰোৱা আৱৰণ,
চাওঁ আমি
কবিৰ কবিত্ব ভৰা অতুল কল্পনা,
বিশ্বকৰমাৰ কৃতীত্ব কৌশল।

(বিশ্বকৰ্মাই পৰ্দা গুচায় আৰু সকলোৱে তথা লাগি চায় )

ই—ধন্য শিল্পীৰাজ
ধন্য ধন্য কৃতীত্ব তোমাৰ।

বি—কৃতাৰ্থ মানিছোঁ দেৱৰাজ।

ই—কিৰূপে আকিলা দেৱ,
কল্পনাৰ অতীত ছবিটি এনে,
নোলায় তুলনা যাৰ বিশ্ব জগতত ?

বি—দেৱৰাজ, বহুবাৰ সাজি ভাঙি গঢ়িলোঁ প্ৰতিমা
এই যে নয়ন দুটি,
পদুমৰ পাহিৰে সাজিলোঁ,
দিলোঁ তাত
কুৰংগিনী-নয়নৰ সৰলতা সানি,
নোম লগালোঁহি আনি
অনংগৰ
বছা বছা ফুলৰ শৰেৰে;
ভ্ৰমৰৰ বৰণেৰে ৰঞ্জিলোঁ তাৰকা;
ভ্ৰূৰ দুটি মদন-ধনুৰ;
তিলৰ ফুলেৰে সজা নাসিকা সুন্দৰ;
বিম্বেৰে অধৰ নিৰ্মি, অমিয়া চৰালোঁ;
ডালিম্বৰ দন্ত বিতোপন

আভা তাত গজ-মুকুতাৰ ;
প্ৰকৃতিৰ সকলো সুগোল বস্তু
যত্নেৰে মিলাই
গঢ়িলোঁ দুখনি গাল, কোমলতা ঢালি ;
অকলংক চন্দ্ৰিমাৰ
পূৰ্ণ কান্তি দিলোঁ বদনত ;
চুলিটাৰি ভুজংগৰ ঠগেৰে গঢ়িলোঁ।
কুসুমৰ কোমলতা সানি ;
ভুজত মৃণাল দিলোঁ,
আঙুলি সাজিলোঁ
চম্পকৰ কোমল কলিৰে ;
মৃগেন্দ্ৰৰ পৰা ল'লোঁ কঁকাল সুন্দৰ ;
ৰম্ভাৰে কৰিলোঁ উৰু :
কমলেৰে চৰণ গঢ়িলোঁ,
বিজুলীৰ দিলোঁ তাত ৰেখা ;
ঢালিলোঁ অংগত আনি
কমনীয় বৰ্ণ গোলাপৰ,
কোমলতা কুসুমকুলৰ,
পদুমৰ গন্ধ মনোহৰ।
কিমান বৰ্ণাম আৰু ?
জগতত য'তে যি সৌন্দৰ্য পালোঁ
সকলোৰে একোতিল আনি
গঢ়িলোঁহি সুন্দৰ মূৰতি—
তিলোত্তমা উপযুক্ত নাম অতিশয়।

কু—সুন্দৰ কল্পনা অতি
অপাৰ কৃতীত্ব মনোহৰ।

ব—অতুল আদৰ্শ সৌন্দৰ্যৰ।

ই—অপাৰ সাধিলা উপকাৰ।
লোৱা দেৱ কৃতজ্ঞতা অমৰকুলৰ।

বি—ল'ম দেৱ কৃতজ্ঞতা কিৰূপে কিংকৰে ?
কৰ্তব্য পালন মাত্ৰ কৰিছোঁ নিজৰ।
পলমৰ নাই প্ৰয়োজন,
কৰোক এতিয়া মাথোঁ
প্ৰতিমাত জীৱন সঞ্চাৰ।

ই—হে দেৱমণ্ডলী,
ভক্তি ভাৱে বিধাতাক কৰোক স্মৰণ।
তেওঁৰ কৃপাত যেন
কাৰ্যসিদ্ধি হয় অমৰৰ।
হে প্ৰভু করুণাময়,
তোমাৰ বিধানমতে সজালোঁ প্ৰতিমা,
তোমাৰ চৰণ স্মৰি
স্পৰ্শ কৰোঁ তমু বিধানত,
কৃপা কৰি প্ৰতিমাত জীৱন সঞ্চাৰা।
হে চিৰমংগলময়
মংগল বিধান কৰা অমৰকুলৰ।
বোলা সবে—
জয় জয় জয় বিধাতাৰ।

সকলোৱে—জয় জয় জয় বিধাতাৰ।

( ইন্দ্ৰই প্ৰতিমা চোৱে ; সকলো নিমাত আৰু নিস্তব্ধ। লাহে লাহে সজীৱ হৈ প্ৰতিমাই আচৰিত ভাৱেৰে কেউফালে চায়।
অপ্সৰীসকলৰ প্ৰৱেশ, নৃত্য-গীত আৰু পুষ্পবৰ্ষণ )

[ গীত ]

আজি অৰুণ-ৰাগ-ৰঞ্জন নিৰখি
মিলিছে অপাৰ আনন্দ।
কাঞ্চন কিৰণ ঢালি ঢালি অবিৰাম
তপনে কৰিব তম অন্ত।
আজি প্ৰাণ ভৰি
কৰি মহা মংগল
বৰিষণ কৰা পাৰিজাত ;
( ফুল ছটিয়ায় )
গোৱা মধুৰ গান তুলি ললিত তান
সুমধুৰ সুললিত ছন্দ।

### ৪র্থ দৃশ্য

[ স্বৰ্গ—ৰাজভৱনৰ উদ্যান ]

( লিগিৰাৰ প্ৰবেশ )

লি-ৰা—সেইটি কোন ?

( লিগিৰীৰ প্ৰবেশ )

লি ৰী—পূৰ্ণিমাৰ জোন।

লি-ৰা—ভালেতোহে গোটেইখন তেনেই ক'লা-ম'লা আন্ধাৰ-মুধাৰ কৰি আনিছে।

লি-ৰী—হাও। মইনো ইমান ক'লী হ'লোঁনে ?

( দুইৰো গীত )

লি-ৰা—ধুম ক'লী তই হেৰ' তেনেই ক'লী,
লি-ৰী—তোৰ দৰে নোহোঁ চুৰা চৰুৰ তলী ;
লি-ৰা—গঢ়ত আগঢ়ী তই ছুঁটা মুটা,
লি-ৰী—অভজা আপচু তোৰ শুনা কথা ;
লি-ৰা—মুখ নহয় খাৰণিৰ আগলিকা,
লি-ৰী—তোৰ মুখো জানো শুদা-শুদি একা ;
লি-ৰা—তোৰে মোৰে তেনেহ'লে ৰাজযোৰা,
লি-ৰী—নকৰ চুপতি হেৰ' বাঘে মৰা।
লি-ৰা—ইঃ চুপতি কৰিবলৈ এনেজনী এওঁ ৰূপৱতী ?
লি-ৰী—ৰূপৱতীনো দেখ কাক ?
লি-ৰা—তোৰ দৰে নেদেখি যাক।
লি-ৰী—নিজেহে বৰ ধুনীয়া জন !
লি-ৰা—সঁচানে তোৰ নেথায় মন ?
লি-ৰী—দেখিলে মোৰ লাগে ঘিণ,
লি-ৰা—সেয়েহে তেনে প্ৰেমৰ চিন।
লি-ৰী—ইঃ এনেজন এওঁ প্ৰেমৰ পাত্ৰ,
লি-ৰা—হেৰ' বয়স মোৰ অলপ মাত্ৰ।
লি-ৰী—সেইহে মুখ বঁহিয়া পৰা,
লি-ৰা—সেইবোৰ কথা বাৰু যাওক এৰা। এতিয়া এটা গধুৰ কথা কওঁ শুন ; ৰজাই কি হুকুম দিছে শুনিছনে ?

লি-ৰী—হওঁতে অলপ শুনিছোঁ ; তেওঁ বাৰু ভালকৈ শুনেঁাচোন।

লি-ৰা—দেৱতাবোৰ ৰণত হাৰি হাৰি দিহা দিহি কেনিবা ভাগি ছিগি গ'ল। তাকে দেখি, ৰজাৰ মনটো বৰ ফৰকাল হৈ পৰিছে। ৰজাই হুকুম কৰিছে বোলে অতকাল দেৱতাৰ দৌৰাত্ম্যত মোৰ প্ৰজাবোৰ জলা-কলা হৈ আছে, এতিয়া এমাহলৈ সকলোৱে হেপাহ গুচাই ৰং-ধেমালি তামচা কৰি ফুৰক।

লি-ৰী—আৰু বোলে কিবা বৰ তামচা এখন পাতিব ; দেশ-বিদেশৰ পৰা তালৈ মানুহ আহি ভৰি পৰিব।

লি-ৰা—এৰা হয় ; তাতনো কত নাচ-গান, খেল-বাজী, ভোজ-ভগুৰা হ'ব, তাৰ লেখ নাই। পাচে এই যে এমাহ ৰং-ধেমালি তামচা কৰিবলৈ দিছে, এই এমাহৰ ভিতৰত, যাৰে যিহকে কৰিবৰ মন যায়, তাকে কৰিব পাৰে বুলি পিটাই শুনাই দিছে। কেনে মজা ! কেনে মজা ! কেনে মজা !

লি-ৰী—ওঁ শুনিছিলোঁ হয়।

লি-ৰা—এতিয়া বাৰু খাই কথাটো শুন—মোৰ মন গৈছে তোৰ সৈতে ঘৰখন পাতিবৰ। বোলোঁ একে ৰজা-ঘৰৰে লিগিৰা-লিগিৰী, যোৰাটো পাতি থওঁ। পাচে বাৰীৰ খাঁহে গোহালিৰ গৰুৱে ৰাহি নাহিল। ভালেৰে ক'লে তই মুগুন ; পেংচালি কৰি উৰাই দিয়। সোঁ আঙুলিয়ে ঘিউ নাহিল যেতিয়া, এই মাহৰ ভিতৰতে মই তোক বলেৰে হওক, ছলেৰে হওক, নিমেই নিম। বঢ়িয়া চলটো ওলাইছে ; এই চলতে তোক পাব নকৰিলে নহয়।

লি-ৰী—চাওঁ, মোক ধৰি নিয়াটোৰ মুখখন চাওঁ। লোকে বাৰ মাহৰ তেৰখন ভাৰ দি, দহ অলংকাৰেৰে জোৰণ-বাৰোণ পিন্ধাই, শই শই গা-ধন ভৰি, দুদিনীয়াকৈ লঘোনে থাকি, বিয়া কৰাই নিবলৈকো নেপায় ; এওঁ ধৰি নিলেই হ'ব ! ধৰিলে একা ভৰিত ধৰিব লাগিব।

লি-ৰা—ভাৰ-ভেটি দিবলৈ নাই; অলংকাৰ যি পাবোঁ ডুডাল চাৰিডাল দিলেঁইহঁতেন। গা-ধন দিব নোৱাৰোঁও, পৰা হ'লেও নিদিওঁ। বৰলা ভাতকে খাম, তেওঁ ধন দি তিৰোতা কিনিব নোৱাৰোঁ। দৰা কিনা, ছোৱালী কিনা, এইবোৰ কুৰূচ দস্তুৰ নধৰোঁ। কিবা গৰু মহনে, তাকে ধন দি কিনিবলৈ? সেই দেখিহে, ধৰি নিয়া বুধিটোকে পাতিছোঁ। ধৰি নি, পাচত হোম কেঠোলা পুৰি থ'ম, লেঠা ছিগিব।

লি-ৰী—হয়, হোম কেঠোলা পোৰোঁ বুলিলেই পুৰিবলৈ পায় নহয়!

লি-ৰা—হেৰ' নেপামনো কি? ৰজাই এমাহলৈ দিন দিছে; এই মাহৰ ভিতৰত যি মন যায়, তাকে কৰিম।

(দুইবো নৃত্য-গীত)

লি-ৰা—আহ বেটি তোক ভাল দেখিছোঁ বিয়া কৰাই থওঁ।
সঁচা মনৰ কথা কওঁ।
লি-ৰী—আহ তেনে তোৰ এবাৰ বাৰু
কানত উঠি লওঁ;
বহু দিনৰ মনৰ হেপাহ
আজি গুচাই থওঁ।
লি-ৰা—মোৰামা গুৰুৰ কানত উঠ
কৰ হেৰ' কি
ছিঃ ছিঃ ছিঃ এনে কথা
ক'ব নেপায় ছি;
লি-ৰী—নেপায় নে কি?
ভাল ক'লিহি
যেন নেজানোহে মই;
সেই দেখিহে বিয়াৰ আগেই
এবাৰ উঠি লওঁ।
লি-ৰা—পেলালেঁ। মই ধৰি
লি-ৰী—ময়ো নিদিওঁ এৰি
দুয়ো—ধৰা ধৰি কৰি নাচি
দুয়ো গুচি যাওঁ। (দুইবো প্ৰস্থান)

### ৫ম দৃশ্য

[ব্ৰহ্মলোক—দেৱতাৰ শিবিৰৰ ভিতৰ]

(তিলোত্তমা আৰু অপ্সৰীসকল)

(তিলোত্তমাৰ নৃত্য-গীত)

আহা কেনে সুন্দৰ জগত মধুৰ।
হৰষিত কৰে মন দুখ বিদূৰ।
থল জল সুন্দৰ
গগন মনোহৰ
ভুবনি বননি তটিনী ফুলনি
বিহগ কুজে তানে ৰাগ সুমধুৰ।
বন মন-মোহন
পোহৰ বিতোপন
অম্বৰ গম্ভীৰ, গম্ভাৰ ভূধৰ
লাহেৰে মলয়া বলি কৰে জুৰ।

১ম অপ্সৰী—সখি, আচৰিত সকলো তোমাৰ;
অবিলম্বে নৃত্য-গীত সুন্দৰ শিকিলা।

তিলো—সখি, অনুগ্ৰহ তোমাসকলৰ।

(ইন্দ্ৰ, যম, বায়ু, কুবেৰ, বৰুণ, কাৰ্তিক, কামদেৱ আৰু বসন্তৰ প্ৰবেশ। তিলোত্তমা আৰু অপ্সৰীসকলে প্ৰণাম কৰে)

ই—হ'লানে প্ৰস্তুত দেৱি
বিলম্বৰ প্ৰয়োজন আছেনে তোমাৰ?
তিলো—নাই আৰু দেৱৰাজ;
সম্পূৰ্ণ প্ৰস্তুত দাসী।
বুজিছোঁ এতিয়া
কেনেৰূপে কিহেতু সৃজন মোৰ,
কি কাৰ্য সাধিব লাগে মই।
কাৰ্য সিদ্ধি হ'ব বুলি
কয় মনে নিৰন্তৰ,
উপজিছে সাহ হৃদয়ত।
অনুমতি কৰোক দাসীক
যাওঁ আৰু—আশীৰ্বাদ কৰিব যাথোন।

ই—যোৱা তেনে সুলোচনা।
নকৰিবাঁ একো ভয়,
অমৰৰ আশীষে তোমাক
অভেদ কৱচৰূপে আবৰি ফুৰিব।
বসন্ত কামদেৱ থাকিব লগত,
দিকপাল সকল আমি
দিশে দিশে সহায় থাকিম,
বিপুল অমৰ সেনা
সহায় থাকিব বিমানত।
বসন্তই যত্নেৰে পিন্ধাব
নন্দনক বিনন্দীয়া, বেশ মনোহৰ;
কামদেৱে ফুলৰ শৰেৰে
সঘনে বিন্ধিব দানৱক;
ভুৱনমোহিনী তুমি কৌশলনিপুণা,
কৌশলেৰে মন মোহি
বিৰোধ ঘটাবাঁ উভয়ৰ।

**কাৰ্তিক**—নাই শংকা সুবদনি,
চোৱা সৌ প্ৰান্তৰত
সুসজ্জিত চতুৰংগ অমৰ বাহিনী।
ল'ই এই বিশাল কটক
তোমাৰ লগতে গৈ
প্ৰস্তুত থাকিম বিমানত।

**তিলো**—আহাঁ তেনে ঋতুৰাজ,
আহাঁ ফুলধনু;
প্ৰণমিছোঁ সকলোকে, আশীষ কৰিব।
(প্ৰণাম কৰে)

ই—যোৱা দেৱি
আশীৰ্বাদ কৰোঁ সকলোৰে—
অক্ষয় কীৰিতি তুমি ৰাখাঁ জগতত,
দেৱ কাৰ্য সাধি সুকলমে।
বাজক মংগল বাদ্য
অপ্সৰীয়ে দিয়ক উৰুলি
পুষ্পবৃষ্টি কৰোক ৰঙেৰে,
বোলাঁ সকলোৰে—
জয় জয় জয় বিধাতাৰ।

**সকলোৰে**—জয় জয় জয় বিধাতাৰ।

(অপ্সৰীসকলে উৰুলি দিয়ে আৰু পুষ্পবৃষ্টি কৰে। ভিতৰত শংখ ঘন্টা ইত্যাদি বাজে। দেৱতাসকলক প্ৰণাম কৰি তিলোত্তমা, কামদেৱ আৰু বসন্তৰ প্ৰস্থান)

ই—আহক এতিয়া
দিশে দিশে যাওঁ আমি দিকপালসকল।
যোৱা সেনাপতি,
সাৱধানে দেৱসেনা ৰাখা বিমানত;
নিৰখি থাকিবাঁ যতনেৰে,
দেখা মাত্ৰে প্ৰয়োজন
তুৰন্তে অমৰ সেনা ত্ৰিদিব নমাবাঁ।
(দেৱতাসকলৰ প্ৰস্থান)

(অপ্সৰীসকলৰ গীত)

হে ত্ৰিজগত পতি মংগলময় হৰি
কিঞ্চিত কৃপাকণা কৰাঁ বিতৰণ।
দুখে শোকে জৰ জৰ
তাপিত কিংকৰ
তাপ বিদূৰ কৰাঁ হে তাপবাৰণ।
তুমি ভয়ভঞ্জন বিপদনিবাৰণ
পৰম সিদ্ধি-দাতা বিঘিনি বিনাশন
ৰাখাঁ ৰাখাঁ চিৰ-পদ-আশ্ৰিত জন।

---

## চতুৰ্থ অংক

### ১ম দৃশ্য

[ স্বৰ্গ—নন্দন বনৰ এক অংশ ]

(তিলোত্তমা, কামদেৱ আৰু বসন্তৰ প্ৰৱেশ)

**কাম**—সঁচা ঋতুৰাজ
সজালি নন্দন বন কৰি বিতোপন।
গুচাই শুকান পাত

দিলা গছে গছে
নতুন পল্লৱ সুকোমল ;
সকলো ঋতুৰে ফুল ফুলি একে লগে
সৌৰভিত সুশোভিত কৰিছে কানন।
ধীৰ সমীৰণে
ধীৰেৰে লৰাই লতা
ধীৰে ধীৰে কুসুম সৰাই,
ভৰাই বননি ;
সুন্দৰ জৰণা যত
বৈ যায় জুৰ-জুৰ কৰি।
চকু জুৰ হয়
পৰাণ জুৰায়
হৃদয়ত বিলাসৰ বাসনা ওপজে
দেখি অপৰূপ শোভা সুন্দৰ বনৰ।
ধন্য সখি, ধন্য ধন্য ক্ষমতা তোমাৰ।
বস—সামান্য নহয় সখি তোমাৰো ক্ষমতা।
লাগিলে তোমাৰ শৰ
ৰক্ষা নাই কাৰো ;
ফুলৰ শৰেৰে
আকুল কৰিব পাৰাঁ সমস্ত জগত।
এয়ে সেই নন্দন কানন দেৱৰ,
অমৰৰ বিলাসৰ স্থান মনোৰম।
ইয়াতে মনোহাৰিণা,
অমৰ অমৰী মিলি
কৰে কেলি মুকলি মনেৰে,
মধুৰ মলয়া ভুঞ্জি
পূৰ্ণিমাৰ শান্তিময় মধু কিৰণত,
পান কৰি বিদ্যাধৰী সংগীত অমিয়া।
ইয়াতে অপেক্ষা কৰাঁ, কানন বিহৰি
নিষ্প্ৰভি নন্দন-শোভা ৰূপেৰে তোমাৰ ;
চোৰা সৌৰা
সুন্দ উপসুন্দ দুয়ো আহিছে ইফালে ;
পালেহি ওচৰ,
আঁতৰোঁ এতিয়া আমি,
ওচৰতে থাকিম তোমাৰ
অগোচৰ হৈ দানৱৰ।
( কামদেৱ আৰু বসন্তৰ প্ৰস্থান ; আনফালৰপৰা সুন্দ, উপসুন্দ আৰু ৰঞ্জনৰ প্ৰবেশ )
সু—চোৱা চোৱা কি আশ্চৰ্য ভাই,
অপূৰ্ব সাজেৰে আজি সাজে বনৰাজি ;
দুনাই বসন্ত ঋতু আহিছেনে ঘূৰি ?
কিয় অকস্মাৎ আজি
অপৰূপ ৰূপ কাননৰ ?
উপ—ৰজাৰ সুখত প্ৰজা সুখী চিৰকাল।
সসাগৰা বসুন্ধৰা আৰু স্বৰ্গলোক
ভুজৰ বলেৰে জিনি
সুখী আমি অতিশয় ;
আমাৰ সুখত
সুখিনী নহ’ব কিয়, বনৰাজি আজি ?
সু—আহা !
কোন তুমি ৰূপৱতী গজেন্দ্ৰগামিনী,
ৰূপৰ প্ৰভাৱে
পোহৰোৱা নন্দন কানন ?
সুন্দ মোৰ নাম, হে সুন্দৰি—
অধীশ্বৰ দানৱ ৰাজৰ,
অধিপতি বসুমতী আৰু ত্ৰিদিবৰ।
দয়া কৰি পৰিচয় দিবাঁনে সুন্দৰি ?
উপ—উপসুন্দ মই
যুৱৰাজ দানৱ ৰাজ্যৰ,
কোন তুমি মধুৰ-হাষিণী ?
তোমাৰে চৰণ চুমি
হ’লনে নন্দন আজি এনে বিতোপন ?
ৰ—ময়ো নহওঁ যেনে তেনে জন
ময়েই ৰঞ্জন
আমাৰ ঘৰৰ মানুহে বোলে

"আমাৰ পিজন"।
এইযে দেখিছা ৰজা,
মই নহওঁ তেওঁৰ প্ৰজা স্ৰজা
মোৰে এওঁ সখি।
তেওঁ ( সুন্দক দেখুৱাই ), তেওঁ ( উপসুন্দক দেখুৱাই ) আৰু এওঁ ( নিজক দেখুৱাই ) তিনিও গোট খাই, 'ৰণত হৰুৱাই, দেৱতাবোৰক পঠিয়ালেঁা স্বৰ্গৰপৰা খেদাই। এতিয়া এওঁলোকক লৈ, মই কৰিছোঁ স্বৰ্গসুখ, নাই আৰু মোৰ কোনো দুখ।

( তিলোত্তমাৰ নৃত্য-গীত )

মোৰ নিচেই কোমল হিয়া
বেহাম গৰাকী পালে, কোনে নিবঁা নিয়ঁা।
মোৰ তেনেই নতুন হিয়া
পৰা নাই কোনো ছায়া
সমানে সলনি লাগে, কাৰ আছে দিয়ঁা

( প্ৰস্থান )

সু—( স্বগত: ) অপূৰ্ব সুন্দৰী,
দেখা নাই এনে ৰূপ এই জগতত।
সমিধানো দিলে যথোচিত,
যথেষ্ট সংকেত দিলে,
হিয়া দিব হিয়া পালে।
( প্ৰকাশ্যে ) ৰোৱা, ৰোৱা, নেযাবাঁ নেযাবাঁ দেৱি।

( বেগেৰে প্ৰস্থান )

উপ—কি ক'লে কি ক'লে?
"বেহাম গৰাকী পালে, কোনে নিবাঁ নিয়াঁ।"
ৰ'বাঁ তেনে, ৰ'বাঁ তেনে, ক'লৈ পলোৱা?

( বেগেৰে প্ৰস্থান )

ৰ—দেখাক দেখি ময়ো লৰোঁ,
ৰ'বাঁ সুন্দৰি লগ ধৰেঁা। ( বেগেৰে প্ৰস্থান )
( কাম দেৱৰ নৃত্য-গীত কৰি প্ৰৱেশ ; সুন্দ উপসুন্দ যোৱা ফাললৈ শৰ মাৰে )

[ গীত ]

মোৰ ফুলৰ ধনু মূলৰ গুণ
ফুলৰ চিকুণ কাঁড়।
ফুলৰ কাঁড়ে যাকে বিন্ধে
প্ৰাণ আকুল তাৰ।
যা লৰি ফুলৰ শৰ
হিয়াৰ মাজত সোমাই পৰ।
বিন্ধি বিন্ধি থৰ-যুগুতি
গুচাই পেলা গাৰ।

( প্ৰস্থান )

## ২য় দৃশ্য

[ স্বৰ্গ—নন্দন বনৰ এক অংশ ]

( কামদেৱ আৰু তিলোত্তমা )

( নৃত্য-গীতেৰে বসন্তৰ প্ৰৱেশ )

তোলোঁ ধনু পুনু ফুল-ধনু
হানঁা বাণ হানি ফুল-ৰেণু।
নতুন ৰঙেৰে হৃদয়ত
ৰঞ্জিত কৰঁা নৱৰাগ,
তম-উৰুমিৰে মৰীচিকা ৰচি
বুৰুৱাই দিয়া সাধু-ভাৱ ;
কৰি ৰুণু-জুনু
লোৱাঁ ফুল-ধনু
পালেহি পালেহি আহি পুনু।

( বসন্তৰ প্ৰস্থান )

কাম—আহিছে দুনাই
বিন্ধোঁ মই ঘনে ঘনে ফুলৰ শৰেৰে ;
থাকাঁ তুমি সাৱধানে।

( কামদেৱৰ নৃত্য-গীত )

( দুজনীৰ অন্তই পতি একোপাট শৰ মাৰে )

পাঁচ পাটি শৰ মোৰ কেউদিশে যায়
ইয়াৰ কেনিও ক'তো পৰাজয় নাই!

গুণ টানি ফুল-ধনু লাহেৰে দোঁৱাই
এৰি দিওঁ এই পাটি হিয়াত লগাই।
হিয়াত ফুলৰ ৰেণু ছাটি যাৰি লৈ
লাগক ইপাটি গৈ আতমা কঁপাই।
লাজ ভয় বিপদৰ গিযান গুচাই
এই পাটে গৈ মন দে উচটাই।
যা যা যা—ধৰ ধৰ ধৰ
মদনৰ পঞ্চবাণে পৰাণ ভুলায়।

( হুঁহকি প্ৰস্থান )

( তিলোত্তমাৰ নৃত্য-গীত )

( গীতৰ লগতে সুন্দ উপসুন্দৰ আৰু তেওঁলোকৰ পাচতে ৰঞ্জনৰ প্ৰবেশ )

মই বিমানৰ প্ৰাণী, শূন্যে বিমানে উৰি ফুৰোঁ।
(মই) চেনেহী লতা, চেনেহী তৰু চেনেহে সাবটি ধৰোঁ।
যাকে তাকে হিয়া নিবিলাওঁ
(হিয়া) বিলালে আৰু নুঘুৰাওঁ ;
যেযে প্ৰেম দিব প্ৰতিদান পাব
হিয়া পালে হিয়া বিতৰোঁ।
প্ৰেম দিলে হিয়া শুদা কৰি
ময়ো প্ৰেম দিম হিয়া ভৰি ;
দুদিনীয়া প্ৰেম, কপট মৰম
ভাগ কৰোঁ হিয়া নিবিচাৰেঁ।

সু—লোৱা লোৱা প্ৰাণেশ্বৰি,
হিয়াখনি মোৰ
চৰণত কৰোঁ সমৰ্পণ।

( তিলোত্তমাৰ এটা হাতত ধৰে )

উপ—প্ৰথমেই মোৰ হিয়া বিলালোঁ তোমাক ;
দিয়া তাৰ সলনি মাগিছোঁ।

( তিলোত্তমাৰ ইটো হাতত ধৰে )

কি কৰা কি কৰা তুমি !
ভাতৃবধু ই ৰমণী
নেপায় স্পৰ্শিব তুমি,
গুচোৱা গুচোৱা হাত।

সু—বৰিলোঁ আগেয়ে মই
ভাৰ্যা মোৰ গুৰুজন—বোৱাৰী তোমাৰ ;
এৰাঁ এৰাঁ হাত ততালিকে।

উ—কুলাংগাৰ অধম দুৰ্মতি,
ভাতৃবধু মাতৃৰ সমান,
কামত অজ্ঞান
ধৰ্মজ্ঞান কৰি পৰিহৰি
পৰশিলি দুৰাচাৰ।

সু—কি ক'লি পামৰ।
কুলাংগাৰ অধম দুৰ্মতি মই ?
ধিক্ ধিক্ পশুৰ আচাৰ তোৰ;
গুৰু-পত্নী চোৰ কাম ভাৱে ;
সমুচিত শাস্তি দিওঁ তাৰ।

( তৰোৱাল সোলোকাই লয় )

উ—তুৰন্তে নিপাতি তোক
অন্ত কৰোঁ দানৱ-কলংক।

( তৰোৱাল সোলোকায় ; দুইৰো যুদ্ধ ; তিলোত্তমাৰ প্ৰস্থান )

ৰ—হে হে মহাৰাজ—কি কৰে, কি কৰে।
যুৱৰাজ এৰক এৰক।

( পাচ ফালৰপৰা দুইকো এৰুৱাবৰ চেষ্টা কৰে )

ইস্ ইস্। সৰ্বনাশ, সৰ্বনাশ।
দুইজন তেজেৰে ৰাঙলি হ'ল !

সু—হায় হায়, কি কৰিলোঁ ভাই
পাহৰি পূৰ্বৰ কথা।
ইমান তপস্যা কৰি ব্ৰহ্মাক তুষিলোঁ,
পৰাজিলোঁ দেৱতাক দুয়ো,
শেষ ফল ইয়াকে লভিলোঁ !
দেখক জগতে আজি কামুকৰ বিলৈ কেনুৱা।
হায় কাম, তিলেকতে তই

নৰত্বক পশুত্বত কৰ পৰিণত।
নোৱাৰোঁ থিৰেৰে ৰ'ব
উপস্থিত অন্তিম সময়। (পতন)
ৰ—হায় হায়। কি হ'ল কি হ'ল! পানী পানী!
পানী পোৱা যায় ক'ত!
(বেগেৰে প্ৰস্থান)
সু—আহিছোঁ—আহিছোঁ—ভাই—
তুমিও আহিবাঁ—
আহিবাঁ—মিনতি কৰোঁ—
ক্ষমা কৰি— অপৰাধ মোৰ।
(মৃত্যু)
উপ—দৈত্যপতি, হে অগ্ৰজ
দানৱৰ কুলৰ প্ৰদীপ,
কিহেতু কিহেতু তুমি শুলা ধৰণীত।
চিৰ অনুগত মই,
দোষী মাত্ৰ অলপ দোষৰ আজি;
উঠা ভাই ক্ষমা কৰা কিংকৰক,
কেলি কৰা চিৰকাল ৰমণীক লৈ।
হে বীৰেন্দ্ৰ,
নুঠিলে দুনাই তুমি,
দানৱ কুলৰ মান ৰক্ষা কৰে কোনে?
যায় প্ৰাণ,—অন্ধকাৰ—দেখোঁ দশো—দিশ।
(পৰে)
হায় হায়—নিজৰ দোষত—দুয়ো—
অকালত—হেৰুৱালোঁ—প্ৰাণ।
(মৃত্যু)
(পানী লৈ ৰঞ্জনৰ বেগেৰে প্ৰৱেশ; দুইৰো মুখত
পানী দি কিছু বেলি চায়)
ৰ—গতপ্ৰাণ দুয়ো মহাবীৰ।
এয়ে পৰিণাম এই নশ্বৰ দেহৰ!
তুৰন্ততে অগনিয়ে ভস্ম কৰি দিব
কিম্বা পোকে খাব,
নতুবা আজুৰি খাব
কাউৰী, শগুন আৰু শিয়াল কুকুৰে!
ইয়াল'কে, ধনে সোণে নাটে
সম্পত্তিৰ বিভূতিৰ হেপাহ নুগুচে,
খোৱা-খোৱি, কটা-মৰা
কামোৱা-কামুৰি জগতত!
মিছা দেহ, মিছা বিভৱ সম্পদ,
পুত্ৰ ভাৰ্যা পৰিয়াল মিছা সকলোটি—
নাহেও নেযায়ো কাৰো লগত কদাপি।
আহোঁতে নাঙঠ প্ৰাণী যাওঁতে নাঙঠ
মাজতে দুদিন মাত্ৰ অত মায়া-ডোল।
কিহৰ কাৰণে তেন্তে
ইমান আজোৰ সহোঁ
ভোগোঁ নিতে ইমান অশান্তি?
কিবা প্ৰয়োজন বিষয়ৰ?
বিষ বুলি পৰিহাৰ নকৰোঁ কি হেতু?
হায় হায়, অসাৰকে অতকাল
সাৰ বুলি সাবটি আহিলোঁ!
আজিহে গজিছে চকু,
আজি ধৰি অন্য পথ হোক জীৱনৰ। (প্ৰস্থান)
(গীত গাই গাই নিয়তিৰ প্ৰৱেশ)

[ গীত ]
ইয়াল'কে অত অতপালি।
কত কটা-কটি কত মৰা-মৰি
কত শত মহা মহতালি।
কৰি তিৰি-বিৰি
হাঁহি চিকি-মিকি
খেলি ফুৰে হয় নাচি নাচি,
পৰিলেই যায়
পাবলৈ নাই
যেনে কচুপাতৰ পানীটুপি;
মনিচবো জীৱ তেনে নে কি?
(গাই গাই প্ৰস্থান)

### ৩য় দৃশ্য

[ স্বৰ্গ—প্ৰান্তৰ ]

( গীত গাই দেৱসেনাৰ প্ৰৱেশ )

[ গীত ]

ৰণ ভেৰি গভীৰে নিনাদে।
বীৰ হৃদয় উন্মাদে।
ভীষণ গৰ্জনে ভৈৰৱ হুংকাৰে
স্তম্ভিছে দশোদিশ ঘন ধনু-টংকাৰে ;
ঘোৰ ৰণ-ৰঙত
অন্তৰ ৰঞ্জিত,
ব্যাকুল সৈনিকে নাদে।

( নিজ নিজ অস্ত্ৰ লৈ এফালৰপৰা কাৰ্তিক আৰু আন ফালৰপৰা অগ্নি, যম, কুবেৰ, বৰুণ আৰু বায়ুৰ প্ৰৱেশ )

কা—দিক্‌পালসকল
পুনৰপি দিশে দিশে যাওক সকলো ;
প্ৰত্যেকে হাজাৰ সৈন্য নিয়ক লগত।
অগ্নিদেৱ, প্ৰচণ্ড প্ৰতাপ আপোনাৰ
সকলো প্ৰয়োগ কৰি
অগ্নিময় কৰোক চৌদিশ।

অগ্নি—ভাল সেনাপতি,
তেনে কাম মনোময় মোৰ অতিশয় ;
আহিলোঁ, আহিলোঁ মই
মুহূৰ্ততে বিপৰ্যয় ঘটাম দুৰ্জয়।
( প্ৰণাম কৰি প্ৰস্থান )

কা—প্ৰভঞ্জন দেৱ
ধৰক আপুনি গৈ দুৰন্ত মূৰতি
পৰ্বত খহাই
তৰু লুটিয়াই
উৰাই সাগৰ-বাৰি
লণ্ডভণ্ড কৰোক সকলো।
ঘোৰ ধুমুহাৰে,
দহন কাৰ্যত
অনলক সাহায্য কৰোক।

বায়ু—যিবা আজ্ঞা সেনাপতি,
মুহূৰ্ততে কৰিম সকলো।
( প্ৰণাম কৰি প্ৰস্থান )

কা—হে কৃতান্ত দেৱ,
কালান্তক মূৰ্তি ধৰি, প্ৰকাণ্ড দণ্ডেৰে
দলক দানৱকুল।
যাকে য'তে পায়
অবাধে বধক আজি,
পাৰে মানে দৈত্যকুল নিৰ্মূল কৰোক।
যাম অবিলম্বে পালিম আদেশ।
( প্ৰণাম কৰি প্ৰস্থান )

কা—দুৰ্জয় অলকানাথ
আপুনিও ভীষণ গদাৰে
দানৱক বিচূৰ্ণ কৰোক।
দেখিলেই কৰিব বিনাশ ;
হওক দানৱশূন্য ত্ৰিদিব সমূলি।

কুবেৰ—ভাল দেৱ
আজ্ঞা তয়ু পালিম নিশ্চয়।
( প্ৰণাম কৰি প্ৰস্থান )

কা—আপুনিও যাওক বৰুণ দেৱ,
দুৰ্জয় পাশেৰে বান্ধি
য'তে পাৰে নাশক দানৱ।
ময়ো যাওঁ সৈন্যদল লৈ ;
সকলোৱে মিলি আজি
দুৰ্ঘোৰ প্ৰলয় কৰোঁ দানৱ কুলৰ,
বোৱাওঁ বিশাল নৈ দানৱ-ৰক্তেৰে।

বৰুণ—ভাল সেনাপতি দেৱ
আজ্ঞা তয়ু পৰিণত কৰিম কাৰ্যত।
( প্ৰণাম কৰি প্ৰস্থান )

কা—তোমালোক, হে বীৰমণ্ডলী
আহাঁ মোৰ সমে,

বিক্রমেৰে আক্রমিবা।
অধিকৃত স্থান দানৱৰ,
দানৱ সৈন্যত ঘোৰ সংকট মিলাবা।
আতংকেৰে দানৱৰ হৃদয় ভৰাবা।
দানৱ দলিবা
বিজয় লভিবা
স্বৰ্গৰাজ্য পুনৰপি উদ্ধাৰ কৰিবা।
বোলা সবে—
জয় মহেন্দ্ৰৰ জয়।

সকলোৱে—জয় মহেন্দ্ৰৰ জয়

( ৰণবাদ্য বাজে ; সকলোৰে প্ৰস্থান )

## ৪র্থ দৃশ্য

[ স্বৰ্গ—অৰণ্য পথ ]

( হাতত কুঠাৰ লৈ দুজন খৰিভাৰীৰ প্ৰবেশ )

১ম—হেৰ' ৰ'বি এখন্তেক বোপাই ; ৰ'দত বৰ ভাগৰ লাগিছে ; ইয়াতে অলপ জিৰাই লওঁ। বেলি বহুত আছে, লাহে ধীৰে খৰি কাটিলেগৈও হ'ব।

( বহে )

২য়—এৰা বোপাই, মযো তাকে কওঁহে বুলিছিলোঁ।

( বহে )

১ম—আমাৰ দুখীয়াৰ দুখনো কোনকালে গুচিব ? এইদৰেই ঢৌতে খৰ মাৰি, অলপ অচৰপ জিৰাই নললে, আমাৰ আৰু জিৰাব সঁভাবলৈ ক'ত আজৰি ওলাব ?

২য়—এ নহয়নো কি ? সেৱা কৰিব লগীয়া কথা কৈছ বোপাই। সেই দেখিহে মযো খৰি কাটিবলৈ আহোঁতে, বাটতে সদায় একো ঘুমটি শুই লওঁ।

১ম—ভাল কৰ। হেৰ' খৰিনো আৰু কিমান কাটিবি ? মনত পুৰাবে পৰা ইয়াকেহে কৰিলোঁ, তেওঁ ইয়াৰ অন্ত নপৰিল।

২য়—যাৰ যি কাম, তাক নকৰিলে হ'বনে ? আমাৰ দিনৌ ৰজাঘৰলৈ খৰি যোগোৱাৰ বাব, সদায় যোগাবই লাগিব।

১ম—হেৰ', তেনেহ'লেনো বাৰু ভালকৈ বন কৰিবলৈ কাৰ মন গা উধায় ? আজি খৰিভাৰী, কাইলৈ দুৱৰী, পৰহিলৈ কিবা এটা, তাৰ পাচদিনা বৰুৱা, ফুকন—এই দৰে দোপত দোপে তুলি দিলেহে বনত মন পৰে। নহ'লেনো সদায় খৰিকে কাটিবলৈ কাৰ মন যায় অ' ?

২য়—সঁচা কথা। সেই দেখিহে মযো কামত লাহে লাহে চাহ এৰা দি আহিছোঁ।

১ম—আগৰবোৰ বাৰু এৰিছোঁ। বাবে বাবে মানুহ লাগি আছে, কাক খেদিনো আমাক বৰুৱা ফুকন পাতিব ? পাচে এই স্বৰ্গলৈ আনি জানো আমালৈ অলপ চকু মেলি চাব নেপাইছিল ? অত দেৱতাবোৰ খেদিলে। কেলৈ সিহঁতৰ গোটাদিয়েকক আমাৰ ঠাইত খৰিভাৰী পাতি সিহঁতৰ বাব একোটা আমাক দিয়া হ'লে ৰজাৰনো কি বাপেকৰ ঘৰৰ ঢুকালহেঁতেন ? পাচে সেইটো কিয় কৰিব ? বোলে "সাতো বাৰীৰ শাক—মোৰ পাততে বাক"।

২য়—ডাঙৰ বিষয় এখন দিয়া হ'লেও, এই ৰণৰ দিনত তই জানো ৰণ কৰিব পাৰিলিহেঁতেন ?

১ম—হেৰ' নোৱাৰিবলৈনো কি হৈছে ? আমাৰ দৰে হাত-ভৰি থকাবোৰেইহে তেও ৰণ কৰিছে। পাতি দিয়কচোন বাৰু কিবা সেনাপতি চেনাপতি এটা, পাৰোঁনে নোৱাৰোঁ চাবি। আমি ৰণ কৰিবলৈ হোৱা হ'লে এই দেৱতাবোৰে এইদৰে টিঘিল্ ঘিলাব পাৰিলেহেঁতেন ? তাগদ আছে ? একেবাৰেই গলিতং কৰি মষিমূৰ কৰি পেলালোঁহেঁতেন।

( বেগেৰে নগৰীয়াৰ প্ৰবেশ )

ন—হেৰ' তহঁতে ইয়াত কি কৰিছ ? উঠ উঠ, পলা পলা বেগতে।

১ম—হে কি হ'ল—কি হ'ল ?

ন—হ'বলৈ আৰু কি আছে ? দেৱতাবোৰ কৰবাৰ-পৰা ওলালহি। জাকে জাকে আহি গোটেইখন তেনেই ভৰি পৰিছে। ৰজা আৰু ভায়েক দুইবো দিহা নগালে।

২য়—কিনো কৰ ! সঁচা নে মিছা ?

ন—সঁচা নে মিছা প্ৰাৰ যদি চাই আহগৈ। হালেই শৰ হৈ ফুলনি বাৰীত পৰি আছে। এতিয়া বাহ দেৱতাই গোট খাই, যাকে য'তে পাইছে, মৰিয়াই মৰিয়াই মাৰিছে ; মাৰি কাটি তেনেই খাণ্ডাং কৰি, ধুমুহা মাৰি গছ-গছনি উভালি, ঘৰ-বাৰী ভাঙি জুই লগাই পুৰি, এফালৰ পৰা তেনেই দংশি আহিছে। পলা, পলা, বেগতে পলা।

১ম—( কঁপি কঁপি ) মোৰ লাম্‌লাকটি কেডোখৰ থাকি আহিল নহয় ?

ন—হেৰ' প্ৰাণটোতকৈ লাম্‌লাকটি বঢ়া হ'ল নে ? বঢ়া হ'লেও আৰু নেপাৰ। এতিয়া আৰু তাৰ চিন-মোকামেই নাই ; পুৰি ছাই কৰিলে চাগৈ।

১ম—হেৰ' বোপাইহঁত, মোক এৰি নেযাবি ; মোৰ খোজ নচলা হ'ল ; মোক দাংদোলাকৈ নে।

ন—ভাল আপদে পালে।

( ২য় খৰিভাৰীৰে সৈতে দুয়ো ১ম খৰিভাৰীক ধৰি লৈ যায় )

( ৰঞ্জন-পত্নীৰ প্ৰৱেশ )

ৰ-প—দুৰৰপৰা ইয়াতে দেখোঁ যেন কৰিছিল নহয় ; ক'লৈ গ'ল ? অ' সৌৱা, এই ফাললৈকে আকৌ আহিছে। এফলীয়া হৈ চাই থাকোঁচোন কিনো কৰে।

( উদাস বেশেৰে ৰঞ্জনৰ প্ৰৱেশ )

ৰ—অসাৰ অসাৰ ই দেহ ;
বিষবৎ বিষয় বৰ্জিলোঁ ;
আছেনে সকাম কিবা জীৱনত বাৰু ?
জীৱন অসাৰ হ'লে,—
সাৰ বস্তু নাই ক'তো একো ;
মিছা হ'ব প্ৰকৃতি তেনেই
মিছা হ'ব বিশ্ব চৰাচৰ
সমস্ত প্ৰকৃতি হ'ব ধূলিৰ ধেমালি।
নিয়মত ঘূৰিছে সদায়
চন্দ্ৰ সূৰ্য গ্ৰহ উপগ্ৰহ,
নিয়মত জুয়ে পোৰে, জলে শীতলায়,
নিয়মেৰে বয় নৈ, সাগৰ উথলে,—
ফুল ফুলে, ফল ফলে,
বাৰিদে বৰষে নিয়মেৰে ;
কোনো ফালে প্ৰকৃতিত
ৰেণুমাত্ৰ ব্যতিক্ৰম নাই নিয়মৰ।
নিয়মৰ কঠিন বান্ধেৰে বন্ধা
বিশাল ব্ৰহ্মাণ্ড
কদাপি নোৱাৰে হ'ব ধূলিৰ ধেমালি।
প্ৰকৃতিৰ বিচিত্ৰ ঘটনাৱলী
বিচিত্ৰ নিয়ম ;
দেহীৰ জীৱন তাতে
বিচিত্ৰৰো বিচিত্ৰ তেনেই ;
বিচিত্ৰ জীৱন এনে
নিৰৰ্থক নহয় নিশ্চয়।
খোৱা শোৱা মৰণত বাজে,
আছে জীৱনৰ
মহৎ উদ্দেশ্য কিবা, গধুৰ কৰ্তব্য।
তাকেহে বিচাৰি লৈ
সাধন কৰিব লাগে—
যাই কাম এয়ে জীৱনৰ।
সিহেতু সকাম আছে জীৱনৰ,
জীৱন ৰক্ষাৰ বাবে
প্ৰয়োজন শৰীৰৰ
বিলাসৰ বাবে কিন্তু নহয় কদাপি।

( পাচ ফালৰ পৰা ৰঞ্জন-পত্নীয়ে হাতত ধৰে )

ৰ-প—হাবিৰ মাজত কি কৰিছাহি ? আহাঁ, ঘৰলৈ আহাঁ।

ৰ—ঘৰ! ঘৰ আৰু মোৰ বেলেগ নাই। তেনেহ জগতখনেই মোৰ ঘৰ।

ৰ-প—আহাঁ আহাঁ, কিয় এনে কৰিছাঁ?

ৰ—হেৰ' ক'লৈ যাম? সংসাৰ এৰিলোঁ। ঘৰ-বাৰী আৰু মোক একো নেলাগে। সকলো মিছা। সকলো মিছা! মনত কিবা আন ধাউতি সোমাল। দেশে বিদেশে নির্জন ঠাইত ঘূৰি ফুৰিম।

ৰ-প—তেনেহ'লে মোকো লৈ যোৱাঁ। মই তোমাক অকলে এৰি পঠিয়াব নোৱাৰোঁ।

ৰ—মোক কাকো নেলাগে। অকলে আহিছোঁ, অকলে যাম। কোনো কাৰো নহয়। সুন্দ হেন বন্ধুৱে এৰি গ'ল; আৰু মোক বন্ধু-বান্ধৱ নেলাগে। তেনে বন্ধু আৰু ক'ত ওলাব। যা যা, উভতি যা; মিছাতে মোৰ মায়া নবঢাবি।

ৰ-প—কেলৈ, মোতকৈ আৰু তোমাৰ ডাঙৰ বন্ধু কোনোবা আছে নে? মোক তুমি এৰি যাব পোৱাঁ নে?

ৰ—(স্বগত:) হওঁতে সেইটোও মিছা নহয়। পতিব্ৰতা তিৰোতাৰ দৰে কোনো বন্ধু নাই। অগ্নি সাক্ষী কৰি, তেজে তেজে, মঙহে মঙহে একে কৰিছিলোঁ। এতিয়া এৰি যোৱাটো ভয়ংকৰ পাপ হ'ব। ধর্ম-কার্যত পতিব্ৰতা পত্নীয়েইহে আচল সহায়। (প্রকাশ্যে) হেৰ' তই কেনেকৈ যাবি? হাবিয়ে-বননিয়ে, পর্বতে-পাষণ্ডে, ভোকে-লঘোনে ফুৰিব লাগিব। চাৰি সাজ খাই, কোমল তুলীত শুই, আ-অলংকাৰ পিন্ধি, লাহ-বিলাহ কৰিবলৈ জানো পাবি বুলি ভাবিছ?

ৰ-প—মোক খাবলৈ-শুবলৈ নেলাগে, লাহ-বিলাহ নেলাগে, আ-অলংকাৰ নেলাগে; অকল মাথোন তুমি হ'লেই সকলো হ'ব। এয়া চোৱাঁ, আ-অলংকাৰ সকলো এৰিলোঁ। (অলংকাৰবিলাক সোলোকাই দলিয়াই পেলায়) মোক লৈ যোৱাঁ; (ভৰিত ধৰি) দুখানি চৰণত ধৰিছোঁ, এৰি নেযাবাঁ; পতি-সেৱাৰ পৰা বঞ্চিত নকৰিবাঁ। তোমাৰ ফুৰি ফুৰি ভাগৰ লাগিলে, ভৰি দুটি পিটিকি দিয়েই সুখ পাম।

ৰ—(তুলি ধৰি) হেৰ' আহ বাৰু আহ; কোনে কাৰ ভৰি পিটিকিব লাগে, পাচতহে তাৰ চিন ওলাব।

(দুইৰো প্ৰস্থান)

### ৫ম দৃশ্য

[স্বর্গ—ৰণস্থলৰ এক অংশ]

(কার্তিক আৰু কিছুমান দেৱ-সেনাই নিৰঞ্জন আৰু কিছুমান দানৱ-সেনাক বন্দী কৰি বান্ধি আছে; ইন্দ্ৰ, কামদেৱ, বসন্ত আৰু তিলোত্তমাৰ প্ৰৱেশ)

কার্তিক—জয় মহেন্দ্ৰৰ জয়।

দেৱসেনা—জয়।

ই—হে সেনানি,
প্ৰচাৰাঁ আদেশ শীঘ্ৰে
সকলোৱে এৰক সমৰ,
মিলক ইয়াত আহি দিক্‌পালসকল।

কা—যিবা আজ্ঞা দেৱৰাজ।
(কার্তিকৰ ইংগিতত ভিতৰত শিঙা বজায়)
এই কর্মচাৰী আৰু দানৱসকল
বন্দী সমৰৰ;
বিধানক দেৱৰাজে আদেশ যি হয়।

ই—কি নাম তোমাৰ বন্দী?

নি—নিৰঞ্জন নাম মোৰ,
কর্মচাৰী দানৱ সৈন্যৰ।

ই—পোৱাঁ যদি মুক্তি বাৰু
কৰিবাঁনে দুনাই সমৰ দেৱতাৰে?

নি—মুক্তি বা দণ্ডৰ আজ্ঞা কৰোক প্ৰথমে;
তাৰ পূর্বে নকওঁ সি কথা।

ই—হে বন্দী, ক'ৰাঁ নে বাৰু
প্ৰত্যাশা কৰিছাঁ তুমি কেনে ব্যৱহাৰ?

নি—দেৱৰাজ,
চিৰশত্ৰু আমি দেৱতাৰ;

অগণিত কৰিলোঁ শত্ৰুতা।
বন্দী আজি,
তথাপিতো নকৰোঁ কৰুণা ভিক্ষা;
যিবা দণ্ড দিব খোজে
অনায়াসে কৰোক আদেশ।
কিন্তু, বীৰ আমি,
বীৰৰ নিচিনা দণ্ড কৰিব বিধান,
নকৰিব নীচ ব্যৱহাৰ।

(যম, অগ্নি, বায়ু, বৰুণ আৰু কুবেৰৰ প্ৰবেশ আৰু প্ৰণাম)

ই—নিষেধিলোঁ ৰণ,
আপোনালোকক দেৱ আনিলোঁ মতাই,
নাই প্ৰয়োজন আৰু ৰণ কৰিবৰ।
গতপ্ৰাণ ভ্ৰাতৃসমে দানৱ-প্ৰধান,
অসংখ্য দানৱে
ৰণ কৰি পৰাণ ত্যজিলে,
অৱশিষ্ট পলায় ভয়ত;
কাৰ্য সিদ্ধি হ'ল অমৰৰ
অনৰ্থক প্ৰাণীহত্যা নহয় যুগুত।
তোমালোক অমৰ সেনাই
কৰাঁ শীঘ্ৰে
দৈত্যপতি দুজনৰ দেহৰ সংকাৰ।
দুৰ্জয় দেৱতাকুল ৰণত বিমুখি
উগ্ৰ প্ৰতাপেৰে
অত কাল স্বৰ্গ আৰু পৃথিৱী শাসিলে
নহয় সামান্য কদাপিতো;
পূজ্যপাদ দুয়ো অতিশয়।
সাজা চিতা চন্দন কাঠেৰে,
ধূপ ধূনা ঘৃত ঢালি
সন্মানেৰে অন্ত্যেষ্টি সমাপা।
নিৰঞ্জন,
মুক্ত তুমি আৰু যত দানৱ সৈনিক।

নি—ধন্য দেৱৰাজ,
ধন্য ধন্য মহত্ত্ব অপাৰ।
নাই সুন্দ উপসুন্দ—
শিৰোমণি দানৱ কুলৰ,
ছত্ৰভংগ হ'ল দানৱৰ
এৰিলোঁ সমৰ আমি
এই মাত্ৰ নামিম পৃথিৱী।
মাগিলোঁ মেলানি দেৱপতি,
জয় হোক আপোনাৰ
অপৰাধ মাৰ্জনা কৰিব।

(প্ৰণাম কৰি দানৱসকলেৰে সৈতে প্ৰস্থান)

ই—তুমি দেৱি
বিপদত উদ্ধাৰিলা দেৱতাক,
কৃতজ্ঞতা পাশেৰে বান্ধিলা,
উপাৰ্জিলা জগতত অক্ষয় কীৰিতি।
ব্ৰহ্মাৰ আদেশ,
যোৱা তুমি চন্দ্ৰমুখি সূৰ্যলোকলৈ
চিৰকাল বসতি কৰিবা তাতে,
নিস্তেজি সূৰ্য্যৰ তেজ ৰূপৰ জ্যোতিৰে।

(তিলোত্তমাই প্ৰণাম কৰে; সৌভাগ্য কন্যাসকলৰ প্ৰবেশ আৰু নৃত্য-গীত)

[গীত]

স্বাগত স্বাগত হে দেৱকুল।
সাদৰেৰে আদৰৰ লোৱা প্ৰীতি-ফুল।
নৱ ভানু উদিছে
দুখ বিদূৰিছে
অমানিশা কৰি অৱসান,
আজি নতুন আশা
হিয়া জুৰি বাজিছে
উলাহতে বিভোল পৰাণ;
সম্পদৰাজি
ৰঙেৰে বিৰাজি
নদন্-বদন হ'ব বিধি অনুকূল।

॥ সমাপ্ত ॥

# ৰাজৰ্ষি

## চৰিত্ৰ চিনাকি

### পুৰুষ

হৰিশ্চন্দ্ৰ ...... অযোধ্যাৰ ৰজা
ৰোহিতাশ্ব ...... তেওঁৰ পুতেক
বিশ্বামিত্ৰ ...... ঋষি
পুৰন্দৰ ...... হৰিশ্চন্দ্ৰৰ বন্ধু
বীৰভদ্ৰ ...... বিশ্বেশ্বৰৰ প্ৰধান ভৈৰৱ
কালু ...... চণ্ডালৰূপে বীৰভদ্ৰ
ভলুৱা ...... কালুৰ পুতেক
লগৰীয়া ...... ৰোহিতাশ্বৰ সমনীয়া
বুঢ়া বামুণ ...... ছদ্মবেশী ধৰ্মৰাজ

বিশ্বেশ্বৰ, ইন্দ্ৰ, নাৰদ, মন্ত্ৰী, ব'ৰাগী, বেপাৰী, সদাগৰ, দালাল, বিশ্বামিত্ৰৰ দুজন শিষ্য, ব্ৰহ্মচাৰী ল'ৰা-সকল আৰু গন্ধৰ্বসকল।

### তিৰোতা

শৈব্যা ...... হৰিশ্চন্দ্ৰৰ ৰাণী।
অন্নপূৰ্ণা, পাঁচগৰাকী দেৱকন্যা।

---

### জোৰণি

[ স্বৰ্গত ইন্দ্ৰৰ বিলাস কক্ষ ]

( ইন্দ্ৰ, নাৰদ, পাঁচগৰাকী দেৱকন্যা আৰু বাদ্যকৰ গন্ধৰ্বসকল )

ইন্দ্ৰ—হে দেৱৰ্ষি,
পৰম সৌভাগ্য মোৰ
ৰক্ষা কৰি অনুৰোধ
পদাৰ্পিলে অমৰাৱতীত ;
কৰক গ্ৰহণ দেৱ
অন্তৰৰ শ্ৰদ্ধাৰ অঞ্জলি।

নাৰদ—দেৱৰাজ,
প্ৰীতি পালোঁ লভি দৰশন,
শ্ৰীহৰিয়ে কৰক মংগল।
কওক এতিয়া
কিবা আজ্ঞা মোৰ প্ৰতি,
কিহেতু আনিলে মোক আহ্বানি হঠাৎ ?

ইন্দ্ৰ—পাঁচোটি কন্যাক এই
যতনেৰে সংগীত শিকালোঁ ;
সংগীতজ্ঞসকলৰ
শিৰোমণি আপুনি দেৱৰ্ষি ;
আনিলোঁ আহ্বান কৰি
পৰীক্ষা কৰাৰ হেতু কন্যাসকলক ;
অগনিৰ দৰে
নোৱাৰে অপৰে কেৰে
সুবৰ্ণৰ পৰীক্ষা বুজিব।

নাৰদ—আপোনাৰ অতি অনুগ্ৰহ সুৰপতি,
আপ্যায়িত হৃদয়েৰে শলাগ জনাওঁ।
কিয় তেন্তে শুভত পলম ?
বৰষা সংগীত-সুধা অপ্সৰাসকল।

( দেৱকন্যাসকলৰ নৃত্য-গীত )

গীত পৰম বিদ্যা
গীত পৰম জ্ঞান

গীত পৰম অৰ্থ মুনিগণে গাৱে।
গীত পৰম তত্ত্ব
গীত পৰমানন্দ
বেদ বিবিধ এহি জ্ঞান বটাৱে।
গীত অধিকতৰ
সংগীত সুমধুৰ
সংগীত সাধি মহা মুকুতিক পাৱে।
( শেহৰ বাৰ অস্থায়ী খণ্ডতে তাল ভাগে )

নাৰদ—আঃ আঃ—
তাল ভাঙি বিকৃত কৰিলা।
গীতৰ ভাগিলে তাল বিৰক্তি জনমে,
"শত জপসমং গানং
যদি তালেন গীযতে।"

ইন্দ্ৰ—ইযাল'কে অত শিক্ষা দিলোঁ।
উপস্থিত সংগীতজ্ঞ চূড়ামণি
দেৱৰ্ষি নাৰদ,
গাহ্য নাই তথাপিতো ;
পৰিহৰি মনোযোগ
তাল ভাঙি বিকলাংগ কৰিলি ৰাগক,
অমৰাৰ সংগীতৰ দুৰ্নাম আনিলি।
যা নামি, থাক পৃথিৱীত গ'ই
বন্ধনত পৰি।

১ম কন্যা—( আঁঠু কাঢ়ি ) প্ৰভু, প্ৰভু,
অজ্ঞানৰ অপৰাধ মাৰ্জনা কৰক।
পৃথিৱীৰ তাকৰ পোহৰ, গধুৰ অনিল
অন্নজীৱী পাতল পৰাণে—
ত্ৰিদিববাসিনী আমি, নুশুজে আমাক।

ইন্দ্ৰ—অলংঘ্য আদেশ,
তুৰন্তে লাগিব যাব ত্ৰিদিব তিয়াগি।

নাৰদ—নিবেদন শুনক অমৰনাথ—
সূৰ্যই তাপেৰে শুহি জলধিৰ জল
বৃষ্টিৰে বুৰায় বসুমতী ;
আকৌ ৰ'দেৰে দিয়ে তুনাই শুকাই।
হওক মুখৰ অগ্নি মুখে নিৰ্বাপিত,
কৃপা কৰি বিধানক শাপৰ মোচন ;
অচিৰে মুকুতি লভি অমৰীসকলে
বঢ়াওক জেউতি পুনু অমৰাৱতীৰ।

১ম কন্যা—যদিও অলেখ দোষ কৰিছোঁ সদায়,
আজিৰ দোষৰ দোষী,
জানি শুনি হোৱা নাই অধিনীসকল।

নাৰদ—দেৱৰাজ, লঘু দোষ কন্যাসকলৰ।
সুৰক ব্ৰহ্মৰ আখ্যা দিয়ে যোগীকুলে ;
আদি নাই, অন্ত নাই,
গ্ৰামে গ্ৰামে নামি গ'ই
সংগীতৰ সপ্তসুৰ
লয় হয় অনাদি ব্ৰহ্মতে।
সিহেতু দেৱাদিদেৱ ঋষি সংগীতৰ,
বাগ্বাদিনী ছন্দৰ দেৱতা,
বিনিয়োগ চতুৰ্বৰ্গ সাধনৰ হেতু।
ভ্ৰমৰ প্ৰমাদ ঘটা এনে সংগীতত
আচৰিত নহয় কদাপি।

ইন্দ্ৰ—মহাজন, আজ্ঞা তযু, নহ'ব লংঘন।
যোৱা বাৰু পঞ্চকন্যা
শাপৰ মোচন হ'ব
অযোধ্যাৰ হৰিশ্চন্দ্ৰ ৰজাৰ স্পৰ্শত।

নাৰদ—আশীৰ্বাদ কৰোঁ ময়ো,
অচিৰতে মুক্ত হৈ
লভাঁহি পূৰ্বৰ স্থান আকৌ স্বৰ্গত।

১ম কন্যা—বিদায় মাগিলোঁ প্ৰভু নেৰিব কৰুণা।
( পঞ্চকন্যাই সেৱা কৰে )

ইন্দ্ৰ—অনতিপলমে হ'ব শাপৰ মোচন।
তুৰন্ততে পঞ্চকন্যা নামা ধৰাতল।
( পট পৰে )

## প্ৰথম অংক

### ১ম দৃশ্য

[ তপোবনৰ ফুলনি ]

( পুৰন্দৰে সৈতে মৃগয়াৰ সাজেৰে হৰিশ্চন্দ্ৰৰ প্ৰৱেশ )

হৰিশ্চন্দ্ৰ—মৃগয়াত ঘূৰি ফুৰি
ওলালোঁহি ঋষিৰ আশ্ৰম—
মনোময় কল্পনাৰ
পুণ্যময় স্থান বিতোপন।
সুন্দৰ কানন সখি,
বিহংগে সংগীত গায়
তৰংগিণী যায় নাচি সাগৰ উদ্দেশি,
মৰমেৰে লতিকাই তৰুক মেৰায়;
মধুকৰে গুঞ্জি কেনে মধুৰ গুঞ্জন
নিৰলে মনৰ কথা জনায় ফুলক।

পুৰন্দৰ—মহাৰাজ,
সেইবোৰ একো নেচাওঁ মই
যাওঁ গুচি ঘৰলৈ।
সেইবোৰলৈ থাকিলে চাই
কোনোবা পাকত ঘপৰাই
নেলুত ধৰি মোটোকাই
লৈ যাবহি মোক বনৰজাই।
ইয়াত, জোপাই পতি বাঘৰ চোং
জাকে জাকে ভালুক ঘোং,
এইটো হাতী, সেইটো বৰা,
যেনি যোৱা, তেনি মৰা।
নেলাগে নেচাওঁ আৰু মৃগয়াৰ ৰং
এনে ৰঙে অধীনক নুশুজে ৰাজন।
ভাগৰেও ইফালে ধৰিছে জুৰি
হাবিয়ে হাবিয়ে ঘূৰি ফুৰি
খাই কত হাবাথুৰি
বাই অত বাটকুৰি
ধৰ হ'ল মোৰ হাত ভৰি।

হৰিশ্চন্দ্ৰ—আঃ সখি,
শান্তিময় এই তপোবন
ক্ষন্তেক জিৰণি লোৱা হওক ইয়াতে,
অপেক্ষা কৰাও হ'ব সংগী দললৈ।

পুৰন্দৰ—জিৰাবৰ হওঁতে মন যায়,
পাচে, ইয়াত বা আকৌ কিহে পায়?

১ম কন্যা—যেয়ে হোৱা,
ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ অবলাক।

পুৰন্দৰ—সেয়া পালেহিয়েই।

( ভয়ত বেগেৰে প্ৰস্থান )

হৰিশ্চন্দ্ৰ—আৰ্তনাদ কৰে কোনে!
( সেইফালে চাই, গছত কন্যাক বান্ধি থোৱা দেখি )
কোন তুমি?

১ম কন্যা—পাচত সুধিবা কথা।
পঞ্চসখী আমি
বন্ধা আছোঁ লতাৰ বান্ধেৰে,
লতা কাটি মোকোলোৱাঁ তুৰন্তে আমাক।

হৰিশ্চন্দ্ৰ—কাৰ এনে অত্যাচাৰ।
থাকোঁতে শাসন-দণ্ড ৰজাৰ হাতত
কোনে এনেদৰে কৰে নাৰীক পীডন।
নাই ভয় অবলাসকল,
অযোধ্যাৰ হৰিশ্চন্দ্ৰ
উৎপীডিত জনৰ সহায়।
( ওচৰ চাপি বান্ধ কাটি মোকোলাই দিয়ে )

১ম কন্যা—মহাৰাজ, তিৰী-মতি অবলাৰ
অপৰাধ মাৰ্জনা কৰিব।
একবাই লতাৰ বান্ধোন
পুনৰপি বান্ধিলে আমাক
এবাৰ নোৱাৰা এই ঋণৰ বান্ধেৰে।
গুণ গাম চিৰকাল অধিনীসকলে;
লব যেন অন্তৰে অসীম শলাগ।

হৰিশ্চন্দ্ৰ—শলাগ নেলাগে একো সুন্দৰীসকল,
আচৰিছোঁ কৰ্তব্য মাথোন মানৱৰ।
১ম কন্যা—অৱধান কৰক ৰাজন
এই তপোবন
বিশ্বামিত্ৰ ঋষিৰ আশ্ৰম।
স্বৰ্গৰ নৰ্তকী আমি
ইন্দ্ৰৰ শাপত আহি আছিলোঁ শ্বৰাত
ফুৰিছিলোঁ ইযাত ৰঙেৰে
ফুল ছিঙি, মালা গাঁথি
গীত গাই মুকলি মনেৰে।
সেই হেতু, শান্তি ভংগ কৰা বুলি
বান্ধিছিল ঋষিযে আমাক
পৰশি আপুনি আজি
শাপৰ কৰিলে অন্ত
উদ্ধাৰিলে মহাৰাজ,
সুঁৰৰিম উপকাৰ চিৰকাললৈ।
বিদায় মাগিলোঁ নৰমণি,
যেনেহে অগনিমূৰ্তি বিশ্বামিত্ৰ ঋষি,
দেখেহিহে যদি,
নেজানো কি বিপদ মিলায।
হৰিশ্চন্দ্ৰ—সুন্দৰি
স্বৰ্গৰ ললনা তোমালোক
সন্মানেৰে প্ৰণাম জনাওঁ।
১ম কন্যা—যশে তযু জগত জোৰক মহাৰাজ।
কেউজনে—যশস্যাৰ বাঢক জেউতি।

( কন্যাসকলৰ প্ৰস্থান, পুৰন্দৰৰ প্ৰৱেশ )

পুৰন্দৰ—মহাৰাজ,
চিঞৰ শুনি ভয খাই
আঁৰত থাকি আছিলোঁ চাই।
কথা শুনি তল গ'লোঁ
ভাবি-গুণি ইয়াকে পালোঁ
এইখন বৰ জয়াৰ ঠাই
ইয়াত থকাৰ সকাম নাই।
আহক যাওঁহক আঁতৰ হৈ
নেযায যদিহে আহিলোঁ মই।

( যাব খোজে )

হৰিশ্চন্দ্ৰ—( বাধা দি ) ৰোৱা সখি
কিয় কৰা অত ভয?
চোৱা সৌৱা সুন্দৰ বননি
আহাঁ তাতে বিশ্ৰাম লভিবাঁ।

( দুইৰো প্ৰস্থান )

( পট উঠে )

## ২য় দৃশ্য

( তপোবনৰ মূৰৰ পৰ্বতৰ দাঁতি )

( দেৱকন্যাসকলে গীত গাই গাই আকাশলৈ উঠি গৈ মেঘৰ মাজত নেদেখা হয )

[ গীত ]

নেলাগে নেলাগে আমাক লোকৰ বাৰীৰ ফুল।
কিয লটি-ঘটি সহি হওঁ বিয়াকুল।
ভালপাওঁ ফুলৰ হাঁহি
সেই গুণেহে তোলোঁ আহি,
ভালপোৱা বাবে জানো পায মেৰাব ডোল?
হাবিত ফুলে হাবিত গজে
হাবিৰ ফুলেই মৰম বুজে,
মৰমৰ মোল জানি, কৰে আতোল তোল।

( বেগেৰে হৰিশ্চন্দ্ৰ আৰু পুৰন্দৰৰ প্ৰৱেশ )

হৰিশ্চন্দ্ৰ—চোৱা সখি
ধীৰেৰে বৰষি কেনে মধুৰ সংগীত
উঠি গৈ মেঘকন্যা মেঘত লুকাল।
পুৰন্দৰ—মহাৰাজ,
মই ভাবিছিলোঁ এই কেইজনী

নিশ্চয় কিবা ডাকিনী যোগিনী ;
আহিছিল ভেশছনকৈ
মহাৰাজক মাত্র ছলিবলৈ ;
মই থকাতহে নোৱাৰিলে
ঠোঁট চেলেকি উভতিলে।
এতিয়াহে বুজিছোঁ স্বৰূপ
ইইঁত স্বৰ্গৰপৰা অহাই ধুৰূপ ;
নহ'লে, নোৱাৰে সিইঁত উৰি যাব
নোৱাৰে ইদৰে গীতো গাব।
(খঙেৰে বিশ্বামিত্ৰৰ প্ৰৱেশ)

বিশ্বামিত্র—ৰজা হৰিশ্চন্দ্ৰ,
কিয় এনে অত্যাচাৰ তাপসৰ প্ৰতি ?
কোন ধৰ্মমতে তুমি
মুক্ত কৰি দিলা মোৰ বন্দিনীসকল ?
(হৰিশ্চন্দ্ৰই প্ৰণাম কৰে)

পুৰন্দৰ—এইটো আকৌ কিহে পালে
মুঠে নেৰেহে নেৰে জঞ্জালে।

হৰিশ্চন্দ্ৰ—ক্ষমা মাগোঁ ঋষিৰাজ,
অত্যাচাৰ একো কৰা নাই।
মানুহৰ ধৰ্ম, ধৰ্ম পুৰুষৰ,
ৰাজধৰ্ম—তিনিও ধৰ্মৰ মতে
উদ্ধাৰিলোঁ কন্যাসকলক।
মানুহ মাত্ৰৰে ধৰ্ম
ত্ৰাণ কৰা শৰণাগতক,
অবলাক ত্ৰাণ কৰা ধৰ্ম পুৰুষৰ,
ত্ৰাণ কৰা অন্যায়েৰে পীড়িত জনক
ৰাজধৰ্ম নৃপতিৰ।

বিশ্বামিত্র—সিইঁতে ইয়াত আহি
ফুল ছিঙি, গছ ভাঙি, গীত গাই
শ্ৰীহান, শান্তিহান, কৰে তপোবন ;
তপস্যাৰ হেতু,
ৰাজ সিংহাসন এৰি হাবিত সোমালোঁ।
ঘটায় বিঘাত আহি তেনে তপস্যাত।
থৈছিলোঁ বান্ধি হয়,
অন্যায় কিৰূপে কৰা হ'ল ?

পুৰন্দৰ—(স্বগত:) কিনো কয় ঔ আই,
গীত গালে হেনো শান্তি যায় !

হৰিশ্চন্দ্ৰ—ৰজাৰ বাহিৰে,
স্বত্ব নাই কাৰো কাকো বন্দী কৰিবৰ ;
কৰিলে, উদ্ধাৰ কৰা
শাস্তি দিয়া বন্দীকাৰকক
ৰাজ-ধৰ্ম ৰজাৰ সদায়।

বিশ্বামিত্র—(স্বগত:) উদ্ধত ক্ষত্ৰিয়
ব্ৰাহ্মণতো প্ৰভুত্ব খটাব খোজ তোৰ।
(প্ৰকাশ্যে) ধৰ্ম ধৰ্ম কৰিছা যনাই,
কোৱা মোক হে ধাৰ্মিক
ৰাজধৰ্ম বোলে কাক ?

হৰিশ্চন্দ্ৰ—দুষ্টক দমন আৰু শিষ্টক পালন,
ৰক্ষা কৰা আতুৰক,
দান ধৰ্ম সাধ্য অনুসৰি—
ৰাজধৰ্ম এয়ে চিৰকাল।

বিশ্বামিত্র—(স্বগত:) এনে অহংকাৰ—
দুষ্ট হ'লোঁ বিশ্বামিত্ৰ ঋষি !
আছিলোঁ ক্ষত্ৰিয়
ব্ৰাহ্মণত্ব লভিলোঁ সাধনা কৰি ;
দুষ্ট বোলে, দমন কৰিব খোজে
শাস্তি দিব খোজে মোক !
(প্ৰকাশ্যে) দান ধৰ্ম কৰিলা উল্লেখ,
কোৱা ৰজা
দান ধৰ্ম কৰিছানে কিবা ?

হৰিশ্চন্দ্ৰ—সাধ্যমতে কৰিছোঁ কিঞ্চিৎ।

বিশ্বামিত্র—(স্বগত:) পুনৰপি অহংকাৰ !
(প্ৰকাশ্যে) ভাল তেনে মহাৰাজ,
দান প্ৰাৰ্থী তপস্বী ব্ৰাহ্মণ আজি।

হৰিশ্চন্দ্ৰ—পৰম সৌভাগ্য মোৰ,
আদেশক ঋষিৰাজ
নিশ্চয় যিহকে খোজে কৰিম প্ৰদান।
বিশ্বামিত্ৰ—( স্বগতঃ ) "নিশ্চয় যিহকে খোজে কৰিম প্ৰদান।"
দানেৰে ভুলাব খোজে তপোধন ব্ৰাহ্মণক ;
অসহ্য অসহ্য আৰু এনে অহংকাৰ।
( প্ৰকাশ্যে ) সত্যত আবদ্ধ তেনে হওক ৰাজন,
যিহকে প্ৰাৰ্থনা কৰোঁ, প্ৰদানিম বুলি।
হৰিশ্চন্দ্ৰ—কৰিলোঁ প্ৰতিজ্ঞা ঋষি,
সত্যে সত্যে পূৰাম কামনা।
বিশ্বামিত্ৰ—সাধু সাধু মহাৰাজ,
যাম মই ৰাজধানীলৈ
পূৰ্ণিমাৰ দিনা যেন প্ৰস্তুত থাকিব ;
বিদায় এতিয়া।
( হৰিশ্চন্দ্ৰৰ প্ৰণাম কৰি পুৰন্দৰে সৈতে প্ৰস্থান )
( স্বগতঃ ) হৰিশ্চন্দ্ৰ,
অহংকাৰ চূৰ্ণ তোৰ কৰিম নিশ্চয়।
( আনফালে প্ৰস্থান )
( পট পৰে )

### ৩য় দৃশ্য

[ তপোবনৰ মুকলি বননি ]

( বিশ্বামিত্ৰৰ প্ৰৱেশ )

বিশ্বামিত্ৰ—ক্ষত্ৰিয়ত্ব এৰি
দোৰ্দোৰ তপস্যা কৰি
ব্ৰহ্মণত্ব লভিলোঁ শেহত।
তুচ্ছ ৰজা, তুচ্ছ ৰাজবল—
পশুবল অকল কেৱল
তপোবল শ্ৰেষ্ঠতম বল জগতত।
তপোবলে অসাধ্য সধায়
অদ্ভুত ঘটায়
অসম্ভৱ সম্ভৱ কৰায়।
ব্ৰাহ্মণৰ বল এনে তপোবল।
( ব্ৰহ্মচাৰী ল'ৰাসকলৰ প্ৰৱেশ আৰু প্ৰণাম )
ভোগীক চলায়
নিজে ভোগ নকৰে ব্ৰাহ্মণে,
ব্ৰাহ্মণক ৰাজত্ব নেলাগে
ভাঙে পাতে ৰাজত্ব ব্ৰাহ্মণে।
ব্ৰাহ্মণে বিধানে বিধি
সেই মতে চলে ৰজা প্ৰজা
শান্তিধাম বিৰাজ ধৰাত।
চিৰকালে পৃথিৱীত
দেশে দেশে এয়েই নিয়ম।
এনে ব্ৰাহ্মণত
অহংকাৰ ৰাজক্ষমতাৰ।
১ম ল'ৰা—( প্ৰণাম কৰি ) গুৰুদেৱ,
উপাসনা কৰিবৰ সময় আমাৰ।
বিশ্বামিত্ৰ—বৎস, উপস্থিত মই,
শুচি শুদ্ধ আছাঁনে সকলো ?
১ম ল'ৰা—প্ৰভু, ধৃতি আমি প্ৰস্তুত সকলো।
বিশ্বামিত্ৰ—ধৃতি-নীতি সজ ৰীতি অতি।
ধৃতি মানে শুদ্ধ হোৱা বাহিৰে ভিতৰে ;
সেয়ে হ'লে সুবিমল হয় মন
চিত্ত স্থিৰ হয়
সাধনাত প্ৰবৃত্তি জনমে।
সুনিৰ্মল গগন তলত
মুক্ত বায়ু শ্যামল বননি এই,
উপাসনা কৰিবৰ
উপযুক্ত স্থান অতিশয়।
আহাঁ সকলোটি
ভক্তিভাৱে কৰাঁ উপাসনা।

( বিশ্বামিত্ৰলৈ মুখ কৰি সকলো হাত যোৰ কৰি ৰহে )

বিশ্বামিত্ৰ—ওঁ তৎসৎ, ওঁ তৎসৎ, ওঁ তৎসৎ।

ল'ৰাসকল—ওঁ তৎসৎ, ওঁ তৎসৎ, ওঁ তৎসৎ।

বিশ্বামিত্ৰ—হে জগদীশ্বৰ, তুমি জ্যোতির্ময়, সবিতাৰো জ্যোতিদাতা। হে জ্যোতিৰ জ্যোতি, হে মহা জ্যোতিস্বৰূপ, তোমাক বন্দনা কৰোঁ।

ল'ৰাসকল—জয় জগজ্জীৱন জ্যোতিৰূপং। ( প্ৰণাম )

বিশ্বামিত্ৰ—হে জ্ঞানদাতা, তুমিয়েই জ্ঞানৰ লক্ষ্য, তোমাতেই জ্ঞানৰ পৰিণতি। হে শুদ্ধ সত্ত্ব জ্ঞানময়; তোমাক প্ৰণাম কৰোঁ।

ল'ৰাসকল—প্ৰণমো প্ৰণমো নমো জ্ঞানময়ং। (প্ৰণাম)

বিশ্বামিত্ৰ—তুমি অচিন্ত্য, তুমি অব্যক্ত, তুমি ধ্যান ধাৰণাৰ বহিৰ্ভূত। তোমাৰ মাহাত্মত স্তম্ভিত হৈছোঁ। হে নিত্য, সত্য, সচ্চিদানন্দ, মহাশক্তিস্বৰূপ, তোমাক বাৰে বাৰে প্ৰণিপাত কৰোঁ।

ল'ৰাসকল—বাক্য-চিন্তা-মন-ধ্যান-বহিৰ্ভূতং
নিত্য-পুৰাতন-সত্য-সনাতনং। ( প্ৰণাম )

বিশ্বামিত্ৰ—তুমি পূৰ্ণ, তুমি পৰিপূৰ্ণ। তুমি অনাদি, তুমি অনন্ত, তুমি অসীম, তুমি অগাধ। হে বিশ্বব্যাপী বিশ্বাধাৰ, তোমাক কোটি কোটি প্ৰণতি কৰোঁ। তুমি আমাৰ বুদ্ধিক সজ পথেদি চলোৱা।

ল'ৰাসকল—পূৰ্ণ-পৰাৎপৰং, অনাদি ঈশ্বৰং
কোটি প্ৰণতি নমো বিশ্বময়ং। ( প্ৰণাম )

( সকলোৱে থিয় হৈ গীত গায় )

[ গীত ]

জয় জগজ্জীৱন জ্যোতিৰূপং।
প্ৰণমো প্ৰণমো নমো জ্ঞানময়ং।
বাক্য-চিন্তা-মন-ধ্যান-বহিৰ্ভূতং
নিত্য-পুৰাতন-সত্য-সনাতনং;
পূৰ্ণ-পৰাৎপৰং
অনাদি ঈশ্বৰং
কোটি প্ৰণতি নমো বিশ্বময়ং।

( সকলোৰে প্ৰস্থান )

( পট উঠে )

## ৪ৰ্থ দৃশ্য

[ ৰাজভৱনৰ কক্ষ ]

( হৰিশ্চন্দ্ৰ, শৈব্যা, ৰোহিতাশ্ব আৰু পুৰন্দৰ )

শৈব্যা—সত্য অংগীকাৰ কৰি
আচৰিলে উচিত আপুনি নাথ—
যোগ্য কাৰ্য অযোধ্যাপতিৰ।
ঋষিয়ে যিহকে খোজে
দিয়া হ'ব অকাতৰে,
দান কৰা এনে হেন সুপাত্ৰ জনত
সৌভাগ্যৰ কথা অতিশয়।

হৰিশ্চন্দ্ৰ—সন্তোষ লভিলোঁ ৰাণী;
আপুনি উচিত বুজি
অংগীকাৰ কৰিলোঁ ঋষিত,
তুমি তাক সমৰ্থন কৰিছা ৰঙেৰে।

শৈব্যা—নকৰিম কিয় সমৰ্থন।
দানৰ সমান ধৰ্ম নাই জগতত
দানধৰ্ম স্বধৰ্ম ৰজাৰ
অযোধ্যাৰ ৰাজকুল
পৰাংমুখ নহয় দানত।
দানধৰ্ম আপোনাৰ স্বধৰ্ম যিহেতু,
তাতপৰে আন ধৰ্ম নাই অধিনীৰ;
নাৰীৰ অকল ধৰ্ম
পতিক সাহায্য কৰা—স্বধৰ্ম সদাত,
পতিৰ ধৰ্মই ধৰ্ম
পতি-পত্নী উভয় জনৰে।

পুৰন্দৰ—মহাৰাণি,
ধৰ্ম অধৰ্মৰ বিষম পাক
আমি হোজা জনে নুবুজোঁ তাক।
একো কথাৰ একো পাকত
হয় তেনেই ওলট পালট।
ধৰ্মেই ঘুৰি অধৰ্ম হয়
অধৰ্মতে ধৰ্ম ৰয়।
নেপাওঁ ঢুকি ইয়াৰ তত্ত্ব
তাহানি বুঢ়ী আইৰ কথাই সত্য,
অৰ্থাৎ—পৰৰ হিতেই নৰৰ ধৰ্ম
সকলো শাস্ত্ৰৰ এযেই মৰ্ম;
ইয়াকে মুঠে বুজি ল'বাঁ
চকু মুদি চলি যাবাঁ।

হৰিশ্চন্দ্ৰ—সত্য কথা সেয়ে সখি;
নৰৰ পৰম ধৰ্ম
উপকাৰ সাধন পৰৰ
অধৰ্ম পৰৰ অপকাৰ।

পুৰন্দৰ—ধৰ্মৰ কথা থাওক আৰু
পাচতো লাগিলে শুনিম বাৰু।
বহুত শুনিলোঁ বহুত চালোঁ,
ইয়াৰ সমূলি মোৰ নেপালোঁ।
শুনক মহাৰাজ জনাওঁ পাচে
অধীনৰ এফেৰি গোহাৰি আছে—
মৃগয়াৰ পৰা ঘুৰি আহি
ঘৰতে মাত্ৰ আছোঁ বহি,
গোটেই গাটো হ'ল থৰ
মনটোও কেনেবা লাগিছে বৰ।
সেই দেখি বোলোঁ,
ৰজা-ৰাণীৰে লগ ধৰি
ফুলনিতে এপাক আহোঁ ফুৰি;
কৃপা কৰি মোক লগত লওক
মোৰ হাত-ভৰিবোৰ অলপ পোন হওক।

হৰিশ্চন্দ্ৰ—ভাল কথা সখি
আমিও ওলাই আছোঁ;
আহা ৰাণী, নকৰোঁ পলম,
সখিৰ লগত গ'লে
আমোদ লভিম আমি কথাই কথাই।

শৈব্যা—ভাল মহাৰাজ
পুৰন্দৰ ৰায়, নুশুনিলোঁ মই
কেনে পালে মৃগয়াত গৈ।

পুৰন্দৰ—মহাৰাণি
মৃগয়াত বিষম লেঠা
বাটে বাটে জনাই যাম সকলো কথা।

ৰোহিতাশ্ব—বাঘবোৰ কেনেকৈ মাৰিছিল মোক কৈ যাব দেই।

পুৰন্দৰ—আহাঁ বাৰু, মই ক'ম, মোৰ বোপাই।
(সকলোৰে প্ৰস্থান)
(পট পৰে)

### ৫ম দৃশ্য

[তপোবনৰ আন এঠাই]

(দুজন শিষ্যৰ প্ৰবেশ)

১ম শিষ্য—আমাৰ ঋষি ৰজাঘৰলৈ গৈছে; ৰজাৰ সৈতে কিবা এখন নলগাকৈ অহাটো-টান পাইছোঁ। সেইদিনাৰপৰা খঙতে মুঠেই উফৰি ফুৰিছে।

২য় শিষ্য—এৰা, ময়ো মন কৰিছোঁ; সেইদিনাৰেপৰা ঋষিৰ গতিটো কিছু বেলেগ। সেই যি খং উঠিল, সি আৰু মাৰ যোৱা নাই। কিয় জানো ঋষিগৰাকী ইমান খঙাল বোপাই। বাৰু বুজিব নোৱাৰাত ৰজাই জানিবা দিলেই ছোৱালী কেইজনী মেলি, সেইবাবেই নো আৰু ইমানকৈ লাগিব লাগেনে? তোমাৰ নো কি বৰ হানিতো কৰিলে?

১ম শিষ্য—হেৰ' হানি জানিবা নকৰিলেই ; কথাটোত হে লাগিছে।

২য় শিষ্য—কিনো বৰ কথাটো হ'ল অ'? ছোৱালী কেইজনী বান্ধি থোৱা দেখি মোকলাই দিলে। সেইবাবে যি হয় বোল-বচন কৰিছেই। ৰজায়ো একো উখৰা কথা কোৱা নাই, বাটৰ কথাহে কৈছে ; আকৌ যি হয় দান-দক্ষিণাও দিম বুলি গৈছেহে। তেওঁনো খংটোকে ধৰি থাকিব লাগেনে? আমি হোৱা হ'লে এৰি পেলালোঁহেঁতেন বোপাই।

১ম শিষ্য—নহয়, ৰজাই কৈছিল বোলে দেশত ৰজা থাকোঁতে লোকক বান্ধি থ'বলে তুমি কোন? যদি তোমাক কিবা অপকাৰ কৰিছিল, সঁচি মই ৰজা আছোঁ, ৰজাৰ বিষয়া আছে, তুমি গোচৰ দিবগৈ পোৱা। এনে কাম কৰা মানুহে শাস্তি পায় বুলি নেজানানে? তাকে শুনিহে ঋষিৰ খং উঠিছে।

২য় শিষ্য—কিয়? কিনো মিছা কথাটো ক'লে?

১ম শিষ্য—ঋষিৰ মনেৰে, এনেয়ে মই ব্ৰাহ্মণ, ক্ষত্ৰিয়তকৈ ডাঙৰ। তাৰ ওপৰেও ঋষি ; ঋষিৰো আকৌ উলা-মুলা ঋষি নহওঁ, যি ঋষিয়ে গায়ত্ৰী মন্ত্ৰ ৰচনা কৰিছোঁ। মানুহৰ লগ এৰি হাবিত সোমাই আছোঁহি। মোৰ ওপৰত তুমি কিহৰ ৰজা? ৰজাতকৈ ঋষি ডাঙৰ। তুমি শাস্তি দিম বুলি মোৰ আগত কিয় বৰ কথা মাতিবা। আচলতে ৰজা বোলোঁতেও "ৰ"—ঋষি বোলোঁতেও "ৰ"। দুই "ৰ" গোট খাই কাঠে কাঠে পৰিছে।

২য় শিষ্য—বাৰু এতিয়া যাওঁ আহাঁ। কথা চোৱাই থাকিলে গা নবয়।

১ম শিষ্য—এৰা ব'ল মোৰো পুথি লিখিবলৈ আছে।

(দুইৰো প্ৰস্থান)

(পট পৰে)

## ৬ষ্ঠ দৃশ্য

[ৰাজভৱনৰ অন্য কক্ষ]

(হৰিশ্চন্দ্ৰ, বিশ্বামিত্ৰ, মন্ত্ৰী আৰু পুৰন্দৰৰ প্ৰৱেশ—বিশ্বামিত্ৰই সোমাওঁতেই কৈ আহিব)

বিশ্বামিত্ৰ—পূৰ্ণিমাৰ তিথি আজি,
পূৰ্ব কথা মতে
উপস্থিত মহাৰাজ যাচক ব্ৰাহ্মণ।

হৰিশ্চন্দ্ৰ—ভাল ঋষিৰাজ
লওক শুশ্ৰূষা অধীনৰ,
আসন গ্ৰহণ কৰি বিশ্ৰাম লভক।

বিশ্বামিত্ৰ—বিশ্ৰামৰ নাই প্ৰয়োজন ;
প্ৰথমে সকাম
পাচত বিশ্ৰাম—
এই নীতি বিশ্বামিত্ৰ ঋষিৰ সদায়।

পুৰন্দৰ—(স্বগতঃ) ঔ আই, বহিবলৈকো আজৰি নাই।
বোলে "কিনো পৈ হুটাই টাই
খৰিচাত লোণ সানিবলৈ তৰণি নাই"।

বিশ্বামিত্ৰ—মহাৰাজ
"নিশ্চয় যিহকে খোজে কৰিম প্ৰদান"
—নিজা বাক্য ইটি আপোনাৰ,
কৰা আছে সত্য অংগীকাৰ ;
তথাপি দুনাই সোধোঁ—
সত্য পালনৰ বাবে আছেনে প্ৰস্তুত?

হৰিশ্চন্দ্ৰ—প্ৰতিজ্ঞাৰ বাবে.
হৰিশ্চন্দ্ৰ সদায় প্ৰস্তুত।

বিশ্বামিত্ৰ—উত্তম, উত্তম অতিশয়।
(হাত পাতি) তেনেহ'লে মহাৰাজ,
দিয়ক আপুনি মোক
আপুনি শাসন কৰা সমস্ত ৰাজ্যকে।

(মন্ত্ৰীয়ে চক খাই উঠে, ৰজাই ভাবে)

পুৰন্দৰ—(স্বগতঃ) বাৰু অ'! বোলোঁ হেঁপাহটো চোৱা!

হৰিশ্চন্দ্ৰ—আশীৰ্বাদ কৰিব মহৰ্ষি,
বিচলিত নহওঁ সত্যত
হৰিষ মনেৰে আজি
গোটেই অযোধ্যা ৰাজ্য—
পুৰন্দৰ—( বিচূৰ্তি হৈ ) মহাৰাজ, মহাৰাজ—
বিশ্বামিত্ৰ—( পুৰন্দৰৰ প্ৰতি খঙেৰে ) সাৱধান,
বিশ্বামিত্ৰ ঋষি মই।
( পুৰন্দৰে ভয়ত চক খাই মনে মনে থাকে )
হৰিশ্চন্দ্ৰ—গোটেই অযোধ্যা ৰাজ্য
প্ৰদান কৰিছোঁ আপোনাক।
বিশ্বামিত্ৰ—ওঁ স্বস্তি ওঁ স্বস্তি।
সাধুবাদ কৰোঁ মহাৰাজ,
কীৰ্তি তযু ঘোষিব জগতে।
মহাৰাজ,
দানৰ দক্ষিণা দিয়া শাস্ত্ৰৰ বিধান।
হৰিশ্চন্দ্ৰ—অনোৱা বেগতে মন্ত্ৰী,
সাত কোটি স্বৰ্ণ মুদ্ৰা উঁৰালৰ পৰা।
বিশ্বামিত্ৰ—সাৱধান, মহাৰাজ।
গোটেই অযোধ্যা ৰাজ্য দান দিলে মোক;
উঁৰালত নাই তযু কোনো অধিকাৰ।
হৰিশ্চন্দ্ৰ—যথাৰ্থ যুগুতি;
মাৰ্জনা কৰিব ঋষিবৰ।
বিশ্বামিত্ৰ—কিন্তু মহাৰাজ,
সাত কোটি সোণৰ মুদ্ৰা
নিজা প্ৰতিশ্ৰুতি আপোনাৰ।
হৰিশ্চন্দ্ৰ—নেপাহৰোঁ তাক ঋষিৰাজ।
বিশ্বামিত্ৰ—প্ৰয়োজন থকা বাবে স্মৰণ কৰিলোঁ।
মহাৰাজ, ভূতপূৰ্ব অযোধ্যা ঈশ্বৰ,
কোন অধিপতি আজি অযোধ্যা ৰাজ্যৰ?
হৰিশ্চন্দ্ৰ—আজি ধৰি বিশ্বামিত্ৰ ঋষিৰাজ
অধিপতি অযোধ্যা ৰাজ্যৰ।
বিশ্বামিত্ৰ—তেনেহ'লে, আদেশিছোঁ মই
তুৰন্ততে এৰক অযোধ্যা।
পুৰন্দৰ—( আচৰিত হৈ স্বগতঃ ) উস্! ইমাননো!
মন্ত্ৰী—( স্বগতঃ ) লীলাময়, বিচিত্ৰ তোমাৰ লীলা!
নোৱাৰে বুজিব কেৱে
কাক তুমি কেতিয়া কি কৰা।
হোৱাক নোহোৱা কৰা, নোহোৱাক হোৱা,
কটাক্ষতে সিদ্ধি কৰা অসম্ভৱ,
সম্ভৱক কৰা অসম্ভৱ।
ৰাজ্যেশ্বৰ পথৰ ভিখাৰী আজি,
বনবাসী সংসাৰ বিৰাগী জন
অধীশ্বৰ বিশাল ৰাজ্যৰ।
হৰিশ্চন্দ্ৰ—যিবা আজ্ঞা, এৰিম অযোধ্যা।
বিশ্বামিত্ৰ—জানিবৰ প্ৰয়োজন মোৰ
ক'ত গ'ই বসতি কৰিব?
হৰিশ্চন্দ্ৰ—সম্প্ৰতি নাই নিশ্চয়তা
চাম যদি পাৰোঁহে থাকিব পাৰি
বিশ্বেশ্বৰ অন্নদাৰ চৰণ তলত।
বিশ্বামিত্ৰ—নাই মোৰ কাশীত আপত্তি,
অযোধ্যা নেলাগে,
কাশীধাম পৃথিৱীৰো বাহিৰ তেনেই,
প্ৰতিষ্ঠিত ত্ৰিশূলিৰ শূলৰ আগত।
পলম নকৰি তেনে, মোৰ সাক্ষাতে
অতি শীঘ্ৰে কৰক প্ৰস্থান,
ৰাতি দিন নোৱাৰিব ৰ'ব ক'তো
নেৰে মানে অযোধ্যাৰ সীমা।
তাৰ আগতে কিন্তু, দক্ষিণাৰ ঋণ
পৰিশোধ কৰক ৰাজন।
হৰিশ্চন্দ্ৰ—দক্ষিণাৰ ঋণ সম্প্ৰতি—
বিশ্বামিত্ৰ—সম্প্ৰতি নিদিয়া কিন্তু নহয় নিয়ম
দক্ষিণা সদায় দেয় দানৰ লগতে;
তেওঁ বাৰু আজি এৰি, দিলোঁ সপ্ত দিন,

পূৰ্ণিমা যাবই আজি,
সপ্তমীৰ দিনা
দিম দেখা কাশীত ভুনাই।
সেই দিনা
বিমুখিলে ব্ৰাহ্মণক বিভ্ৰাট ঘটিব।
হৰিশ্চন্দ্ৰ—আশীষিব, বিমুখ নেলাগে হ'ব যেন।
বিশ্বামিত্ৰ—পলমৰ নাই প্ৰয়োজন।
পুত্ৰ ভাৰ্যা আনক মতাই,
সাজ পাৰ পৰিহাৰ কৰক সকলে৷
একোখনি বস্ত্ৰেৰে মাথোন
নিঃসম্বলে তিনি প্ৰাণী যাওক ওলাই।
হৰিশ্চন্দ্ৰ—আহাঁ মন্ত্ৰী, আহক সোমাই ঋষিৰাজ,
অপৰ কক্ষত গৈ সকলো কৰিম।
বিশ্বামিত্ৰ—(স্বগতঃ) সত্যবাদী বীতৰাগ পুৰুষ মহান।
(ৰজাৰ প্ৰতি) অপেক্ষক খন্তেক মাথোন।
(মন্ত্ৰীৰ প্ৰতি) মন্ত্ৰী,
ৰাজ্যৰ গৰাকী মই
কৰ্মচাৰী তুমি মোৰ
তোমাক গতালোঁ ৰাজ্য,
আদেশিলোঁ ন্যায়মতে শাসন কৰিবাঁ।
তীক্ষ্ণ দৃষ্টি ৰাখিম সততে,
শাপ দি কৰিম ভস্ম অন্যায় কৰিলে।
মন্ত্ৰী—ঋষিৰাজ—ম—মহা—মহাৰাজ—
বিশ্বামিত্ৰ—নুবুলিবাঁ মহাৰাজ মোক
ঋষি মই, ভঙা-পতা কৰোঁ মহাৰাজ।
(ৰজাৰ প্ৰতি) আহক এতিয়া তেনে
কৰা হ'ব লাগে দান শাস্ত্ৰীয় বিধিৰে।
(হৰিশ্চন্দ্ৰ, বিশ্বামিত্ৰ আৰু মন্ত্ৰীৰ প্ৰস্থান)
পুৰন্দৰ—বাকচটোৰেই হ'ল। কিহৰপৰা কিটো হ'লগৈ একা! ভাল ছায়াবাজী হয় এই সংসাৰ খন! বাক এতিয়া কৰা হয় কি? এই টিঙিৰি তুলা ঋষিৰ ৰাজ্যত থাকিব নোৱাৰোঁ, ই থিৰাং কথা। আৰু থাকিব পৰা হ'লেও হৰিশ্চন্দ্ৰ ৰজা বাটৰ মগনিয়াৰ হৈ ফুৰিলে মই পুৰন্দৰে কোন সতেৰে ঘৰত বহি সুখেৰে ভাত খাম!
এতেকে, ময়ো ওলালোঁ দেশ এৰি
থাওক পৰি ঘৰ-বাৰী।
ঘুৰি পকি ফুৰোঁ চাই
ক'ৰ পানীনো কেনি যায়। (প্ৰস্থান)

---

## দ্বিতীয় অংক

### ১ম দৃশ্য

[কাশীৰ গংগাৰ পাৰৰ গছতল]

(শৈব্যা)

শৈব্যা—ৰাজেশ্বৰী আছিলোঁ এদিন,
ভিখাৰিণী আজি—শয্যা তৰুতল
চন্দ্ৰাতপ বিশাল গগন;
দেখিছিলোঁ অলীক সপোন কিবা
গ'ল ভাগি ছিগি,
সৃষ্টি মাত্ৰ থাকিল মনত।
(গীত গাই গাই ব'ৰাগীৰ প্ৰৱেশ)

[গীত]

দেখিছিলোঁ কিবা মিছা সামাজিক
দিঠকৰ দৰে লাগে আছে ঠিক।
মধু পূৰ্ণিমাৰ শীতল দীপিতিত
পি-ছিলোঁ সুধা জুৰিছিলোঁ গীত
মলয়াৰ ছেৰে
নাচি থেৰে থেৰে
ভাবিছিলোঁ তাকে মিছাতে সঠিক।
দেখোঁ সাৰ পাই, চকু মেলি চাই
যি দেখিলোঁ তাৰ একো চিন নাই

ছবি কাচি ল'ই
সোৱৰণী থ'ই
ভাগি ছিগি গ'ল সপোন অলীক।

শৈব্যা—বঢ়িয়া গীতটো গালে
তেনেই মিলাই মোৰ মনৰ কথাৰে।
কোন তুমি বৈৰাগী সুজন,
মনোভাব কিৰূপে জানিলা মোৰ?

ব'ৰাগী—আই, ফকিৰ ফকৰা মানুহ, এই টোকাৰী ডোখৰকে লৈ টুং টুঙাই ফুৰোঁ। দুখীয়াক দেখিলে পুতৌ কৰিবৰ মন যায়। তোমাৰ মুখখনি দেখি কিবা দুখ থকা যেন উমান পালোঁ। তাকে অলপ পাতলাব পাৰোঁ বুলি, জনাই নজনাই গীত এটি গাই শুনালোঁ।

শৈব্যা—ভাল কৰিলে আতৈ। আমাৰ দুখৰ কথা আৰু ক'লে কি হ'ব? আমাৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে।

ব'ৰাগী—দুখনো কাৰ নাই, মোৰ আই? দুখে সুখেহে সংসাৰ। দুখ যেয়ে দিছে, সেয়ে তাক সহিবলৈ বলো দিছে। যাৰ কাম তেওঁ তাক কৰিব লাগিছে। বিশ্বেশ্বৰে কাৰো দুখ থাকিবলৈ নিদিয়ে মোৰ আই, শেহত সকলোৰে মংগল কৰে মোৰ আই। তেওঁ মংগলময়, বিপদ-ভঞ্জন, দুখবিমোচন, পতিতপাৱন।

(প্ৰস্থান)

শৈব্যা—সঁচা কথা
বিশ্বেশ্বৰে দুখ দূৰ কৰে সকলোৰে।
পুণ্যতীৰ্থ কাশীধাম
বিজৰিত গৌৰৱৰ অতীত স্মৃতিৰে,
বিমিশ্ৰিত কত মহাত্মাৰ
সুবাঞ্ছিত পদৰ ধূলিৰে;
পৰম মহিমাময় পবিত্ৰ নগৰ।
দহে য'ত ভক্তিৰে দৌৱাৰ শিৱ
পূজ্য সেয়ে, হয় তাতে মহিমা বিকাশ।
ভাগীৰথী স্নান কৰা
শীতল বায়ুৰে সুশীতল
মোক্ষ থল পবিত্ৰ কাশীত এই
কতই লভিছে শান্তি
পূৰ হয় বাসনা কতৰ
কত বিপদত তৰিছে কতই।
বিশ্বেশ্বৰ, বিপদত তৰোৱাঁ দাসীক,
ঋষিৰ ঋণৰ দায় গুচোৱাঁ পতিৰ।

(ৰোহিতাশ্বৰ প্ৰবেশ)

ৰোহিতাশ্ব—আজি হ'লে মোৰ সমূলি ভোক নাই। মই গধূলিলৈকে একো নেখাওঁ একা।

শৈব্যা—আয়ৈ সোণায়ে মোৰ ইমাননো বুজিছে।
নাই দেখি খোৱাৰ সম্বল
দুখ কৰোঁ বুলি মই,
আপুনি মনতে বুজি নেখাওঁ বুলিছে।
হায় বিধি, ইও মোৰ আছিল ভাগ্যত।

ৰোহিতাশ্ব—সেই মানুহটো আকৌ আহিছে বোপাই, তাক দেখিলে মোৰ ভয় লাগে; মই আঁতৰ হওঁ। (প্ৰস্থান)

(বিশ্বামিত্ৰ আৰু হৰিশ্চন্দ্ৰৰ প্ৰবেশ)

বিশ্বামিত্ৰ—পূৰ্ণ হ'ব সপ্ত দিন আজি দিন গ'লে,
হোৱা নাই দিহা কিয় দক্ষিণাৰ মোৰ?

হৰিশ্চন্দ্ৰ—ঋষিৰাজ যতনৰ ত্ৰুটী কৰা নাই,
পৰা নাই সাধোৰে মাথোন;
দুনাই মোক দিয়া সুজন।
জীৱিত থাকিলে মই
নিশ্চয় ঋষিৰ ঋণ শুজিম এদিন।

বিশ্বামিত্ৰ—দায়িত্বৰ জোখাৰে যতন
কৰা হোৱা নাই মহাৰাজ।

হৰিশ্চন্দ্ৰ—প্ৰভু,
প্ৰবন্ধ কৰিলোঁ বহু

নিসম্বল জনক কোনেও
অত ধন নিদিয়ে ঋণত ;
দাসত্ব কৰিম বুলি
পুত্ৰ ভাৰ্যা সমন্বিতে
বিচাৰিলোঁ ঘৰে ঘৰে
নোৱাৰিলোঁ. সুফল লভিব,
তিনি প্ৰাণী দাস ৰাখি
সপ্ত কোটি স্বৰ্ণমুদ্ৰা নোলাল দিওঁতা।

বিশ্বামিত্ৰ—তথাপি উচিত যত্ন কৰা হোৱা নাই।
পুত্ৰ ভাৰ্যা নেবেচা কি হেতু ?
নতুবা নিজকে বেচি
মৰা নাই কিয় তুমি ব্ৰাহ্মণৰ ধাৰ ?

হৰিশ্চন্দ্ৰ—এই পথ নাছিলোঁ অৱশ্যে দেখা।

বিশ্বামিত্ৰ—কাশীধাম ভাৰতৰ সৰ্বোৎকৃষ্ট
সুপ্ৰাচীন বিশাল নগৰ।
তপস্বীয়ে কৰে তপ
যোগ কৰে যোগীযে ইয়াত
মুক্তি অভিলাষী জনে কৰে মুক্তিলাভ
শান্তি লভে শান্তিকামী জনে।
মহাপাপী পাষণ্ড জনেও
অবাধে পাপৰ খেলা খেলেহি ইয়াত ;
আচৰিত কাশীৰ সকলো।
কাশীৰ বিৰাট হাট জগৎবিখ্যাত,
তিনি প্ৰাণী বেচি তাত
সাত কোটি মুদ্ৰা লভা
অসম্ভৱ নহয় কদাপি।
এতিয়াও যথেষ্ট সময় আছে,
নগৰত কৰাওঁ প্ৰচাৰ
মনুষ্য বিক্ৰয় হ'ব কালিৰ হাটত ;
নকৰোঁ সংশয় মই
অনায়াসে পোৱা যাব দক্ষিণাৰ ধন।
কোৱা মোক,
আছানে সম্মত তুমি এই প্ৰস্তাৱত ?
ৰাখিবা মনত কিন্তু
জনমে জনমে খেদে, ব্ৰাহ্মণৰ ঋণে।

হৰিশ্চন্দ্ৰ—নহওঁ কুণ্ঠিত ঋষি
ঋণ পৰিশোধৰ কাৰণে।
ধন যদি পোৱা যায়,
বিকা গ'ই কালিৰ হাটতে
নিশ্চয় শুজিম ধাৰ বুজিব আপুনি।

বিশ্বামিত্ৰ—সুন্দৰ ব্যৱস্থা।
তেনে মই মাগিলোঁ মেলানি,
কৰোঁ গ'ই সম্বাদ প্ৰচাৰ ;
পাচত পঠাম বাৰ্তা
নিৰ্ধাৰিত সময়ত কালিৰ হাটত
উপস্থিত থাকিব লাগিব।

হৰিশ্চন্দ্ৰ—অন্যথা নহয় তাৰ,
উপস্থিত পাব সময়ত।

( বিশ্বামিত্ৰৰ প্ৰস্থান )

শৈব্যা—তিৰোতা স্বামীৰ সহধৰ্মিণী সদায় ;
ধৰ্মত সহায় কৰে
সহধৰ্মিণী সিহেতু ;
অৰ্ধাংগিনী সিহেতু, অৰ্ধ সুখ দুখৰ গৰাকী,
পবিত্ৰ সম্পৰ্ক এনে নাই জগতত।
তিৰোতাই পাতলাই স্বামীৰ যাতনা
শান্তিধাৰা ঢালে জীৱনত,
আন্ধাৰত জিলিকনি তোলে পোহৰৰ
মধুময় কৰে জীৱনক ;
পতিসেৱা মুখ্য ধৰ্ম নাৰী জীৱনৰ।
এতেকতে প্ৰাণেশ্বৰ,
মোকেই বন্ধক থৈ
ঋণমুক্ত হওক আপুনি।
আপুনি থাকিলে মুক্ত
পোনাটিক ভুলিম পাৰিব,

পুনৰ উপাৰ্জি ধন
পাৰিব উদ্ধাৰ মোকো কৰিব এদিন।
হৰিশ্চন্দ্ৰ—( স্বগতঃ ) হৃদয় বিদীৰ্ণ কিয় নহ'ব শতধা !
সত্য কৰি অগ্নিৰ সাক্ষাতে
মিলিছিলোঁ তেজে তেজে, মঙহে মঙহে,
ৰক্ষা-ভাৰ লৰোঁ বুলি
কৰিছিলোঁ সত্য অংগীকাৰ।
ৰক্ষণীয়া পালনীয়া শ্ৰদ্ধেয়া পত্নীক এনে
লাগিবনে দাসী কৰি লোকক গতাব ?
ইমানো আছেনে অদৃষ্টত ?
শৈব্যা—নিৰুত্তৰ কিয় নাথ ?
আপুনি থাকিলে
জগতত বহু কাম পাৰিব কৰিব
অবলা নাৰীয়ে মই কি কাৰ্য সাধিম ?
হৰিশ্চন্দ্ৰ—কি দিম উত্তৰ ? সতী তুমি গুণৱতী
বিধানিছা সতীৰ যুগুতি।
সোঁতত কুটাৰ দৰে উটিব লাগিছোঁ
তথাপি কৰ্তব্যজ্ঞান আছে এতিয়াও।
পাৰোঁমানে সাধিম কৰ্তব্য,
নোৱাৰিলে, যাম উটি কোবাল সোঁতত।
সমাগত চতুৰ্থ প্ৰহৰ প্ৰায়
আহাঁ যাওঁ আহাৰ বিচাৰি ;
অন্নপূৰ্ণা দেৱীৰ কৃপাত
নেলাগে অভুক্ত কোনো থাকিব কাশীত।
( দুয়োৰো প্ৰস্থান )
( পট পৰে )

## ২য় দৃশ্য

[ কাশীৰ মন্দিৰৰ লগৰ উপবন ]

( এফালৰ পৰা বিশ্বেশ্বৰ, অন্নপূৰ্ণাৰ প্ৰৱেশ ; ইফালৰ পৰা বীৰভদ্ৰই সোমাই প্ৰণাম কৰে )

বিশ্বেশ্বৰ—ভক্তক ক্ষমিবা দেখি
ভৈৰৱক আদেশ জনাওঁ।

বীৰভদ্ৰ ভৈৰৱ প্ৰবৰ,
শুনাঁ, কিয় স্মৰণ কৰিলোঁ।
কাশীৰ হাটত আজি
পুত্ৰ ভাৰ্যা সমন্বিতে
বেচা যাব হৰিশ্চন্দ্ৰ ৰজা।
পুৰাওঁ সদায় মই
যেয়ে যি কামনা কৰি কাশীত প্ৰৱেশে।
নৃপতিৰ পুৰোৱা কামনা
মাৰি আহা ব্ৰাহ্মণৰ ধাৰ।
বীৰভদ্ৰ—যিবা আজ্ঞা হে ভূত ভাৱন,
কিৰূপে বা পালিম আদেশ ?
বিশ্বেশ্বৰ—ধৰ্ম আৰু তুমি, দুইজনে
ছদ্মবেশ ধৰি,
কিনি ল'বা সাত কোটি সুবৰ্ণ মুদ্ৰাত ;
দুখ দিবাঁ,
কান্তি বাঢ়ে সুবৰ্ণৰ অগ্নিত পুৰিলে,
কিন্তু, যতনেৰে ৰক্ষণ কৰিবাঁ।
গ'লে কিছু দিন
আহিব যি দিন
শুভদিন ঘূৰি নৃপতিৰ
মুক্ত কৰি দিবাঁ সেই দিনা।
বীৰভদ্ৰ—মাগিলোঁ মেলানি
শিৰোধাৰ্য সকলো আদেশ।
( প্ৰণাম কৰি প্ৰস্থান )
অন্নপূৰ্ণা—ভাবিছিলোঁ বোলোঁ
হৰিশ্চন্দ্ৰ নৃপতিৰ কথা
ভুলিবহে পায় ভোলানাথে।
বিশ্বেশ্বৰ—ভোলাই নুভুলে ভগৱতি,
ভাবনাত বিভোল সদায়
ক'ৰ থাব ক্ষুদ্ৰ পিপৰাই
ক'ত কোনে বিপদত তৰিব কিৰূপে।
কাশীত বাসনা পূৰে

কল্পতরু কাশী মোৰ ;
ভিক্ষুৰূপী শংকৰক লৈ কাষৰত
অন্নপূর্ণা ৰূপেৰে সদায়
আদ্যাশক্তি তুমি বিৰাজিছা
সুশীল, সুধীৰ লহৰী তুলি
সুধনী, বয় ধীৰে ধীৰে,
মৰ্ত্যৰ কৈলাস কাশীপুৰী।
সাধুসমাগমে
সুপথ দেখাই
হৃদয়ত বিৰাগ জন্মায় ;
অন্তিমত মোক্ষ দিওঁ মই
তাৰক শ্ৰীব্ৰহ্ম নাম কাণত শুনাই
—শ্ৰেষ্ঠ নাম ভানৱ ভাষাৰ
মোক্ষ মন্ত্ৰ, মূল তত্ত্ব বেদ বেদাংগৰ ;
কাশী মোৰ মৰণৰ স্থান অতিশয়।

অন্নপূর্ণা—সুনির্মল বিমান তলত
পুণ্যময় বিতোপন নগৰ সুন্দৰ
সুপবিত্ৰ পুনৰপি
জাহ্নবীৰ পূত প্ৰবাহেৰে
পাৰে পাৰে তটিনীৰ
সুনির্মিত শান্তিময
নিৰল প্ৰসাদ শাৰী শাৰী
সুশোভিত সুসজ্জিত প্ৰদীপ শ্ৰেণীৰে।
মাজে মাজে শ্যামল বননি
সুন্দৰ ফুলনি
মনোহৰ কানন প্ৰান্তৰ।
সুবিশাল মন্দিৰৰ দুৰ্জয় চূড়াই
গৌৰৱে গগন ভেদি
কীৰ্তনিছে পুৰীৰ মহিমা।
ঘাটে ঘাটে, বাটে বাটে
ঘৰে ঘৰে নগৰৰ
শাস্ত্ৰ পাঠ, হৰিনাম, ধৰ্ম আলোচনা ;
উৎসৱেৰে উৎসৱিত ওৰেও নগৰ।

বিশ্বেশ্বৰ—কিন্তু কাশীশ্বৰী,
সাধুৰ মনত
ব্ৰহ্মাণ্ডখনেই কাশীধাম।
আহা সুৰংগিণী,
তৰংগিণী দাঁতিয়ে দাঁতিয়ে
ফুৰি ফুৰি চাই যাওঁ
শুৱলা কথাৰ
বৰ্ণনাৰ বিষয় তোমাৰ। (দুয়োৰো প্ৰস্থান)
(পট পৰে)

### ৩য় দৃশ্য

[কাশীৰ হাটৰ এচুক]

(বিশ্বামিত্ৰ, হৰিশ্চন্দ্ৰ, শৈব্যা, ৰোহিতাশ্ব, দালাল বেপাৰী, সদাগৰ, কালু, ভলুৱা আৰু দর্শকসকল)

বেপাৰী—দাম ভাল হৈছে। ইয়াতকৈ আৰু কি উঠিব?

সদাগৰ—কাশী দেখিছে ইমান, আন চহৰত হোৱা হ'লে ইমান নুঠে।

(বুঢ়া বামুণ, কালু আৰু ভলুৱাৰ প্ৰবেশ)

বুঢ়া বামুণ—চাওঁ কেনি আছে? বেচিব খোজা মানুহ কোন কোন?

দালাল—এইটো মতা, আৰু সেইটো ল'ৰাই সৈতে সেইজনী তিৰোতা।

বুঢ়া বামুণ—মানুহকেইটা জানিবা দেখাত বেয়া দেখা নাই। বেলেগে বেলেগে ভাঙি বেচিব নহয়?

হৰিশ্চন্দ্ৰ—শুনা সমাগত জন
পুনু কৰোঁ নিবেদন
ক্ষত্ৰিয় সন্তান মই
ঋণগ্ৰস্ত সাত কোটি সুবৰ্ণ মুদ্ৰাৰ।
নেপালে সমস্ত ধন
প্ৰয়োজন নহয় সাধন।
কৃপা কৰি কোনোবাই

ঋণ মুক্ত কৰি দিয়া
দাম ৰূপে ক্ৰয় কৰি মোক
নতুবা তিনিও প্ৰাণী কিনা একেলগে।

বুঢ়া বামুণ—পাচে তিনিওকো থাউকতে কিনোতা কোনোবা ওলাইছে জানো?

দালাল—এতিয়ালৈকে নাই ওলোৱা।

বুঢ়া বামুণ—তেনেহ'লে?

বিশ্বামিত্ৰ—তেনেহ'লে, বেচা হ'ব পৃথকে পৃথকে।

বুঢ়া বামুণ—পাচে তেন্তে দাম উঠিছে কাৰ কিমান?

দালাল—মাইকী-পোৱালী হালৰ তিনি কোটি আৰু মতাটোত গুটীয়াকৈ আঢ়ৈ কোটিলৈকে দিওঁতা ওলাইছে।

বুঢ়া বামুণ—তিৰোতাজনীৰে বহুত দাম হৈছে দেখোন। আই হেৰ', তইনো বন-বাৰী কি কৰিব পাৰ? নিচেই সুখীয়া যেন দেখিছোঁ দেখোন।

হৰিশ্চন্দ্ৰ—(স্বগতঃ) শিলেৰে বন্ধালোঁ তোক
বিচলিত নহ'বি হৃদয়।
(প্ৰকাশ্যে) নীহ কাম নেজানে কৰিব
বহুত শ্ৰমৰ কাম নোৱাৰে সৰহ
ভাল কাম পাৰে সকলোকে।

বুঢ়া বামুণ—এ বোপাই, বামুণীজনীলৈ এজনী লগ বিচাৰিছোঁ। টান কাম একো কৰিব নেলাগে। ভাল স্বভাৱৰ মানুহ এজনী পালে, ধন লাগে অলপ সৰহেই যাওক।

দালাল—হয়তো দেউ, ইফালে আকৌ ম্লাকৰ লগতে ল'ৰাটোও পাব নহয়।

বুঢ়া বামুণ—সেইটো আৰু ভগনৰহে এটা বাট কিনা হ'ব। সি বন-বাৰীলৈ সকৰেই; মিছাতেহে ভাতবোৰ খাব। তেও জানিবা গাইৰ লগৰ দামুৰি। হেৰ' ল'ৰাটি, কিবা বন-বাৰী কৰিব পাৰিবিনে?

ৰোহিতাশ্ব—পাৰিমতো; শ্লোক গাব পাৰিম, আখৰ লিখিব পাৰিম, কাঁড় মাৰিব পাৰিম, ফুল তুলিব পাৰিম—

বুঢ়া বামুণ—থাক থাক, তই মোৰ পূজালৈ দিনৌ ফুলকে তুলি দিবি। (সকলোলৈকে চাই) তিৰোতাজনী আৰু ল'ৰাটোত মই থাক চাৰি কোটিলৈকে দিছোঁ। তাৰ ওপৰে কোনোবাই দিয়েনে?

(কোনেও নেমাতে)

হৰিশ্চন্দ্ৰ—অৱধান কৰাঁহে ব্ৰাহ্মণ,
সাত কোটি প্ৰয়োজন মোৰ;
এতেকতে, তিনি কোটি মোহৰত
মোক কোনো কিনোতা নেলাগে,
নিসিজে সকাম মোৰ ললনাক বেচি।

কালু—এ মিতা তুমি ঠিক "মানুচ" আছে হ'। 'চব্‌' বাত্‌ 'আগেচে' ঠিক ঠাক 'বট্‌লাইছে'। তোমাৰ্‌ বদন্‌ভি খুব মজবুদ আছে। তুমি কৌন কাম পাৰিছে?

হৰিশ্চন্দ্ৰ—যুদ্ধ কাৰ্য সুপ্ৰতুল ৰূপে
লিখা পঢ়া ৰাজনীতি কিঞ্চিৎ কিঞ্চিৎ
পাপৰ কামৰ বাজে,
শৰীৰ, বলেৰে পৰা সকলো কামকে।

কালু—ঠিক ঠিক। পাপ কাম কেনে কৰিব? তুম কৰিব, কমাৰ 'মজাচে' খাব, 'বচ' এহি খুউব ঠিক আছে। পাপ কামকে কি দৰ্কাৰ? তুমি চৰাব্‌ খায় কি?

হৰিশ্চন্দ্ৰ—নেখাওঁ কদাপি
অপেয় অদেয় মদ্য স্পৰ্শও নকৰোঁ।

কালু—এহি দস্তৰ বিলকুল ভাল আছে। আচ্ছা মিতা, তোহাৰি দৰ্কাৰ 'চাত' কোটিকে, চাৰ্‌তো মিলল বা। তোম্‌ হামৰা নৌকৰি

কৰ, তো, হাম দে দেওঁ বাকী তিন কোটি।
উচিচে উপৰ এক পাই ভি ঔৰ নাহি হোগা।

সদাগৰ—বাৰুটো অ'। ইনো অতবোৰ ধন ক'ত পাব?

বেপাৰী—এ নক'বাঁ; ফটা কঁথাতো সোণ থাকে।

হৰিশ্চন্দ্ৰ—( স্বগতঃ ) মাৰ গ'ল দুৰাশাৰ ক্ষীণ ৰেখাটিও;
নিজক বেচিলে মাত্ৰ
ঋণ শোধ নহয় কদাপি।
ধিক্ ধিক্ অধম পাষণ্ড মই
পুত্ৰ ভাৰ্যা কৰিম বিক্ৰয়।
ভীষণ নাদেৰে বজ্ৰ
নপৰ শিৰত কিয়,
ভূমিকম্প, মুহূৰ্ত্তে ধৰাতল
ৰসাতল নকৰ কিহেতু?

কালু—তুমি ৰাজি আছে, কি নাই আছে?

বিশ্বামিত্ৰ—চাৰিয়ে তিনিয়ে এই হ'ল সপ্তকোটি,
বিলম্বৰ নাই প্ৰয়োজন
মিলিল উপায়।

হৰিশ্চন্দ্ৰ—(স্বগতঃ) মিলিল উপায় হায় ভীষণ মূল্যত।
(প্ৰকাশ্যে) শুনা হেৰা সুজন দুজন
ধন্যবাদ কৰিবা গ্ৰহণ;
মান্তি হ'লোঁ। আনা ধন
অবিলম্বে অন্ত কৰা কাৰ্য অসহন।
( শৈব্যাৰ প্ৰতি ) বিদায় মাগিছোঁ গুণৱতি,
পাৰোঁ যদি কৰিম উদ্ধাৰ
নোৱাৰিলে এয়ে শেষ দেখা।
( ৰোহিতাশ্বৰ প্ৰতি ) পুত্ৰ মোৰ,
খ্যাতিমন্ত হোৱা জগতত
মাতৃ আজ্ঞা কৰিবাঁ পালন।
হে ব্ৰাহ্মণ, মহাজন তুমি
পুত্ৰ ভাৰ্য্যা পদত গতালোঁ
পালন কৰিবা পিতৃৰূপে।
( কালুৰ প্ৰতি ) তোমাৰো হে সদাশয়
অতিশয় সদয় হৃদয়,
উপকাৰ কৰিলা নথৈ;
অধীনত্ব কৰিলোঁ স্বীকাৰ।

শৈব্যা—প্ৰভু মোৰ, প্ৰাণেশ্বৰ হৃদয়ৰঞ্জন,
হৃদয়ত বিৰাজিবা অধিনীৰ।
কৰিছোঁ প্ৰাৰ্থনা
অভেদ কৱচৰূপে
বিশ্বেশ্বৰে বিপদত ৰাখক সদায়।

( সেৱা কৰে )

হৰিশ্চন্দ্ৰ—উঠাঁ সতি, আশীৰ্বাদ কৰিছে পতিয়ে।

(তোলে)

বিশ্বামিত্ৰ—( স্বগতঃ ) অদ্ভুত শকতি।
এনে ধৈৰ্য কেইজনে পাৰে দেখুৱাব,
এনেদৰে কোনে পাৰে প্ৰতিজ্ঞা পালিব?

বুঢ়া বামুণ—এতিয়া ধন বা দিব লাগে কাক?

বিশ্বামিত্ৰ—মোক লাগে দিব ধন
চাৰি কোটি আৰু তিনি কোটি তেওঁক।

বুঢ়া বামুণ—ভাল তেনে আপুনি মোৰ লগতে ফুখোজ আহক; সৌটো মোৰ ঘৰ, তাতে ধন-বিত লওকহি।

কালু—ঔৰ্, দেখ ঠাকুৰ, এহি ভলুৱা হামাৰ বেটা লাগে, হামনিকে আউৰংকে লেৰ্কা বা; বহুত হুচিয়াৰ আছে। তোহাৰ্ 'চাধ' যাবেক্, হামাৰ ভি ৰূপিয়া দিবেক্। যাও হ' ভলুৱা, দে দেও।

বিশ্বামিত্ৰ—আহাঁ তেনে, নকৰাঁ পলম আৰু।

বুঢ়া বামুণ—আই হেৰ', তই মোৰ লগে লগে আহি থাকিবি।

( বিশ্বামিত্ৰ, বুঢ়া বামুণ, শৈব্যা, ৰোহিতাশ্ব আৰু ভলুৱাৰ প্ৰস্থান )

কালু—এ ভাই, তোহাৰ নাম ক্যা বা?

হৰিশ্চন্দ্ৰ—হৰিশ্চন্দ্ৰ নাম অভাগাৰ।

কালু—হৰি-চন্দ-চন-চন-দ—এ ভাবি জবৰৰ লম্বা নাম আছে হ'। হামি তোহাকে খালি হাৰিয়া কহিব।

হৰিশ্চন্দ্ৰ—যেনে অভিৰুচি তযু।

কালু—হামাৰ নাম কালু আছে। হামনিকে তুমি নাহি চিনিচে? হামাৰেই নাম কালু জামাদাৰ। কালু জমাদাৰকে নাহি চিনে, 'এইচা' আদ্‌মি নাহি আছে এই কাশী নগৰমে।

হৰিশ্চন্দ্ৰ—কিবা আজ্ঞা লাগিব পালিব মই?

কালু—দেখ ভ'য়া এক হাজাৰ আদমি হামাৰ নীচে কাম কৰে। তুমি লেকে হোগা হাজাৰ ঔৰ এক। চহৰকে যেত্তা ৰাস্তা, হামাৰিকেই নৌকৰ 'চব' জাৰু দেতা; যেত্তা নৰ্দামা, 'চবহি' চাফা কৰতা। এহি কাশীমে যেত্তা আদমি মৰে, চবকৈকু জলালে লাগ্‌তা এহি কালু জামাদাৰকে নৌকৃৰ। ববাৱলা 'শ্মশান, ঘাট্‌মে আভি যো আদ্‌মি ৰহে, 'চো' দাৰু পিকে বাউৰা হোকৰ্‌ ৰৰাবৰ্‌ কাম ববাদ কৰ্‌তা। ওহি ঘাট তোমাৰা জিম্মা কৰ্‌ দেগা। গংগা মাইকে কিনাৰা মে তোফা 'আৰামচে' ৰহো। যেত্তা মুৰ্দা আৱে 'চবলৈকু' মাচুল আদায় কৰ। মুৰ্দা আলানেকু লকৃৰি হামাৰা মজুদ্‌ হে; পইচা লে কৰ, বিক্ৰী কৰ, ঔৰ্‌ জাৰু দেকৰ্‌, পানী ছিটাই কৰ, ঘাট একদম চাফা ৰাখ ৰৰাবৰ—বচ এহি কাম বা।

হৰিশ্চন্দ্ৰ—সদায় প্ৰস্তুত পাবঁা নিজৰ কাৰ্যত।

কালু—আচ্ছা চলো আভি। (যাব খুজি) নাই নাই; ঐ বৈৰাগী ঠাকুৰ গান গাহিকে আহিছে; থোৰা শুন্‌ কৰ্‌ যাবে লাগে। ও বৰা মিঠা গাৱে।

(গীত গাই গাই ব'ৰাগীৰ প্ৰৱেশ)

[গীত]

কোনে কয় ভালৰ সদায় যায় ভালেৰেই।
বেয়াই ভালে জগতখনেই মিহলি তেনেই
সুখৰ মাজত দুখৰ গুটি
দুখত গজে সুখৰ পুলি
চিৰকাল চলি আছে এই নিয়মেই।
দিনৰ পাচত হয় ৰাতি
জাৰৰ পাচত ছাটিফুটি
সুখে দুখে পাল পাতিছে ঘূৰে সততেই।
সুখতো সুমতি নেৰে
দুখতো যি থাকে থিৰে
সুখে দুখে থিৰ যেয়ে, সুখী সিজনেই।

---

## তৃতীয় অংক

### ১ম দৃশ্য

[উদ্যান]

(হাতত কুকি লৈ ৰোহিতাশ্ব আৰু লগৰীয়াৰ নৃত্য-গীত)

[গীত]

আহাঁ ফুল তোলোঁ আমি ফুল তোলোঁ।
ফুলনি ফুলনি ফুৰি কুকি ভৰোঁ।
মিচিকি হাঁহিৰে ফুলে মাতি আছে
মলয়াৰ ছেৱে ছেৱে ফুলে নাচে,
বেলি হ'লে কোনোবাই নিব পাছে;
ডালে ডালে আমি তেও আহি পালোঁ
ফুলা ফুলা ফুলেৰেই কুকি ভৰোঁ
পাওঁ মানে যাওঁ তুলি যিমান পাৰোঁ,
অতি আলহৰা ফুল যতন কৰোঁ;
আলে ফুলে ছিডি ছিডি দ'লাই তোলোঁ।

(প্ৰস্থান)

(গীত গাই গাই ব'ৰাগীৰ প্ৰৱেশ)

নিয়তিয়ে কেনি নিয়ে জানে কোনোবাই।
নিয়তিৰ নিয়োগৰ কোনে তলা-নলা পায়।

সাজে লোকে কত পাড়ি
নিয়তিয়ে দিলে ভাঙি
কিবা শুচি কিবা হয় ওলট পালট লুটি খাই।
অমিয়াতে বিহ উঠে
হাঁহিতে কান্দোন ঘটে
নিয়তিৰ গম-গতি-মনৰ আশয় কোনে পায়।
(প্ৰস্থান)

(পট উঠে)

## ২য় দৃশ্য

[কুটীৰৰ আগৰ বাট]

(শৈব্যাৰ প্ৰবেশ)

শৈব্যা—ল'ৰাটি অথনিয়েই ফুল তুলিবলৈ গ'ল। বাটলৈ চাওঁতে চাওঁতে চকু বিষাল। অত বেলি অহা নাই কিয়? আনকালৰ হ'লে কেতিয়াবাই আহিবৰ হ'ল। বাপেকক লোকে কিনি নি কি কৰিলে, ক'লৈ নিলে একো ক'ব নোৱাৰোঁ। য'তে যাওক বিশ্বেশ্বৰ, তেওঁক কুশলে ৰাখিবাঁ যেন। ল'ৰাকণেই মোৰ আঁচলৰ ধন চকুৰ মণি, দৰিদ্ৰৰ নিধি। ৰাজৰাণী হৈ লোকৰ দাসী বৃত্তি কৰি পেট প্ৰবৰ্তাইছোঁ। তথাপি, মোৰ বাছাৰ মুখখনি দেখিলেই সকলো দুখ-বেজাৰ পাহৰি পেলাওঁ। এফেৰা নেদেখা হ'লেও কেওফালে আন্ধাৰ দেখোঁ। অ' সৌৱা আহিছে হ'বলা।

(ৰোহিতাশ্বৰ লগৰীয়াৰ প্ৰবেশ)

লগৰীয়া—আই আই, বেগাই আহক। ৰোহিতৰ কিবা এটা হ'ল।

শৈব্যা—হে কি হ'ল? কি হ'ল? বেগেতে কোৱা, কি হ'ল?

লগৰীয়া—ফুল তুলি থাকোঁতে, বুকুতে দীঘল পকবাই খোঁট মাৰি দিলে।

শৈব্যা—হায় হায়! কি কৰিলোঁ হৰি, কি কৰিলোঁ।

লগৰীয়া—ফুলা যেন কেঁটেৰে, মেচ্ মেচ্‌কৈ ক'লা যিটোহে সাপ। খোঁট মাৰিয়েই লৰ মাৰিলে। ইফালে মানুহ ঢাল খাই পৰিল, এতিয়া যে মাত-বোলেই নাই।

শৈব্যা—দেহি ঐ, মোৰ বোপাই ঐ, মই ইয়ালৈকে জীয়াই আছোঁ ঐ।

(বেগেতে প্ৰস্থান, লগতে লগৰীয়াৰ প্ৰস্থান)

বিশ্বামিত্ৰ—বিপদ আহিলে, নাহে অকলৈ।
এক বিপদতে
জুৰি ধৰি শতেক বিপদে,
তেনেই বিচেষ্টা কৰি
বুদ্ধিভ্ৰংশ ঘটায় শেহত।
সেই হেতু বিপদত ধৈৰ্যৰ বিধান।
মই কিন্তু কি কাম কৰিছোঁ।
ব্ৰাহ্মণৰ জাতৰ গৌৰৱ কৰি,
ক্ৰোধৰ বশত
অনৰ্থক পৰক পীড়িছোঁ
বধভাগী হ'লোঁ বালকৰ,
মেৰ খালোঁ দাখিত্বত
ৰাজত্বৰ বিষম ভাৰৰ।
এনে ৰীতি ব্ৰাহ্মণত অশোভন অতি;
ব্ৰাহ্মণৰ বহল হৃদয়ে;
অপৰক পীড়িব নিদিয়ে;
ব্ৰাহ্মণ সাত্বিক অতি,
ব্ৰাহ্মণক জ্ঞান লাগে
জ্ঞানৰ বিৰোধী একো বন্ধনে নোশোভে।
(প্ৰস্থান)

(পট পৰে)

### ৩য় দৃশ্য

[ কাশীৰ ৰাজপথ ]

( ব'ৰাগীৰ প্ৰবেশ )

[ গীত ]

( টোকাৰীৰ সুৰ )

খণ্ডকে এৰিবা খণ্ডে নকৰিবা
খণ্ডকে নিদিবা লাই,
খং নামে চঁডালে তললৈ নমাৱ
চাপিব নিদিবা ভাই।
মোতকৈ নাই বৰ এই ভাব কেতিয়াও
মনতো নিদিবা ঠাই,
আতমা আজুৰি খাললৈ পেলাব
তেনে অহংকাৰে পাই।

( বিশ্বামিত্ৰৰ প্ৰবেশ )

লোকে দোষ কৰিলে ক্ষমিবা সততে
ক্ষমা গুণ অতি বৰ গুণ,
ক্ষমোতে ক্ষমোতে আতমা উধাৱ
হ'ব যেনে খপা সোণ।
সৰু হ'ই ফুৰে যিটো ক্ষমাশীলে
খণ্ডৰো নেধাৰে ধাৰ,
সিজনেহে সাধু তেৰা চৰণতে
কৰোঁ সেৱা শতবাৰ।

বিশ্বামিত্ৰ—(স্বগতঃ) স্বৰূপ ই কথা, ক্ৰোধে অহংকাৰে
অধোগতি ঘটায় আত্মাৰ
উৰ্দ্ধগতি ঘটায় ক্ষমাই।
অলপ কথাতে লাগি অকাৰ্য কৰিলোঁ ;
নেজানিলোঁ ক্ষমা কিয় কৰিব তেতিয়া ?
ৰাজ্য কাঢ়ি ললোঁ, দেশ একৰালেঁ।
লোকত বেচালোঁ—এনে ক্ৰোধ
ব্ৰাহ্মণৰ নহয় লক্ষণ।
হৰিশ্চন্দ্ৰ কিন্তু হায় কেনে নিৰ্বিকাৰ!
অচল অটল হৈ সহিলে সকলো
সত্যপথ নেৰিলে অলপো
লেশমাত্ৰ দ্বেষ ভাৱ নকৰিলে মোক।
উভয়ৰ চৰিত্ৰৰ কিমান প্ৰভেদ।

[ ব'ৰাগীৰ গীত ]

( টোকাৰীৰ সুৰ )

দুদিনীয়া দেহা কোনোবা এদিনা
থাকিব ইয়াতে পৰি,
বৰ্ত্তা নহ'ব আতমা কেতিয়া
গুচি যাব কেনি উৰি।
যি কেদিন থাকিবা মলি নলগাবা
নিকাকৈ ৰাখিবা চিত,
যত জীৱ তত শিৱ বুলি জানি
জগতৰ কৰিবা হিত।
সৰু বৰ একো নাই সকলো একে ভাই
ই কথাৰ পালেগৈ ওৰ,
সকৰে বৰৰে ভিন-পৰ নেথাকে
সেযেহে বৰৰো বৰ।

( গাই গাই প্ৰস্থান )

বিশ্বামিত্ৰ—ব্ৰাহ্মণ সৰু বা বৰ, কিয় লাগে মোক ?
ব্ৰাহ্মণত্ব সাধ্য সাধনাৰ ;
পৰাশৰ ব্যাস ব্ৰাহ্মণ
ব্ৰাহ্মণ বাল্মীকি,
কোন পিতা—অজ্ঞাত সি কথা
সত্যকাম ব্ৰাহ্মণ তথাপি ;
ব্ৰাহ্মণৰ গুণ যাৰ সেয়েই ব্ৰাহ্মণ।
ক্ষত্ৰিয়ৰ ঘৰত উপজি
কাৰ্যৰে ব্ৰাহ্মণ হ'লোঁ
ঋষিত্ব লভিলোঁ বুলি
ফুৰিলোঁ গৌৰৱ কৰি,
তথাপিতো ব্ৰাহ্মণৰ বহু ৰীতি বাকী।
ব্ৰাহ্মণৰ নাই ক্ৰোধ, নাই ভয়

অনুৰাগ অহংকাৰ নাই,
বিশ্বসেৱী ক্ষমাশীল
বহল হৃদয় অতি প্ৰকৃত ব্ৰাহ্মণ।
যতেকে ওপৰ উঠে, সৰু হৈ গৈ
নগণ্যৰো নগণ্যত পৰি
অসীমত ব্ৰাহ্মণৰ অস্তিত্ব হেৰায়।
ইসৱ গুণত
হৰিশ্চন্দ্ৰ বহু ওপৰত মোৰ।
হৰিশ্চন্দ্ৰ অপৰাধ কৰিছোঁ তোমাৰ।
( বেগেৰে প্ৰস্থান )
( পট উঠে )

## ৪ৰ্থ দৃশ্য

[ কাশীৰ মহাশ্মশান ]

( হৰিশ্চন্দ্ৰ, দূৰত শৈব্যা, শৱবেশে ৰোহিতাশ্ব )

হৰিশ্চন্দ্ৰ—(স্বগতঃ) হিয়াক সুদৃঢ় কৰি
বজ্ৰময় শিলেৰে বন্ধালোঁ।
দূৰ হ'বি দয়া মায়া;
চেঁচা পৰি গোট বান্ধি শিল হ'বি
হিয়াত স্বভাৱে দিয়া
করুণাৰ মধুৰ ঝৰণা;
শ্মশান জীৱিকা যাৰ
হিয়া তাৰ উদং শ্মশান।
( প্ৰকাশ্যে ) হেৰ' মানুহজনী, তোক পতি পতিকৈ ক'ব নেলাগিছো; সচি খৰি খেৰ কিনি দহন বহন কৰ, নহ'লে ইয়াৰ পৰা গুচি যা। মিছাতে শৱটো আগত লৈ, বহি থাকি, লোকলৈকো ঠাইখন বন্দী কৰিছ কিয়?

শৈব্যা—বোপাই ঐ। ধন হোৱা হ'লেনো নিদিওঁ কিয়? গাত থকা কাপোৰ ডোখৰৰ বাহিৰে মোৰ আৰু একো নাই, ইয়াৰে এডুখৰি পিন্ধি-বলৈ ৰাখি ইডুখৰি ফালি তোমাক দিওঁ। ল'ৰাটোৰ কাঠসংস্কাৰটো কৰাই দিয়া, মোৰ দেউতা, দুখীয়াক পুতৌ কৰিলে ধৰম পাবা।

হৰিশ্চন্দ্ৰ—( হাঁহি ) হাঃ হাঃ হাঃ, এখন ফটাকানিৰ আদ্‌খন দি মৰা খৰি দিবলৈ আহিছ? গুচ্ ইয়াৰ পৰা, আঁতৰ হ, চুপতি কৰিবলৈ নাহিবি।

শৈব্যা—হায় নাথ অযোধ্যাৰ পতি,
কেনি আছাঁ,
চাই যোৱা আহি দশা শৈব্যাৰ তোমাৰ।

হৰিশ্চন্দ্ৰ—( স্বগতঃ ) কি। শৈব্যা।
এয়ে সেই ৰাণী অযোধ্যাৰ,
এয়ে সেই ৰোহিতাশ্ব মোৰ।—গতপ্ৰাণ!
( অলপ ৰৈ ) হৃদয় সুস্থিৰ হ'বি,
নটলিবি বিপদত।
( আকৌ ৰৈ ) পৰিচয় দিওঁ কেনে ৰূপে?
( অলপ গুণি প্ৰকাশ্যে ) সুচৰিতে,
ময়ো ৰজা অযোধ্যাৰ আছিলোঁ এদিন
মোৰো স্ত্ৰীৰ নাম শৈব্যাই আছিল।

শৈব্যা—মৰি কিয় যোৱা নাই মই
মোৰ প্ৰতি এনে অপমান।
দূৰ হ চণ্ডাল।

হৰিশ্চন্দ্ৰ—প্ৰত্যয় নকৰা বাবে নেমানো বিস্ময়
সংশয়ৰ বিষয় নিশ্চয়,
অৱস্থাই বিপৰ্যয় ঘটায় ৰূপৰ,
শৈব্যা বুলি তোমাকো নিচিনি আৰু।
কিন্তু গুণৱতি,
ময়ে দান কৰিছিলোঁ সমস্ত অযোধ্যা,
দক্ষিণাৰ বাবে
নিজেও বিকৰে গ'ই
বেচিছিলোঁ ৰোহিতকে তোমাকে হাটত।

তথাপি নেমানা যদি
চোৱাঁ এই চিন তাহানিৰ।
( হাতৰ ঠাবি দেখুৱায় )

শৈব্যা—( চিন চাই ) হঁয়, পতি মোৰ সখা মোৰ
গুৰু মোৰ হৃদয়বল্লভ,
নাই আজি ৰোহিত জীয়াই। ( কান্দে )

হৰিশ্চন্দ্ৰ—পাৰিছোঁ বুজিব মই ;
ধৈৰ্য ধৰা অৰ্ধাংগিনী মোৰ,
বিপদত ধৈৰ্যই সম্বল।

( বুঢ়া বামুণ আৰু কালুৰ প্ৰবেশ )

কালু—ক্যা ভৈল্ হ' হাৰিয়া ভ'য়া ? তোহাৰ লেৰ্কা মৰ্ গৈল্ ? আচ্ছা ঘবৰাও মৎ, হাম আভি জিলাই দেতা।

( ৰোহিতৰ গাত হাত ফুৰায়। ৰোহিত লাহে লাহে বহি, কেউফালে চায় )

শৈব্যা—( ধৰি ) মইনা তেনে কৰিছা কিয় ? তোমাৰ কেনে লাগিছে ?

ৰোহিতাশ্ব—মই ক'ত আছোঁ ? মোৰ কি হৈছিল ?

শৈব্যা—তোমাৰ গা বেয়া হৈছিল। এতিয়া কেনে পাইছা ?

ৰোহিতাশ্ব—অ' মনত পৰিছে। সেই ফুলনিত পৰি গ'লোঁ। তাৰ পাচত আৰু কি হ'ল ক'ব নোৱাৰোঁ। ওঁ, এতিয়া অলপ বাৰু পাইছোঁ।

হৰিশ্চন্দ্ৰ—নেভাবিবাঁ মোক, কোৱাঁ হেৰা
কোন তুমি সদাশয় পুৰুষ সুজন,
হাতেৰে পৰশি মাত্ৰ মৰাক জীয়ালা ?

কালু—মহাৰাজ, নহওঁ চণ্ডাল মই
বীৰভদ্ৰ নাম মোৰ
মহেশৰ প্ৰধান ভৈৰৱ।
এই যে ব্ৰাহ্মণ, এৱোঁ মানৱ নহয়
দ্বিজৰূপী ধৰ্মদেৱ নিজে।
মহেশৰ আদেশত
ছদ্মবেশ ধৰি দুয়ো
উদ্ধাৰিলোঁ বিপদত আপোনাসৱক
বিশ্বনাথ বিপদতাৰণ
বিপদত তৰায় সদায়।
তেওঁৰে কৃপাৰ গুণে
মৃতজনে পালে প্ৰাণ,
তেওঁৰ কৃপাতে পুনু দুৰ্দিনৰপৰা
মুক্ত আজি আপুনি ৰাজন—
মেঘে গ্ৰাস কৰা যেনে পূৰ্ণ শশধৰ।
নাই আৰু ধাৰ মোৰ,
আজি ধৰি স্বাধীন আপুনি।

বুঢ়া বামুণ—পৰিচয় পালে মহাৰাজ,
মোৰো আৰু কোনো ধাৰ নাই
আজি ধৰি মুক্ত তযু পুত্ৰ-পৰিবাৰ।

হৰিশ্চন্দ্ৰ—উভয়কে নমস্কাৰ কৰিছোঁ অপাৰ—

( বিশ্বামিত্ৰৰ প্ৰবেশ )

বিশ্বামিত্ৰ—সুখৰ উজান উঠে সুদিন আহিলে।
অন্ত হোক এই অভিনয় ;
অযোধ্যাৰ পতি, মহামতি
শুনক মিনতি—
সমৰ্পিলোঁ আপোনাৰ ৰাজ্য আপোনাক।
ব্ৰাহ্মণক ৰাজত্বে নুশুজে
নুশুৱায় বিষয়ৰ বিষম জহলে ;
ব্ৰাহ্মণৰ কাম
আপুনি উপাৰ্জি জ্ঞান লোকক বিলোৱা।
বাসুকিৰ বিনে—
কোনে বয় ভাৰ বসুধাৰ ?
বিশাল বাহুৰে মহীপাল
বহুকাল পালক মেদিনী।

হৰিশ্চন্দ্ৰ—ঋষিৰাজ, কৰোঁ প্ৰণিপাত
আপোনাৰ অপাৰ কৰুণা ;
সন্মানেৰে শলাগ জনাওঁ।

বিশ্বামিত্র—ৰাজঋষি আপুনি ৰাজন,
কৰ্মত ক্ষত্ৰিয় কিন্তু গুণত ব্ৰাহ্মণ।
ল'লোঁ হয় ব্ৰাহ্মণত্ব তপৰ বলেৰে
আছিল তথাপি কিন্তু
ব্ৰাহ্মণৰ বহুগুণ শিকিবলগীয়া।
কৃতজ্ঞতা জনাওঁ হিয়াৰ
আপোনাত শিক্ষা পালোঁ, সত্যত সুনিষ্ঠা
ধৈৰ্যৰ আদৰ্শ আৰু ক্ষমাৰ মহিমা।
বহু দুখ দিলোঁ অকাৰণে
মাৰ্জনা কৰিব যেন
মহাৰাজ মহাৰাণী খাটোঁ উভয়কে।
হৰিশ্চন্দ্ৰ—ঋষিবৰ, তেনে কথা কৈ
অপৰাধী নকৰিব অধীন জনক।
আপুনি বিশাল কৰ্মী তপস্বী মহান।
বিশ্বামিত্র—চতুৰংগ দল মই আনিছোঁ লগত
আহক উভতি মহাবাহু
বহল ৰাজ্যৰ ভাৰ বিশাল কান্ধত
পুনৰ্বাৰ লওক ৰাজৰ্ষি।

( গীত গাই গাই ব'ৰাগীৰ প্ৰৱেশ )

[ গীত ]

( ঘোষাৰ সুৰ )

পৰম ব্ৰহ্মৰ স্বৰূপ ৰূপক
সততে জানি যিজন,
প্ৰাণীসমূহৰ আচৰয় হিত
তাকেহে বোলে ব্ৰাহ্মণ।
বাহিৰে ভিতৰে নিকা অতিশয়
সুখে দুখে সমজ্ঞান।
অবিলাসী অতি উদাৰ অলোভী
কৰোঁহো শত প্ৰণাম।

---

## সামৰণি

[ অযোধ্যাৰ ৰাজসভা ]

( বিশ্বামিত্ৰ, হৰিশ্চন্দ্ৰ, শৈব্যা, ৰোহিতাশ্ব, মন্ত্ৰী, সভাসদসকল, ছত্ৰচামৰধাৰীসকল আৰু দুৱৰত ব'ৰাগী। সকলো থিয় হৈ থাকে )

বিশ্বামিত্র—দীপ্তিমান আপুনি ৰাজন
যশস্যাৰ দীপ্তিৰে অপাৰ,
তথাপিতো শুভ্ৰ ক্ষীৰ সাগৰৰ
অতি শুভ্ৰ চন্দ্ৰিমাৰ দৰে,
নতু অভ্ৰভেদী হিমাদ্ৰিৰ
অপাৰ চূড়াৰ
ধৱল কৈলাস গিৰি যেনে ;
যশস্যাই এই আখ্যানৰ
বিকাশিলে নতুন দীপিতি আপোনাৰ ;
হ'ল মহাৰাজ মোৰ চকুৰ আগতো
বিকশিত নতুন দীপিতি।
আপুনি সুস্থিৰমতি
নিৰ্বিকাৰ পৰম বিৰাগী,
আপোনাত ব্ৰাহ্মণৰ বহু গুণ
শিকিলোঁ ৰাজৰ্ষি।
সুবিস্তৃত ৰাজ্যভাৰ
পুনৰ্বাৰ কৰক গ্ৰহণ,
মহাৰাজ মহাৰাণী
ৰাজসিংহাসন দুয়ো
অলংকৃত কৰক দুনাই।

( ৰজা-ৰাণী সিংহাসনত বহে। বিশ্বামিত্ৰই মুকুট পিন্ধাই দিয়ে। ভিতৰত মাংগলিক বাদ্যভাণ্ড আৰু উৰুলী)

বিশ্বামিত্র—আশীৰ্বাদ কৰোঁ, পুত্ৰভাৰ্যা সমে
চিৰসুখী দীৰ্ঘজীৱী হওক ৰাজন।
হৰিশ্চন্দ্ৰ—হে মহৰ্ষি
ভকতিৰে আশীৰ্বাদ শিৰত তুলিছোঁ।
( হৰিশ্চন্দ্ৰ আৰু শৈব্যাই প্ৰণাম কৰে )

বিশ্বামিত্ৰ—জয় মহাৰাজ হৰিশ্চন্দ্ৰৰ জয়।
সকলোৱে—জয় মহাৰাজ হৰিশ্চন্দ্ৰৰ জয়।
(সকলো নিজ নিজ আসনত বহে)
ব'ৰাগী—ময়ো ইমানতে আৰু
চিনাকিটো দিওঁ বাৰু
এৰিলোঁ এই ব'ৰাগী বেশ
ইয়াৰ কাৰ্য হ'ল শেষ।
ফুকুমন্ত্ৰ বাজীকৰ
ময়ে তাহানিৰ পুৰন্দৰ।
(ছদ্মবেশ খহাই পেলায়)
হৰিশ্চন্দ্ৰ—(আচৰিত হৈ) কি! কি! পুৰন্দৰ, সখি তুমি!
নিচিনিলোঁ অতকালে মই!
শৈব্যা—নিদিছিলা কিয় হেৰা চিনাকি সুজন?
পুৰন্দৰ—তেতিয়া আছিল যেনেটো কাল
অচিনাকি থকাই ভাল।
হোৱা হ'লে চিনা চিনি
সাধুৰ বচন বুলি মানি
শুনিলেহেঁতেন জানো
মোৰ কথাখিনি?

(দেৱকন্যাসকলৰ গীত গাই প্ৰবেশ আৰু নৃত্য)

[গীত]

বৰষোঁ বৰষোঁ আমি পাৰিজাত;
যাওক আঁতৰি যতমানে পৰমাদ।
হিয়া জুৰি বৈ যাব সুখৰ তটিনী
সুখৰ ঢৌৱেৰে কৰি ধৌকি-বাধৌকি;
জোনাক যোগাব জোনে
সুশীতল সমীৰণে
লাহেৰে ফুলৰ ৰেণু সিঁচিবহি গাত।
বজোৱা মুৰুলী বীণা শংখ মাদলী
পদুলিয়ে পদুলিয়ে ৰোৱাহে কদলী;
সঘনে উৰুলী দিয়াঁ
ফুল বৰিষণ কৰাঁ
সুখৰ সুগীত গোৱা ধৰি নানা জাত।
(উৰুলী দিয়ে)

॥ যৱনিকা ॥

# পুনৰ্জন্ম

## চৰিত্ৰ চিনাকি

ব্ৰহ্মা, বিষ্ণু, শিৱ, নাৰদ, কলা বুঢ়া, ব্যাধ, প্ৰমথ-সকল, চাৰিজন ডকাইত, দুজন চোৰাংচোৱা, কয়েও তিনি জন শিষ্য, কেইজনমান নিৰ্বাক দৰ্শক।

ৰত্নাকৰ—ডকাইত ( পাচত বাল্মীকি )

চ্যৱন—ৰত্নাকৰৰ পিতৃ

সৰস্বতী, ভক্তি, মুক্তি, শান্তি, প্ৰীতি, চ্যৱন-পত্নী, ৰত্নাকৰ-পত্নী, দেৱকন্যাসকল।

---

## প্ৰথম অংক

### ১ম দৰ্শন

[ গোলোকধামৰ নিকুঞ্জবন ]

( ভক্তি, মুক্তি, শান্তি আৰু প্ৰীতিৰ নৃত্য-গীত )

[ গীত ]

নিকুঞ্জবন কেনে ৰঞ্জিত আজি
অলি কুলে ফুৰে গুণ গুঞ্জন গুঞ্জি।
পুঞ্জে পুঞ্জে যত ফুল কলি ফুলি
কুঞ্জে কুঞ্জে কেনে নাচে হালি জালি
বেণুৰ কণিকা সিঁচি জুৰি বনৰাজি
কোকিল কোকিলী
ভাবতে বিভোলি
মধুৰ লহৰি তুলি তুলি
ৰৈ ৰৈ ৰৈ গায শ্ৰীবনমালী
ইযাত অমিয়া সুৰ উঠে বাজি বাজি।

( গাই গাই প্ৰস্থান )

( পাচতে বিষ্ণু আৰু সৰস্বতীৰ প্ৰৱেশ )

সৰস্বতী—প্ৰভু প্ৰাণপতি
কৰিছোঁ কাকুতি
দিয়াঁ অনুমতি
জনাওঁ মিনতি।

বিষ্ণু—কিয় সৰস্বতী
খোজা অনুমতি
মোৰ তুমি সতি
আদৰৰ অতি
জানো তযু প্ৰতি
অনুগত পতি।
তুমি হৃদয়ৰঞ্জিনী
বাক বিধাযিনী
মধুৰ ভাষিণী
কবিতাৰ ৰাণী—

সৰ—সেযেহে বেজাৰ মোৰো,
এনেদৰে মোক আৰু
কিয় কৰি থাকে বাৰু
উপহাস, বুজিব নোৱাৰোঁ,
নুবুলিব কবিতাৰ ৰাণী
নেখাটে সি বাণী,
কত ক'লোঁ কতনো ধৰিলোঁ
তথাপি হাৰিলোঁ
নোৱাৰিলোঁ পৃথিৱীত
কবিতাৰ প্ৰচাৰ কৰাব
কবিতাৰ ৰাণী বুলি
নিন্দা কিয় কৰে অকাৰণে ?

বিষ্ণু—এয়েনে বেজাৰ ?
হ'ব বাৰু তাৰ প্ৰতিকাৰ।

সৰ—কবিতাৰ প্ৰায়
কোমল মধুৰ একো নাই,
সুধা নাই কবিতাৰ ন্যায়;
পৰাণ জুৰাই,
স্বৰ্গৰ অমিয়া বৰ্ষে
কবিতাই কথাই কথাই।
বিষ্ণু—কবিতা জোনৰ হাঁহি
কবিতা ফুলৰ পাহি,
মেঘে ঢকা গগনত
চিকি মিকি প্ৰভা বিজুলীৰ;
কবিতা কৰুণা ভৰা
মনোময় নৰৰ বদন
কবিতা শীতল পানী
নতুবা বতৰ ছায়া
বালিময় মৰু প্ৰদেশত;
কবিতাৰে ভৰা এই বিশ্ব চৰাচৰ।
সৰ—সন্তাপিত শুকান হিয়াত
অকল কবিতা সুধা
শান্তিৰ ঝৰণা মধুময়।
সুবাঞ্ছিত এনে কবিতাত
বঞ্চিত মানৱ জাতি অকিঞ্চিত ৰূপে!
বিষ্ণু—কালত কুসুম ফুলে,
সৃষ্টিৰ নিয়ম এয়ে
পুৰাতন ৰীতি সনাতন,
উপযুক্ত কাল লাগে সকলো কথাতে।
সৰ—হ'ল কবিতাৰ কাল মানৱ জাতিৰ।
মানুহ উন্নত জাতি
বুদ্ধিমান মানৱ পৰাণী,
কবিতা সুধাৰ ৰস
ভুঞ্জিব মানৱে অনায়াসে।
এতেকতে, মৰত ভূমিত
ছন্দবদ্ধ কবিতাৰ হওক প্ৰচাৰ
মনোময় মলয়া বলক,
চুনাই খাটিছোঁ নাথ,
অনতি পলমে হোক উপায় ইয়াৰ।
বিষ্ণু—নকৰোঁ পলম দেৱি
চোৱা তাৰ সূত্ৰপাত কৰিলোঁ তুৰন্তে,
চোৱা চোৱা প্ৰাণেশ্বৰী
নতুন মূৰতি মোৰ,
ব্ৰহ্মা আদি দেৱে যাক দেখা নাই কেৱে
পূজিব অনন্ত কাল যাক ত্ৰিজগতে।

(হঠাৎ আন্ধাৰ হৈ আকৌ বেগতে পোহৰ হয়। সুসজ্জিত কক্ষত সিংহাসনত ৰাম সীতা, ভৰত শত্ৰুঘ্নই ছত্ৰদণ্ড ধৰে; লক্ষ্মণে হাত যোৰ কৰি থিয় হৈ থাকে। দূৰত ব্ৰহ্মা আৰু নাৰদৰ প্ৰৱেশ)

নাৰদ—(আচৰিত হৈ) ই কি! কিয় এনে ৰূপ আজি!
জনাৰ্দন চিত্তবিনোদন
নিৰঞ্জন ভকতৰঞ্জন
আকুল পৰাণে আজি দাসৰ তোমাৰ
আকাংক্ষিলে চৰণ দৰ্শন
আহিলোঁ যিহেতু, নাথ,
কিহেতু কৰিছা এনে মায়া?
শংখ চক্ৰ পৰিহৰি
ৰাজবেশ ধৰিলা কিয় বা,
সুনীল বৰণ এৰি
শ্যাম বৰ্ণ ল'লা কি কাৰণে?
ব্ৰহ্মা—আজি কি নতুন লীলা কৰে লীলাময়ে,
চোৱা চোৱা, বিশ্ববাসী,
গোৱা সকলোৱে, গোৱা প্ৰাণ ভৰি
জয় জয় শ্যাম শ্ৰীমুৰাৰি।

(ভক্তি মুক্তি আদিৰ প্ৰৱেশ আৰু নৃত্য-গীত)

[গীত]

নতুন যুগ নতুন ৰূপ নতুন নতুন নতুন খেলা,
জগত কেৱলে নতুন খেলা।
নতুন ফুল ফুলে ফুলনিত

নতুন লহৰি নাচে তটিনীত
দিৱস যামিনী ঋতু মধুময়
নতুন নতুন ঘূৰি ঘূৰি হয়
জগত সদায় নতুন নতুন, বিতোপন কিনো নতুন লীলা।

## পট পৰিৱৰ্তন

[ প্ৰান্তৰ ]

( অৰ্থাৎ হঠাৎ আন্ধাৰ হৈ আকৌ বেগতে পোহৰ হয়। আন্ধাৰতে ব্ৰহ্মা নাৰদক বাহিৰত থৈ, আনবোৰক ঢাকি, মাজতে প্ৰান্তৰৰ পট পৰি পোহৰ হয়। ব্ৰহ্মাই কেউফালে চাই চিন্তিত ভাৱে মৌন হয়, নাৰদে গীত ধৰে )

[ গীত ]

জয় জয় শ্যাম মুৰাৰি।
ৰাজ ৰাজেশ্বৰ বীৰ বপুধাৰী।
ভীম ধনু ধাৰণ
ভূমি ভাৰ হৰণ
জগজন সজ্জন পালনকাৰী
বিলয় বিপদলয় সংকটহাৰী।
জন মন ৰঞ্জন
ভৱ ভয় ভঞ্জন
পাপ তাপ শোক বাৰণকাৰী,
ভকতজন ভয়-দুখ-দূৰকাৰী।

ব্ৰহ্মা—কি দেখিলোঁ কিয় বা দেখিলোঁ,
অকস্মাৎ
কিৰূপে আহি ইয়াত ওলালোঁ।
পৰাণে বুজিব কিবা নাৰদ ইয়াৰ?

নাৰদ—(স্বগতঃ) কিনো মোৰ হৰিৰ মহিমা,
স্বয়ং ব্ৰহ্মাই যাক নোৱাৰে বুজিব!
বিধিৰ অজ্ঞেয় বোধৰ অগম্য।

ব্ৰহ্মা—নিৰুত্তৰ হ'লা কিয় নাৰদ সুবুদ্ধি?

নাৰদ—পিতৃদেৱ,
সুবুদ্ধি বিবুদ্ধি আজি বিধিৰ দৰেই;
চতুৰ্ভুজ ব্ৰহ্মা য'ত হাৰে
ব'ৰাগী নাৰদে ত'ত পাৰে!
অভেদ্য হৰিৰ লীলা ভেদিম কিৰূপে?

ব্ৰহ্মা—ইচ্ছা কিবা শ্ৰীহৰিৰ নোৱাৰোঁ বুজিব,
কিয় অকস্মাৎ আজি
দেখুৱালে লীলা চকামকা
আৰু কিবা নিগূঢ় কাৰণ সুনিশ্চয়
কৰিছে নিশ্চয় কিবা ইংগিত আমাক।

নাৰদ—নিশ্চয় ৰহস্যময় লীলা শ্ৰীহৰিৰ,
নিৰৰ্থক নহয় কদাপি।
কৰক নিৰ্ণয় প্ৰভু কাৰণ ইয়াৰ।

ব্ৰহ্মা—আহাঁ যাওঁ, ভেটোঁ মহেশক দুয়ো
কৈলাসৰ ধৱল চূড়াত;
সৰ্বজ্ঞ শংকৰ বিনে
নোৱাৰে অপৰে কেৱে ইয়াক বুজিব।

নাৰদ—ভাল প্ৰভু, প্ৰস্তুত নাৰদ।

( দুইবো প্ৰস্থান )

## ২য় দৰ্শন

[ গাঁৱলীয়া বাট ]

( কলা বুঢ়া আৰু দুজন চোৰাংচোৱা )

কলা বুঢ়া—কি বুলিলে, "লতনাকৰ"?

১ম চোৰাংচোৱা—"লতনাকৰ" নহয়, ৰত্নাকৰ, ৰত্নাকৰ।

কলা বুঢ়া—এৰা বুজিছোঁ, তেওঁৰেহে কথা কৈছোঁ। আমাৰ চহা মুখত "লতনাকৰ"হে ওলায়। আমি তেওঁকে "লতন বাপু" বোলোঁ। ওঁ পাওঁতো চিনি, কিয় নেপাম? এইছোৱা দেশত তেওঁৰ কথা নজনা কোন আছে? শুনিলে দেউতাসকল শুনিলে; মানুহক মাৰি কাটি ডকা দি, দেশ লুটি তেনেই সাং কৰিলে।

"লতন বাপু" বুলিলে বনৰ বাঘো কঁপে। আপোনালোক "লজ্জা ঘৰীয়া" বিষয়া, কোনো-মতে তাক ধৰি নি পিণ্ডত দিবগৈ নোৱাৰেনে? তেতিয়া হ'লে তেও দেশখন সুখিল, হয়, আমাৰ নিচিনা দুখীয়া নিছলাই তৎ পায়।

১ম—তাক দেখুৱাই দিব পাৰিবাঁনে?

ক: বু:—"বাটিবাঁনে।" মই আৰু কি বাটিম দেউতা? এই বয়সত মোৰ আৰু বাটিবৰ দিন আছেনে? চৰি আহিবনে পৰি আহিব?

২য় চোৰাং—ভাল কলাটোৰ পালত পৰা হ'ল। ৰ ৰ বাৰু মই সোধোঁ। (কাণৰ ওচৰত ডাঙৰকৈ) এ নহয, বঢ়া নবঢ়াৰ কথা কোৱা নাই, তোমাক সুধিছে বোলে, তুমি ৰত্নাকৰক দেখুৱাই দিব পাৰিবানে?

ক: বু:—অ' সেইটো সুধিছে। এৰা এইদৰে লেথেৰি ছিঙি কথা ক'লেহে মানুহে বুজে; দেখিছেই নহয়, মোৰ কাণখনো আকৌ অলপ গধুৰ। ওঁ পাৰিম তো, কিয় নোৱাৰিম? ধন দিলে ধোবাই মেখেলাও কোবাই; মুঠেই মোলৈ এফেৰি চাব, মই ততালিকে তাক ধৰা পেলাই দিমগৈ।

২য়—তোমাক বাৰু গোটেইটো কথা ভাঙি কওঁ শুনা।

ক: বু:—ওঁ কওক কওক; ভাঙি ক'লেহে আকৌ কথাৰ জেঙা ভাঙি যায়।

২য়—আমি ৰজাঘৰৰ চোৰাংচোৱা—

ক: বু:—সেইটো জানিছোঁ।

২য়—ৰজাই কৈছে বোলে, ৰত্নাকৰক ধৰি আনি দে, মই তইঁতক দুশ টকা ৰূপ বঁটা দিম। সেই বাবেই আমি তাক ধৰিবলৈ আহিছোঁ।

ক: বু:—সেইটোও বুজিছোঁ।

২য়—পাচে তুমি তাক ধৰা পেলাই দিয়াঁ, আমি সেই দুশৰ ভিতৰৰে তোমাক আঢৈ কুৰি ৰূপ হাততে দিম।

ক: বু:—আও বোপাই। মই ভিকহু মানুহ; আপোনা-লোকক দিবলৈ আঢৈ কুৰিকৈ 'লুপ' ক'ত পাম! ময়ে ডকাইতো ধৰি দিব লাগে; আকৌ ময়ে 'লুপো' দিব লাগে—এনে কথা ক'ত আছে।

২য—(স্বগতঃ) উস ভাল আপদে পালে! (ফুটাই) এ নহয়, তুমি দিব নেলাগে; তুমি তাক ধৰাই দিলে, আমিহে তোমাক আঢৈ কুৰি ৰূপ দিম বুলিছোঁ।

ক: বু:—অ' বুজিলোঁ বুজিলোঁ। পাচে দেউতা আঢৈ কুৰিৰে এই কাম নহ'ব, আৰু আঢৈ কুৰি হ'লেহে হ'বগৈ। শুদা শুদি কাম বুলিছে হ'বলা?

১ম—তুমি বাৰু পাৰিবানে সঁচাকৈয়ে তাক দেখুৱাই দিব?

ক: বু:—পাৰিমতো আকৌ; নোৱাৰিলেনো গাত লওঁনে?

১ম—ব'লা তেন্তে, দেখুৱাই দিয়াঁগৈ; দিম বাৰু, এশকে পূৰাই দিম।

ক: বু:—'ল'ব' এখোন, সিমান ততাতয়াকৈ কেনেকৈ? ময়ো আকৌ অলপ বুজ বাজ ল'লেহে হ'ব। এতেকতে কাইলৈ ঠিক এই পৰতে এই ঠাইলৈকে আহিব। মই আপোনালোকক তাৰ আগতে মুখামুখিকৈ উলিয়াই দিমগৈ। পাচে 'লুপ' শ হ'লে হাততে লাগিব; সেইদেখি লগত 'লুপ' লৈ আহিব।

১ম—বাৰু তালৈ চিন্তা কৰিব নেলাগে, কাম হোৱা মাত্ৰে পাবা। আমি তেন্তে ৰূপে বানে, মানুহে দুনুহে সৈতে কাইলৈ এই পৰতে আহিম।

ক: বু:—কি ক'লে? আও, তেনে কাম কেতিয়াও নকৰিব; মানুহ দুনুহ কাকো নানিব। অকল আপোনালোক দুজন আৰু মই। মানুহৰ হলা গলাৰ গম পালে, সি ফিৰিঙটি ভগাদি ভাগিব।

১ম—অকল আমিয়েই পাৰিম জানো?

ক: বু:—"মাৰিম জানো" বুলি সুধিছে? মাৰ কিল কিয় কৰিব লাগিছে? অকল ধৰি লৈ গুচি আহিব।

১ম—নহয়, বোলোঁ, অকল আমিয়েই তাক ধৰি আনিব পাৰিমনে?

ক: বু:—কিয় নোৱাৰিম? আমি তিনিটা, সি অকল এটা। ময়ো আকৌ সি অকলৈ থকা ছেগ বুজিহে আপোনালোকক নিম।

১ম—পাচে তেন্তে এয়ে কথা খাটাং। আমি কাইলৈ আহিম।

ক: বু:—হয় আহিব; পাচে কথাটো এথোন গুপুততে 'লাখিব' দেই; ক'তো নুলিযাব।

১ম—আমি ক'তো নুলিযাওঁ, কোনেও গমকে নেপায়।

ক: বু:—ভাল তেনে, বন্দীয়ে আজিলৈ বিদায়হে কৰিলোঁ। কাইলৈ এই পৰতে ওলামহি।

১ম—ভাল বাৰু, যোৱাগৈ।

( কলা বুঢাৰ প্ৰণাম কৰি প্ৰস্থান )

২য়—কথাটোনো কেনে পাইছ? হ'বগৈনে মনেৰে কিবা?

১ম—হ'ব যেন লাগিছে। মানুহটো হোজা বিধৰ দেখিছোঁ; কিছু লেবাও; কথাৰ আগত 'ৰ' থাকিলে তাৰ 'ল'হে ফুটে। এনে মানুহে ফাঁকি দিব নেজানে। আৰু ফাঁকিনো দিব কিয়? ডকাইত ধৰি নিবলৈ সিয়েই খাটিছেহে; তাৰ উপৰি এশকৈ ৰূপো পাব।

( দুয়োবো আন ফালে প্ৰস্থান )

## তৃতীয় দৰ্শন

[ কৈলাস ]

( শিব, ব্ৰহ্মা আৰু নাৰদ )

[ নাৰদৰ গীত ]

ভোলানাথ তোমাৰ পাৱত কৰোঁ সেৱ।
দেৱৰো দেৱতা তুমি, তুমি মহাদেৱ।
এই শিৱ সেই হৰি
ভিনে ভিনে ভাও ধৰি
ভিনে ভিনে ভকতৰ লোৱা মাথোঁ সেৱ।
তুমি শিৱ কৈলাসৰ
তুমি হৰি গোলোকৰ
তুমি যত চৰাচৰ, তুমি আদি দেৱ।
জগতৰে পতি হোৱা
মায়া কৰি মাগি খোৱা
তোমাৰ মায়াৰ মোৰ নেপালে কোনেও।

শিৱ—পদ্মযোনি ব্ৰহ্মাদেৱ, নাৰদ সুধীৰ,
সমাদৰ কৰোঁ উভয়কে।
জানিছোঁ, নেলাগে ক'ব
যিবা হেতু শুভ আগমন।

ব্ৰহ্মা—অন্তৰ্যামী,
অবিদিত নাই একো তোমাৰ কদাপি,
বিতৰাঁ করুণা, কোৱা সৰ্ববিৎ,
কিয় এই লীলা আজি কৰে শ্ৰীহৰিয়ে।

শিৱ—ভাগ্যৱান অতি দুয়োজন
নতুন মুৰতি আজি দেখিলোঁ হৰিৰ।
কিনো মহা মংগলৰ দিন জগতৰ।
ৰাম অৱতাৰ হ'ব—
সূত্ৰপাত হ'ল আজি তাৰ।

ব্ৰহ্মা—কোৱা কৃপা কৰি শূলপাণি
আছে কত দিন আৰু,
ৰাম ৰূপে কি কাৰ্য বা সাধিব হৰিয়ে।

শিৱ—আছে মাত্ৰ চতুৰ্দশ হাজাৰ বছৰ,
শ্ৰীহৰিৰ চাৰি অংশে হ'ব অৱতাৰ
মহাশক্তি সীতা ৰূপে লগত থাকিব ;
ৰাম অৱতাৰ, ধৰি এইবাৰ
শ্ৰীহৰিয়ে ভূ-ভাৰ হৰিব
উদ্ধাৰিব জয় বিজয়ক,
দেখুৱাব জগতক নৰ চৰিত্ৰৰ
পৰম মহিমাময় আদৰ্শ মহান।
ৰাম নামে সংসাৰ তৰাব
পাতক নাশিব
পৰিত্ৰাণ কৰিব পাপীক
এক ৰাম নামে যত পাতক হৰিব
পাপীয়ে পাতক তত
নোৱাৰিব কৰিব কদাপি।
যোৱা সৃষ্টিকৰ,
কৰাঁগৈ পৃথিৱীত প্ৰমাণ ইয়াৰ।
কৰ্তব্য তোমাৰ ইটো,
সেই হেতু নিজেই হৰিয়ে
আদেশিছে ৰূপ দৰশাই।

ব্ৰহ্মা—কোৱাঁ তেনে মহেশ্বৰ,
যি ৰূপে কৰিব পাৰোঁ প্ৰমাণ ইয়াৰ।

শিৱ—ৰত্নাকৰ নামে দস্যু আছে পৃথিৱীত,
নিৰক্ষৰ, দুৰন্ত প্ৰকৃতি অতি
পৰিপূৰ্ণ পাপেৰে তেনেই,
তাৰ দৰে নিপতিত নাই পৃথিৱীত।
ৰামনাম দান কৰাঁ সেই পাতকীক ;
নামৰ মহিমা গুণে
ভস্ম হ'ব সকলো পাতক
দস্যু ৰত্নাকৰ হ'ব ৰত্নৰ আকৰ,
বিৰচিব প্ৰথম কবিতা,
বিবিধ ছন্দেৰে কত
বৰষিব সুধা কবিতাৰ ;
আদি কবি বুলি খ্যাত হ'ব,
বোৱাব বিমল সোঁত ৰামৰ নামৰ,
যি সোঁতত ডুবন্তে প্লাবিত হৈ
ধন্য হ'ব বসুমতী, জগত তৰিব।

ব্ৰহ্মা—যিবা উপদেশ বিশ্বনাথ,
এইমাত্ৰ কৰিম পয়ান।

নাৰদ—ভৃত্যৰূপে ল'ব অধীনক,
অত্যন্ত ৰহস্যময় লাগিছে ব্যাপাৰ।

ব্ৰহ্মা—অৱশ্যে তুমিও যাবাঁ,
হ'বা মোৰ লগৰ সহায়।

শিৱ—শুভদিন আজি জগতৰ,
আহাঁ ব্ৰহ্মা, আহাঁ দেৱঋষি
আহা যত প্ৰমথ প্ৰবৰ,
ধন্য হওঁ সকলোৰে
একেলগে গাই ৰামনাম।

(প্ৰমথসকলৰ প্ৰৱেশ। সকলো থিয় হয়। ছেদে পতি শিৱই লগাই দিয়ে, সকলোৱে গায়)

[ গাত বা স্তৱ ]

অনন্ত অম্বৰ দিগন্ত ব্যাপি
তুলি প্ৰতিধ্বনি বোলা ৰামৰাম,
গভীৰ নাদেৰে গভীৰ তালেৰে
একান্ত অন্তৰে গোৱা ৰামনাম।
শ্যাম বৰণ মদন মোহন
• নয়নৰঞ্জন জয় ধনুধৰ,
প্ৰশান্ত মূৰতি অনন্ত শকতি
অচিন্ত্য কীৰিতি ৰাজৰাজেশ্বৰ।
ভূ-ভাৰ হৰণ পতিত পাৱন
কৃতান্ত বাৰণ, ভীতি বিমোচন,
কৰুণা সাগৰ মহিমা আকৰ
জয় জয় ৰাম ত্ৰিতাপ তাৰণ।

জগত বল্লভ পৰম দুৰ্লভ
অপাৰ মংগল অনাদি কাৰণ,
শ্ৰীপাদ পংকজ দিয়াহে মাধৱ
কৰাহে বান্ধৱ কৃপা বিতৰণ।
( পট পৰে )

## ৪ৰ্থ দৰ্শন

[ হাবিৰ মাজৰ বাট ]

( দুই চোৰাংচোৱা আৰু হাতত টোকোনেৰে কলা বুঢ়াৰ প্ৰৱেশ )

ক: বু:—পাচে 'ৰূপ' আনিছে নহয় ?

১ম চো:—ওঁ আনিছোঁ, তুমি কোৱা মতেই এশ ৰূপ লৈ আহিছোঁ।

ক: বু:—চাওঁ বাৰু ক'তা ?

১ম চো:—ইমান কেৱা কথাও নপতিওৱানে ? চোৱা, এয়া পাঁচোটা সোণৰ মোহৰ লৈ আহিছোঁ ; (দেখুৱাই) একুৰি একুৰিকৈ পাঁচোটাত খৰিচ এশ টকা ৰূপ।

ক: বু:—এৰা নানিব কিয় ? বৰ লোকৰ কথা বুলিলে সি শিলৰ 'লেখ'। কালি আনিম বুলি কৈ গৈছে, আজি সেয়া লৈ আহিছে ; কথা নহয় জানিবা হাতী-দাঁত। থৈ দিয়ক ; আপোনাৰ হাততে থাওক, ক'লৈনো যাব ? পাচে আকৌ মই সোধাত বিষম নেপাব। বোলে 'শতক' যেনেকৈ বান্ধিবা 'মিতক' যেনেকৈ নিবা। আগতে সকলো কথা 'লেহা' লগাই পকা পকিকৈ ল'লে, পাচলৈ আৰু লৰক ফৰুক হ'বলৈ বাট নেথাকে।

২য়—'লেহা' লগাই মানে কি ?

১ম—ৰেহা লগাই লোৱাৰ কথা কৈছে। পাচে দেখোন হাবিত সোমালাহি, হাবিয়ে হাবিয়ে বহু বাট আহিলোঁ।

ক: বু:—অ' বোলোঁ কি ক'লে ?

১ম—বোলোঁ, দেখোন হাবিত সোমালাহি।

ক: বু:—এৰাতো আকৌ, ডকাইত ধৰিবলৈ হ'লে, হাবিলৈ নাহি ৰজাৰ চ'ৰালৈ যাবনে ?

১ম—ৰজাৰ চ'ৰা বিচৰা নাই। পাচে, আমি দেখোঁ নগৰীয়া মানুহ নহওঁ, এনেকুৱা হাবি হুবাত অলপ কেনেবা কেনেবা লাগে। তাতে আকৌ লাখুটি দুডালৰ বাজে হাতত একো অস্ত্ৰ-শস্ত্ৰও আনিব নিদিলা।

ক: বু:—সেইবোৰ কিবা 'অন্তৰ ফন্তৰ' অনা হ'লে মই নাহোঁৱেই নহয়। সেইবোৰ দেখিলে মানুহে দূৰতে চোভা কৰে। আপোনালোকৰ একো ভয় নাই। বন্দীৰ হাতত এই টোকোন-ডোখৰ থকাত কিহলৈ ভয় কৰিব লাগিছে। 'আশীলবাদত' এই বুঢ়াৰ গাটো সাত ভতৰাৰ বল আছে। আপোনালোকক বধ কৰি কোনো শুদাই নেসাৰে।

২য়—পাচে বাট আৰু কিমান আছে ?

ক: বু:—এৰা হয়, আহি থাওক মুঠেই মোৰ পাচে পাচে।

২য়—( ডাঙৰকৈ ) বোলোঁ আৰু কিমান বাট যাব লাগিব ?

ক: বু:—নেলাগে আৰু যাব ; সৌৱা পালোঁহি। সেয়া অলপ আগতে মুকলি ঠাই এচমকা পামগৈ, তাতে 'লৈ' থাকিম। 'লতন' বাপু আজি মিতিৰ খাবলৈ গৈছে ; সেই বাটেই এতিয়া অকলৈ উভতি আহিব ; গৰা মাৰি ধৰি আৰু বান্ধি পেলাব। এতিয়া আগ বাঢ়িবহে লাগে, আৰু পলম কৰাৰ সকাম নাই।

২য়—মানুহটো কলা বুলিও, বুধিটো ভালকৈ পাতিছে।

১ম—এৰা, বুঢ়া কলা হয়, পাচে টনকিয়াল কলা। (বুঢ়াৰ প্ৰতি) ভাল তেনে, ব'লোঁ।

(তিনিওৰো প্ৰস্থান)

(পট উঠে)

### ৫ম দৰ্শন

[হাবিৰ মাজৰ মুকলি ঠাই]

(দুফালৰপৰা দুটা ডকাইতৰ প্ৰৱেশ)

১ম—এই ডোখৰেই নহয় আমাক খাপ দিবলৈ কোৱা ঠাই। বাট চাই চাই আমনি লাগিল। আহেবা কেতিয়া, আহে নে নাহেই, কিমান বোন্দা পৰ দিবা।

২য়—নিদি আৰু কি কৰিবা, যাৰ যি বন তাক কৰিবই লাগিব। আৰু চিকাৰ নাহিলেও ৰতন বাপু তেও আহিবহে। আমাৰ লগৰ ইহঁত দুটা গ'ল ক'লৈ?

১ম—সেয়া, টোপালি পাৰি হাবিৰ মাজত লুকাই আছে।

২য়—(দূৰলৈ চাই) অ' সৌৱা আহিছে হ'বলা। চোৰাঁচোন চোৰাঁ, সৌকেইটাই নহয়নে? হয় হয়, ব'লাঁ ব'লাঁ. আমি লুকাই থাকোঁ।

(দুইৰো প্ৰস্থান)

(দুই চোৰাংচোৰা আৰু কলা বুঢ়াৰ প্ৰৱেশ)

কঃ বুঃ—এয়ে সেই কোৱা মুকলি ঠাই। ইয়াত কোনো 'পৰকাৰৰ' একো ভয় নাই। হাই-উৰুমি নাই, নিৰলা গুপুত, বঢ়িয়া ঠাই। আমি ইয়াতে 'লৈ' বাট চাওঁ। বাট চোৱাও হ'ব, জিৰোৱাও হ'ব।

(তিনিও বহে; কলা বুঢ়াই চুৰিয়া টানি পিন্ধি, কঁকালত গামোচাখন বান্ধি লয়)

১ম—কঁকালত টঙালি বান্ধিছা দেখোন?

কঃ বুঃ—এৰা, বুঢ়া মানুহ নহওঁ, নেবান্ধিলে কাছুটিখন খহি যায়।

১ম—ঠাইডুখৰি হ'লে বৰ ভাল লাগিছে। এনে ঠাইত সদায় থাকিবলৈ পালে মন জুৰ লাগি থাকিব।

২য়—পাচে দেখে মন জুৰ লাগিলেই জানো গা ৰ'ব? পেটো জুৰ হ'ব লাগিব নহয়। ইয়াত থাকি মন জুৰাই থাকিলেই ইফালে পেট জুৰ হয় কেনেকৈ? আমি ডকাইত ধৰা চোৰাং-চোৰাই তেনেবোৰ সুখৰ কথা ভাবিলে কি হ'ব। চাওকচোন, এই কটা ৰত্নাকৰ বোলা নৰকীটোক ধৰিবলৈকে আজি অত দিনে কত লটিঘটি সহি ফুৰিছোঁহক।

(কলা বুঢ়াই লুকাই থোৱা শিঙা বজাই)

১ম—সেইটো আকৌ কি উলিয়ালা?

কঃ বুঃ—(থিয় হৈ টান মাতেৰে) নুসুধিবি; তইঁতে মোক গালি পাৰিলি কিয়?

১ম—কেতিয়া?

কঃ বুঃ—এতিয়া; এই 'মাৰতক' সি মোক নৰকী বুলিছে।

২য়—মই ৰত্নাকৰকহে নৰকী বুলিছোঁ।

কঃ বুঃ—আকৌ তেনে? 'লতনাকৰ'নো কোন, মইনো কোন? ময়েহে তেও সেই 'লতনাকৰ' দেখুৱাই দিম বুলিছিলোঁ। এতিয়া আগতে ওলাই চিনাকি দিছোঁ। ধৰ বাৰু পাৰ যদি। (চোৰাংচোৰাহঁত বিচুতি হৈ পাচ হোঁহকে। চাৰি ফালৰপৰা চাৰিজন ডকাইতৰ প্ৰৱেশ)

কঃ বুঃ—ধৰ, বন্দী কৰ।

( ডকাইতহঁতে দুই চোৰাংচোৰাক পাচলৈ হাতকৈ বান্ধে আৰু মুখতো কাপোৰৰ বান্ধ দিয়ে )

কঃ বুঃ—গা লোৰোক। তহঁতে মোক ধৰিবলৈ আহিছিলি, 'লতনক' ধৰি দি পিণ্ডত দিযাই বঁটা খাবি; বাৰু "লবি" বটা খুৱাম ভালকৈ।

১ম ডকাইত—( চোৰাংচোৰাহঁতৰ গাৰ ধন-বিত্ত গোটাই লৈ ) দুইৰো গাত মুঠতে আঠটা সোণৰ মোহৰ, সাত টকা ৰূপ আৰু দুটা সোণৰ আঙঠি পাইছোঁ।

কঃ বুঃ—ভা'ল হৈছে, তোৰ হাততে লৈ থ।

১ম ডঃ—বাপু, আজি হ'লে আমাৰ বৰ দুখ হৈছে। আজি ভাগৰ উপৰিও, আমাক ফটিকা খাবলৈ ধন দিব লাগিব।

কঃ বুঃ—বাৰু, ভাল চাই এটোপা গোটাই আনিবি; মোলৈকো ভাগ থ'বি।

২য় ডঃ—পাচে বাপু, ইহঁতক এতিয়া কেনেকৈ মাৰোঁ? জীয়াই জীয়াই পুতি থ'মগৈনে?

কঃ বুঃ—'লবি' বাৰু ভাবি চাওঁ। (অলপ ভাবি) নহয মাৰিব নেলাগে। মাৰি পেলালে, মৰিব আৰু খতম হ'ব, কোনেও একো নেজানিব। তাতকৈ এনে শাস্তি কৰি এৰি দিম, যেন ইহঁতৰ বিলৈ দেখি আগলৈ কোনেও আৰু লতন বাপুক ধৰিবলৈ আগ নেবাঢে। দেখিছ, বন্দী নিলাজহঁত। তহঁতে ধৰি নিবলৈ পোৱা হ'লে মোক পিণ্ডত দিযালিগৈহেঁতেন, মই তহঁতক জীযাই জীযাই এৰি দিম। তেও আকৌ মযেহে বেয়া, মযেহে জগৰীয়া। বন্দী কটা অগিযানীহঁত, মই 'লতনে' দুই-এটা বাটকৰাহে লুটিছোঁ, একোটা "লজাই" একো-খন দেশ লুটিছে। মই মানুহ মাৰিলে দাই লাগে; 'লজাই লণ' লগাই লাখে বিলাখে মানুহ মাৰি সাং কৰে। তেও আকৌ চাল-নীযে বোলে বেজিটোৰ টিকাত ক্রিয় ফুটা? তেনে লজায়ে আকৌ মোক ধৰাই নি শাস্তি দিযে।

২য় ডঃ—তেন্তে ভালকৈ হাত ভাগি যোৱাকৈ একো বাইছ দি এৰি দিওঁ।

কঃ বুঃ—নেলাগে, লৈ আহ; চকু বান্ধি নি, কাণ কেইখন কাটি, আলিৰ দাঁতিত এৰি থৈ আহিব লাগে।

( সকলোৰে প্ৰস্থান )

---

## দ্বিতীয় অংক

### ১ম দৰ্শন

[ হাবিৰ দাঁতিৰ বাট ]

( ডকাইত বেশেৰে ৰত্নাকৰ গছৰপৰা নামি আহে )

ৰত্না—গছত উঠি বহুতলৈকে চালোঁ, নাই ক'তো কোনো মানুহ-দুনুহ নাই, মুঠেই "সইনাসী" এহাল আহিছে। নঙঠা "সইনাসী" দুটা মাৰিলে কি পাম। হওক, যি পাওঁ সেয়ে লাভ। আন নহ'লে তেও হাতখনেই দিনটোলৈ বঁজা ভাগি থাকিব। ইযাতে লুকাই থাকোঁ, ওচৰ পালেহি, চল চাই, একো একো মাৰতে দিহা লগাম।

( প্ৰস্থান )

( সন্ন্যাসী বেশেৰে ব্ৰহ্মা আৰু নাৰদৰ প্ৰবেশ )

ব্ৰহ্মা—ছদ্মবেশ ধৰিলোঁ সুন্দৰ,
নোৱাৰে চিনিব আৰু কেৱে।
শুনি লোৱা দিওঁ উপদেশ।

নাৰদ—কৰোক আদেশ প্ৰভু।

ব্ৰহ্মা—ব্ৰহ্মা বুলি নিদিবা চিনাকি মোৰ
ময়ো আৰু নাৰদ নোবোলোঁ;
মই গুৰু শিষ্য তুমি অনুগত মোৰ।

নাৰদ—তেনেই স্বৰূপ কথা
অযথাৰ্থ নহয় অকণো।

ব্ৰহ্মা—কথা ক'বা মনুষ্য ভাষাতে।

নাৰদ—নুবুজিলোঁ অৰ্থ কিবা আদেশ কৰিছে।

ব্ৰহ্মা—ছন্দেৰে নক'বা কথা,
হোৱা নাই পৃথিৱীত ছন্দৰ প্ৰচাৰ
ছন্দবদ্ধ কথা নৰে নোৱাৰে বুজিব।
মানৱৰ দৰে
কথা ক'বাঁ গদ্যত মাথোন।

নাৰদ—যিবা আজ্ঞা পালিম আদেশ।

ব্ৰহ্মা—মানৱ বুলিহে মাত্ৰ দিবাঁ পৰিচয়,
আমি যে দেৱতা, তাক গুপুত ৰাখিবাঁ।

নাৰদ—ভাল।

ব্ৰহ্মা—পাচে পাচে মোৰ
সাৱধানে ফুৰিবা সদায়ে,
অগ্ৰসৰ নহ'বা কদাপি।

নাৰদ—চিৰকালে তাকেহে কৰি—

ব্ৰহ্মা—দিব্য দৃষ্টি কৰি চাই পাৰিছোঁ বুজিব
ৰত্নাকৰে দেখিছে আমাক
অৰণ্যত অপেক্ষা কৰিছে;
সামান্য মানৱ ভাবি
আক্ৰমিব হঠাৎ ওলাই।
নকৰিবা ভয়, সাধ্য নাই
নোৱাৰে কৰিব একো।

নাৰদ—ভয় ক'ত থাকে তাৰ
স্বয়ং বিধাতা যাৰ লগত সহায়।

ব্ৰহ্মা—তুৰন্তে সন্তম হোৱাঁ,
পালেহি পালেহি চোৱাঁ দুৰন্ত অধম।

(আগফালৰপৰা আহি ৰত্নাকৰে ব্ৰহ্মাৰ মূৰলৈ দুহতীয়াকৈ টাঙোন দাঙে)

ব্ৰহ্মা—হাত স্তম্ভিত হওক, দণ্ডা ভাগেই অচল হওক।

ৰত্নাকৰ—(হাত লৰাব নোৱাৰি) এ মোৰ হাত দুখনত কি লাগিল? অচল হওক বুলিলতে দেখোন দুইখন হাত থৰ হ'ল। হেৰ' কটা অঘৰী, তই কি ভেলেকি বাজী কৰিলি; ভালে ভালে ভাল কৰি দে এতিয়া; নহ'লে তোৰ মগুহ ফেৰি ফেৰি কৰাম, কেনে ভকতৰ হাতত পৰিছ জনা নাই ক'বলা?

ব্ৰহ্মা—হাতৰ বস্তু মাটিত পৰক।

(ৰত্নাকৰৰ হাতৰ টাঙোন সৰি পৰে)

ৰত্নাকৰ—অ' ই কি কথা। পৰক বুলিলতে দেখোন টোকোনডালো সৰি পৰিল।

ব্ৰহ্মা—তোমাৰ নাম কি?

ৰত্না—ওঁ এৰা; আৰু কেতবোৰ "কুমন্তৰ" কৰিবলৈ তোক মোৰ নামটোও কৈ দিওঁ। কেঁচুৱা প'ৰা যেন পাইছ নহয়?

ব্ৰহ্মা—তোমাৰ নাম ৰত্নাকৰ নহয়নে? তুমি ডকাইত নোহোৱানে? তোমাৰ পিতাৰাৰ নাম চ্যৱন নহয়নে?

ৰত্না—(স্বগতঃ) ঔ মোৰ বোপাই। ই দেখোন মোৰ আঁতি-গুৰি সোপাকে জানে! কিবা "লজা ঘৰীয়া" মানুহেই বা। মোকে কিজানি ধৰিবলৈ আহিছে! লগত আজি মোৰ মানুহ দুনোহো নাই। বাৰু চাওঁ, যদিহে সেয়ে হয়, ভিৰাই ধৰি লৰ মাৰিম।

ব্ৰহ্মা—নেমাতা কিয়? মই সোধা কথা হয়নে নহয়?

ৰত্ন—হয়েই জানিবা, পাচে কি হ'ল?

ব্ৰহ্মা—তোমাৰে সৈতে মোৰ অলপ কথা আছে।

ৰত্না—আগতে বাৰু মোৰ হাত দুটা ভাল কৰি দে,

তাৰ পাছত কি কথা আছে পাতি থাকিবি। হাত এইদৰে থৰ হৈ থাকিলে, মই একো কথা-বতৰা নকওঁ।

ব্ৰহ্মা—হাত মুকলি হ'লে আকৌ জানোচা টোকোন লৈ মাৰিব খোজা।

বস্তা—নোখোজোঁ হেৰ', কেতিয়াও নোখোজোঁ। তোৰ 'মন্তৰ' ফাকিৰ গুণ চকুৰ আগতে দেখিলোঁ নহয়। আকৌ মাৰিব খুজিলে আৰু বা কি হয়। শপত খাই কৈছোঁ তইঁতৰ কিবা কৰোঁ যদি, তইঁতবে মূৰ খাম; দেশৰ মানুহবোৰৰ যতবোৰ গুৰু গোসাঁই আছে, জাকবে মূৰ খাম।

নাৰদ—(স্বগতঃ) যেনে মানুহ, তেনে শপত, মূৰ খাব কাৰ?—আমাৰে আৰু লোকুৰ গুৰু গোসাঁইবোৰৰে।

ব্ৰহ্মা—শপতৰ প্ৰয়োজন নাই; তুমি কৰোঁ বুলিলেও আমাৰ একো কৰিব নোৱাৰা। সেইটো বুজিছানে?

বস্তা—হেৰ' সেইটো তই ক'বই নেলাগে; তই "হাত ভৰিবোৰ থৰ হওক" বুলিলেই থৰ হ'ব; মই কিবা বুজা নাইনে?

ব্ৰহ্মা—বাৰু তেন্তে, হাত আগৰ দৰে হওক।

বস্তা—(অলপ অলপকৈ হাত লৰাই চাই, পাচত ভালকৈ লৰাব পাৰি) উস্, তৎ পালোঁ। এতিয়াহে হাত ভুখন মোৰ যেন লাগিছে। (স্বগতঃ) আও! ই মানুহ কম নহয়; ইয়াৰ গাত কিবা কালিকা আছে।

ব্ৰহ্মা—কিন্তু সাৱধান—

বস্তা—বুজিছোঁ, নেলাগে ক'ব। "একিল বালে এবুধি চাপে" সেই তোমাৰ লগৰ জন' তোমাৰ কি হয়? তেৱোঁ তোমাৰ দৰে এইবোৰ বিদা জানেনে কি?

ব্ৰহ্মা—কিছু জানে; তেওঁ মোৰ শিষ্য হয়।

বস্তা—বাৰু এতিয়া বহঁাহক; কি কথা পাতিব খুজিছিলা কোৱাঁ!

(তিনিও বহে)

বস্তা—অ' এটা কথা—এই "মন্তৰ" ভুফাকি মোক শিকাই দিব নোৱাৰানে? লাগিলে যি হয় ধন-বিতকে দিওঁ।

ব্ৰহ্মা—সেইবোৰ পাচ কথা। আমাৰ বুধিমতে চলিলে এনে মন্ত্ৰ আৰু বহুত শিকিব পাৰিবা। এতিয়া কোৱাঁচোন আমাক কিয় মাৰিব খুজিছিলা?

বস্তা—কেলেই? গাত যি পাওঁ তাক কাঢ়ি ল'বলৈ।

ব্ৰ—আমাৰ সন্ন্যাসীৰ গাত কি আছে? কি পাবা।

বস্তা—কিয়? ঘটী ভুটা আছে, সেই লেপ ভুডাল আছে; আৰু গাতো নাই বুলিও তেও টকা ছমহা ওলাবহে।

ব্ৰ—এইখিনি বস্তু দেখোন খুজিলেও আমি দিব পাৰোঁ; তাৰ বাবে মানুহ মাৰিব লাগে কিয়?

বস্তা—খুজি নিবলৈ, মই জানো কিবা মগনীয়াৰ? আৰু খুজি নিলে তাত "বেহাদুৰি" নেথাকে, ৰহইচ নেলাগে। ক'লে জানো বুজিবা? এই চোৱাঁচোন, মানুহে চৰাই এটা মাৰে বা পশু এটা মাৰে; তাতে সি কেনেটো "লং" পায়, কেনেটো খিতাপ কৰে! মানুহ আকৌ চৰাই পশুতকৈ কিমান ওপৰৰ জীৱ! আপুনি মানুহ এটা মাৰিব পাৰিলে, তাতোকৈ কিমান ডাঙৰ "লং" লাগিব, কেনেটো "বেহাদুৰি" হ'ব; ভুকি পাইছাগৈনে কথাটো?

নাৰদ—(স্বগতঃ) বাৰু অ'! নাৰায়ণ, নাৰায়ণ।

ব্ৰহ্মা—পাচে তাৰ বাবে কেনেটো মহাপাপ হয় তাক ভাবি চাইছানে?

বন্ধা—পাপ ! কিহৰ পাপ ? বাঘে যে গৰুবোৰ মাৰি খায়, তাৰ পাপ হয় নে ?

ব্ৰ—বাঘৰ গৰু ভক্ষ্য, কিন্তু মানুহ তোমাৰ ভক্ষ্য নহয়। তাতোকৈ, বাঘ যে পশু, আৰু তুমি মানুহ—ঈশ্বৰৰ অপূৰ্ব সৃষ্টি। মানুহ মাৰিলে মহাপাপ হয় ; তাৰ বাবে নৰক আছে ; এই জন্মত নহ'লেও পৰজন্মত পাপৰ হৈ শাস্তি ভুগিব লাগে।

বন্ধা—পাপ, নৰক, পৰজন্ম এইবোৰৰ কথা মই কেতিয়াও ভাবি চোৱা নাই। এইবোৰ জানো সঁচাকৈয়ে আছে ?

ব্ৰ—কিয় নেথাকিব ? নেথাকিলে এই জগতখন তেনেই ল'ৰা ধেমালিহে বুলিব লাগিব। পাচে এনে বেহা লাগি চলি থকা এই ব্ৰহ্মাণ্ডখন তেনে ধেমালি বুলিবানে ?

বন্ধা—পাপৰ কাম দেখোন অনেকে কৰিছে ; এই আটাইবোৰ মানুহে শাস্তি ভুগিবনে ?

ব্ৰ—নিশ্চয় ভুগিব ; ঈশ্বৰে কৃপা কৰি ক্ষমা নকৰিলে সেই আটাইবোৰেই পাপ চাই শাস্তি ভুগিব লাগিব।

বন্ধা—( স্বগতঃ ) হওঁতে এইবোৰ কথা আগেয়েও লোকক কোৱা শুনিছোঁ ; পাচে মই তালৈ কাণ নিদিছিলোঁ ; বোলোঁ নেদেখা কথাত কি পতিয়ন ? আজি হ'লে কথাটো কিন্তু মনত লাগি গৈছে। হয়তো, মোৰ দৰেই মানুহটো মাৰিবলৈ মই কোন ওলাইছোঁ ? মাৰিব যে পাৰোঁ জীয়াব নোৱাৰোঁ কিয় ? ( মৌন হৈ চিন্তা কৰে )।

ব্ৰহ্মা—ভাবি চোৱাচোন, তুমি যতবোৰ পাপ কৰিছা, তাৰ শাস্তি এশ জনমেও অন্ত হ'বনে ?

বন্ধা—মৰে আটাইবোৰ শাস্তি ভুগিব নেলাগে। মই ঘটা ধনেৰে মোৰ লগৰ্খ ডকাইতে খাইছে, মোৰ আই-বোপায়ে, মোৰ তিৰোতাই খাইছে। কিবা শাস্তি ভুগিব লাগিলে সিহঁতেও তাৰ একোভাগ ল'ব নহয় ; আপুনি মোৰ ভাগ পাতলি পৰিব।

ব্ৰহ্ম—অস্ অস্, ভাল আশা কৰিছা ! তোমাৰ পাপৰ ভাগ কোনেও নলয়।

বন্ধা—কিয় নল'ব ? আটাযে ল'ব। মোৰ কথা মোতকৈ তুমি কিবা সৰহকৈ জানানে ?

ব্ৰহ্মা—মই কৈছোঁ কেতিয়াও নলয়, আন নেলাগে তোমাৰ পিতৃ-মাতৃ আৰু ভাৰ্যায়ো নলয়। লোকৰ পাপৰ ভাগ লোকে নলয আৰু ল'বও নোৱাৰে। তুমি লাগে সুধি চোৱাগৈ।

বন্থা—বাৰু মই সুধিয়েই আহোঁগৈ। যদিহে সিহঁতে মোৰ পাপৰ ভাগ নলয়, তেনেহ'লে তুমি কোৱা কথা গোটেই সোপাকে সঁচা বুলি মানিম।

ব্ৰহ্মা—ভাল কথা ; তুমি যোৱা। আমি বহিছোঁ।

বন্থা—অ' তেনে কথা হ'ব নোৱাৰে। মোৰ পিঠিৰ পাচতে ভিটিং মেলিবলৈ বিচাৰিছা হ'বলা ? তোমালোকৰ এজন মোৰ লগত ব'লা। মই দুইকো এৰি থৈ নেযাওঁ।

ব্ৰহ্ম—বাৰু শিষ্য তুমি লগত যোৱা।

নাৰদ—ব'লা ব'লা মৰে যাওঁ বাৰু।

( নাৰদেৰে সৈতে প্ৰস্থান )

ব্ৰহ্মা—বুদ্ধি দিলোঁ, জ্ঞান দিলোঁ
বিবেচনা দিলোঁ হিতাহিত,
শ্ৰেষ্ঠ প্ৰাণী পাতিলোঁ ধৰাৰ।
তথাপিতো জগতত
আপোনাৰ ইষ্ট কিয় নুবুজে মানৱে !
হিতাহিত, হৃদয়ত হিত অহিতৰ
দিয়ে হয় ইংগিত সদায়,
নেমানে মানৱে তাক।
পাপত কঠুৱা হোৱা মানৱ চিত্তক

অন্তৰৰ নীচ প্ৰকৃতিক
জিনিব নোৱাৰে কদাচিৎ
সেই সূক্ষ্ম ইংগিতৰ কোমল বাণীয়ে।
পশুত্বৰ ছাট ৰ'ল মানৱ মনত,
সেয়ে অকস্মাৎ ধৰি দুৰন্ত মুৰতি
পশুত্বত পৰিণত কৰে নৰত্বক।
হিতাহিত বুদ্ধিৰ গুণত
মনৰ বলেৰে যেয়ে
পৰাজিত কৰে সেই পশু প্ৰকৃতিক,
সেয়েহে মানৱ সত্য, প্ৰকৃত মানৱ।
( আনফালে প্ৰস্থান )

## ২য় দৰ্শন

[ ৰত্নাকৰৰ ঘৰ ]

( চ্যৱন, চ্যৱন-পত্নী, ৰত্নাকৰ-পত্নী, ৰত্নাকৰ আৰু নাৰদ ; সকলো বহি আছে )

ৰত্না—সেই দেখি, তাকে তোমালোকক সুধি যাবলৈ আহিলোঁ। তেওঁক বাটতে বহুৱাই থৈ আহিছোঁ ; কেনেবাকৈ গুচি যায়গৈ বুলি, এয়া আলধৰা জনক মোৰ লগতে লৈ আহিছোঁ। এতিয়া কি কোৱা বেগতে কোৱাঁহক।

চ্যৱন—ৰত্ন, ই তোৰ তেনেই ভ্ৰান্তিৰ কথা। কোনেও কাৰো পাপৰ ভাগ নলয় আৰু ল'বও নোৱাৰে। ই তেনে ভগাই ল'ব পৰা বস্তুও নহয়। মানুহে নিজ কৰ্মৰ ফল নিজেহে ভুগিব লাগে ; ই সৃষ্টিৰ নিয়ম, বিধিৰ বিধান।

ৰত্না—কিয় ? মই অনা ধনেৰে তোমালোকে খোৱা নাই ? পাচে পাপৰ ভাগ যে ল'ব নোৱাৰা, পাপৰ ঘটননো খাইছা কেনেকৈ ?

চ্যৱন—তোৰ পাপৰ উপাৰ্জন খোৱাত আমাৰো পাপ হৈছে। পৰা হ'লে এই উপাৰ্জন মই নিজেও নেখাওঁ আৰু মোৰ তিৰোতা আৰু বোৱাৰীকো নুখুৱাওঁ। কিন্তু শক্তি নাই, কি কৰিম ! ঈশ্বৰক খাটিছোঁ, সেইবাবে যেন এফেৰি আমাৰ মুখলৈ চায়। পিতৃ-মাতৃক বুঢ়া কালত প্ৰতিপাল কৰা পুত্ৰৰ প্ৰধান কৰ্তব্য। তই যদি আমাক পুহিবলৈ পাপ কৰিহে ধন আনিছ, তাৰ বাবে তইহে জগৰীয়া, আমি নহওঁ। কি বোলে আতৈ, মই মিছা কৈছোঁনে ?

নাৰদ—হয় দেউ, আপুনি সজ কোৱা হৈছে। কাৰো পাপে কাকো নেপায়। যি যিমানলৈ নামে, সি সিমানলৈ তিতে। আমাৰ গুৰুদেৱেও এবাৰ তাকেহে বুজাইছে। সেয়েহে এখেত আপোনাসবক সুধি যাবলৈ বুলি আহিছে।

চ্যৱন-পত্নী—লাজ নেলাগেনে হেৰ' তোৰ ? মানুহৰ স্বভাৱ সমূলি নোহোৱাই হ'লনে কি ? কোনখন মুখেৰে এনে কথা ক'বলৈ আহিছ ? দহগহীয়াকৈ ভাৰ ব'লোঁ, লেদেনা উকটি, তুলি তালি ডাঙৰ দীঘল কৰিলোঁ ; সঁচি সোণসেৰীয়া ছোৱালী বিয়া কৰাই দিলোঁ। ভালে সজে থাকিব পাৰ, বামুণৰ ল'ৰা বামুণৰ বেৰসায়েৰে খাব পাৰ। তাকে নকৰি, তই হ'লিগৈ ডকাইত, নিজেও তল গ'লি, বোপা-ককাৰো নিয়তি অনালি। বুঢ়া মাৰ-বাপেৰৰ এদিনৰ ধাৰকে মাৰিব নোৱাৰাৰ মূৰত, এতিয়া আকৌ পাপৰ ভাগ যাচিবলৈ আহিছ, নহয় ?

নাৰদ—( অলপ বৈ ) সমিধান দিলে নহয়, এতিয়া আৰু যাবহে লাগে হ'বলা ?

ৰত্না—নহয়, অলপ ৰ'বা। তিনিজনৰ দুজনেহে কৈছে; ইজনেনো কি কয়, তাকো শুনি যাওঁ।

নাৰদ—অ' হয় , ( অলপ বৈ কাকো নমতা দেখি ) পাচে, তেখেতে চাগৈ, আমি আটাইবোৰ থকা দেখি, ক'বলৈ অলপ লাজ কৰিব পায়।

বস্তা—কিহৰ লাজ! কথা ক'বলৈ আকৌ লাজটো কিহৰ?

বস্তা-পত্নী—নহয়, মই লাজ কৰা নাই; মনৰ উগুল থুগুলতহে মাতিব পৰা নাছিলোঁ। আমাৰ তিৰোতাৰ ধৰ্ম হৈছে স্বামীক সকলো কামত সহায় কৰা। তেওঁক সৎ বাটলৈ আনিবলৈ মই মোৰ শক্তিয়ে জোৰে মানে, দেহে-কেহে নথৈ যত্ন কৰিলোঁ, পাচে নোৱাৰিলোঁ। তাৰপৰা মুঠেই কিল্ খালোঁ; আৰু তেওঁৰ দাঁতৰ শাল চকুৰ কুটা হ'লোঁ।

বস্তা—সেইখন ফেদেলী পুৰাণৰ কথা তোক কোনে সুধিছে? তোক যি সুধিছোঁ তাৰ কথা ক। মই যে লোকক ডকা-হকা দি আনি তোক পুহিছোঁ, সেই বাবে মোৰ যি পাপ হৈছে, তই তাৰ ভাগ লবিনে নলব?

ব-প—গিৰিয়েকে ঘৈণীয়েকক পুহিব লাগে সি বিধাতাৰ বিধান। তেহেলেই ডকা দি আনি পুহিলেও পোহা। তাৰ দায়ে ঘৈণীয়েকক নেপায়। গিৰিয়েকক ধৰ্মৰ কামত সহায় কৰে দেখিয়েই তিৰোতাক সহধৰ্মিণী বোলে।

বস্তা—হেৰ' তোৰ ওচৰত মই "শাস্তৰৰ" কথা শুনিবলৈ আহিছোঁনে? তোক কোনে "অইধাপনী"জনী পাতিছে? ইমান দীঘলীয়া বলকনি শুনিবৰ মোৰ আজৰি নাই; ঘাই কথাটো বেগতে কৈ পেলা।

ব-প—ইমান ফেৰাও বাট নেচালেনো কেনেকৈ? যি তেনেকৈ জানে, তেনেকৈহে কথা ক'ব পাৰে!

বস্তা—বাৰু ক, তোৰ মতেই কৈ যা, ওজৰ ধৰিলে তোৰ কথা বাঢ়িহে যায়। পাচে চুটি কৰিবি একা।

ব-প—পাচে সহধৰ্মিণীয়ে, ধৰ্মৰ কামতহে সহায় কৰিব লাগে, পাপৰ কামত নেলাগে। এতিয়াও পাপ এৰি সৎ হৈ চলকছি, মই মুৰত লৈ থাকিম, গাৰে সামথিব পাৰোঁ মানে সহায় কৰিম; কিন্তু বাহিৰে বাহিৰে মহা পাপ কৰি ফুৰিলে, মই তাৰ কি জানো? মই কাকো মোৰ বাবে গৰু-মানুহ মাৰি ফুৰিবলৈ কোৱা নাই, আৰু তাৰ হৈ পাপৰো ভাগ ল'ব নোৱাৰোঁ।

নাৰদ—বৰ সাৰুৱা কথা; তুমি সেৱা কৰিব লগীয়া কথা কৈছা মাত্ৰ, শাস্ত্ৰৰো সেয়েহে মৰ্ম।

বস্তা—(নিৰাশ ভাৱে) বাৰু বুজিলোঁ আৰু সকলো। হওঁতে তেওঁ আগেয়েই কৈছিল মইহে মুগুনি, সুধি যাবলৈ আহিলোঁ। উস্ মানুহৰ মনৰ কথাও নিলগতে জানে, এইজননো কম মহিমা থকা পুৰুষনে! উঠা এতিয়া, যাওঁহক।

নাৰদ—ভাল; (চাৱনৰ প্ৰতি) দেউ এতিয়া বিদায় মাগিছোঁ, নমস্কাৰ!

চাৱন—নমস্কাৰ, নমস্কাৰ। পাচে আপোনাৰ গুৰুজনক জনাব; ল'ৰাটোক যেন সৎ বুদ্ধি দিয়াই।

চা-প—হয় আতৈ তাকে আমি চুয়ো খাটিছোঁ বুলি তেখেতক জনাবগৈ।

নাৰদ—এ ক'বই নেলাগে, তেখেত অতি মহাপুৰুষ; বৰ মহিমা থকা মৰমীয়াল সাধু লোক। লোকৰ কিবা উপকাৰ কৰিবৰ চল দেখিলে, আপুনি উপযাচি কৰি ফুৰে। তেও বাৰু এখেতৰ কথা আমি জনোৱাগৈ হ'ব। ভাল আৰু আহিলোঁহে।

চাৱন—অ' বস্ত; বোলোঁ হেৰ' বস্ত—

বস্তা—(ভিতৰৰপৰা) কি হ'ল?

চাৱন—শুনি যা।

(বিৰক্তিৰে বস্তাকৰৰ প্ৰৱেশ)

বস্তা—কি হ'ল আকৌ, কেলৈ?

চ্যৱন—ৰত্ন, তোৰ পাপৰ বাবে মনত চিন্তা হোৱা দেখি মই ভাল পাইছোঁ।

ৰত্না—পাবাতো ভাল ; মই তোমাৰ মহা"শতৰু" নহওঁ, মোৰ মনত চিন্তা হ'লে, তুমি কিয় ভাল নেপাবা ?

চ্যৱন—নহয় শুনচোন ; লোকে কথা ক'লেই আগ ধৰিনো বেয়াকৈ বুজি লব কিয় ? মই ভাল পাইছোঁ কিয় এই চিন্তায়ে শেহত তোক সজ পথলৈ আনিবগৈ পাৰে। মই আশীৰ্বাদ দিছোঁ, সেয়ে যেন হওক, আজিৰপৰাই যেন তোৰ সজ মতিয়ে লগ লওক। তাকে ক'বলৈ মাতিছিলোঁ, যা এতিয়া।

ৰত্না—বুঢ়া হ'লে, মানুহৰ মগজু যে বেয়া হয়, ই খাটাং ; নহ'লেনো ইয়াকে ক'বলৈ মোক ওভোতাই আনেনে ? ( প্ৰস্থান )

( পট পৰে )

### ৩য় দৰ্শন

[ হাবিৰ দাঁতিৰ বাট ]

( ব্ৰহ্মাৰ প্ৰবেশ )

ব্ৰহ্মা—আহিল উভতি সৌ,
মুখত চিন্তাৰ ভাৱ গধুৰ মনেৰে ;
অনুতাপে ঠাই ল'লে দস্যু হৃদয়ত ;
সুফল ফলিল মোৰ প্ৰথম কাৰ্যৰ।
বুদ্ধিমান ৰত্নাকৰ অতি,
প্ৰতিভাৰ প্ৰভা তাৰ, বিৰাজে চকুত।
বুদ্ধি বিনে কেৰে ক'তো কৃতিত্ব নলভে
সুবুদ্ধি নহ'লে,
কৃতিত্বেৰে দস্যুতাও নোৱাৰে কৰিব।

( নাৰদ আৰু চিন্তিত ভাৱেৰে ৰত্নাকৰৰ প্ৰৱেশ )

ব্ৰহ্মা—আহিলানে ? তোমাৰ মুখ দেখিয়েই বুজিছোঁ, আশাত নিৰাশ হৈ আহিব পোৱা।

ৰত্না—নক'ব আৰু, আপোনাৰ কথাই হে কথা। এতিয়াহে বুজিলোঁ, কোনো কাৰো একো নহয়। মানুহে মিছাতে আপোন আপোন বুলি সম্বন্ধ লগাই ফুৰে। আনৰ কথা এৰিছোঁৱেই, চাওকচোন বাৰু, মোৰ নিজা আইজনীৰেও নো একেৰা মুখলৈ চাব নেপায় নে ?

ব্ৰ—মুখলৈ চায় কেনেকৈ ? সাধ্যৰ অতীত, অসম্ভৱ কাম কোনোবাই কৰিব পাৰেনে ? ঈশ্বৰৰ বিধান—যি পাপ কৰিব, সেয়ে তাৰ হৈ শাস্তি ভুগিব, তাক লুটিয়াবলৈ কোনে গাত ল'ব পাৰে ?

ৰত্না—উস্ এইবোৰ কথা যদি আগেয়ে জানিলোঁহেঁতেন ?

ব্ৰ—তেতিয়া হ'লে কি কৰিলাহেঁতেন ?

ৰত্না—আজিৰ দৰে এইবোৰ কথা আগেয়ে বুজা হ'লে মই অগিয়ানীয়ে এনেবোৰ কাম কৰি ফুৰোঁনে।

ব্ৰ—এতিয়া তেন্তে তুমি গৰ্হিত কাম কৰিছিলোঁ বুলি বুজিব পাৰিছা ?

ৰত্না—পাৰিছোঁ মোৰ দেউতা, বঢ়িয়াকৈ পাৰিছোঁ। উস্ কতবোৰ নো মানুহ মাৰিলোঁ, তিৰোতা মাৰিলোঁ, আকলন ল'ৰা-ছোৱালী মাৰিলোঁ, কতকনো কত শাস্তি দিলোঁ, কিমানৰ সৰ্বনাশ কৰিলোঁ, তাৰ কিবা লেখ-জোখ আছেনে ! মই মহা পাপী, মহা পাতকী ; মোৰ সমান মহা পাতকী আৰু কোনো নাই। বিষ্ঠাৰ খালৰ সেই পোকবোৰ দেখিছে নহয় ; মই তাতোকৈ অধম, হাজাৰ গুণে লাখ গুণে অধম, মই অধমৰো অধম, মহা অধম পাতকী।

ব্ৰ—এতিয়া তেন্তে আকৌ ঘূৰি তেনে কাম কৰিবাগৈ নে ?

ৰত্না—আকৌ ! আকৌ তেনে কাম ! তাতকৈ ডিঙিত কলহ বান্ধি মৰি যাম।

ব্ৰ—তেনেহ'লে ভাল হৈছে ; ভালে সজে থাকা ঘুৰি আকৌ সেইবোৰ কামলৈ মন নেমেলিবা ; সজ বাটে চলিবা। আমি আৰু এতিয়া বিদায় কৰোঁ।

ৰত্না—মোৰ পাচে কি গতি হ'ব ? কিবা এটা উপায় দি যাওক।

ব্ৰ—তোমাক বাৰু সোণ কৰিবলৈকে শিকাই দি যাওঁ। ঘৰতে বহি, বিনা কষ্টে, লাগে মানে সোণ কৰি ল'ব পাৰিবা ; আৰু তাকে বেচি মহাসুখে খাই থাকিবা।

ৰত্না—নেলাগে নেলাগে ; সেইবোৰ লোভ দেখুৱাই আৰু মোক নেভাবিব। আপুনি কোনোবা মহাপুৰুষ। মই নিচিনি অপৰাধ কৰিলোঁ, "কিৰপা" কৰি মৰিষণ কৰক। ( সেৱা কৰে )

ব্ৰ—( তুলি ) বাৰু উঠা ; সেইবাবে মই একো বেয়া পোৱা নাই।

ৰত্না—তেনেহ'লে, মোক মহাপাতকীক আৰু এফেৰা পুতৌ কৰক। দেখিছেই মই নিগমে মৰিলোঁ। হায় হায়, মই কি কৰিলোঁ ! মোৰ কি হ'ব ! কি কৰিলে মোৰ মন শাঁত লাগিব ! আপুনিয়েই চকুহাল মোকলাই দিছে, এতিয়াও আপুনিয়েই আৰু অলপ মৰম কৰক। যেনে তেনে মতে মোক এই পাপৰ সাগৰৰ পৰা উতাৰণ কৰক।

ব্ৰহ্মা—ৰত্নাকৰ, সেই দুখবিমোচন, পাতকনাশন, সংকটতাৰণ পৰমেশ্বৰৰ অভয় পদত কায়মনোবাক্যে শৰণাগত হোৱা। তেওঁ পৰম দয়ালু, মংগলময়, কৰুণাসাগৰ। তেওঁত বাজে এনে বিপদত তাৰোঁতা আৰু কোনো নাই।

ৰত্না—"হে পৰভু", মই মহা "মূৰুখে" তাৰ কি আও ভাও পাওঁ ! মৰম কৰিছে যেতিয়া, যি হয়, দিহা পদ্ধতি দি, মোক এটা বাট লগাই দিয়ক। আপোনাৰ দুখানি চৰণত ধৰি কাকুতি কৰি মাতিছোঁ। ( ভৰিত ধৰে )

ব্ৰ—( তুলি ) ৰত্নাকৰ, বৰ কঠোৰ কাম, পাৰিবা জানো ?

ৰত্না—কি কৰিব লাগে, কওক মোক।

ব্ৰ—ল'ৰা-তিৰোতা, আই-বোপাই, আটাইৰে মায়া এৰিব লাগিব।

ৰত্না—তাৰ মায়া, এতিয়া আহোঁতে, ঘৰতে এৰি থৈ আহিছোঁ।

ব্ৰ—সংসাৰৰ একোলৈকে লোভ কৰিব নোৱাৰিবা। তাক পাৰিবানে ?

ৰত্না—পাৰিম, তাকো পাৰিম। এই পাপৰ সাগৰৰ পাৰ হ'বলৈ মোক একো নেলাগে, মই একো নিবিচাৰোঁ।

ব্ৰ—মনটো শিলৰ খুঁটিৰ দৰে থিৰেৰে বান্ধিব লাগিব। যি কথা ক'ম, তাত বাজে আন কোনো কথা মনলৈ আনিব নেলাগে ; তাক এৰা ?

ৰত্না—তাৰ বাবে আগেয়েই বৰ কথা মাতিব নোৱাৰোঁ ; তেও আৰু মৰোঁ জীওঁকে লাগি যাম।

ব্ৰ—হওঁতে তাক লাহে লাহে সহজ কৰিছে কৰিবও পাৰি।

ৰত্না—মই সেইবোৰ একোৰে একো নেজানো। আপোনাৰ চৰণকে সাৰোগত কৰি ভাৰস্থিৰে মাতিছোঁ, যেনেকৈ হয়, মোক "লক্ষা" কৰক।

ব্ৰ—শুনা ৰত্নাকৰ, তোমাৰ এই বিকাৰৰ একমাত্ৰ মহামন্ত্ৰৰ বাহিৰে, অন্য কোনো ঔষধ নাই। সেই মহা মহিমাময় মন্ত্ৰৰ গুণত, সকলো পাতক ধ্বংস হয়। হৃদয় পবিত্ৰ হয়, দিব্য জ্ঞান লাভ হয়। তোমাক সেই মন্ত্ৰ দান কৰিব পাৰোঁ ;

কিন্তু তুমি মন স্থিৰ কৰি সদায় সজ পথত থাকিব লাগিব।

ৰত্না—মই আজিৰ পৰা আগৰ সহজ সকলোবোৰ এৰিলোঁ। আপুনি যি দিহা দিয়ে, তাৰ এডাল চুলিৰ মানো হেৰ ফেৰ নকৰোঁ।

ব্ৰ—শিষ্য, ৰত্নাকৰক স্নান কৰি পিন্ধিবলৈ বস্ত্ৰ দিয়া।

( নাৰদে জোলোঙাৰ পৰা কাপোৰ উলিয়াই ৰত্নাকৰক দিয়ে )

ব্ৰ—যোৱা এতিয়া, সৌ নৈত স্নান কৰি, এই ধুতি বস্ত্ৰ পিন্ধি আহাঁগৈ। আমি সৌ গছৰ তলতে অপেক্ষা কৰিম।

( ৰত্নাকৰৰ প্ৰস্থান )

ব্ৰহ্মা—আচৰিত হৰিৰ মহিমা।
নাছিল ধাৰণা মোৰ
ৰত্নাকৰ অত শীঘ্ৰে ইমান ঘুৰিব।

[ গীত ]

নাৰদ—লীলাময়ৰ অলেখ লীলাৰ কোনে তত্ত্ব পায়।
লীলাত মগন লীলাৰ সদায় খেলন খেলায়।
জলে লীলা থলে লীলা
নীলা আকাশত লীলা
জোনায়ে বেলিয়ে লীলা লীলাহে লীলাই
তুমিও লীলা মযো লীলা
জগতখন এই লালাৰ মেলা
মিছাই মাথোন খেলন খেলা, তেনেই খেলাধূলা।

ব্ৰহ্মা—সঁচা কথা,
তেওঁৰ অপাৰ লীলা নোৱাৰি বুজিব।
আহা যাওঁ, দিহা কৰোঁ দীক্ষাৰ কাৰণে।

( দুইবো প্ৰস্থান )

( পট উঠে )

## ৪ৰ্থ দৰ্শন

[ পৰ্বতৰ দাঁতিত নৈৰ পাৰৰ ওখ চাপৰি ]

( ব্ৰহ্মা আৰু নাৰদৰ প্ৰৱেশ )

ব্ৰহ্মা—ৰম্যস্থান অতিশয়
সুবিশাল নদীৰ পাৰত!
পশ্চিমে গিৰিৰ মালা, পূবে তৰুবনে
পাল পাতি শীতলায় শীতল ছায়াৰে;
বিপুল তটিনী জলে
অবিৰলে চৰণ পখালে;
কোকিলে পঞ্চম গায়
সমীৰণে শৰীৰ জুৰায়
বনফুলে শুৱায় কানন,
মলয়াই পৰিমল বিলায় লাহেৰে।
নদীৰ পাৰত এই ক্ষুদ্ৰ ওখ ভূমি
নিৰ্জন নিৰলা, একো নাই কোলাহল,
সাধনাৰ উপযুক্ত স্থান অতিশয়।
দূৰত শোভিছে সৌ
বিতোপন দৃশ্য নগৰৰ,
দেখা যায় উচ্চ চূড়া মন্দিৰৰ,
মাজে মাজে শ্যামল বনৰ
জিলিকিছে ধবল প্ৰসাদ অগণন,
জানিবা সুন্দৰ চিত্ৰ নিপুণ শিল্পীৰ।

( ধুতি সাজেৰে ৰত্নাকৰৰ প্ৰৱেশ )

ৰত্না—ওঁ আহিলোঁ গা-পা ধুই; এতিয়া কি কৰিব লাগে কওক।

ব্ৰহ্মা—সৌ তাৰে কেইডালমান বিৰিণা বন উভালি আনা।

( ৰত্নাকৰৰ প্ৰস্থান আৰু বিৰিণা লৈ পুনঃ প্ৰৱেশ )

ব্ৰহ্মা—(কমণ্ডলুৰ পানীৰে ঠাইত শান্তি কৰি) এতিয়া তাৰে দুডালমান পাৰা সেইখিনিত, তুমি বহিবলৈ; আৰু ই কেইডাল পাৰা তাৰ

ওচৰতে সোমাই থাকিব, যোৱা ; গুদা মাটিত বহি শুভ কাৰ্য কৰিব নোপাৰ।

( কোৱা দৰে ৰত্নাকৰে বিৰিণা পাৰে )

ব্ৰহ্মা—এতিয়া তাতে বহাঁ।

( দুয়ো ঠায়ে ঠায়ে বহে )

ব্ৰহ্মা—শিষ্য, তুমিও ওচৰতে থাকিবাঁ ; প্ৰয়োজন হ'ব পাৰে।

নাৰদ—ভাল, গুৰুদেৱ।

ব্ৰহ্মা—ৰত্নাকৰ, তোমাক অমূল্য বস্তু দিব খুজিছোঁ। তুমি তাক প্ৰাণতকৈও অধিক বুলি ভাবিবাঁ।

ৰত্না—ভাল বাৰু, দিয়ক। ( দুই হাত পাতে )

ব্ৰহ্মা—নহয়, তেনে বস্তু নহয়। পৰমেশ্বৰৰ মহামন্ত্ৰৰে দীক্ষা দিম। তুমি ভক্তিৰে লৈ ভক্তিৰে পালন কৰিবাঁ।

ৰত্না—আপুনি যিহকে কয়, তাকে কৰিম।

ব্ৰহ্মা—এতিয়া পৰমেশ্বৰৰ উদ্দেশ্যে প্ৰণাম কৰাঁ।

( দুয়ো সেৱা কৰে )

ব্ৰহ্মা—এতিয়া শুনা। ঈশ্বৰ নিৰাকাৰ। তেওঁ সমস্ত বিশ্ব ব্ৰহ্মাণ্ড ব্যাপি আছে। মানুহ ক্ষুদ্ৰ প্ৰাণী, মানুহৰ ঠেক সীমাৰ ঠেক মনে সেই অসীম অনন্ত নিৰাকাৰৰ ধাৰণা কৰা কঠিন। সেই দেখি, ভকতে ভাবিবলৈ, ভগৱন্তই ৰূপ ধৰি অৱতাৰ হয়। সামৰিব নোৱাৰাই সেই ৰূপকে ভাবি শেহত সেই নিৰাকাৰ জনতে ওলায়গৈ ; আৰু ৰসাল ভকতি লাগিলেও, গুৰিতে এই অৱতাৰৰ ৰূপতেহে ধৰিব লাগে। বুজিছাঁনে কথাটো ?

ৰত্না—বুজিছোঁ অলপ ; "অলফৎ" যি যিটোকে পাৰে, সি সেইটোকে ধৰক—এয়ে নহয়নে দেখো কথাটো ?

ব্ৰহ্মা—হয়, সেয়ে কথা। পাচে এতিয়া সেই ৰূপেই নো কেনে, তাক কওঁ, ভালকৈ শুনি লোৱা।

ৰত্না—ভাল কওক।

ব্ৰহ্মা—তেওঁ কোমল দুবৰি বনৰ দৰে শ্যাম বৰণীয়া। যতবোৰ বৰণ আছে, তাৰ ভিতৰত এই শ্যাম বৰণেই আটাইতকৈ চকু জুৰ কৰে ; এই বৰণ বৰ ধুনীয়া ; সেই গুণে, তেওঁ শ্যাম বৰণীয়া। তেওঁৰ অপাৰ শকতি। তেওঁ দুষ্টক দমন কৰে, সাধুক ৰক্ষা কৰে, আৰু সকলোকে পালন কৰে। সেই দেখি, তেওঁৰ বীৰৰ বেশ, ৰজাৰ সাজ, হাতত ধনু-শৰ। তেওঁতকৈ ডাঙৰ কোনো নাই ; সেই বাবে, তেওঁ ৰাজচক্ৰবৰ্তী। বুজিছানে এইখিনি ?

ৰত্না—হয় বুজিছোঁ।

ব্ৰহ্মা—সকলো ক্ষয় হয়, তেওঁ নহয় ; তেওঁ অক্ষয়, অব্যয়, অজৰ, অমৰ। তেওঁ করুণাময়, আনন্দময় আৰু সৰ্বমংগলময়। তেওঁ অতি সুন্দৰ, তেওঁৰ দৰে সুন্দৰ কোনো নাই। তুমি তেওঁৰ সেই ৰূপকে সদায় ভাবি থাকিবাঁ।

ৰত্না—ভাল।

ব্ৰ—এতিয়া তেওঁৰ নাম কওঁ শুনা ; এই নামকে জপ কৰিব লাগিব। তেওঁৰ নাম ল'লে মনত ৰং লাগে ; সেইদেখি, তেওঁৰ নাম "ৰাম"। এয়ে মহামন্ত্ৰ ; জগতত আৰু ইয়াতকৈ ডাঙৰ মন্ত্ৰ একো নাই। এতিয়া বোলাচোন—ৰাম, ৰাম, ৰাম।

ৰ—লাম, লাম, লাম।

ব্ৰ—"লাম" নহয়, "ৰাম"।

ৰ—লাম।

ব্ৰ—"লা" নহয়, "ৰা" ; "ৰাম" বোলাঁ।

ৰ—বুলিছোঁ নহয়—লাম ; মোৰ মুখত তেনেকৈহে ওলায় ; মই আপুনি মতা দৰে নোৱাৰোঁ মাতিব।

ব্ৰ—শিষ্য, দেখিছা নহয়, মুখত মহামন্ত্ৰ নুফুটে।

না—হয় প্ৰভু, জিহ্বাত জড়তা দোষ আছে; কিছু প্ৰক্ৰিয়াৰ প্ৰয়োজন যেন পাওঁ।

ব্ৰ—বাৰু, সৌ আগলৈ চোৱাচোন; (দূৰলৈ দেখুৱাই) সৌ শুকান সেইডাল কি দেখিছাঁ?

ৰ—সেইডাল গছ।

ব্ৰ—তেনে শুকান কিয়? তাৰ পাত-চোট নাই কিয়?

ৰ—সেইজোপা মৰিল দেখি, পাত-চোট নাই, শুকাই আছে।

ব্ৰ—তেন্তে তাক জীয়া গছ বুলিবাঁনে, কি বুলিবাঁ?

ৰ—জীয়া কিয় বুলিম? মৰা গছ, মৰা—

ব্ৰ—কি বুলিলা? আকৌ বোলাঁচোন।

ৰ—মৰা, মৰা, মৰা।

ব্ৰ—বাৰু, তাকে এতিয়া ঘনাই ঘনাই খৰকৈ বুলি থাকাঁ।

ৰ—মৰা-মৰা-মৰা মৰা-মৰা

ব্ৰ—ৰ'বাঁ এতিয়া, হৈ আহিছে। ৰওঁতে "ৰা" বুলি নৰ'বাঁ, "ম" বুলি ৰ'বাঁ। মৰা-মৰা-মৰাম এইদৰে।

ৰ—মৰা—মৰা—মৰাম।

ব্ৰ—ওঁ হৈছে, আকৌ বোলাঁ।

ৰ—মৰা—মৰা—মৰাম।

ব্ৰ—ৰাম,—ৰাম,—ৰাম।

ৰ—ৰা - ম,—ৰা - ম,—ৰা - ম।

ব্ৰ—"ৰাম" বোলাঁ, "ম"-টো চুটিকৈ; যেনে খাম্ যাম্, সেইদৰেই "ৰাম"।

ৰ—খাম্ খাম্ যাম্ যাম্ যাম্, ৰাম্ ৰাম্।

ব্ৰ—এয়ে ঈশ্বৰৰ নাম। পাপীৰ পৰিত্ৰাণৰ এয়ে মাত্ৰ একল উপায়। এতিয়া চোৱাঁচোন, এই মন্ত্ৰকে এইদৰে জপ কৰিব লাগে। তুমি মোক চাই চাই, আঙুলি বুলাই, মুখেৰে ৰাম নাম মাতি যাব।।

(নাম উচ্চাৰণ কৰি জপৰ ক্ৰম দেখুৱায়, লগতে ৰত্নাকৰেও তেনে কৰে)

ব্ৰ—থাকিবনে মনত?

ৰ—হয়, থাকিব।

ব্ৰ—এতিয়া তুমি ইয়াতে বহি, আমি আকৌ নাহোঁ মানে, এইদৰেই জপ কৰি থাকাঁ। আন কোনো কথা মনলৈ নানিবাঁ। মুঠেই মুখত নাম, হিয়াত ৰূপ, সেয়ে হ'লেই মুক্তি ধুৰুপ। এতিয়া তুমি জপত বহাঁ, আমি যাওঁ; সময় বুজি আকৌ দেখা দিমহি।

ৰ—এখন্তেক ৰ'ব; কথাটো মই আৰু এবাৰ বুজি লওঁ। বৰণটো সেউজীয়া, ৰজাৰ সাজ-পাৰ, হাতত ধনু-কাঁড়, নহয়নে দেখে?

ব্ৰ—হয়।

ৰ—নামটি ৰাম; আৰু তাকে এইদৰে জপিব লাগে (জপি দেখুৱাই) হয়নে?

ব্ৰ—হয় হয়, সেয়ে কথা।

ৰ—ভাল তেনে সেৱা জনাইছোঁ। (সেৱা কৰে)

ব্ৰ—আশীৰ্বাদ কৰিছোঁ, সিদ্ধি লাভ হওক।

ৰ—আতে আপুনিও যাবগৈ; গুৰুজনে সৈতে আকৌ আহিবগৈ দেই।

না—ভাল বাৰু, অহা হ'ব।

ৰ—মই এতিয়া জপত বহোঁ। (বহি) বহিলোঁ যি বহিলোঁ ইয়াৰ এটা নিষ্ঠা-কষ্ঠা কৰিহে এৰিম। হে "পৰভু" এই অধমক উতাৰণ কৰিবাঁ। জীৱনৰ আদধিনি কাল অকল পাপতে নিয়ালোঁ। এতিয়া আৰু এতিল পৰো এনেই নিয়াব নোৱাৰোঁ।

ব্ৰ—এৰা তুমি কামত ধৰাঁ, আমিও যাওঁগৈ।

ৰ—ভাল তেন্তে।

(ৰত্নাকৰে জপিবলৈ ধৰে; এই দৃশ্যৰ শেহলৈকে ৰাম ৰাম বুলি জপ কৰি থাকে)

ব্ৰ—( নাৰদে সৈতে অলপ দূৰলৈ আহি কিছু পৰ
চাই থাকি ) চোৱা চোৱা।
পূৰ্ব সংস্কাৰৰ কেনে অদ্ভুত শকতি।
তুৰন্তে নিমগ্ন হ'ল
যোগীৰ বাঞ্ছিত কেনে গভীৰ যোগত।
পূৰ্ব জনমৰ
যোগভ্ৰষ্ট যোগী এই দস্যু ৰত্নাকৰ।
আহাঁ যাওঁ, সময়ত আহিম দুনাই।
না—ভাবিছিলোঁ তাকে মই,
নিৰক্ষৰ অবোধ দস্যুৱে
অত শীঘ্ৰে
কিৰূপে বুজিছে এনে তত্ত্ব সুগভীৰ,
যোগত নিমগ্ন হ'ল, কিৰূপে হঠাৎ ;
এতিয়াহে ৰহস্য বুজিলোঁ,
পূৰ্ব জনমৰ তাৰ সংস্কাৰ আছিল।
( দুইৰো প্ৰস্থান )

---

## তৃতীয় অংক

### ১ম দৰ্শন

( পৰ্বতৰ দাঁতিত নৈৰ পাৰৰ ওখ চাপৰি। পূৰ্বে ৰত্নাকৰে জপ কৰা ঠাইত ডাঙৰ উঁইহাফলু হৈ আছে। তাৰ ভিতৰৰপৰা ৰাম ৰাম ৰাম শব্দ ওলাইছে। এই দৃশ্যত ব্ৰহ্মাই সৈতে কথা নপতালৈকে ৰত্নাকৰে সেইদৰেই ৰাম ৰাম কৰি থাকিব। দূৰত সন্ন্যাসী বেশেৰে ব্ৰহ্মা আৰু নাৰদৰ প্ৰবেশ )

ব্ৰহ্মা—বহুকাল হ'ল আজি
ৰত্নাকৰ নিমগ্ন ধ্যানত।
উঁয়ে খালে মাংস যত
অস্থি মাত্ৰ অৱশেষ আছে শৰীৰত,
ৰাম নাম ধ্বনি কৰে শুকান অস্থিয়ে।
চোৱা সোৱা,
প্ৰকাণ্ড বল্মীক হ'ল অস্থিৰ ওপৰে।
গুচিল সকলো পাপ,
নিষ্পাপ শৰীৰ হ'ল হৰিৰ কৃপাত।
নাৰদ—হয় প্ৰভু,
আচৰিত একাগ্ৰতা দস্যু প্ৰবৰৰ।
একাগ্ৰ মনেৰে ধৰি
অগ্ৰগণী দস্যু হৈ
দস্যুতাত কৃতিত্ব লভিলে ;
একাগ্ৰ মনেৰে শুনি,
নিগূঢ় জটিল অতি
তত্ত্ব কথা ভকতিৰ
তুৰন্ততে আয়ত্ত কৰিলে ;
একাগ্ৰ মনেৰে পুনু
সাধনাতো সিদ্ধি লভি, কৃতাৰ্থ সাধিলে।
সৃষ্টিকৰ্তা বিধি যাৰ গুৰু
সিদ্ধি তাৰ নহ'ব কিহেতু।
ব্ৰহ্মা—শিৱ বাক্য বিফল নহয়
ৰাম নামে মহা পাতকীৰ পাপ
সমূলঞ্চে নিৰ্মূল কৰিলে।
সিদ্ধি হ'ল সাধনা যিহেতু,
সম্প্ৰতি বিধানো বিধি কাৰ্যৰ কাৰণে।
আঁৰত অপেক্ষা কৰা
সংজ্ঞা দান কৰোঁ সাধকক।
নাৰদ—ভাল মই গোপনে কৰিম লক্ষ্য
আঁৰত লুকাই। ( প্ৰস্থান )
ব্ৰহ্মা—(হাফলুৰ ওচৰ চাপি) ভগ্ন হোক বল্মীক তুৰন্তে
( হাফলু মাজতে ভাগি খহি পৰে )
ব্ৰহ্মা—( কমণ্ডলুৰ পানীৰে শান্তি কৰি )
পবিত্ৰ শান্তিৰ জল সিঞ্চন কৰিলোঁ
দিব্য ৰূপ ধৰি শীঘ্ৰে উঠাঁ উঠাঁ সাধক প্ৰবৰ।

( হাফলুৰ মাজৰপৰা দীঘল ডাঢ়ি-চুলিৰে গেৰুৱা পিন্ধা ঋষিবেশী ৰত্নাকৰ ৰাম ৰাম শব্দ কৰি ওলাই থিয় হয় )

ৰত্না—( ব্ৰহ্মাক দেখি ) আপুনি! মোৰ গুৰুদেৱ! আপোনাৰ চৰণত মোৰ কোটি কোটি সেৱা।

( সেৱা কৰে )

ব্ৰহ্মা—উঠা বাছা, প্ৰভু ৺ৰামচন্দ্ৰই তোমাৰ মংগল কৰক।

ৰত্না—আপোনাৰ চৰণ দৰশন পাই নথৈ ৰং পাইছোঁ, প্ৰভু। ( কেউফালে চাই ) বহুদিন হ'ল হ'বলা। ঠাই-ঠুইবোৰ ন ন যেন লাগিছে। সৌফালে আগৰ মুকলিত হাবি হ'ল; ইফালে আকৌ আগৰ হাবিৰ ঠাইত সৌৱা মানুহৰ বসতি হ'ল।

ব্ৰহ্মা—বহু বছৰ হ'ল; তুমি কঠোৰ সাধনা কৰিলা। প্ৰভু ৰামচন্দ্ৰৰ কৃপাত তোমাৰ সকলো পাপ ক্ষয় হ'ল। অতদিন বল্মীকত সোমাই থকা বাবে মই তোমাক বাল্মীকি নাম দিলোঁ। আজিৰপৰা তুমি এই নামেৰে প্ৰসিদ্ধ হ'বা। আশীৰ্বাদ কৰিছোঁ তুমি যশস্বী হোৱা, আজিৰ পৰা সৰ্বশাস্ত্ৰ বিশাৰদ হোৱা, পৰম গুণী আৰু জ্ঞানী হোৱা, ঋষি হোৱা।

( ৰত্নাকৰে প্ৰণাম কৰে )

ব্ৰহ্মা—শুনা বাল্মীকি, তোমাৰ প্ৰতি বিধি সুপ্ৰসন্ন। এতিয়া তুমি ঋষি, তুমি সন্ন্যাসী। সন্ন্যাসীয়ে সকলো কাৰ্য ঈশ্বৰত সমৰ্পণ কৰি, জগতৰ কল্যাণ সাধন সাধিব লাগে। তুমি এতিয়া কাৰ্যত প্ৰবৃত্ত হোৱা।

বাল্মী—গুৰুদেৱ, আদেশ কৰক।

ব্ৰহ্মা—তুমি যি নামৰ গুণত নিস্তাৰ পাইছা, সেই ৰাম নাম জগতত বিলাই ফুৰা; তেওঁৰ ৰূপ-গুণ বৰ্ণাই তেওঁৰ নাম শিকাই, মানুহক সংসাৰ সাগৰত উত্তাৰণ কৰা; বসুমতী পবিত্ৰ হওক, জগত ধন্য হওক।

ৰত্না—প্ৰভু, ই মোৰ অতি প্ৰীতিকৰ কাম হ'ব। মই এই কামত অতি শাঘ্ৰে দেহে-কেহে লাগি যাম।

ব্ৰহ্মা—শুনি সন্তোষ পালোঁ। এই শুভ কাৰ্যলৈ ভগৱন্তই তোমাক সকলো শকতি প্ৰদান কৰিব। মই সম্প্ৰতি আহিলোঁ। (যাব খোজে)

ৰত্না—গুৰুদেৱ, এফেৰি গোহাৰি আছে। আকৌ কেতিয়া আপোনাৰ চৰণত সেৱা কৰিবলৈ পাম, কৈ যাওক; আৰু গুৰুৰ নাম বুলি জপ কাৰবলৈ আজিলৈকে আপোনাৰ নামটি নেজানিলোঁ।

ব্ৰহ্মা—বাল্মীকি, মই সম্প্ৰতি বিশেষ কাৰণৰ বাবে ছদ্মবেশত আছোঁ। এতিয়া নো কয়; কিছু কালৰ মূৰত, উপযুক্ত সময় হ'লে, তোমাক নিজ ৰূপেৰে দেখা দিম। তেতিয়া নাম-ধাম সকলো বুজিব পাৰিবা। এতিয়া তোমাক যি আদেশ কাৰলোঁ, সেই কাৰ্যত ধৰাগৈ। মোৰ লগতে অলপ আহাঁ, মই আৰু কিছু উপদেশ দিম। ( দুইৰো প্ৰস্থান )

( গীত গাই গাই নাৰদৰ প্ৰৱেশ )

[ গাত ]

কিয় পাপী নিৰাশ মিছাত
হৰিক ভজি সদো পাপী যায় তৰি হৰিৰ কৃপাত
আমি হৰিৰ অবোধ ল'ৰা
নেজানি গাত লগাওঁ বোকা
কান্দি কাটি পিতাক ক'লে, ধুৱাই মেলি ল'ব কোলাত
এৰা পাপী পাপৰ কাম
লোৱা মুখত হৰিৰ নাম
দেহে-কেহে হৰিত পৰা, ধৰি হৰিৰ চৰণ হিয়াত।

( পট পৰে )

## ২য় দৰ্শন

[ ৰাজবাট ]

( ১ম আৰু ২য় ডকাইতৰ প্ৰৱেশ )

১ম—এ নক'ৰোঁ আৰু বুজিছানে ; আজিকালি ভাত-কাপোৰ মোকোলোৱাই টান হ'ল। দোকান এখনো দিছোঁ, সঁচাই মিছাই খেতি বুলিও এটা কৰোঁ, তেও দেখোন কোনোমতে জোৰা নমৰেহে নমৰে।

২য়—দোকান-পোহাৰ, বেহা-বেপাৰ, খেতি-বাতি সেইবোৰে আমাক সুগুজে, আৰু আমাৰ মুখো ভৰাব নোৱাৰে। আমাক লাগে আগৰ দৰে ওপৰতে খাই ফুৰিব পৰা কাম। আঁঠুৱনীয়া বোকাত পৰি খেতি কৰা আমাৰ কাম নহয়। দোকান দিলে পাবা কিটো ? দিনটো খতি হৈ লেঙা ৰৰণী বাই আধলিটো বা ৰূপ টকাৰ বস্তু বেচিবা। তাতকৈ সেইবোৰ বিদা নকৰাই ভাল।

১ম—এই বান্ধ, সেইবোৰ বিদাকে নকৰিনো আৰু কৰিবা কি ? ৰতন বাপুটো নহ'বৰে পৰা আমাৰ এই দশা হ'ল ; গোটেইজাক মানুহ থান বান হৈ, গাইপতি গোট গোট হ'লোঁহক।

২য়—কিয়, অত ৰাইজধন থাকোঁতে, আমি দুখ কৰি মৰিবৰ কি "পইজন" আছে ? মই ক'বলৈ হ'লে দেও ইবোৰ সিবোৰ কথা এৰি আমি আকৌ আগৰ "ৰেৱসায়কেহে" ধৰিব লাগে। মানুহ জাক ছেদেলি ভেদেলি হৈ, যেয়ে যিহকে পায়, তাকে কৰি ফুৰিছে ; আকৌ জাককে গোটাই আনি, দলটো পাতি লওঁহক আহাঁ।

১ম—সেইটো কেনেকৈ কৰিবা ? মানুহজাক আনিবা গোটালাই, তাক চলায় কোনে ? আগৰ দৰে কিবা ৰতন বাপু আছেনে ? তেনেটো সাহিয়াল তেনেটো বুধিয়ক মানুহ আমাৰ ভিতৰত আৰু কোন ওলাব ? আমি তাৰ দৰে কথাটো দেখি কথাটো সাজিবই নেজানো নহয়। সি নাই যেতিয়া আগৰ দৰে ডকা-হকা দি, টিঘিল-ঘিলাই ফুৰিব নোৱাৰি ; ক'ৰবাত ধৰা পৰি, শূলৰ মুখত যাবগৈ লাগিব। ক'লৈ গ'ল জানো মানুহটো ; জীয়াই থকা হ'লে, আজি অত কালে উভতি আহিলহেঁতেন। কৰবাত মৰিব হাজিব—

২য়—কোনোবা "সইনাসী" এটাৰ লগ পাই হেনো তাৰ লগতে কৰবালৈ গুচি গ'ল ; তাৰে পৰা একো উমঘামেই নাই। উস্ এনেটো গুণৰ মাণিক ক'ত ওলাব ? কেনেবাকৈ কৰবাত যদি লগ পাওঁ, কোনো "পৰকাৰে" চলাই ভুলাই তাক আকৌ আনিহে এৰিম।

১ম—বাক থোৱা ; ৰতন বাপু আকৌ আহিব, আমাৰ গুৰি ধৰিবহি, সেইটো পাইছোঁ ; সেই সান্দহ খোৱা বালি তল গ'ল।

২য়—এৰা দেও, মনত পৰিলে গাটো চেংচেঙাই যায়। চোৱাচোন সেই হেন সৰ্ব গুণী মানুহ-টোনো এনেকৈ অকথাত অকামিলা হৈ নষ্ট হ'বগৈ লাগিছিলনে ?

১ম—তুমিহে বুলিছোঁ নষ্ট হোৱা, সি কিজানি আকৌ তাকেহে ভাল পাইছে ?

২য়—কি ভালটো পাবহে ? "সইনাসীৰ" লগত "সইনাসী" হৈ মাগি খায় কি ভালটো পাব ! তাকেহে ভাবোঁ বোলোঁ কেনে জয়-জয় ময়-ময়কৈ "বেহাজুৰি" কৰি খাই আছিলি ! হেৰ "সইনাসীৰ" লগ লৈ, মিছাতে উচাট মাৰি "সনাহী" হৈ উধাও মেলিবলৈ, তোৰ কি বাহী চালে উকৰিছিল ! মানুহটো নিজেও গুচিলগৈ, আমাৰো এইখন কলৰ জপৰ লগালি।

১ম—নহয় বান্ধ, আমি আৰু সেইবুলি এতিয়া ৰতনকে ধিয়াই থাকিমনে ? পুৰুষৰ পোৱালি, হাত-ভৰি আছে, কোনোমতে কৰি-মেলি, দুখে-সুখে খাব লাগিব।

২য়—সেইহে কৈছোঁ বোলোঁ, আমি যিহৰ মানুহ আকৌ সেই বেহাত লাগোঁহক। খেতি-বাতি বেপাৰ-বাণিজ তেনেই মিছা; সেইবোৰত আমি জুতি নেপাওঁ। বাহিৰে লোকক দেখুৱাই কিবা লাং পাং এখন পাতি থৈ, আমি আকৌ আমাৰ আগৰ কামত লাগোঁহক। ৰতন নাই নাই; সকলোৱে "পোৱামাচ" কৰি আমাৰ ভিতৰৰে এটাক ৰৰমুৰীয়া পাতি ল'ম।

১ম—জানো এথোন, মই সতকাই ক'ব নোৱাৰিছোঁ, ভালকৈ গমি-পিটি চাওঁ বাৰু। পাচে এই আলিবাটত এনেবোৰ মেল পতা ভাল নহয়; আহাঁ মোৰ ঘৰতে বহাহি; তামোল-চালি এখনো খোৱা হ'ব, এইবোৰ কথাও পতা হ'ব।

২য়—ব'লা বাৰু, ভাল কথা।

( দুইবো প্ৰস্থান )

( পট উঠে )

### ৩য় দৰ্শন

[ তপোবনৰ আশ্ৰম ]

( বাল্মীকি, দৰ্শকসকল আৰু গেৰুৱা পিন্ধা শিষ্যসকল, সকলো বহি আছে )

বাল্মীকি—যিখিনি কথা ক'লোঁ, বুজিলাহকনে ভালকৈ ?

১ম শিষ্য—গুৰুদেৱ, এটা কথা ভালকৈ বুজিব পৰা নাই ? কৰ্মফল যদি ভুগিবই লাগিব, তেনেহ'লে দুখ নিবৃত্তিৰ বাবে ঈশ্বৰক প্ৰাৰ্থনা কৰাৰ প্ৰয়োজন কি ? কৰ্মফল খণ্ডাব নোৱাৰি যেতিয়া মিছাতে উপাসনা কৰিলে কি হ'ব ?

বাল্মী—কৰ্মফল ভোগ কৰিবলৈ তেওঁ বান্ধি দিছে সঁচা। কিন্তু তেওঁ সৰ্বশক্তিমান আৰু পৰম কৰুণাময়। আমি সকাতৰে পৰি শুদ্ধ চিত্তেৰে প্ৰাৰ্থনা কৰিলে তেওঁ কৰ্মফল নিবাৰণ কৰে। তাৰ উপৰিও, তেওঁৰ উপাসনা কৰিলে হিয়াত বল হয়, মন প্ৰসন্ন হয়, চৰিত্ৰ নিৰ্মল হয়। বুজিছানে এতিয়া ?

১ম শি—হয় বুজিছোঁ।

২য় শি—প্ৰভু, জীৱাত্মা আৰু পৰমাত্মা দুয়ো একে হৈও আৰু পৃথক হৈও একে। এনে কথা কেনেকৈ সম্ভৱ হ'ব পাৰে ? যদি একে তেন্তে পৃথক হ'ব কেনেকৈ ? আৰু যদিহে পৃথকেই, তেন্তে তাক একে বুলিছে কিয় ?

বাল্মী—দুয়ো আচলতে একেটা বস্তু; জীৱাত্মা পৰমাত্মাৰ অংশ মাত্ৰ। পৰমাত্মা জুই, জীৱাত্মা ফিৰিঙতি; নতুবা পৰমাত্মা অক্ষয় অনন্ত মহাসাগৰ, জীৱাত্মা তাৰে অতি ক্ষুদ্ৰ জল বুদবুদ, তাৰ তাতে উৎপত্তি, তাতে আকৌ মিলন।

২য় শি—হৈছে, বুজিছোঁ।

৩য় শি—দেউ, ময়ো এফেৰি কথা বুজা নাই। জ্ঞান আৰু ভক্তি, এই দুই পথেৰেই মুক্তি পোৱা যায়। তেনেহ'লে কৰ্মৰ আৱশ্যক কি ?

বাল্মী—কৰ্ম নকৰিলে, জ্ঞান বা ভক্তিও হ'ব নোৱাৰে; তালৈকে কৰ্ম কৰিব লাগে। কৰ্ম কৰিবই লাগিব, ই ঈশ্বৰৰ নিয়ম। কোনেও কেতিয়াও এখন্তেকো কৰ্ম নকৰাকৈ থাকিব নোৱাৰে। আন কি, জিৰোৱা বা টোপনি যোৱাও একোটা কৰ্ম মাত্ৰ।

৩য় শি—এটা কথাৰ খুকুৰি নেভাগিল। কৰ্ম নকৰাকৈ যদি কোনো থাকিবই নোৱাৰে, তেন্তে কৰ্ম ত্যাগ কৰি সন্ন্যাসী হ'বৰ বিধান আছে কিয় ? সন্ন্যাসীয়ে কৰ্ম ত্যাগ কৰে কেনেকৈ ?

বাল্মী—তুমি বুজিব পৰা নাই। সন্ন্যাসীয়ে কৰ্ম ত্যাগ নকৰে, আৰু কৰিবও নোৱাৰে। কৰ্ম কৰিবৰ অৰ্থেহে মানুহ সন্ন্যাসী হয়। সন্ন্যাসীয়ে ত্যাগ কৰিব লাগে কৰ্মৰ ফলহে, কৰ্ম নহয়।

৩য় শি—নুবুজিলোঁ; কৰ্ম কৰিলে আৰু সন্ন্যাসী কিহৰ? কৰ্ম এৰি আকৌ কৰ্মতেহে বান্ধ খাব।

বাল্মী—নেখায়; কৰ্মফলত আসক্তি নেথাকিলে কৰ্মত বান্ধ খাব নেলাগে। কৰ্ম কৰিবাঁ, কিন্তু অনাসক্ত ভাৱে কৰিবাঁ, তাৰ সুফল ভুঞ্জিবলৈ আকাংক্ষা নেৰাখিবাঁ; কৰ্মৰ ফল ঈশ্বৰত অৰ্পণ কৰিবাঁ; সেয়ে সন্ন্যাস। সন্ন্যাসী জগতৰ মংগলৰ বাবে; নিস্বাৰ্থভাৱে সদায় কৰ্মত লিপ্ত থাকে।

৩য় শি—অৰ্থাৎ কৰ্ম কোনেও এৰিব নোৱাৰে; তাকে অনাসক্ত ৰূপে কৰিব লাগে। তেনে কৰাকে সন্ন্যাস বোলে।

বাল্মী—হয়; পাচে সন্ন্যাসী হ'বলৈ বেশ লোৱাৰ প্ৰয়োজন নাই, আৰু সংসাৰো ত্যাগ কৰিব নেলাগে।

৩য় শি—কিয়?

বাল্মী—কাৰণ স্বাৰ্থহীন কৰ্মই সন্ন্যাস যেতিয়া, মানুহে গৃহস্থী হৈ থাকিও আসক্তি এৰি সজ কাৰ্য কৰি গ'লেই সন্ন্যাস অৱলম্বন কৰা হয়। সেয়ে উত্তম সন্ন্যাস আৰু সৰ্বোৎকৃষ্ট আশ্ৰম। বুজিছাঁনে এতিয়া সকলো কথা?

৩য় শি—হয় বুজিছোঁ।

বাল্মী—আজিলৈ আৰু থাওক ইমানতে। বোলাঁ সকলোৱে—ৰাম, ৰাম, ৰাম—

সকলোৱে—ৰাম, ৰাম, ৰাম—

বাল্মী—জয় ৰাম—

সকলোৱে—জয় হৰি—

বাল্মী—জয় হৰি

সকলোৱে—জয় ৰাম বোলাঁ। (সকলোৱে প্ৰণাম কৰে)

(পট পৰে)

## ৪ৰ্থ দৰ্শন

[ বাট ]

( ১ম আৰু ২য় ডকাইতৰ সাধাৰণ সাজেৰে প্ৰৱেশ )

২য় ড—অ' হেৰা, শুনিছানে নাই? ৰতন বাপু আকৌ ওলাইছেহি নহয়। এইবাৰ হেনো তেনেই মোট সলাই আহিছে, ডাঢ়িয়ে চুলিয়ে ভোবোকাৰ, কোঁটে-লগুনে তমন্থাৰ, মুঠেই হেনো ভো বামুণ, তেনেই ঋষিটো। তাৰ দৰেই বোলে ভেশধাৰী এজাক গোটাই লৈছে, সত্ৰ পাতি বহি লৈ হেনো শিচ ভজাব লাগিছে। এইবাৰ কিবা এটা ডাঙৰ ফন্দি পাতি আহিছে দেই।

১ম—নহয় বুজিছাঁনে, ময়ো গৈছিলোঁ। মানুহজনলৈ মোৰ হ'লে ভক্তি লাগি আহিছে। তেওঁ সেই আগৰটো মানুহ হৈ থকা নাই।

২য়—তুমিও এটা বৰ ভোদাহে। ৰতনৰ কম তলা-নলা বুলিছা? বৰ সাধুটো হৈ শিচ ভজাই, তাৰ মূৰতে খাই আছে। এতিয়া শিচো বাঢ়ি যাব, মোনাও ভৰি যাব। এইদৰে লোকৰ মূৰতে খাই থাকিবলৈ পালেনো কোনে ডকা দি মৰিবলৈ যায়হে? মানুহ কেনেকৈ জানো এনে ভাওকী হ'ব পাৰে দেও।

১ম—নহয় জানিছা, অনেক জনা-বুজা মানুহ শিচ হৈছেগৈ। দিনে ৰাতিয়ে মানুহৰ লানী নিছিগা হৈছে। গাত একেৰা কালিকা নেথাকিলে, এনেটো কেনেকৈ হ'ব? আমাৰ লগৰ তাহানিৰ সেই সিন্ধু আৰু বিজয়, সিহঁত হালেও শৰণ লৈছেগৈ নহয়। (দূৰলৈ চাই) অ' সৌৱা সিহঁত আহিছেই।

২য়—আহাঁ আহাঁ; নাম কওঁতেই ওলাইছাহি, ভালেদিন জীৱাহক!

( ৩য় আৰু ৪ৰ্থ ডকাইতৰ প্ৰবেশ )

৩য়—কিয় নাম ক'বলৈ আমিনো কি জগৰ লগালোঁ ?

২য়—জগৰ লগাবলৈ আৰু কি থৈছা ? তোমালোকে বোলে ৰতন বাপুত শৰণ ল'লাগৈ। সি কিহলৈ কিহৰ পাং পাতিছেহি, তাৰ একো উৱাদিহ ওলোৱা নাই। সেই ভাওকাটোত শৰণ ল'বলৈ কি বাবীৰ ভূতে কিলাইছিল ?

৪ৰ্থ—তুমি তেওঁৰ গুৰিলৈ গৈছিলানে ?

২য়—মই কিয় যাম ? সি জানো মোৰ গুৰিলৈ আহিছে ?

৩য়—তেনেহ'লে নেদেখা নিচিতাকৈ এনেবোৰ কথা কৈ নুফুৰিবা ; আৰু আমাৰ আগত তেওঁৰ কথা কওঁতে 'সি' নুবুলিবা। তেওঁ সেই আগৰ ৰতন ডকাইত নহয়, এতিয়া তেওঁ এগৰাকী মহা সাধুপুৰুষ।

২য়—বাৰু তোমালোকে বেয়া পালে 'সি' নোবোলোঁ, 'তেওঁ' বুলিয়েই ক'ম। পাচে তোমালোকে 'তেওঁৰ' গাত কিনো মহিমা দেখিছা আমাকো বাৰু কোৱাচোন শুনো। গুণ চৰিত্ৰ শুনিলে আমাৰো বা মনে ঢাল লয়।

৩য়—তেওঁ এজন মহাপুৰুষ, কোনো কথাতে বেয়া বুলিবলৈ ঠাই নাই। ঈশ্বৰৰ নাম লৈছে, ঈশ্বৰৰ কথা ভাবিছে, লোকক ৰাম নাম শিকাইছে, জাকে জাকে ল'ৰাক পুথি-পাঁজি পঢ়াইছে। খং নাই, লোভ নাই, হিংসা নাই, কপট নাই, মিছা কথা নাই। আৰু নো কি হ'ব লাগে ?

২য়—বাৰু খায় কি ? থাকে কেনেকৈ ?

৪ৰ্থ—মই কওঁ শুনা। অমিতা এচটি, নহ'লে বেল অকণ, নাইবা কুঁহিয়াৰ এপাৰ, দিনত এয়ে আহাৰ; ৰাতি এপোহা চাউলৰ বৰতীয়া ভাত, পিন্ধে গেৰুৱা কানি এডোখৰ ; শোৱে তুপৰ ৰাতি ভাটী দিলে, আৰু উঠে ৰাতি এডোখৰ থাকোঁতেই।

১ম—সেয়া শুনিলা নহয় ; এতিয়া মোৰ কথাৰ প্ৰমাণ পালানে ?

২য়—বাৰু লগৰ মানুহবোৰে খায় কি ?

৪ৰ্থ—তেওঁ যিহকে খায়, তেওঁলোকেও তাকে খায় ; সকলোৰে একে খোৱা। তেওঁ সকলোলৈকে একে দিহাকে কৰি দিছে।

২য়—এই অতেক ৰাইজখনে যে ভেটি-ভাৰবোৰ দিয়েগৈ, সেইবোৰ কি কৰে ?

৩য়—সেইবোৰ সোপাকে দীন দুখীয়াক বিলাই দিয়ে। তাৰে পৰাই অনেক দৰিদ্ৰ তৰিব পাৰিছে ?

২য়—পাচে তেওঁ নিজে আৰু লগৰ মানুহজাকে খায় ক'ৰ ?

৪ৰ্থ—সাত দিনৰ মূৰে মূৰে, লগৰ ভকতবোৰে এপৰ বেলিলৈ ভিক্ষা কৰেগৈ। তাত যি পায় তাৰেই সাত দিনলৈ খাবলৈ জোৰে। নুজুৰিবনো কিয় ? দিনে তেও গাই পতি এপোহা চাউলহে লাগে।

২য়—বাৰু দেখিলেহে লেখিম ভেলেকীয়ে কি ল'ৰা পায়। এই সোপা জানিবা পাইছোঁ ; পাচে মানুহটো আগেয়ে আছিল কিটো, তালৈ নোচোৱা কিয় ?

১ম—সেইটো কেলেই লাগিছে ? আগেয়ে জানিবা বেয়াই আছিল, সেইবাবে আৰু পাচতো ভাল হ'ব নেপায়নে ? আগৰছোৱা কথা এৰি দি, এতিয়া যি দেখিছোঁ, তাকেহে ধৰিব লাগে। মই হ'লে দেও, ইবোৰ সিবোৰ কথা নেজানো ; মোৰ বৰ মন গৈছে ; মই তেওঁক শৰণ লৈ আহিমগৈ।

২য়—বাৰু, তোমালোক দুজনৰ বাহিৰে আমাৰ মানুহজাকৰ কিমানে শৰণ লৈছেগৈ ?

৩য়—অ' তাহানিৰ আমাৰ দলটোৰ কথা সুধিছা ? আমি দুটাই লৈতে, এতিয়ালৈকে দুকুৰিয়ে লৈছেগৈ। আৰু দেখোঁ একুৰিহে বাকী থাকিল। তাৰে আকৌ মৰা-হজা আছে, গম নোপোৱা আছে, আৰু পাচলৈকো আহিবলৈ আছে।

২য়—( স্বগতঃ ) তেনেহ'লে দেখোন জাকেই লগ ললেগৈ। মইনো অকলৈ থাকি বাছ পৰোঁ কিয় ? ৰতনে যিটো ফন্দি পাতি বহিছেহি, ইয়াৰ গুটি ধৰাইহে এৰিব। হোৱা হোৱে ধন আহিব ; ইহঁতে আটায়ে তাৰ ভাগ পাব ; অফলীয়া কাটি থকা যাবে, অকল মইহে নেপাম। এতেকে ময়ো লগ ল'ব লগা হ'ল। লৈ থওঁ শৰণটো, সিনো কি ভাত-মাছ খুজিব ? এবাৰ আমাৰ সেই গোসাঁই পাটেও দিছিল নহয় শৰণ, পাচে তাৰ পৰানো মোৰ কি আহুকালটো হৈছে।

১ম—দেখোন মৌন হৈ ৰ'লা ? অকলৈ অকলৈ কি ভাবিছা ?

২য়—ভাবিছোঁ বোলোঁ মোৰ কথা শুনি তোমা-লোকে বা কি ভাবিছা। তোমালোকক খুটিয়াই চাই মনটোহে বুজি লৈছোঁ ; পেটেৰে কথা সোপাকে টলকিছোঁ। তোমালোক আটাইবোৰ যেনি গৈছা, ময়ো তেনি নগৈ, আকৌ সুকীয়া বাট এটা বন্ধাই ল'মনে ? ওলোৱা কাইলৈকে, তুমিয়ে ময়ে দুয়ো শৰণ লৈ আহোঁগৈ।

১ম—ভাল কথা, ওলাবাঁ।

৩য়—তেনেহ'লে আমাৰ লগতে ওলাবাঁহক, আমি সকলো দিহা-পোহা কৰি দিমগৈ।

২য়—বাৰু একো কথা নাই, সেয়ে হ'ব। এতিয়া আৰু কথা চোবাই থকাৰ সকাম নাই ; দিহা দিহি যাবহে লাগে।

৩য়—এৰা হয়, আমি আহিলোঁ আৰু, তোমালোকো যাবাগৈ।

২য়—পাচে মোৰ হ'লে পাই-পইচা দিবলৈ নাই একো, এতিয়াই কৈ থৈছোঁ।

৩য়—বাৰু পাই-পইচা নাই, নেলাগে। গুৰু মাননী বুলি তামোল-পাণ এটা দিলেও হ'ব।

২য়—তাকো দিবলৈ, মোৰ বাৰীত পাণ-তামোল একো নাই, জানাই নহয়, তুমিয়েই লৈ আহিবা।

৩য়—বাৰু, আনিম দিয়া।

( এফালে ১ম আৰু ২য় ডকাইতৰ আৰু আনফালে ৩য় আৰু ৪ৰ্থৰ প্ৰস্থান )

( পট উঠে )

### ৫ম দৃশ্য

[ পদুম থকা সৰোবৰ ]

( হাতত ধনু-শৰেৰে ব্যাধৰ প্ৰবেশ )

ব্যাধ—মিছা হ'ল, এই অনা ডেলে। এইবোৰ পাখি সৰি গ'ল, পেটু ওলাই গৈছে ; তেও কপৌটো উৰা মাৰি গুচি গ'ল ; কৰবাত পৰি মৰিবগৈ। অ' সৌহাল চাকৈ-চকোৱা একে-লগে পৰিছেহি। দুইটা নৰলেও, এটা ৰ'বই ৰ'ব। সোঁ বাটে গ'লে, দূৰতে দেখি উৰি যাব, সৌ জোপাৰ আঁৰৰপৰা কাড় মাৰোঁগৈ।

( বেগেৰে প্ৰস্থান )

( বাল্মীকিৰ প্ৰবেশ )

বাল্মীকি—আজি প্ৰকৃতি দেৱীৰ এনে মনোমোহা বিতোপন সাজ কিয় ? সূৰ্য দেৱতাই প্ৰখৰতা

এৰি, শীতল কিৰণেৰে পৃথিৱী পোহৰ কৰিছে ; সুধীৰ মলয়াই ৰিবি ৰিবিকৈ মধুৰ চাটিৰে শৰীৰ জুৰাই, প্ৰাণ-মন পুলকিত কৰিছে ; গছ-লতাই যেন উলাহত উৎসৱৰ বেশ পিন্ধিছে ; বনৰ ফুলে লাহেৰে হালি জালি, হাঁহি হাঁহি, সুবাসেৰে দশোদিশ আমোদিত কৰিছে। আজি যেন আগতকৈ সৰহ ফুল ফুলিছে। সৰোবৰৰ আজি কি সুন্দৰ শোভা। পানীৰ হিল্লোলে, বিবিধ বনেৰে ৰঞ্জিত হৈ, নানা ভংগীৰে নৃত্য কৰিছে ; সৰসীৰ অসংখ্য প্ৰফুল্ল পদুমে বনস্থল উজ্জ্বল কৰি, সেই নৃত্যৰ তাল ধৰিছে ; ক্ৰৌঞ্চ-ক্ৰৌঞ্চিয়ে মনৰ সুখেৰে বিহাৰ কৰিছে। যেনি চাবা মুঠেই প্ৰসন্নতা, প্ৰফুল্লতা, আনন্দ, উৎসৱ আৰু উল্লাস। হায় হায়, কি অত্যাচাৰ! এহাল চৰাইৰ এটা অকস্মাৎ ব্যাধে আহি বধ কৰিলে! কি নিষ্ঠুৰ, কি নিৰ্দয়, কি ভয়ংকৰ পশু স্বভাৱ!

( বেগেৰে ব্যাধৰ প্ৰবেশ, ভিতৰৰে পৰা কৈ আহে )

ব্যাধ—দুইটা নোৱাৰিলোঁ ৰখাব, এটা পৰিল, বাপেকে আনোগৈ।

বাল্মীকি—( ব্যাধৰ বাটত থিয় হৈ খঙেৰে ) নিৰ্বোধ ব্যাধ, তই কিয় এনে কাম কৰিলি ? কামাতুৰ এহাল পক্ষীৰ এটা বধ কৰিলি যেতিয়া, বহু কাললৈ তই প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰ।

( ব্যাধে বিচূৰ্তি হৈ তেওঁলৈ চাই ভেবা লাগে )

বাল্মীকি—( সোঁ হাত দাঙি )
মা নিষাদ প্ৰতিষ্ঠাংত্বমগমঃ শাশ্বতীঃ সমাঃ,
যৎ ক্ৰৌঞ্চ মিথুনাদেকমাবধীঃ কাম মোহিতং।

ব্যাধ—কিনো দোৱান বকে অ'!

( পুষ্পবৃষ্টি হয় )

বাল্মীকি—আকাশৰপৰা পুষ্পবৃষ্টি!

ব্যাধ—( ভয় খাই ) অ' ই কি কথা আকৌ! এই মুকলিখনত ওপৰৰপৰা পাচিয়ে পাচিয়ে ফুল-বোৰ পৰিলহি ক'ৰ! কথা কিবাহে ; কিবা অপদেৱতাৰ মায়া। থাওক, এৰিলোঁ চৰাই-ফৰাই। বেগতে আঁতৰ হৈ পলাব পাৰিলেই হয়।

( বেগেৰে প্ৰস্থান )

বাল্মীকি—হঠাৎ কি বাক্য মোৰ মুখত ওলাল!
—মা নিষাদ প্ৰতিষ্ঠাং ত্বং অগমঃ শাশ্বতীঃ সমাঃ
যৎ ক্ৰৌঞ্চ মিথুনাৎ একং অবধীঃ কাম মোহিতং।
এনে বাক্য পূৰ্বে ক'তো শুনা নাই। শুনি কেনে মধুৰ লাগে! প্ৰাণ কেনে স্পৰ্শ কৰে! ( সৰোবৰলৈ চাই ) আকৌ কি শুনো! এনে মধুৰ ধ্বনি ক'তো কেতিয়াও শুনা নাই।

(সৰোবৰৰ পদুমনিৰ মাজত গীত গাই সৰস্বতীৰ আবিৰ্ভাৱ)

[ গীত ]

সৰস্বতী—আজি জগতত নতুন দীপিতি
নতুন জেউতি নতুন পোহৰ।
চোৱা ত্ৰিদিববাসী মেদিনী-বিহাৰী
পাতাল নিবাসী যত চৰাচৰ।
মৰুময় ভূমি মধুময় কৰি
ব'ব অবিৰামে অমিয়া মাধুৰী
পিব প্ৰাণ ভৰি যত নৰ-নাৰী
লভিব শান্তি সুধা সৰগৰ।
শুনা পুত্ৰ, শুনাহে বাল্মীকি
যি বাক্য বুলিলা তুমি
সেয়ে হ'ল প্ৰথম কবিতা
এই মৰত ভূমিৰ।
সৰস্বতী মই
অধিষ্ঠাত্ৰী সকলো বিদ্যাৰ

বিৰচিলা প্ৰথম কবিতা,
তুষ্ট হ'লোঁ কণ্ঠত বহিলোঁ
বৰ পুত্ৰ হ'লা তুমি মোৰ।
দিলোঁ বৰ—
কবি হোৱা জগতৰ
আদিকবি বুলি খ্যাত হোৱা
বিবিধ ছন্দেৰে ৰচি
কবিতা প্ৰচাৰ কৰা নৰ সমাজত,
ৰওক অনন্ত কাল মানৱ ভূমিত
অফুৰন্ত সোঁত কবিতাৰ।

বাল্মীকি—( সেৱা কৰি ) মাতৃ, আপোনাৰ পদ পংকজত
কোটি কোটি দণ্ডৱৎ জনাইছোঁ।

সৰস্বতী—অবিৰামে মিলক মংগল।

( অন্তৰ্ধান )

( হিংসাসনত ব্ৰহ্মাৰ আবিৰ্ভাৱ )

ব্ৰহ্মা—হে বাল্মীকি,
পৰিচয় সুধিছিলা গুৰুৰ তোমাৰ।
ময়ে সেই গুৰু, ব্ৰহ্মা মই
সন্ন্যাসী ৰূপেৰে দীক্ষা দিলোঁ।
( বাল্মীকিয়ে পৰি সেৱা কৰে )

ব্ৰহ্মা—শুনা এৱে গুৰুৰ আদেশ—

বাল্মীকি—প্ৰভু, আজ্ঞা কৰক, প্ৰাণপন কৰি পালন
কৰিম।

ব্ৰহ্মা—যি ৰূপে ভাবিলা তুমি
সেইৰূপে অৱতাৰ হ'ব শ্ৰীহৰিৰ।
এক হৰি চাৰি অংশে জনম লভিব;
হৰিৰ মহতি শক্তি
সীতা ৰূপে হ'ব আবিৰ্ভাৱ
ৰাম ৰূপে শ্ৰীহৰিয়ে
ভূমিভাৰ হৰণ কৰিব
অসুৰ নাশিব
উদ্ধাৰ কৰিব ভক্ত জয় বিজয়ক
দুৰ্জ্জয় ৰাৱণ আৰু কুম্ভকৰ্ণৰূপী
ৰাখি যাব জগতত
স্বাৰ্থহীন, সত্যনিষ্ঠ
উচ্চ চৰিত্ৰৰ অতি দৃষ্টান্ত মহৎ।
ৰাম নাম মহৌষধ মহা পাতকৰ,
ভৱসিন্ধু তৰিবৰ একমাত্ৰ উপায় কেৱল।
আদেশ কৰিছোঁ মই
ছন্দবন্ধে ৰামায়ণ কৰি প্ৰণয়ন
ৰাম লীলা প্ৰচাৰোঁ ধৰাত।

বাল্মীকি—প্ৰভু মই মহা মূৰ্খই তেনে কাম কিৰূপে
কৰিব পাৰোঁ?

ব্ৰহ্মা—ৰাম পদ শিৰত ধৰিবা
অনুকূলা সৰস্বতী
বিৰাজিব কণ্ঠত সততে
মূৰ্তিমতী কল্পনা মনত।
তোমাক আভাস দিলোঁ মূল ঘটনাৰ,
যি ৰূপে বৰ্ণবা তুমি
সেই ৰূপে লীলা আহি কৰিব হৰিয়ে।
মাগিলোঁ মেলানি
সিদ্ধ হ'ব মহাকাৰ্য অবিঘ্ন ৰূপেৰে।

বাল্মীকি—প্ৰভু আপোনাৰ কৃপাত এই নিকৃষ্ট পাত-
কীয়ে পুনৰ্জন্ম পালোঁ। ( প্ৰণাম )

ব্ৰহ্মা—সৰ্বাংগীন সুমংগল হওক তোমাৰ।

( অন্তৰ্ধান )

বাল্মীকি—( অলপ ভাবি ) শ্ৰীৰামচন্দ্ৰায় নমঃ।
ৰামং লক্ষ্মণ পূৰ্বজং ৰঘুবৰং সীতাপতি সুন্দৰং
কাকুস্থং কৰুণাময়ং গুণনিধিং বিপ্ৰপ্ৰিয়ং ধাৰ্মিকং
ৰাজেন্দ্ৰং সত্যসন্ধং দশৰথ তনয়ং শ্যামলং
শান্তমূৰ্তিং
বন্দে লোকাভিৰামং ৰঘু-কুলতিলকং ৰাঘৱং
ৰাৱণাৰিং।

( গীত-নৃত্যেৰে দেৱকন্যাসকলৰ প্ৰৱেশ )

[ গীত ]

আজি জগতত জোনৰ জোনাক
জিলিকে উজলি অলি
আন্ধাৰ গুচাব, পোহৰ বিলাব
ভাবৰ ওবণি ঠেলি।
নানা জাত ফুলে ফুলনি শুৱাব
অলি কুলে সুখে ফুল মধু খাব
ফুলোঁ ফুলোঁ কৰি ফুলিব নোৱাৰা
ফুলিব ফুলৰ কলি।

জান জুৰি নৈ উলাহেৰে ব'ব
লাহতী মলয়া লাহেৰে বলিব
ভাবৰ মাধুৰী পৰিব উচলি
অমিয়া লহৰি তুলি।

॥ যৱনিকা ॥

---

# মোগল-বিজয়

## চৰিত্ৰ চিনাকি

### পুৰুষ

| | | |
|---|---|---|
| ৺চক্ৰধ্বজ সিংহ | ··· | আহোম ৰজা |
| ৺উদয়াদিত্য সিংহ | ··· | তেওঁৰ ভায়েক, পাচত আহোম ৰজা |
| ৺লাচিৎ | ·· | ঘোঁৰাবৰুৱা, পাচত মোগলৰ ৰণৰ ঘাই সেনাপতি আৰু অসমৰ বৰফুকন |
| ৺বঞ্জিত | ·· | লাচিতৰ মোমায়েক |
| ৺নেওগ ফুকন | ··· | চক্ৰধ্বজৰ সেনাপতি |
| পানীফুকন | ··· | লাচিতৰ সহকাৰী সেনাপতি |
| ডেকাবৰুৱা | ·· | এজন পালী সেনাপতি |
| ৰূপচিং | ·· | কছাৰী |
| বিহমন | ·· | চাওডাং |
| নমোৰাম | ·· | গুৱাহাটীৰ শক্তি উপাসক ব্ৰাহ্মণ |
| কৃষ্ণৰাম | ·· | তেওঁৰ পুতেক |
| এলাহু পাঠক | ·· | মোগলৰ গুপ্তচৰ |
| ১ম ও ২য় চৌধুৰী | ·· | উত্তৰ গুৱাহাটীৰ সম্ভ্ৰান্ত লোক |
| আউৰঙ্গেৰ | ··· | মোগল সম্ৰাট |
| ৰামসিংহ | ··· | মোগল সেনাপতি |
| ফিৰোজখাঁ | ··· | গুৱাহাটীৰ মোগল ফৌজদাৰ |
| ফজলখাঁ | ·· | মোগল বিষয়া |
| কলীয়া | ·· | লাচিতৰ লিগিৰা |

বুঢ়া গোহাঁই, বৰ গোহাঁই, মোগল দূত, চক্ৰধ্বজৰ ১ম আৰু ২য় লিগিৰা, লাচিতৰ লগুৱা, ফিৰোজৰ লগুৱা, দুটা গড়বন্ধা সৈন্য, দুটা নাৱৰীয়া, লাচিতৰ দুজন শৰীৰৰক্ষক সৈন্য।

### স্ত্ৰী

| | | |
|---|---|---|
| মালতী | ··· | লাচিতৰ পত্নী |
| কমলা | ··· | লাচিতৰ তোলনীয়া ভনী |
| পদুমী | ··· | নিৰ্বাসিত কছাৰী মন্ত্ৰীৰ ছদ্মবেশী জীয়েক |
| ৰমণী গাভৰু | ··· | অসম ৰজাৰ বংশৰ জীয়াৰী ; আউৰঙ্গেৰৰ বোৱাৰীয়েক |

দুজনী বাইজী ; ৰমণী আৰু মালতীৰ লিগিৰীসকল।

### নিৰ্বাক

অসমীয়া আৰু মোগল সৈন্যসকল, বাদ্যকৰসকল, ৰাজসভাৰ বিষয়াসকল, ৰমণীৰ লিগিৰাসকল।

## প্ৰথম অংক

### ১ম দৃশ্য

[ গড়গাঁৱৰ দাঁতিৰ কোৰোকানি ]

( হাফলুৰ ওপৰত সাধাৰণ কছাৰী ছোৱালীৰ সাজেৰে পদুমী বহি আছে )

[ গীত ]

পদুমী—কোনোবা দেশৰে সোণালী বিজুলী
চকামকা কৰি কেনিবা যায়,
অবুজন পৰাণৰ তাতেই ধাউতি
বিচাৰি বিচাৰি তৰণি নাই।
কোন দূৰণিত থাকে বা বিজুলী
বাতৰি দিওঁতা গৰাকী নাই,
কেনি যাব লাগে কোনে ক'ব পাৰে
কোন সুদূৰত বিচাৰি পায়।
মিছাতে ঘুৰিলোঁ অতনা ফুৰিলোঁ
নেদেখা নিচিনা নজনা ঠাই,
ফুৰি ফুৰি ফুৰি খালোঁ হাবাথুৰি
নেপালোঁ বিচাৰি, বিজুলী নাই।

বাটৰুৱা অচিনাকি মানুহ : পিয়াহত এটুপি পানী খুজিলেহি, দিলোঁ; খাই গুচি গ'ল। সেই খন্তেকীয়া দেখাতে কিয় মোৰ মন এনে বাউল হ'ল। কিয় মই তেওঁকে বিচাৰি অত দেশ ঘূৰি ফুৰিছোঁ! চিনি নেপাওঁ, নাম নেজানো, ক'ত ঘৰ তাকো ক'ব নোৱাৰোঁ। এইদৰে আগগুৰি নোহোৱাকৈ কিমান বিচাৰি ফুৰিম।

( হাতত যাঠীৰে ৰূপচিঙৰ প্ৰৱেশ )

ৰূপ—উস্ ভাল ধৰিলুং আহি। হেয়া অকলৈ বহি, ৰ লাগি ভাবি আছেহি। ছোৱালীজনীক ভাল ভেলেকী মাৰি বলিয়া কৰিলে ঐ। ( ওচৰ চাপি ) তই কি হলি হেৰ' পদুমী? হেই আহোম ডেকাটোক দেখিবৰ দিন ধৰি তই কি হলি? তাকে বিচাৰি কছাৰী দেশৰপৰা এই গড়গাঁও পালিহি। মুৰো তুক অকলৈ এৰি যাবৰ হৎ নেযায়; তুকে ৰাখি হৰিছুং। মুৰ কথা হুন পদুমী; উভতি ব'ল। তই নোহোৱাত আমাৰ গাঁওখন আন্ধাৰ হৈ আছে। তুৰো বৰ দুখ হৈছে ঐ। মুই তুৰ দুখ দেখিব নুৱাৰং। মুই তুক বৰ ভাল পাং।

পদু—(মনতে) হোজা হাবিতলীয়াৰ কেনে সবল প্ৰাণ, কেনে উদাৰ চিৎ। ( জনাকৈ ) মই জানো ৰূপচিং, তুমি মোক মৰম কৰা। ময়ো তোমাক বৰ আপোন ভাব কৰোঁ। পাচে তেওঁক মই পাহৰিব নোৱাৰোঁ ৰূপচিং। সেইহে এইদৰে বিচাৰি ফুৰিছোঁ।

ৰূপ—তই বিচাৰি পালিয়েই জানিবা। হি জানো কিবা তুৰ দুখ পতিযাব? হুনিচুং, হি বোলে বৰ ডাঙৰ মানুহ। তাৰ নাওটো কিবা চকৰ্ চকৰ্—অ' কিবা "চকৰধজ"। এতিয়া হেনো হিয়েই গড়গাঁৱত ৰজা হৈছে।

পদু—( অলপ চক খাই, ভাবি ) তেন্তেই আহোম ৰজা চক্ৰধ্বজসিংহ। হিয়া, থিৰ হ'বি; তেওঁ অনেক ওখত, বহুত আঁতৰত; ঠেৰুছিগা নিমাখিত কছাৰী ছোৱালীতকৈ তেওঁ ভালেমান ওপৰত। (ৰ লাগে)

ৰূপ—হেয়া, আকৌ ৰ লাগি নমতা হ'লি! ব'ল তেনে, যি হয় হওক আৰু; তুৰ লগতে ঘুৰি ফুৰংগৈ; তেও তুক্ অকলৈ এৰি নেযাং। পাচে হ'লে যি তুৰ এনে কৰিলে, যি তুক কিবা যাদু কৰি বলিয়া কৰিলে, হেই আহোম পোৱালিৰ মুই একা তেজ পিম পদুমী, মুই তাৰ তেজ পিম। (প্ৰস্থান)

( দূৰত সাধাৰণ সাজেৰে নেওগ ফুকন আৰু মোগল দূতৰ প্ৰৱেশ )

নে. ফু.—বেৰ-চালৰো কাণ থাকে। আমাৰ ৰজা চক্ৰধ্বজ নহয়, সাইলাখ চকৰীফেঁটী। কেনে-

বাকৈ গম পালে, পেট ছিৰি লৈ পোৱালি খাব। সেইহে তোমাক এই নিজান ঠাইলৈ লৈ আহিলোঁ। এনেকুৱা গুপুত কথালৈ এনে ঠাইহে প্ৰশস্ত।

পদ্ম—( মনতে ) তেওঁৰ কিবা গুপুত কথা! নুশুনি নোৱাৰোঁ; লুকাই লৈ শুনি থাকোঁ।

( লুকায় )

নে. ফু.—পাচে মিঞা চাহাব, আমাৰ ৰজাই ইয়াকে সমিধান দিব বুলি, মই গোৱতে জানি থৈছোঁ। পূৰ্বে জয়ধ্বজ ৰজাই ৰমণী গাভৰুক বাদৰাৰ পুতেকলৈ সালংকৃতাকৈ উলিয়াই দি, মিতিৰ পাতিলে; ভৰলু. কলং—দুই নৈৰ দক্ষিণছোৱা দেশ বাদৰাক এৰি দিলে, আৰু ইছোৱাৰ বাবে পেচকচ দিবলৈ সৈমান হ'ল। সেই মতেই এতিয়া তোমালোকক আজিলৈকে দিব লাগে ৰূপ ১৯ হাজাৰ আৰু হাতী আঠে কুৰি। এয়েহে কথা?

দূত—হয় দেওতা, ঐতো বাৎ আছে। আপকা তো চব মালুম হ্যায়।

নে. ফু.—পাচে এতিয়া ৰজাই যে কৈছে, 'উঁৰালত ধন নাই, হাতীয়ে শিকনি লোৱা নাই', এইবোৰ তেনেই চলাহী কথা। মই সিবাৰ কৈ পঠোৱা কথাকে ধ্ৰুৰূপ বুজিবা। ৰজাৰ আচলতে কৰ দিবৰ মন নাই। এইদৰে তালিবাজি কৰি থাকি তেওঁ তলে তলে ৰণলৈ সাজু হৈছে। চক্ৰধ্বজৰ চক্ৰান্তৰ তোমালোকে কি তলা-নলা ধৰিবা?

দূত—তব কি লড়াই হোগা, ফুকন দেওতা?

নে. ফু.—ৰজাৰ ভিতৰি সেয়ে অভিপ্ৰায়। তুমি গুৱাহাটীৰ ফৌজদাৰ চাহাবক ক'বাগৈ। দিল্লীৰ-পৰা বেগতে ফৌজ অনাই, অসমদেশ গোটেইখন দখল কৰককহি। শুভ ক'মত পলমৰ সকাম নাই। মোগল সৈন্য গুৱাহাটীৰ ইপাৰ হ'লেই মই সসৈন্যে তোমালোকৰ লগ ল'মগৈ।

দূত—আপনে তো তোফা ফিকিৰ লাগায়া, জোনাব!

নে. ফু.—তুমি অনা চিঠিৰ উত্তৰৰ নামেৰে মই আখৰ এটাও নিদিওঁ। সাপে খায় আৰু কাঁপে খায়। ক'ৰবাত ধৰা পৰিলে ৰজাই মোক নচচা শূলত দিব।

দূত—আচ্ছা, মুখেচে কহি দিব লাগে। মইনে চাহাবকু ঠিক ঠিক বটলাই দিব।

নে. ফু.—( চিঠি উলিয়াই চাই ) তেওঁ লিখিছে বোলে, মই দেশখন লোৱাই দিব পাৰিলে সম্ৰাটে ওমৰাও খিতাপি দি মোকে ইয়াৰ ৰজা পাতিব। তুমি ক'বাগৈ বুলি, এইবাবে নেওগ ফুকনে বাদ্‌চালৈ বহুত সেৱা জনাইছে। আৰু বুলি এই চিঠিকে তেখেতৰ পবিত্ৰ চুক্তিপত্ৰ বুলি তেওঁ সসম্মানে পেৰাত ভৰাই সাঁচি থ'ব।

দূত—আচ্ছা আচ্ছা, হামি কহি দিব।

নে. ফু.—( আকৌ চিঠি চাই ) সম্প্ৰতি ক'বলৈ আৰু বিশেষ একো নাই। এতিয়া পলম নকৰিবাঁ। ইয়াৰ মানুহ যেনেহে টিমক, তোমাকে-মোকে একেলগে দেখিলেই কিবা চোভা কৰিব। নৈৰ দাঁতিৰ সৌ লুংলুঙীয়া বাটটোকে ধৰি ভটীয়াই গৈ থাকাঁ, তোমাৰ নাৱতে উঠিবাঁগৈ।

দূত—আচ্ছা দেওতা, বহুত বহুত চেলাম।

নে. ফু.—ভাল, ময়ো চেলাম দিছোঁ। ( যাব খুজি, উভতি আহি ) এষাৰ কথা থাকি গ'ল। তুমি মোলৈ ভাৰ-ভেটি বুলি যি ধন আনিছিলা, তাৰ বাবে ফৌজদাৰক মোৰ শলাগ জনাবাঁ। আৰু ক'বাঁ বুলি, যেতিয়া যি সম্বাদ লাগে মই যোগাই থাকিম। মোক মাথোন পৰ

নেভাবিব। মই নেওগ ফুকনে লোণ খাই গুণ নেপাহৰোঁ। মই শিলৰ আলিহে বন্ধাইছোঁ, ছাইৰ আলি বন্ধোৱা নাই।

দূত—অলবৎ ফুকনজী, আপনে হামাৰ দোস্ত আছে। এই বাৎ ফৌজদাৰ চাহেব খুব জানিজে, বাদচাভি মালুম পাইছে।

( নেওগ ফুকনৰ প্ৰস্থান )

দূত—চইতান, কাফেৰ এইচা বেমানকু বাদচা ওমৰাও বনাৱেগা। লাথ মাৰোঁ তেৰা মুখপৰ। ( প্ৰস্থান )

( পদুমীৰ প্ৰৱেশ )

পদু—কেনে ভয়ংকৰ চক্ৰান্ত। বিশ্বাসঘাতকী হ'ব, ৰাজদ্ৰোহ কৰিব, দেশদ্ৰোহ কৰিব, লাভৰ হৈ নিজৰ মাতৃকো পৰত বেচিব! এনে একো একোটা দেশদ্ৰোহীয়েই একোটা জাতিক, একোখন ৰাজ্যক, একোখন দেশক ধ্বংস কৰিছে। আহোম ৰাজ্য মোগলে ল'লে, আহোম, কছাৰী, জয়ন্তীয়া, দৰঙীয়া সকলো ৰাজ্য অচিৰতে মোগলৰ অধীন হ'ব। মোৰ বেলি কৰিবৰ পৰ নাই। আহোমৰ ৰজা মোৰ সেই আহোম ডেকা। হে গোসাঁই, তেওঁক সহায় কৰিবলৈ এই তিৰীমতী অবলাক বল দিবা। ( প্ৰস্থান )

( নেওগ ফুকনৰ প্ৰৱেশ )

নে. ফু.—( দূত যোৱা ফাললৈ চাই ) ঠিক বাটেই গৈছে, নাও বন্ধা ঠাইতে ওলাবগৈ। ইহঁত আহিলে, আকৌ ঘূৰি নেযায় মানে, মোৰ জানিবা জুইৰ চকুহে মূৰত থাকে। কোনোবাই কথাটোৰ কিবা উহ পায় বুলি, ভয়তে অত্ৰাহি থৈ থাকোঁ। ডাঙৰ কথা বুলিলে, এনে ভয়-ভাবনা চিন্তা-চৰ্চা থাকিবই। ৰাজপাটৰ বাট সুগম নহয়। ইয়াৰ বাবে কতই ভ্ৰাতৃহত্যা, নাৰীহত্যা, শিশুহত্যা, পিতৃহত্যা কৰিছে! হয় বাৰু, অসম মোৰ নিজৰ দেশ; মই আহোম ৰজাৰ সেনাপতি। আছে হয় মোৰ ওপৰত ৰজাৰ অচল অটল বিশ্বাস। সেইবুলি মই এতিয়া নিজৰ উন্নতিৰ অৰ্থে পুৰুষাৰ্থ নকৰিম নে? ধৰ্ম-অধৰ্ম, পাপ-পুণ্য, ন্যায়-অন্যায় একো নাই, সকলোবোৰ মানুহে সজা কথা; জগত মাত্ৰ স্বাৰ্থৰ দাস। আহোম ৰজা উচ্ছন্ন যাওক, অসমদেশ ধ্বংস হওক, তাত মোৰ কিহৰ হানি—যদি তাৰ-পৰা মোৰ বিপুল স্বাৰ্থ সিদ্ধি হয়। সম্প্ৰতি মোগলৰ তলতেই ৰাজপাট লৈ, পাচত এই-দৰেই এদিন মোগলকো ওফৰাই ময়ে স্বাধীন ৰজা হ'ম। নেওগ ফুকন, তোৰ সোণাময় সুযোগ। আৰু অলপ দিন মাত্ৰ চক্ৰধ্বজৰ চকুত বালি মাৰি থাক।

( দূৰত হাঁহি মাৰি মাৰি ৰূপচিঙৰ প্ৰৱেশ )

নে. ফু.—এইটো আকৌ ক'ৰ মানুহ! ঠেহেৰ্, ঠেহেৰ্, হাঁচি মাৰি আপদ চোঁচৰাবলৈ আহিল। মোৰ কথাৰে আকৌ কিবা গম পালেনে কিঁ! ( লুকায় )

ৰূপ—( হাঁফলুলৈ চাই ) নাই, আকৌ কেনিবা উধাও মেলিলে! উস্, উচাট মন্ত্ৰৰ বলত তাইক তেনেই বলিয়া কৰিলে ঐ। মুয়ো ইয়াৰ হোৰ তুলিম। মুই তাৰ বুকু ছিৰাছিৰ কৰিম; তাৰ তেজ পিম, তাক বধিম।

নে. ফু.—( ওলাই আহি ) নাই, কাৰোবাৰহে কিবা কথা কৈছে। কথাটোৰ ওৰ লওঁ; কিবা কামত লাগিব পাৰে। ( ওচৰ চাপি ) অচিনাকি ডেকা, তোমাৰ মনত দেখিছোঁ কিবা ডাঙৰ চোট লাগিছে। থিৰ হোৱা, উতলা নহ'বা। তুমি কাক বধিম বুলিছা?

ৰূপ—হেই তাক, যি মোৰ পত্নীৰ তেজ খালে, তাক।

নে. ফু.—( মনতে ) বলিয়া নেকি ? (শুনাকৈ) তোমাৰ কথা মই বুজিব পৰা নাই। কোঁৱাচোন, তোমাৰ কি হৈছে ?

ৰূপ—মুৰ কি হৈছে। এজনী কুমলীয়া গাভৰু আছিল। তাই জোনটোৰ দৰে ধুনীয়া ; তাই ভেলেঙী পহুজনীৰ দৰে চায় ; তাই মালতী ফুলৰ দৰে নিপপীয়া ; তাই গাঁওখন ছৰাই আছিল। এনেতে এদিন হি গৈ কিবা যাদু কৰি গুচি আহিল। হেইদিন ধৰি তাই জলকা লাগিল ; তাইৰ ৰং-ধেমালি নোহোৱা হ'ল। ঘৰ-বাৰী এৰি তাই তাকে বিচাৰি ফুৰিছে। তাইৰ দুখতে মুৰো হিয়াখন ফাটি গৈছে। তুৰ কেতিয়াবা এনে হৈছিল না ? হৈছিল যদি, তেহে বুজিব পাৰিবি—মুৰ কি হৈছে।

নে. ফু.—তুমি কাৰ কথা কৈছা ? কোনে এনে কাম কৰিলে ?

ৰূপ—হেই হি, তইঁতৰ ৰজা চকৰধজে। মুই তাৰ তেজ পিম। ক'ব পাৰ, ক'ত তাক লগ পাম ?

নে. ফু.—ৰাম ৰাম। তেখেত দেশৰ ৰজা, তেনে কথা মনতো ভাবিব নেপায়। তুমি খং এৰা, থিৰ হোৱা।

ৰূপ—বুকুত জুই লাগি ডেই-পুৰি নিছে। জান যদি ক মোক, ক'লৈ গ'লে তাক লগ পাম।

নে. ফু.—( মনতে ) বলিয়া নহয়, হতাশ প্ৰেমিক। ( শুনাকৈ ) তুমি ক'ৰ মানুহ, ঘৰ ক'ত ?

ৰূপ—বহুত দূৰত ; কছাৰী দেশত। পাৰিবিনা ক'ব মই সোধা কথা ?

নে. ফু.—( মনতে ) অতদিনে এইটো বাট চকুত নপৰিছিল। চক্ৰধ্বজক সৰকাব পাৰিলে, মোৰ পথ অতি সুগম হয়। এইপাট নতুন অস্ত্ৰ আপুনি পোট খাইছেহি। ই কাৰ্য সিদ্ধিৰ আগ লক্ষণ। সম্প্ৰতি মানুহটো হাতত ৰাখি লওঁ। পাচে পৰে বুজিবাজি যি হয় কৰিম।

ৰূপ—অ', তই নোৱাৰিবি ক'ব ; মুই যাং। ( যাব খোজে )

নি. ফু.—নহয় ৰ'বা। তোমাৰ দুখৰ কথা শুনিহে ৰ লাগিছোঁ। সঁচা কৈছোঁ। কছাৰী ডেকা, তোমালৈ মৰম লাগিছে। পাচে, তুমি এইদৰে বলকি ফুৰিলে তোমাক কোনে সহায় কৰিব ? মানুহৰ জানো মৰিবলৈ কিবা ভয় নাই ? যিটো ভাবিবা তাক কেতিয়াও নক'বা ; ক'বা তেনেই তাৰ ওলোটাটো। সেয়ে নহ'লে, আজিকালি কোনো কাম সিদ্ধ নহয়।

ৰূপ—মুৰ বুকুখনত পোৰণি উঠিলে কথাবোৰ আপুনি ওলাই আহে।

নে. ফু.—নিদিবা ওলাই আহিব ; হেঁচি-ঠেলি সুমাই থ'বা। তাকে যদি কৰিব পাৰাঁ মোৰপৰাই এফেৰি উপকাৰ পোৱা কি চোৱাঁ। নহ'লে এই গড়গাঁও নগৰত এই কথা যাকে ক'বা, সেয়ে তোমাক ৰজাৰ চ'ৰালৈ ধৰি নিব।

ৰূপ—বাৰু তুৰ বুধিকে শুনিম ; মুখুকং আৰু বকি-জকি। তই তাক চলৰ ঠাইত দেখুৱাই দে।

নে. ফু.—সিমান ঘপৰাই কৰিব পৰা কাম নহয়। ছেগ মিলাবলৈ চল চাই ফুৰিব লাগিব। (মনতে) ইয়াক বেগতে নেৰিছোঁ। কাৰ্যটো কৰাই ল'ব পাৰিলে খণ্ডৰ ভাও জুৰি ইয়াকো ততালিকে দোছোৱা কৰি থ'ম। তেতিয়া আৰু মষে ফেটাই দিছিলোঁ বুলি কোনে জানিব ? ( শুনাকৈ ) বাৰু আহাঁ। মই তোমাক বঢ়িয়া বুধি দিম।

ৰূপ—বাৰু ব'ল, ক'লৈ যাব লাগে।

( দুইৰো প্ৰস্থান )

( গেৰুৱা সাজেৰে নমোৰামৰ প্ৰৱেশ )

নমো—মাতৃভূমি বিজাতি মোগলৰ পদানতা। উজনি-খণ্ডত দেখি তেও কিছু আশাৰ সঞ্চাৰ হৈছে। কি সমৃদ্ধি এই আহোম ৰাজ্যৰ। ৰজাও নিচেষ্ট থকা নাই। গোটেই দেশৰে কোঠবোৰৰ সংস্কাৰ কৰাইছে ; নকৈ কোঠ মৰাইছে, সৈন্য-সামন্ত আহিলা-পাতিও বৃদ্ধি কৰিছে। অসমৰ কি নাই ? বুদ্ধি, শক্তি, সম্পদ, জনবল—সকলো আছে, লাগে মাত্ৰ নেতৃত্ব কৰোঁতা উপযুক্ত লোক। চক্ৰধ্বজৰ সুযোগ্য নেতৃত্বত দেশ আকৌ স্বাধীন হোৱাৰ সম্ভৱ দেখিছোঁ। কিন্তু ৰজাৰ বল প্ৰজাৰ সহযোগত। মই গুৱাহাটীলৈ শীঘ্ৰে উভতি যাওঁ ; সেই অঞ্চলৰ প্ৰজাকো ইয়াৰ দৰেই জাগ্ৰত কৰোঁগৈ। মোক্ষদা, কামদা, সৰ্বদা, মহাশক্তি আই মোৰ, দেশ-মাতৃৰ সেৱালৈ মোক শক্তি দিয়াঁ আই।

[ গীত ]

আই মোৰ চেনেহী আই,
আই মোৰ আপোনাৰ আই।
আই মোৰ চেনেহী, আই মোৰ ৰূপহী
আই মোৰ মধুৰী আই,
আই মোৰ আপোনাৰ আই।
অতিকৈ পুৰণি সবাতকৈ গুৱনী
অ' মোৰ সাদৰী আই,
শকতিত অসমা বিভূতিত অসমা
কীৰিতিত অসমা আই,
আই মোৰ আপোনাৰ আই।

( প্ৰস্থান )

( পট উঠে )

## ২য় দৃশ্য

[ গড়গাঁও—কাৰেঙৰ তামুলী-চ'ৰা ]

( ঘৰুৱা সাজেৰে চক্ৰধ্বজ আৰু বিষয়াৰ সাজেৰে নেওগ ফুকন। দুৰত পুৰুষৰ সাজেৰে পদুমী থিয় হৈ আছে )

পদুমী—সৰ্গদেৱ, মই নিঠৰুৱা, নিৰাশ্ৰয় কছাৰী ল'ৰা। সৰ্গদেৱৰ চৰণত আশ্ৰয় মাগিবলৈ আহিছোঁ ; সেয়ে মোৰ প্ৰয়োজন।

চক্ৰ—কছাৰীক আশ্ৰয়! এই নেজাননে, কছাৰী আহোমৰ পূৰ্বশত্ৰু বুলি ?

পদু—জানো ; কিন্তু সৰ্গদেৱৰ মহৎ প্ৰাণ। বৰ গছৰ ছাঁৰ দৰে, জোন-বেলিৰ পোহৰৰ দৰে, মহতৰ মৰমেও আপোন-পৰ নিবিচাৰে। তাৰ বাজেও সৰ্গদেৱ, বন্দীয়ে জীৱনলৈ বুলি কছাৰী দেশ এৰি আহিছোঁ।

চক্ৰ—কিন্তু তোৰ যে একো গুপ্ত অভিসন্ধি নাই, তাৰ প্ৰমাণ কি ? কি বোলাঁ নেওগ ফুকন ?

নে. ফু.—হয় সৰ্গদেৱ, তাৰ একো প্ৰমাণ নাই।

পদু—( মনতে ) অ' এৱেঁই কালিৰ সেই নেওগ ফুকন। ( ৰজাক ) ততালিকে প্ৰমাণ দিবৰ বন্দীৰ উপায় নাই। কথাৰ প্ৰমাণ কাৰ্যত ; সৰ্গদেৱে আশ্ৰয় দিলেহে বন্দীয়ে যদি কিবা পদ প্ৰমাণ দেখুৱাব পাৰোঁ।

চক্ৰ—পাচে তই যে অচিনাকি ?

পদু—মোৰ দৰে নিমাখিত প্ৰাণী সৰ্গদেৱৰ কেনেকৈ চিনাকি হ'ব পাৰে ? কিন্তু সৰ্গদেৱ, গুৰিতে কোনো কাৰো চিনাকি নেথাকে। অচিনাকি হ'লেও, বন্দী মাথোন আঁঠুৱা তলৰ ম'হ, ক্ষুদ্ৰ এটা গুড়ি পৰুৱা।

চক্ৰ—তোৰ কথা-বাৰ্তা আৰু সাজপাৰো সাধাৰণ কছাৰীতকৈ ভাল দেখিছোঁ। এনে শুৱলা কথা ক'বলৈ তই ক'ত শিকিলি, কছাৰী ল'ৰা ?

পদ্ম—বন্দী পূৰ্বে কছাৰী ৰজাৰ কাৰেঙত আছিলোঁ।

চক্ৰ—তই কাৰেঙৰ কি কামত আছিলি ?

পদ্ম—বন্দী আছিলোঁ ৰজাৰ গা-চোৱা লিগিৰা।

চক্ৰ—( মনতে ) ইয়াক দেখি, আন এখন মুখলৈ মনত পৰিছে। সেই একে চকু, একে নাক, একে মুখ আৰু একে মাত। ( শুনাকৈ ) বাৰু, ময়ো তোক সম্প্ৰতি সেই কামতে ৰাখিছোঁ।

পদ্ম—সৰ্গদেৱৰ জয়-জয়কাৰ হওক। আশীৰ্বাদ কৰিব, বন্দীয়ে যেন অলপো কিবা এফেৰি উপকাৰ কৰিব পাৰোঁ।

নে. ফু.—( বিদ্ৰূপৰ হাঁহিৰে ) হেৰ' কটা কছাৰী, তই সৰ্গদেৱৰ কি উপকাৰ কৰিবৰ পাত্ৰ ?

পদ্ম—ডাঙৰীয়া, কেৰ্কেটুৱাৰ বাঁহপাতেই ভেটি। শুনিছোঁ বোলে, ডাঙৰীয়া সৰ্গদেৱৰ সেনাপতি। ডাঙৰীয়াৰ ক্ষমতাও ডাঙৰ, কাৰ্যৰ থলীও বহল, আৰু সেইদৰেই কাৰ্যও দূৰত—সৰ্গদেৱৰ শত্ৰুৰ লগত—

( নেওগ ফুকনে অলপ চক্ খায় )

মই হ'লোঁ সামান্য লিগিৰা ; ভিতৰতে লগুৱালি কৰি গৰাকীৰ অলপ সন্তোষ লগাব পাৰিলেও সেয়ে মোৰ বহুত।

চক্ৰ—তোৰ নামটো কি ?

পদ্ম—বন্দীৰ নাম পদো।

চক্ৰ—তই এতিয়া বাহিৰ চ'ৰাত থাকগৈ ; পাচত মই মতাম।

( পদুমীৰ প্ৰণাম কৰি প্ৰস্থান )

চক্ৰ—ফুকন, সকৰে সকৰ ভাবেই ডাঙৰক অনেক উপকাৰ কৰিব পাৰে।

নে. ফু.—সৰ্গদেৱ, ল'ৰাটো বৰ চতুৰ যেন দেখিছোঁ। ইয়াৰ ওপৰত চকু ৰখাৰ প্ৰয়োজন।

চক্ৰ—মুখেই মনৰ চিনাকি দিয়ে। তাৰ মুখত সৰল মনৰ ছাঁ আছে। তেও বাৰু তোমাৰ কথা মনত ৰাখিম। পাচে ফুকন, মোগলৰ কটকী আহিছিল, শুনিছা নহয় ?

নে. ফু.—শুনোতে শুনিছোঁ ; পাচে মই দেখা হ'লে নাই ; আৰু আহিছিল বা কিয় তাকো নেজানো।

চক্ৰ—তাকে ক'বলৈহে তোমাক মতাই আনিছোঁ। গুৱাহাটীৰ ৰচিদখাঁ ফৌজদাৰে আকৌ সেই কৰ মাৰিবলৈকে মানুহ পঠাইছিল। মই সমিধান দিলোঁ—বোলোঁ, ধন সম্প্ৰতি ভঁৰালত নাই, আৰু বোলোঁ হাতীও আদ্-বনৰীয়া হৈ আছে।

নে. ফু.—ডাঙৰীয়াসকলক—

চক্ৰ—হয়, সুধিছিলোঁ। তেওঁলোকেও তাকে ভাল বুলিলে।

নে. ফু.—তেনেহ'লেনো মোৰ আৰু কি মাত আছে ? মোৰ মনেৰে হ'লে, খাটাংকৈ কৈ দিবহে লাগে—আমি কৰ নিদিওঁ, ৰণহে কৰিম।

চক্ৰ—তেতিয়াহ'লে যে ততালিকে ৰণ লাগে।

নে. ফু.—তালৈ মই সাজু হৈ আছোঁ, সৰ্গদেৱ। সৰ্গদেৱ, আজ্ঞা দিয়ক, মই কাইলৈকে যাওঁ, ৰচিদখাঁক ধৰি আনোগৈ। আহোম ৰাজ্য লোকৰ তলতীয়া ; আমি আহোম হৈ কিয় সহি থাকোঁ সৰ্গদেৱ ?

চক্ৰ—ফুকন, তোমাৰ সাহ-পিৎ আৰু মনৰ তেজ মোৰ পৰম সম্পদ। কিন্তু, ৰজাৰ দায়িত্ব বৰ গধুৰ। আৰু কিছুদিনলৈ এই ৰণ স্থগিত থাকিব।

নে. ফু.—সৰ্গদেৱৰ যি আদেশ। এতিয়া তেন্তে সেৱাহে জনাওঁ।

চক্র—থাক যোৱা। সৈন্য-সামন্ত গোটোৱাত একো লেহেম হ'ব নেলাগে। ৰণৰ সকলো দিহা-পোহা অতি শীঘ্রে হৈ উঠিব লাগে।

নে. ফু.—সকলো কাম সুপ্রতুলভাৱে চলিছে সর্গদেৱ।

( মূৰ দোঁৱাই প্রস্থান )

চক্র—ৰণখন আৰু কিছুদিনলৈ হেঁাহকাই থাকিব লাগিব। যিমানেই পাচলৈ যাব, মোৰ সিমানেই বল বাঢ়ি গুৰি শকত হ'ব।

( প্রস্থান )

( পট পৰে )

## ৩য় দৃশ্য

[ গড়গাঁও—আওহতীয়া বাট ]

( নেওগ ফুকন আৰু ৰূপচিঙৰ কথা পাতি প্রৱেশ )

নে. ফু.—তোমাক সিদিনাই কৈছোঁ নহয়, বোলোঁ সেই ফুলনিডৰাতে খাপ দি থাকিবা। ৰজাই তাতে মাজে মাজে ফুৰেহি। তাতকৈ আৰু চলৰ ঠাই নোপোৱা।

ৰূপ—হদায় খাপ দিছং। হি আহা নাই। দুদিন হ'লে আহিছিল; মই চল নাপালং।

নে. ফু.—ৰজা সম্প্রতি ৰণৰ কথাত লাগি আছে। সেইবাবেহে ফুলনিত ফুৰিবৰ আজৰি পোৱা নাই। তুমি দিনৌ খাপ দিবা। এদিন নহয় এদিন বহাব পাৰিবা। নেৰিবা, লেকেটীয়াকৈ লাগি থাকাগৈ।

ৰূপ—ৰণনো আকৌ ক'ত লাগিল ?

নে. ফু.—নৌ লাগে এথোন, লাগিবৰ উপক্রমহে হৈছে। মোগল ৰজাৰে আমাৰ ৰজাৰে ৰণ লাগিবলৈ ধৰিছে।

ৰূপ—এইটো নো আকৌ ক'ৰ মোগল ৰজা ? তাৰ দেশ কোন ফালে ? কছাৰী দেশৰ এই পাৰ না হিপাৰ ?

নে. ফু.—কছাৰী দেশৰ সিপাৰে। গুৱাহাটীৰপৰা ভাটীলৈ মোগলৰ দেশ; বৰ ডাঙৰ দেশ।

ৰূপ—তই নো তেনে কেনে মানুহ অ' ?

নে. ফু.—কিয়, মই কি কৰিলোঁ ?

ৰূপ—তয়ে কৈছ দেশত ৰণ লাগিব; তই আকৌ তইঁতৰ ৰজাটোকে মৰাব খুজিছ! ইঃ, আমাৰ কছাৰী দেশত এনে কুকুৰ মানুহ নাই একা।

নে. ফু.—তুমি বিচৰাতহে মই বুধি দিছোঁ। এতিয়া আকৌ ঘুৰি মযেহ বেয়া হ'লোঁ ?

ৰূপ—মুই তাক মাৰিম। এবছৰ খাপ দিম, তেও মাৰিম। পাচে মই তুৰ গুৰিলৈ হ'লে নাহং আৰু। তই বৰ বেয়া মানুহ, বৰ বেয়া মানুহ।

( প্রস্থান )

নে. ফু.—হাবিতলীয়া অসভ্যই এইবোৰ ৰাজনীতিৰ কথা কি জানে। ( ভাবি ) নহয়, অকল ইয়ালৈকে আশা কৰি থকা বেয়া হৈছে। সেই বিহমন বোলা চাওডাংটোকো লগাই দিওঁ। কেউফালৰপৰা কেইবা পাটো শৰ সন্ধান কৰোঁ। এপাট নহয় এপাট লাগিবগৈ।

( প্রস্থান )

( পট পৰে )

## ৪র্থ দৃশ্য

[ গড়গাঁও—কাৰেঙৰ ৰাঙলী চ'ৰা ]

( লিগিৰাৰ সাজেৰে পদুমী )

[ গীত ]

পদু—কোন মলয়াৰ লাহৰী বতাহে
(মোৰ) শুদা হিয়া পাই নিলে উকৰাই
নিচিনা-নজনা কোনোবা দেশতে
নতুন ছেৰেৰে ফুৰে নচুৱাই।

পুৱাবে ব'গত ফুলপাহি দৰে
হাঁহি থাকোঁতেই মুকলি মনেৰে,
(মোৰ) পখিলা নপৰা ভোমোৰাই নোপোৱা
আলসুৱা হিয়া নিলে উকৰাই।

(ঘৰুৱা সাজেৰে চক্ৰধ্বজৰ প্ৰবেশ)

চক্ৰ—আঁতৰৰপৰা আৰু ভাল শুনিলোঁ। তোৰ মাতটো বৰ মিঠা আৰু গীতবোৰো শুৱলা।

পদ্ম—সৰ্গদেৱৰ অনুগ্ৰহ।

চক্ৰ—পদো, তোৰ আৰু কোনোবা আছেনে?

পদ্ম—পূৰ্বেই জনাইছিলোঁ স্বৰ্গদেৱ, বন্দীৰ আৰু কেও কিছু নাই।

চক্ৰ—এবাৰ তোৰ দৰেই আৰু এখন মুখ দেখিছিলোঁ—অকল মাথোন এখন্তকলৈ। তোক দেখিলে মোৰ সেই মুখখনলৈ মনত পৰে।

পদ্ম—সৰ্গদেৱৰ মুখে এই কথা শুনিবৰ বন্দীৰ আৰু এদিন সৌভাগ্য ঘটিছিল। মুখৰ গৰাকীৰ বৰ ভাগ্য বুলিছোঁ। স্বৰ্গদেৱ, বৰ লোকৰ অনেক মুখ চকুত পৰে, মনত থকাটোহে সৰহ নহয়।

(দুইৰো প্ৰস্থান)

(১ম আৰু ২য় লিগিৰাৰ প্ৰবেশ)

১ম—আৰু এই কছাৰী ল'ৰাটোৱে ৰজাক কি আহঁদি কৰিলে, ক'ব নোৱাৰোঁ বোপাই—খাওঁতে পদো, শোওঁতে পদো, উঠোঁতে পদো, বহোঁতে পদো, মুঠেই পদোহে পদো। তাৰ দৰে খাটনীয়াৰ নোহোৱাই হ'ল।

২য়—তোৰ হ'বলা খিয়াল লাগিছে?

১ম—নহয়, অ', তালৈ মোৰ ৰবমহে লাগে। তাকো হ'লে একা শলাগিব লগীয়া; চেলাপেটী জোকটোৰ দৰে, ভাল ৰজাৰ গাতে লাগি ফুৰিব পাৰে।

২য়—এনেয়ে ল'ৰাটো চকুৱাল আৰু টনকিয়াল; তাতে পি কেনে গীত গায়, মুশুনিছ। ৰজাৰ তালৈ মৰম সোমাইছে। গীত-নাট জনা মানুহলৈ আটাইৰে মৰম লাগে।

১ম—তই সঁচা কৈছে; গীত জানিলে মানুহে মৰম কৰে। হেৰ' আমিও শিকোঁহক আহ।

২য়—থ থ হেৰ'. বুঢ়া শলিকাই মাত লবলৈ আহিছে! (দুৰলৈ চাই) অ' হেৰ', সৌৱা ৰজা আকৌ এই ফাললৈকে আহিছে। আমি যাওঁ আহ; পাচতো বন-বাৰী কৰিমহি।

(দুইৰো প্ৰস্থান)

(চক্ৰধ্বজ আৰু পদুমীৰ প্ৰবেশ)

চক্ৰ—নেওগ ফুকন বিদ্ৰোহী। তই বৰ গুৰুতৰ অভিযোগ কৰিছ, পদো। নেওগ ফুকন মোৰ অতি বিশ্বাসী বিষয়া, তই জাননে?

পদ্ম—বন্দীয়ে জানো, সৰ্গদেৱ। তথাপি সৰ্গদেৱে ইয়াৰ প্ৰমাণ বুজক। মোৰ মিছা ক'বৰ একো সকাম নাই, সৰ্গদেৱ। মই নিজ কাণে শুনি আহিছোঁ; মোগলে দিয়া সেই চিঠিখনো নেওগ ফুকনৰ পেৰাতে ওলাব।

চক্ৰ—তই জানিছনে কছাৰী ল'ৰা, কথা মিছা হ'লে তোৰ কঠোৰ দণ্ড হ'ব?

পদ্ম—মিছা নহয় সৰ্গদেৱ, মিছা পালে মোক শূলত দিয়াব।

চক্ৰ—বাৰু, এই কথাৰ মই প্ৰমাণ বুজিব লাগিব। (মনতে) নেওগ ফুকনে বিদ্ৰোহ কৰিছে! কথাতো কাণত নোসোমায়। ইফালে পদোৱেও মোৰ আগত মিছা কথা নকয়। তাৰ কিবা ভুলো হ'ব পাৰে; একো তৎ ধৰিব পৰা নাই। (প্ৰস্থান)

পদ্ম—ৰজা বৰ উদাৰ চিতীয়া; লোকৰ বেয়াটো নেদেখে; সেই দেখি, ফেটীসাপক গাখীৰ খুৱাই

পুহি আছে। বাক, প্ৰৰাণ বুজোঁ বুলিছে, কিনো কৰে চাওঁ। একো নকৰিলে, আকৌ অইন বুধিৰে ধৰিম। যেনে তেনে মতে, ৰজাক এই কথা পতিওৱাইহে এৰিম।

( ১ম লিগিৰাৰ প্ৰৱেশ )

১ম লি—অকলে অকলে কি কৰিছ অ' পদো, নোশোৱগৈ নে ?

পদ্ম—যাওঁ বোপাইহে, আজৰিকে পোৱা নাই ; ৰজা সেয়া এতিয়াহে শুবলৈ গৈছে।

১ম লি—পদো হেৰ', মোক তোৰ দৰে গীত গাবলৈ শিকাই দিব নোৱাৰনে ?

পদ্ম—কিয় নোৱাৰোঁ ? পাচে, তোৰ মাতটো কিছু মটহা ; আগতে নেলুটোৰ ভিতৰখন বাইচেৰে ভালকৈ চাচি লব লাগিব। বাৰু পাচে পৰে এটা কৰা হ'ব, এতিয়া ৰাতি হ'ল, শুই থাকগৈ, ময়ো আহিলোঁ।

( দুইৰো দুফালে প্ৰস্থান )

( পট উঠে )

## ৫ম দৃশ্য

[ গড়গাঁও,—ৰজাৰ শয়নকক্ষ ]

( শোৱাৰ সাজেৰে চক্ৰধ্বজ শুই আছে ; হাতত কপি দা লৈ বিহমনৰ প্ৰৱেশ )

বিহ—নেওগ ফুকনে কোৱা মতেই এইখিনি পালুং আহি, কুনেও নেদেখিলে; বাৰু হাবি আহিলুং! কুমুৰা কৰবাত আছে বা ! ( কেউফালে গৈ চাওঁতে শৰাইত ভুটি খাই, শৰাই মাটিত দুয়ো পৰাৰ শব্দ হয়। লৰালৰিকৈ লুকাই, অলপ পাচত ওলাই আহি ) আকৌ কিহে খিৰিং কৰিলে। ( কাণপাতি শুনি ) নাই একু নাই।

( ৰজাৰ ভিতিলৈ দা তোলোঁতেই পাচৰপৰা পদুমীয়ে ওলাই হাতত তৰোৱালৰ কোব মাৰে। বিহমনৰ দা সৰি পৰে )

বিহ—ঔ, মৰিলুং ! মানুহ মাৰিলে ঐ ! কাটিলে ! ( কটা হাত বাঁও হাতে ধৰি ছটফটাই ফুৰে। পদুমীয়ে বেগতে দা তুলি লয় )

চক্ৰ—( একে চাবেই উঠি ) কি ! কি ! কিহৰ হুৰাহুৰি !

পদ্ম—( তৰোৱাল দি ) পাচত শুনিব সৰ্গদেৱ, এই অস্ত্ৰ লওক। এইখন দাৰেই সি আজি সৰ্বনাশ কৰিবলৈ আহিছিল। মই হাতত ঘাপ মৰাতহে দা সৰি পৰিছে। ভাগ্যৰে মই শৰাইখন পৰা শুনি, লৰি আহিছিলোঁ।

( ১ম আৰু ২য় লিগিৰাৰ প্ৰৱেশ )

চক্ৰ—ধৰ, বন্দী কৰ।

( লিগিৰাহঁতে ধৰিব খোজাত বিহমনে বলিয়া ভাও জোৰে )

বিহ—( জাত লগাই ) "বৰগছ কাটিলে ; থিটিঙাই উঠিলে, ছিটিকি পৰিলে এঠা, লোকক দেখুৱাই কেটেৰাই মাতিবা, ভিতৰি নেৰিবা বেথা।" ( মাৰিব খোজে )

( লিগিৰাহঁতে দুই হাতত ধৰি বন্দী কৰে )

চক্ৰ—কি, বলিয়ানে কি ?

১ম লি—বলিয়া নহয় সৰ্গদেৱ, ভাও জুৰিছে। মই চিনি পাওঁ, এইটো বিহমন চাওডাং। অথনিও ইয়াক নেওগ ফুকনেৰে সৈতে ভালে সজে কথা পাতি থাকিবৰ দেখিছিলোঁ।

চক্ৰ—কাৰে সৈতে কথা পাতিছিলি বুলিছ ?

১ম লি—নেওগ ফুকন দেওতাৰ সৈতে, সৰ্গদেৱ।

চক্ৰ—( অলপ ভাবি ) সম্প্ৰতি ইয়াক পোতাশাললৈ লৈ যা। সঁচা কথা ক'লে তোক এৰি দিম ; মিছা ক'লে কঠোৰ শাস্তি দিয়াই বধ কৰাম।

( লিগিৰাহঁতে বিহমনক লৈ যায় )

চক্ৰ—পদো, আজি তইহে মোৰ প্ৰাণ ৰাখিলি।

পদ্ম—মই কি ৰাখিবৰ গৰাকী সৰ্গদেৱ? আপোনাৰ বহুমূলীয়া প্ৰাণ ঈশ্বৰে ৰাখিছে।

চক্ৰ—(মনতে) তেনেহ'লে অথনি পদোৱে কোৱা বিদ্ৰোহৰ কথাও মিছা নহয়। (শুনাকৈ) পদো, তই যা; চাওদাং বৰুৱাক কগৈ, এই মুহূৰ্ত্ততে নেওগ ফুকনক ধৰি আনি বন্দী কৰকহি; মই পাচত বিচাৰ কৰিম। আৰু এতিয়াই তাৰ ঘৰ লুকুকি তই কোৱা সেই মোগলৰ চিঠিখন বিচাৰি আনিব লাগে।

পদ্ম—ভাল সৰ্গদেৱ, মই এতিয়াই যাওঁ। পাচে বন্দীৰ মনেৰে, ইও সেই নেওগ ফুকনৰহে কাম হ'ব পায়, নহ'লে পুৰা সেই চাওডাংটোৱে কথা পাতিব কিয়?

চক্ৰ—বাৰু যা; তাকো মই ভাবি চাম।

(প্ৰণাম কৰি পদ্মমীৰ প্ৰস্থান)

(পট পৰে)

### ৬ষ্ঠ দৃশ্য

[উত্তৰ গুৱাহাটী—গাঁৱলীয়া বাট]

(নমোৰাম, দুজন চৌধাৰী আৰু এলাহৰ প্ৰৱেশ)

নমো—আপোনালোক সংকীৰ্ণ গণ্ডীৰ বাহিৰ ওলাওক, দেওসকল। সকলোৱে ক্ষুদ্ৰ সাম্প্ৰদায়িক স্বাৰ্থ ত্যাগ কৰক। বাদ-বিবাদ হিংসা-দ্বেষ পৰিহাৰ কৰক। অসম গোটেইখনৰ সকলো ঠাইৰ সকলো প্ৰজাৰ ভিতৰত ভাতৃভাব নজন্মিলে, সকলোৱে একে সুৰে, একে লগে হিয়াত স্পন্দন নুঠিলে, দেশৰ কল্যাণ নহয়।

এলাহ—আপ্‌নি নাজনে দেউ; অহমৰ লগত আমি মিলোঁ কেনেকৈ? সিহঁতৰ বিয়া কৰাৰ ডাঙৰ ডাঙৰ আপীগিলা; ৰীতি-নীতি গোটাই পৃথক, গোটাই কেন্‌বা।

নমো—পাঠক, তুমি উজানলৈ গৈছানে?

এলাহ—যাবাতে যাবা নাই হুক; তেও বুলি শুন্‌ছো তো।

নমো—তেনেহ'লে নগৈ গডগাঁৱৰ বাতৰি ক'বলৈ নাহিবাঁ। শুনক চৌধাৰীসকল, আমাৰ সৰ্ব-সুলক্ষণ মাতৃভূমি, নৰক ভগদত্ত ভাস্কৰ বৰ্মাৰ দেশক মহিমাময়ী চিৰ স্বাধীনা অসম জননীক মোগলক খেদি পুনাই স্বাধীন কৰক। পৰাধীন জাতিৰ জীৱনৰ প্ৰয়োজন নাই। পৰৰ অধীন হৈ, জগতৰ ঘৃণিত, লাঞ্ছিত, উপেক্ষিত জীৱন ধৰাতকৈ, তেনেই নিৰ্মূলকৈ উচ্ছেদ হোৱাই শতগুণে বাঞ্ছনীয়। হয় স্বাধীন হওক, নহয় তেনেই উচ্ছন্ন যাওক।

১ম চৌ—হয় হয়, ভালেই কৈছে দিয়ক।

নমো—সকলো জাতৰ সকলো ঠাইৰ সদৌ অসমীয়াই আহোম পতাকাৰ তলত এক অসম জাতি হৈ, হুংকাৰ ছাৰি থিয় হওক; বিজাতি বিদেশী মোগলৰ অধীনতাৰপৰা দেশ উদ্ধাৰ কৰক; আকৌ সেই পুৰণি কামৰূপ নতুনকৈ নিৰ্মাণ কৰক।

এলাহ—অহমক কি আমাৰ আইৰ ফালৰ কুটুম বুল-ছোঁৱা আপ্‌নি? তাহানাৰ ধৰম বিলাগ, জাতি বিলাগ; গোটেই বিদেশী, বিধৰ্মী বিলাগ লোক।

নমো—নহয় পাঠক, মই নিজে দেখি আহিছোঁ; আহোম আমাৰ পৰ নহয়। আহোমে আমাৰ ভাষা, আমাৰ ৰীতি-নীতি, আমাৰ ধৰ্ম গ্ৰহণ কৰিছে। উজানৰ পণ্ডিতসকলে, গুণ কৰ্মলৈ চাই, আহোমক হিন্দু সমাজত সন্মানৰ ঠাই দিছে। আহোম ৰজা হিন্দু, আহোম ৰজা

অসমীয়া ; আহোম ৰজাৰ তলে থাকিলে আমি স্বাধীন অসমীয়া জাতি।

২য় চৌ—দেউ, আপুনি কোৱাতহে আমি বুজিব পাৰিছোঁ। আগতে অতমান কথা জনা নাছিলোঁ ; আহোম ৰজাকো এনে বুলি নেজানো। আপুনি উচিত কথা কৈছে, দেউ। আমি আপোনাৰ কথা মতেই চলিবলৈ ওলাইছোঁ। কি কৰিব লাগে মাথোন দিহা দিয়ক।

নমো—চৌধাৰী, আপোনাসকল এই অঞ্চলৰ প্ৰধান লোক, ইতৰ প্ৰজাৰ আঁহিৰ থল। এইবিলাক কথাকে গয়া-ভূয়া ৰায়তক সঘনাই বুজাই-মেলি, প্ৰজাৰ মনত জাতীয় ভাব ওপজাই, আপোনা-লোকে দেশক সজাগ কৰিব লাগে ;—সকলোৱে আহোম ৰজাক সহায় কৰি, মোগলৰ হাতৰ-পৰা দেশ উদ্ধাৰ কৰিব লাগে।

১ম চৌ—ওলাওক দেউ, আপোনাৰ লগতে যাই, গাঁৱে গাঁৱে আমিও দেশ-সাজুৰ কাম কৰি ফুৰোঁগৈ।

২য় চৌ—হয়, আপুনি যেতিয়া যলৈ যায়, আমাকো লৈ যাব।

নমো—ভাল তেনে, ওলাব, এৰা সকলোৱে এনে প্ৰবৃত্তি হ'লে, চৌধাৰীসকল, দেশ উদ্ধাৰ হ'বলৈ কেইদিন লাগিছে।

(এলাহৰ বাজে সকলোৱে প্ৰস্থান)

এলাহ—গোটাই মিছা কথা। সেই অহমগিলাৰ লগত আমাৰ খাপ খাবাৰ নাই। তেল খাৰ পানী কুন্‌ৰা কালে মিল যাবনা?

(প্ৰস্থান)

(পট উঠে)

৭ম দৃশ্য

[গড়গাঁও—কাঙৰ তাম্‌মুলী চ'ৰা]

(যকৰা সাজেৰে চক্ৰধ্বজ, সৰ্বসাধাৰণ ভদ্ৰ সাজেৰে বুঢ়া গোহাঁই আৰু বৰ গোহাঁই)

চক্ৰ—আপোনাসকলৰ কালিৰ মন্ত্ৰণা মই গ্ৰহণ কৰিব নোৱাৰোঁ, ডাঙৰীয়াসকল। মই মোগলক কৰ নিদিওঁ ; ৰণ দিবলৈহে থিৰাং কৰিছোঁ।

বু. গো.—পূৰ্বৰ সন্ধিৰ বাবেহে আমি ৰণলৈ মন নেমেলিছিলোঁ, স্বৰ্গদেৱ। আগৰ জনা স্বৰ্গদেৱে কৰ পোধাম বুলি, মোগলৰ বশ্যতা স্বীকাৰ কৰি গৈছিল।

চক্ৰ—বশ্যতা! চুকাফাৰ বংশধৰে মোগলৰ বশ্যতা স্বীকাৰ কৰিব! বুঢ়া গোহাঁই ডাঙৰীয়া, আপোনাৰ কথাত মই বিস্ময় মানিছোঁ। সেই সময়ত জয়ধ্বজ সিংহ স্বৰ্গদেৱ ৰণলৈ সাজু নাছিল। সেইহে, আগলৈ ৰণ দিবৰ মনেৰে সেই উপায়েৰেই যেনে তেনেকৈ দেশখন ৰখাই গৈছিল। কোনে ক'ব পাৰে তেখেত জীৱিত থকা হ'লে অত দিনে নামনি অসম নেলাগে, খাচ মোগল ৰাজ্যৰো এছোৱা আহোম ৰাজ্যত নোসোমালহেঁতেন? আহোমৰ লক্ষ্য অকল ক্ষুদ্ৰ ৰাজ্যৰ ৰাজত্বই নহয়, সি এক বিশাল সাম্ৰাজ্য।

বু. গো.—হয় স্বৰ্গদেৱ, আমিও শেহত ভাবি চাইছোঁ, সেই সন্ধি আমি সদায় মানি থকাৰ সকাম নাই।

ব. গো.—তাৰ পাচত আমাৰ আৰু এটা আপত্তি আছিল, কেনেবাকৈ ৰণবলৰ নাটনি হয় বুলি।

চক্ৰ—মুঠেই নাটনি নহয়, বৰ গোহাঁই ডাঙৰীয়া। এতিয়াই আমাৰ ৰণবল অনেক বাঢ়িল। বি দেশত আপোনাসকলৰ দৰে বিচক্ষণ ৰাজ-

পুৰুষ আছে; য'ৰ প্ৰজাই ৰজাক মানে আৰু দেশক মাতৃ বুলি ভক্তি কৰে, তাত দেশৰ হৈ যুজিবলৈ, ৰণবলৰ নাটনি হ'ব নোৱাৰে।

ব. গো.—কিন্তু মোগলৰ ফৌজ বহুত সৰহ হ'ব বুলি আমি অনুমান কৰিছিলোঁ।

চক্ৰ—সৰহ হ'লেও, সিহঁতৰ ধন খোৱা চিপাহীয়ে যুজিবহি ধনৰ হৈ; আমাৰ ৰণুৱাই প্ৰাণ টাকি লাগিব দেশৰ হৈ। ফৌজো বহুত নহ'ব : বহুত হয় কেনেকৈ ? সিফালে সদায় ৰাজপুত, মাৰাঠী আৰু মুছলমান শত্ৰুলৈকো সাজু থাকিব লাগে। তাৰ বাহিৰেও, বিতুষ্ট প্ৰজাক শাসন কৰিবলৈ মোগলৰ বিস্তৰ ফৌজৰ প্ৰয়োজন। আউৰঙ্গেবৰ ঠেক নীতিৰ মূৰত মোগল সাম্ৰাজ্য সৰহ দিন তিষ্ঠিবৰ আগন্তুক নাই।

ব. গ.—হয় সৰ্গদেৱ, আমিও এতিয়া সেইবোৰ কথা ভাবি চাইছোঁ। আৰু এটা কথা—এই দুৰ্গম, আচহুৱা মুগুজা দেশত, সিহঁতৰ তিনিটাইহে আমাৰ এটা ৰণুৱাৰ সমান হ'ব।

চক্ৰ—তেনেহ'লে ডাঙৰীয়াসকল, আমি ৰণ নকৰিম কিয় ?

বু. গো.—সন্ধি-বিগ্ৰহৰ শেষ সিদ্ধান্ত অকল সৰ্গদেৱৰ হাতত। সৰ্গদেৱে যি স্থিৰ কৰে তাক মানিবলৈ আমি বাধ্য।

চক্ৰ—নহয় ডাঙৰীয়া, বিধি-বান্ধনিৰ কথা এৰি দিয়ক। মই বিচাৰিছোঁ আপোনাসকলৰ পেটে-চিতে সহযোগ। এনে গুৰুতৰ কথাত আমাৰ কেউজন দেহে-কেহে লাগিলেহে কাৰ্য সিদ্ধি হ'ব পাৰে।

বু. গো.—হয় সৰ্গদেৱ, সেই কথা আমি মানিছোঁ।

চক্ৰ—ৰবগাত্ৰ ডাঙৰীয়াৰ দৰেই আপোনালোকো ৰণলৈ উৎসাহেৰে সন্মত হ'ব বুলি মই আশা কৰিছোঁ। সিবাৰ কটকী আহোঁতে, আপোনা-সকলৰ কথা মতেই, ধন গোট খোৱা নাই, হাতী বনবীয়া হৈ আছে, এই বুলি ভুৱা দি পঠোৱা হ'ল। এইবাৰ কিন্তু মোগলৰ গতি সুকীয়া। নতুন ফৌজদাৰ ফিৰোজখাঁই লগত এজাক চিপাহী দি ৰচিদখাঁক পঠিয়াইছে। হয় কৰ দিব, নহয় বলেৰে ৰাজপাট কাঢ়ি ল'ব। ৰচিদখাঁই দিখৌমুখতে থাকি, কালি মোলৈ ফিৰোজৰ সেই চিঠি পঠিয়াইছে। সেই উধৎ চিঠিখনৰ কথা এবাৰ ভাবি চাওক, ডাঙৰীয়া-সকল। আউৰঙ্গেবৰ সামান্য ফৌজদাৰ এটাই আহোম ৰজালৈ তেনেদৰে উপলংঘা কৰি চিঠি লিখিবলৈ সাহ পায়! সেই চিঠি অনা ফজলখাঁই মোক আউৰঙ্গেবৰ 'ওমৰাও' বিষয়া বুলি উপহাস কৰি যায়। ৰাজ্যৰ ধৰণী হৈ আপোনালোকে ইমানতো সহি থাকিবনে ? ৰজা হোৱাৰ হৈ এনেদৰে অমানুহ হ'বলৈ হ'লে, আপোনাসকলে মোৰ মূৰে আন কোনোবাক ৰাজপাটত বহুৱাই লওক।

বু. গো.—(আঁঠু কাঢ়ি) কালিৰ কথাৰ বাবে ক্ষমা কৰিব সৰ্গদেৱ। পাচত ভালকৈ ভাবি-গুণি চাই, আমিও ৰণ কৰাকেহে থিৰ কৰিলোঁগৈ। আমি এই ৰণত দেহে-কেহে লাগিলোঁ, সৰ্গদেৱ ; আজি তাকেহে জনাবলৈ আহিলোঁ।

ব. গো.—(আঁঠু কাঢ়ি) সৰ্গদেৱ, কালি পোনতে সকলো কথা শুনা নাছিলোঁ। আজি হ'লে ধন, জন, জীৱন, যি আছে সকলোখিনি, এই ৰণৰ বাবে সৰ্গদেৱৰ চৰণত অৰ্পণ কৰিলোঁ।

চক্ৰ—এৰা, এইহে আহোম মন্ত্ৰীৰ যোগ্য কথা। উঠক ডাঙৰীয়াসকল, আপোনালোকে মোৰ মনৰ বল এশ গুণে বঢ়াই দিলে। পাচে, কৰ শোধাবলৈ আমাক এমাহৰ দিন দিছে।

এই মাহ ৰচিদখাঁ দিখৌমুখতে থাকিব। গতিকে ইয়াৰ ভিতৰতে অতি শীঘ্ৰে আমি তাতে ৰণ দিবগৈ লাগে।

বু. গো.—হয়, আৰু তাৰ পাচতে, ফিৰোজে দিল্লীৰ-পৰা ফৌজ নৌ অনাওঁতেই, আমি সৰহীয়া ফৌজেৰে গুৱাহাটীখন কাটি লৈ, তাত থানথিত লগাই বহি ল'বগৈ লাগে। ইয়াৰ পাচতো আকৌ তয়াময়া ৰণ হ'ব। তাৰৈ তেনেই সাজু হৈ থাকিব লাগিব।

ব. গো.—ইয়াৰ পাচত দিল্লীলৈ বাতৰি দি ফৌজ অনায় মানেও, নাই বুলিও তিনি-চাৰি মাহ লাগিব। সেই কেইমাহতে আমি ইফালে পূৰাকৈ সন্তম হৈ পৰিম।

চক্ৰ—এই সম্বাদ পালেই, অভিমানী আউৰঙ্গজেবে ৰুদ্ৰ ৰূপ ধৰি, তুৰন্তে আমাৰ দেশ আক্ৰমণ কৰাব। কিন্তু, তাৰ বাবে আমি সাজু আছোঁ, আৰু ইতিমধ্যে আৰু সাজু হৈ পৰিম। আপোনাসকলৰ আজিৰ কথা মোৰ মনেৰে তেনেই মিলি গৈছে। পাচে এতিয়া, এই ৰণৰ খাই সেনাপতি কাক পতা হ'ব?

বু. গো.—তাৰো আমি আলচ কৰি, এক প্ৰকাৰ নিৰ্ণয় কৰি আহিছোঁ। আমি তৰাতৰিকৈ কালি বাতিয়েই, পূৰ্বৰ ৰীতিমতে বাই-লুঙৰ হতুৱাই মঙল চোৱাইছিলোঁ। তাত সেনাপতি হ'বলৈ লাচিৎ বৰুৱাৰ নাম উঠিছে। এতিয়া মুঠেই সৰ্গদেৱৰ আজ্ঞা হ'লেই হয়।

ব. গো.—ভাল লোকৰে নাম উঠিছে, সৰ্গদেৱ; তেওঁ বৰ সুযোগ্য পুৰুষ।

চক্ৰ—(অলপ ভাবি) হওঁতে মহামতি মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিৎ ঘোঁৰাবৰুৱা যোগ্য লোক হ'ব লাগে। বাৰু, মই তেওঁক এতিয়াই এবাৰ লগ পাব খোজোঁ; কাৰেঙতে কেনিবা থাকিব পায়।

বু. গো.—হেৰ' কোন আছ?

(পহৰীৰ প্ৰবেশ)

বু. গো.—কাৰেঙৰ ভিতৰতে ক'ৰবাত, ঘোঁৰাবৰুৱা আছে; সৰ্গদেৱে এতিয়াই বিচাৰ কৰিছে বুলি কগৈ।

(পহৰীৰ প্ৰস্থান)

ব. গো.—তেওঁ শুনিলেই উৰুলীকৃত হৈ ওলাব, সৰ্গদেৱ; ৰণলৈ তেওঁৰ বৰ হেপাহ।

বু. গো—হয়, সদায় কৈয়েই থাকে নহয়, বোলে 'বঙালক দেশচোৰা কিয় এৰি দিছে ক'ব নোৱাৰোঁ; ৰণুৱা এজাক দিলে, ময়ে গুৱাহাটীৰ পৰা সিহঁতক খেদাবগৈ পাৰোঁ'। মানুহে কথাতে কয়, বোলে 'বাপেকৰ চাই পোৱালি'।

(বিষয়াৰ সাজেৰে লাচিতৰ প্ৰবেশ আৰু প্ৰণাম)

চক্ৰ—ঘোঁৰাবৰুৱা বহাঁ, তোমাৰে সৈতে অলপ কথা আছে।

(লাচিৎ চাপৰ আসনত বহে)

চক্ৰ—বুধিয়ক লোক বুলি জানি, তোমাৰে সৈতে এটা কথাৰ আলচ কৰিব খুজিছোঁ। গুৱাহাটীৰ মোগল ফৌজদাৰে, পেচকচৰ বাবে, মোলৈ দম্ভালি কৰি চিঠি লিখিছে। সেই চিঠি অনা মানুহটোৱে মোক উপলুঙা কৰি গৈছে। মোগলৰ ফৌজ দিখৌমুখত চাউনি কৰি আছেহি, তাতে এমাহ থাকিব। হয় পেচকচ দিব লাগে, নহয় বলেৰে দেশ ল'ব।

(লাচিতে মৌন হৈ ভাবে)

চক্ৰ—ভাবাঁ, তুমি ভাবি-চিন্তি সমিধান দিয়াঁ।

লাচিৎ—ভাবিবলৈ সৰহ কথা নাই। সৰ্গদেৱে আজ্ঞা কৰিছে যেতিয়া মনৰ কথা নিৰ্ভয়ে জনাওঁ। মোৰ মনেৰে হ'লে সৰ্গদেৱ, ৰণলৈ আমি ইমান দিনকে পলম কৰিব নেলাগিছিল। এতিয়াও মোৰ কিবা হাত থকা হ'লে দিখৌ

মুখলৈ গৈ তুৰন্তে সেই চিঠি অনা মানুহটোক. দোছোৱা কৰি ললোঁহেঁতেন।

চক্ৰ—তাৰ পাচত ?

লাচিৎ—তাৰ পাচত, পানীয়ে বামে খেদি গৈ, সিহঁতৰ কোঠবোৰ ভাঙি-ছিঙি, গুৱাহাটীখন দখল কৰি ললোঁহেঁতেন; আৰু পাচলৈ আকৌ মোগল আহিলে ৰণ দিবলৈ সাজু হৈ থাকিলোঁহেঁতেন।

চক্ৰ—এতিয়াও তাকে কৰিব পাৰিবাঁনে ?

লাচিৎ—সৰ্গদেৱৰ আজ্ঞা হ'লে, কিয় নোৱাৰিম ?

চক্ৰ—সৈন্য-সামন্ত বা ধন-বিতৰ নাটনি হ'লে, কি কৰিবাঁ ?

লাচিৎ—সৰ্গদেৱৰ আহল-বহল ৰাজ্যৰ পৰা মই অপাৰ সৈন্য সুকলমে গোটাই ল'ম। শত্ৰুৰ উঁৱালত ধন থকাত, আৰু মোৰ হাতত হেংদাং থকাত ধনৰ বাবেও একো চিন্তা নাই, সৰ্গদেৱ।

চক্ৰ—তুমি পাৰিবা, লাচিৎ; মই জানিছোঁ, তুমি পাৰিবা। মোৰ মনেৰে, এতিয়া আৰু আমি এদিনো পলম কৰিব নেলাগে। ডুগৰাকী ডাঙৰীয়াৰ সাক্ষাতে, মই আজিয়েই ৰণৰ ঘোষণা কৰিলোঁ। মোগলক খেদাব নোৱাৰোঁ মানে আমি ৰণ কৰিম। তেহেলেই সমূলি ধ্বংসই হওঁ, তেও লোকৰ তলতীয়াতকৈ আমাক ৰাজ্য নেলাগে।

( তিনিও মূৰ দোঁৱাই বশ্যতা জনায় )

বু. গো.—কিন্তু সম্প্ৰতি এই কথা গোপনে থাকিব; শত্ৰুৰ কাণত পৰিবগৈ নেলাগে।

চক্ৰ—হয়, অতি গোপনে ৰাখিব। লাচিৎ বৰুৱা, তোমাক এই ৰণৰ ধাই সেনাপতিৰ বাব দিয়া হ'ল। তুমি তুৰন্তে ৰণযাত্ৰাৰ দিহা কৰাঁ।

লাচিৎ—সৰ্গদেৱৰ আজ্ঞা শিৰ পাতি লৈছোঁ। অনুগ্ৰহৰ জোখাৰে শলাগ জনাবলৈ মোৰ কথাই নোজোৰে। সৰ্গদেৱে আশীৰ্বাদ কৰিব।

( সেৱা কৰে )

চক্ৰ—হিয়া উবাৰি আশীৰ্বাদ দিছোঁ; ৰণত জিকি মাতৃভূমি ৰক্ষা কৰাঁগৈ। ( বুঢ়া গোহাঁইক ) ডাঙৰীয়া, দিছাং আৰু দিহিংমুখলৈ হুকুম পঠোৱা হওক, তাৰ সৈন্যবোৰ বেগতে ভটীয়াই আহক।

বু. গো.—ভাল সৰ্গদেৱ।

চক্ৰ—(লাচিতক) তুমি যিমান লাগে সৈন্য লগত লৈ আজিৰ পৰা ৭ দিনৰ ভিতৰত দিখৌমুখতে মোগলক ৰণ দিবগৈ লাগিব। নাওবৈচা ফুকনে সৈতে তাৰ দিহা-পোৱা কৰাঁগৈ। এইবোৰ কথা অতি গোপনে ৰাখিবাঁ; মোগলহঁতৰ কাণত পৰিলেগৈ, আমাৰ সকলো চেষ্টা মিছা হ'ব। সিহঁতক গম নিদিয়াকৈ হঠাৎ ধৰিবগৈ লাগে।

লাচিৎ—সৰ্গদেৱৰ যি আজ্ঞা।

চক্ৰ—আজি ৰাতি মেললৈ আহিবাঁ। ভোজনত বহি, ডাঙৰীয়াসকলেৰে আলচ কৰি, আনবোৰ কথাবো ঠিকনা কৰা হ'ব। সম্প্ৰতি মই উঠিলোঁ। ডাঙৰীয়াসকলক আৰু বিশেষ কি জনাম ? আপোনাসকলৰ বুধি-ভৰসা আৰু যত্নৰ সাহতেহে এনে ডাঙৰ কামলৈ আগবঢ়া হৈছে।

বু. গো.—সৰ্গদেৱ আমাৰ বলে আটে মানে, সকলোখিনি কৰিবলৈ গাত লৈছোঁ।

ব. গো.—আমি নকৰিম কিয়, সৰ্গদেৱ ? দেশৰ বাবে, সৰ্গদেৱৰ বাবে, যি লাগে তাকে কৰিম। সেয়ে নহ'লে, আমি আছোঁ কিয় ?

চক্ৰ—হওক তেও, ডাঙৰীয়া দুজন যে সেইত সৈমান হ'লগৈ, বৰ ভাল কথা হ'ল। ( প্ৰস্থান )

( পছুমীৰ প্ৰবেশ )

পছু—আহিছিলোঁ এবাৰ মাথোন চাই যাম বুলি ; তাৰ পাচত, নেওগ ফুকনৰ চক্ৰান্তৰ কথা শুনিলোঁ। তাৰ বাবেই, সজাগৰ কৰিবলৈ কাৰেং সোমালোঁহি। দুইটা কাম হৈ গ'ল। তেও দেখোন মোৰ মনে এদিনলৈকে তেওঁক এৰি যাব নোখোজে। কপচিংটোৱে বা কি কৰিছে? ক'ত ফুৰিছে! সিও মই ইয়াত আছোঁ বুলি নেজানে। কপচিং, তুমি মোৰ কোনোবা জনমৰ ককাই আছিলা।. মোৰ মৰমতে, মোক হাবি-বননিয়ে ৰাখি ফুৰিছিলা। ৰজাই মোক কিবা কুমন্ত্ৰ কৰিলে, তোমাৰ এই হোজা বিশ্বাস নুগুচিল, তাৰ বাবেই, তেওঁক মাৰিবলৈ গুমিয়াই ফুৰিছিলা। অ'—সেই বাবেও মই মন কৰিব লাগে। চিনাকি দিমনে নিদিম? হওঁতে অনুৰাগ থকাৰ চিন পাইছোঁ। তেও বাক, তেওঁৰ মনটো খাটাংকৈ বুজি লওঁ। তেওঁক আৰু এৰি যাব নোৱাৰোঁ ; তুনাই মুখ দেখি, এইবাৰ তেনেই বান্ধ খালোঁ।

---

## দ্বিতীয় অংক

### ১ম দৃশ্য

[ দিখৌমুখৰ চাপৰি, দূৰত মোগল চাউনি ]

( ৰাজসাজেৰে পানীফুকন আৰু সৈন্যসকল )

পানী—চোৱা, চোৱা, সৈন্যসকল, কেউফালে জুমেপতি তুমুল ৰণ লাগিছে। মত্ত সৈনিকে ভীমহুংকাৰত গগন ভেদিছে। এই ভীষণ ৰণস্থলিত, তোমালোকে সকলো ধান্দা এৰি দিয়া।—

ভিতৰত বহুতে—লাইলা হু ইল্লিল্লা!

আল্লা হু আক্‌বৰ!

পানী—তোমালোকৰ পবিত্ৰ দেশ মাতৃৰ হৈ প্ৰাণ টাকি ৰণ কৰা।

( ভিতৰত একেলগে বহুত বন্দুকৰ শব্দ )

পানী—সৈন্যসকল, দেশৰ মান, মৰ্যাদা, গৌৰব আৰু স্বাধীনতা, দেশবাসীৰ ধন, প্ৰাণ আৰু সম্ভ্ৰম, এই সকলোবিলাক ৰক্ষা কৰাৰ ভাৰ আজি তোমালোকৰ হাতত।

সৈন্যসকল—জয় সেনাপতি ডাঙৰীয়াৰ জয়। জয় স্বৰ্গদেৱৰ জয়।

পানী—তোমালোক বীৰৰ দেশৰ বীৰৰ সন্তান ; নিজ মাতৃক দস্যুৰ হাতৰ পৰা ৰক্ষা কৰাঁ।

( ভিতৰত শিঙা বাজে )

পানী—সেয়া সেনাপতিৰ আদেশ হৈছে ; আহঁা, জয়ধ্বনি কৰি সকলোটি আগবাঢ়োঁ। জয় অসম দেশৰ—

সকলোৱে—জয়।

( সকলোৱে শাৰী পাতি প্ৰস্থান )

( ব্যস্ত হৈ এলাহৰ প্ৰবেশ )

এলাহ—গতি বৰ বিষমেই দেখছোঁ। মোগলগিলা মাৰি তেনেই সাং কৰ্লাক। চিপাহী পাঠালেক অলপমান, অতখান অহমক গাধো কিয়া? পাৰ্বাৰ মুই—মুঠেই পাৰ্বাৰ নহেয়। ৰচিদখাঁ চাহাবক কওঁ যাই ঘপকৈ নাৱত উঠি গুচি নেগলে, সকলোগিলা এই দিখৌ মুখতে মধা লাগবো।

( বেগাই প্ৰস্থান )

( ৰণৰ সাজেৰে একালে ফজলখাঁ, আনফালে সেনাপতিৰ বেশেৰে লাচিতৰ প্ৰবেশ )

লাচিৎ—মহীমৎ ফজলখাঁ, তয়ে আহোমৰজাক -ওমৰাও বুলি ইভিকিং কৰিছিলি ; স্বৰ্গদেৱৰ আগত ধৰ

কথা মাতি মহতালি কৰি আহিছিলি।
আহ বঙাল, তোৰ আজি প্ৰাণ লওঁ।

কজল—ক্যা, চুৰাদাৰ কজলখাঁকে চাথ লড়নে মাংতা।
তব দেখ কাকেৰ ; তেৰা শিৰ উতাৰ দোংগে।

( যুদ্ধ কৰি কৰি দুইবো প্ৰস্থান )

( ভিতৰত সৰহীয়া বন্দুকৰ শব্দ হয়। এজাক অসমীয়া আৰু এজাক মোগল সৈন্যৰ যুদ্ধ কৰি কৰি প্ৰৱেশ )

অসমীয়া সৈন্য—জয় সৰ্গদেৱৰ জয়। জয় অসমদেশৰ জয়।

মোগল সৈন্য—আল্লা হু আক্‌বৰ

( যুদ্ধ কৰি মোগলক হটাই লৈ অসমীয়া সৈন্য সোমাই যায় )

ভিতৰত—জয় সৰ্গদেৱৰ জয় ; জয় সেনাপতি ডাঙৰীয়াৰ জয়।

( লাচিৎ আৰু পানীফুকনৰ প্ৰৱেশ। দুইবো হাতত বাঙলী তৰোৱাল ; লাচিতৰ গালে-মুখে আৰু হাতত তেজ লাগি আছে )

লাচিৎ—আমি জিকিলোঁ পানীফুকন, আজিৰ এই প্ৰথম যুদ্ধতে আমি জিকিলোঁ।

পানী—মই আৰু অলপ আগতে পোৱাগৈ হ'লেও বচিদখাঁ আজি পলাই সাৰিব নোৱাৰে। মই এতিয়া নাও মেলি খেদি যাওঁ।

লাচিৎ—নেলাগে, তাক হেনেও পাচত পোৱা যাব। এতিয়া আহাঁ, সৰ্গদেৱলৈ তুৰন্তে যুদ্ধৰ সংবাদ পঠোৱাহি। মই নিজ হাতে ফজলখাঁৰ মূৰ কাটিলোঁ বুলি, বিতংকৈ লিখি পঠাওঁ।

পানী—ভাল ডাঙৰীয়া, আপুনিও আহক, অলপ জিৰণি লওকহি।

( দুইবো প্ৰস্থান )

( পট উঠে )

## ২য় দৃশ্য

[ কাজলীমুখৰ মোগল কোঠ ]

( কোঠৰ ওপৰত মোগল পতাকা উৰিছে আৰু টোপ পতা আছে। সেই টোপৰপৰা গুলী মাৰিছে। দূৰত অসমীয়া সৈন্যৰ টোপৰ শব্দ )

ভিতৰত অনেকে—জয় সৰ্গদেৱৰ—জয়।

( এটা গুলী পৰি কোঠৰ দুৱাৰ ভাগি পৰে। তেতিয়া কোঠৰ ভিতৰত খনকৈ কাঁহ বাজে। হাতত তৰোৱাল লৈ কোঠৰপৰা এজাক মোগল সৈন্য ওলাই আহে )

মোগল সৈন্য—আল্লা হু আক্‌বৰ

( এজাক অসমীয়া সৈন্যৰ প্ৰৱেশ )

অসমীয়া সৈন্য—জয় সৰ্গদেৱৰ—জয়।

( দুই সৈন্যৰ তৰোৱাল যুদ্ধ ; পানীফুকনৰ প্ৰৱেশ )

পানী—ধৰ ধৰ, বন্দী কৰ।

( পানীফুকনে কিছু সৈন্যৰে কোঠৰ ভিতৰ সোমায়। বাহিৰত যুদ্ধ চলি থাকে। পাচত অসমীয়া সৈন্যই বেঢ়ি ধৰি, মোগল সৈন্যক বন্দী কৰে। তেনেতে কোঠৰ ওপৰত পানীফুকনৰ প্ৰৱেশ )

পানী—( কোঠৰ মোগল পতাকা গুচাই আহোম পতাকা তুলি দি ) জয় সৰ্গদেৱৰ—

অসমীয়া সৈন্য—জয়!

পানী—সৈন্যসকল, তোমালোকৰ বাহুৰ বলত, এই কাজলীমুখৰ যুদ্ধত আমাৰ জয় হ'ল। তোমা-লোকৰ বীৰত্বৰ গুণতে, মোগলৰ কাজলীমুখ কোঠত আজিৰ পৰা আহোমৰ বিজয় পতাকা উৰিল। বোলাঁ সকলোৱে—জয় সৰ্গদেৱৰ—

সকলো সৈন্য—জয়।

পানী—জয় অসম দেশৰ—

সকলো সৈন্য—জয় !

পানী—আৰু এবাৰ, জয় মাতৃভূমিৰ—

সকলো সৈন্য—জয় !

( পট পৰে )

## ৩য় দৃশ্য

[ কামাখ্যা পৰ্বতৰ তলছোৱাত নমোৰামৰ আশ্ৰম ]

( গীত গাই নমোৰামৰ প্ৰৱেশ )

[ গীত ]

ভাৰত প্ৰথমা নন্দিনী।
( তুমি ) অতুলা অসমা জননী।
নগৰাজে কৰে ৰঞ্জন, মহানদে পদ বন্দন,
মধু মলয়াই অমিয়া বিলাই,
( তুমি ) অতুলা অসমা জননী।
( তুমি ) পুণ্য-কাহিনী-মণ্ডিতা ; শূৰ অসুৰ বন্দিতা ;
বিভূতি-ভূষিণী ভুৱনমোহিনী
( তুমি ) অতুলা অসমা জননী।
তয়ু প্ৰাণে অনুপ্ৰাণিত, অনুৰাগে কৰা ৰঞ্জিত,
চিৰ আৰাধিতা হৃদয়-দেৱতা
( তুমি ) অতুলা অসমা জননী।

( কৃষ্ণৰ প্ৰৱেশ )

নমো—কৃষ্ণ, তুমি উজনিৰপৰা ঠিক সময়তে পাইছাহি। সম্প্ৰতি, ইয়াতেহে কাৰ্যৰ অতি প্ৰয়োজন হৈছে।

কৃষ্ণ—পিতা, ময়ো তাকে বুজিহে লৰালৰিকৈ আহিলোঁ। আৰু আগেয়ে পালোঁহিহেঁতেন ; আহোম সৈন্যই গুৱাহাটী নগৰ অৱৰোধ কৰি থকাতহে দুদিন পলম হ'ল। এতিয়া কওকচোন, মই উজনিত ফুৰোঁতে ইয়াত কি কি হ'ল ?

নমো—নতুন ফৌজদাৰ ফিৰোজখাঁই এজাক সৈন্য ৰচিদখাঁৰ লগত গড়গাঁৱলৈ পঠাইছিল। তাৰ পাচত, অলপমাত্ৰ সৈন্য হাতত ৰাখি, বাকীখিনি ঠায়ে ঠায়ে কোঠবোৰলৈ পঠিয়াই দিলে। ইফালে আহোম সেনাপতিয়েও গুৱাহাটী নগৰ অৱৰোধ কৰি আছেহি। তুমি উজনিৰপৰা কি সম্বাদ আনিছা এতিয়া বাৰু তাক কোৱাচোন।

কৃষ্ণ—আমাৰ ৰজায়ো সিফালে লাচিৎ বৰফুকন যাই সেনাপতি পাতি, আৰু সৈন্য-সামন্ত দি, তুৰন্তে পঠিয়াই দিলে। তেওঁ দিখৌমুখতে ৰচিদখাঁক বেঢ়ি ধৰিলেহি, সেয়ে পোন প্ৰথমৰ যুঁজ। তাত ফজলখাঁ পৰিল ; ৰচিদখাঁ কোনোমতে সাৰি আহিল। তাৰ পাচত, চাৰি ঠাইত যুঁজ লাগিছিল—বাঁহবাৰী, বৰনদীমুখ, কাজলীমুখ আৰু ইটাখুলিত। বৰনদীমুখৰ বাহিৰে, কেউ ঠাইতে আমাৰ জয় হৈছে। শত্ৰুৰ ভালেখিনি আহিলাপাতি আৰু ধন-বিতো পোৱা হ'ল। লাচিৎ সেনাপতিয়ে এজাক সৈন্যৰে পোনদাহেই গুৱাহাটীলৈ চোচা লৈছিল।

নমো—সেই জাকেই গুৱাহাটী অৱৰোধ কৰি আছেহি। লাচিতে নাৱেৰেই ব্ৰহ্মপুত্ৰ ছাটি পেলাইছে ; দুই-এদিনতে বামলৈ উঠি নগৰ আক্ৰমণ কৰাৰ লক্ষণ দেখিছোঁ। এই বিৰাট নৌ বাহিনীক খেদাবলৈ পানীযুদ্ধৰ প্ৰয়োজন। মোগলৰ পানী সৈন্য পোৱাহি নাই দেখি, ফিৰোজখাঁই তালৈকে বাট চাই আহোমক নোজোকাই বহি আছে।

কৃষ্ণ—তেনেহ'লে আমাৰ জয় হোৱাৰে সম্ভৱ।

নমো—সেইটো হয় ; কিন্তু এই জয়েই জয় নহয়। আকৌ বণৰ জুয়ে দেশ জুৰিব, মাটি ৰাঙলী হ'ব, আৰ্তনাদে গগন ভেদিব, ভূত-প্ৰেত শিয়াল-শগুনে তাণ্ডৱ নৃত্য কৰিব। আই

কামৰূপা, তোমাৰ কামৰূপক ৰক্ষা কৰা আই,
পুত্ৰ, মাতৃৰ এই দুৰ্দ্দিনত সুপুত্ৰৰ কাৰ্য কৰা।
কৃষ্ণ—আদেশ কৰক পিতা।
নমো—যোৱা, এই নামনি খণ্ডৰ গাঁৱে-ভূঁয়ে ঘৰে ঘৰে, প্ৰজাক সজাগ কৰাঁগৈ, উত্তেজিত কৰাঁগৈ ; যাতে ইংগিত পোৱা মাত্ৰে, শত শত, সহস্ৰ সহস্ৰ প্ৰজাই, অকাতৰে উপযাচি সৈন্য-শ্ৰেণীত ভুক্ত হয়হি, তাৰ বাবে দেশক সাজু কৰাঁগৈ।
কৃষ্ণ—ভাল পিতা, মই তালৈ প্ৰস্তুত আছোঁ।
নমো—তেন্তে আহাঁ ; এতিয়াই চৌধাৰীসকলেৰে সৈতে এই কথাৰ পৰামৰ্শ কৰোঁগৈ।

( দুইবো প্ৰস্থান )

( পট উঠে )

## ৪ৰ্থ দৃশ্য

[ গড়গাঁও—লাচিতৰ পুখুৰীৰ পাৰ ]

( লাহৰীৰ পাচে পাচে কলীয়াৰ প্ৰবেশ )

লাহ—তই বাৰু কিয় মোৰ পাচে পাচে ফুৰ?
কলী—তইনো বাৰু কিয় মোৰ আগে আগে যাব?
লাহ—মই বাটে বাটে আহি আছোঁ।
কলী—মই হ'বলা বাটতে বৈ আছোঁ?
লাহ—কিয় তই মোৰ পাচ লবি? .
কলী—তইনো কিয় মোৰ আগ হবি?
লাহ—"বাজিৰ লাগে টেমী-কটাৰী, বাজে হাঁচতি"।
সিয়েই নিজে দাই কৰে
সিয়েই ঘুৰি চুপতি মাৰে।
কলী—তায়েই লোকৰ মনক মোহে
তায়েই বোলে কিয় আহে!
লাহ—তোৰ এদিন ভাঙিম দাঁত।
কলী—আঃ কেনে মিঠা মাত!
লাহ—কেনে জনো মই, তই চিনি পোৱা নাই?
কলী—আই ঔ, ভৈয়াই! এখেতক কোনে চিনি নেপায়! যেনেহে ৰূপৰ লহৰি, মাতৰ মাধুৰী, গুণৰ গাগৰী, লোকে দিনটোৰ বাটৰেপৰা জিলিকি থাকে!

( দুইবো গীত-নৃত্য )

[ গীত ]

লাহ—সি বাক কিয় মোৰে মাৰেহি চুপতি।
কলী—তাই বাঘে-খাতী তেনে কিয় ৰূপৱতী।
লাহ—ভালে ভালে যা গুচি
কলী—যাওঁ থাকোঁ মোৰ খুচি,
দুয়ো—চোৱা কেনে বান্দৰালি কৰে ঘনেপতি।
লাহ—ঠিক বুলিছোঁ। খাবি কিল
কলী—তোৰ দেখিছোঁ বৰ ডিল,
লাহ—নাকটো গুৰিতে কাটি গুচাওঁ উন্নতি।
( ডাব-কটাৰী দাঙি খেদি ফুৰে ; কলিয়ায়ো চিঞৰি ফুৰি বাগি দি লৰ মাৰে )

( কমলা-মালতীৰ কথা হৈ প্ৰবেশ )

কম—এইবাৰ হ'লে বৌ, তুমি মোক নিজ হাতে ছেও ভাত* ৰান্ধি খুৱাব লাগিব।
মাল—বাবটো বা কিহৰ?
কম—ককাইদেৱে খনে খনে যুঁজত জিকিছে, দেশে-বিদেশে নাম অলাইছে, ৰজাৰ ইমান খাটনীয়াৰ হৈছে ; ইয়াতকৈও আৰু বাব এটা লাগিছেহে আকৌ! আৰু বৌ, ৰণত পোৱা এনেহে তৰহে তৰহে বস্তুবোৰ ৰজা-ঘৰলৈ পঠিয়াই আছে! ধনবোৰ হেনো তাতে ৰণুৱাবোৰক ভগাই দিছে।
মাল—তেন্তে, ৰণুৱা হৈ যোৱা হ'লে, আমিও তাৰ ভাগ পালোঁহেঁতেন।

* পানীৰ ভাপত ৰন্ধা বৰা-চাউলৰ ভাত।

কম—বাৰু বৌ, তোমাক পঠিয়াই দিলে ৰণ কৰিবগৈ পাৰিবানে ?

মাল—যোৱা দেওহে, ৰণৰ দৰে কিবা বেয়া কাম আছে নে! লোকক হ'লেও মৰিবা, নিজে হ'লেও আও মৰণেৰে মৰিবা; দুই হাতে পাপ।

কম—নহয় বৌ, মই অধ্যাপকদেৱে কোৱা শুনিছোঁ। মোগলে অবাবত আমাৰ দেশ কাঢ়ি ল'বলৈ আহিছে; সেইদেখি সিহঁতে কৰা ৰণ পাপৰ ৰণ সঁচা; কিন্তু আমাক মানুহে যুঁজিছেগৈ নিজৰ দেশখন ৰাখিবলৈ; সেইটো পুণ্যৰহে কাম।

মাল—তুমি আইদেৱ, অধ্যাপক দেউৰ মুখে পঢ়ি পঢ়ি কোনোবা দিনা বামুণীয়া ধৰম ল'বাহঁগ যেনহে পাইছোঁ। বাৰু এতিয়া গীত এটাকে গোৱা, শুনি যাওঁ।

কম—তুমি লাগিলা যেতিয়া নেগালে এৰিবানে? বাৰু গাওঁ শুনা। এই বননিতে বহি লওঁ।

(দুয়ো বহে)

[ গীত ]

কম—কিয়নো নিজৰ প্ৰাণক নিজেই
লোকে লোকক বিলায়
নিজৰ হিয়া পৰক সঁপি
পৰৰ বাবে পৰাণ সজায়।
নতুন পানীৰ কোবাল ধলত
কিয় মিছাই অনাহকত
অবুজ মনৰ বিবুজ খেলত
নিজেই মজি হেৰাই যায়।
লোকৰ মন বেলেগ ভাবৰ
বোম মুবুজে পৰৰ মনৰ,
কিয় লোকে হৃদয় বিলাই,
আলৈ বিলৈ চপাই লয়।

মাল—আলৈ-বিলৈ নহয় আইদেৱ, যি বিলাই পাইছে সিহে হিয়া বিলোৱাৰ সোৱাদ বুজিছে। নহয় আই, এইবোৰ বলিয়ালি তুমি এৰি দিয়াঁ। ককাইদেৱেৰায়ো বেয়া পাইছে। কত ভাল ভাল ল'ৰা গৈ ধৰিছেহি; কোৱা লাহৰিটি মোৰ, আমি বিয়াখন পাতি পেলাওঁ। ছোৱালী বুলিলেই বয়সত বিয়া দিব লাগে, বেলি উঠাৰপৰা বেলি পৰালৈকে এয়ে দেশৰ দস্তুৰ।

কম—কোনে ক'লে তোমাক, ছোৱালী বুলিলেই বিয়া দিব লাগে? পুৰুষৰ দৰেই তিৰোতাবো কোনো কোনোৱে বিয়া নকৰালে দেশখন লুটি খাই নেযায়। তালৈ মই গা হৈছোঁ।

মাল—বাৰু তোমাৰনো বিয়ালৈ ইমানটো বিৰাগ কিয়?

কম—কিয়, অৰ্থাৎ তোমালোকৰ বিলৈ দেখি তোমালোকৰ দৰে লোকৰ বান্দী সোমাবৰ মোৰ হাউচ নাই দেখি।

মাল—আইদেৱ, তিৰোতাৰ জীৱনটোৱেই লোকৰ কাৰণে। পৰিয়ালৰ সেৱা-শুশ্ৰূষা কৰিব, ল'ৰা-ছোৱালী তুলিব, পুৰুষৰ টান হিয়া কোমলাব, সংসাৰ মধুৰ কৰিব—এয়ে তিৰোতাৰ কাম।

কম—মনে মনে থাকা দেউ, কাম আৰু বহুত আছে। বিয়া কৰালেই প্ৰেমত পৰিলা, প্ৰেমত পৰিলেই মৰা পৰিলা। প্ৰেমে মানুহৰ মন ঠেকাই পেলায়। পুৰুষবোৰলৈকো চাবাঁচোন, বিয়া কৰালেই মনবোৰ কোঁচ খাই ঠেক হৈ পৰে। মানুহ আপোনপেটীয়া হয়, অৰ্থাৎ ল'ৰা-তিৰোতাৰ বাজে আন কাকো নজনা হৈ পৰেগৈ। তুমি বৌ ককাইদেৱক বুজাই ক'বা, মোক যেন আৰু এই কথালৈ নধৰে। তুমিও, দহোকুৰি, বেয়া নেপাবা বৌ; মোক সদায় তোমাৰ লগতে থাকিবলৈ দিয়াঁ।

মাল—( মৰম কৰি ) সাদৰী ননদজনী মোৰ, তোক-নো মই বেয়া পাব পাৰোঁনে কমলা? আহাঁ এতিয়া, মোক পুথি পাতদিয়েক পঢ়ি শুনোৱাহি।

কম—ব'লা বাৰু, তুমি পুথি-পাজি যতনোৱাগৈ; মই গৈছোঁ। পুখুৰীপাৰৰ জুৰত বহি ভাল লাগিছে।

( মালতীৰ প্ৰস্থান )

কম—ঘৰৰ চাৰি বেৰৰ বাহিৰেও তিৰোতাৰ কাম দেশ জুৰি পৰি আছে। সমাজৰ কাম কৰিম, দেশৰ কাম কৰিম, লোকৰ উপকাৰ কৰিম। গৃহস্থালী চপাই লৈ কাৰ্যৰ থলীখন ঠেকাই ল'ম কিয়? প্ৰেম মোক নেলাগে। মনৰ দুৰ্বলতাৰ বাজে, প্ৰেম আন একো নহয়।

( পাচফালৰপৰা আহি ডেকা বৰুৱাই মাত লগায়; কমলা উঠি অলপ আঁতৰত থিয় হয় )

ডে. ব.—আইদেব, তোমাক খাটি খাটি হাৰিলোঁ। ককাইদেবেৰাৰ একো আপত্তি নাই; অকল তুমি মান্তি হ'লেই হয়। এনে স্থলত, তুমি মোক নিৰাশ কৰিছা কিয়?

কম—আপোনাক অনেক বাৰ জনাইছোঁ; বিয়াৰ কথাত মই তেনেই অমত।

ডে. ব.—এনে অনেক "অমত" মইযতক যুৱকত সম্মত হ'বৰ দেখিছোঁ।

কম—হ'ব পাৰে; কিন্তু, অনেকে মৰে একে নহওঁ।

ডে. ব.—তুমি সৈমান হোৱা। আইদেৱ, উপযাচি দিয়া সাদৰক নেওচিব নেপায়।

কম—ক্ষমা কৰিব ডেকা বৰুৱা, এই কথাত মই সন্মত হ'ব নোৱাৰোঁ।

ডে. ব.—কমলা, মই একা-চেকা মানুহ; ভালত ভাল, বেয়াত বেয়া। তুমি বি কৈছা সেয়ে তোমাৰ খাটাং কথানে?

কম—হয়, সেয়ে মোৰ খাটাং কথা বুলি বহবাৰ কৈছোঁ। ভয় দেখুৱাই মোক কোনেও ঘূৰাব নোৱাৰে।

ডে. ব.—নহয়; মই ভয় দেখুউৱা নাই, মোৰ লাহৰী; তুমি মোৰ হিয়াৰ মানিক, চকুৰ মণি, চেনেহৰ পুতলী—

কম—সাৱধান ডেকা বৰুৱা; মানুহ বুজি কথা ক'বা। ভালে ভালে আঁতৰ হোৱা; নহ'লে মই অমানুহ কৰাম। ( বেগেৰে প্ৰস্থান )

ডে. ব.—( অলপ তধা লাগি ) বাৰু জনী অ'! তাই হেনো মোক অমানুহ কৰায়! বাৰু চাই থাক, বেয়াটোক জোকাই ল'লি একা। মৰো ভেস্তে, এদিনলৈ হ'লেও তোক মোৰ চাউল খুৱাইহে এৰিম।

( প্ৰস্থান )

( পট উঠে )

### ৫ম দৃশ্য

[ গুৱাহাটী—ফিৰোজৰ মজলিচ ঘৰ ]

( ফিৰোজখাঁ, দুজনী বাইজী আৰু বাদ্যকৰসকল। ১ম বাইজীৰ গীত-নৃত্য; ইজনী বহি আছে )

[ গীত ]

১ম বাই—বনে বনে ঘূৰি, বধুৱা কাহা গেৰি।
বধুৱা কাহা গেৰি, এ বধুৱা কাহা গেৰি।
ঢু'জিবনে ঘূৰি
বধুৱা কাহা গেৰি,
দৰশন নাহি মিলে, এ বধুৱা কাহা গেৰি।

ফিৰো—ইয়ে তো বিলকুল্ তোফা!

১ম বাই—হুজুৰকে মেহেৰবানি। ( চেলাম দি বহে )

( ২য় বাইজীয়ে উঠি চেলাম দিওঁতেই লগুৱাৰ প্ৰৱেশ )

লগুৱা—হুজুৰ, এলাহু অসমীয়া বাহৰমে খাড়া হে।

ফিৰো—আভি·········নাহি, থোৰা ৰহনে দাও, চলাও বাইজী।

( ২য় বাইজীৰ গীত-নৃত্য )

[ গীত ]

২য় বাই—পৰদেশী সেয়াঁ, দিলুৱা বহুত গয়ে বীৎ।
হামাৰা যোৱন য়োঁহি যায়।
আৱন কহ্ গয়ে, আজহু না আয়েবে,
কৌন গাঁৱকি বীৎ।

ফিৰো—ইয়েভি বহুত মিঠা। আচ্ছা, থোৰা কুচ্ চবুৰ কৰনা ঃ কৈ হে—

( লগুৱাৰ প্ৰৱেশ )

ফিৰো—আভি বলাও এলাহু অসমীয়াকু।

( লগুৱাৰ চেলাম দি প্ৰস্থান )

ফিৰো—তোমালোক্ জাৰা ফৰক ৰহো; ফিন্ মই বলাউঁগে।

২য় বাই—যো হুকুম হুজুৰ।

( চেলাম দি বাইজী আৰু বাদ্যকৰৰ প্ৰস্থান )

( এলাহুৰ প্ৰৱেশ )

ফিৰো—ক্যা খবৰ এলাহু ?

এলা—( চেলাম দি ) খবৰ কিছু জবৰেই হৈছি, হুজুৰ। এই আহমগিলা অলপতে নৌকা ছাৰি নগৰ উঠেগা, এইচা আগন্তক দেখতা হে। কুনবা দিনা গিৰ্গিৰ্ কৰিকে গুৱাহাটী নগৰমে উঠি পৰনে চেকৃতা।

ফিৰো—নাহি চেকেগা, এলাহু, উন লোগকা এৎনা তাকৎ কভি নাহি হে। দিল্লী সে মেৰা নয়া ফৌজভি জলদি আ যায়েগা।

এলা—লেকিন্ আহম লোকক্‌কা ডাঙাৰ ডাঙাৰ নাওগিলা দিন দিন আহি থাকতা হে। হুজুৰ নিজে চখু দি বিগিলা নাও দেখছোৱা, তাৰ উপৰিও চেৰ্ চেৰ্ নৌকা জমা হৰা হে।

ফিৰো—হাঁ হাঁ, এ বাৎতো শুনা হে।

এলা—মই আকলাই শুনাহে না ? নহয় জোনাব, মই দেখি আহাই বুলবো ; অতি আপ্ত লোকৰ মুখেদি শুনছোঁ।

ফিৰো—আচ্ছা, ঔৰ কুচ বাৎ ?

এলা—তাত বাজে আৰু এক বাৎ আছে, হুজুৰ। নমোৰাম নামে এক বামুণ আৰু তাৰে পুতাক কৃষ্ণৰাম—এই দুই লোক খানিক অনৰ্থ কৰতা। পৰ্গনাৰ বায়ত লোককু, ফুচলাওতা, বিদ্ৰোহী কৰতা ; বামুণ, গণক কাইথ, কলতা—সকলোবিলাকে চিপাহী পাতবাক লাগি হৰ্দম ঘুৰি ফুৰতা।

( দূৰত এজাঁই টোপৰ শব্দ )

ফিৰো—( আচৰিত হৈ ) ইয়েতো কামানকে আৱাজ ! —কাহাসে আয়া ?

( আকৌ এজাঁই টোপৰ শব্দ )

এলা—( বিচুৰ্তি হৈ ) সোহাই লাগলেই হেন পাওঁ।

ফিৰো—কৈ হে—

( লগুৱাৰ বেগাই প্ৰৱেশ )

ফিৰো—ৰচিদখাঁ চাহেবকু জলদি চালাম দাও।

লগুৱা—চাহেব তো শিকাৰ কৰ্নে পলাশবাৰী গিয়া, হুজুৰ, আভি তক্ ঘুমা নাহি।

ফিৰো—পলাশবাৰী গিয়া। যাও তব্, চিপাহী তৈয়াৰ হোনেকু খুব জোৰসে ঘন্টি দে দাও। ঔৰ দেখ, জলদি মেৰা ঘোঁৰা ঔৰ তলোৱাৰ ল্যাও।

এলা—এথেন্ এই দোভাগ ৰাতি ভাত ঘুমটিতে উঠি, চিপাহী তৈয়াৰ হোৱাত পলম ঘটোৱা হুজুৰ। ওহাই তাহান আহি লাগল্ ধৰবো। তাতে, আপ্নাৰ ইজন সেনাপতি পলাশবাৰী গেল্ ; আৰু বা কুনি ক'ত গেয়ছি, তাৰভি কুচ টয়ন নাই।

( ওচৰত ঘন ছেৰে কাঁহ বাজে ; দূৰত একেলগে সৰহীয়া বন্দুকৰ শব্দ হয় )

এলা—সেয়া কাণ দেওক হজুৰ, পালে আহি। ঘপ্‌কে গুচি নেগলে কথা বৰ বেগতিক দেখছোঁ, হজুৰ। পাচ দৰ্জাচে সুৰ্কি সোহাইদি চেকুৰ দিওক।

ফিৰো—ক্যা, তোম্ পলানে কহতা ? ইব্ৰাহিম্ জলদি কৰ ; যোঁৱা ঔৰ তলোৱাৰ।

এলা—হায় মোৰ পিতা। মই জানো পলাবা কৈছোঁ ? আপ্‌নি কিয়া পলাবো ? আপকা পলাবৰকা দৰ্কাৰ কিহৰকা ? হজুৰ খালি হিয়াঁচে মনে মনে গুচি যায়েগা। আহোঁ বোলনেচে ঘুৰিতো ফিন্ আহিবা পাৰ্তা।

ফিৰো—নাই নাই, তোম ভাগ, যাও হিয়াচে।

এলা—ভাল তেনে মই চেলাম কৰছোঁ। এথেন যাওঁ কোহাইদি। পাচ দুৱাৰে সুৰ্কি সাৰাই সুবিধা দেখছোঁ।

( পাচফালেদি প্ৰস্থান )

( ওচৰত আগৰ দৰে আকৌ বন্দুকৰ শব্দ )

ফিৰো—এ ইব্ৰাহিম ক্যা কৰতা হে ? জলদি তলোৱাৰ ল্যা দাও।

( সসৈন্যে সেনাপতিৰ সাজেৰে লাচিতৰ প্ৰৱেশ )

লাচিৎ—আপুনিয়েইনে ফৌজদাৰ চৈয়দ ফিৰোজখাঁ চাহাব ?

ফিৰো—হাঁ ঠিক্, ঔৰ আপ ?

লাচিৎ—ময়ে অসমীয়া সৈন্যৰ সেনাপতি লাচিৎ বৰুৱা ; আপোনাক চেলাম জনাইছোঁ।

ফিৰো—চালাম জী ; আপকা মৎলব ?

লাচিৎ—মৎলব—ফৌজদাৰ চাহাবক সসম্মানে বন্দী কৰা।

ফিৰো—বিন লড়াইচে অ' ক'ভি না হো চেকতা জী।

লাচিৎ—উত্তম কথা ; তেন্তে অস্ত্ৰ লওক।

ফিৰো—( ভিতৰলৈ চাই ) ইব্ৰাহিম, আবুল—এ জালাল—কাহা গিয়া চব নৌকৰ লোগ !

লাচিৎ—আপোনাৰ অনুচৰসকলক বন্দী কৰা হৈছে খাঁ চাহাব।

ফিৰো—চব্‌কৈ নৌকৰকু পকৰকু পকৰ লিয়া ! ইয়েতো বিলকুল বে-আদবকে বাৎ। তব্ মেৰা তলোৱাৰ আভি কৌন ল্যা দেগা ?

লাচিৎ—তৰোৱালৰ নাটনি নাই, আমাৰ হাতে হাতে তৰোৱাল আছে, আপুনি এখন বাছি লওক। ( সকলোৱে তৰোৱাল আগবঢ়াই দিয়ে। ফিৰোজে এখন বাছি লৈ, লাচিতেৰে যুজে ; যুজত ফিৰোজৰ হাতৰ তৰোৱাল উফৰি পৰে )

লাচিৎ—আপোনাৰ পৰাজয় হৈছে, খাঁ চাহাব। সম্মানেৰে লৈ ব'ল।

( আগে পাচে সৈন্যৰ মাজত ফিৰোজক লৈ সকলোৱে প্ৰস্থান )

( পট পৰে )

## ৬ষ্ঠ দৃশ্য

[ গড়গাঁও—কাৰেঙৰ তামূলী চ'ৰা ]

( সাধাৰণ ভদ্ৰলোকৰ সাজেৰে চক্ৰধ্বজ আৰু বুঢ়া গোহাঁইৰ কথা হৈ প্ৰৱেশ )

চক্ৰ—ডাঙৰীয়া, ৰবনদীমুখৰ যুজত আমাৰ পৰাজয় হ'ল কিয় ? তাৰ কাৰণ বৰ সেনাপতিয়ে কি লিখিছে ?

বু. গো.—সৰ্গদেৱ, তেওঁ লিখিছে বোলে যুজৰ পৰলৈ আমাৰ কোঠ বন্ধা হৈ উঠিলেগৈ, সেইগুণেহে মোগল জিকিবলৈ পালে।

চক্ৰ—আপুনি এতিয়াই লিখাই পঠাওক, যাৰ

গহৰিত কোঠ বন্ধা নহ'লগে, সেই মানুহৰ ভুৰন্তে কঠোৰ দণ্ড হ'ব লাগে।

বু. গো.—ভাল সৰ্গদেৱ, লিখাই পঠাম। এইবাৰে চিন্তা কৰিবৰ সকাম নাই। আন সকলো ঠাইত আমাৰহে জয় হৈছে। ইমান এখন ৰণৰ চুই-এখন যুজত হৰাটোক একো ডাঙৰ কথা বুলিব নেলাগে।

চক্র—নহয় ডাঙৰীয়া, এই ৰণেই অসম দেশৰ ভাগ্য নিৰ্ণয় কৰিব। সেইবাবে, ইয়াৰ এখন যুজত হাৰিলেও মোৰ সহ্য নহয়। মোৰ মনেৰে বৰ সেনাপতিয়ে, গুৱাহাটীৰ ফালে লাগি থকাত, ইফালে কামৰ বেমেজালি ঘটিছে। গুৱাহাটীৰ-পৰাও আজি কেইবা দিনো একো বাতৰি অহা নাই। এতেকে আৰু এজাক সৈন্য লৈ আপোনালোকৰে এগৰাকী তেওঁৰ সাহায্যৰ অৰ্থে যাব লাগে।

বু. গো.—আমি সাজু আছোঁ, আজ্ঞা হ'লেই যাব পাৰোঁ।

চক্র—মই নিজেই যাব লাগিছিল। কিন্তু মোৰ আজৰি নাই। নিজে আগত থাকি, খাৰ-বাৰুদ কৰাইছোঁ, ৰণুৱাক ৰণ শিকাইছোঁ, বৰ ভুৰবাৰ মুখত কমাৰশাল পতাই লৈ, দিহা-পোহা দি গুলী-হিলৈ গঢ়োৱাইছোঁ। মই গ'লে এইবোৰ কামৰ হানি হয়।

বু. গো.—আমি থকাত সৰ্গদেৱ কিয় যাব লাগিছে? সৰ্গদেৱে এই সময়ত নগৰ এৰি যোৱাটো যুগুতো নহয়।

চক্র—ভাল বাৰু, আজি ৰাতিয়েই এই কথাৰ এটা ঠিকনা কৰা হ'ব। সম্প্ৰতি আপোনাক বিদায় দিছোঁ; মন্ত্ৰো কমাৰশাললৈ যাওঁ।

বু. গো.—ভাল সৰ্গদেৱ, মন্ত্ৰো সেৱা জনাইছোঁ। (প্ৰণাম)

( দুইবো দুফালে প্ৰস্থান )

( পট উঠে )

৭ম দৃশ্য

[ গুৱাহাটী—শৰাইঘাটৰ ওচৰ ]

( সেনাপতি সাজেৰে লাচিৎ, বিষয়াৰ সাজেৰে বজিৎ )

লাচিৎ—আজি ৰাতিৰ ভিতৰতে গড় ওলাবই লাগিব, যোমাই; সেয়ে নহয় মানে মই গুৱাহাটীলৈ মুখুৰোঁ।

বজিৎ—বাপা, মানুহে মৰি মুছি লাগিছে। বেলিয়ে আটে মানে, কাচিয়ে কাটে মানে, কোনো ক'তো বহি থকা নাই। হওঁতে আজি ৰাতিটো ভালকৈ লাগিলে, পুৱালৈ একলেথীয়া হ'বগৈ লাগে।

লাচিৎ—পুৱালৈ হ'বই লাগিব। তুমি সকলোকে কৈ দিয়াগৈ, ৰাতিৰ ভিতৰতে গড নোলালে কোনো গুদাই নেসাৰে। মই কিয় এনে খৰ-খেদা লগাইছোঁ, শুনা। এই ঠাইত আমাৰ কিছু সৈন্য থিতাপীকৈ থব লাগে। সেই দেখি, সম্প্ৰতি এই তিনি হাজাৰ ৰণুৱা আনি আজি দহ দিন মুকলিতে ৰাখিছোঁ। ইফালে ইয়া-লৈকে পোনাই দুফালে দুজাক মোগলে খেদি আহিছে, কাইলৈকে পোৱাহি কথা আছে, সেইহে মই ইমান তৰাতৰি কৰিছোঁ। এতেকে যোৱা, ধৰা-বন্ধাকৈ লাগি থাকাগৈ। আজিয়েই গড় নোলালে, কাইলৈ অসমদেশ মোগলৰ হ'ব।

বজিৎ—বাৰু বাপা, মই আহিলোঁ। সিইঁত পায়হি মানে, আমাৰো গড় হৈ উঠিবগৈ।

( দুইবো দুফালে প্ৰস্থান )

( পট উঠে )

## ৮ম দৃশ্য

[ শৰাইঘাট—গড়ৰ দাঁতি ]

( ঠায়ে ঠায়ে জুবিয়া জ্বলিছে। গড়ৰ এডোখৰ বান্ধিবলৈ বাকী আছে। কথা হৈ এলাহু আৰু ৰঞ্জিতৰ প্ৰৱেশ )

এলাহু—আপ্‌নি খানিক ঢিলা-সোলকা কৰি দিওক, বাপ; মানুহগিলাৰ নথাই বেজাৰ লাগছি।

ৰঞ্জিৎ—কিয় ভকত? বেজাৰ নো আকৌ কিহত লাগিল?

এলাহু—বেজাৰ নালাগিবনা? গড়কেনো আৰু কিমান বান্ধৰো, মোৰ পিতা? বান্ধাতে বান্ধাতে তাহানৰ বেজাৰ লাগি গেছে।

ৰঞ্জিৎ—অ' আমনি লাগিছে বুলিছা। একেবাহে লাগি থাকি মানুহৰ তিতামুৰীয়া লাগিবতো। পাচে কৰিবা কি? সেনাপতি গৰাকী কেনে ভকত নেদেখিছা। যিটোত লাগিব, তাক কৰিহে এৰিব, তেহেলেই বামুণেই মৰক বা লগুণেই ছিগক।

এলাহু—তাকেহে কৈছোঁ, আপনি অলপ ৰাইতৰ দুখ বুজবা লাগে। মিছাই আমাৰ এতেক খৰখৰ বা কৰবা লাগছি কিয়া? গড় না হয় দুদিন পাচেই ওলাল; মোগল আহন্ নো খছকে কত পাবো আহি? আহাতে আহাতেই এক মাহ লাগবো ছক্।

ৰঞ্জিৎ—কেলৈ? বোলে আকৌ কাইলৈকে পাবহি।

এলাহু—সিগিলখান তেনেই অসভ্য কথা। এই চোৰাং-চোৰা গিলাই, নেদেখি নুশুনি, মিছাই আহি লাগায়। মই সমস্ত ৰাইতৰ হৈ আপ্‌নাক জনাবা আহিলোঁ। আপনি অলপ দুখৰ দিকি চাওক। সিগিলাৰ মাটি কাটাতে হাতৰ ছাল এৰি গেইছি, নথাই দুখ হৈছি; মাজে মাজে খানিক্ জিৰাবা শ'তাবা দিবোক আপ্‌নি।

ৰঞ্জিৎ—তুমি ভালকে কৈছা; ৰাইজৰো দুখ হৈছে, ইফালে মোগলো সততাই নেপাইছেহি। মোৰো মানুহক বৰকৈ দুখ দিবৰ মন নাই একা দেই। ৰজাৰ কামৰো হৰ্কৎ হ'ব নেলাগে, আৰু ৰাইজৰো মুখলৈ চাব লাগে।

এলাহু—নহয় কি? আপ্‌নি কিছু দয়া নকৰিলে, ৰাইতৰ গা ৰবাৰ নাই।

ৰঞ্জিৎ—বাৰু এতিয়া আৰু যাবাগৈ; মোৰ সবহ পৰ ৰবৰ আজৰি নাই। ( প্ৰস্থান )

এলাহু—ভাল বাপা, নমস্কাৰ কৰ্লো। ( মনতে ) কোনো দিহাইদি দুই-তিনি ৰাতি পলম কৰাবা পাৰ্লেই মোৰ কাম সাধলো—মোগল আহন্ খপ্‌কে পাবক্ আহি।

( আনফালে প্ৰস্থান )

[ হাতত কোৰেৰে দুটা গড় বন্ধা সৈন্যৰ প্ৰৱেশ ]

১ম সৈ.—এই বোলোঁ জান শুন মানে আৰু, বণুৱা নোসোমাবি, এনে গোলাম কাম নাই। বহ বোপাই, অলপ কঁকালটো পোনাই লওঁ।

২য় সৈ.—নকৰি আৰু বোপাই, ইয়াতকৈ কুচ্ছচ কাম নাই। মাটিতো যুজিবি, পানীতো যুজিবি, বঠাও মাৰিবি, ভাৰো কঢ়িয়াবি, আকৌ মাটি কাটি গড়ো বান্ধিবি! চাচোন, গড় বান্ধোতে হাতত ফোৰা বান্ধিলেগৈ। আজি আকৌ ৰাতিও খাটিব লগা হ'ল! এই সেনাপতি-বোৰৰে ভাল বোপাই, আমাৰ দৰে দুখ নাই।

১ম সৈ.—দুখ নাই নুবুলিবি; বৰ সেনাপতিলৈকে চাচোন, এই ৰণখনতে জানো তেওঁৰ মুৰত উলামুলাটো বোজা পৰিছে?

২য় সৈ.—কিহৰ বোজাটো অ'? লোকৰ ওপৰত হুকুম চলাই ঠেং জোকাৰি থাই আছে। মই হোৱা হ'লে দেখিলিহেঁতেন; সেই মোগলৰ ৰজাটোক ধৰি আনি, কেচাইখাতী গোসাঁনীৰ আগত

উটীয়া ভোবোলাৰ দৰে কাহানিবাই বলি দিলোঁহিহেঁতেন।

১ম সৈ.—হেৰ’ সৌৱা কোন, বৰ সেনাপতি নহয় নে? আমি বহি আছোঁ বুলি, এই দুপৰ ৰাতিও চোৰাংকৈ চাবলৈ আহিছে! হেৰ’ আহ আহ, বেগতে কোৰত ধৰহি।

( কোৰ লৈ দুইবো বেগাই প্ৰস্থান )

( আগত দুজন আৰিয়া ধৰা সৈনিক, আৰু পাচত কেইজন মান শৰীৰৰক্ষক সৈন্যেৰে সেনাপতিৰ সাজেৰে লাচিতৰ প্ৰৱেশ )

লাচিৎ—সেয়া, এইদৰেই আদখিনি মানুহ বহি আছে। ( গড়লৈ চাই ) সৰ্বনাশ, এইছোৱা সমূলি বন্ধাই নাই। মই কি কৰোঁ! কাইলৈ মোগল পালেহি কি হ’ব! মোমাই, মোমাই,—

( বেগেৰে বজ্ৰিতৰ প্ৰৱেশ )

লাচিৎ—মোমাই কি কৰিলা। খালা, খালা। এইদৰেই গড উলিয়াবানে?

বজ্ৰিৎ—এৰা বোলোঁ মানুহবোৰ ভাগৰত অলপ জিৰাইছে, জিৰাওক। কামৰ যি আছে, কাইলৈ পুৱাতে কৰাই ল’ম।

লাচিৎ—ইয়ালৈকে তোমাক নিজৰ মোমাই দেখি আপোন বুলি ইয়াত লগাইছিলোঁ!

বজ্ৰিৎ—মানুহেনো কিমান কৰিব? ইয়াতকৈ আৰু মই সিহঁতক দুখ দিব নোৱাৰোঁ। নকেছোঁ, যি বাকী আছে, কাইলৈ পুৱা ভাগতে হৈ যাব। এতিয়া মই আহিলোঁ। ( প্ৰস্থান )

লাচিৎ—মোগলে দেশ লোৱাতকৈ বসুৱাই দুখ পোৱা-টোহে টান হ’ল! ইয়াৰ শাস্তি সন্তহ প্ৰাণদণ্ড; দেশতকৈ মোৰ মোমাই ডাঙৰ নহয়।

( তৰোৱাল উলিয়াই খেদি যায়, আনবোৰে তধা লাগি চাই থাকে। )

১ম ৰক্ষক—হে কি কৰিলে চোৱা, চোৱা! এনে কোৰেই দোছোৱা কৰিলে।

২য় ৰক্ষক—সৰ্বনাশ, সৰ্বনাশ! এনে মানুহ ক’ত আছে ঐ!

( গালে-মুখে তেজ আৰু হাতত ৰাঙলী তৰোৱালেৰে লাচিতৰ প্ৰৱেশ )

লাচিৎ—মোমাই মৰক, দেশ মোৰ ৰক্ষা পৰক। যা, সকলো বসুৱাক জনাই দেগৈ, ৰাতি নৌ পুৱাওঁতেই গড নোলালে, পুৱালৈ সকলোৰে এয়ে দশা।

( এজন শৰীৰৰক্ষকৰ প্ৰণাম কৰি প্ৰস্থান। আনফালে আন সকলোৰে প্ৰস্থান )

---

## তৃতীয় অংক

### ১ম দৃশ্য

[ গড়গাঁও—কাৰেঙৰ তামূলী চ’ৰা ]

( ষকৰা সাজেৰে চক্ৰধ্বজ আৰু বৰফুকনৰ সাজেৰে লাচিৎ থিয়াথিয়িকৈ )

চক্ৰ—বৰফুকন, তুমি মোগলক খেদিলা, আমাৰ সন্মান ৰক্ষা কৰিলা, দেশৰ হৈ নিজ হাতে মোমাইক কাটি স্বাৰ্থত্যাগৰ মহৎ দৃষ্টান্ত দেখালা।

লাচি—স্বৰ্গদেৱ, যাৰ পৰা মোৰ লক্ষ লক্ষ ভাই-ককাই বাই-ভনীৰ বিপদ গুচে, দেশৰ মংগল মিলে; যাৰ বাবে মোৰ সৰ্বস্ব অৰ্পণ কৰিছোঁ, দেশৰ সেই মহৎ স্বাৰ্থৰ বাবে, ই একো ডাঙৰ ত্যাগ নহয়।

চক্ৰ—মোগল বিজয়ী লাচিৎ বীৰ, তুমি আমাৰ দেশৰ পৰম গৌৰৱৰ সম্পদ। সেইবাবে, তোমাৰ

সৰহ আজৰি নোহোৱাতো, দুদিনলৈ মাতি আনি, সভা পাতি তোমাক সন্মানিত কৰা হ'ল, আৰু নামনি অসম শাসন কৰিবলৈ বৰফুকন বিষয় দিয়া হ'ল।

লাচি—সৰ্গদেৱৰ এনে বিশ্বাসৰ বাব পাই, নথৈ ভাগ্য মানিছোঁ।

চক্ৰ—তুমি সপৰিয়ালে ওলোৱাত ভাল পাইছোঁ। যোৱা, গুৱাহাটীতে থিতাপী ৰূপে বহি লৈ, সেই ছোৱা দেশ মোৰ হৈ শাসন কৰাঁগৈ। তুমি বিজ্ঞ লোক, সৰহ কথা নকওঁ। তোমাৰ হাতত প্ৰজাক সুখী কৰাৰ, আৰু তাৰ লগতে দেশৰ গৌৰৱ আৰু ৰজাৰ সন্মান বঢ়োৱাৰ গধুৰ ভাৰ থাকিল।

লাচি—সৰ্গদেৱ, আশীৰ্বাদ কৰিব মই যেন তাক বলে পাৰোঁ।

চক্ৰ—তুমি পাৰিবা বুলি মই পূৰাকৈ আশা কৰিছোঁ। আকৌ এবাৰ কৈ থওঁ—ৰণলৈ আৰু পলম নাই। এইবাৰ সৰহ ফৌজ আহিব। আহিলা-পাতি বা ৰা-ৰণুৱা গোটোৱাত আমাৰ অলপো আওকাণ ঘটিব নেলাগে। সৈন্য বিভাগত সকলো জাতৰে প্ৰজাক সোমাবলৈ দিব লাগে।

লাচি—সকলো আজ্ঞা যতনে পালন কৰা হৈছে।

চক্ৰ—এতিয়া আৰু তোমাক ৰখাই নথওঁ। দুৰণিলৈ ওলোৱাৰ অনেক কাম।

লাচি—মই তেন্তে সেৱা জনাইছোঁ। সৰ্গদেৱৰ গুণ লৈ তুনাই গুৱাহাটীলৈ মেলানি মাগিলোঁ।

চক্ৰ—যোৱা বৰফুকন, ঈশ্বৰে মংগল কৰক। প্ৰয়োজন বুজি, দিনৰ বাতৰি দিনৌ দিয়াই থাকিবাঁ।

( দুইবো দুফালে প্ৰস্থান )

( পট. পৰে )

২য় দৃশ্য

[ দিল্লী—কিল্লাৰ কক্ষ ]

( আউৰংজেৱ, আৰু ৰমণী গাভৰুৰ প্ৰবেশ )

আউ—দেখ্ বচ্ছ, গঁড়গাওকি ইয়হ্ ৰাজা বৰা দগাবাজ, বৰা বেইমান। গৌহাটী ছিন্ লি, মেৰি ফৌজ বিলকুল্ তবাহ্ কৰ দি, ঔৰ্ ফৌজদাৰ ফিৰোজখাঁকু গড়গাঁও লে যাকে, মাৰ দেলা। এৎনি উস্কা তাকৎ। জংগলকে উল্লুকি এইচি বে'-আদপি! আভি ত্ৰেষঠ হাজাৰ চিপাহী লেকে ৰাজা ৰামসিং গিয়াহে। চিধা গড়গাঁও যাকে, চয়তান, কাফেৰকু পকৰকে, দেহলিমে লে আয়েগা। ইচ্ ৰাৰ তমাম আহম ৰাজ মোগলকে কবজেমে আ যায়েগা।

ৰমণী—জাহাপানাৰ বোৱাৰী বাবে, মোগলৰ সন্মান ৰক্ষাত অধিনীবো পূৰা স্বাৰ্থ আছে। সম্ৰাটৰ ব্যৱস্থাত মোৰ ক'বলৈ একো নাই। একেষাৰ মাত্ৰ কথা জনাব খোজোঁ।

আউ—আচ্ছা কহ ক্যা কহতি হো।

ৰম—জাহাপানাই পাহৰিছে, মোগলৰ বোৱাৰী হ'লেও মই আহোমৰ জীয়ৰী। মোৰ পক্ষে আহোমৰ নিন্দা শুনা টান কথা। এনে স্থলত, মোক আগত লৈ, আহোম ৰজাক এনেদৰে গালি পৰাত, দিল্লীশ্বৰৰ কি লাভ হৈছে, মই নেজানো। তাত বাজেও, এফালে পিতৃপক্ষ, ইফালে পতিপক্ষ ; গতিকে উভয়-সংকটত পৰি, এই ৰণত মই নিৰপেক্ষ—জাহাপানাই এই কথাও পাহৰিছে।

আউ—গোস্সা মৎ কৰো। মগৰ্ উৱহ্ ৰাজা তো বিলকুল বেইমান হেয়।

ৰম—গোস্তাফি মাফ্ কৰিব জাহাপানা, আহোম ৰজা "উল্লুক" নহয়, "বেইমানো" নহয়, আৰু দিল্লীশ্বৰতকৈ নীহ বংশৰো নহয়।

আউ—হাঁ, হো চেকতা হে, মগৰ আব্ কি দফে ঠাণ্ডাহি কৰ দোংগা।

ৰম—নোৱাৰিব জাহাপানা; আহোম ৰজাক "ঠাণ্ডা" কৰাটো সিমান টিলা কাম বুলি নেভাবিব। পিতৃকুলৰ আক নিন্দা শুনি থাকিবৰ মোৰ অভিলাষ নাই, মই আহিলোঁ; বন্দেগি জাহাপানা। (প্ৰস্থান)

আউ—আৰে নাহি, নাহি; জাৰা থাৰো; অগৰ মেৰা কচুৰ হে তো মাফ কৰো।

(পাছে পাছে প্ৰস্থান)

(পট উঠে)

## ৩য় দৃশ্য

[গুৱাহাটী—বৰফুকনৰ ভিতৰ চ'ৰা]

(ঘৰুৱা সাজেৰে লাচিৎ, বিষয়া সাজেৰে পানীফুকন)

লাচিৎ—ৰামসিং সেনাপতি ৰঙামাটি পাওঁতেই, তুমি আগবাঢ়ি ধৰিবৰৈ খুজিছিলা। মই চিঠি দি সুধি পঠিয়ালোঁ বোলোঁ আপুনি ৰণলৈ নো কিয় আহে? কি লাগে আমাক জনালে, বিনা ৰণেই হ'ব পাৰে বা। তাৰ কি গুণ ধৰিলে, দেখিলা? তেওঁ চিঠি লিখালিখি কৰি দুমাহ ৰঙামাটিতে বহি থাকিল, ইফালে, সেই ছেগতে, আমাৰ ৰণায়োজন সকলোখিনি পূৰা কৰি ললোঁ।

পানী—আমি ৰণ লগাইছোঁ; তালৈকে তেওঁ আহিছে; ইমানতো আমি নজনা ভাও ধৰিলেই তেওঁ দুমাহলৈ খাবলি খাই বহি থাকিব বুলি নো মই জানো কেনেকৈ ডাঙৰীয়া?

লাচিৎ—ৰণৰ কামত এনেবিধৰ কিছু কুটনীতিও লাগে। এতিয়া আকৌ লিখিছে বোলে, আমি দেশ এৰি নিদি ৰণ কৰিলোঁ, তেওঁ হেনো "এক ঘড়ী" মান লড়াই কৰি চাব পাৰে। তাৰ সন্নিধানটো মই কোৱা মতেই লিখি আনিছা নহয়?

পানী—হয়, আনিছোঁ। (সাঁচিপতীয়া চিঠি উলিয়ায়)

লাচিৎ—মাতাচোন, মই শুনো।

পানী—(চিঠি চাই) মান্যবৰ শ্ৰীল শ্ৰীযুক্ত ৰজা ৰাম-সিংহ বাহাদুৰ সেনাপতি মহোদয়ৰ শ্ৰীকৰ-কমলেষু। আপোনাৰ পত্ৰ প্ৰাপ্ত হৈলোঁ। পত্ৰোত্তৰ এহি যে, ইন্দ্ৰবংশী সৰ্গদেৱ আহোম ৰজা কোনো ব্যক্তিৰ অধীন নহয় এবং কাহাৰো বশ্যও নহয়। ভগৱন্তে সৰ্গদেৱক যি ভূমি দিছে, তাহাৰ তিলমানো কদাপিতো ছাৰি দিয়া নুহইব, ইহা ধ্ৰুৰূপ কহিলোঁ। অপৰ আপুনি কেৱলে এক ঘড়ী মানহে লড়াই কৰিম কহিছে। কিয়? দুই-এক বছৰ কৰিবৰ সক্ষম নুহইব নে কি? খাৰ-বাৰুদৰ নাটনি হুইলে, আমিয়েই উধাৰেও দিব পৰা যাইবেক।

লাচিৎ—ভাল হৈছে; মোহৰ মাৰি, পঠিয়াই দিয়াঁগৈ।

(দুৰত লিগিৰাৰ আৰু ওচৰত কমলাৰ প্ৰৱেশ)

লিগি—(প্ৰণাম কৰি) নমোৰাম দেউক আৰু পুতেকক বিচাৰি আনি, বাহিৰত ৰখাই থোৱা আছে।

লাচি—আহিবলৈ দেগৈ।

(লিগিৰাৰ প্ৰণাম কৰি প্ৰস্থান)

কমলা—এৰি দিয়ক আৰু ককাইদেৱ, যি কাম আছে পাচতো কৰিব। ইমানকৈ খাটনি খাটোঁতেহে আপোনাৰ গাও বেয়া হৈছে। আমি ফুৰিবলৈ ওলাইছোঁ; আপুনিও আহক, ব্ৰহ্মপুত্ৰৰ বতাহত গা জুৰ লাগি আহিব।

লাচি—ৰাক আই, এখন্তক ৰ'বাঁ, এই মানুহ যোৱা পঠিয়াই লওঁ।

(নমোৰাম আৰু ভদ্ৰবেশেৰে কৃষ্ণৰ প্ৰৱেশ, দুয়ো প্ৰণাম কৰি থিয় হৈ থাকে)

লাচিৎ—তুমিয়েইনে নমোৰাম বামুণ?

নমো—হয় দেউতা, আৰু এয়ে মোৰ পুত্ৰ কৃষ্ণৰাম।

লাচিৎ—তোমালোক দুয়ো বোলে ৰণৰ কথাত আমাৰ হকে অনেক পৰিষত্ন কৰি ফুৰিছা। এই কথা সঁচানে?

নমো—ডাঙৰীয়াই শুনা কথা মিছা নহয়।

লাচিৎ—এই কথাত তোমালোকৰ কি স্বাৰ্থ আছে, মই তাক জানিব খোজোঁ। এই ঠাইৰ প্ৰজাই আহোম ৰাজত্ব ভাল নেপায়। তেনেহ'লে তোমালোকে আহোমক জিকাবলৈ কিয় বিচাৰিছা?

নমো—নামনিৰ প্ৰজা অনেকে আহোম ৰাজত্ব ভাল নোপোৱাটো সচঁা। সেইবাবেই এই কথাত আমাৰ স্বাৰ্থও শকত হৈ পৰিছে। আমাৰ স্বাৰ্থ হৈছে উড্ডীয়মান আহোম শক্তিৰ প্ৰভাৱত এই পুৰাণ প্ৰসিদ্ধ দেশক আকৌ প্ৰসিদ্ধ কৰা, আমি বিচাৰিছোঁ, আমাৰ মস্তিষ্ক আৰু আহোমৰ বীৰত্ব আৰু নেতৃত্ব—ইয়াৰ সহযোগত এই পুণ্যভূমিক আকৌ প্ৰাক্‌জ্যোতিষ কৰি উজ্জ্বল কৰি তুলিবলৈ। (ৰয)

লাচিৎ—কোৱা কোৱা, ভাল শুনিছোঁ।

নমো—ডাঙৰীয়া, সম্প্ৰতি আগৰ কামৰূপত আহোমত বাজে এনে শক্তি কোনো নাই, যি এই দেশ দুনাই সমুজ্জ্বল কৰিবৰ সমৰ্থ হ'ব পাৰে। গতিকে সকলো অসমীয়া প্ৰজাই আহোমেৰে মিলি, এটা শকত শক্তি সংগঠন কৰি দেশৰ উন্নতি সাধন কৰিব লাগে; এয়ে মাত্ৰ আমাৰ উদ্দেশ্য।

লাচিৎ—দেউ, তোমাক লগ পাই মই বৰ সন্তোষ পালোঁ; মাজে-সময়ে দেখা পালে বং পাম। তোমালোকৰ কিবা দুখ থাকিলে মোক জনাব পাৰা।

নমো—দেউতাৰ মৰমৰ শলাগ লৈছোঁ। মই সন্ন্যাসী মানুহ; সম্প্ৰতি একো প্ৰয়োজন নাই, আৱশ্যক হ'লে পাচত জনাম। এই ল'ৰাটিত বাজে মোৰ আৰু কোনো নাই। তাৰ যদি কিবা অভিলাষ আছে সি নিজে জনাব।

কৃষ্ণ—ডাঙৰীয়া দেউতাই আজ্ঞা দিলে, বন্দীয়ে একেৰি গোহাৰি জনাব পাৰোঁ।

লাচি—তই দেখিছোঁ ভাল ডেকাটো। জনাচোন বাৰু কিটো জনাব।

কৃষ্ণ—দেউতাই কৃপা কৰি আজ্ঞা দিলে, এই ৰণখনৰ কিবা কামত সোমাবলৈ বন্দীৰ মনত প্ৰবল ধাউতি লাগিছে।

লাচি—এই বামুণৰ ল'ৰাই কি ৰণৰ কাম কৰিবি। তালৈ খামি-ডাঠ দুখকাৰী মানুহ লাগে।

কৃষ্ণ—দেউতাই শুনিব পায়, এজন বামুণেই গোটেই ভাৰতভূমি নিক্ষত্ৰীয় কৰিছিল; দ্ৰোণ, কৃপ, অশ্বথামা অগ্ৰগণ্য বীৰ আছিল; ক্ষত্ৰিয়ই যুদ্ধ শিকিছিল বামুণৰ গুৰিত।

কম—হয় ককাইদেৱ, এইবোৰ কথা হ'লে মহাভাৰততে আছে।

লাচি—বাৰু, সম্প্ৰতি তোক মোৰ শৰীৰৰক্ষক কামত ৰাখিছোঁ। কালিৰ পৰা তই মোৰ চৌলত থাকিবহি লাগিব।

কৃষ্ণ—দেউতাৰ অনুগ্ৰহ। (প্ৰণাম)

লাচিৎ—সম্প্ৰতি তোমালোকক বিদায় দিলোঁ। তুমি সেই কামতে লাগি থাকাঁগৈ, মই বুঢ়াবাক লৈ যি হয় সহায়-সাৱধি কৰি থাকিম।

নমো—ভাল দেউতা।

(দুইবো প্ৰণাম কৰি প্ৰস্থান)

লাচিৎ—ল'ৰাটো পাকৈত দেখিছোঁ, আইদেৱ; মোৰ চকুত লাগিছে।

কম—হয় ককাইদেৱ, সাহিয়াল আৰু সঁচাকথীয়া যেন লাগিছে। কাম-কাষতো ভাল হ'ব যেন

পাইছোঁ। আপোনাৰ কাকতী কামো কৰিব পাৰিব। উঠক এতিয়া, আহক আৰু।

( দুইবো প্ৰস্থান )

( হাতত শোটা লৈ লাহৰীয়ে ঠাই সাৰেহি। পাচৰ পৰা সৰা ঠাইকে সাৰি নৃত্য-গীতেৰে কলীয়াৰ প্ৰবেশ )

[ গীত ]

কলী—কোন কাণীযে ঠাই সাৰিছে,
জাবৰ এৰি যায়।
লাহ—লোকৰ বনত লগা এনে নিলাজ মানুহ নাই।
কলী—( এহে ) ৰূপহ মুখৰ সোৱাদ কথা
শুনি গুচিল হিয়াৰ বেথা,
লাহ—নিধক গোলাম কথা কবি মানুহ বুজি চাই।
কল—আইচুদেৰে এনে কামত
গাল ছিঙিব বোল্দা চৰত।
লাহ—আহ আজি দিওঁ জাবি শোটাৰে কোবাই।

( শোটা দাঙি খেদি যায ; কলীযাই চিঞৰি বাগি দি লৰ মাৰে ; লাহৰীয়ে খেদি নিয়ে )

( পট পৰে )

## ৪ৰ্থ দৃশ্য

[ পলালবাৰী—ছয়গাঁও কোঠত ডেকা বৰুৱাৰ ঘৰ ]

( ডেকা বৰুৱা আৰু এলাহৰ প্ৰবেশ )

ডে. ব.—ছোৱালীৰ নো কি আকালে খাইছে বুলিছা ? লাগ বুলিলে, আৰু দহজনীও আনিব পাৰোঁ। মই তাইৰ কথাবাৰতহে লাগিছোঁ ; চোৱা বাৰু, তাই হেনো মোক অমানুহ কৰায়। সেইহে বোলোঁ, এদিনলৈ হ'লেও তাইৰ গপ ভাঙিহে এৰিম।

এলা—ওঁতো, নহয় কি ? তিৰীৰ ঘৰ মাত আপ্‌নি সহিবা লাগছি কিয়া ? আপ্‌নিতো একজন ডাঙৰ লোক।

ডে. ব.—পাচে তালৈকে, সোঁ আঙুলিয়ে ঘিউ নাহিল যেতিয়া, তাইক বলেৰে ধৰি আনিব লাগিব। তিৰোতা জাতিৰ নো দেখাঁ কি আছে। যিমানে ঠৰঙা জোৰক লাগিলে, বলেচলে আনি লব পাৰিলেই, দুদিনতে "তইহে তই মইহে মই" হৈ পৰিব।

এলা—ঠিকেই তো ; তিৰীগিলাৰ আশায় পাবাৰ নাই।

ডে. ব.—তাতে, আনিবলৈকো চল লাগি আছে। ধৰি বান্ধি আনি নাও এখনত তুলি দিলেই, ভটীয়ন পানীত একে চোচাই ছয়গাঁও পাবহি।

এলা—ধৰি আনাটো ভালেই বোলছোঁ হুক। আমাৰ হ'লি খুজবা-বাচবা লাগিল, আহা-যাবা কৰ্বা লাগিল, ভেটী-ভাৰ লাগিল, ধন লাগিল, তেলৰ ভাৰ লাগিল, ভোজ পাত্‌বা লাগিল—মহা বিপদ হুক্। আমাৰ মানুহ গিলাই আপ্‌নাসবৰ এই ধৰি আনা ৰীতিটোৰ মিছাই নিন্দা কৰে।

ডে. ব.—নিন্দা কৰিবলৈ ইয়াত একো নাই। ছোৱালী বুলিলে, ধৰি নিয়েই। দ্বাৰকাৰ শ্ৰীকৃষ্ণয়ো ধৰিহে ছোৱালী নিছিল। হওঁতে, তাইৰ ককায়েক ডাঙৰ মানুহ, মই তেওঁৰ তলতীয়া। তেওঁ বুলি পাচত ভাবন্তিৰে পৰিলেগৈ, যিতিৰ নেপাতি কি কৰিব ?

এলা—তেনে শীঘ্ৰে তাকেই কৰোক ; শুভ কাৰ্যত পলম কৰ্বাৰ নাই।

ডে. ব.—পাচে তালৈকে পাঠক, তুমি গা দি নধৰিলে, মোৰ কাম নিসিজে। এই ঠাইত, তোমাৰ বিনে মোৰ আও মানুহ নাই। তুমি নিজে গৈ, কোনোমতে ছোৱালীজনী ধৰি আনি দিব লাগে।

এলা—আপ্‌নাৰ কাম হৈছি বৰ ডাঙাৰ। মোমাই কাটা ৰবফুকনৰ টোলত থাকি ভনীয়েকক ধৰি আন্‌বা লাগবো—বাঘৰ বহাক যাই বাঘ পোৱালি আনা। খৰ্চাও অনেক কিছু কৰ্বা লাগ্‌বো। .

ডে. ব.—মই কামৰ জোখাৰে বঁটা দিম; তালৈ সংশয় নকৰিবাঁ।

এলা—সংশয় নো কৰ্লো ক'ত? আপ্‌নি নিদ্‌বোনু কিয়া? আপ্‌নি কিবা নাজনা-লোকনা! বাক, আগ বাঢ়লোঁ ছক। আপ্‌নাৰ কামত তো আৰু পিচাব নৰু।

ডে. ব.—মযো মানুহ বুজিহে ভাৰ দিছোঁ, ভাল টেঙৰ চাই, বিশ্বাসী মানুহ কেইটিমান লগত ল'বাঁ।

এলা—মানুহ মোৰ আছে ছক; আপ্‌নি ভাব্‌বা নাল্‌গে।

ডে. ব.—তেনেহ'লে এতিয়া কেনেকৈ কি কৰা হ'ব, আলচ কৰি তাৰ এটা দিহা লগাই ল'ব লাগে।

এলা—সেটো লাগবই তো; বিনা দিহাই কাম হবাৰ নাই।

ডে. ব.—বাৰু সম্প্ৰতি ভিতৰলৈ আহাঁ, পানী-ছুনি এটোপা খোৱাহি।

এলা—(হাঁহি) কিয়ানা লাগছিল?

ডে. ব.—নহয়, শুদা মুখে গ'লে, মনটো ভাল নেলাগে নহয়।

এলা—(হাঁহি) হেঃ হেঃ, সেটোনো আপ্‌নি কৰা লাগছিনা?

(হাঁহি হাঁহি পাচে পাচে প্ৰস্থান)

(পট উঠে)

## ৫ম দৃশ্য

[গড়গাঁও—ৰাজটোলৰ বাহিৰে ফুলনি]

(সাধাৰণ সাজেৰে চক্ৰধ্বজ আৰু পদুমী সোমাই আহে)

চক্ৰ—কাৰেঙৰ গড়ৰ বাহিৰে এইখনি মোৰ মনৰ জোখাই ফুলনি। ইয়ালৈ আহিলে মন ফৰকাল লাগে। এতিয়া তই সেই সিদিনাৰ মন্ত্ৰীৰ জীয়েকৰ কথাটো ক। (উদ্যানৰ আসনত বহে) নিৰ্বাসিত কছাৰী মন্ত্ৰী, জীয়েকে সৈতে নগৰ এৰি গুচি গ'ল, তাৰ পাচত?

পদু—(বজাক বিচনীৰে বিচি বিচি) তাৰ পাচত, তেওঁ চুকালত, জীয়েক পদ্মাৱতীয়ে পদুমী নাম লৈ ভেশছন কৰি দূৰৰ গাঁও এখনত কছাৰী এঘৰৰ আশ্ৰয়ত আছিলগৈ। তাতে, পিয়াহত পানী বিচাৰি, এদিন এগৰাকী অচিনাকি আহোম ডেকা ওলাওকগৈ। তেওঁৰ আছিল পিঙ্কল-উৰণ ওখ খাপৰ, আপোনাৰ দৰেই দীঘল চুলি, আপোনাৰ দৰেই মুখৰ আৰ্জা, বহল কপাল, খনিকৰে অঁকা যেন ধুনীয়া চেলাউৰি, আপোনাৰ দৰেই চকুযুৰি—চাই থাকিলে যাক চেনেহ-শ্ৰদ্ধা ভয়ে-ভক্তিয়ে একেলগে জুৰি ধৰে—(ৰয়)

চক্ৰ—পাচে তাৰ পাচত, তাৰ পাচত?

পদু—স্বৰ্গদেৱে শুনি আমনি পাইছে যদি, আজিলৈ থাওঁকেই, ইডোখৰ লাগে অইন এদিনো শুনিব।

চক্ৰ—নহয় এতিয়াই ক; তাৰ পাচত কি হ'ল ক।

পদু—তাৰ পাচত, পানী দিবলৈ আহি, পদুমী ফান্দত পৰিল। অচিনাকিয়ে থিয়ৈ থিয়ৈ পানী খাই, ততালিকে গুচি আহিল; লগতে আজলীৰ অজলা মনো অতৰ্কিতে হৰি আনিলে। (তলমূৰা হৈ ৰ লাগে)

চক্র—( অলপ বাট চাই ) ক পদো, কৈ যা, আকৌ বুলি কিয় ?

পদ্ম—কওঁ সৰ্গদেৱ, কথাবোৰ লুকিয়াই লৈছোঁ। সেই খন্তেকীয়া দেখাত, পদুমীয়ে তেওঁৰ চিনাকি ল'বলৈকো নেপালে ; মাত্র ক'বপৰা অহা বুলি সোধাত, ডেকাই বাটকৰা আহোম মানুহ বুলি কৈ আছিল। পাচে সৰ্গদেৱ, কিছুদিনৰ মূৰত, তেওঁকে বিচাৰি ছোৱালীজনী আহোম দেশ পালেহি।

চক্র—কি আহোম দেশ পালেহি।

পদ্ম—হয় সৰ্গদেৱ, আহোম দেশ পালেহি। পাচে, সেই গাঁৱতে কপচিং বুলিবৰ এটা হোজা কছাৰী ডেকা আছিল। তাৰ মনত পদুমীলৈ মৰম সোমাইছিল। পদুমীক অকলৈ আহিবৰ শুনি, তেওঁকে ৰাখি ফুৰিবলৈ, সিও পাচতে খোজ ললে। তাৰ মনেৰে, সেই আহোম ডেকাই কিবা কু-মন্ত্র কৰি, পদুমীক বাউলী কৰিলে। তাকে ভাবি, সি তেওঁক হত্যা কৰিবলৈ হমিয়াই ফুৰিছে।

চক্র—পাচে সেই পদুমী এতিয়া ক'ত আছে ?

পদ্ম—সেইদিন ধৰি নিৰুদ্দেশ।

চক্র—নিৰুদ্দেশ। তুৰন্তে উদ্দেশ কৰাম ; হাবি-বন পাত পাত কৰাম, নগৰে-চহৰে সন্ধান কৰাম, পৰ্বত-পাষণ্ড চলাথ কৰাই বিচৰাই অনাম।

পদ্ম—এজনী কছাৰী ছোৱালীৰ বাবে ইমান প্ৰবন্ধ কৰাৰ সকাম কি, সৰ্গদেৱ ?

চক্র—তই নেজান পদো, মৱে সেই আহোম ডেকা। কছাৰী দেশত ফুৰি আহি, ৰাজপাটত উঠিলোঁ ; ৰাজকাৰ্যৰ জঞ্জলত, এই কথালৈ কাণ কৰিব পৰা নাই। কিন্তু, সেই বনমালতী যেন মুখখনিলৈ সদায় মনত পৰে। তোৰ মুখে সৈতে সেই মুখৰ মিল আছে ; সেই বাবে তই আহিবৰ পৰা আৰু সঘনাই মনত পৰিছে, আজিয়েই কেওহাতে মানুহ পঠিয়াম।

পদ্ম—এৰি দিয়ক সৰ্গদেৱ, সেই কথা পাহৰি পেলাওক। হাবিতলীয়া ছোৱালী এজনীত লাগি ইমান কৰিলে, সৰ্গদেৱক শুৱাব।

চক্র—তই কি বুজিবি পদো ? এখন্তেকৰ দেখা দিয়েই যি মোৰ হিয়াত সোমাই ল'লে, যি মোৰ বাবেই ঘৰ এৰি অকলশৰে ঘূৰি ফুৰিছে, যাৰ সংসাৰত আৰু কোনো নাই, হওক হাবিতলীয়া, সেয়েহে মোৰ নন্দনৰ পাৰিজাত, মোৰ হেপাহৰ জীৱন-লগৰী।

পদ্ম—( মনতে ) হৃদয়, স্থিৰ হ, ধৈৰ্য ধৰ ; আনন্দৰ কোবাল ধলত ভাগি-চিগি, উঠি-বুৰি যাব খোজ কিয় ? চিনাকি দিবৰ এয়ে শুভক্ষণ। (শুনাকৈ) শুনক তেন্তে সৰ্গদেৱ, আজি তেন্তে কওঁ, শুনক—

( বন্দুকৰ শব্দ হয় ; পদুমী হলি পৰে )

চক্র—( আচৰিত হৈ ) কোনে হিলৈ মাৰে ! হায় হায়, তেজেৰে ৰাঙলী হ'ল। ( ওচৰ চাপি ) বুকুত গুলী লাগিল। ( নিজৰ গাত আঁওজাই লৈ, গুলী লগা ঠাই চাব খুজি ) কিয় ! তই পুৰুষ নহৱ, তিৰোতা।

পদ্ম—মৱে সেই মন্ত্ৰীকন্যা পদ্মাৱতী, উস্ প্ৰাণ যায়, ক্ষমা মাগিছোঁ, সৰ্গদেৱ।

চক্র—তয়ে পদ্মাৱতী ! হায় হায়, মোক অতদিনে নকলি কিয়, পদো। কি কৰিলা, পদ্মাৱতী কলৈ যোৱা ! মই আৰু তোমাক ক'ত পাম পদ্মাৱতী !

পদো—( ওপৰলৈ দেখুৱাই ) প্ৰাণেশ্বৰ, সৌ তাত। ( নিমাত )

চক্র—( অলপ চাই থাকি ) উশাহ ল'বলৈ এৰিলে নে কি ! পদ্মাৱতী, পদুমী, পদো—হায়,

সকলো শেষ হ'ল! নিয়তিৰ কি নিঠুৰ লীলা! এনে হেন পদুম পাহি, ফুলি আহোঁতেই ধ্বংস কৰিলে! মোৰ জীৱন নাটৰ এক অংকৰ এই দুৰ্ঘোৰ বিষাদত সমাপ্তি পৰিল। (নমাই থয়)

(কেইবাজনো নগৰৰক্ষক সৈন্যৰ প্ৰবেশ, সকলোৰে প্ৰণাম কৰি ৰৈ থাকে)

চক্ৰ—(কিছুপৰ ৰৈ থাকি) এই নৰঘাতী অপৰাধীক ধৰি আনিব নোৱাৰিলে তহঁতৰ কঠোৰ দণ্ড হ'ব।

১ম সৈ—অপৰাধীক ধৰা হ'ল সৰ্গদেৱ। এতিয়াই হাতত হিলৈৰে মানুহ এটা ফুলনিৰ পৰা লৰ মাৰিছিল, তাক ততালিকে বন্দী কৰা হ'ল। সি হিলৈ মৰা হয় বুলি মৈও কাটিছে।

চক্ৰ—সি কোন? ক'ৰ মানুহ?

১ম সৈ—সুধিলে একো নকয়; মানুহটো চহা আৰু জধলা বিধৰ।

চক্ৰ—(মনতে) আন মানুহে খাৰ হিলৈ ক'ৰ পালে। খাৰ হিলৈৰ গৰাকী আছিল অকল নেওগ ফুকন। তেনেহ'লে, ইও তাৰেইহে কাম নে কি? (শুনাকৈ) বাৰু, সম্প্ৰতি সি বন্দীশালত থাকিব। আৰু চা—মোৰ এই পদো লিগিৰা পুৰুষ নহয়। তেওঁ ডাঙৰৰ জীয়ৰী; ফেশকন কৰি লিগিৰা সোমাই আছিল। মই এইমাত্ৰহে তাৰ সম্ভেদ পাইছোঁ। এওঁ বিদ্ৰোহীৰ হাতৰ পৰা অসম দেশ ৰক্ষা কৰিছে, নৰবধীৰ হাতৰ পৰা অসম ৰজাৰ প্ৰাণ ৰাখিছে। বধীয়া বিষয়া-সকলক কবি, এওঁৰ শেষ কাম মানে-সজে হ'ব লাগিব।

(সকলোৰে প্ৰণাম কৰে, চক্ৰধ্বজৰ প্ৰস্থান)

(পট পৰে)

## ৬ষ্ঠ দৃশ্য

[ পাণ্ডুঘাট—হাবিৰ মাজৰ মুকুলি ঠাই ]

(ডেকাবৰুৱা আৰু এলাহৰ প্ৰবেশ)

ডে. ব.—মোৰ নাওখন অলপ ভটীয়াই যোৱাই, মই ইয়াতে তোমালৈ বাট চাই আছোঁ। পাচে কিবা কৰিবগৈ পাৰিলানে?

এলা—আমি তিনোটা প্ৰাণী নাও মেলি চলি গেলোঁ। যাই যাই দেখা পালোঁ সেই কৰ্মনাশা শিলাখান। সেটোনো শুক কম কুলক্ষণ না? নাও বাৱাতে বাৱাতে তৎ হাৰাই গেল। তথাপি কোনো মতেদি বৰফুকনৰ ঘাট উঠিলোঁ।

ডে. ব.—কথা বৰ বহলাই জুৰিছা। যাই কথাটো কৈ লোৰাচোন; কাম কিবা হ'লনে নহ'ল?

এলা—কৈ আনছোঁ শুক। বৰ্হমপুত্ৰৰ নদীদি উজাই যাই যাই বৰফুকনৰ ঘাট উঠ্‌লোঁ।

ডে. ব.—অলপ চুটি কৰাঁ; আচল কথা কোৱা।

এলা—চুটিকে তো কছোঁ। ইয়াত পৰ চুটি কৰ্বা নৰি। বোলোঁ যাই যাই আমি তিনোটাই বৰফুকনৰ ঘাট পালোঁ।

ডে. ব.—আকৌ দীঘলহে কৰিছা; বাৰু কৈ যোৱা তোমাৰ মতেৰেই।

এলা—এৰা, সেটোহে ভাল কথা। পাচে, ঘাট পাই ডিঙিখান নেদ্‌খা ঠাইত বান্ধি ৰাখলোঁ। তাৰ পাচে তিনোটা উঠি গেলোঁ। উঠি যাই, ফুলনিখনত লুকে থাক্‌লোঁ। মিছাই দুই দণ্ড অতীত হ'ল; উলটি ঘুৰি আহিবা মন কৰ্লোঁ।

ডে. ব.—পাচে আৰু উলটি ঘুৰি আহিলা। মিছাতে ছয়গাঁৱৰপৰা আহি দিনটো পাণ্ডুঘাটত খপীয়া পৰিলোঁহি।

এলা—নহয়, শুনি যাবৰ আপ্‌নি; কথা খটম কৰ্বা শুক। পাচে, ঘুৰি আহিবা মন কৰ্লোঁ।

আহিবা ধৰ্ছো, এনাইতে দেখোঁ আপীটো আহিবা ধৰ্ছি। তাই আহিকে, নদীৰ পাৰত বহি, গীত গাবা ধৰ্লে। মই, পাচৰ দিশি চুপি চুপি আগুৱাই যাই, মুকচাইদি মুখখান বান্ধি ফেল্লোঁ। ইহাঁত দুইজনে হাত-ভৰি বান্ধলাক্। তিনো ধৰি, দাণ্ডি আনি ডিঙিত তুল্লোঁ।

ডে. ব—পাচে পাচে, তাৰ পাচত?

এলা—তাৰ পাচে নৌকা ছাৰি দিলোঁ। মই গুৰিত ধৰ্লো, ই দুইজনে আগৰ দিহি মাৰ্ধা ধৰ্লাক; পাণ্ডুক লাগি ভৈটান পানীত নাও ছাৰি দিলোঁ। ফুকনঘাট ছাৰলোঁ, উমানন্দ ছাৰলোঁ, শুক্লেশ্বৰ ছাৰলোঁ আৰু ছাৰলোঁ ভৰ্লুমুখ, ভুবনেশ্বৰী, কামাখ্যা। গোটাইখিনি ছেৰে আহি, তোমাৰ পাণ্ডুঘাটত নাও লাগালোঁ।

ডে. ব.—পাচে ছোৱালী কৰিলা কি? কলৈ গ'ল?

এলা—আছে হুক্, ককুনো যাবা পাৰে? ( আগবাঢ়ি বাহিৰলৈ ) অ' আহাঁ হাঁ, ইয়াক আহাঁ; শুনুছানাহে বোলোঁ, আপীটো লৈ, তোহনা ওহাই আহাঁ। আপীটোবো বৰ তেজ দেখলোঁ হুক। বান্ধ খুলি দিয়াতে, আমাৰ তিনিটাকে বাঘিনী ৰূপ ধৰি খায় হেন দেখলোঁ।

( কমলাক লৈ দুটা নাৱৰীয়াৰ প্ৰবেশ )

কম—( আচৰিত হৈ ) কি। তুমি। ডেকাবৰুৱা, তুমি মোক ধৰাই আনিছা?

ডে. ব.—হয় ময়েই; মনত আছেনে কমলা; তুমি মোক অমানুহ কৰাম বুলিছিলা। আজি তোমাক কোনে ৰাখিব কমলা?

কম—ছিঃ ছিঃ ডেকাবৰুৱা তুমি ইমান নীচ। মোক কোনে ৰাখিব? মোক সেই নেদেখা জনাই ৰাখিব। ( যাবলৈ আগবাঢ়ে )

ডে. ব.—হেৰ' যাব নিদিবি; ধৰ ধৰ।

( নাৱৰীয়াইঁতে দুই হাতত ধৰেগৈ )

কম—( ডাঙৰকৈ ) ৰক্ষা কৰা, ৰক্ষা কৰা, মহাপ্ৰভু, অবলা নাৰীক ৰক্ষা কৰা।

ডে. ব.—ৰাক হৈছে, মহাপ্ৰভুৰ আৰু আন বন নাই নহয়।

কম—এৰি দে পাষণ্ডহঁত, থাকিব লাগে, মই আপুনি থাকিম, তইঁতে মোক চুই নেথাকিবি।

ডে. ব.—বাৰু ধৰি থাকিব নেলাগে; মুঠেই যাব নিদিবি।

( নাৱৰীয়াইঁতে হাত এৰি দিয়ে )

কম—ডেকাবৰুৱা, তুমি ভালৰ সন্তান। কেনে গৰ্হিত কাম কৰিছা; ভাবি চোৱাচোন। এতিয়াও মই মাতিছোঁ, মোক এৰি দিয়া। অবলাক অত্যাচাৰ নকৰিবা।

ডে. ব.—এ হে! এৰি দিবলৈহে ইমান প্ৰবন্ধেৰে ধৰাই আনিছোঁ! ভালে ভালে নাৱলৈ ব'লা; নহ'লে মই অবলা কবলা নেমানো; বলেৰে ধৰাই নিম। দেখিছাঁনে এতিয়া! যাক অমানুহ কৰাম বুলিছিলা তাকে ঘুৰি বন্দিব লগা হ'ল।

কম—মোৰ প্ৰাণ থাকে মানে, নোৱাৰ নিব পাষণ্ড।

ডে. ব.—পাৰোঁ নে নোৱাৰোঁ, চা তেনে ( হাত মেলি আগবাঢ়ে )

কম—( হুঁহকি গৈ ) হে প্ৰভু, ৰক্ষা কৰা, ৰক্ষা কৰা।

( সৈনিক বেশেৰে হাতত তৰোৱাল লৈ বেগেৰে কৃষ্ণৰ প্ৰবেশ )

কৃষ্ণ—সাৱধান ডেকা বৰুৱা, এখোজ আগবাঢ়িলে দোছোৱা কৰিম।

( সকলো বিচুৰ্তি হয় )

কম—তুমি আহিছা? কেনেকৈ জানিলা তুমি? মোক এতিয়া ৰক্ষা কৰা, এই পাষণ্ডই ধৰাই আনিছে।

কৃষ্ণ—একো ভয় নাই আইদেৱ, আপুনি মোৰ লগত গুচি আহক।

ডে. ব.—বাৰু অ'! বিটলীয়া, কাৰ আগত কেৰামতালি কৰিবলৈ আহিছ? (তৰোৱাল উলিয়াই খেদি যায়)

(কৃষ্ণই আগবাঢ়ি আহি থাপ মাৰি ডিঙিত ধৰি লৈ ধৰ কৰে। এনেতে কেইবাজনো সৈন্যৰ প্ৰৱেশ)

কৃষ্ণ—ধৰ, বন্দী কৰহক। ভালে ভালে তৰোৱাল পেলোৱা; নহ'লে—

(ডেকাবৰুৱাই হাতৰ তৰোৱাল এৰি দিয়ে, এটা চিপাহীয়ে তুলি লয়। কেইজনমানে তেওঁক বেঢ়ি ধৰি ধৰে)

কৃষ্ণ—আইদেৱ, পানী নিবলৈ আহি, দৈৱাৎ লাহবীয়ে আপোনাক ধৰি অনা দেখিলে। তাকে শুনি, আমি কোবা-কুবিকৈ নাও মেলি আহিছোঁ। এইকেইটা কোন?

কম—এইকেইটা যমদূতেই মোক ধৰি আনিছে।

এলা—আমি না? হায় মোৰ হৰি গুৰু শংকৰ! এনে মিছা কথা কৰা পায়না? আপ্‌নি শুন্‌বো কিয়া হাকিম, তিৰী মিৰি ভাটৌ কোৱাৰ কথা আপ্‌নি শুন্‌বো কিয়া? আমি আহা কেৱলে পহু মাৰ্বাক্ লাগি; ওহাই আটাহ শুনি চাবা আহিলোঁ। শুদাই অসত্য কথা-গিলা কিয় কৰা লাগছি, মোৰ মাই?

কৃষ্ণ—সেইবোৰ বিচাৰ বৰফুকন ডাঙৰীয়াই কৰিব। চাৰিওকো নাৱলৈ ল। আইদেৱ আপুনি মোৰ আগ হওক।

(আগত দুজন সৈন্য, তাৰ পাচত বন্দীসকল; তাৰ পাচত আকৌ সৈন্য, সৈন্যৰ পাচত কমলা, তেওঁৰ পাচত কৃষ্ণ, সৰ্বশেষত আৰু দুজন সৈন্য—এই পংক্তিৰে সকলোৰে প্ৰস্থান)

(পট উঠে)

## ৭ম দৃশ্য

[গড়গাঁও—কাৰেঙৰ ৰৰ চ'ৰা]

(সিংহাসনত ৰাজবেশেৰে, বিষয়াবেষ্টিত চক্ৰধ্বজ। দূৰত সৈন্যবেষ্টিত নেওগ ফুকন, বিহমন আৰু ৰূপচিং)

চক্ৰ—বিহমনৰ কথা নিজ কাণে শুনিলোঁ। সি কৈছে যোলে মোক বধ কৰিবলৈ তুমিয়েই তাক পঠিয়াইছিলা। এই কথাত তোমাৰ ক'বলৈ কিবা আছেনে?

নে. ফু.—স্বৰ্গদেৱ ঈশ্বৰ, মোৰে সৈতে তাৰ আখেজ আছে।

চক্ৰ—মিছা কথা। সেইদিনা পুৱাই দুয়ো মনে মনে মেল পতাৰ প্ৰমাণ আছে। বাৰু ৰূপচিং, তই মোৰ লগুৱাক গুলীয়াই মাৰিলি কিয়?

ৰূপ—মুই হ'লে তাক বুলি মাৰা নাই। তুলৈহে মাৰিছিলুং; পাচে ভুত্ নেলাগিল; তাৰ গাতহে লাগিল।

চক্ৰ—তই হিলৈ আৰু খাৰ ক'ত পালি?

ৰূপ—(নেওগ ফুকনলৈ আঙুলিয়াই) কিয়! হৌ হিয়েই দিছিল নহয়! তুকে মাৰিবলৈ দিছিল। হিলৈটোও মাৰিবলৈ হিয়েই হিকাই দিছিল।

চক্ৰ—এই কথাত একা? ইয়াত কিবা ক'বলৈ আছেনে?

নে. ফু.—স্বৰ্গদেৱ, ইও কিবা চক্ৰান্তৰেহে কথা। যেয়ে চক্ৰান্ত কৰি সেই চিঠিখন মোৰ ঘৰত থোৱাই-ছিল, সেয়ে ইয়াৰ হতুৱাই এই মিছা কথাও কোৱাইছে। কিন্তু সেই মানুহনো কোন, মই তাক নেজানো।

চক্ৰ—নেওগ ফুকন, মই তোমাৰ অপৰাধৰ পূৰা প্ৰমাণ পালোঁ। মোগলেৰে ষড়যন্ত্ৰ কৰাত, তুমি ৰাজদ্ৰোহী হৈছা। বিহমনক তুমি নৰহত্যাত নিয়োগ কৰিছিলা। তুমি ৰাজ্যৰ সেনাপতি থকা হেতুকে, এই দুইটা অপৰাধ

আৰু গুৰুতৰ হৈ পৰিছে। তাত বাজেও, ৰূপচিঙৰ হতুৱাই তুমি নাৰীবধ কৰাইছা। মই তোমাৰ প্ৰাণদণ্ডৰ আজ্ঞা বিহিলোঁ।

(নেওগ ৰুকন মূৰত হাত দি বহে)

চক্ৰ—বিহমন, তোক সঁচা কথা ক'লে এৰি দিম বুলিছিলোঁ। তোক সঁচা কথাকে কোৱা পালোঁ। মোৰ মানুহে তোক ৰাজ্যৰ বাজকৈ থৰগৈ। তুনাই এই দেশত ভৰি দিবৰ শুনিলে, ততালিকে ধৰাই আনি শূলত দিয়াম।

বিহ—নাহং ঐ মুই কেতিয়াও নাহং।

চক্ৰ—আৰু ৰূপচিং, মই তোৰ মনৰ কথা জানো। তই মিছাতেহে মোক মাৰিব খুজিছিলি। মই পত্নীক একো যাদু কৰা নাই। তোৰ যেনেকৈ পত্নীলৈ মৰম লাগিল, পত্নীৰো তেনেকৈয়ে মোলৈ লাগিছিল। তোৰ সকলো কথা ভাবি চাই, মানুহ মৰাতো তোক এনেই এৰি দিছোঁ।

ৰূপ—ৰজা, মই তুক্ মাৰিবা আহিলুং; তুই তেও মোক্ এৰি দিছ; তুই বৰ ভাল ৰজা ঐ।

চক্ৰ—কিন্তু দুৰ্ভগীয়া, যাকে এনেকৈ আবৰি ফুৰিলি তাকে নিজ হাতে বধ কৰিলি। তোৰ গুলীত মৰা সেই লিগিৰাটোৱেই তোৰ পত্নী; পুৰুষ বুলি ফাকি দি, মোৰ লিগিৰা সোমাই আছিল; এই কথা মৰোঁতেহে কৈ গৈছে।

ৰূপ—কি ক'লি! মুৰ পত্নী নাই। মুই মাৰিলুং। অস্, অস্। (অলপ তথা লাগি) ৰজা ঐ, (আঁঠু কাটি) হেৰা কৰিছুং, তুৰ ভৰিত ধৰিছুং, মুক এৰি নিদিবি ঐ, মুক তুই কাটি পেলাং, মুই পত্নীক মাৰিলুং, মুৰ নিজহাতে মাৰিলুং।

(সেৱা কৰি আগত পৰে)

---

## চতুৰ্থ অংক

### ১ম দৃশ্য

[গড়গাঁও—কাৰেঙৰ তামূলী চ'ৰা]

(বৰ গোহাঁই আৰু উদয়াদিত্য বেলেগ বেলেগ আসনত। অন্য আসনত গাৰুত ভেঁজা দি, নৰিয়া গাৰে চক্ৰধ্বজ বহি আছে)

চক্ৰ—শুনক ডাঙৰীয়া, বুঢ়া গোহাঁই ডাঙৰীয়া ৰণৰ কামতে দৰঙত আছেগৈ। বৰপাত্ৰ ডাঙৰীয়াও সম্প্ৰতি নগৰত নাই। গতিকে এটা জৰুৰী কথা জনাবলৈ আপোনাক মতাই অনালোঁ।

ব. গো.—ভাল সৰ্গদেৱ, আজ্ঞা কৰক।

চক্ৰ—মোৰ গাৰ গতি ক্ৰমে বেয়া পাই আহিছোঁ। ৰণৰ শেষ ফললৈ মনত বৰ ধাউতি আছিল। কিন্তু সিমানলৈ মোৰ দেহাই নেটানে; এই কথা থিৰাং।

ব. গো.—তেনে কথা নক'ব সৰ্গদেৱ। ঈশ্বৰে আপোনাক শীঘ্ৰে আৰোগ্য কৰাব।

চক্ৰ—নহয় ডাঙৰীয়া, গা দিনক দিনে হটি আহিছে। বৰ আশা কৰিছিলোঁ, কিন্তু মিছা হ'ল; মোগল-ৰণত অসমৰ জয় হোৱা মই দেখি যাবলৈ নেপাওঁ।

ব. গো.—যেমাৰ সকলোৰে হয় সৰ্গদেৱ; সামান্য অসুখ হৈছে, ভাল হ'ব। তাৰ বাবে ইমান চিন্তা কৰিবৰ একো প্ৰয়োজন নাই।

চক্ৰ—কওক ডাঙৰীয়া, মই মৰিলে আপোনালোকে মোৰ হাবিয়াস পূৰ কৰিব?

ব. গো.—আপুনি মিছাতে সেইবোৰ কথা নেভাবিব সৰ্গদেৱ, মনলৈ কোনো উত্তেজনা আহিব নিদিব।

চক্ৰ—অসম্ভৱ! মই নেভাবি নোৱাৰোঁ। কওক ডাঙৰীয়া, মোৰ পাচতো, ৰণৰ বাবে আপোনালোকে এইদৰেই যত্ন কৰিব।

ব. গো.—পূৰ্বেই স্বৰ্গদেৱক জনোৱা আছে। জায়াই থাকোঁ মানে, বোলা বাক্যৰ লৰচৰ নহয়।

চক্ৰ—ভাই উদয়, তুমিও কোৱা—মোগলক খেদাই, মোৰ আশা পূৰ কৰিবা।

উদয়—ককাইদেৱ, আপুনি অবাবত এনে অথিৰ হৈছে।

চক্ৰ—নহয়, তুমি কোৱা মোক, শত্ৰুক খেদাই দেশ ৰক্ষা কৰিবা, মোৰ জন্মভূমিৰ সন্মান বঢ়াবা।

উদয়—তাৰ বাবেই জীৱন উছৰ্গা কৰি লাগিছোঁ, ককাইদেৱ ; প্ৰয়োজন হ'লে, এইদৰেই গোটেই জীৱনলৈ লাগি থাকিম।

চক্ৰ—হওক তেও, এতিয়া কিছু সুখেৰে মৰিব পাৰিম। হে প্ৰভু, মোৰ দেশ জননীক তোমাৰ চৰণত গতালোঁ। তুমি তেওঁক ৰক্ষা কৰা, স্বাধীন কৰি ৰাখা।

ব. গো.—এনেবোৰ বেয়া চিন্তা এৰি পেলাওক, স্বৰ্গদেৱ। সকলো মংগল হ'ব, আপুনি নিশ্চিন্ত হওক।

চক্ৰ—ভাল বাৰু, যত্ন কৰিম। উদয়, বহু পৰ বহি থাকি মোৰ ভাগৰ লাগিছে ; লিগিৰাইঁতক মাতা, মোক ভিতৰলৈ নিয়কহি।

ব. গো.—নেলাগে লিগিৰা মাতিব, আমিয়েই পাৰিম !

( দুয়ো দুই বাউসীত ধৰি খোজ কঢ়াই লৈ যায় )

( পট পৰে )

## ২য় দৃশ্য

[ গুৱাহাটী—বৰফুকনৰ পাচ ফুলনি ]

( কমলা আৰু কৃষ্ণৰ কথা হৈ প্ৰবেশ )

কৃষ্ণ—আপুনি কোনোবা জনমৰ মোৰ নিচেই আপোন আছিল, আইদেৱ। আপুনি নোহোৱা হ'লে, মই নিজীওঁ। মোৰ দৰে ৰণত ঘাইল্ হোৱা মানুহ অনেক মৰিছে। মই জীলোঁ অকল শুশ্ৰূষাৰ গুণত। ডাঙৰীয়াই, মোক কামত ৰাখি, অন্ন আৰু সন্মানহে দিছে, কিন্তু আপুনি মোক জীৱদান দিলে।

কম—নৰিয়াক প্ৰতিপাল কৰা তিৰোতাৰ এটা ঘাই কাম। মৰা জীয়া ঈশ্বৰৰ হাতত, কিন্তু প্ৰতিপালৰ ভাৰ আমাৰ হাতত।

কৃষ্ণ—আপোনাৰ গুণ, আপোনাৰ দয়া, আপোনাৰ উপকাৰ মই কোনো কালে নেপাহৰোঁ। তাকেহে সদায় ভাবোঁ, যোনো এনে গৰাকী মানুহ বামুণ কুলত দুপজিল কিয়।

কম—আমি আহোমে আকৌ বামুণবোৰো আহোম হোৱা হ'লেহে ভাল পালোঁহেঁতেন।

কৃষ্ণ—মই মিছা কোৱা নাই ; গঢ়ে গতিয়ে ; চলনে ফুৰণে আপুনি সাইলাখ বামুণী ছোৱালী ; সেইহে কৈছোঁ যোনো আপুনি বামুণী হৈ উপজিব লাগিছিল।

( দূৰত দবা বাজে )

অ' সেয়া দবাত কোব পৰিল ; ডাঙৰীয়া চ'ৰালৈ ওলাল ; মই আহিলোঁ। ( প্ৰস্থান )

কম—মই তোমাক কি ভাবেৰে শুশ্ৰূষা কৰিছিলোঁ, তুমি তাক নেজানা—জানিবও নেলাগে।

( অলপ ভাবি থাকি গীত গায় )

[ গীত ]

তুৱা লাগি হৰাইলোঁ হৃদয় হামাৰি।
নতুন হৃদয় লৈয়া, খেলন খেলিয়া
অজানিতে বিকাইলোঁ চৰণে তোঁহাৰি।
নয়নকু নীৰ দিয়া, চৰণ পখালিয়া
মুছিবোঁহো মেলিয়া কবৰী ;
হৃদি মাজে থাপিবোঁ, আদৰে অৰপিবোঁ
ৰমণী-পিৰীতি-নিধি অমিয়া মাধুৰী।

( আধাখিনি গাওঁতেই মালতীয়ে আহি পাবৰ পৰা শুনি থাকি, শেহত চকু মুদাই ধৰে )

কম—ইস্, মই জানিবা চিনিহে পোৱা নাই। মই জানিছোঁ কোন—বৌ এৰি দিয়া, এৰি দিয়া দেও।

মাল—( এৰি দি ) এইবাৰ তেও ধৰা পৰিলাহে। হিয়া নিবিলাওঁ বুলিছিলা নহয়; পাচে এতিয়া একা ?

কম—এতিয়ানো কিটো দেখিলাহে ? মনত অহা গীত এটাও গাব নেপায় নেকি ?

মাল—নেপায় কিয় ? গাই থাকা; মুঠেই ক'তনো হিয়া বিকিলা; তাকেহে সুধিব খুজিছোঁ। পৰিলা আইদেৱ, এইবাৰ তুমি ক'ৰবাত ফান্দত পৰিলা।

কম—যোৱা দেওহে, তোমাৰ আমনিৰ তাপত মানুহ থাকিব নোৱাৰে।

( প্ৰস্থান )

মাল—নহয় মোক কৈ যোৱা; নোকোৱা মানে মই নেৰিছোঁ।

( পাচে পাচে খেদি যায় )

( পট উঠে )

## ৩য় দৃশ্য

[ গুৱাহাটী—বৰফুকনৰ বৰ চ'ৰা ]

( বৰফুকনৰ সাজেৰে আসনত লাচিৎ; দুফালে দুজন সৈনিক থিয় হৈ আছে। দূৰত সৈন্যবেষ্টিত ডেকাবৰুৱা, এলাহ, দুই নাৱৰীয়া; কৃষ্ণই আগত লিখা সমল লৈ বহি আছে )

লাচিৎ—এই নাৱৰীয়া দুটাক, ওভোতাই মুৰ খুৰাই গাত চোবাত মেলি, নগৰৰ বাজ কৰি দিবিগৈ। ডেকা বৰুৱা, তোমাৰ অপৰাধ ভাগুৰ বিধৰ। তুমি এগৰাকী সম্ভ্ৰান্ত জীয়ৰীক নীচ অভিপ্ৰায়েৰে ধৰাই নিছিলা। অকল সেয়ে নহয়, তাকে কৰিছিলা, এটা দুৰ্ধোৰ ৰাজদ্ৰোহীৰে লগ লাগি। তুমি ৰজাৰ বৰুৱা বিষয়া হৈ, এটা কোঠৰ সেনাপতি হৈ সেই অপৰাধ কৰাত, সেয়ে দুগুণে শকত হৈছে। তোমাৰ কপাল ভাল, সৰ্গদেৱে তোমাৰ দণ্ড নিজে বিহি পঠাইছে। মই হোৱা হ'লে তোমাক শূলত দিলোঁহেঁতেন। সৰ্গদেৱে তোমাক দহবছৰলৈ পোতাশালত দিছে। আৰু এলাহ—

এলা—এলাহ "পাঠক" বোলাবো পৰ্ভু; মই নামলাগা মানুহ; পুথি পঢ়বা জানাতে "পাঠক" বুলি নাম জলি গেছে। এৰাৰ কথা জনাবা খোজোঁ ৰাজা; আদেশ কৰ্লে ক'ব পাৰোঁ।

লাচিৎ—বাক কি জনাব খুজিছ, জনাব পাৰ।

এলা—মোৰ গাত মুঠেই দায় নাই, মোৰ পিতা; মোক মিছাই ধৰি আন্‌লে। আপ্‌নাৰ সেই আপীটুই মানুহ চিন্‌বা পাবা নাই; ধৰি নেছিল কুন্‌বাই কৰবাত; চিন্‌বা ন'ৰি মোক ধৰছে। মই পাঠক মানুহ, তেনে ক'ৰ্বা যাওঁ না ? মই যাবা পছ মাৰ্বা লাগি; হাবিৰ মাজত আটাহ শুনি, চাবা গেছ্‌লোঁ।

লাচিৎ—মিছাৰ পাঙেৰে অপৰাধ গধুৰ নকৰিবি মূৰ্খ। মই তোৰ সকলো কথা শুনি আছোঁ। তই মোগলৰ চোৰাংচোৱা হৈ কি কি কৰিছিলি, তাক মই নজনা নহওঁ। তই দেশদ্ৰোহী, ৰাজদ্ৰোহী, মিছলীয়া, প্ৰৱঞ্চক। তোক জীয়াই জীয়াই কাছি লৈ, লোণ-খাৱণী ছটিয়াই, খৰিকাত দি মাৰিব লাগিছিল; বাৰু নেলাগে; এৰি দেগৈ; কাণ দুখন গুৰিতে কাটি এৰি দেগৈ।

এলা—হায় মোৰ পিতা! মোক মিছাই দণ্ড কৰ্ছে

মোৰ বাপ, গোটাই মিছাই দণ্ড কৰ্ছে। দুয়োখন কাণ কাটলে মই ওলাম কেনকৈ? সকলোলোৰে ছেই ছেই কৰ্বোক। কাট্‌বা লাগলে, মুঠেই এখান কাণেই কাটি, মোক ছাৰি দিওক, পিতা; মুই মুৰৰ পাগেদি ঢাকি ৰাখবা পাৰিম।

লাচিৎ—যা, লৈ যা; দেশদ্ৰোহী পাতকী দয়াৰ পাত্ৰ নহয়।

(বন্দীহঁতক লৈ সৈন্যসকলৰ প্ৰস্থান)

(পানীফুকনৰ প্ৰবেশ)

লাচিৎ—(সৈনিকৰ প্ৰতি) তোমালোক এতিয়া যাব পাৰা। (সৈনিক দুজনৰ প্ৰস্থান)

লাচিৎ—পানীফুকন, তোমাক মতালোঁ কিয়—মোৰ গা ভাল পোৱা নাই। দেখিছাই, এই সংকটৰ সময়ত স্বৰ্গদেৱ হানি পৰাতে আমাৰ নথে অথন্তৰ মিলিছে; তাৰ উপৰি, এই মুৰামুৰি পৰত মোৰো এই অসুখ।

পানী—অৱশ্যে স্বৰ্গদেৱ স্বৰ্গী হোৱা গোটেই দেশৰে মহৎ দুৰ্ভাগ্যৰ কথা।

লাচিৎ—এনেজনা ডাঙৰ মনৰ সৰ্বগুণী ৰজা কেইজন আছে, পানীফুকন! হওঁতে নতুন ৰজাও তেওঁৰ ফুটতে উঠিবগৈ লাগে। কিন্তু, তেও বুলি তেওঁ নতুন মানুহ। গতিকে, ৰণৰ গোটেই ভাৰ আমাৰ মূৰতে পৰিছে। সেই গুণে, ডাঙৰ কথা এটা কৈ থবলৈ তোমাক মতাই অনালোঁ। গাৰ গতি যেনে হৈছে, দৈৱাৎ মই নোৱাৰিলে, তুমিয়েই কিজানি এই ৰণ চলাব লাগে।

পানী—আপোনাৰ গাৰ বাবে একো চিন্তা নকৰিব ডাঙৰীয়া। বহুদিনীয়া খাটনিৰ বাবে অলপ অসুখ হৈছে, বেগতে ভাল হ'ব।

লাচিৎ—বাৰু ভাল হ'লে ভালেই। তথাপি, তুমিও কথাটো বুজি থব লাগে।

পানী—ভাল তেনে কওক।

লাচিৎ—আমি মোগলক ভেটিবলৈ সম্প্ৰতি আগবাঢ়ি নেযাওঁ। বাট উদং পাই সিহঁত নিশ্চিন্ত মনেৰে সোমাই আহক; যেই পাণ্ডু এৰি, নৈৰ ঠেক ছোৱাত পৰিবহি, আমাৰ দুই পাৰৰ ৰবটোপৰোৰে গুলীয়াবলৈ লাগিব, আৰু ইফালৰপৰা নাওবোৰেও আগভেটি ধৰিবগৈ। আপুনি, দুইফালে পৰ্বতৰ মাজত ঠেক নৈত, কেউফালে গুলীৰ তাপত, সিহঁত খিতাতে মৰিমূৰ হ'ব।

পানী—হয়, এয়ে সুন্দৰ দিহা।

লাচিৎ—আৰু উজনিৰপৰা বুঢ়া গোহাঁই ডাঙৰীয়াই অনা কুৰি হাজাৰ সৈন্য সম্প্ৰতি সাঁচতীয়া হৈয়েই থাওক; পাচত যি লাগে কৰা হ'ব।

পানী—ভাল।

লাচিৎ—(উঠি) ইয়াকে তোমাক কোৱা নাছিলোঁ, সেই দেখি কৈ থলোঁ। ৰণলৈ পলম নাই। সকলো সাজু ৰাখিবা; যাতে নিচান দিয়া মাত্ৰে নাও মেলিব পাৰে।

পানী—হয় ডাঙৰীয়া, সকলো দিহা হৈ আছে।

লাচিৎ—আৰু অলপ কথা আছে; ৰাৰু ভিতৰলৈ আহা। (দুইবো প্ৰস্থান)

(পট পৰে)

## ৪ৰ্থ দৃশ্য

[গুৱাহাটী—বৰফুকনৰ পাচ ফুলনি]

(লাহৰীৰ প্ৰবেশ)

লা—সিও মোৰ পাচতে আহিছে। মই নেদেখা ভাও জুৰি গুচি যাওঁ; চাওঁচোন যাৰু কিনো কৰে। (প্ৰস্থান)

( কলীয়াৰ প্ৰৱেশ )

ক—হেৰেই লাহৰী, ক'লৈ যাব ? ক'লৈ ক'লৈ ক'লৈ, বোলোঁ ক'লৈ যাব ?

লা—( সোমাই আহি ) ইয়াকেহে বোলে খুজি কিল খোৱা। মই একাললৈ গুলাই আহিছোঁ; তই বাৰু পাচৰপৰা কিয় এই মাত ক'লৈ লগালিহি ?

ক—খং নেখাবিচোন হেৰ'। এটা কথা সুধিবলৈ বুলিহে তেও মাতিছোঁ। কিবা এটা সকাম নেথাকিলে জানো মই তোক মাতোঁ ?

লা মাতিলি মাতিলি, ক'লৈ লগালি কিয় ?

ক—ক'লৈ নলগোৱা হ'লে, তই হ'বলা এইদৰে উভতি আহিলিহেঁতেন ?

লা—মই বা আহিছোঁ কি লেঠাত, তই ক'লৈ লগাই বিঘিনি ঘটালি কিয় ?

ক—থ থ হেৰ', তই বৰ ৰাজকাৰ্যটোলৈ গৈছিলি।

লা—বাৰু কি সুধিবি সোধ, বেগতে সোধ, মোৰ আজৰি নাই।

ক—( সেমেনা সেমেনিকৈ ) সুধিব খুজিছোঁ কি—বোলোঁ—এই—এই—তই বোলোঁ যাব ক'লৈ ?

লা—ইয়াকে সুধিবলৈ মোক ওভোতাই আনিলি, নহয়নে ? তোতকৈ এটা নিধক নেদেখিলোঁ। ( প্ৰস্থান )

ক—এ গ'লেই। কওঁ বোলা কথা সোপাই থাকিল। এইক আগত পালে দেখোন সজাই থোৱা কথাবোৰো গুলাই নাহে; আলচা কথা ক'বলৈ আজৰি নোলায়। হেৰ' ৰবি, নেযাবি নেযাবি, মোৰ কথা তেনেই থাকিল। ( পাচে পাচে খেদি যায় )

( পট পৰে )

৫ম দৃশ্য

[ গুৱাহাটী—ৰৰফুকনৰ ভিতৰ চ'ৰা ]

( লাচিৎ নৰিয়া গাৰে গাকত আঁউজি পাটিত বহি আছে। ওচৰত কমলা আৰু মালতী, আঁতৰত কৃষ্ণ সৈনিক সাজেৰে থিয় হৈ আছে )

লাচিৎ—কি ক'লি, কি ক'লি কৃষ্ণ, মোগলহঁত পাণ্ডু পালেহি ?

কৃষ্ণ—কামাখ্যাৰ পোন পালেহি।

লাচিৎ—তেও আমাৰ বৰটোপে গুলী মৰা নাই ? পানী ফুকনে কৰিছে কি, নাও মেলি খেদি যোৱা নাই ?

কৃষ্ণ—নাই যোৱা দেউতা। এতিয়াও বোলে শুভক্ষণ মিলা নাই; সেই বাবেই টোপো মৰা নাই, তেখেতো আগবঢ়া নাই।

লাচিৎ—সৰ্বনাশ। ইয়ালৈকে ইমান ভ্ৰম কৰিলোঁ, ইয়ালৈকে মই মোমাইক কাটিলোঁ। কৃষ্ণ ততালিকে মোক নাৱলৈ ল।

কম—ককাইদেৱ, আপোনাৰ গা বৰ নিশকতীয়া।

মাল—এই গাৰে আপুনি নেলাগে যাব। ইযাৰে-পৰা যি হয় দিহা-পোহা দি যাওক।

লাচিৎ—নক'বাঁহক, মই কাৰো হকা-বধা নেমানো। লাচিৎ জীয়াই থাকোঁতেই মোগলে দেশ ললে। স্বৰ্গদেৱক এই বাতৰি শুনাওঁ। যা কৃষ্ণ, বেলি নকৰ; দোলা ঘোঁৰা একো নেলাগে; এই পাটীৰেই মানুহেৰে দঙাই নি, মোক নাৱত তোলাই দে।

( কৃষ্ণৰ প্ৰস্থান )

মাল—তেনেহ'লে বঙহৰ দেও, পৰিচৰ্যা কৰিবলৈ, আমিও লগত যাম।

লাচি—পৰিচৰ্যা নেলাগে; ৰণৰ উলাহত আৰু ব্ৰহ্মপুত্ৰৰ মুকলি বতাহত মোৰ সকলো অসুখ আঁতৰ হ'ব।

কম—তেনেহ'লে আমি ৰণকে কৰিমগৈ ; লোকৰ দৰেই আমিও গুলী মাৰিম, তৰোৱাল চলাম।

লাচি—তাকে পাৰ যদি, ওলাহক ; বেগতে নাৱত উঠগৈ। ( মালতী-কমলাৰ প্ৰস্থান )

( কেইজনমান সৈন্যৰে সৈতে কৃষ্ণৰ প্ৰবেশ )

কৃষ্ণ—হ'ল দেউতা, সকলো প্ৰস্তুত হ'ল। এয়া মানুহ আহিল।

লাচি—ধৰাহক, এইদৰেই মোক নাৱলৈ নে।

সৈন্যইত—( খাট দাঙি ) জয় বৰফুকন ডাঙৰীয়াৰ—জয়
( সকলোৰে প্ৰস্থান )

( কলীয়া আৰু লাহৰীৰ প্ৰবেশ )

কলী—সেৱা এতিয়া চা, বোলোঁ চাই ল। আইচুৰে আইদেৰে সেয়া কঁকালত তৰোৱাল ওলোমাই, হাতত হিলৈ লৈ ৰণলৈ ওলাল। এইবোৰহে তিৰীৰ লগৰ তিৰী। তই পাৰিবি!

লাহ—মোৰ তিৰোতা মানুহৰ পাচ কথা। তই বৰ মতাটোৰে একা? ডাঙৰীয়া নৰিয়া গাৰেই গ'ল নহয় ; তই যাচোন বাৰু চাওঁ।

কলী—মইনো নোৱাৰিম কিয়? পাচে মোক জানো কোনোবাই সেইদৰে কানতকৈ নিবহি? মুঠেই ছুটা কথাৰ পৰাহে যাব পৰা নাই। এক এইদৰে কানতকৈ নিওঁতা নাই ; আৰু এক নাই দেউতাৰ লগত আইচু যোৱাদি, লগত লাগি যাবলৈ এজনী 'ভাৰ্যা'। সেইহে আকৌ তোক কৈ আছোঁ বোলোঁ চক্ৰংখন পাতোঁহক আহ।

লাহ—নহয়নো কি, এওঁ পাতোঁ বুলিলেই হ'ব নহয়।

কলী—হেৰ' নহ'ব নো কিয়? তই মুঠেই ওঁ বুলিলেই হৈ পৰে। এতিয়া ডাঙৰীয়া চাগৈ নাৱত উঠিলেগৈ। আহ, আমি ওখ ঠাইত উঠি লৈ, যুঁজখনকে চাওঁগৈ।

লাহ—গ'লে অকলৈ যাম ; লোকৰ লগত লেমটো হৈ যাম কিয়?

কলী—বাৰু মৰে তোৰ লেমটো হ'ম, তেও তই আহ। কিয় মাতিছোঁ জানিছ? তই নহ'লে একোতে মই বহইচ নেপাওঁ। তই বেগতে আহ, মই ওলাওঁগৈ। ( প্ৰস্থান )

লাহ—সঁচা কৈছে, মোৰো সি নহ'লে কোনো কথালৈ উলাহ নেলাগে। চুপতি কৰি কৰিয়েই, ই মোৰ মনটো মোৰাই পেলালে। মাতি গৈছে, যাওঁ এবাৰ, নহ'লে সি বেয়া পাব। ( প্ৰস্থান )

( পট উঠে )

## ৬ষ্ঠ দৃশ্য

[ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে গুৱাহাটী ঘাট ]

( ঘাটত ওপৰে ঘৰ থকা চ'ৰা নাও বন্ধা আছে। ৰণৰ সাজেৰে কৃষ্ণ, মালতী আৰু কমলা। নাৱৰীয়া সৈন্যসকলে ব'ঠা লৈ টিঙত বহি আছে। নাৱৰ আগত নিচান উৰিছে )

লাচিৎ—দে, নাও মেলি দে।

কৃষ্ণ—জয় বৰফুকন ডাঙৰীয়াৰ—

সকলোৰে—জয়।

( এইদৰেই তিনিবাৰ জয়ধ্বনি কৰি নাও মেলি দিয়ে, নাও বেগেৰে ভটীয়াই যায় )

( কেইজনমান সৈন্যৰে সৈতে ঘৰ দিয়া নাৱত পানী ফুকনৰ প্ৰবেশ। সৈন্যইত বহি আছে ; পানী ফুকনে থিয় হৈ পাচলৈ চাই কৈছে )

পানী—সৰ্বনাশ সৰ্বনাশ সৈন্যসকল! বৰফুকন ডাঙৰীয়া, নৰিয়া গাৰেই অকলৈ আগবাঢ়িল! নাও মেলাঁ, নাও মেলাঁ, পাৰৎপাৰে ব'ঠা মাৰি আগবাঢ়া ; সকলো নাও তেখেতৰ আগ কৰা।

( উজনি ফালে দূৰত টোপৰ শব্দ )

সেয়া শুনা, নৱগ্ৰহৰ পৰা দৈৱজ্ঞয়ো শুভক্ষণৰ জাননী দিলে।

( ভাটীফালে সৰহীয়া টোপৰ শব্দ )

দৈৱজ্ঞৰ জাননী পাই, সেয়া আমাৰ সৈন্যই টোপ মাৰিলে। আগবাঢ়াঁ, তুৰন্তে আগবাঢ়াঁ।

( নাও বেগেৰে ভটীয়াই যায় )

( পাচফালে ভিতৰত "জয় বৰফুকন ডাঙৰীয়াৰ জয়" বুলি ৰ্তিনিবাৰ জয়ধ্বনি। তাৰ পাচত অনেক ঘৰ দিয়া নাও বেগাই ভটীয়াই যাবলৈ আৰম্ভ কৰে। লগে লগে, আগফালে দূৰত ঘনে ঘনে সৰহীয়া টোপৰ শব্দ )

( পট পৰে )

## ৭ম দৃশ্য

[ নমোৰামৰ আশ্ৰম ]

( গীত গাই নমোৰামৰ প্ৰবেশ )

[ গীত ]

নমো—কৰাঁহে করুণা কৰাল বদনা
অভয়া বৰদা কালিকা আই।
বিপদ কুম্ভীৰে ধৰি গিলি খায়
তোমা বিনে কোনো ৰাখোঁতা নাই।
তুমি নাৰায়ণী বিপদ বাৰিণী
শিবাৰা বিষম বিপদ-দায়।
চুলি ছিঙি পৰোঁ কাতৰ কৰোঁ
দিয়াঁহে শকতি ৰাখাঁহে আই।

আই দয়াময়ী, ইও এক তোমাৰ নিঠুৰ লীলা। সৌ মহাপীঠত বহি লৈ, এহাতে মাতৃৰূপেৰে সদৌ প্ৰাণীক পালন কৰিছা, ইহাতে মহানন্দক নৰৰক্তেৰে ৰাঙলী কৰাই নিদাৰুণ ৰং চাইছা। ৰণ ৰঙিণী, তোমাৰ বিকট ৰঙৰ অন্ত পেলোৱা। তোমাৰ কামৰূপক ৰক্ষা কৰাঁ; আহোম বাহিনীৰ হিয়াত সাহ দিয়াঁ, বাহুত বল দিয়াঁ।

( ১ম চৌধাৰীৰ প্ৰৱেশ )

চৌ—ওলাই আহক দেউ, তলত কি কাণ্ড হৈছে চাওকহি। মোগলহঁত ভটীয়াই পলাইছে। বৰফুকনৰ খুজাল নাৱে, অপাৰ নাৱেৰে, পাচে পাচে খেদি নিছে।

নমো—হয়নে চৌধাৰী? তেন্তে মোৰ মহামায়াই করুণা কৰিব পায়।

( দুইবো বেগাই প্ৰস্থান )

---

# পঞ্চম অংক

## ১ম দৃশ্য

[ গড়গাঁও—কাৰেঙৰ তামূলী চ'ৰা ]

( ঘকৰা সাজেৰে উদয়াদিত্য আৰু বুঢ়া গোহাঁই সাধাৰণ সাজেৰে )

বু. গো.—বৰফুকন নৰিয়া গাৰেই নাৱত উঠিলগৈ, আৰু উদ্দাউল ব্ৰহ্মপুত্ৰৰ ঢৌত নাচি সাগৰ সংকাশ শত্ৰুলৈ অকলৈ চোচা ল'লে। তাকে দেখি, আমাৰ সকলোবোৰ নাও পাৰংপাৰে আগবাঢ়ি গ'ল। সিফালে শুভক্ষণ মিলাত অচ্যুতানন্দ দৈৱজ্ঞয়ো টোপ মাৰিবলৈ নিদেৰ্শ দিলে।

উদয়—বৰফুকনৰ কাৰ্য দেখি, আমাৰ সৈন্যবোৰে বৰ উৎসাহ পাব পায়।

বু. গো.—হয় স্বৰ্গদেৱ, তেওঁ সেইটো বৰ ডাঙৰ কাম কৰিলে, সৈন্য-সামন্ত সকলোবোৰে নথৈ উৎসাহ পালে।

উদয়—পাচে, তাৰ পাচত?

বু. গো.—তাৰ পাচত স্বৰ্গদেৱ, আমাৰ নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খালে, নাৱে নাৱে বগাই ব্ৰহ্মপুত্ৰ পাৰ হ'ব পৰা হ'ল। ইফালে, থাবৰ খোঁৱাই দশো-দিশ আন্ধাৰ কৰিলে, টোপৰ মুখে বিদ্যুৎ

খেদিলে, গাজনিয়ে গগন ভেদিলে, গুলীৰ অবিৰল বজ্ৰ বৰিষণে ব্ৰহ্মপুত্ৰক উন্মাদ সাগৰৰ দৰে ভয়ংকৰ কৰিলে। (বয়)

উদয়—কৈ যাওক ডাঙৰীয়া, শুনি বৰ ভাল লাগিছে।

বু. গো.—তেতিয়াই সিহঁতৰ নথৈ বিলৈ হ'ল। নাৱৰীয়া বোৰ পেপুৱা হ'ল, আৰু নাওবোৰৰ খেলিমেলি লাগি পৰিল। টোপৰ মুখত সৰহভাগ নাও মানুহে-দুনুহে বৰনৈৰ তল সোমাল। ইভাগে, ঘূৰি লৈ, ভটীয়াবলৈ ধৰিলে। আমিও সদৈন্যে খেদি গ'লোঁ।

উদয়—ডাঙৰীয়া, সেই দিনটো আমাৰ দেশৰ পক্ষে বৰ ডাঙৰ দিন। সেই দিনৰ কথা অসম দেশৰ গৌৰৱ বুলি বুৰঞ্জীত জিলিকি থাকিব।

বু. গো.—সৰ্গদেৱে স্বৰূপ কৈছে।

উদয়—পাচে, খেদি যোৱা হ'ল ; তাৰ পাচত ?

বু. গো.—খেদি নি আমি মানাহ নৈ পালোঁগৈ। তাকে আমাৰ ৰাজ্যৰ সীমা ধৰি, সেই ঠাইতে খিতাপীকৈ শিলৰ খুটা পুতি চিন ৰখা হ'ল। ৰামসিংহই নৈৰ সিপাৰেই সৈন্য-সামন্তক বিদায় দিলে। আমি, সেই অঞ্চলত সম্প্ৰতি পানী-ফুকনৰ তলে তলে ৰখুৱা এজাক থৈ, সকলোটি ঘূৰি আহিলোঁ। বৰফুকনে, গুৱাহাটীতে থৈ, সৰ্গদেৱক সকলো বাতৰি জনাবলৈ, মোক লৰালৰিকৈ পঠিয়াই দিলে।

উদয়—বৰ সুখৰ বাতৰি ডাঙৰীয়া, আপুনি বৰ আনন্দৰ বাতৰি আনিছে। এই ৰণে আমাৰ গৌৰৱ বঢ়ালে। এতিয়া, এইবাৰে এটা মহোৎসৱ পাতিব লাগে।

বু. গো.—হয় সৰ্গদেৱ, দেশ জুৰি এটা ডাঙৰ উৎসৱ পতা হওক।

( পট পৰে )

## ২য় দৃশ্য

[ গুৱাহাটী—বৰফুকনৰ পাচ ফুলনি ]

( কমলা আৰু মালতীৰ প্ৰবেশ )

কম—ভাবিছিলোঁ বৌ, যোলোঁ মই এই ব্যাথিত নপৰোঁ।

মাল—এই ব্যাথিত নপৰাকৈ সৰা টান। পাত্ৰ আৰু ছেগ মিলিলে, তুমি গম নোপোৱাকৈয়ে প্ৰেমে হিয়া জুৰি লয়হি। মানুহৰ হিয়াত প্ৰেমৰ গজালি লুকাই থাকে, যাৰ নেথাকে সি মানুহ নহয়, তাৰ হৃদয় শ্মশানখাল। মলয়াৰ বা, বেলিৰ পোহৰ আৰু বৰষুণৰ পানী পালে সেই গজালিয়েই বাঢ়ি, পাত ফুল ধৰি, অযাচিতে ছাঁ পেলাই, পৃথিৱী জুৰ কৰে। তাক কোনে নিবাৰণ কৰিব পাৰে আইদেৱ ?

কম—জানিছোঁ বৌ, এতিয়াহে জানিছোঁ, প্ৰেম স্বৰ্গৰ অমিয়া, সুখৰ ঝৰণা, জীৱনৰ জুৰণি।

মাল—সঁচা আইদেৱ, প্ৰেম স্বৰ্গৰ অমিয়া। ই অতি মিহি, অতি কোমল, অতি মধুৰ, কিন্তু ইয়াৰ অপাৰ শকতি।

কম—পোনেই আহিবৰ দিনা, ককাইদেউৰ আগত কোৱা কথা মোৰ এতিয়াও কাণত বাজি আছে। কৈছিল বোলে, আহোমৰ শক্তিৰ বলত এই পুৰাণ প্ৰসিদ্ধ দেশক এই যুগতো প্ৰসিদ্ধ কৰিব লাগে।

মাল—মই জানো আইদেৱ, কৃষ্ণ অতি সজ চৰিত্ৰৰ আৰু ওখ মনৰ মানুহ। তেওঁ দেশৰ এজন আশাশুধীয়া সেৱক। কিন্তু আইদেৱ তুমি বেয়া ঠাইলৈ মন মেলিলা ; কৃষ্ণ বামুণ।

কম—মই একো মন মেলা নাই, বৌ। ভেটফুলৰ দৰে, দুৰৰপৰা জোনক চাই তৃপিতি লভিছোঁ। কাকো কৰিছোঁ, বৌ, এইবোৰ কথা যেন তোমাত বাজে, আন কোনেও বুজ নেপায়।

মাল—এইবোৰ নো লোকক কোৱা কথানে? তোমাৰ বেয়া এটা হোৱা কাম মই কিয় কৰিবলৈ যাম?

( কথা হৈ হৈ দুইবো প্ৰস্থান )

( কলীয়া আৰু লাহৰীৰ নৃত্য-গীতেৰে প্ৰবেশ )

[ গীত ]

কল—ভাল মিলিছোঁ ভালে ভালে
তয়ে ময়ে দুয়োটি।

লাহ—মাণিকে মাণিকে কেনে কপহ যোৰাটি।
কলী—গালি লাঠি কথাই কথাই।
লাহ—দন কাজিয়া আছেই সদায়।
দুয়ো—দেখা দেখি হ'লেই মাৰোঁ অকল চুপতি।
কলী—ভাল মিলিছে মনে মনে।
লাহ—গুণৰ ৰতন গুণে গুণে।
দুয়ো—হাতে হাতে ধৰি নাচি কৰোঁ পিৰীতি।

( হাতেপতি ফুলৰ মালাৰে, নাম গাই লিগিৰাইতৰ প্ৰৱেশ )

[ নাম ]

( ৰাম ৰাম ) কুণ্ডিল নন্দিনী,
( ৰাম ৰাম ) কৃষ্ণৰ গামিনী
( ৰাম ৰাম ) মাধৱক বৰিছে পতি ( হে )।
( ৰাম ৰাম ) চোৰা চকু ভৰি,
( ৰাম ৰাম ) যতেক নগৰী
( ৰাম ৰাম ) কৰিয়া মংগল অতি ( হে )।
বনফুলে গঢ়া, নিগড় লইয়া
( ঐ ৰাম ) আঁটিয়া ধৰিও বান্ধি ( হে ),
বৃন্দাবনৰ মাজে যমুনা পুলিনে
( ঐ ৰাম ) দোহাকো কৰিও বন্দী ( হে )।

১ম লি—আঁটি আঁটি বান্ধি দিয়া পকাই পকাই; ওৰে বাটে লৈ যাও কোৱাই কোৱাই।

কলী—মোৰ গাত হ'লে একো একা দায় নাই।

( লিগিৰাইতে দুইকো মালাৰে জুটি, উৰুলী দি মাজত সুমাই নাম গাই গাই লৈ যায় )

[ নাম ]

ৰাধিকাৰে আঁচলতে কিবা মধু আছে সখী হে,
মধুলোভী বনমালী ফুৰে পাচে পাচে সখী হে।

( পট উঠে )

## ৩য় দৃশ্য

[ মানাহাৰ সিপাৰে ৰামসিংহৰ শিবিৰ )

( ৰমণী গাভৰু আৰু ৰামসিংহ )

ৰমণী—মই আহিছিলোঁ মহাৰাজ, চাহাজাদাৰে সৈতে গৌড় দেশ চাবলৈ বুলি। তাতে সম্বাদ পালোঁ বোলে ৰণৰ অন্ত হৈছে। সেই দেখি, আপুনি ইয়াতে থকা শুনি, ইয়াতো এবাৰ ফুৰি-চাকি যাবলৈ আহিলোঁ।

ৰাম—ইয়েতো বহুত আচ্ছা বাৎ, মাইজী বহুত মেহেৰবানী।

ৰম—মোৰ আৰু এফেৰি অভিপ্ৰায় আছে, মহাৰাজ ৰামসিংহ। ফলে-জলে শস্যেভৰা, শ্যামলা, শীতলা, অতুলা মোৰ নদনবদন চেনেহী জননীক হাউচ মিটাই এটি সেৱা কৰি যাওঁ বুলিছোঁ। আপুনি অসমীয়াক প্ৰশংসা কৰিবৰ শুনি, মই সন্তোষ পাইছোঁ, মহাৰাজ।

ৰাম—মই সচ্ কহিছে মাইজী; অসম দেশকা চৰুকৈ চিপাহী নৌকা চালানে জান্তা, তীৰ ছোৰ্‌নে জান্তা, মাটি কাটনে চেকন্তা, তলোৱাৰ বন্দুকতি চালানে জান্তা। এইচা কাম লায়েক ছচিয়াৰ চিপাহী তমাম ভাৰত বৰিষমে মই কভি দেখা নাই মাইজী।

ৰম—দিল্লীশ্বৰৰ সেনাপতি, মুখ্য ৰাজপুত বীৰ ৰজা ৰামসিংহৰ এই প্ৰশংসা বাণীয়ে অসম বুৰঞ্জী সদায় ৰঞ্জিত কৰি ৰাখিব, মহাৰাজ।

ৰাম—হাঁ মাই, আপকি দেশকা আদমিভি দিলদাৰ ঔৰ্ হচিয়াৰ ঔৰ মাট্টিভি বহুত জোৰদাৰ।

ৰম—মহাৰাজ, ইয়াতে বোলে কৰবাত বৰফুকনে শিলৰ খুটা পোতাই, ৰণ জিকাৰ নিদৰ্শন ৰাখি গৈছে। তালৈ কিমান দূৰ?

ৰাম—হাঁ হাঁ, ইয়ে মানাহা নদীকে উচ্ পাৰমে। হিয়াচে দেখা যাতা হে। আইয়ে মই দেখলাই দেতা হুঁ।

( দুইবো প্ৰস্থান )

( পট উঠে )

## ৪ৰ্থ দৃশ্য

[ গুৱাহাটী—বৰফুকনৰ ভিতৰ চ'ৰা ]

( লাচিৎ আৰু নমোৰাম )

লাচিৎ—দেও, তুমি বহল মনৰ জ্ঞানী মানুহ। সেইবাবে এটা কথা গোপনে সুধিবলৈ বুলি, তোমাক মতাই আনিলোঁ।

নমো—জানো দেউতা, জনা কথা হ'লে অৱশ্যে জনাম।

লাচিৎ—কোনো বামুণী ছোৱালী কেঁচুৱাৰেপৰা আহোমৰ ঘৰত উঠি যদি গাভৰু হয়, সেই ছোৱালীক বামুণে বিয়া কৰাব পাৰেনে নোৱাৰে? তোমালোকৰ শাস্ত্ৰত কিবা বিধান আছেনে?

নমো—( অলপ ভাবি ) ডাঙৰীয়া, শাস্ত্ৰত ইয়াৰ বিধান ওলাব। মনুৰ মতেৰে, ছোৱালী দহ বছৰৰ ওপৰ হ'লেই ৰজস্বলা। গতিকে, তেতিয়াও ৰজস্বলা আৰু ১৬/১৭ বছৰতো সেই একেই ৰজস্বলাই। আৰু বিধিমতে প্ৰায়শ্চিত্ত কৰিলে, ইটো লেঠাও গুচিব। দুইটা কথাৰ বিধান আছে; সনাতন ধৰ্ম তেনে সংকীৰ্ণ নহয়।

লাচিৎ—তেনেহ'লে এতিয়া মূল কথাটো শুনা। আমাৰ কমলা আইদেউক তুমি দেখিছা। তাইৰ বিষয়ে গুপুত কথা আছে; তাক যোত বাজে আনে নেজানে। কমলা আচলতে বামুণৰ ছোৱালী; কেঁচুৱাতে মাক-বাপেক মৰাত, মই তুলি আনি ডাঙৰ কৰিছোঁ। এইখন সোঁৱৰণী চোৱা; বাপেকে নিজহাতে লিখি থৈ গৈছে। ( সাচিপতীয়া সোঁৱৰণী দিয়ে )

নমো—( সোঁৱৰণী চাই ) সোঁৱৰণীত পিতাৰ নাম আৰু তেওঁৰ হাতৰ আখৰ দেখি বুজিছোঁ কন্যাটি মোৰ সহপাঠী বন্ধুৰ সন্তান; দুয়ো একেলগে টোলত পঢ়া। সোঁৱৰণীখনিও সৰ্বসুলক্ষণীয়া।

লাচি—তেনেহ'লে আতিগুৰি পাইছাই। পাচে কমলাক আমি বিয়ালৈ ধৰি হৰিলোঁ। তাইৰ মনেৰে সদায় কুমাৰী হৈয়েই থাকিব লাগে। সম্প্ৰতি জানিব পাৰিছোঁ, এঠাইত তাইৰ মন খাইছে। কিন্তু, পাত্ৰজন হ'ল বামুণ। তেওঁক খুটিয়াই চালত, বাপেকলৈ ঠেলিয়াইছে। সেইবাবে, এই কথাৰ হৈ তোমাক ভাৱনা কৰিছোঁ।

নমো—ভাল বাৰু, দেউতাই আজ্ঞা কৰিছে যেতিয়া, দেহে-কেহে লাগি চাম। পাচে পাত্ৰজন বা কোন?

লাচিৎ—পাত্ৰ আন কোনো নহয়, তোমাৰ কৃষ্ণ।

নমো—( ৰ লাগি থাকি ) দেউতা বাওনাই চন্দ্ৰলৈ হাত মেলা অনুচিত। দেউতা হৈছে গজহস্তী আৰু আমি হ'লোঁ ক্ষুদ্ৰ মাখি। দেউতাৰ ঘৰত উঠা ছোৱালী আমাৰ টোকোনা বামুণৰ ঘৰত কোনো প্ৰকাৰে সুস্তৱায়।

লাচিৎ—এতিয়া বাওনাই হাত মেলিব-মেলাগে নহয়;

চন্দ্ৰ আপুনি আহি ৰাওনাৰ হাত চাপিছে আৰু কৃষ্ণ এতিয়া বজাৰ সৈন্যৰ পালি সেনাপতি, গতিকে, কমলা সুখত মগৰে ; আৰু কেতিয়াবা পৰিলেও, মই তাইক যেনেকৈ তুলিছোঁ, তাই সুখ কৰি খাবও পাৰিব।

নমো—সেইটো হ'লেও দেউতা, মই ধন-সম্পত্তিৰ লোভত এনে কাম কৰিলোঁ বুলি আটায়ে হৈ দিব।

লাচিৎ—নিন্দুকলৈ ভয় কৰিলে, জগতত কোনো কাম নহয়। মিছা নিন্দালৈ ভয় কৰাৰ সকাম নাই।

নমো—দেউতাই মোক বিষম সমস্যাত পেলালে। এফালে ব্ৰাহ্মণ কন্যাৰ উদ্ধাৰ, ইফালে বিবিধ অন্তৰায়।

লাচিৎ—মই এতিয়াই খাটাং সমিধান খোজা নাই। তুমি ভালকৈ ভাবি-গুণি চাই, দুই-চাৰি দিনৰ পাচত ক'লেও হ'ব। কিন্তু মনত ৰাখিবাঁ : কমলাৰ মনত কৃষ্ণলৈ নথৈ অনুৰাগ আছে। সজপাত্ৰীৰ এনে অযাচিত অনুৰাগ জ্ঞানীজনৰ আওহেলাৰ বস্তু নহয়। আৰু ময়ো তোমাক ভাৰতিবে ধৰিছোঁ। তুমি না কৰিলে কমলাৰ অনুৰাগ আৰু মোৰ খাটনি দুয়ো তেনেই অথলে যাব।

নমো—মই সকলো বুজিছোঁ, ডাঙৰীয়া। সম্প্ৰতি বাৰু মই এই সোঁৱৰণীখন লৈ যাওঁ। হওঁতে ৰাজযোটন হৈছে ; সবহ চোৱা-চিতাৰ প্ৰয়োজন নাই ; তেও বুলি এবাৰ মিলাই চাওঁগৈ, আৰু কৃষ্ণকো এবাৰ সুধিব লাগে।

লাচিৎ—কৃষ্ণই তোমাৰ কথা নেপেলায়।

নমো—তথাপি, তাৰো মনটো বুজি ল'ব লাগে। মই তাকো সুধি আৰু সোঁৱৰণীও চাই-চিতি এটা থিৰাং কৰি, ডাঙৰীয়াক দুই চাৰি দিনতে জনামহি।

লাচিৎ—যদি একো আগন্তুক নাই, তাকে হ'লেও কৈ যোৱা।

নমো—আগন্তুক নোহোৱা হ'লে, মই এতিয়াই খাটাংকৈ কৈ গ'লোঁহেঁতেন।

লাচিৎ—তেনেহ'লে মই পুৰাকৈ আশা কৰিলোঁ।

নমো—ডাঙৰীয়া, জন্ম, মৃত্যু আৰু বিবাহ পূৰ্বজন্মৰ নিৰ্বন্ধন মতে হয়। এতিয়াও আগৰ যোটন থাকিলে, অৱশ্যে হ'ব, তাক কোনেও গুচাব নোৱাৰে। মোৰপৰা মই কথাত একো বাধা নহয়।

লাচিৎ—বাৰু তেন্তে, এতিয়া বিদায় দিছোঁ। সম্বাদটো মোক সোনকালে দিবাঁ।

নমো—ভাল, মই ৩।৪ দিনতে জনামহি।

( দুইৰো দুফালে প্ৰস্থান )

( পট উঠে )

### ৫ম দৃশ্য

[ মানাহাৰ পাৰত বৰফুকনৰ শিলৰ খুটি ]

( ৰমণীগাভৰু, ৰামসিংহ )

ৰমণী—আমাৰ অনুৰোধত বৰফুকনৰ বিজয়স্তম্ভ চাবলৈ অহাত, আমাৰ শলাগ গ্ৰহণ কৰক, মহাৰাজ।

ৰাম—নাই নাই মাইজী ; এ ক্যা বাৎ ? আপ্‌নে হুকুম কৰিছে, ঔৰ মই তামিল কৰিছে।

ৰমণী—আজি দিল্লীলৈ উভতিবৰ উককা দিনা, মাতৃৰ চৰণত বিদায় ল'বলৈ আহিছোঁ। এই কীৰ্তি-স্তম্ভকে আগত লৈ, আইৰ পাৱত পৰি এটি সেৱা কৰিম, একেবাৰ বন্দনা-গীত গাম। আপুনি এখন্তেক অপেক্ষা কৰক, মহাৰাজ।

ৰাম—কাহেঁ মাই ? ইয়েতো ভাৰতবৰ্ষিৰ হেৱ ; ঔৰ

মইতো ভাৰতকে সন্তান। মইতি আপকি চাথ বন্দনা কৰোংগে।

বম—ভাল, সি আমাৰ সন্তোষৰ কথা।

( লিগিৰা-লিগিৰীসকলৰ প্ৰবেশ )

এতিয়া ইইত পালেহি, আমি আৰু আৰম্ভ কৰোঁ।

ৰাম—হাঁ হাঁ চুক কৰিয়ে।

ৰমণী—এয়ে বৰফুকনৰ বিজয়স্তম্ভ। আহোম-মোগলৰ ৰণৰ ফলত ইয়ালৈকে অসমদেশ বিস্তাৰ হ'ল। আমি ইয়াতে সেৱা কৰি, কামদা, মোক্ষদা, আমাৰ চিৰ-আৰাধিতা জননীৰ গুণ-গান কৰি, বিদায় লৈ যাওঁ।

( সকলোৱে স্তম্ভৰ আগত সেৱা কৰি থিয় হৈ একেলগে গীত গায় )

[ গীত ]

জয় কামৰূপা কামদা।
ধনদা, বৰদা, কামৰূপা কামদা।
ধৰ্ম যত তয়ু জ্ঞান-আভা
কৰ্ম যাথোঁ তয়ু পদসেৱা
( তুমি) শকতি মহতী ভকতিৰ ধনী
ভুকতি মুকতি বিধায়িনী,
তুমি কৰ্মিণী, চিৰ ৰঙ্গিনী, চিৰগৌৰৱশালিনী
চিৰ বাঞ্ছিতা চিৰপূজিতা
মহিমান্বিতা অতি সম্পদা
জয়তি জয়তি জয় কামদা।

তীৰ্থ তয়ু যত ধূলিকণা
জলপৰমাণু মধুসনা,
মলয়ামোদিত বায়ুৰেণু যত
পুণ্যময়ী তুমি পুণ্যদা ;
তুমি মোক্ষদা, তুমি ভাগ্যদা, বিবিধ-ধন-ধান্যদা ;
কৰোঁহো প্ৰণতি, তয়ু পাৱে ৰতি
দিয়াঁ দিয়াঁ আই সৰ্বদা
জয় জয় জয় কামদা

॥ যৱনিকা ॥

# আহোম সন্ধ্যা

## চৰিত্ৰ চিনাকি

### পুৰুষ

লক্ষ্মীসিংহ—আহোম ৰজা
কীৰ্তিচন্দ্ৰ—বৰবৰুৱা
কলিতাফুকন—বিষয়া
ঘন—বুঢ়াগোহাঁইৰ ডেকা
বাইলুং—বৰগোহাঁইৰ ডেকা
লৰি—বৰপাত্ৰৰ ডেকা
চতুৰ্ভুজ—মোৱামৰীয়া মহন্ত
ৰায়ন—তেওঁৰ পুতেক
সদানন্দ—চতুৰ্ভুজৰ খাটনীয়াৰ
ৰাম } —মৰাণ
নাহৰ খোঁৱা } —মৰাণ
ৰমানন্দ—নাহৰৰ পুতেক
অভয়—চতুৰ্ভুজৰ গুপ্তচৰ
মোহনমালা—লক্ষ্মীসিংহৰ নিৰ্বাসিত ককায়েক
মাজুগোহাঁই } —নিৰ্বাসিত পুতেকদ্বয়
সৰুগোহাঁই } —নিৰ্বাসিত পুতেকদ্বয়

বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰফুকন, ভিতৰুৱাল ফুকন, পানীফুকন, পানীফুকনৰ তামুলী, এটা টেকেলা ( নিৰ্বাক ), ৫টা প্ৰজা, বুঢ়া ভকত, বিষয়া সকল, মৰাণইঁত, মোৱামৰীয়া আৰু ৰাজ সৈন্যসকল।

### স্ত্ৰী

কুৰংগনয়নী—ৰজাৰ বিধৱা ৰাণী
ৰূপেশ্বৰী—লক্ষ্মীসিংহৰ চমুৱা ৰাণী
মাধুৰী—কলিতা ফুকনৰ ভাৰ্যা
ৰাধা } —নাহৰৰ ভাৰ্যা
ৰুক্মিণী } —নাহৰৰ ভাৰ্যা
এলাগী—ৰাঘৰ ভাৰ্যা
নাচনীইঁত, জলকুঁৱৰীইঁত।

---

## প্ৰথম অংক

### ১ম দৃশ্য

[ নামৰূপ—চতুৰ্ভুজৰ বাহৰ ]

( চতুৰ্ভুজ, সদা, নাহৰ, মোহন, মাজুগোহাঁই আৰু সৰুগোহাঁই, সকলো বহি আছে )

চতুৰ্ভুজ—আমাৰ মনেৰেও গোহাঁইদেৱ, আপুনিহে ৰাজ-পাটৰ গৰাকী। জ্যেষ্ঠ অৰ্দ্ধসৰি পাঁচো গৰাকী কোঁৱৰক ৰজা পাতিবলৈ আপোনাৰ পিতৃ-ৰজা ৰুদ্ৰসিংহ স্বৰ্গদেৱে আদেশ কৰি গৈছে। সেই অনুক্ৰমে, প্ৰমত্তসিংহৰ পাচত, আপুনি ককায়েকজন থকাত, ৰাজেশ্বৰ কোঁৱৰক পাটত তোলাই অবিধি হৈছিল। এতিয়া তেখেতৰ পাচতো, আকৌ ঘূৰি আপোনাক ডেই গৈ, ভায়েক লক্ষ্মীসিংহক ৰজা পতা তাতোকৈ অবিধি হৈছে।

সদা—তেনেই অবিধি, গছৰ গুৰিয়ে নৰগাই আগে বগোৱা হৈছে।

মোহন—মোৰ অপৰাধ, মুখত এই গুটি-সাঁচকেইটা থাকিল।

চতু—সি কেৱল মুখৰ কথা, গোঁহাইদেৱ।

মোহন—অকল কীৰ্তিচন্দ্ৰৰ পৰাই মই ৰাজপাট নেপালোঁ, মেধি। ডাঙৰীয়াসকলৰ লক্ষ্মীসিংহক ৰজা পাতিবৰ মন নাছিল; পৰ্বতীয়া গোঁহায়েও হাক দিছিল; অকল কীৰ্তিচন্দ্ৰই গাৰ বলেৰে পাতি লৈছে। আচলতে তেওঁক লাগে ৰজা-জনক হাতৰ মুঠিত ৰাখিবলৈ; মোক তাকে নোৱাৰে। সেইবাবে, মোক এই নামৰূপত মেলাই থৈ, লক্ষ্মীসিংহক সাথী গোপালকৈ ৰজা পাতি, কীৰ্তিচন্দ্ৰই ৰাজপাট খাইছে। ৰাজেশ্বৰ ৰজাৰ ৰাম-লক্ষ্মণ যেন এই কোঁৱৰ দুটিকো, কাণত ঘুণ লগাই, নামৰূপত মেলাই থৈছে—এনে অবিচাৰ, এনে অত্যাচাৰ।

মাজু—আমাক মিছাতে ঘুণ লগালে, মেধি, আমি ৰজা হ'বলৈ বিচৰা নাই।

সৰু—কিয় বিচাৰিম? বৰদেউতা থাকোঁতে, দদাই-দেৱ থাকোঁতে, আমি ৰজা হ'বলৈ বিচাৰিম কিয়? আমাক কি দোষত এনেদৰে জনমলৈ ঘৃণীয়া কৰিব?

নাহৰ—এই সোপাই অকল কীৰ্তিচন্দ্ৰৰ কাম, গোঁহাই-দেৱ। তাৰ লগতে "লখিসিঙো" আছে, আৰু সেই বৰমুৰীয়া বিষয়াখনো আছে। সেই গোটেই জাককে ওফৰাব লাগিব।

চতু—অত্যাচাৰ! কেউফালে কেৱল অত্যাচাৰ! আপোনাসৱক অত্যাচাৰ, আমাক অত্যাচাৰ, আমাৰ শিষ্যবৰ্গক অত্যাচাৰ, আমাৰ ধৰ্মত অত্যাচাৰ! অকল শিৱসিংহ ৰজাৰ ফুলেশ্বৰী কুঁৱৰীৰ অত্যাচাৰেই আমাৰ বুকু ছিৰাছিৰ কৰি থৈছে, গোঁহাইদেৱ। আমাক ৰজাঘৰীয়া পূজালৈ বুলি নিমন্ত্ৰণ কৰি নি, বলি কটা তেজৰ কোঁট দিয়াই, বলেৰে প্ৰসাদ কটিওৱাই, আমাৰ পবিত্ৰ সাত্তিক ধৰ্মৰ দোৰ্দোৰ অপমান কৰিলে। সেই ছোৱা কথা আপুনি জানেই।

মোহন—হয়, মই জানোতো।

চতু—তাৰ পাচতো, আজিলৈকে আমাৰ শিষ্যৰ ওপৰত অকথ্য, তেনেই অবাবত, সদায় অবিচাৰ, সদায় অত্যাচাৰ। আমি মহন্তৰ সন্তান হৈ, গুৰুজনৰ প্ৰৱৰ্তিত আমাৰ সনাতন ধৰ্মক এনেদৰে অমৰ্যাদা কৰা কদাপি সহ্য নহয়। প্ৰথমে এই অধঃপতীয়া ৰাজতন্ত্ৰক সমূলি নিৰ্মূলকৈ উভালি ল'ব লাগিব। তাৰ পাচত, সুযোগ্য চাই এগৰাকীক ন-কৈ ৰজা পাতিলে, দেশত ধৰ্মৰ ৰাজ্য প্ৰৱৰ্তাব লাগে।

সদা—ৰজা আমাৰ এখেত গোঁহাইদেৱক পাতিব লাগে। আমি এখেতকহে "মনোনীত" কৰি থোৱা হৈছে।

চতু—আমাৰ শিষ্যসকলে এচপৰাকৈ মাটি তুলি মালৌত সেই দুৰ্বাদল "বৰভেঁটি" বান্ধিলে; জনেপতি মাত্ৰ একোটাকৈ খেৰ-কামী তুলি, সেই দুৰ্জয় ঘৰ সাজিলে। ইয়াৰে পৰাই আমাৰ প্ৰজাশক্তিৰ পৰিমাণ বুজা হৈছে; আমাৰ শক্তিৰ নাটনি নাই, তথাপি, আপোনাসৱক লগত পোৱাত, আমাৰ বল আৰু প্ৰবল হৈ পৰিল। তাৰ হৈ আমি হৰ্ষ পোৱা হৈছে।

সৰু—আমি ৰণ কৰিমগৈ মেধি, আপোনাৰে সৈতে ৰণলৈ যাম।

সদা—আমি আৰু গৰাকী, এই দুগৰাকী ৰণলৈ যোৱা নহ'ব। আমি হ'লোঁ বৈষ্ণৱী হিন্দুধৰ্মৰ ভিতৰৰ আচল হিন্দুস্থানী মানুহ। প্ৰাণী হত্যা কৰিবলৈ আমাৰ ধৰা-বন্ধা নিষেধ আছে।

চতু—ৰণৰ ঘাই সেনাপতি গোঁহাইদেৱহে হ'ব লাগিব।

মাহৰ—বঢ়িয়া হ'ব ; কথাও তেতিয়াহে গহীন হৈ পৰিব।

মোহন—মই বাৰু মাস্তি হৈছোঁ। আমি এই অঞ্চলৰ আহোমখিনিয়েও তলে তলে ভালেখিনি বনুৱা গোটাইছোঁ ; আৰু আমাৰ দৰেই খেদ খোৱা গোসাঁই ডাঙৰীয়াসকলকো চপাই লৈছোঁ।

চতু—আমি সেই কথা শুনা হৈছে। আপোনাসবে সজ কৰিছে ; আমাৰ বল বাঢ়ে মানে সি মংগলৰ কথা। কথাটি মুঠেই সম্প্ৰতি অতি গুপুতে ৰাখিব। ৰজাৰ পক্ষৰ কোনোবাই কিবা শুং-সূত্ৰ পাবলৈ হ'লে, কাম যে পণ্ড হ'বই, মহা বিপত্তি ঘটিব।

সদা—ঐ মোৰ গোসাঁই! কীৰিতি বৰুৱাই হালে হালে সাঙোৰাই নি শালত দিবগৈ৷

মোহন—একো আশংকা নকৰিব মেধি, আমি অতি সাৱধানে চলিছোঁ। আজিলৈ আৰু বিদায় কৰোঁ ; প্ৰয়োজন মতে আকৌ সাক্ষাৎ হ'ব।

চতু—ভাল গোহাঁইদেৱ ; ব'লক আমি কৰাপাটলৈকে আগবঢ়াই থোৱা হওক।

( সকলোৰে প্ৰস্থান )

( অভয়ৰ প্ৰবেশ )

অভয়—গৰাকীয়েও এই গোহাঁইজাকক গোটাই লৈ, বৰ বুধিয়কৰ কাম কৰিছে একা। ইহঁতকে দেখুৱাই অনেকক বৰাব পাৰিব। মোৰ কপালখনো লাহে লাহে ফুলি আহিছে দেই। আছিলোঁ নামৰূপৰ অভয় মৰাণ ; এতিয়া হৈছোঁহি "উত্তৰ" পাৰৰ অভয় চুতীয়া, ৰংপুৰত কীৰিতি বৰবৰুৱাৰ ভিতৰুৱা লিগিৰা ; ইয়াৰ পিচত হ'ম কিবা এটা বৰুৱাই বা ফুকনেই। দেশ লৈ অতালে, আমাৰ গুৰু "ইচবে" মোক ডাঙৰ বিষয় এখন নিদি পাৰিবনে? বাপ-পো ভতিজা, কেউটাই এনেদৰে তেজক পানী কৰি খাটিম যেতিয়া, আমাক বিষয়-বাসনা দি পাতিবই লাগিব, নহ'লে কোনে শুদাই এৰিব?

( চতুৰ্ভুজৰ প্ৰবেশ )

চতু—অ' অভয় দেখোন ; কেতিয়া আহিল?

অভ—( সেৱা কৰি ) সৰহ পৰ হোৱা নাই। আতা "ইচৰক" মেলত থকা দেখি, বন্দী ভিতৰত আছিলোঁ।

চতু—পাচে, যি কামলৈ পঠিয়াছিলোঁ, তাৰ কি হ'ল?

অভ—এখেতে শিকাই পঠোৱা মতেই, "উত্তৰ" পাৰৰ চুতীয়া মানুহ বুলি ফাকি দি, বৰবৰুৱাৰ লিগিৰা সোমাইছোঁগৈ। এটা পৰ্হাদ, ইটো মহদা, এই ভতিজা হালেও, উজনিৰ আহোম বুলি, ৰজাঘৰত লিগিৰা হৈছেগৈ। "চিৰি-চৰণৰ" বন্দী, মোৰ সেই "অমৰিশ" বোলা ল'ৰা-পোৱালি সোপাকো লৈছোঁ। আমি তাত যি যেনেকৈ বাতৰি পাওঁহক, তাৰ মুখেই কৈ পঠিয়াম ; সিয়েই এখেত জনাই থাকিবহি। ইয়াকে ৰেহা লগাই থৈ, দুখানি চৰণত মনে মনে জনাই যাবলৈ আহিলোঁ।

চতু—পাচে আমি তলে তলে ৰণ পাতিছোঁ বুলি সিফালে কিবা উমান পাইছেনে?

অভ—নাই নাই, মুঠেই সমূলি ফুটকে পোৱা নাই।

চতু—বাৰু আহ, ভিৰতলৈ আহ। (দুইৰো প্ৰস্থান)

( পট পৰে )

## ২য় দৃশ্য

[ ৰংপুৰ—কলিতা ফুকনৰ ফুলনি ]

( জোনাক ৰাতি গীত গাই কলিতা ফুকৰ প্ৰবেশ )

[ গীত ]

ধীৰে সুধাকৰে চালি অমিয়া ধাৰা
বিৰহিনী কুমুদীক মৰমেৰে চায়।

উলাহে প্ৰণয়িনী লাহেৰে সাজি পাৰি
চাঁহিছে পুনৰপি প্ৰিয়জন পায়।
মংগল মিলন হেৰি মধু সমিৰণ
সিজিছে বিবি বিবি মলয়া জুৰাই।
কামিনী মালতী মিলি ৰঙেৰে উপচি ফুলি
আমোল্‌-মোলাই হায় সুবাস বিলায়।

( মাধুৰীৰ প্ৰৱেশ )

মাধু—মই তেও মনে মনে শুনিছে আছোঁহি! বঢ়িয়া গীতটি গালে। আপোনাৰ মুখত যেই সেই গীতকে সুললিত শুনি।

ক. ফু.—কিয় শুনি জানিছাঁনে? অৰ্থাৎ যি যাক ভাল পায় সি তাৰ বেয়াটোকো ভালহে দেখে।

মাধু—সঁচা, মই বৰ ভাল শুনো। চাওকচোন, জোনেও আজি হাউচ পলাই জোনাক বিলাইছে হয়; কেউফালে অলমলাব লাগিছে! বাৰু এই জোনটোৰ মাজত নো সৌ ক'লা ক'লা চেকা-বোৰ কিয় হ'ল?

ক. ফু.—হ'ল কিয়, অৰ্থাৎ পূৰ্বে জোনৰ মুখেই বৰ ধুনীয়া আছিল। পাচে, তাতকৈ ধুনীয়া আন এখন মুখ ওলাল। তাকে দেখি কোনেও আৰু জোনক ধুনীয়া নোবোলা হ'ল। সেই বেজাৰতে, জোনৰ মুখ সেয়া ক'লা পৰি গৈছে; তাকে আমি দুবৰ পৰা চেকা যেন দেখিছোঁ।

মাধু—সেইখন নো আকৌ কাৰ মুখ ওলাল?

ক. ফু.—সেই মুখ যাৰ, সেইজনী মানুহেৰে সৈতেই মই এতিয়া কথা পাতি আছোঁ।

মাধু—যাওক দেওহে, লাগিল আৰু মস্কৰা কৰিবলৈ। মই তেন্তে গুচি যাওঁগৈ। ( যাব খোজে )

ক.ফু.—( ধৰি ৰাখি ) নেযাবাঁ নেযাবাঁ; বাৰু এটা অইন কথা কওঁ শুনা। সিদিনা ৰজাই বৰ-বৰুৱাই, দুয়ো নাৰেৰে ফুৰিবলৈ গৈছিল; ময়ো লগত গৈছিলোঁ। সিফালৰপৰা যোৱা-মবীয়া মহন্তজনো আহক। ৰজাক দেখি মহন্তই দূৰৰে পৰা সেৱা জনালে; ৰজাৰ ওচৰতে বৰবৰুৱাও আছিল, তেওঁলৈ মন নকৰিলে। সেই বাবেই, বৰবৰুৱাই তেওঁক ধৰি আনিবলৈ টেকেলা মেলিছে।

মাধু—কিয়? কিনো বৰ ডাঙৰ কথাটো হ'ল? সেই বাবেই নো ধৰাই অনাব লাগেনে?

ক. ফু.—মানুহগৰাকীৰ এনেবোৰেই হে বেয়া স্বভাব। এনেকৈ তেওঁ বৰ বিচক্ষণ পুৰুষ, ৰজাৰো বৰ খাটনিয়াৰ; পাচে, সদায় বৰ বোলাই ফুৰিবলৈ লাগে, আৰু অতিকৈ ক্ষমতা চলাবলৈ বিচাৰে। সেই বাবেই ডা-ডাঙৰীয়াসকলেও তেওঁক পেটে পেটে ভাল নেপায়।

মাধু—সিদিনা বোলে কিবা পুথি পুৰিলে, সি নো আকৌ কি?

ক. ফু.—বৰগোহাঁই ডাঙৰীয়াই "চকৰী ফেটী" নাম দি এখন বুৰঞ্জী লিখাইছিল। তাত কীৰ্ত্তি বৰ-বৰুৱা "জলমবটা গৰীয়াৰ" ঘৰৰ বুলি লিখাই থ'লে। বেজীৰ কাম কৰা মানুহক আহোমে "গৰীয়া" বোলে। জলম বটা বাবে, কীৰ্ত্তি বৰুৱাৰ ঘৰক পূৰ্বে "গৰীয়া" বুলিছিল, এই কথা সকলোৰে জনাজাত; আৰু মানুহ সকৰ পৰা ডাঙৰ হোৱাটো একো নিন্দাৰ কথা নহয়। তেওঁনো বাৰু সেই খোচটো মৰাই থ'বৰ কি প্ৰয়োজন আছিল?—অৰ্থাৎ আগলৈ মানুহে কীৰ্ত্তি বৰবৰুৱাৰ গুৰিগছ সৰু বুলি জানিব লাগে। ইজনে কেনেবাকৈ তাৰে ফুট পালে; আৰু সেইখন যে অনালেই, আৰু যাৰ ঘৰতে য'তে যেনেকৈ বুৰঞ্জী আছিল, গোটাই আনি, ৰজাৰ কাণ চুৱাই লৈ, সোপাকে মেজি পোৰাদি পোৰাই পেলালে।

মাধু—ইস্‌, বৰ বেয়া কাম কৰিলে হয়। আমিনো এইবোৰ শুনি কি কৰিম? আহক ভিতৰলৈ যাওঁহক, বহুত বেলি হ'ল। ( দুইবো প্ৰস্থান )

( পট উঠে )

### ৩য় দৃশ্য

[ ৰংপুৰ—বৰবৰুৱা টোলৰ বৰচ'ৰা ]

( কীৰ্তি টহলি আছে )

কীৰ্তি—মৰাণ, মোৱামৰীয়া, ইহঁতক পালি পালিকৈ শিকাম। মোক সিহঁতে নিচিনা, নজনা, নমনা হৈছে। ৰ, চাই থাক, তহঁতক সুস্‌ৰীয়া কৰি ল'ম।

( এটা টেকেলাৰ লগত চতুৰ্ভুজ আৰু নাহৰৰ প্ৰৱেশ। নাহৰে সেৱা কৰে, চতুৰ্ভুজ থিয় হৈ থাকে )

চতু—( হাত যোৰ কৰি মূৰ দোঁৱাই ) ডাঙৰীয়াৰ কুশল হওক।

কীৰ্তি—মেধি, ৰজালৈ তিনিটা আৰু মোলৈ এটা, বছৰি এই চাৰিটা ভাল ভাল হাতী যোগাবৰ তোমাৰ বাব হয়নে নহয়?

চতু—হৈছে ডাঙৰীয়া. কিয় নহ'ব? সেই মতেই, আমি বছৰি বছৰি যোগাই থকা হৈছে। সিদিনাও এই নাহৰ সাজতোলাই চাৰিটা হাতী শোধাই গৈছেহি।

কীৰ্তি—হয়; পাচে, মোলৈ সেই লেবেলা, মুজুৰা হাতী পোৱালিটো দি, আভুৱা ভাবি পাল মাৰিছিলা কিয়? মোক তুমি চিনি পোৱা নাই নহয়নে?

নাহৰ—নহয় দেউতা "ইচৰ", ৰজালৈ অনা কেইটাতকৈও সেইটোহে ভাল হাতী। বগাকৈ তালুৰে,: ১৮টা নখেৰে, দোহোৰাকৈ ছালেৰে, কোমোৱা বজীয়া, ওথই চাবি হাত্ত এবেগে—

কীৰ্তি—হেৰ' কটা গোলাম, জিভাখন গুৰিতে ধৰি কচাই পেলাম বুলি জনা নাই? মোৰ আগত চতুৰালি কৰি কথাৰে আঁখে ফুটাবলৈ আহিছ? তই সেই দিনা হাতী আনোতে, আগধৰি মোৰ চ'ৰাত নোসোমাই, পোন দাহেই ৰজাঘৰলৈ গৈছিলি কিয়?

নাহৰ—বন্দীয়ে চালোঁ বোলোঁ আগ হৈ ৰজাঘৰীয়া জেঙাটো ভাঙি আহোঁ; তাৰ পাচত, এখেত সোমাই, হাতী পোৱালিটোও শোধাম আৰু সেৱা কৰিও যাম।

কীৰ্তি—মই বুজিছোঁ, মোক নজনোৱাকৈ পোনে পোনেই ৰজাক চিনি পোৱা হ'লি। যা, লৈ যা, ইয়াক দিনটো বেলি মুৰাকৈ বান্ধি থগৈ।

( নাহৰক লৈ টেকেলাৰ প্ৰস্থান )

কীৰ্তি—মই জানিছোঁ মেধি, এইবোৰ অকল তোমাৰ গাফিলি।

চতু—আমাত দায় নাই ডাঙৰীয়া; এখেত নজনাই ৰজাঘৰলৈ যাবলৈ আমি তেওঁক কৈ পঠোৱা নাই।

কীৰ্তি—মই সেই কথা নেমানো। গৰাকী ভালেই তলতীয়া ভাল, ই জনাজাত কথা। বাৰু, সিদিনা ৰজা নাৱেৰে যাওঁতে, তুমি বাটত লগ পাই, মূৰ দোঁৱাই সেৱা জনাইছিলা, মনত আছেনে?

চতু—হৈছে; ৰজাক দেখি আমি সন্মান জনোৱা হৈছিল।

কীৰ্তি—পাচে ময়ো ৰজাৰ গুৰিতে আছিলোঁ নহয়; তুমি মোলৈ কেৰাহিকৈও চাইছিলানে?

চতু—মূৰ দাঙি চাওঁতেই ৰজাই মাত লগালে। তাৰে সমিধান দিব লগা হোৱাত, এখেতলৈ সুকীয়াকৈ ওলগনি জনাবলৈ আমি আজৰি পোৱা নহ'ল, ডাঙৰীয়া; বেগী নাও, সাউৎ কৰে ভালেখিনি পাৰ হৈ আহিল।

কীৰ্তি—আজৰি নেপালা! কীৰ্তি বৰবৰুৱালৈ উভতি চাবলৈ তুমি আজৰি নেপালা। মই বুজিছোঁ তোমাৰ মইমতালি। সম্প্ৰতি বাৰু এৰি দিছোঁ। কিন্তু সাৱধান, আগলৈ মেধি মহন্ত বুলি বহা নহ'ব; ধৰাই আনি চাবুক চমটা লগোৱা যাব। তুমি এতিয়া যাব পাৰা।

(প্ৰস্থান)

চতু—আকৌ অবাবত এনে অপমান! সিবাৰ মতাই আনি ধৰ্মত বিপৰ্যয়, এইবাৰ ধৰাই আনি মিছাতে এই দোৰ্ধোৰ অপমান! আৰু বৰ্ণলৈ পলম নকৰোঁ। ময়ো যদি মহন্তৰ সন্তান হওঁ, আহোমৰ অতপালিৰ অচিৰতে অন্ত পেলাম। ধৰ্মৰ অপমান, মহন্তৰ অপমান, এটা সম্প্ৰদায়ক একেবাৰে বিষম অপমান, দোৰ্ধোৰ অত্যাচাৰ! বাৰু, আজিৰ ঘটনাই মোক নতুন উদগনি দিলে। (প্ৰস্থান)

(পট পৰে)

## ৪ৰ্থ দৃশ্য

[ৰংপুৰ—ৰূপেশ্বৰীৰ বিলাস-ঘৰ]

(ৰূপেশ্বৰী আৰু কলিতা ফুকন বহি আছে; নাচনীহঁতৰ নৃত্য-গীত)

[গীত]

পানীপিয়া পানী পিওঁ পানী পিওঁ পৰাণ আকুল।
আকাশত পানী-গছা দেখি বিয়াকুল।
ঘাচি উপচি পৰা হিয়া-অনুৰাগ—
অমিয়া মাধুৰী সনা পীৰিতি-পৰাগ,
পিওঁ পিওঁ পানী দিয়া
মাগিছে পানীপিয়া
বৰষাঁ৷ ফটিক জল সুৰদি শীতল।

ৰূপে—থাওক বাৰু, আজিলৈ আৰু হৈছে। ফুকনে তহঁতক শলাগিছে; আকৌ আহিলে গাই শুনাবিহক।

(ফুকনক প্ৰণাম কৰি নাচনীহঁতৰ প্ৰস্থান)

ৰূপে—আজি তেও কোনো মতে কাবৌ কৰিহে মাতি আনিছোঁ। এই পিনেই দিনৌ অহা-যোৱা কৰা নহয়; তেও চোন এদিন সোমাই যাওঁ।

ক. ফু.—আগৰ ছোৱাত কাৰেঙৰ কামত আজৰি নেপালোঁ। তাৰ পাচত আৰু নাহি নাহি আহিবলৈ লাজেই লগা হ'ল। সেই বাবে দায় মানি আপোনাৰ ক্ষমা মাগিছোঁ।

ৰূপে—তুমিনো মোক "আপুনি" বুলিব লাগিছেনে? তাহানি একে লগে বালি-ধূলিৰে ধেমালি কৰা পাহৰিলা হ'বলা?

ক. ফু.—নাই পাহৰা, তথাপি, আপুনি ৰজাৰ ৰাণী; সন্মানৰ পাত্ৰী।

ৰূপে—মান সৎকাৰ যি কৰিব লাগে, বাহিৰে কৰি দেখুৱাবাঁ, ভিতৰি আমি সমনীয়া, সকতে একে লগে ওমলা মানুহ। তুমি মোক তুমি বুলি মাতিবাঁ।

ক. ফু.—ক্ষমা কৰিব, আপোনালৈ "তুমি" কথাটো মোৰ মুখত নোলাই। ভাল বাৰু, আজিলৈ বিদায় কৰোঁ।

ৰূপে—নহয়, সেইটো হ'ব নোৱাৰে; তোমাৰ মুখৰ গীত এটা নুশুনোৱাকৈ যাব নোৱাৰা। তুমি ভাল গীত গাব জানা বুলি শুনিছোঁ।

ক. ফু.—মই গাব জানো বুলিনো কোনে ক'লে? সেই জনাক জনা নোবোলে। আপুনি ধৰিছে যেতিয়া, জনাই নজনাই এটা গাওঁ বাৰু; বেয়া হ'লে পাচে নেহাঁহিব।

[ গীত ]

বিৰিন্দা বনৰে নিকুঞ্জ বনতে
ৰাধিকা কুঞ্জ ৰাজে ;
মদন মোহনৰ মধুৰ মুৰুলী
ধীৰে ধীৰে তৈতে বাজে।
যত তৰু লতা ফলে ফুলে ভৰা
সাজে মনোহৰ সাজে ;
মলয়াই বিচে জোনাকী জোনায়ে
ৰূপালী জোনাকে ৰঞ্জে ;
ৰাধিকা কুঞ্জত কোনোবা কালৰে
ৰিণিকি ৰাগিণী বাজে।

ৰূপে—তুমি দেখোন বটিয়াকৈ গাব জানা। আজিৰ পৰা ঘনাই ঘনাই গীত শুনাবহি লাগিব।

ক. ফু.—ভাল বাৰু, মই আজৰি পালেই আহিম।

ৰূপে—( হাতত ধৰি ) আহিবাঁ আকৌ দহো কুৰি ; নাহিলে মই বেজাৰ পাম। তোমাক দেখিলে মোৰ বৰ ভাল লাগে।

ক. ফু.—সকতে একে লগে উঠা নহয় ; সেই দেখি, মনত ভনী-ভাব এটা আছে। বাৰু, আহিলোঁ এতিয়া।

( প্ৰস্থান )

ৰূপে—মই ক'লোঁ এটা, বুজিলে আন এটা। কিজানি বুজিও নুবুজা ভাও ধৰিছে। সেয়েহে যদি হয়, তেন্তে এইদৰে হেতু লগাই কথা ক'লে, এনে বিধৰ বুজন নিৰ্গতে বাগৰি ফুৰিবলৈহে চল পায়। এনে মানুহক ধৰা-বন্ধাকৈ ধৰিব লাগে। বাৰু ময়ো ৰূপেশ্বৰীহে।

( প্ৰস্থান )

( পট পৰে )

৫ম দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ ভিতৰ চ'ৰা ]

( লক্ষ্মীসিংহ আৰু কীৰ্তিৰ কথা হৈ প্ৰবেশ )

লক্ষ্মী—বৰবৰুৱা, ডাঙৰীয়াসকলে বেয়া পাই, আপোনাৰ একো কৰিব নোৱাৰে ; তালৈ আপুনি ভয় নকৰিব।

কীৰ্তি—সৰ্গদেৱ, এনে ঐয়া-হৈয়াৰ মুৰতে ক'ৰবাত বিপদত পৰোঁ বুলি, পূৰ্বেই কথাষাৰ সৰ্গদেৱৰ কাণ চুৱাই থৈছোঁ। সৰ্গদেৱে দেখিছেই, তেখেতসকলে সকলো কথাতে গা আলেগা দি ফুৰে।

লক্ষ্মী—মই থকাত আপুনি একো ভয় নকৰিব ; মই সকলো কথা মন কৰি আছোঁ।

কীৰ্তি—মোৰ মনেৰে, ৰাজ্যৰ কাম বুলিলে একে ৰেহাৰে চলিব লাগে। সেই দেখি মই চাইছোঁ ৰাজ্যখন একে মুঠিয়া কৰি এহতীয়াকৈ চলাবলৈ। সেয়ে তেওঁলোকৰ অসহন ; আৰু সেই বাবেই মোলৈ হিংসা আৰু খেপ।

লক্ষ্মী—মই সেইটো বুজিছোঁ, বৰবৰুৱা।

কীৰ্তি—মেল-দোৱানৰ কথাত সৰ্গদেৱে মোৰ বুধি লোৱা দেখি, তেওঁলোকে ভাবিছে বোলে মই লগাই ভগাইহে সৰ্গদেৱক তেওঁলোকেৰে আতাৰি কৰিছোঁ, সেই গুণেহে সৰ্গদেৱে তেওঁলোকৰ কথা নলয়।

লক্ষ্মী—সি কি কথা! ৰজাৰ মেলত বহি আপুনি হক কথা নকৈ পাৰেনে? আৰু ময়ো নো, ভাল দেখিলে আপোনাৰ বুধি নল'ম কিয়?

কীৰ্তি—যেনে বাটে চলিলে ৰাজ্যৰ মঙ্গল হয় সৰ্গদেৱক মই তেনে বাটকেহে দেখুৱাওঁ। তেওঁলোকে ভাবে, মই হেনো মইমৎভাৱে গাব বলেৰে কাম কৰোঁ।

লক্ষ্মী—কিয় কৰিব ? আপুনি কিবা নজনা লোকনে ? তেনে কাম কৰিব কিয় ?

কীৰ্তি—মই সৰ্গদেৱ জ্ঞান বিশ্বাস মতে বেয়াটো কৰিবলৈ কেতিয়াও নেযাওঁ। তেও যদি তেওঁলোকে এইদৰে অফলীয়া ফালি ফুৰে, তেনেহ'লে নো বাৰু মই কি কৰিব পাৰোঁ ?

লক্ষ্মী—আপুনি বৰবৰুৱা, তেওঁলোকৰ কথাত লাগি, কাম পেলাই নিদিব। মোক ৰাজপাটত তোলাৰ কথাতে, ডাঙৰীয়া বিষয়া সকলোৰে চিনাকি পাই থৈছোঁ। আপুনি বলেৰে পূৰ দি নধৰা হ'লে, মই ৰাজপাটকে নেপাওঁ। এতিয়াও আপুনিয়েই হে মোৰ প্ৰধান সহায় সাৰথি।

কীৰ্তি—মই কান পেলাই নিদিওঁ সৰ্গদেৱ, মুঠেই কথাটো জনাইহে থলোঁ।

লক্ষ্মী—মই এনেয়ে এই কথালৈ মন কৰিছোঁ ; তেও বাৰু আপুনি জনাই থ'লে ভাল হ'ল। আপুনি এতিয়াৰ দৰেই সকলো কাম কৰি থাওকগৈ। তেওঁলোকে আওকাণ কৰিলে বুলি, ৰাজকাৰ্য এৰি দিবনে ?

কীৰ্তি—মই নেৰোঁ সৰ্গদেৱ ; তেওঁলোকে ইয়াতকৈও আওকাণ কৰিলেও মই নেৰোঁ।

লক্ষ্মী—একো চিন্তা নকৰিব আপুনি ; এই দিহাৰেই কাম কৰি যাওকগৈ।

কীৰ্তি—ভাল সৰ্গদেৱ, সেৱা জনালোঁ।

( দুইবো দুফালে প্ৰস্থান )

( পট উঠে )

## ৬ষ্ঠ দৃশ্য

[ খুটীয়াপোতা—চতুৰ্ভুজৰ নামঘৰ ]

( চতুৰ্ভুজ, সদা, বায়ন, মোহন, মাজুগোহাঁই, সৰুগোহাঁই, নাহৰ, ৰমানন্দ আৰু মুখিয়াল মৰাণইত ; সকলো বহি আছে )

চতু—এইসোপা কথাকে ক'বৰ নিমিত্তেই, তোমাসবক মতোৱা হৈছিল। আমি অবাবত এনে লাঞ্ছনা ভোগা হ'ল। এখেত নাহৰ বৰসাজতোলা মৰাণ ৰাইজৰ মুখ্য লোক। আমাতো দহজনে শিৰ দোঁৱাইছে। এতিয়া এই বুঢ়া বয়সত আমাৰ দুইকো কীৰ্তি বৰবৰুৱাই অহৰুত এনে মৰণান্তিক অপমান কৰিলে।

২য় মৰাণ—ই কি কথা ? তাহানি ফুলেশ্বৰীয়েই আমাৰ কলিজা দুফাল কৰি থৈছে। তাৰপৰা আজি অত কাল আমাক জঁাতত পিহাদি পিহি যে আছেই, মুৰুৰুত গুৰুজনকো আকৌ ঘূৰি এনে দৰে অমৰ্য্যতালি কৰে।

১ম মৰাণ—ৰাইজ এনেযে খণ্ড-বেজাৰে জ্বলি আছে, তাৰ ওপৰতো এনে মহতালি।

সদা—সিও আকৌ হলীয়াকৈ ; একে দিনাই দুগৰাকীক !

২য় মৰাণ—এইবাৰ আমাৰ ৰাইজে জাঙুল খাই উঠি দেশত জুই জলাব।

১ম মৰাণ—গুৰুজনক এনেটো কৰিবলৈ হ'ল যেতিয়া, আমি মৰি যোৱাই ভাল।

মোহন—জলাওক ; সেই জুয়েই ৰজা, বিষয়া সকলোকে পুৰি ছাই কৰক। তোমালোকে কীৰ্তিচন্দ্ৰৰ এই নতুন কীৰ্তিৰ কথা গাঁৱে-ভূঁয়ে বিয়পাই দিয়াঁগৈ ; সকলোকে বুজাই দিবাঁ বুলি আজি আমাক কৰিছে, কাইলৈ সকলো প্ৰজাক এনে কৰিব। আপুনি, মানুহ জঁকি উঠিব, সকলো প্ৰজা আমাৰ ফলীয়া হ'ব।

নাহৰ—আমি আৰু পলম নকৰোঁ। আমাৰ মানুহৰ বাজেও, আহোম, চুতীয়া, কছাৰী, বৰুৱাও বিস্তৰ পোৱা হৈছে, অতখিনি সেনাপতি ওলাইছে। বাপ, আপুনি আজ্ঞা কৰক, বাঘ বীৰক আগত লৈ, আমাৰ সকলো সৈন্য ৰণলৈ ওলাওক। আজি ৰাঘ বীৰ আহিব লাগিছিল।

বায়ন—বাতৰি দিয়া হৈছিল; কিবা লেঠাতহে মনেৰে আহিব পৰা নাই।

১ম মৰাণ—( নাহৰলৈ দেখুৱাই ) আমাৰ হ'লে এখেত সাজতোলাৰ কথাই কথা; সোনকালে ৰণলৈহে ওলাব লাগে।

২য় মৰাণ—হয় হয়, আমাৰো সেয়ে কথা।

চতু—গোহাঁইদেৱে বা কি কয়।

মোহন—মই আৰু কি কম মেধি? আপুনি হেন সাধুক, নাহৰ সাজতোলা হেন মাতব্বৰ লোকক তেনে দৰে অমানুহ কৰে। এই ৰজা, এই বিষয়াৰ তলত কোনো প্ৰজাৰ মান-সম্ভ্ৰম নৰয়, লাজ-ইজ্জৎ নেথাকে, ধন-সোণ, স্য-সম্পত্তি, আন কি জীৱনটোও মুঠেই নিৰাপদ নহয়। এনে ৰাজ্যত থকাতকৈ বনত বসতি কৰাই ভাল। আমাৰ আহোম সকলোখিনিৰে একে মত; অনতি পলমে ৰণলৈ ওলাব লাগে।

১ম মৰাণ—বঢ়িয়া কথা কৈছে, সেৱা কৰিবলগীয়া কথা।

২য় মৰাণ—লোকৰ ৰজা পোৱালিৰ ৰজা কথা।

সদা—মৰো তাকেহে কৈ আছোঁ, বোলোঁ বেলি কৰিবৰ আমাৰ কোনো "পইজন" নাই।

চতু—সজ; তোমাসবৰ আগ্ৰহ দেখি, আমি সন্তোসিত হোৱা হৈছে। পলম কৰিবৰ আমাৰো প্ৰয়াস নাই। কিন্তু বাইজৰ ধান চপাবৰ হৈছেহি। এতেকে, ৰাইজে ধান চপাই, বিহু খাই, নিজগৰীয়াকৈ আজৰি হৈ লওক। এই ডুমাহ বাট চাই, মাঘ সোমালেই ৰণযাত্ৰা কৰা হ'ব। এনে ডাঙৰ কামত দুমাহৰ পলমক পলম বুলিব নোৱাৰি।

সদা—নেলাগেতো; কাম বুলিলেই আলমে বিলমে কৰাটোহে মঙল।

চতু—এতেকে আমি বোলা হৈছে—মাঘবিহুৰ পাচত ঘূৰি সেই বিহুৰ বাৰেই, তোমৰা সকলোটি সেনাপতি আমাৰ নামৰূপৰ বাহৰত সসৈন্যে উপস্থিত হ'বাগৈ। এযে আমাৰ সম্মতি।

( ৰাধা, ৰুক্মিণী, ৰাঘ, এলাগীৰ প্ৰবেশ )

ৰাধা—চাওক সকলোৱে, আমাৰ ৰাঘ বীৰক কি কৰিলে চাই লওক। চমটাৰে পিঠি ওৰ্লাই পঠিয়াইছে।

( ৰাঘৰ পিঠি উদঙাই দেখুৱায় )

সদা—ইস্ হয় যে হয়, তেনেই গডৰ পিঠি'যেন কৰিলে।

মাজু—হেৰ' কোনে এনে কৰিলে?

ৰুক্মি—কোনে আৰু? কীৰিতি বৰবৰুৱাই।

এলাগী—গুৰু "ইচবৰ" কৰিছে সেই, সাজতোলাৰ সেই, এতিয়া আমাৰ গৰাকীকো শুদা অকথাত এনে দৰে কিলাইছে।

নাহৰ—জগৰটো কি? কিহৰ বাবে এনে অতনা শাস্তি কৰিলে?

ৰমা—জগৰনো কি লাগিছে? তেওঁলোক ডাঙৰ মানুহ হৈছে, মন যাব, সৰুবোৰক ধৰাই নি বান্ধি কিলাব, তাৰ বাবে সাতিছে কোনে?

ৰাঘ—মই গৈছিলোঁ যোগানৰ খৰি যোগাবলৈ। তেওঁ ভিতৰত আছিল গুণে পুতেকক কৈ আহিলোঁ বোলোঁ মোৰ ভোকে-পিয়াহে অলি আহিছে, মই যাওঁগৈ, আপুনি ডাঙৰীয়াক জনাব; মই বাৰৰ খৰি শোধালোঁহি। তাকে কৈ ওচি আহিলোঁ, তেওঁক সেৱা কৰি

আহিবলৈ নহ'ল। তাৰ বাবেই, আদ্বাটৰ পথা ধৰাই নি, চমটাৱে পিঠি ছিঙাই দিছে।

সদা—বাৰু বাঘবীৰ, তুমি মনে মনে নিশমৰ্ দি বহি থাকাগৈ। গৰাকীয়ে ডুমাহৰ পাচলৈহে ৰণৰ আজ্ঞা দিছে। ডুমাহৰ মূৰত চাবাঁ, কীৰিতি বৰুৱাক দগৰি পেলোৱা হ'ব।

কম্ভি—তেনে ব'ল হেৰ' বাইটি, আমি তিৰোতা ডুজনীযেই তাৰ মুৰাকলিটো ছিঙি আনোগৈ।

বাঘ—নহয় নহয়, হতা-ওপৰা নকৰিবাঁ। তাক মইহে মাৰিম, নথৈ শাস্তি কৰি মাৰিম; তাৰ দেদাৰৰিত গছৰ পাত সৰাম; তাক নচচা শূলত দিম।

ৰাধা—এইবোৰ নো আকৌ কি কথা। ডুমাহলৈ ৰ'ব লাগিছে কিয়? কত কাল বাট চাযো আপোনালোকৰ হেঁপাহ মুগুচিল। এবাৰ নহয় ডুবাৰকৈ গুৰুজনক লঘু কৰে; বৰমুৰীযা-ইঁতক অহকত এনেদৰে শাস্তি কৰে, আমাৰ অতেক ৰাইজক গণিতা নকৰি ভৰিৰে গচকি থাকিব, ভৰিৰ মোহাৰত, গোৰোহনিত ঘুগুলা কৰি থাকিব, ইমানতো আকৌ ডুমাহলৈ বাট চাবহে লাগে?

কম্ভি—বাইটি হেৰেই, মই নকৈছোঁ বোলোঁ, এওঁ-লোকৰ গা লৰে মানে, সিফালে বোৱাৰী-জীয়ৰী ধৰি নিবহি; বয়-বস্তু কাটি লৈ ঘৰত জুই দি খেদিবহি। ব'ল আমি ডুজনীয়েই বণুৱা এজাক লৈ ৰণ কৰোঁগৈ।

এলাগী—ময়ো যাম আই, ময়ো যাম, মোকো তোমা-লোকৰ লগত ল'বাঁ।

চতু—(মনতে) নোৱাৰি, আৰু পলম কৰিব নোৱাৰি। উস্ হৰিব কি বন একা! এই আই কেইগৰাকীক পঠিয়াই, আমাৰ সশংকিত হৃদয়ত শক্তিৰ সোঁত বোৱাই দিলে। (শুনাকৈ) সেনাপতিসকল, আমি ডুনাই ভাবি চাই, মত সলনি কৰা হ'ল। তোৰাসৰ সকলোটি সসৈন্যে গোট খাই, নামৰূপত আমালৈ অপেক্ষা কৰকগৈ। নামৰূপৰ প্ৰজা আমাৰ সপক্ষে। গতিকে, তাতে কোঠ বান্ধি বৈ, তাৰেপৰা ৰণযাত্ৰা কৰা হ'ব। খুৰি আজিৰ বাবেই তোৰা সৰাওটিয়ে তাতে আমাক সাক্ষাৎ পাবাঁ।

কম্ভি—বাপ, আমাকো ৰণলৈ যাবৰ "আইগা" দিয়ক; আমি তিনিওজনা যাবলৈ ওলাইছোঁ।

চতু—তোমালোকে পাৰিবানে, আইইঁত।

ৰাধা—আমি পাৰিম বাপ, নোৱাৰিলে উভতি আহিম।

এলা—কিয় আহিম উভতি? গিৰিইঁতক বাখি ফুৰিম।

নাহৰ—ইস্, থৈ দে হেৰ'; তইঁতে ৰণ কৰি ফালিবিগৈ।

চতু—নক'বাঁ সাজতোলা; হৰিয়ে কিহলৈ কি কৰে বুজিব নোৱাৰি। ওলাইছে তেওঁলোক, যাবলৈ দিয়াঁ। আমি বাৰু আজ্ঞা দিয়া হৈছে। পাৰিলে, যোৱাঁ আইইঁত, আমাৰ সৈন্যৰ হিয়াত বিজুলি সঞ্চাৰ কৰাঁগৈ।

(তিনিওজনীয়ে সেৱা কৰে)

সদা—যোৱাঁ এতিয়া, তিনিও গৰাকী বীৰাংগনাই কাচি-পাখি, ৰণ কৰি ফাবাঁগৈ।

চতু—আৰু এটা কথা, ৰাধা আৰু ৰুক্মিণীৰ দৰেই এওঁ এলাগীৰো এই নাম গুচাই, আজিৰপৰা আমি "সীতা" নাম দিয়া হ'ল। আৰু নাহৰ সাজতোলাকো "দেও-গোসাঁই" নাম দিয়া হৈছে।

সদা—বঢ়িয়া হৈছে; গিৰিয়েক বাঘবীৰ, আৰু ঘৰৰ মানুহ হ'ল সীতা; এতিয়াহে নাৰে-গাঁৰে মিলি পৰিছে। সাজতোলাৰো নামে-মানুহে

এতিয়াহে বজিতা খাইছে, লোকে খোৰা মানুহ, খোজো কাঢ়ে ডেও দি দি, নামো পাইছে "ডেও গোসাঁই"।

চতু—সেই বাবে নহয়, খাটনিয়াৰ, তেওঁৰ গাত দেও বা কালিকা থকা বুজাবলৈহে আমি তেওঁক "দেও-গোসাঁই" বোলা হৈছে।

সদা—অ' সেইটো জানিবা আমি টলকা নহৈছিল।

চতু—আমি এতিয়া উঠিবহে খোজোঁ।

সদা—গৰাকীৰ আজ্ঞা হ'ল; "জয় ৰাম বোলা"

ইবোৰে—জয় হৰি বোলা।

( সকলোৱে ঈশ্বৰৰ উদ্দেশ্যে মূৰ দোঁৱায় )

---

## দ্বিতীয় অংক

### ১ম দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ ভিতৰ চ'ৰা ]

( লক্ষ্মীসিংহ, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, কীৰ্তি; বহি আছে )

কীৰ্তি—পূৰ্বৰ কথা ডাঙৰীয়াসকলৰ স্মৰণ থাকিবই পায়। জয় জয়তে মনচোকা টেকেলাই সম্বাদ দিলেহি বোলে, মৰাণইঁতে নামৰূপত গোট খাই অৰীতিয়া মতে প্ৰৱৰ্তিছে; কিবা আসুৰী মেল কৰি, ৰজা মন্ত্ৰী পাতি লৈছে; আৰু বোলে আমাৰে ৰণ দিবলৈ ওলাইছে। তাকে শুনি, দুজন হাজৰিকা আৰু ৰণুৱা এজাক দি, টেকেলা বৰা বেজক পঠোৱা হ'ল, পাৰিলে মৰাণক বুজাই-বৰাই সৈমান কৰিব, নোৱাৰিলে মুখিয়ালকেইটাক ধৰি আনিব।

বু. গো.—হয়, সেয়ে গোৰৰ কথা। পাচে, তাৰ পাচত ?

কীৰ্তি—তাৰ পাচত এতিয়া টেকেলা বৰাই ঘুৰি আহি জনাইছে, বোলে আমাৰ মানুহ দুই-চাৰিহে সাৰি আহিল। মৰাণইঁতে ইবোৰক কাটি-মাৰি, আহিলা-পাতি কাঢ়ি লৈ টিপামলৈ খোজ লৈছে।

লক্ষ্মী—সেই বাবেই আপোনালোকক চপোৱা হৈছে। এতিয়া কি কৰা উচিত, পৰামৰ্শ কৰি তাৰ দিহা-যুগুতি কৰক।

বৰপাত্ৰ—সিহঁতেনো কিয় এনে মূৰে ভৰি কাঢ়িছে; সিহঁতক লাগে কি ?

কীৰ্তি—সিহঁতক লাগে ৰজা হৈ ৰাজপাট খাবলৈ। টেকেলাবৰাই বুজাই-বৰাই চাইছিল; সিহঁতে একো নেমানে; মানুহ জাকেই তেনেই আবৰ, মইমৎ, উদণ্ড হৈ উঠিছে।

বু. গো.—কিবা অসন্তোষ থাকিলে, ভালে সজে জনাবহি পায়; তাকে নকৰি বিদ্ৰোহ আচৰিছে। ই অতি গুৰুতৰ কথা। সৰ্গদেৱে আজ্ঞা কৰক, হাতীয়ে-ঘোঁৰাই, হিলৈয়ে-কাঁড়ে ফৌজ যাওক; বিদ্ৰোহ দমন কৰি, সিহঁতক ধৰি আনকগৈ।

ব. গো.—ময়ো তাকে কওঁ। বিদ্ৰোহৰ গজালি গজিলে, তাক দুপাততে উপান্ত কৰা যুগুত।

ব. পা.—এইবাৰ অলপ সৰহকৈ মানুহ দি কিছু ওখ খাপৰ বিষয়া এগৰাকীক সেনাপতি কৰি পঠোৱা হওক; সৰ্গদেৱ। এবাৰ আমাৰ মানুহ গৈ হাৰি আহিছে; সিহঁতো টিপায়লৈ আগ-বঢ়াৰ কথা কৈছে; সিফালে ৰজা বিষয়াও পাতি লৈছে। গতিকে, আয়োজনটো কিছু বুজন যেন লাগিছে।

লক্ষ্মী—বৰবৰুৱায়ো আপোনালোকে কোৱা মতেই কৈছে। মোৰো সেয়ে মত। সম্প্ৰতি ভিতৰুৱাল ফুকনকে মই সেনাপতি মনোনীত কৰিছোঁ। কাইলৈকে সোণীয়া হেংদান দি, তেওঁক বিধিৱতে বৰণ কৰা হ'ব। বৰবৰুৱাই হাতী-

যোঁৱা, সৈন্য-সামন্ত আৰু আহিলা-পাতি দি, তুৰন্তে তেওঁক ৰণলৈ পঠাওক ; আৰু ইফালে, গুৱাহাটীৰ বৰফুকন, দুৰৰ ৰাজখোৱা সকল, দাঁতি-কাষৰীয়া সকলো বিষয়া, আৰু ৰাণী লুকি আৰু টেপাকুচিয়াৰ ৰজা সকলোলৈকো ৰণ লাগিছে বুলি সম্বাদ দিয়ক।

বু. গো.—হয় সৰ্গদেৱ, এয়ে ভাল যুক্তি।

লক্ষী—আপোনালোককো জনাইছোঁ, আৰু তলতীয়া বিষয়াসকলকো মোৰ আদেশ শুনাই দিব, সকলোৰে যত্ন কৰক,—যাতে এই বিদ্ৰোহ আৰু বহলাই বিয়পিবলৈ নেপায়। মানুহ-দুনুহ কিমান যাব, আৰু বিষয়া কাক কাক পঠোৱা হ'ব, এইবিলাক সকলো কথাৰ আজি গধূলিকে মেলত বহি মীমাংসা কৰা হ'ব। সম্প্ৰতি বাৰু এতিয়ালৈ বিদায় দিয়া হৈছে, গধূলিলৈ চাৰিওকো মেলত লগ পাম।

বু. গো.—হয় সৰ্গদেৱ, সকলোৰে গা লাগি ধৰিব লাগে।

( চাৰিও মূৰ দোঁৱায় )

( পট পৰে )

## ২য় দৃশ্য

[ ৰংপুৰ—ৰূপেশ্বৰীৰ ঘৰৰ কোঠা ]

( ৰূপেশ্বৰীৰ পাচে পাচে কলিতা ফুকনৰ প্ৰবেশ )

ৰূপে—তোমালৈ, আজি দিনটো বাটলৈ চাই আছোঁ ; পাচত আৰু নাহা বুলি, আশা এৰি দিছিলোঁ ; বোলোঁ পুৰুষ মানুহৰ কিহৰ দয়া-মায়া, আমাৰ দৰে কিবা মনত এটা ধাউতি আছেনে ?

ক. ফু.—মই ঠিক পৰতে আহিছোঁ, গাভৰু দেও ; গীত-নাটলৈকো ভাল এই গধূলিৰ প্ৰস্তাৱটোহে।

ৰূপে—ছোৱালীহঁতে তোমাক শুনাবলৈ ন-কৈ গীত এটা সজাই থৈছে ; কাচি-পাৰি আছে, আহেহে লাগে। পাচে, সিহঁতৰ আজি লেঠা আছে ; তাকে গায়েই গুচিছে যাবগৈ।

ক. ফু.—যাব বাৰু ; আহি-গৈয়েই থাকিম যেতিয়া পাচতো সদায় শুনি থাকিম। আপোনাৰ সংগীতত ৰতি দেখি বৰং পাইছোঁ। বাস্তৱিকতে, সংগীতৰ দৰে সুনিৰ্ম্মল উপভোগ অতি বিৰল।

ৰূপে—সোঁৱা সিহঁত আহিছে। ব'লা আমি সিকোঠালৈ যাওঁ। আঁতৰৰপৰা দেখিও ভাল লাগিব, শুনিও ভাল লাগিব।

ক. ফু.—ভাল, ব'লক বাৰু। ( দুইৰো প্ৰস্থান )

( নৃত্য-গীতেৰে নাচনীহঁতৰ প্ৰবেশ )

[ গীত ]

জোনালী গধূলি হাঁলি জালি জালি
উলাহে উথলি ফুলিল কুমুদী।
জোনকে নিৰখি চোৱা কেনে সখী
মাৰিছে হাঁহিটি শীতল সুৰদি।
আদৰে সাদৰি লাহৰি জোনকে
জনাব লাগিছে প্ৰাণৰ ধাউতি ;
যোগায় কুমুদী ৰঙত আমোদী
উথল্ বাথল্ ঢৌ প্ৰেমৰ পয়োধি।

( প্ৰস্থান )

( কলিতা ফুকন আৰু ৰূপেশ্বৰীৰ প্ৰবেশ )

ক. ফু.—আপুনি মোৰ আগত এনে আচৰণ কৰা অতি অসংগত হৈছে।

ৰূপে—তেন্তে আৰু কাৰ আগত নো সংগত হ'ব ফুকন ? তুমি মোৰ অন্তৰৰ ভাৱ এতিয়াও বুজা নাইনে ?

ক. ফু.—বুজিছোঁ ৰাণী, এইমাত্ৰ বুজি বিস্ময় মানিছোঁ।

ৰূপে—কিয় ? ইয়াত বিস্ময় মানিবলৈ কি আছে ? তুমি মোৰ দ'ৰা কালৰ সমনীয়া ; এতিয়া

গাভৰু বয়সত, তোমাৰ প্ৰেমত মোৰ অধিকাৰ আছে।

ক. ফু.—আপুনি পাহৰিছে কুঁৱৰী, আপুনি পৰস্ত্ৰী।

ৰূপে—তুমিহে পাহৰিছা ফুকন, তুমি কেনে কপালী পুৰুষ। অসম ৰজাৰ সুৱাগী কুঁৱৰী ৰূপেশ্বৰী গাভৰুৱে তোমাক প্ৰেমলৈ সাধিছে। ইয়াক তোমাৰ সৌভাগ্য নোবোলানে? মোক পৰস্ত্ৰী বুলিছা। মই কাৰ স্ত্ৰী? লক্ষ্মীসিংহৰ? সেই বুঢ়া, নিৰ্বোধ, অকৰ্মণ্য লক্ষ্মীসিংহ ক'ত আৰু মোৰ মানত তুমি ক'ত, তাক জানিছানে?

ক. ফু—ছিঃ, এনে কথা শুনিলেও পাপ হয়। মই আহিলোঁ, আজিৰ পৰা পাহৰণতো ইয়াত ভৰি দিবলৈ নাহোঁ।

( যাব খোজে )

ৰূপে—মই ভৰিত সাৱটি ধৰি ৰাখিম। (আঁঠু কাঢি ভৰিত সাৱটি ধৰি) ক'লৈ যাবাঁ নিঠুৰ? মোক কন্দুৱাই থৈ ক'লৈ যাবাঁ?

ক ফু—পাপিনী তোক ভৰিৰে ঠেলি থৈ গুচি যাম।

( ভৰিৰে ঠেলি বেগেৰে প্ৰস্থান )

ৰূপে—( ৰ লাগি চাই থাকি ) এয়ে নে মোৰ আকুল প্ৰেমৰ প্ৰতিদান। উস্, কেনে লাজ, কেনে অপমান, কেনে ঘিণৰ কথা। লাজ-কাজ এৰি, মান-সন্মান কাতি কৰি, ভৰিত ধৰি কাকূতি কৰিলোঁ; অকল ককৰ্থনা কৰিয়েই নেৰিলে, ভৰিৰে লথিয়াই থৈ গুচি গ'ল। অহংকাৰী উধৎ পুৰুষ, তই মুবুজিলি, যচা মন ঘিণত নেওচিলে, গৰ্বিনী গাভৰু ৰমনী গুচি কাল সাপিনী হয়। সাজু হ; আজিৰ পৰা ৰূপেশ্বৰী তোৰ দোৰ্ঘোৰ শত্ৰু।

( প্ৰস্থান )

( পট উঠে )

## ৩য় দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ ভিতৰ চ'ৰা ]

( লক্ষ্মীসিংহ আৰু কীৰ্তিৰ প্ৰবেশ )

লক্ষ্মী—শুনি সন্তোষ পালোঁ, বৰবৰুৱা; আপুনি নগৰত ঢোল পিটাই শুনোৱাই দিয়ক, বুলি ডিক্ৰমুখৰ যুজত আমাৰ জয় হ'ল; ভিতৰুৱাল ফুকনৰ হাতত হাৰি, মৰাণহঁত দিহা দিহি পলাই গৈছে।

কীৰ্তি—ভাল স্বৰ্গদেৱ, মই এতিয়াই আদেশ দিমগৈ।

লক্ষ্মী—আৰু ভিতৰুৱাল ফুকনলৈকো লিখাই পঠোৱাওক, বুলি তোমাৰ কামত ৰজাই সন্তোষ পাইছে, আৰু বুলি তুমি আৰু ৰণুৱাহঁত, উভয়ৰে গুণ লৈ, সকলোলৈকে আশীৰ্বাদ দিছে।

কীৰ্তি—ভাল।

লক্ষ্মী—আপুনিও মোৰ শলাগ ল'ব, বৰবৰুৱা। আপুনিয়েইহে ভিতৰুৱাল ফুকনক সেনাপতি বাছি দিছিল। তেওঁ ওলাই গৈয়েই, পোনৰখন যুজতে জিকিছেগৈ।

কীৰ্তি—ভিতৰুৱাল ফুকন সেনাপতিৰ যোগ্য মানুহ, স্বৰ্গদেৱ; সেইয়ে মই তেওঁক বাছি দিছিলোঁ। পাচে, কামৰ থাই ছোৱা এথোন আছেই: চতুৰ্ভুজ, ৰাঘ আৰু নাহৰ বোলা সেই খোৱা মৰাণটো, এই তিনিটাক ধৰি আনিলেহে বিদ্ৰোহৰ জইন মৰিব।

লক্ষ্মী—যেনেকৈ হয়, আপুনি এই বিদ্ৰোহ নিজনিকৈ নিৰ্মূল কৰক। আপুনি জানেই, আপোনাৰ ওপৰতে মোৰ সৰ্বভাৰসা।

কীৰ্তি—মইনো আৰু বিশেষকৈ কি জনাম, স্বৰ্গদেৱ? স্বৰ্গদেৱৰ চৰণত জনমলৈ বুলি শিৰ বিকিছোঁ। কীৰ্তিচন্দ্ৰক স্বৰ্গদেৱৰ চিৰকলীয়া আৰু হিতাৰ্থী ভৃত্য বুলি জানিব।

লক্ষ্মী—মই আপোনাক মোৰ হিতাৰ্থী বুলি জানো, ৰবৰুৱা; আৰু তাৰ বাবেইহে আপোনালৈ মোৰ শ্ৰদ্ধাও সৰহ।

কীৰ্ত্তি—সি স্বৰ্গদেৱৰ অনুগ্ৰহৰ কথা। এতিয়া মই সেৱাহে জনাইছোঁ।

লক্ষ্মী—ভাল বাৰু।

( কীৰ্ত্তিৰ মূৰ দোঁৱাই প্ৰস্থান, আনফালে ৰূপেশ্বৰীৰ প্ৰবেশ )

ৰূপে—অত বেলিয়েও নেযাবৰ দেখি, আপোনাক আদৰি নিবলৈ আহিছোঁ, ৰঙহৰ দেও।

লক্ষ্মী—কিয়, মিছাতে দুখ কৰি, কিয় আহিলা, ৰূপ? মই হেনেও আপুনি গ'লোঁহেঁতেন।

ৰূপে—আপোনাক সৰহ পৰ নেদেখিলে, মনটো কেনেবা কেনেবা লাগে। সেই দেখি, যোৱাত পলম হ'লেই ঢপলিয়াই আহোঁ।

লক্ষ্মী—মযো সেইটো জানো, ৰূপ: এবাৰ নোৱাৰা-তহে কেতিয়াবা তোমাৰ ওচৰলৈ যোৱাত পলম হয়।

ৰূপে—আপুনিনো ইমানকৈ ৰাজকাৰ্যত লাগি থাকিব লাগিছে কিয়? বিষয়াসকলক গতাই দিলে, তেওঁলোকেই দেখোন সকলো কৰিব পাৰে।

লক্ষ্মী—এতিয়াও বিষয়ায়েহে কৰিছে; তেও বুলি মাজে-সময়ে চকু দিব লাগে।

ৰূপে—তেনেহ'লে আপুনি যেতিয়াই য'লৈকে যায়, মোকো লগতে লৈ ফুৰাব। তেতিয়া হ'লে, সদায় চকুৰ আগতে পাই থাকিম।

লক্ষ্মী—( মনতে ) উস্, ৰাণীৰ মোলৈ কেনে মৰম! এনে চেনেহী ভাৰ্যা থাকিলে, স্বৰ্গসুখৰ আৰু প্ৰয়োজন কি? অতি বলী কপালৰ গুণেহে মানুহে এনে সতী সাধ্বী পত্নী পায়।

ৰূপে—ৰ লাগি কি ভাবিছে, ৰঙহৰদেও?

লক্ষ্মী—ৰিবা এটা ৰাজকাৰ্যৰ কথা ভাবিছোঁ।

ৰূপে—সেয়া, আকৌ সেইবোৰকেহে ভাবিছে! আহক আহক, ওচি আহক।

( হাতত ধৰি লৈ যায় )

( পট উঠে )

## ৪ৰ্থ দৃশ্য

[ ডিব্ৰু নৈৰ ওচৰত আহোম কোঠৰ ভিতৰ ]

( এফালে ভিতৰুৱাল ফুকন আৰু ৰাজ সৈন্যসকল, আৰু ইফালে মোহন, মাজুগোঁহাই আৰু সৰুগোঁহাই; সকলোৰে হাতত তৰোৱাল )

মোহন—শুনা ভিতৰুৱাল ফুকন, ৰণুৱাহঁত, তোমা-লোকেও শুনাহঁক—আমি, সৈন্য-সামন্ত বাহিৰত থৈ, হাতীৰে তোমালোকৰ কোঠ ভঙাই, অকলশৰে সোমাই আহিছোঁ। মাৰিব খুজিলে আমাক মাৰাঁহক।

ভি. ফু.—কি গোঁহাইদেৱ। আপোনালোক মোৱা-মৰীয়াৰ হৈ যুজিবলৈ আহিছে! ৰজাৰ বিপক্ষে, বংশৰ বিপক্ষে, জাতিৰ বিপক্ষে অস্ত্ৰ ধৰিছে!

মোহন—ৰজা কোন, ফুকন? লক্ষ্মীসিংহনে মোহনমালা? এই ৰণ মোৱামৰীয়াৰ নহয়; সিহঁতক লগত লৈ, আমি গোঁহাইহঁতেহে ৰণ পাতিছোঁ। ৰকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰই, কুটমন্ত্ৰণা কৰি, মোক সপৰিয়ালে নামৰূপলৈ খেদালে; এই ভতিজা হালক অকাৰণে অংগক্ষত কৰাই নিৰ্বাসন দিয়ালে। ৰকতিয়ালৰ ঘৰক নিৰ্বংশ কৰিম, লক্ষ্মীসিংহৰ হাতৰ পৰা মোৰ প্ৰাপ্য সিংহাসন কাঢ়ি ল'ম; এহেলৈ কাৰো একো অনিষ্ট নকৰোঁ। ডা-ডাঙৰীয়া, ফুকন-ৰুৱা যাৰ যি বিষয়-বাসনা, মান-মৰ্যাদা আছে, সকলো সেই-ৰূপেই থাকিব; পাইকান প্ৰজাৰো কাকো

কটা-মৰা নকৰোঁ। তোমালোক সকলে আমাৰ লগলৈ আহাঁ।

ভি. ফু.—আমি তেনে গৰ্হিত কাম নকৰোঁ, গোহাঁইদেৱ। আপুনি হৈছে খেদি থোৱা গোহাঁই ; সঁচি ৰজা পাটত থাকোঁতে, আপোনাক ৰজা ল'ম কিয় ?

মোহন—ফুকন, তুমি দুৰবাৰ ঘৰৰ সন্তান। তোমাৰ সাতাম পুৰুষে মোৰ ঘৰত সেৱা কৰি গৈছে। তুমি এতিয়া আমালৈ দা দাঙিবাঁ নে ?

ভি. ফু.—সি অতি কঠোৰ কৰ্তব্য, গোহাঁইদেৱ ; কিন্তু উপায় নাই। আপোনালোকে বিদ্ৰোহীৰ লগ লৈ, বিদ্ৰোহ কৰিছে। আমি ৰজাৰ ভৃত্য, ৰাজদ্ৰোহীৰ বিপক্ষে অস্ত্ৰ ধৰিবলৈ বাধ্য। আপোনালোকে হয় আমাৰ লগ লওঁক, মৰাণৰ হাতৰ পৰা আহোম সিংহাসন ৰক্ষা কৰককহি ; নহয় ইয়াৰ পৰা আঁতৰি যাওক।

মোহন—সিংহাসন কালৈ ৰক্ষা কৰিম ? লক্ষ্মীসিংহলৈ ? মোৰ সৰ্বনাশ কৰা দস্যু লক্ষ্মীসিংহলৈ ? ৰণ এৰি আঁতৰি যাবলৈ কৈছাঁ। কীৰ্তিচন্দ্ৰৰ অত্যাচাৰৰ প্ৰতিশোধ নকৰি আঁতৰি যাম ! ( তৰোৱাল ফাকত সুমাই ) শুদা হাতে গা পাতি দিছোঁ ; তোমালোকৰ সৎ যায় যদি, আহাঁ বধ কৰাঁহি ; আমাক মাৰি লৈ, ডকাইত লক্ষ্মীসিংহৰ ৰাজ্য অকণ্টক কৰাঁহি।

মাজু—হয় সৈন্যইত, বুকু পাতি দিছোঁ, গুলী মাৰাঁ, নতুবা দোছোৰা কৰাহি।

সৰু—তোমালোকে যাৰ নাম লৈ গৌৰৱ কৰাহক, সেই ৰুদ্ৰসিংহৰ পো-নাতিৰ তেজ-মঙহেৰে আহোম ৰাজ্য প্ৰতিষ্ঠা কৰাঁ।

১ম সৈন্য—নাই, নোৱাৰোঁ দেউতাসকল ; আপোনালোকক অপঘাত কৰিব নোৱাৰোঁ। ( গোহাঁইইতৰ ভৰিৰ আগত তৰোৱাল থৈ ) ৰজাৰ পক্ষ এৰি দিলোঁ ; এতিয়াৰ পৰা আপোনালোকে যি কয়, তাকে কৰিম।

অন্যবোৰ সৈন্য—( সেইদৰেই তৰোৱাল আগত থৈ ) হয় হয়, আমিও, আমিও।

মোহন—সৈন্যসকল, তোমালোকৰ এই গুণ আমি নেপাহৰোঁ। দিন পালে, ইয়াৰ হে উপকাৰ কৰিম। দেখিলানে ফুকন ? এতিয়াও মঠ জুৰি থাকিবাঁনে ? তুমি কাক লগত লৈ ৰণ কৰিবাঁ ? আহাঁ এতিয়া, আমাৰ লগলৈ আহাঁ।

( হাতত ধৰি টানি লৈ যায )

সৈন্যসকল—জয় ৰৱজনা গোহাঁইদেউৰ—জয়।

( সকলো পাচে পাচে গুচি যায় )

( পট পৰে )

### ৫ম দৃশ্য

[ নামৰূপ—মৰাণৰ কোঠ ]

( চতুৰ্ভুজ, মোহন, সদা, নাহৰৰ প্ৰবেশ )

চতু—জয় জয়তে ডিবৰুৰ দাঁতিৰ যুজখনত আমাৰ পৰাজয় হ'ল। কিন্তু, সিমানক নেমানি। তাৰ পাচৰপৰা, ভগৱন্তৰ কৃপাত, সকলোফালে আমাৰ ভালৰেহে লক্ষণ দেখা গৈছে।

নাহৰ—এতিয়া আৰু আমাক কোনো পথ্যে বলে নোৱাৰে। ৰাঘ বীৰেও, উত্তৰ পাৰৰ ছোৱা দেশ জয় কৰি, এতিয়া দক্ষিণ পাৰলৈ উভতিছে। এইবাৰ হে এইবাৰ।

সদা—যাৰ নামেই ৰাঘ বীৰ। সাগৰ পাৰ হৈ লংকাপুৰ জিনি, ঘুৰি আহিছে ; এতিয়া, কৰিবহি "ৰাজ্য দশ হাজাৰ বৎসৰ"—পুথিত বান্ধি গৈছে।

নাহৰ—খাটনিয়াৰে ধুৰুপ কৈছে ; ৰাঘ বীৰ যে ৰাঘ বীৰেইহে। ৰজাৰ সৈন্যই এখন যুজতো এখোজো হোঁহকাব পৰা নাই।

মোহন—মোৰ মনেৰে হ'লে দেখি, ইয়ানতে আমি নগৰৰ ফাললৈকো কাণ কৰিবৰ হ'ল। ৰংপুৰ নগৰখন দখল কৰি, তাত খলি পুতি বহি ল'ব পাৰিলে, অনেক কথাৰ সুচল হয়।

নাহৰ—হয় হয়, নগৰখন হাতত হ'লে, আমাৰ কাম হৈয়েই উঠিল।

চতু—গোহাঁইদেৱ, এই কথালৈ আমাৰ দৃষ্টি আছে। এই বাবেই হে, ৰাঘ বীৰকো উত্তৰৰ পৰা আমি মতাই পঠোৱা হৈছে। তেৱোঁ পাওকহি, তেতিয়া সকলোটি একে লগ হৈ, একে হেঁচোকাতে ৰংপুৰ নগৰ ল'বগৈ লাগিব।

মোহন—কিন্তু, সিদিনা অভয়ে ৰংপুৰৰপৰা বাতৰি দিছিল বোলে, বৰফুকন আৰু দুৰৰ বিষয়াকো গোটাই আনি, ৰজাই ডাঙৰকৈ এখন মেল পাতিবৰ দিহা কৰিছে। সেই মেল কাইলৈ হ'বৰ কথা। তাতনো কি ঠিক কৰিছে, তাক আগতে বুজি ল'ব লাগিব।

চতু—তাৰ বাতৰি শীঘ্ৰে পোৱা যাব। অভয়ে পুতেক অশ্বৰীশৰ মুখে অৱশ্যে সম্বাদ দিব।

( কথা হৈ হৈ সকলোৰে প্ৰস্থান )

( পট উঠে )

## ৬ষ্ঠ দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ বৰচ'ৰা ]

( ৰজাৰ বেশেৰে লক্ষ্মীসিংহ আৰু ৰাজসভাৰ সাজেৰে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, কীৰ্তি, বৰফুকন, পানীফুকন আৰু আন আন বিষয়াসকল )

লক্ষ্মী—আপোনালোক সকলোকে গোটোৱা হৈছে, বিদ্ৰোহৰ কি কৰা হ'ব, তাৰে পৰামৰ্শ কৰিবৰ অৰ্থে। বৰবৰুৱাৰ মুখে ৰণৰ সম্বাদ শুনি লৈ, সকলোৱে আলচ কৰি কি কৰা যুগুত, তাৰ এটা থিৰাং কৰক।

কীৰ্তি—নামৰূপৰ যুঁজৰ পাচত, আঠ হাজাৰ বৰুৱা, বাৰটা ঘোঁৰা আৰু আঠোটা দঁতাল হাতী, ইয়াকে লগত দি, ভিতৰুৱাল ফুকনক সেনাপতি পঠোৱা হৈছিল। ভিক্ৰু নৈৰ সিপাৰেই যুজ লাগিল। বিদ্ৰোহীহঁত হাৰি, ধানুবান্ হৈ পলাই গ'ল। ফুকনে তাতে কোঠ বান্ধি বহি লৈ, সিহঁতলৈ খাপ দি আছিল। সিহঁতে সিপাকে ঘূৰি আহি, নৈৰ দলং ভাঙি দি, আমাৰ আহ-যাহৰ বাট ভেটি ল'লে। শেহত সিদিনা, কোঠ ভাঙি, ভিতৰুৱাল ফুকনক ধৰি নিলে; আৰু বৰুৱাবোৰকো চলাই-ভুলাই, সিহঁতৰ লগলৈ লৈ গ'ল। এই যুজত মৰাণৰ ফালে সেনাপতি আছিল মোহনমালা গোহাঁইদেৱ, আৰু তেওঁৰ তলতে, তেওঁৰ ভতিজাক দুজন।

বৰপাত্ৰ—সেই তিনিজনৰ বাজে, আৰু কাৰবাৰ কথা শুনিছেনে ?

কীৰ্তি—হয়, এতিয়া জনা গৈছে, পূৰ্বে দণ্ড পাই থকা বা খেদাই থোৱা প্ৰায় সকলোখিনি গোহাঁই-ডাঙৰীয়াই মৰাণক বৰিছেগৈ।

বু. গো.—কথা ভাল হোৱা নাই, স্বৰ্গদেৱ। এই বিদ্ৰোহৰ সিয়াই বহুতলৈকে ভেদিবগৈ যেন পাইছোঁ।

লক্ষ্মী—কথা কিছু শকত গুণেহে সকলোকে চপোৱা হৈছে। আপোনালোকে এই ৰণ এৰিবলৈকে কয় নে ধৰিবলৈকে কয় ? কি পৰামৰ্শ দিয়ে ?

কীৰ্তি—এৰিবলৈ হ'লে, অতি লাজ আৰু আক্ষেপৰ কথা হ'ব ডাঙৰীয়াসকল। প্ৰজাই বিদ্ৰোহ কৰিলে, ৰজাই তাক দমাব লাগে, ই সকলো দেশৰে ৰাজনীতি। আৰু এবাৰ কথা থাকি গৈছে—ৰাঘ মৰাণে, এজাক বৰুৱা লৈ, উত্তৰ পাৰে উপদ্ৰৱ কৰিছেগৈ। তালৈকো সৈন্য-

সামন্ত পঠোৱা হৈছিল। সম্প্ৰতি সম্বাদ আহিছে, সেই সৈন্যও হেনো কোনো ৰণত পৰিল, কোনো পলাল, আৰু কোনোৱে বিদ্ৰোহীৰ লগ ললেগৈ।

বু. গো.—ৰণ এবাটো যুগুত নহ'ব। এনে ঘোৰ বিদ্ৰোহীক এনেই এৰাটো অবিধি। আচল গুৰিয়াল-কেইটাক কোনো প্ৰকাৰে ধৰিবই লাগিব। কিন্তু, ৰণত বাজে, ধৰিবৰ উপায় নাই।

ব. গো.—ময়ো তাকেহে জনাওঁ সৰ্গদেৱ; এনেদৰে মহতালি কৰিবলৈ প্ৰজাক আমি এৰি দিব নেপাওঁ।

বৰ ফু.—মোৰো সেয়ে কথা। এনে অপৰাধীক উচিত দণ্ড দিব লাগে। বিদ্ৰোহ বুলিলে, ততালিকে উগ্ৰ প্ৰতিকাৰৰ প্ৰয়োজন। আমাৰ একো অনাটনো নাই সৰ্গদেৱ। লাগিলে গুৱাহাটী অঞ্চলৰ পৰাও বিশেষ ৰূপে সাহায্য কৰিব পৰা হ'ব।

পানী ফু.—সৰ্গদেৱ, ভিতৰুৱাল ফুকনক ধৰি নিয়াতে, কিয় ৰণ এৰিব লাগিছে? এজন ভৃত্যকহে নিছে; সৰ্গদেৱৰ আমি শতেক জন অনুগত ভৃত্য আছোঁ। গোহাঁইসকলৰ বাবেও কোনো কথা নাই। সৰ্গদেৱৰ লাখ-বিলাখ অনুৰক্ত প্ৰজা থাকোঁতে, সেই খেদাই খোৱা গোহাঁই-ডাঙৰীয়া কেইজনে, মোৱামৰীয়াৰ লগ লাগি একো কৰিব নোৱাৰে।

১ম বিষয়া—আমাৰ এই ৰাজখোৱা কেইজনৰ মনেৰেও পলম কৰাৰ সকাম নাই। সৰহীয়াকৈ ফৌজ পঠাই, এই উৎপাতৰ অচিৰতে অন্ত পেলাবহে লাগে, সৰ্গদেৱ।

লক্ষ্মী—বৰপাত্ৰ ডাঙৰীয়াই কি বোলে?

বৰপাত্ৰ—ৰজাই প্ৰজাই ৰণ কৰিব লগা হোৱাটো উভয়ৰে দুৰ্ভাগ্যৰ কথা সৰ্গদেৱ। ঘৰুৱা ৰণত শক্তি অপব্যয় কৰিলে দেশ দুৰ্বল হয়। কিন্তু, এই স্থলত, বুঢ়াগোহাঁই ডাঙৰীয়াই জনোৱা মতেই, ৰণত বাজে অন্য উপায় নেদেখোঁ।

বৰ ফু.—ডাঙৰীয়া বিষয়া কাৰো ৰণ এৰাটো মত নহয়। সৰ্গদেৱে যাক যেনে ৰূপে পাচিব, তেনে ৰূপেই আচৰিবলৈ সকলোটিহঁত সাজু আছে।

পানী ফু.—হয় সৰ্গদেৱ, এই কথাৰ আৰু আলোচনা কৰাৰ সকাম নাই।

লক্ষ্মী—তেনেহ'লে, ৰণ কৰাটোৱেই স্থিৰ হ'ল। বৰ-বৰুৱাৰ মতেৰে, এইবাৰ কেউহাতে সৈন্য পঠাব লাগে। মোৰ মনেৰেও তাকে কৰাই যুগুত।

কীৰ্তি—হয়, মই সৰ্গদেৱক এই কথা জনাইছিলোঁ; কিয়নো, তেতিয়া হ'লে সিহঁতক কেউফালৰ পৰা বেৰি ল'ব পৰা হ'ব।

বৰ ফু.—মোৰ মনেৰেও, সেয়ে ভাল বুধি।

বৰ গো.—হয়, সেয়ে ভাল হ'ব।

লক্ষ্মী—তেন্তে, এজাক সৈন্য নামৰূপলৈ যাওক, এজাকে তিমনৰ মুখত কোঠ পাতকগৈ, এজাক যাওক সৰিয়হ হাটৰ বাতেদি, আৰু দুজাক পঠোৱা হওক, এজাক ঢাই আলিয়ে, আৰু ইজাক পৰ্বতৰ আলিয়ে।

বৰপাত্ৰ—ভাল হ'ব, লুৰাই আনি ধৰিবলৈকে চল লাগিব।

লক্ষ্মী—এতিয়া তেন্তে থিৰাং কৰিব লাগে, কোন ফালে কিমান সৈন্য পঠোৱা হ'ব, আৰু লাগ-তিয়াল আন আন আনুষংগিক কথাবো আলচ কৰিবলৈ, আজি ৰাতি সকলোটিকে মেলত সাক্ষাৎ পাবৰ অভিলাষ কৰিলোঁ। এতিয়ালৈ বিদায় দিয়া হৈছে।

(সকলোৱে মূৰ দোঁৱায়)

---

# তৃতীয় অংক

## ১ম দৃশ্য

[ চাই আলিৰ চাপৰি ]

( দুটা মৰাণ সৈন্যৰ প্ৰবেশ )

১ম সৈন্য—হেৰ' চাচোন, দুৰত সৌটো অকলে অকলে কোন আহিছে ? পানী ফুকন নহয়নে ?

২য় সৈন্য—( সেইফাললৈ চাই ) হয় হেৰ', হয় হয়।

১ম সৈন্য—হেঁকাই টিলিকি বাওঁ। ভাল বহালোঁ, হেৰ' ভাল বহালোঁ ! জীযাই জীয়াই বান্ধি নি, ৰাম ৰবৰুৱাৰ আগত পেলাই দিবগৈ লাগে, আমাৰ হালকে মোহৰ সোণকে টকাটকে বঁটা দিব।

২য় সৈন্য—পাচে এতিয়া ধৰ কেনেকৈ ? আমাৰ হালকে সি অকলে সামৰিব।

১ম সৈন্য—নহয়, এটা বুধি কৰোঁ। দুয়ো লুকাই পাচে পাচে গৈ থাকোঁ ; সি ৰ'লে আমিও ৰ'ম ; গ'লে আমিও আঁৰে আঁৰে গৈ থাকিম। চল ওলালেই, দুযো একেলগে, বাঘে ধৰাদি ধৰিমগৈ। তই মোলৈ চাই থাকিবি, মই হাত দণ্ডা দেখিলেই, তয়ো ল'ৰি আহিবি।

২য় সৈন্য—বাৰু, তই হাত দাঙি দিবি, মই একে জঁাপেই ওপৰতে পৰিমগৈ।

( দুইযো প্ৰস্থান )

( পানী ফুকনৰ প্ৰবেশ )

পানী ফু.—এই তিৰোতা দুজনীক ধৰিব নোৱাৰিলে, আমাৰ মানুহৰ ভয় নেভাগে। কোঁচত গুলী ধৰাৰ জনৰৱ শুনি, মোৰ বণুৱা পলাই অন্ত হৈছে। এই অপূৰ্ব্বাত উপকথাটো কোনে ৰটাই দিলে। ইও অকল মৰাণৰহে চক্ৰান্ত। তিৰোতাও এই দুজনী শুদা-শুদি নহয়। সিহঁতৰ সাহতেহে মোৱামৰীয়াহঁত বণত জিকে। ৰাঘৰ যৈণীয়েকজনীও কম নহয় ; নিজৰ ডিঙি আগকৈ গিৰিয়েকক আৰৰি ফুৰিছে। তাই মোলৈ দুবাৰো ফেৰ পাতি খেদি আহিছিল ; তিৰোতা মানুহ বুলি এৰি আহিছোঁ।

২য় সৈন্য—( ভিতৰত ) ধৰ ঔ, ধৰ ধৰ, সাৰিব নিদিবি।

( দুই সৈন্যই পাচৰপৰা খেদি আহে )

পানী ফু.—( উভতি চাই ) কাক ধৰিবলৈ আহিছ, শিয়ালহঁত ?

( তৰোৱাল উলিয়াই দুইকো খেদি সোমাই যায়। বিপৰীত ফালৰপৰা আকৌ সৈন্য দুটাৰ প্ৰবেশ )

২য় সৈন্য—ভাল সাৰিলোঁ বোপাই, ভাল সাৰিলোঁ। খেদিবলৈ এবা বাবেহে "ৰইখা" পৰিছোঁ ; নহ'লে আজি "আইধা"।

১ম সৈন্য—হেৰ' বন্দী গোট গৰু, তই পাচৰপৰা ধৰ ধৰ বুলি চিঞৰ সোধাইছিলি কিয় ? সেইহে গম পাই উভতি চালে ; নহ'লে মই ধৰিলোঁহেঁতেন নহয়। এতিয়া বঁটা বক্‌চিচ্ যে গ'লেই তোৰ পৰাই আজি নিগমে মৰা পৰিছিলোঁ। হেৰ' বন্দী অগিয়ান, সি মোক ডিঙিতে দোছোৱা কৰা হ'লে, তই বান্দৰে যোৱাই দিলিহেঁতেন নে ? তই কিয় মাত লগাইছিলি, বন্দী তেজখোৰা ? কটা অবালচন্দ ; মই মানুহটো আজি থিতাতে মৰিলোঁহেঁতেন নহয়।

২য় সৈন্য—এ, মই পাহৰিলোঁ হেৰ'। মাতোঁ বুলিও মতা নাই ; এনেয়ে মাতষাৰ বগুতে ওলাই পৰিল।

১ম সৈন্য—আহ এতিয়া, জীয়াই থাকিবৰ যদি মন আছে, বেগতে ইয়াৰ পৰা আঁতৰি আহ।

( দুইযো প্ৰস্থান )

( দুটা ৰাজসৈন্যৰ প্ৰবেশ )

১ম ৰাজসৈন্য—বহুত আহিলোঁ বোপাই ; ইমানলৈ আৰু মোৰামৰীয়াহঁতে খেদি নাহে। বহ এখন্তেক ; লৰা-ঢপৰাৰ তাপত ভৰি গোট মাৰিলে।

( দুয়ো বহে )

ৰণো হওঁতে ফুকনীয়াৰে পৰা কৰিলোঁ ; তেও এনে কথা ক'তো দেখা-শুনা নাই। তিৰোতাৰ আঁচলটো পাতি, হিলৈৰ গুলীবোৰ ধৰা, আগেয়ে ক'ৰবাত দেখিছই বা শুনিছই।

২য় ৰাজসৈন্য—ভাল কৈছ! অকল ধৰিয়েই এৰিছে হ'বলা? ধৰি লৈ, গোটেই গাল গুলী চপাই-কোঁচাই গিলিও থয় নহয়। তই দেখা নাই?

১ম—নেদেখিলোঁ বোপাই, নেদেখিলোঁ। তিৰোতাৰ আঁচলতনো কেনেকৈ গুলী ধৰে,—মই তাকো দেখিবলৈ নেপালোঁ ; তই দেখিছনে?

২য়—অ হেৰ' ; মই নেদেখিলোঁ কি হ'ল? আটাই কথা দেখিলেহে লেখিবিনে কি? কথা তেনেই সঁচা ; নহ'লেনো অত ৰাইজে মিছা কৈছে বুলিছনে?

১ম—মই এই কথা গোৰতে জানি থৈছোঁ। সেইহে কৈ আছোঁ বোলোঁ, এই মৰাণনী ডুজনীৰ গাত দেও লম্ভিছে। নহ'লেনো বাৰু হেৰ', সিহঁতে এনে কৰিব পাৰে?

২য়—তই ঠিক কৈছ ; সিহঁতৰ গাত দেখাদেখি কালিকা আছে। সেই কেচাইখাতী ডাইনী-হঁতৰ আগতনো মানুহে যুজিবগৈ পাৰে! আমি পলাই আহি অতি গিয়ানী কাম কৰিলোঁ।

( ভিতৰত জাত লগাই )

মৰাণ সৈন্যহঁত }—"চতুৰ্ভুজ গোসাঁইএ, তোমালৈ যমে ডৰায়,

ঔ মোৰ ৰাধা-ৰুক্মিণী আই।"

১ম—হেৰ' এইজাক পালেহি ; লৰ লৰ, পলা ; নহ'লে গোটে গোটে গিলিবহি।

২য়—পলাই ক'ত সাৰিবি? একে খেদাই ধৰি আনিব। তাতকৈ, সিহঁতৰে ভাও ধৰি, লগ লাগি পৰোঁ। পাচে পৰে এচলত সাৰি আহিম।

( এজাক সৈন্যৰে সৈতে ৰাধা-ৰুক্মিণীৰ প্ৰবেশ )

সৈন্যহঁত—(আগৰ দৰে) "চতুৰ্ভুজ গোসাঁইএ," ইত্যাদি।

(ৰাজসৈন্য দুটায়ো লগতে জঁপিয়াই গাই লগ লাগি পৰে)

ৰাধা—আজিও আমিয়েই জিকিলোঁ। সিহঁত বণুৱা পলাই পিয়াপি দিছে।

ৰুক্মিণী—সৌ এজাক দুবেদি পলাইছে ; আহাঁ আহাঁ, বেগতে আগুৰি ধৰোঁগৈ।

( ছেদে ছেদে গোবোহনি মাৰি )

সকলো—"অষ্টভুজে ষষ্ঠভুজে চতুৰ্ভুজে ৰাখে
তাৰ দাই তাকে কাটে
তাৰ হিলৈ তাকে মাৰে
চতুৰ্ভুজে ৰাখে।"

( প্ৰস্থান )

( হাতত তৰোৱালেৰে পানী ফুকন আৰু তামুলীৰ প্ৰবেশ )

পানী ফু.—মিছা হ'ল তামুলী, ৰজাই মোক বৰ আশা কৰি সেনাপতি পাতি পঠিয়াইছিল। ঢাই আনিব এইখন যুজতে সকলো মিছা হ'ল। বণুৱা আধা পৰিল, আধাখিনি পলাল। অকল আমি দুটাই আৰু কি কৰিম!

( হাতত তৰোৱালেৰে মাজু আৰু সৰু গোহাঁইৰ প্ৰবেশ )

মাজু—ৰণ দিয়া পানীফুকন ; আমাৰে ৰণ দিয়া।

পানী ফু.—নক'ব গোহাঁইদেৱ। আপোনালোক চলা জনা সৰ্গদেৱৰ পুত্ৰ। আপোনালোকৰ গাত মাৰিবলৈ মোৰ হাতত অস্ত্ৰ নুঠে।

সৰু—তেন্তে হাতৰ অস্ত্ৰ শোধাই দিয়াঁ, আমি তোমাক বন্দী কৰিছোঁ।

পানী—সিওটো হ'বলৈ নিদিওঁ; হাতত অস্ত্ৰ থাকে মানে, পানীফুকনক কোনেও বন্দী কৰিব নোৱাৰে।

মাজু—তেনেহ'লে, অস্ত্ৰ লোৱা, ৰণ কৰা। তুমি এৰিলেও আমি নেৰিছোঁ।

( সৰুগোসাঁইৰে সৈতে দুয়ো খেদি আহে )

পানী—অকল নিজৰ গা সৰুৱাই থাক, তামুলী; তেওঁ-লোকৰ গালৈ অস্ত্ৰ নেমাৰিবি।

( দুয়ো যুজি গোসাঁইহঁতক হটাই লৈ গোমাই যায় )

( ৰাজসৈন্য দুটাৰ পুনঃ প্ৰবেশ )

১ম ৰা. সৈ.—ভাল বুধিটো উলিয়ালি বোপাই! নহ'লে আজি মৰিলোঁহেঁতেন। আজিৰ পৰা শিকিলোঁ আৰু; মোৰামৰীয়াই ধৰিবলৈ আহিলে, এই ফাকি মন্ত্ৰেৰেই সাৰিব পাৰিম।

২য়—মোৰ বুধি তেও মুগুনহে; দেখিলি এতিয়া? সিহঁতৰ দৰেই "চতুৰ্ভুজ গোসাঁই এ" বুলি বাগ টানিলত সিহঁতে নিজৰ মানুহ বুলি ভাবিলে; পাচত এয়া চল বুজি পলাই আহিলোঁহক।

( দুইৰো প্ৰস্থান )

( হাতত তৰোৱাল লৈ আৰু গাত তেজেৰে পানীফুকন আৰু তামুলীৰ প্ৰবেশ )

পানী—আৰু নোৱাৰি তামুলী; অকল দুটা প্ৰাণীয়ে আৰু কিমান যুজিম? আমাৰ দুইৰো আজি প্ৰাণ যাব। তাতকৈ, এতিয়াও এই সুৰংগৰে তই পলাই সাৰ, ঘৰলৈ যাগৈ। দুয়ো মৰিলে ল'ৰা-ছোৱালীবাহ তেনেই অনাথ হ'ব।

তামুলী—কিয় দেউতা, মই অকলৈ কিয় যাম? যাব লাগিলে দুয়ো যাম।

পানী—মই নেযাওঁ। ৰণত হাৰি জীয়াই নোভতোঁ বুলি সৰ্গদেৱক জনাই আহিছোঁ। তই জনাবিগৈ বুলি পানীফুকনে তেওঁৰ কথা ৰাখিলে। আৰু কবিগৈ, ৰণত পৰাৰ হে মোৰ অকণো বেজাৰ নাই, সৰ্গদেৱৰ কাম সিদ্ধি কৰিব নোৱাৰিহে নথৈ বেজাৰ পালোঁ।

তামুলী—এনে কথা নক'ব দেউতা। আপোনাৰ মই সাতাম পুৰুষীয়া মানুহ; আপোনাক এৰি এখোজো নলৰোঁ। আগধৰি মোক কাটিব, পাচতহে আপোনাক পাবগৈ।

( এজাক সৈন্যেৰে বাঘৰ প্ৰবেশ )

বাঘ—ফুকন এতিয়াও যুজিবাঁনে? তোমাৰ লগৰ ৰণুৱা আৰু কোনো নাই।

পানী—যুজিম, প্ৰাণ থাকে মানে যুজ নেৰোঁ।

বাঘ—মিছাতে কিয় মৰিবলৈ ওলাইছা? তোমা-লোকৰে মোহনমালা গোসাঁই পুতেককেহে তেও ৰজা পাতিছোঁ। ভিতৰুৱাল ফুকনে সসৈন্যে আমাত ৰবিছে, তুমি দেখা নাইনে? দিহিঙকে ধৰি, উজনি গোটেই ছোৱাৰ "পৰ্জাই" আমাকেহে ভজিছেহি। তুমিও আমাৰ লগ লোৱা। এতিয়াতকৈও ডাঙৰ বিষয় খাবলৈ দিম।

পানী—সাৱধান মৰাণ, এনে কথা নক'বি। লক্ষ্মীসিংহ সৰ্গদেৱ পাটত থকাত, মই পানীফুকনে মৰাণক ৰবিম! এই মুৰে আকৌ লোকক ৰজা বুলি সেৱা কৰিম! মই দিহিঙীয়াৰ ঘৰৰ সন্তান। আহ বিদ্ৰোহী, অস্ত্ৰ ল।

বাঘ—ধৰাহক; দুজাক হৈ, আগে পাচে দুই ফালে বেৰি ধৰ।

( আগ পাচ দুই ফালে সৈন্যই আগুৰি ধৰে )

পানী—আহ. তামুলী দুয়ো পিঠিয়া-পিঠিকৈ থিয় হওঁ।

( দুয়ো পিঠীয়া-পিঠি হৈ সৈন্যেৰে ৰণ কৰে।
বাঘই ফুকনৰ সম্মুখত যুজে। অলপ
পাচতে তামুলী পৰে )

তামু—আহিলোঁ দেউতা—নোৱাৰিলোঁ—আপোনাক ৰখাব নোৱাৰিলোঁ—উস্—ৰাম—ৰা—ম।

( মৃত্যু )

পানী—ব'ল তামুলী, মযো পাচতে গৈছোঁ।

বাঘ—ফুকন, এতিয়াও নে? তোমাৰ লগৰীযাটোও পৰিল। ইমানতো যুজিবাঁনে?

পানী—যুজিম, তেও যুজিম। পূৰ্বেই কৈছোঁ, মই মৰাণক নবৰোঁ।

( পাচ ফালৰ পৰা এটা সৈন্যই পিঠিত যাঠি
মাৰে; ফুকন হামখুৰি খাই পৰে;
সৈন্যটোৱে পিঠিত বহি লৈ কচালি
কচালি যাঠি হেঁচে )

বাঘ—হৈছে আৰু, ধাতু গ'ল, এৰি দে; মাটিযে সৈতে শালি ধৰিলে।

( পট পৰে )

## ২য় দৃশ্য

[ ৰংপুৰ—ৰূপেশ্বৰীৰ টোলৰ আগৰ ৰাজআলি ]

( ৰূপেশ্বৰীৰ প্ৰবেশ )

ৰূপে—( দূৰলৈ চাই লৈ ) সৌৱা গাভৰুহঁতে কাষত কলহ লৈ, ঘৰলৈ উভতিছে; লালী পাতি ওৰে বাটে নাম গাই গৈছে। গধুলিৰ ৰঙা বেলিয়ে ৰতোৱালেৰে কেউফালে ৰহণ ঢালিছে। গৰখীয়াই গৰুৰ জাক আগত লৈ, ৰঙেৰে গীত গাই গাঁৱলৈ গৈছে। সন্ধিয়াৰ জুৰ বতাহে পৃথিৱী জুৰ কৰিছে। নাই—মিছা, মিছা; কিহ বিহ, যোদৈ সকলো বিহ হ'ল। অকল সেই কলিতাৰ সহেই মোৰ গোটেই গাই বিহ ঢালিলে। তেও অত দিনে তাৰ একো কৰিব নোৱাৰিলোঁ। দেশত ৰণ লাগিছে; ভাল হৈছে, আৰু হওক; ঘৰে ঘৰে জুই লাগক; মোৰ দৰেই গোটেই জগত পুৰি ছাই হওক। ভাই-ককাইৰ কটা-কটি লাগক, বাপেকে-পুতেকে অৰি হওক, তিৰীয়ে-পুৰুষে—অ' ভাল কথাই মনত পৰিল। ইয়াকেনো মই নকৰোঁ কিয়? মোৰ গাত জুই অলাই, সি মাধুৰীৰ মৰম লৈ সুখেৰে থাকিব। তাৰ সুখত জুই দিওঁ। স্বামী ব্যভিচাৰী বুলি স্ত্ৰীৰ মনত সুমাই দিব পাৰিলে, সেই গৃহস্থালিত জুই অলিল, জুই অলিল।

(প্ৰস্থান)

( ১ম আৰু ২য় প্ৰজাৰ প্ৰবেশ )

১ম—নক'বাঁ আৰু মোৱামৰীয়াই উত্তৰ পাৰ গোটেই-খন তেনেই ছাৰখাৰ কৰি আহিছে। বয়-বস্তু কাঢ়ি লৈ, গাভৰু তিৰোতাবোৰক ধৰি আনি, ঘৰত জুই দি, মানুহক কাটি মাৰি; দেশ উছন কৰিলে। বাইভৰ বিলৈ কুলাই-পাচিযে নধৰা হৈছে।

২য়—আইলৈ যেই হাত, বাইলৈকো সেই হাতেই। ইয়াতো এতিয়া তাকে কৰিব। লাম-লাকতি যি আছে, মাটিত পুতি থোৱাগৈ; পা-পিঠাগুড়ি খুন্দি লৈ, ঠেং দাঙি সাজু হৈ থাকিবাঁ, মোৱা-মৰীয়া অহা শুনা শুনিলেই, ল'ৰা-তিৰোতা লৈ, এফালে ভিটিং মাৰিব লাগিব। গাঁৱে-ভূঁয়ে আটায়ে তাকে কৰিছে। ৰণৰ গতি বিষম একা। আমাৰ ফালৰ মানুহ গৈছে মানে হৰাটোকেহে শুনিছোঁ।

( বুঢ়া ভকতৰ প্ৰবেশ )

বু. ভ.—কিহৰ কথা পাতিছাহক, বোপাইহঁত?

১ম—আমি এই ৰণৰ কথা কৈছোঁ, আতৈ, নেদেখিছে প্ৰজাৰ কেনে কোবা-মোৰা লাগিছে।

বু. ভ.—দেখিছোঁ বোপাই, দেখিছোঁ; মানুহৰ মনত বৰ ভয় হৈছে।

২য়—দিহিঙৰ সিপাৰৰ ছোৱা দেশ মৰাণহঁতে ল'লেই। ইপাৰৰ ছোৱাত লয়হিহে লাগে। ৰজাই ৰণুৱা পঠিয়াইছে মানে, মৰিছেই বা পলাইছে, নহ'লে সিহঁতেৰেই গোট হৈছিল।

১ম—সেই পোনতে লগা ডিবৰু-দাঁতিৰ যুজখনৰ বাজে, অতবোৰ যুজ লাগিছে: এখনতো তেও আমাৰ ভালটো নুশুনিলোঁ।

বু. ভ.—এইবোৰ তেনেই ভ্ৰমৰ কথা, বোপাইহঁত। তাহানি গোৰতে ফুলেশ্বৰী কুঁৱৰীয়ে ভ্ৰম কৰি গ'ল। এই মহন্তগৰাকীৰো ভ্ৰম। মহন্ত বুলিলে, লোকে যতক অপকাৰ কৰক, তাত লাগিব নেপায়। সেই ভ্ৰমৰ বাবেই এই মৰা-মৰি কটা-কটি: তাৰ বাবেই এই ৰণ—ধৰ্মৰ হৈ এই মহা অধৰ্ম।

১ম.—মিছা নহয়, আতৈ।

বু. ভ.—আচল কথাটো হ'লগৈ—তোৰ ধৰ্ম সৰু, মোৰ ধৰ্ম বৰ, মোৰ ধৰ্ম ভাল, তোৰ ধৰ্ম বেয়া। হেৰ' ধৰ্মৰ নো ক'ৰবাত আকৌ বৰ-সৰু, ভাল-বেয়া আছে। বোলে "যতেক নদ-নদী সমুদায়, অনেক পথে সাগৰক যায়"। আটাই ধৰ্মই উলিয়াই দিবগৈ সেই একে ঠাইতে। যত মানে বাট একে ঠাইতে লাগিছেগৈ; ইমান ফেৰি কথা মানুহে টলকি নেচায়।

২য়—আপুনি স্বৰূপ কথা কৈছে। শুনিছে, ফুলেশ্বৰী কুঁৱৰীয়ে তেনে কাম কৰি নোবোৱা হ'লে, বা পাচতো, এই মহন্তগৰাকীয়েই এনে আকোৰ, গোজালিকৈ নলগা হ'লেও, এই ৰণ লাগিবলৈ নেপায়। এতিয়া তুই য'হঁত মহন্তিয়ৰিত, মাজতে আমাৰ বিৰিণা-জোপাৰ মৰণ মিলিছে। ভাল আতৈ। আমি আহিলোঁ।

( দুই প্ৰজাৰ প্ৰস্থান )

[ গীত ]

বু. ভ.—কিয় কটা-কটি, কিয় মৰ-মৰি
খিয়লা-খিয়লি কৰে,
ধৰমৰ নামেৰে অধৰম আচাৰি
কিয় লোক নৰকত পৰে।
যত আছে মানে জান জুৰি নৈ
বৈ গৈ সাগৰত পৰে,
গছো একে জুপি সিপাও একে ডালি
সিয়াৰে তিনি লোক জোৰে।
দেহৰে ভিতৰে হৰি মোৰ আতমা
হৰিয়ে মোৰ লগ নেৰে,
নেজানি দুবুদ্ধি অবুজন পৰাণে
বাহিৰত বিচাৰি ফুৰে।

( পট উঠে )

## ৩য় দৃশ্য

[ ৰংপুৰ—কুৰংগৰ চ'ৰা ]

( কীৰ্ত্তি, কুৰংগ )

কীৰ্ত্তি—মই বিবুদ্ধি হৈছোঁ, আইচু দেউতা; ৰণৰ গতি দিনক দিনে বেয়ালৈ বাগৰিছে। আমাৰ মানুহবো মন-বুদ্ধি বিষম দেখিছোঁ, সেয়ে হয় মৰাণক ধৰিছেগৈ, নহয় পলাই সাৰিছে। খিখিনিয়ে যুজিছগৈ, তাৰো দুই-একহে সাৰি আহিছে।

কুৰং—পানীফুকন পলাটো বৰ দুৰ্ভাগ্যৰ কথা হ'ল, আজৰীয়া; তেওঁৰ ওপৰত আমাৰ বৰ আশা আছিল।

কীৰ্তি—হয়, পানীফুকন পৰাৰ সম্বাদ পাই সকলোৱে ভয় হৈছে। আনকি, ডা-ডাঙৰীয়াসকলেও, বয়-বস্তু আঁতৰাই থৈ, ক'লৈ যাওঁ কি কৰোঁ লগাইছে।

কুৰ—পাচে তেন্তে, এতিয়া উপায় হ'ব কি?

কীৰ্তি—উপায় হওঁতে এটা পাতিছোঁ। তাৰ বাবেইহে আপোনাৰ ওচৰলৈ আহিছোঁ। সাৰশেষত বৰপাত্ৰ ডাঙৰীয়া ৰণলৈ গৈছে। তেখেতৰ পৰা নো কি সম্বাদ আহে, এতিয়া মাত্ৰ তালৈ-কেহে বাট চাইছোঁ। যদিহে সম্বাদ বেয়া হয়, তেন্তে নাও-মানুহ সাজু ৰাখিছোঁ, সকলোটি ততাতৈয়াকৈ গুৱাহাটীলৈ ভটীয়াই যোৱা হ'ব। ৰজাৰ হুকুম মতে, তাকে আপোনাক জনাই যাবলৈ আহিলোঁ। লাগ- বুলিলেই বেগতে ওলাই যাব পৰাকৈ, আপুনি সন্তম হৈ থাকিব।

কুৰ—ই সকল ডাঙৰীয়া বিষয়াবো এনে মত হৈছেনে?

কীৰ্তি—হয় সৰহ ভাগৰ এয়ে মত। অনেক ফুকন-বৰুৱা আৰু বুঢ়াগোহাঁই-বৰগোহাঁয়ো ৰজাৰ লগত ওলাইছে। ৰণলৈ যোৱাৰ কাৰণে, বৰপাত্ৰহে এৰা পৰিছে।

কুৰ—ববৰুৱা, আজি কি দোৰ্ঘোৰ অধঃপতন। যাৰ পূৰ্বপুৰুষে এই দেশতে বিশাল সাম্ৰাজ্য পাতি, অতশত বছৰ বিপুল বিক্ৰমেৰে শাসন কৰিলে, সেই আহোম সন্তানে, আজি এমুঠি মোৱা-মৰীয়াৰ খৰা দাৰ ভয়ত, দেশ এৰি পলাবলৈ ওলাল। আপোনালোকৰ মুৰত লক্ষ লক্ষ প্ৰাণীৰ ধন জন জীৱনৰ বাবে একো দায়িত্ব নাই বুলি জানিছেনে, ডাঙৰীয়া?

কীৰ্তি—আমি ভালকৈ বুলিহে এই উপায় কৰিছোঁ, আইচু। "সৰ্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ।" সম্প্ৰতি উজনি ছোৱা এৰি, অকল নামনি ছোৱাকে ৰাখি লওঁ; পাচত, তাৰে পৰা সৈন্য-সামন্ত আনি, ই ছোৱাও উদ্ধাৰ কৰা হ'ব।

কুৰ—এই বিপত্তি আপোনালোকে এতিয়াও নিবাৰণ কৰক। বিদ্ৰোহীইঁতৰ বেজাৰৰ যথাৰ্থতে থল আছে। ধৰ্মত অত্যাচাৰ কৰিলে, অহকত বেজাৰ দিলে, উৎপীড়নৰ অতিচাৰ হ'লে, শেহান্তৰত প্ৰজাই বিদ্ৰোহ কৰে। দীৰ্ঘ কাললৈ অত্যাচাৰে তাপিলে, প্ৰজা এদিন ভমকাই জ্বলি উঠে। এতিয়াও সন্ধি কৰিবৰ পুৰুষাৰ্থ কৰকগৈ। মহন্তলৈ কটকী পঠাওক, অত্যাচাৰৰ হৈ দুখ জনাওক; হাজাৰ হওক, সাধুৰ সন্তান মহন্তই বাটৰ কথাত মান্তি নহৈ নোৱাৰে।

কীৰ্তি—মোৱামৰীযাক কাবৌ কৰি সন্ধি কৰা। আইচু দেউতা, কীৰ্তিচন্দ্ৰৰ হাতত ৰাজক্ষমতা থাকে মানে, তেনে কাম হ'ব নোৱাৰে। বিদ্ৰোহীক লাই দি, প্ৰজাৰ অধীন হৈ ৰাজ্য কৰাতকৈ মৰি যোৱাও শত গুণে ভাল।

কুৰ—তেনেহ'লে ৰজাক কওকগৈ, মই ইয়াৰ পৰা নেযাওঁ। এই ৰংপুৰেই মোৰ স্বামীৰ লীলাভূমি, মোৰ মহাতীৰ্থ। মৰিব লাগিলেও, মই মোৰ তীৰ্থত মৰিম।

কীৰ্তি—ভাল বাৰু, মই ৰজাক তাকে জনামগৈ। আপুনি কিন্তু আকৌ ভালকৈ ভাবি চাব।

( মুৰ দোঁৱাই প্ৰস্থান )

কুৰ—আজি জন্মস্থান মণিপুৰলৈ মনত পৰিছে। পৰ্বতে মেৰোৱা মোৰ সেই ধুনীয়া দেশখনি তাহানি মানইঁতে কাঢ়ি লৈছিল। পিশাচইঁতে প্ৰজাৰ যেনে জীয়াতু কৰিলে, ভাবিলে এতিয়াও নোম শিয়ৰি উঠে। মৰাণেও ইয়াত তেনে কৰে বুলিহে শংকা লাগে। তাৰ পাচত, আহোম ৰজাই মানক খেদোৱাই মণিপুৰ

উদ্ধাৰ কৰি দিলে। সেই আপাহতে, মণিপুৰৰ ৰাজকন্যা কুৰংগনয়নী চলা জনা সৰ্গদেৱৰ ৰাণী হ'লোঁহি। মোৰ কপালেৰে, সেই সুখে সৰহ দিন নুগুজিলে। তেখেত স্বৰ্গৰ প্ৰাণী স্বৰ্গ লৈ গুচি গ'ল, মই এই গাভৰুতে বাৰী হ'লোঁ। স্বামী গুৰুৰ সজ গতি কৰিবাঁ, প্ৰভু। তেওঁৰ গুৰিলৈ নিনিয়া মানে, তেওঁৰ চৰণ চিন্তোৱাই, ভালে-সজে যেন মোৰ দিন নিয়াবাঁ।

(প্ৰস্থান)

(পট উঠে)

## ৪ৰ্থ দৃশ্য

[ ৰংপুৰ—কলিতা ফুকনৰ ফুলনি ]

( ৰূপেশ্বৰী, মাধুৰী )

ৰূপে—মই কিয় আহিছিলোঁ কোৱাই নাই। কথা অতি গুপত; ঘৰত ক'লে লা-লগুৱাই শুনে বুলি, তোমাক আঁতৰাই আনিছোঁ।

মাধু—জানো, কি কথা ক'ব খুজিছে।

ৰূপে—ফুকননো কি কথাত ক'লৈ গৈছে, ক'ব পাৰাঁনে?

মাধু—ৰণ লাগিবৰে পৰা নিতৌ গধূলি কিবা ৰাজঘৰীয়া লেঠাত কাৰেঙলৈ যায়, বহুত ৰাতিহে আহে।

ৰূপে—মইহে জানিছোঁ ক'লৈ যায়। মোৰ তাত চাগৈ বহি আছেগৈ; সদায় ৰাতি দুপৰলৈকে তাতহে থাকেগৈ।

মাধু—কিয় বা?

ৰূপে—তাকেহে তোমাক ক'বলৈ আহিছোঁ। নোৱা-ৰাতহে আহিলোঁ আই, তুমি আকৌ মোক বেয়া নেপাবাঁ।

মাধু—ঔ আই! আপুনি কওক; মই আকৌ বেয়া পাম কিয়?

ৰূপে—তাহানি আগছোৱাত, তোমাৰ গিৰিয়েৰাই ময়ে একে লগে ওমলা, অনেক ৰং-ধেমালি কৰা মানুহ। পাচে, তুমিয়েই চোৱাচোন; গ'ল কথা গুচিল; সেই আলমতে তেওঁ এতিয়াও সদায় মোৰে সৈতে হাত-বাত কৰিবলৈ বিচাৰিব পায় জানো? তেওঁ দিনৌ দুপৰ ৰাতিলৈ মোৰ তাত সোমাই থাকেগৈ। ময়ো মুখ খুলি নাহিবা বুলিব নোৱাৰোঁ। এই কথা, কিবা স্বৰূপে, ৰজাৰ কাণত পৰিলেগৈ, মোৰ কি গতি হ'ব ভাবি চোৱাচোন, আৰু দেখা-শুনায়ো নো চাগৈ বুলিছে কি?

( মাধুৰীয়ে তললৈ মুৰ কৰে )

ৰূপে—তুমি চাগৈ আকৌ শুনি বেয়াহে পাইছা।

মাধু—( তল মূৰকৈয়ে ) কিনো দেখে ভাল পাব লগীয়া কথাটো শুনিছোঁ?

ৰূপে—মোক বেয়া নেপাবাঁ আই, মই ভাললৈ বুলিহে কৈছোঁ। তিৰোতাৰ বুলিলে, আটাইৰে একে কথা; তাতে, তুমি মোৰ আগৰে চিনাকি। তোমালৈ জানো মোৰ মনে নুপুৰিছে বুলিছা? পাচে এতিয়া, কৰিবাঁ কি? তোমাৰে যদি ছাগলী ভাল হ'ব, লোকৰ এৰা-পাত কিয় খাব। সাতে-পাঁচে, ভিতৰ বিশ্বাসতে, কথাটো তোমাৰ কাণ চুৱাই থ'লোঁ; যি পাৰাঁ কৰিবাঁ। মই এতিয়া আহিলোঁ; গিৰিয়েৰাক চম্ভালি ৰাখিবাঁ আই; এতিয়াই কাণসাৰ নকৰিলে, পাচলৈ আৰু টান হ'ব।

(প্ৰস্থান)

মাধু—( মৌন হৈ থাকি ) ইয়াতোকৈ নো আৰু টান হ'বলৈ কি আছে!

ৰূপে—( উভতি আহি ) মই কৈছোঁ বুলি আকৌ তেওঁক নক'বা। তেওঁ ৰজাৰ ঘৰ খাটনিয়াৰ মানুহ; অনেক হাতে, ৰজাৰ হতুৱাই মোৰ

অপকাৰ কথাৰ পাৰে। তুমি তেওঁক একো সুসুধিবাঁও, মুঠেই ভিতৰি চকু বাখিবাঁ। আহিলোঁ মোৰ আই। (প্ৰস্থান)

মাধু—সকলো বুজিলোঁ। এদিন গান-বাজনালৈ যোৱা কথা নিজ মুখেই কৈছিল। প্ৰভু, ইয়াকেহে কৰিলা, ইয়ালৈকে মোক জীয়াই থৈছা। মোৰ কপালত এয়েহে আছিল।

(চকুলো টুকি প্ৰস্থান)

(পট উঠে)

## ৫ম দৃশ্য

[চাই আলিৰ ওচৰৰ মুকলি]

(তৰোৱাল লৈ, তেজ লগা গাৰে বৰপাত্ৰৰ প্ৰৱেশ)

বৰপা—ৰাণী, লুকি, টেঁপাকুচীয়া লগৰীয়াবোৰ পলাই সাৰিল। সৈন্যও মোৰ আদ্‌খিনীয়া হ'ল। তথাপি নেৰিছোঁ; সৈন্যবোৰহে জুম জুম হৈ পৰিল।

(তৰোৱাল লৈ, ৰাধা, ৰুক্মিণী, মোহনৰ প্ৰৱেশ)

মোহন—মনে মনে কি গুণিছে, বৰপাত্ৰ ডাঙৰীয়া? আপোনাৰ ফৌজ ফুহৰিতে অন্ত হ'ল; এতিয়া আৰু কিহেৰে যুজিব?

ব. পা.—আপুনি অতি গৰ্হিত কাম কৰিছে, গোসাঁই-দেৱ; এতিয়াও বিদ্ৰোহীৰ লগ এৰি পেলাওক।

মোহন—মৰণে জীৱনে সংগী বুলি, যি মোক সাৰথি লৈছে, তাৰ লগ মই কিয় এৰিম, ডাঙৰীয়া?

ব. পা.—গোসাঁইদেৱ, আপুনি সিংহৰ পোৱালি হৈ, শিয়ালৰ জাকত কিয় চৰিছে? হয় বাৰু আপুনি ৰজা হ'বলৈ নেপালে। সেই বুলিয়েই, ভাতৃৰ, জাতিৰ, জাতিৰ, দেশৰ দ্ৰোহ আচৰিছে কিয়?

মোহন—সেইবোৰ কথাৰ ইয়াত সকাম নাই। সাজু হওক ডাঙৰীয়া, অস্ত্ৰ তোলক।

(তৰোৱাল দাঙে)

ব. পা.—মই কনচেং গোসাঁইৰ সন্ততি হৈ, তুংখুঙীয়ালৈ অস্ত্ৰ তুলিম! অস্ত্ৰ মই সামৰিলোঁ; গোসাঁই-দেৱ! (তৰোৱাল ফাকত সুমায়)

ৰুক্মি—তেনে আমাৰে ৰণ কৰাঁ। (দুইজনী আগ বাঢ়ে)

ব. পা.—গুচ মৰাণনী, আঁতৰ হ।

(ৰাধা-ৰুক্মিণীয়ে সাহ নেপাই হটি হায়। তেনেতে তৰোৱাল লৈ ৰাম আৰু এলাগীৰ প্ৰৱেশ)

ৰাঘ—হাঃ হাঃ, বৰপাত্ৰ, এইবাৰ পালোঁহে তেও; এতিয়া ক'লৈ সাৰিবাঁ?

(দুইবো যুজ; এলাগীয়েও ৰাঘৰ ফালে যুজে। সিফালে তিনিটা ৰাজসৈন্য আহি, মোহন আৰু ৰাধা-ৰুক্মিণীৰে যুজি, তিনিওকো হটাই লৈ, সোমাই যায়; বৰপাত্ৰই ৰাঘই যুজি থাকে। এনেতে বায়নে এজাক টোকোন ধৰা সৈন্যেৰে আহি বেৰি ধৰে, আৰু নিজে প্ৰাচৰপৰা বৰপাত্ৰৰ মূৰত টাঙোন মাৰে, তেওঁ পৰি যায়)

সৈন্যইত—জয় ৰাঘ বৰবৰুৱাৰ—জয়।

বায়ন—বুলিব লাগে 'বায়ন ডেকাৰ জয়', তইঁতে বুলিছ 'বৰবৰুৱাৰ জয়'। বৰবৰুৱাই অত পৰেও নোৱাৰিলে, মইহে একে টাঙোনতে বখালোঁ, তইঁতে দেখা নাই?

ৰাঘ—হয় ডেকা গোসাঁই, আপোনাৰ টাঙোনতেহে মৰিছে। এতিয়া গুচি আহক, সিমুৰলৈ যাওঁহক।

(বায়ন, ৰাঘ আৰু সৈন্যইতৰ প্ৰস্থান)

(পট পৰে)

## ৬ষ্ঠ দৃশ্য

[ ৰংপুৰ—আওহতীয়া আলি ]

( ৰূপেশ্বৰীৰ প্ৰবেশ )

ৰূপে—বেচ হৈছে, মোৰ বুকুত যেনেকৈ জুই দিলে, তাৰো সেইদৰেই সৰ্বনাশ কৰিলোঁ ; সোণৰ সংসাৰ ছাৰখাৰ কৰি পুৰিলোঁ। মাধুৰীৰ মনত বিহ ঢলাৰ হাতে হাতে গুণ ধৰিলে। মইমৎ কলিতা পোৰালি, কেনে পাইছ! যাৰ বাবে মোক ভৰিৰে ঠেলিলি, সেই মাধুৰীয়েই আজি লম্পট ভাবি, অসঞ্জাতী বুলি ঘিণত তোক লঠিয়াই খেদিছে। তাৰ গাত জুই জলিল! হাঃ হাঃ হাঃ! সেই জুয়েই তাক ডেই-পুৰি ছাই কৰি মাৰক। ( প্ৰস্থান )

( বুঢ়া ভকতৰ প্ৰবেশ )

বু. ভ.—য'লৈকে যোৱা, ত'তে পাবা মুঠেই খিয়লা-খিয়লি ; টঙনা-টঙনি, মৰা-মৰি, কটা-কটি। আৰু মাৰি সি খোৱা, মিছা, প্ৰবঞ্চনা, ঠগ কৰা, চুৰ কৰা। তেনে হ'লেনো মানুহৰে ইতৰ জন্তুৰে অমিলটো হ'ল ক'ত? তেও আকৌ মানুহে ভাবে বোলে আমিহে সবাতকৈ ভাল প্ৰাণী! হৰি, ইও এক হাঁহিৰ কথা।

[ গীত ]

মানুহে মানুহে কিয়নো মিছাতে
কটা-কটি কৰি মৰে,
সকলো দেহাতে একেটি আতমা
সততে বিৰাজ কৰে।
ভিন পৰ একো নাই সকলো একে ভাই
ই কথা সুবুদ্ধি নবে,
দন্-হাই কাজিয়া কামোৰা-কামুৰি
কটা-কটি কৰি মৰে।
সকলো পৰাণী ভাই ভাই কৰি
হৰিয়ে চৰজন কৰে,
ইয়াকে জানিলে মৰমৰ ধলেৰে
সংসাৰ উপচি পৰে।

---

# চতুৰ্থ অংক

## ১ম দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ ভিতৰ চ'ৰা ]

( চতুৰ্ভুজ, ৰাঘ, নাহৰ, ৰমানন্দ, সদা, ৰাধা আৰু ৰুক্মিণী )

চতু—তুমি নগৰ ল'লোঁ বুলি সম্বাদ পঠোৱাত, আমি হৰ্ষযুক্ত হৈ, তৰাতকৈ অহা হৈছে। পাচে, কেনেকৈ কি হ'ল, আমাক কৈ শুনোৱা।

ৰাঘ—মোক অমৰীশে ক'লেগৈ বোলে ৰজাই পলাবৰ দিহা কৰিছে। তাকে শুনি, ধৰোঁগৈ বুলি উধাতু খাই আহিলোঁ। পাচে, নেপালোঁহি ; বৰগোহাঁই, বুঢ়াগোহাঁই, কীৰিতি আৰু এদল বৰুৱা ফুকনেৰে জাক পাতি, ৰজাই গুৱাহাটীলৈ ভিটিং মেলিলে।

চতু—পাচে ধৰিবৰ দিহা হৈছেনে?

ৰাঘ—শুনি যাওক, মই কৈ আনিছোঁ। দুপৰ ৰাতি নগৰ উঠি দেখোঁহি, ৰা-ৰণুৱা কেনিও কোনো নাই, ডাঙৰীয়াইতৰ টোলবোৰ উদং ; কাৰেঙৰ জন-মনিচ শূইন। নগৰীয়াইতৰ আমাক দেখি কোৱা-মেলা লাগিল। তেতিয়া আমি হেলা-ৰঙে টোল সোমাই, কাৰেঙত বহি ললোঁহি।

সদা—এৰা, আমাৰ ৰাঘৰীৰ—অ' শ্ৰীবিষ্ণু, বোলোঁ আমাৰ ৰবৰুৱা ডাঙৰীয়ানে কোন!

বাঘ—তেতিয়াই সিহঁতক ধৰি আনিবলৈ চাৰিশ বণুৱা পঠিয়ালোঁ। আজি বাতৰি পাইছোঁ, সিহঁতে বোলে সোণাই নৈৰ মুখৰ বাহৰত লগ ধৰি, ৰজা বিষয়া জাককে গুভোতাই আনিছে। কীৰ্ত্তিতি কেনিবা পলাইছে ; তালৈকো যোৰা, যোৰে টেকেলা মেলিছোঁ।

চতু—হওক তেও বৰবৰুৱা, তুমি নথৈ কাম সাধিলা। তুমি আমাৰ মৰমৰ শিচ-পুত্ৰ, হৰিয়ে তোমাৰ ভাল কৰক।

সদা—এতিয়াই বৰবৰুৱা, ইয়াতকৈও বৰ কৰক।

বাঘ—এতিয়া আপোনালোকক মতাই আনিলোঁ, সকলোৰে "পোৰামাচ" কৰি কামবোৰৰ যি হয় দিহা-তুহলি লগাই ল'ব লাগে।

ৰমা—পোন "পৰ্থমতে" ৰজাকে আৰু ৰিষয়া জাককে কটাই ল'ব লাগে।

চতু—সেইটো কৰা নহয়। ৰজাৰ কিবা বিধিনি মিলালে, উজনিৰ পৰা ভাটীলৈকে সকলো প্ৰজা জ'কি উঠিব। তেওঁক সম্প্ৰতি পলাব নোৱাৰকৈ তদাৰক কৰি ৰাখিব লাগে।

ৰমা—ইবোৰক একা ?

চতু—ইবোৰক যি হয় এটা বিচাৰ কৰি দণ্ড বিহিলেহে ভাল হ'ব ; নহ'লে, মানুহে আমাক দোষিবলৈ থল থাকিব। সম্প্ৰতি আমি খুটীয়া-পোতাত আমাৰ সত্ৰতে থকাই হ'ব। বৰবৰুৱাই কাৰেঙত থাকি সৈন্য-সামন্ত লগাই, নগৰখন ভালকৈ গৰকি লওক। ওচৰতে থকা হ'ব যেতিয়া, দিহা-যুগুতিৰ বাবে, আমাকো পাই থাকিব। তাৰ পাচত, বিষয়াসকলক এদিন সত্ৰলৈ নি, তোমাবাসৰে বিচাৰ কৰি চাই, যি উচিত দেখা, তকৈ কৰিবাঁহক।

বাঘ—গোটেই জাককে মৰাই পেলাম। কীৰ্ত্তিতিক নচচা শূলত দিম।

চতু—সেইবোৰ বিচাৰৰ কথা ; বিচাৰত যেনে থিৰ হয়, তেনে হ'ব।

নাহৰ—হয়তো ; পূৰ্বেই কৈ ফুৰিলে কথাৰ আবুৰ ভাগে।

ৰমা—সিহঁতৰ টোলবোৰত জুই লগাই দিওঁ।

চতু—সিওটো নকৰিবাঁ। সেই টোলে টোলে আমাৰ নিজাবোৰ বিষয়া বহি যাব। নগৰৰপৰা দাঁতি-কাষৰলৈকে বৰ সৰু সকলোবোৰ বিষয়ত অকল আমাৰ মানুহহে ল'ব লাগিব। এজনক বৰফুকন পাতি, লগত বণুৱা দি, তুৰন্তে পঠোৱা হওক, তেওঁ গুৱাহাটী দখল কৰকগৈ।

সদা—হয় হয়, গুৱাহাটী দখল কৰকগৈ।

চতু—আজি সকলোৱে ভাবি-গুণি চাওঁহক ; কাইলৈ মীমাংসা কৰি, কাক কি বিষয় দিয়া হয় ; তাৰ থিৰ কৰা হ'ব।

কস্থি—গুৱাহাটীলৈ ময়ো যাম বাপ। মোকো পঠিয়াওক।

চতু—পাৰিবা যাব ; তোমালোক তিনিও গৰাকীয়ে ইয়াৰ ৰণত অনেক কাম সাধিলা ; তাতো জয়যুক্ত হৈ আহাঁগৈ।

সদা—হয়, জয়যুক্ত হৈ আহাঁগৈ।

কস্থি—ব'ল অ' বাইটি, তয়ো ওলা।

নাহৰ—নেলাগে, এই বৈচা অকল তয়ে যা। বায়েৰ থাওক ; মোৰ আলপৈচান ধৰিবলৈ লাগে।

বাঘ—এতিয়া সোনকালে ডেকাজনা "ইচৰ" পুৰুষক ৰাজপাটত তুলিব লাগে।

চতু—নহয় বৰুৱা, আমাৰ পৰিয়ালক ৰাজপদ নেলাগে। মহন্তক 'বিষয় বিষধৰে' খুণ্ডজে। আমি এইদৰে সন্তোষিত হৈ থকা হ'ব। কিন্তু বৰবৰুৱা তোমাকেনো ৰজা নেপাতা কিয় ?

বাঘ—মোক পাতিব নেলাগে। মই যি বৰবৰুৱা হৈছোঁ, বৰবৰুৱাই থাকিম। ৰজাই কি কৰে ?

ৰৰবৰুৱাই দেশ খায়। 'লখিসিং' তেও ৰজাটো বহিহে আছিল; দেশ খাইছিল কীৰিতি ৰৰবৰুৱাই।

( বায়নৰ প্ৰৱেশ )

নাহৰ—মোহনমালায়ো ৰজা হ'বলৈ বুলি মোকো পাতিছেহি নহয়।

ৰাঘ—হওঁতে ৰজা পাতিম বুলি পূৰ্বে কোৱাটোও হয়। বাহিৰতো কোনো ঠাইত তেওঁক, কোনো ঠাইত পুতেককে ৰজা পাতিম বুলি কৈ ফুৰা হৈছে। পাচে এতিয়া কৰা হয় কি?

চতু—তুমিয়ে দেও গোসাঁয়ে গোট খাই, কিবা এটা দিহা লগাবাঁ। আমি তাহানিয়েই নামৰূপতে দেও গোসাঁইৰ পুতেক ৰমানন্দক ৰজা পতা হ'ল। এতিয়া আৰু সেই বাক্যৰ লৰচৰ নহ'ব।

বায়ন—অ' এইহে কথা: কোৱাহক, খাটাংকৈ কোৱা, মোক ৰজা পাতিবানে নেপাতা। (থিয় হয়)

সদা—আপুনি বহক, বহক, খং নেখাব।

বায়ন—কিহৰ খং খাবলৈ আছে হেঁ? মই মেল দোৱানত ফুৰিছোঁ, ৰণলৈ গৈছোঁ, ৰৰপাত্ৰক একে টাঙোনেই মাৰিছোঁ। এতিয়া আকৌ মই ৰজা নহয় অইনহে হ'ব। মই নেথাকোঁ এনেখন মেলত। কি কৰিব পাৰোঁ—

( খঙেৰে প্ৰস্থান )

সদা—ৰ'ব ৰ'ব, আপুনি জুৰ হওক; বোলোঁ ৰ'ব, চেকুৰ মেলিছে কিয়?

( পাচে পাচে প্ৰস্থান )

( পট পৰে )

২য় দৃশ্য

[ ৰংপুৰ—ৰাজআলি ]

( ১ম আৰু ২য় প্ৰজাৰ প্ৰৱেশ )

১ম—এনেটোকে কৰিবলৈ হ'লে দেশত ৰজানো লাগিছে কেলেই, বিষয়ানো কিহলৈ? শুনিতে মোৱামৰীয়াক সঁচাই মিছাই জীয়াতু দি দি, তেওঁলোকেই ৰণখন লগাই ল'লে। এতিয়া এহাতৰ হল দুহাতে কাঢ়িব নোৱাৰা হ'লত এনে কাম কৰিব পায় জানো? অত প্ৰজাক এই মইমৎ মৰাণজাকৰ গৰাহত পেলাই থৈ, ৰজা বিষয়া জাকেই পলাই যাব পায়।

২য়—কিয় পাব হে? ঈশ্বৰে এনেটো কথা নসহে, ওজা। নেদেখিলোঁ, মোৱামৰীয়াই পাচতে গৈ ধৰি আনিলে নহয়। ৰজাক জয়সাগৰ দৌলত বন্দী কৰি ৰাখিছে। ৰৰবৰুৱাক জানিবা ধৰিব পৰা নাই। পাচে তেওঁনো ক'ত সাৰিব বুলিছাঁ?

১ম—পাচে এতিয়া প্ৰজাৰ গতি হয় কি? দেশ অৰাজক হ'ল। ৰাঘ মৰাণে, কাৰেঙত সোমাই লৈ, ইবোৰক দেশ-ভুঁই লুটিবলৈ মেলি দিছে। সিহঁতে, যেনিগৈছে কাকতী ফৰিঙৰ দৰে চাহি-মুহি দেশ উজাৰকৈ নিছে।

২য়—এ কি ক'বা ওজা! আকৌ কেতবোৰে বাটে-পথে যে জুম বান্ধি ডকা দি ফুৰিছে! বাটত ফুৰিবলৈকে ভয় হ'ল।

১ম—উত্তৰপাৰৰ কথা শুনিছা; তাত নটা পাই আহিছে। ইয়াতো সেই সকলোখিনিকে কৰিব।

ভিতৰত—হেৰ' বেগাই আহ; আৰু দুটা পাইছোঁ, আহ আহ।'

১ম—( সেইফাললৈ চাই ) অ', আমাৰ ফালে হ'লেই; বৌকেইটা যেদি আহিছে, চোৱা।

( হাতত টোকোনেৰে ৩য়, ৪ৰ্থ, ৫ম প্ৰজাৰ প্ৰৱেশ। তিনিও মাটিত টোকোন খুন্দিয়াই, "অষ্টভুজে ষষ্ঠভুজে" ইত্যাদি গাই বেৰি ধৰে )

২য়—হেৰ' বোপাইহঁত, আমাৰ হাতত ধনবিৎ একো নাই। মিছাতে আমাক লটিঘটি নকৰিবিহক।

৩য়—চাওঁ বাৰু—

( তিনিওটাই ১ম আৰু ২য়ৰ গা চায়। তেতিয়া প্ৰথম প্ৰজাই, সিহঁতৰ মুখলৈ ভালকৈ চাই থাকে )

১ম—অ' এইকেইটা দেখোন আমাৰে মানুহ! এইটো আমাৰ গাঁৱৰ ফেপেন্দা; সেইটো চৰাইমৰীয়াৰ আঘোণাৰ পুতেক বংশী; সিটো জকাইচুকৰ ঘিণ লগা কলিতাৰ পুতেক কাতীয়া। ইস্ ইস্, হেৰ' অধৰমীহঁত, তহঁতে এনে কাম কৰনেই? মোৱামৰীয়াই যে ফুৰিছেই, সিহঁতৰে ভাও ধৰি, তহঁতেও আকৌ অজলা বায়তক ডকা দি ফুৰিছে। সিহঁতেও নিজৰ গোট-গিয়াতি দেখিলে এৰি যায়, হেৰ'। তহঁতে সিমানো নবছা হ'লি। ছিঃ কটা পিশাচহঁত, তহঁতে ডিঙিত কলহ বান্ধি, পানীত পৰি মৰি যা।

৫ম—থোৱা থোৱা, অকল কিবা আমিয়েই কৰিছোঁনে কি? আৰু ক'তই আমাৰ দৰেই মোৱা-মৰীয়া ভাও ধৰি ধন ঘটি ফুৰিছে। সেইবোৰক ৰখোৱাগৈচোন। মোৱামৰীয়াকো তেও লুটিছেহে। আমি নিজৰ মানুহে তুমহা ঘটা দেখি, তোমাৰ গা টেঙাইছে, নহয় নে?

১ম—হেৰ' বন্দী অগিয়ানহঁত, সিহঁতে কৰিছে বুলি, তহঁতেও কৰিবিনে? সিহঁত হ'ল বিদ্ৰোহী, দেশৰ শত্ৰু।

৩য়—হেৰা আমৈ, কথাই কথাই গালি পাৰি নিনিবা একা। সঁচি মান কৰি মনে মনে থাকিবৰ দেখি, চল পাই নেযাবা। তুমিনো কিহৰ কিটো ওলাইছাহে? মানিলেই ধান, নেমানিলেই পতান। মুখ চম্ভালি কথা ক'বাঁ একা কৈ দিছোঁ।

৪ৰ্থ—বাৰু এৰি দিছোঁ; ভালে ভালে গুচি যোৱাহক। এই কথা গাঁৱত ক'লেগৈ হ'লে, শুদাই নেসাবা; সেইটো জানি থ'বাঁ।

৩য়—আমি চান্দিহে থাকিম; কাৰবাক কিবা কোৱা গম পালে, গালৈ তৎ ল'বাঁ। চিনাকি মানুহ গুণে, আগেয়েই কৈ লৈছোঁ।

( ৩য়, ৪ৰ্থ, ৫মৰ প্ৰস্থান )

২য়—আহাঁ আহাঁ দেও, কোনোমতে ঘৰ ওলাবলৈ পাৰিলেই তৰিলোঁ। মৰাণক নো বুলিবা কি? আমাৰ নিজৰ মানুহহে তাতোকৈ চৰিল।

১ম—অজাতিক মাৰি যোৱা বিদা ওলাল যেতিয়া, এই দেশ তল গ'ল বুলিবা; ইয়াত আৰু থাকিব নেপায়। ( দুইৰো প্ৰস্থান )

( গীত গাই বুঢ়া ভকতৰ প্ৰৱেশ )

[ গীত ]

ধন সোণ বিভূতি বিষয়ৰ কাৰণে
কিয় মন ডকাদি যা,
সংসাৰ হাটতে কেই দিন বেহাবি
কেইদিন খেলাবি গা।
ধন জন সকলো এৰি থৈ যাবিগৈ,
এবাৰ তই তলপি চা,
দুদিনৰ বেহাতে কিয় তই মিছাতে
পাপৰে বোজা লৈ যা।
কূৰ্চুট কপটৰ হিংসাৰ খিয়ালৰ
নিদিবি লাগিব বা,
সংসাৰ বিলতে পদুমৰ গতেৰে
নিতিয়াই ৰাখিবি গা।

( প্ৰস্থান )

( পট উঠে )

### ৩য় দৃশ্য

[ ৰংপুৰ—চতুৰ্ভুজৰ বহা নামঘৰ ]

(চতুৰ্ভুজে সদা আৰু কেইজনমান মৰাণে সৈতে প্ৰসংগত বহিছে। তেওঁৰ বাঁও হাতে কীৰ্তি বহি আছে)

চতু—আমি প্ৰসংগত ধৰিব খোজা হৈছে। লৰালৰিকৈ লগ পাওঁ বোলাত আপোনাক ইয়াতে সাক্ষাৎ কৰা হ'ল। পাচে ডাঙৰীয়া কি প্ৰয়োজনত বা আহিছিল।

কীৰ্তি—মেধি, আমাৰ সম্বাদ শুনা হৈছে নহয়?

চতু—অলপ হওঁতে শুনা হৈছে। আপোনাসৰ ৰজাই সৈতে হেনো কেনিবা যোৱা হৈছিল; বাটৰে পৰা বোলে উভতি অহা হৈছে।

কীৰ্তি—উভতি অহা নহয় মেধি, সোণাইমুখৰপৰা ধৰি আনিছেগৈ। অকল মইহে পলাই সাৰি আহিছোঁ।

চতু—পাছে কি সকামত বা অহা হ'ল?

কীৰ্তি—মোক ৰজাই পঠিয়াই দিলে; বোলে মেধিক জনোৱাগৈ, আগৰ বোৰ কথা পাহৰি পেলাওক; আমাৰ কাৰো একো হানি-বিঘিনি নঘটাব; আৰু বোলে পূৰ্বে যি হ'ল, হ'ল; এতিয়া আৰু তেওঁলোকে আগলৈ কোনো কথাতে আগুৰ নেপায়।

চতু—(কাঠ হাঁহি মাৰি) হেঃ হেঃ ডাঙৰীয়া, আপোনাসৰে হওঁতে আমাৰ নথৈ দুৰ্গতি কৰি থৈছে। তেও বুলি মহন্তজনৰ তেনে কথা মনত নেথাকে। পাচে এই কথা আমাৰ জনা বৰবৰুৱাক জনোৱা হৈছিল জানো?

কীৰ্তি—কাক, বাধৰ মৰাণক? মই তাক মাৰিবলৈ নেৰাওঁ; আৰু তাৰ পৰা লাভো নহয়; সি মোক ধৰিবলৈ হে চান্দি ফুৰিছে।

সদা—ইস্ তেখেতক সেইদৰে বোলাটো "অনিয়ায়", "বৰবৰুৱা ডাঙৰীয়া" বুলিব লাগে।

কীৰ্তি—তই কোন?

সদা—কি কথা বোলে। আমাক এখেতে চিনি নেপায়নে! আমিয়েই "চিৰিযুৎ" সদানন্দ বৰ-খাটনিয়াৰ দেউ, গৰাকীৰ অতি গাত লগা লোক।

চতু—তুমি মনে মনে থাকা। ডাঙৰীয়া, পূৰ্বতে আপোনাসৰে আমাৰ ওচৰ চপা হ'লে, কথা ইমানলৈ বাগৰিবলৈকে নেপায়। এতিয়াও আৰু একেৰি বহা যাওক। প্ৰসংগৰ অন্তত, আমি এই কথাৰ আলচ কৰি, যি হয় সমিধান দিয়া হ'ব।

কীৰ্তি—সেয়ে হ'লে বহিছোঁ বাৰু; কথাৰ যি হয় এটা ছিঙা-কটা কৰি যাওঁ।

সদা—এতিয়া আমাৰ প্ৰসংগত ধৰা যাওক।

(কেইজনমান সৈন্যেৰে চতুৰ্ভুজৰ সোঁহাতে বাধৰ প্ৰবেশ)

বাধ—হাঃ হাঃ এতিয়া আৰু ক'ত সাৰিবি? যাহক, ধৰি আন।

চতু—বৰবৰুৱা, আমাৰ ধৰ্ম মন্দিৰত হাই-উৰুমি কৰাটো অবিধি।

সদা—হয়, সেইটো বিধিৰ কথা নহয়।

বাধ—তেনেহ'লে, তাক মোৰ খাতলৈ উলিয়াই দিয়ক।

চতু—তেখেতক আমি আশ্ৰয় দিব খোজা হৈছে। শাস্ত্ৰই নিৰাশ্ৰয়ক আশ্ৰয় দিবলৈ বুলিছে।

বাধ—মই তেনে কথা নেজানো। তাৰ চমতাৰ কোৰ মই এতিয়াও পাহৰা নাই। আহ, ভালে ভালে ওলাই আহ।

(চতুৰ্ভুজৰ আগেদি গৈ, কীৰ্তিক টানি আনি, সৈন্যৰ হাতত দিয়ে)

চতু—(উঠি) হৰি হৰি! নামৰ আগেদি গৈ এনে

কাম কৰিব পায় নে ? মণিকূটত থাপনা আছে ইয়াত সমূহ আছে ; এই সকলোকে উপলংঘা !

( সকলো থিয় হয় )

সদা—জানো বালক ; থাপনা আছে, সমূহ আছে, গৰাকী আছে, আমিও থকা হৈছে ; অত-বোৰক এনেদৰে "অমাইন" কৰিব পায় নে ?

ৰাঘ—বান্ধ, লোৰা লগা। কীৰ্ত্তি, তোক কি কৰিম, জানিছনে ? গোটেই পৰিয়ালৰে সৈতে শূলত দিম ; তোক নচচা শূলত।

কীৰ্ত্তি—মৰাণ, কীৰ্ত্তিচন্দ্ৰই শূলৰ যাতনালৈ ভয় কৰা নাই। কিন্তু চাই থাকিবি, তইঁতবো অপঘাতত মৃত্যু হ'ব।

চতু—ডাঙৰীয়া দেখিছেই, আপুনি অহা কথা সিদ্ধি কৰিবৰ আমাৰ সাধ্য নহ'ল।

কীৰ্ত্তি—ৰজাৰ কথাত পূৰ্বতে মই থাকিবই নেপাওঁ। নীচ, কুটিল, অধৰমী বিদ্ৰোহীৰ দয়া ভিক্ষা কৰি, কীৰ্ত্তিচন্দ্ৰৰ ওখ শিৰ চাপৰাব নেপাই-ছিলোঁ।

( কীৰ্ত্তিক লৈ ৰাঘ আৰু সৈন্যইতৰ প্ৰস্থান )

চতু—হাতত ক্ষমতা পাই ৰাঘটো উদণ্ড হৈ পৰিছে ; আনকি, আমাৰ কথাত নমনা হৈছেহি।

সদা—হয় বাপ, ৰৰবৰুৱা অলপ মইমৎ যেন হৈছে ; প্ৰসংগতো বিঘিনি ঘটালেহি।

( পট পৰে )

## ৪ৰ্থ দৃশ্য

[ ৰংপুৰ—ৰাজআলি ]

( হাতত টোকোনেৰে ৩য়, ৪ৰ্থ, ৫ম প্ৰজাৰ প্ৰবেশ )

৩য়—এই মোৱামৰীয়া মহাজনটোৰে ধনকে হোৰা হোৰে ঘটিছে, বোপাই।

৪ৰ্থ—হয়নে হেৰ' কেনেকৈ ?

৩য়—হ'তে যেনেকৈ গোসাঁই মহন্তবোৰ পাইছে, ধৰাই নিছে। ধৰাই নি, ডঁৰ বিহিছোঁ বুলি, ডকা দি ধন চুচিছে। আউনীআটিৰ বহালে আঠ হাজাৰ, দক্ষিণপাটৰ আঠ হাজাৰ, গড়মূৰৰ কুৰুৱাবাহীৰে থীৰালে চাৰি হাজাৰকৈ। এই দৰে, দুশ-এশলৈকে খেদিছে ; জানিবা কোচো-নাৰেহে চপাইছে।

৪ৰ্থ—তই জানিলি কেনেকৈ ?

৩য়—কিয় ? সিদিনা ( ৫মলৈ দেখুৱাই ) সৌ সিয়ে ময়ে খুটীয়াপোতালৈ গৈ, চতুৰ্ভুজত শৰণ লৈ আহিছোঁ নহয়।

৪ৰ্থ—হেৰ' কোন দিনা ?

৩য়—সেই দিনা অ' ; সেই ডাঙৰীয়াবোৰক যে মাৰিলে, ক'ব নোৱাৰ ?

৪ৰ্থ—অ' সেই ৰৰবৰুৱাক শূলত দিবৰ দিনা ?

৩য়—নহয় অ' ; সেই যে ৰজাৰ লগত পলোৱা গোটেই জাককে খুটীয়াপোতাত মাৰিলেগৈ, সেই তাৰ এনেকা দিনাই।

৪ৰ্থ—কিয়, তইঁতে নিজগুৰুত শৰণ লৈছিলি নহয়।

৫ম—থৈ দে হেৰ', যেনেহে আঠা গাখীৰেৰে জলপান খুৱাই পঠিয়াইছে, তই পোৱা হ'লে দিনো শৰণ ল'লিগৈহেঁতেন। আমি গৈছিলোঁ খেৰ কাটিবলৈ ; ধৰাই নি সুধিলে বোলে, ক'ৰ সেৱক ? আমি বোলোঁ অমুকৰ ; বোলে মোত শৰণ ল। বোলোঁ শৰণ আমি লৈ থৈছোঁ। সি বোলে নহয়, আকৌ ঘূৰি মোত ল, নহ'লে শাস্তি ভুঞ্জিব লাগিব। আমি চালোঁ ; তাৰ উৰালত ততবোৰ গাখীৰ-গুৰ থাকোঁতে শাস্তি ভুঞ্জিম কিয় ? ভুঞ্জিব লাগিলে তাকে ভুঞ্জিম ; কৈ দিলোঁ বোলোঁ, ল'ম বাৰু শৰণ। তেতিয়া শৰণৰ অন্তত, বৰাচাউলে, সোন্দা কলে গাখীৰ-গুৰে হাতীখুজীয়া বাটিত যি দুটাহে বিৰাগোম

জলপান খাই আহিছোঁ বোপাই।—তই পালি-হেঁতেন তেহে।

৩য়—অকল কিবা আমিয়েই লৈছোঁনে? জাকে জাকে মানুহ ধৰাই নি শৰণ দিছেগৈ।

৪থ—তইঁতে বেয়া খোৰোচাডাল টেটুত ল'লি দেই। ইবাই বোলে কৰহে দে, সিবাই বোলে ভাৰহে দে, বিহুত দে, তিথিত দে, নামঘৰ সাজিবলৈ দে, পোৰ বিয়ালৈ'দে, জীৱ বিয়ালৈ দে, এই ভাগেই তইঁতক খুলিব একা।

৩য়—সেইটো বাৰু হৈছে। আগৰ পাট গোঁসাইকে দি ফালিছোঁ নহয়। সিবৈচা মতাই নি কৈছিল বোলে হেৰ' বছৰেকত সিকি এটা কৰ; তাকো তই এই পাঁচ বছৰে দিব নেপাৰনে? মই বোলোঁ, জগন্নাথ বন্দীৰ ঘৰ গোটেইখনেই "চিৰিচৰণৰ"। ইয়াত থকা যেনে, তাত থকাও তেনে। বন্দীৰ কৰ আটাইখিনি এখেৰ উঁৰালতে আছে বুলি ধৰি ল'ব।

( কেউটাই হাঁহে )

৪র্থ—হেৰ' আজি কিমান গোট খালে, লেখি চাচোন।

৫ম—নেলেখোঁ এতিয়া; লেখি থাকিলে কিবা ধন বাঢিব বুলিছনে?

৪র্থ—হেৰ' চাচোন বাৰু, আমাৰ নো দেখ কম চলটো লাগিছেনে? মৰাণৰ ভাও ধৰি, এইদৰেই ডকা দি ফুৰিবলৈ পালে, আমিনো বাৰু বন-বাৰী কৰি কিয় মৰোঁ, হোঁ? সদায় মৰাণৰ দিনেই যাওক বোপাই। এনেটো জুতি আৰু ক'ত পাবি? পাচে এটা কথা। ইয়াৰ মানুহৰ আৰু ধনবিৎ ঢুকাল। আমি দূৰৈ হৈ একে-বাৰেই কোনোবা সেই দেৰবগাঁৱৰ নামনিলৈ ভটিয়াই যাওঁগৈ ব'ল।

৫ম—হাও। দেৰবগাঁৱলৈকে চাৰিদিনৰ বাট। মাজত নৈ আছে, জান-জুৰি আছে, বাঘ-ভালুক আছে, বনৰীয়া হাতী আছে। তাৰো ভাটীলৈ কেনেকৈ যাব? নেলাগে হেৰ', আমাৰ এয়ে ভাল; 'দূৰৰ বৌ-বৰালি, ওচৰৰ পুঠি খলিহা'।

৩য়—( দূৰলৈ চাই ) সৌ দুটা মানুহ গৈছে, আহ ধৰোঁগৈ।

( জাত লগাই—'চতুৰ্ভুজ গোসাঁইএ, তোমালৈ যমে ডৰায়'—

৪র্থ/৫ম—( জাত লগাই ) 'ঐ মোৰ ৰাধা ৰুকুমী আই'।

( তিনিওৰো বেগাই প্ৰস্থান )

( পট উঠে )

### ৫ম দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ একোঠা ]

( আগত ফটিকাৰ পাত্ৰ আৰু কাঁহৰ বাটি লৈ ৰাঘই বহি ফটিকা খাইছে। দুৱৰত দুটা সৈন্যৰ মাজত সাধাৰণ সাজেৰে লক্ষ্মীসিংহ থিয় হৈ আছে )

ৰাঘ—সৰ্গদেৱ 'লক্ষ্মীসিং' মোক চিনি পাইছানে ৰজা? মোকে ৰাঘৰ বৰবৰুৱা বোলে। ময়ে তোমাৰ ৰাজপাট ভাঙিলোঁ, আহোমৰ মহ-তালিৰ অন্ত পেলালোঁ। পলাই সাৰিবও নোৱাৰিলা। ধৰাই আনি, জয়সাগৰ দৌলত বন্দীকৈ থৈছোঁহি। দেখিলানে এতিয়া মোৰ 'পৰ্তাপ'?

লক্ষ্মী—মই একো কৰোঁৱা নাই বৰবৰুৱা, কৰিবলৈকো কাকো কোৱা নাই।

ৰাঘ—তেন্তে তাৰ হৈ বিষয়াক দণ্ড নকৰিলা কিয়? মোক ভুৱা দিবলৈ আহিছা? তোমাৰ টিপনি নেপালে, তোমাৰ বিষয়াই তেনে কৰিব পাৰে! তোমাক কেনে শাস্তিৰে মাৰিম জানিছানে ৰজা?

লক্ষ্মী—মোক মিছাতে নমৰাব ডাঙৰীয়া, ৰাজ্য মোক নালাগে ; মুঠেই প্ৰাণ দান দিয়ক, আৰু একো শাস্তিত নকৰাব ; ভাৱন্তিৰে খাটিছোঁ।

ৰাঘ—এতিয়া 'আপুনি' বুলিছাঁ, 'ডাঙৰীয়া' বুলিছাঁ ; আগেয়ে হ'লে 'ৰাঘ মৰাণ' দূৰতে ছেই ছেই। তোমাক তিল তিলকৈ মাৰিব। যা, লৈ যা ; আগৰ দৰে সুমাই থ'গে।

(লক্ষ্মীক লৈ সৈন্যইঁতৰ প্ৰস্থান)

ৰাঘ—ডুৱাৰ কথাতে চিনিলোঁ। এইটো মানুহে এৰি দিলেও একো কৰিব নোৱাৰে। ৰণুৱা সেই জাক, ৰজা এনেটো মৰামুৱা। এইবোৰ মানুহেই আকৌ ৰাজ খায়!

(এলাগীৰ প্ৰবেশ)

ৰাঘ—তই আহিলি কিয়? মই নিজঃমত কিবা ৰাজকামত ধৰিছোঁহি, ইয়ালৈ তই কিয় আহিবি?

এলা—আমনি নেপাব দেও, বেগতাই গুচি যাম। আগতেই শুধি লওঁ, তুমি এনেদৰে এই ফটিকাবোৰ খাবলৈ কিয় লৈছা? তোমাক কিহে পাইছে?

ৰাঘ—তই তাকে সুধুজ? সদায় কৈয়েই আছোঁ নহয়, বোলোঁ মই কিবা এতিয়া সেই আগৰটো মানুহ নে? মই হ'লোঁ ৰাঘ বৰবৰুৱা— ডাঙৰীয়া, এই গোটেই দেশখনৰ উঠি ৰজা। মই ফটিকা নিপিম, পিব কোনে? —হজুৱা খৰিভাৰীয়েনেই? এইবোৰ ৰাজকামৰ কথাৰ তইঁতে কি মোৰ পাবি!

এলা—সেইটো বাৰু সেয়ে। এতিয়া যাইটো কথা সোধোঁ। নিয়ৰটুপি হেন গুচি সেই মণিপুৰীয়া বাঁৰী ৰাণীগৰাকীক আনি কিহঁলৈ ৰখাইছাঁহি? তোমাক কিবা গৰহে ধৰিছে নহয়নে?

ৰাঘ—ক'ৰ ৰাণী ৰখালোঁহি অ' মই?

এলা—ৰাগি দিলে কি হ'ব? তুমি মগলু কুঁৱৰীক টোলৰ ভিতৰত থোৱাহি নাই?

ৰাঘ—তোক তিৰি মানুহক ততবোৰ কথা কিয় লাগিছে। মই ৰখাইছোঁহি কিবা ৰাজকাজৰ কথাত ; তই তাৰ কি বুজিবি?

এলা—তেওঁৰ জাত মাৰিবলৈ ঘুৰি ফুৰিছাঁ কিয়? নিজে যে বৌ বৌ নবকলে ওলাইছাঁই, বাঁৰী এজনীকো মৰিয়াই মৰি গ'লেহে হয়?

ৰাঘ—তোক এইবোৰ ক'লেহি কোনে?

এলা—কোনে ক'ব লাগিছে? তেওঁ নিজে মোৰ হাতে ভৰিয়ে ধৰি লাগিছেহি, বোলে মোক "ৰয়খা" কৰাঁ।

ৰাঘ—কি বৰ দায় লাগিল অ'? পুৰুষ বুলিলে শতেক জনীক আনিব। তাতে মই হ'লোঁ বৰবৰুৱা মানুহ ; মন যায় লাখজনী আনিম ; তই তাত মাতিবৰ কোন? পাৰ সহি থাকিবি, নোৱাৰ গুচি যাবি। মুখেৰে মাতিবিহে, পিঠি ঘুগুলা কৰিম। (মনতে) এই গম পালে যেতিয়া, তাইক লাগিলে পলুৱাই পঠিয়াব। আজি ৰাতিৰ ভিতৰতে মণিপুৰীয়ানীক হাত কৰি ল'বই লাগিব। (শুনাকৈ) যা ইয়াৰপৰা, ভালে ভালে আঁতৰ হ। (প্ৰস্থান)

এলা—উস, কলাডিলটো ফাটিছিটি যায় ঐ! মোক গুচি যাবলৈ কৈছে। সেইদৰে ক'বলৈ সৎ যোৱা হ'ল ঐ—মোৰ এনে কপাল! মই এনে ক'ৰবাৰ কোনোবা হ'লোঁ।

(চকু ঢাকি প্ৰস্থান)

(ৰূপেশ্বৰীৰ হাতত ধৰি ৰাঘৰ প্ৰবেশ)

ৰাঘ—আহা এতিয়া, দুয়ো একেবা ৰং কৰোঁ। (লগত লৈ বহি) বাকঁ৷, ফটিকা বাকঁ৷, তুমিও খোৱাঁ, মোকো দিয়া।

(ৰূপেশ্বৰীয়ে বাকে, দুয়ো খায়)

বাঘ—এতিয়া কিবা গাহন এখন গোৱা।

ৰূপে—মই অহানো কেইদিন হৈছে? লাজ লাগে নহয়, আজিলৈ যাওক; আজি আপুনিয়েই গাওক, মই লাগে কাইলৈ গাম।

বাঘ—মই আকৌ নাম-গুনহে পাৰোঁ, তাকে বাৰু গাওঁ শুনা—

( বিহুনামৰ জাতেৰে )

বিহু অহা দেখি কপৌফুল ফুলিলে
কুলিয়ে মাতিলে মাত,
বৰহম থুৰিৰে থোৰে মলিয়ালে
জেতুকাই মেলিলে পাত।
পেপা বাঁহী টকা ছেৱেৰে বাজিব
মুকলিৰ গছৰ ছাঁত,
লাহে কি উলাহে বিহুৱা গাভৰু
বিহু পাতিবহি তাত।
বিহুত আহিম বুলি কৈ গুচি গ'লে
চেনায়ে মোৰ ধৰি হাত,
বিহু পাওঁ পাওঁ তেও নেপালেহি
চেনাইৰ মোৰ দূৰণি বাট।

ভিতৰত—বৰবৰুৱা আছেনে? কোন আহঁা ইয়াত, আমি বৰবৰুৱাক দেখা পোৱা হ'বনে?

বাঘ—এনেটো ৰং ভাঙিবলৈ, এই ৰতিৰ বেলা, ওলালহি কোনোবা এটা মৰিবলৈ ধৰা। কোন সেইটো? কিহৰ বেবনি মাৰিবলৈ আহিছ? কি লাগে তোক?

বাহিৰত—বোলোঁ এখেত আমাৰ বৰবৰুৱা আছেনে মনেৰে?

বাঘ—অ' হেৰা আমাৰ গুৰুজনেই। যোৱা, তুমি বেগতে আঁতৰ হোৱা। ( ৰূপেশ্বৰীৰ প্ৰস্থান ) এই পাটকনো আকৌ কিহে পালে! এতিয়াহে মৰিবহি পাবে। ( লৰালৰিকৈ ফটিকা খাই, পাত্ৰ আদি ঢুকলৈ আঁতৰাই থয় )

বাহিৰত—অ' শুনা হৈছেনে বোলোঁ? বৰবৰুৱাক লগ পোৱা হ'বনে?

বাঘ—( মুখ মচি লৈ আগবাঢ়ি ) হয়, 'সম্পত্তিৰেকে' এই ঠাইতে আমি থকা হৈছে। তোমবা সোমাই আহক বাপ, সোমাই আহক।

( চতুৰ্ভুজৰ প্ৰবেশ )

চতু—( সেৱা কৰি ) পাচে দেখোন ৰাতিখন একা? এনেয়েহে ওলাই আহি এইখিনি পোৱাহি হ'ল। তাতে বোলোঁ তোমাকো মাত লগাই যোৱা হওক।

বাঘ—সজ বাপ, সজ; এয়া আসনতে বহা যাওক।

চতু—( বহি মনতে ) ইস, মদৰ ভেকেটা ভেকেট গোন্ধত ইয়াত ৰ'বই নোৱাৰি। বাঘটো বৰ মদাহী হ'ল। তেও বুলি, সিয়েই হাতত নহ'লে মোৰ কাৰ্যও সিদ্ধি নহয়। হুলেৰে হুল কাঢ়িব-লগীয়া হৈছে, 'বিষস্য বিষমৌষধি'। (শুনাকৈ) পাচে দেখা সকলো ভাল নহয়?

বাঘ—হৈছে, সকলোফালে ভালেহে আৰু।

চতু—আমাৰ মোহনমালা গোসাঁইদেৱ গ'ল কি আছে?

বাঘ—ক'ত থাকিব! কালিয়েই গতি লগালোঁ নহয়। টোপনিতে মাৰি, মাটিৰ তলত পুতি থলোঁ।

চতু—ৰামকৃষ্ণ, ৰামকৃষ্ণ, তেনে কাম কিয় কৰিলা, বৰবৰুৱা?

বাঘ—কিয়? আপুনিয়েই নকৈছিল বোলে তোমা-লোকে দিহা লগাবা। সেই দেখি, মাজু গোসাঁয়ে, নক গোসাঁইৰে সিদিনা দেও গোসাঁয়ে বিহ খুৱাই দিহা লগালে। মই কালি মোহন-মালাৰ লগালোঁ।

চতু—ইস্ তেনে কথা নক'বা বৰবৰুৱা। গোসাঁইহঁত দুইজন একেদিনাই অহনীত পৰিছে ঢুকাইছে;

আমিও দিহা লগাই ভালে-সজে থবলৈ হে কোৱা হৈছিল। হানি-বিঘিনি কৰিবলৈ কোৱা নহৈছিল।

ৰাঘ—বাৰু ভাল হৈছে। ই ভাই-ককাই গোটগিয়াতিৰে "দোৰোহ" চিন্তা মানুহ; ৰজা নপতাৰ হিজাৰত আমাৰো তাকেহে কৰিলেহেঁতেন।

চতু—এতিয়া যি হ'ল হ'ল আৰু, এই কথা গোপনে ৰাখিবাঁ। জাতিক হিংসা কৰি, বিষম পৰিতাপত বিষাদ লগাত; মোহনমালা কেনিবা নিৰুদেশ হ'ল, এই বুলি ধৰু ফুটাই দিয়া। আমি এতিয়া উঠা হওক; আকৌ কৈ যাওঁ, এইবোৰ কথা ওলালে অথন্তৰ ঘটিব একা।

ৰাঘ—বাৰু মই বুলিয়াওঁ। মোহনমালা কেনিবা গুচি গ'ল, আৰু ভতিজাকহাল মাউৰত মৰিল বুলি ক'ম। এতিয়া আপুনি যাওকগৈ, মোৰ অনেক ৰাজকাম আছে। ( চতুৰ্ভুজৰ প্ৰস্থান )

এতিয়া মণিপুৰীয়ানীৰ গুৰিলৈ যাওঁ। আজিয়েই তাইক ঘোৰাই ল'ব লাগিব, নহ'লে মোৰ সেই ডাইনীজনী লাগিল যেতিয়া ক'ৰবাত হাত সকৰাই পঠিয়াই দিব। আৰু এটোপা ফটিকাৰে গাটোত বল বান্ধি লওঁ।

( বহি লৈ ফটিকা খায় )

( পট পৰে )

## ৬ষ্ঠ দৃশ্য

[ ৰংপুৰ—হাবিৰ মাজত চাউডাঙৰ দেওবৰ ]

( ছদ্মবেশেৰে কলিতা ফুকন, ৰাইলুং আৰু লৰি গোঁহাইৰ প্ৰৱেশ )

ৰাইলুং—আমাৰ মেলৰ ঠাইডোখৰ হ'লে চলৰ হৈছে। চাউডাঙে এৰি থৈ যোৱা এই ভগা দেওবৰত আমি দিনৌ ৰাতি মেল পাতোঁহি বুলি কোনেও নেভাবে। কোনোবাই ক'ৰবাত দেখিলেও, চাউডাঙে দেও পূজিছে বুলি গুচি যাব।

( তিনিও বহে )

ক. ফু.—পাচে এতিয়া বৰপাত্ৰ ডাঙৰীয়া ৰণতে পৰিলগৈ, ই দুগৰাকীক মৰাণে খুটীয়াপোতালৈ নি হত্যা কৰিলে; বৰবৰুৱাকো সবংশে শূলত দিলে; বৰুৱা ফুকনবো মুখিয়ালখিনিৰ অন্ত কৰিলে; ৰজাক বন্দীকৈয়ে থৈছে। এতেকে দেশ উদ্ধাৰৰ ভাৰ আপোনালোক তিনিজনৰ মূৰতহে পৰিছে।

লৰি—আমি তাক বুজিছোঁ ফুকন। ৰাজ্য উদ্ধাৰ হ'লেও আমি তিনিজনেইহে ডাঙৰীয়া হ'ব লাগিব। আমি যদি সেই ভাৰৰ যোগ্য হওঁ, আমি দেশ উদ্ধাৰ কৰিম; দেশৰ হৈ দেহেকেহে লাগিছোঁ।

( কুৰংগক টানি লৈ ছদ্মবেশী ঘনশ্যামৰ প্ৰৱেশ )

ঘন—তই ক'ৰ মানুহ, কি কথা, ক; নহ'লে এৰি নিদিওঁ।

ৰাই—কি? কি হ'ল? ক'ৰ মানুহ পালে?

ঘন—জানো এইজনী ক'ৰ মানুহ; দিখৌত পৰি মৰিবলৈ গৈছিল; থাপ মাৰি ধৰি ৰাখিছোঁ।

ৰাই—হেৰ' ক'ৰ মানুহ তই মুখেৰে নেমাত কিয়?

ক. ফু.—বাৰু ৰ'ব, মই চাকি এগছ আনো।

( প্ৰস্থান )

লৰি—কিবা বলিয়া কি বোবাই হ'ব পায়।

ঘন—বোবা নহয়; বিৰ্‌বিৰ্‌কৈ বলকি আছিল।

( হাতত মাটিৰ চাকিৰে কলিতা ফুকনৰ প্ৰৱেশ )

ঘন—( আচৰিত হৈ ) অ', এয়া দেখোন আমাৰ আইচু দেউতা! আপুনি কেনেকৈ ওলালহি? মৰাণে ধৰাই নিছিল নহয়? মৰিবলৈ ওলাই-

ছিল কিয় ? নেৰাতে দেখোন, আমাক চিনি পোৱা যাইনে কি ?

বাই—যেনেহে আমাৰ বেশ হৈছে, চিনাকি নিদিলে চিনে কেনেকৈ ? আইচু-দেউতা, পোহৰত চাই লওক। তেওঁ বুঢ়াগোহাঁইৰ ফৈদৰ ঘনশ্যাম গোহাঁই ; এওঁ বৰপাত্ৰৰ ঘৰৰ লৰি গোহাঁই ; তেওঁ কলিতা ফুকন ; মই বৰগোহাঁইৰ বাইলুং ডেকা। আমি আপোনাৰ নিজা মানুহ।

কুৰ—চিনিলোঁ ; গোহাঁইহঁত ; আঁতৰ হোৱা, মোক নুছুবাঁ। মোৰ বা লাগিলেও চুৱা হ'বাঁ। এনে চুৱা দেহা নেলাগে, মই পানীত পৰি মৰোঁগৈ।

লৰি—কি হ'ল দেউতা, আপুনি কিয় এনে কৰিছে ?

কুৰ—মোৰ সকলো হ'ল, লৰি গোহাঁই ; মোৰ সৰ্বস্ব লুটিলে ; মই মৰোঁগৈ, তোমালোকে মোক নৰখাবাঁ।

বাই—আমি একো সম্বাদ নেজানো আইচু ; আপোনাক ধৰি নিছিল, মুঠেই সিমানকেহে ক'ব পাৰোঁ।

কুৰ—বাইলুং গোহাঁই, তাকো বাক নিজ মুখেই কৈ যাওঁ—মণিপুৰ ৰজাৰ জীয়ৰী, আমাৰ ৰাজেশ্বৰ ৰজাৰ ৰাণী কুৰংগনয়নীৰ মৰাণে জাত মাৰিলে ; মদাহী ৰাঘ মৰাণে, দৈত্যৰূপেৰে টোপনিত ধৰি শান্তি ধৰ্ম নষ্ট কৰি, ইহ পৰকাল তল নিয়ালে। শুনিলানে এতিয়া ? কেনে শুনিলাহক ?

ক. ফু.—ইমানতে চাকিটো নুমাই দিওঁ।

ঘন—হয় ফুকন ; এন্ধাৰ কৰাঁ।

( কলিতা ফুকনে চাকি নুমায় )

বাই—আপুনি এতিয়া আহিল কেনেকৈ ? এৰি দিলেনে কি ?

কুৰ—নাই দিয়া এৰি ; নিগাজীকৈ ৰাখিবৰ মনেৰে, ভালৰি লগাবলৈ, ৰখীয়া পৰীয়া পাতলাই দিছে। আজি সুৰুঙা পায়েই, নৈত পৰি মৰিবলৈ আহিছোঁ।

ঘন—( আগৰেপৰা ভাবি থাকি ) দুৰ্বলপ্ৰাণীয়া মাতৃ, মৰণক মাতি আনিবৰ সকাম নাই ; সি হেনেও আপুনি আহিব। মোৰ কথা শুনিবনে আইচু ? আপুনি নমৰিব, এই অন্যায়ৰ প্ৰতিহিংসা কৰক, আপুনি নমৰিব।

কুৰ—প্ৰতিহিংসা ! তেনেই নতুন কথা শুনালাঁ, গোহাঁইদেৱ ; মই ভাগে মুঠেই মন কৰা নাছিলোঁ। কিন্তু অবলা তিৰোতাৰ কি শক্তি আছে ! মই কি কৰিব পাৰোঁ !

ঘন—অনেক কৰিব পাৰে আইচু দেউতা ; আপুনি আমাৰ সহায় হওক।

কুৰ—মই কি সহায় কৰিব লাগে, গোহাঁইদেৱ ?

ঘন—শুনক তেন্তে মই কওঁ। আমি, সৈন্য-সামন্ত যি লাগে, তাৰ দিহা-পোহা কৰিছোঁ ; আপুনি ভিতৰি আমাৰ সাৰথি হওক ; আপোনাৰ স্বামীৰাজ্য উদ্ধাৰ কৰক ; আপোনাক অত্যাচাৰ কৰাৰ হোৰ তোলক ; সৰ্গদেৱে স্বৰ্গৰপৰা দেখি প্ৰীতি পাওক।

বাই—মৰাৰ সলনি, আপুনি যদি আমাক সিহঁতৰ কোনোটো ভিতৰি সম্বাদকে যোগাবহি পাৰে, তেনেহ'লেও আমি ভালেখিনি চাৰণ পাওঁ। অকল বাধক ধৰাই দিব পাৰিলেও, আমাৰ আধাখিনি কাম সিদ্ধি হয়।

কুৰ—(কিছু পৰ ভাবি, মনতে) যত্ন কৰিলে পাৰিবও পাৰোঁ ; কিন্তু উপায় অতি জঘন্য।

( আকৌ ভাবে )

ঘন—ভাবক ; কথা কিছু গধুৰ ; ভালকৈ ভাবি-চিন্তি চাই সমিধান দিয়ক।

কুৰ—( মনতে ) প্ৰতিহিংসা—স্বামীৰাজ্য উদ্ধাৰ—উপায় জঘন্য। হওক, তাকে কৰিম। নাৰীৰ

নির্মলতা ফুলৰ পাহিত পৰা নিয়ৰৰ পানীৰ দৰে পৱিত্ৰ ; এবাৰ মাটিত পৰি অশুচি হ'ল যেতিয়া, সি আৰু তুনাই শুচি নহয়। এতেকে ৰাধৰ আগত বেশ্যালি কৰিয়েই কার্যসিদ্ধি কৰোঁ। ( শুনাকৈ ) তোমালোকে সঁচাকৈয়ে গা লাগি ধৰিবাঁনে ?

ঘন—আমি কথা বান্ধি লৈছোঁ, ৰাজ উদ্ধাৰ কৰিম, নহ'লে, তাৰ লগতে প্ৰাণ দিম। সকলোৱে একেলগে শপত খাই লৈছোঁ। এৰা-এৰিও নকৰোঁ, আৰু কোনেও কাৰো বিশ্বাসভংগও নকৰোঁ।

কুৰ—মই বাৰু তেন্তে নমৰিছোঁ ; যি পাৰোঁ যত্ন কৰি চাওঁ। ৰাধক ধৰাই তোমালোকৰ ঘাই কাম।

ঘন—সেয়ে হ'লেই সমানে আধাখিনি কাম চমু চাপে।

কুৰ—মই যেতিয়া যি সম্বাদ পাওঁ, তোমালোকক বাৰু কৈ যামহি। পাচে আকৌ ঘুৰি লগ পাম ক'ত ?

ঘন—লগ পাবলৈ এয়েহে চলৰ ঠাই। জয়াৰ ঠাই বুলি বাতি ইয়ালৈ কেও নাহে।

কুৰ—তেন্তে তোমালোকে এই পস্তাৰতে, দিনৌ মোলৈ ইয়াতে বাট চাবাঁহি। যিদিনা যি সম্বাদ পাওঁ, মই ইয়াতে কৈ যামহি।

বাই—আপোনাৰ জানো সদায় আজিৰ দৰেই চল ওলাব ?

কুৰ—মই নিজৰ বাট নিজে উলিয়াই ল'ম গোঁহাই-দেৱ। এতিয়া আৰু সকলো পাৰিম ; আগৰ মানুহ গুচিলেঁ। আজিলৈ যাওঁগে ; বেলি হ'লে ত'ত বিচাৰ লগাব পাৰে।

ক. ফু.—ব'লক, আমি হাবি ফেৰাবৃ বাজকৈ থৈ আহোঁগৈ।

( সকলোৱে প্ৰস্থান )

---

## পঞ্চম অংক

### ১ম দৃশ্য

[ ৰংপুৰ—হাবিৰ মাজত চাউডাঙৰ দেওৰৰ ]

( কুৰংগ, ছদ্মবেশেৰে ঘনশ্যাম, বাইলুং, লৰি আৰু কলিতা ফুকন )

বাই—বুঢ়াবোৰক মাৰি লৈ, আমালৈ যে কাঁড়িছেই, এতিয়া আকৌ ৰজাগৰাকীকো পিণ্ডত দিয়ে ! সেয়ে হ'বলৈ হ'লে, আমি যি কৰিছোঁ, সোপাই অসাৰ্থক হ'ব।

লৰি—সিহঁতে বিহুৰ পাচতহে ৰজাক মাৰোঁ বুলিছে ; আমি তাৰ আগতে, নগৰ দখলকাৰী ৰজাক মোকোলাই আনো। সৈন্য-সামন্ত সাজু আছে ; বিহুৰ উবা-জুৰাতে কামলৈকো চল লাগিব।

কুৰ—তাতকৈ এটা উজু বুধি ওলাইছে। সিহঁতে, দেশ ল'লোঁ বুলি নিৰ্ভয় মানি, ৰণুৱাবোৰক বিদায় দিলে। তাকৰীয়াকৈ যি ৰখীয়া-পৰীয়া ৰাখিছিল, বিহুৰ দিনালৈ সিও নেথাকে ; দুই-চাৰিত ৰাজে সকলোটি বিহু খাবলৈ যাব। তোমালোকে এই চলতে বিহুৰ দিনা ৰাতিয়েই, ৰণ নকৰাকৈয়ে, কেউটাকে ধৰিবগৈ পাৰিবাঁ।

ঘন—ৰণ নকৰাকৈ কেনেকৈ হ'ব ? কাৰেঙলৈ সোমাম কেনেকৈ ?

কুৰ—তোমালোক জনদিয়েকে, হুচৰি গোৱাৰ ছলেৰে, ৰণুৱা এজাক লৈ, কাৰেঙলৈ যাবাঁ, সোমাবৰ দিহা মই কৰি থ'ম। সোমাই লৈ, মোৰ ইংগিত মতে কাম কৰিবাঁ ; মই হাত দণ্ডা দেখিলেই ততালিকে ৰাধক বেৰিবাঁ। তেতিয়াই ৰমানন্দকো ধৰিব পাৰিবাঁ। ইফালে এজাকে মাহৰক ধৰিবগৈ, আৰু এজাকে ৰজাক মোকলাই আনিব। আপুনি, ৰিনা

বণেই, একেলগে কেউটা কাম হ'ব। তাকে পাৰা নোৱাৰা, চোৱাহক।

( কেইজনে অলপ ভাবে )

লৰি—আমি নোৱাৰিম কিয়? নগৰখন বেৰি লৈ, আইচু দেউতাই কোৱা মতে কৰিলেই কাম সিদ্ধি হ'ব।

বাই—ময়ো হ'লে ইয়াকেহে ভাল দেখিছোঁ। আইচু দেউতাই উজু বুধি দিছে; চমু বাটো এয়েহে।

ঘন—হয়; এনেটো চল বেগত আকৌ পোৱাও নহ'ব। আমাৰ মানুহবো জোৰা মৰি আছে; ময়ে ৰামকৃষ্ণায়ে যাম ৰাঘক ধৰিবলৈ; কলিতা ফুকন যাৱা ৰজাক—

কুৰ—সেইবোৰ দিহা-পোহা তোমালোকে কৰিবা, মই আহিলোঁ, কাইলৈ বুজ কৰিমহি। মনত ৰাখিবা, বিহু মঙল বাৰলৈ পৰিছে। সেই-দিনা ৰাতি ডেৰপৰৰ দবাত কোব পৰোঁতেই পাৰগৈ লাগিব।

( উঠে; লগতে আনবোৰো উঠে )

ঘন—আমাৰ কথাৰ সমূলি লৰচৰ নহয়। যদিহে কাৰ্যসিদ্ধি হয়, আপোনাৰ গুণতেহে; আমি আপোনাৰ ধাৰ শুজিব নোৱাৰোঁ।

কুৰ—মোৰো স্বাৰ্থ আছে গোহাঁইদেৱ,—প্ৰতিহিংসা, স্বামীৰাজ্য উদ্ধাৰ। মই আহিলোঁ।

ঘণ—ব'লক আমি যাওঁ। বিহু মঙল বাৰলৈ হৈছে যেতিয়া, আমিও কামে কামে লাগোঁগৈ।

( সকলোৰে প্ৰস্থান )

( পট উঠে )

২য় দৃশ্য

[ খুটীয়াপোতা—চতুৰ্ভুজৰ ঘৰ ]

( চতুৰ্ভুজ আৰু ৰায়ন )

চতু—মই বোলোঁ ৰাঘ বৰবৰুৱাই মাতি পঠাইছে; মই যাব নোৱাৰোঁ, তয়ে ৰংপুৰৰপৰা আহগৈ; তই কৈছ বোলে নহয়, মই শগুনমুৰিলৈহে যাওঁ। তই মানুহটো মিছাতে কিয় ঘূৰি ফুৰিছ? সঁচি দেশলৈ দিছোঁ; এতিয়া মুঠেই চলাই কৰাই খাব লাগে। তাকে নকৰি, শগুনমুৰিত ঘূৰি ধোঁৱা সিংটো গজাইছগৈ।

ৰায়ন—ময়ে উজনিৰ মৰাণেৰে গোট খাই পোনতে নামৰূপখন লৈ দিলোঁ; ইমানকৈ বণো কৰিলোঁ। পাচত, ৰজা হ'বৰ বেলিকা মই চুৰা হ'লোঁ, ৰামানন্দহে ভাল হ'ল। মই এনে কথা কিয় সহিম?

চতু—হেৰ' তোৰনো ৰাজপাটলৈ এনেটো ধাউতি কিয়? সেয়া দেখিছ নহয়, ৰজাৰ বিষয়খননো কি বৰ সুখৰ বুলিছ? আজিৰ বাজে কাইলৈ তয়েই সত্ৰৰ অধিকাৰ হ'বি; তয়েহে ৰজা পাতিবি ভাঙিবি; ৰজাই তোৰ ভৰিত পৰি সেৱা কৰিব। সেইটো ভাল নে নিজে ৰজা হোৱাটো ভাল?

ৰায়ন—এৰা, ৰমানন্দই ৰাজপাট খাওক, মই তাল খুন্দি দুটা চাউল চোবাই মৰোঁ। মই ইয়াৰ হোৰ তুলিহে এৰিম।

চতু—তই কি মিছা বিদাত লাগিলি? এইখন কি কৰিছ?

ৰায়ন—কি কৰিছোঁ ক'ব লাগেনে? গোবিন্দ গাঁও-বুঢ়াক সেনাপতি পাতি, শগুনমাৰিত কোঁঠ বান্ধি, মানুহে-দুনুহে বহি লৈছোঁ। ইয়াত গায়—'অষ্টভুজে ষড়ভুজে' আমি ভাত গাঁও—'প্ৰজা ঔ জৰো বোৱা, ৰাইজ ঔ জৰোবোৱা।'

তাকে পাই, চেকনি কোবাই আগভেটি ধৰোঁগৈ। সেই দেখি, আমাৰ জাকৰ নাম থৈছোঁ 'চেকনি কোবোৱা'। এতিয়া ৰায়তক লুটি ধন গোটাই লৈছোঁ; পাচত এদিন ৰমানন্দক ওফৰাই, 'বায়নসিংহ' নাম লৈ ৰাজপাটত বহিমহি। সি ৰজা হ'ব, মই চাই থাকিম। মই কাৰো কথা নেমানো।

(প্ৰস্থান)

চতু—হেৰ' ৰ'বি ৰ'বি: ৰাঘহঁতৰ লগ পাই, তই মানুহটো অকৰামুৰা আৰু আকোৰ্গোজালি হ'লি।

(পাচে পাচে প্ৰস্থান)

(পট উঠে)

### ৩য় দৃশ্য

[ ৰংপুৰ—কাৰেঙৰ বাৰাণ্ডা—আগত মুকলি চোতাল ]

(কুৰংগ আৰু আধা মতলীয়া ৰাঘ; আগত মদৰ পাত্ৰ আৰু বাটি)

ৰাঘ—মগলু ৰাণী, আজি হ'লে তোমাক বৰ ৰাংঢালী পাইছোঁ; বিহুৰ হৈ ৰং লাগিছে নহয়?

কুৰ—(বাটিত মদ বাকি দি) কিয় নহ'ব, বঙহৰদেও? এনেয়ে ৰঙালী বিহু, তাতে আপোনাৰে হাইচ লাইচ কৰিবলৈ পাইছোঁ। হোৰক ফটিকা খাওক।

ৰাঘ—(এঢোকা খাই) তুমিও খোৱাচোন এঢোকা; কিয়নো নোখোৱা? আগৰে ৰাণী; তাতে আকৌ এতিয়া বৰবৰুৱানী হৈছা। এই হেন বৰলোকে ফটিকা নিপিবা কিয়? (বাকী খিনি খায়)

কুৰ—মই নকৈছিলোঁ, মোক মুগুজে; খালেই মৰিব লাগিব। তেও যদি খাব লাগে কওক, মই খাই এতিয়াই মৰি যাওঁ। তাক মুখত দিবলৈকে বেজে মোক দঢ়াই দঢ়াই হাক দিছে।

ৰাঘ—অ' মই পাহৰিছে কৈছিলোঁ, নেলাগে খাব। তুমি মৰিব লাগিব ইয়াক খালে, মই মৰিব লাগিব নেখালে। মোক হ'লে ঘনাই ঘনাই একো ঢোকা দি থাকিবা।

কুৰ—বঙহৰদেও, এই ওচৰৰ গয়াইতে বিহুৰ হৈ আপোনাক সেৱা জনাবলৈ আহিছে। বছৰি গৰুবিহুৰ দিনা বৰবৰুৱাৰ আগত হুচৰি গাবৰ সিহঁতৰ বাব আছে।

ৰাঘ—হুচৰি গাব?—নাচিবনে?

কুৰ—নাচিবতো; আহিবলৈ কওঁ বঙহৰদেও, আমাৰো এফেৰা ৰং-ধেমালি হ'ব। (লৰালৰিকৈ মদ ঢালি হাতলৈ দি বাহিৰলৈ চাই) যা হেৰ' ডুৱৰী, আহিবলৈ দেগৈ।

ৰাঘ—(খাই খাই) ৰাণী, তুমি নাচন দিব জানানে? নাচিলে এনে ৰূপহ হ'ব।

কুৰ—নেজানো বঙহৰদেও।

ৰাঘ—মই বাৰু শিকাই ল'ম; নাচন-বাগন, 'ভেহেলা' মথাকে শিকোৱাই ল'ম।

(ঘনশ্যাম আৰু সৈন্যহঁতৰ হুচৰিৰ সাজেৰে প্ৰৱেশ)

ঘন—আমাৰ সৰ্গদেৱৰ—

ইবোৰে—জয় হওক।

ৰাঘ—'সৰ্গদেৱ' বুলিছে। কাক বুলিছে?

ঘন—হয়, ডাঙৰীয়া দেউতাকেহে বোলা হৈছে। ঘাই ৰজা এখেতেইহে।

ৰাঘ—হয় হয়, তইতে কথাটো বুজিছ। গা, কি গাবি গা-হঁক।

ঘন—ভাল দেউতা। (নাম লগাই দিয়ে, ইবোৰে গায়)

[ নাম ]

দেউতাৰ পদুলিত মলহা গজিলে
হাতী শুঁৰে মেলি খায় ঔ গোবিন্দাই ৰাম।
পদ—"পাচে ত্ৰিনয়ন, দিব্য উপবন" ইত্যাদি।

( কুৰংগই হাত দাঙে ; কোনেও উভতি নেচায় )

ৰাঘ—নাচন-ৰাগন নাইনে ?

ঘন—কিয় নহ'ব দেউতা ? নাচ হেৰ' ল'ৰাহঁক, নাচহক।

কুৰ—ডাঙৰীয়াৰ শয়নৰ পৰ হৈছে ; তুখন বা এখন নাচনতে সামৰণি পেলাবা।

ঘন—ধৰ ল'ৰাহঁত, যোজনা দে ( বহে )

( এজনে যোজনা দি নাচে )

( যোজনা )

(১) ধিনিকি ধিনিদাও ঢোলতে চাপৰে
মাৰিবি ঢুলীয়া ঐ,
বিহুৱা নাচনী নাচিব খুজিছে
ৰঙালী বিহুৰে হৈ।

(২) বিহুৱা চৰায়ে কৰে বিহু বিহু
তাৰ মান বিহুৱা নাই,
দেউতাৰ চ'ৰাতে আমি বিহু মাৰোঁ
আমাৰ মান কপালী নাই।

(৩) ভাল বন্দী হ'লোঁ ফান্দতে পৰিলোঁ
যমুনাৰ ঘাটলৈ গৈ,
অবুজন মনকে কোনোৱা টলকত
আহিলোঁ হেৰুৱাই থৈ।

(৪) দিখৌ নৈৰ পাৰৰে গোহোৰা শিমলু
উভালি পৰিব ধলত,
ছাঁ থাকে মানে নাচি ল বাগি ল
গাই যা শিমলু তলত।

( কুৰংগই হাত দাঙে, কোনেও উভতি নেচায় )

কুৰ—(মনত) মানুহবোৰে বঙত লাগি, থাই কামলৈ পাহৰিলে নেকি! ( শুনাকৈ ) ৰাতি হ'ল বাইজ, ইমানতে আৰু শেষ কৰাহক।

ঘন—হয়, সকলোৱে বুলিব লাগে, ডাঙৰীয়াৰ সমন্তি প্ৰভু প্ৰসন্ন হৈ, সৰ্ব্ব অভীষ্ট সিদ্ধি কৰি, ৰাজকাৰ্যত জয় যুগুতকৈ জয় জয় ময় ময় কৰক।

কুৰ—সেৱা কৰক ৰঙহৰদেও, ৰাইজে আশীৰ্বাদ দিছে, আপুনি সেৱা কৰক।

( ৰাঘই মাটিত আঁঠু কাঢ়ি সেৱা কৰে )

ঘন—উৎসৱ কৰে, হ—ৰি বোলাঁ—

ইবোৰে—বোলা হ—ৰি—

( লগে লগে কুৰংগই গুপ্ত অস্ত্ৰ উলিয়াই ৰাঘৰ পিঠিত সুমাইদি, আঁঠুৰে পিঠিত হেঁচা মাৰি ধৰে )

ৰাঘ—( মূৰ ঘূৰাই চাই ) তই !—মগলু—ৰা—নী—
( উঠিব খুজি বাগৰি পৰে )

ঘন—ইস্, ইস্, আইচু দেউতা আপুনি নিজে—

কুৰ—হয়, মই নিজে গোঁহাইদেউ, মই নিজেই। কোনো আগ নবঢ়াত, মই নিজ হাতে এই কাম কৰিলোঁ। উস্, কেনে পৰিতৃপ্তি! মই আহিলোঁ। ( যাব'খোজে )

ঘন—কলৈ যায় আইচু ? ৰ'ব একেলগে যামহক।

কুৰ—নহয়, মই যাওঁ ; মোৰ কামৰ অন্ত হ'ল, মই নেথাকোঁ। ( প্ৰস্থান )

ঘন—যা ৰামকৃষ্ণই অকলশৰে গৈছে, তয়ো পাচতে যা। ( এটা সৈন্যৰ প্ৰস্থান )

এতিয়া ঘাক ঘ'তে পাব বন্দী কৰি, টৌল গৰকি লহঁক।

( কেইজমান সৈন্য সোমাই যায় ; এনেতে ৰণৰ সাজেৰে লৰি গোঁহাইৰ প্ৰৱেশ )

লৰি—( ৰাঘৰ মৃত দেহলৈ চাই ) হৈছে আৰু, আমাৰ কাৰ্য সিদ্ধি হৈছে গোঁহাইদেৱ। ৰাজটৌল

লোৱা হ'লেই ; ৰমানন্দ খোন্দেদি সৰকি পলাই গৈছে; কিন্তু ধৰা পৰিব। নাহৰ খোৱা যাঠীৰ খোচ খাই হাবি সোমাইছে ; কহনে আঁপইতাই তাক ধৰিবলৈ গৈছে। ৰাধা মৰাণনী যুজত পৰিল।

ঘন—সৰ্গদেৱৰ কি হ'ল ?

লৰি—সৰ্গদেৱ মঙলে আছে ; কলিতা ফুকনে মুকলি কৰি সম্বাদ দিছে। আহক এতিয়া, সকলো-টিয়ে কাৰেঙলৈ আগবঢ়াই আনোঁগৈ।

ঘন—ব'লক, আগতে ৰজাক আনি ৰাজটোলত থাপি লওঁহি। তইঁত এভাগে এই টোলটো ৰাখি থাক ; ইবোৰ ওলাই যা, মৰাণ মোৱা-মৰীয়া পালেই, ধৰি আনিবি।

(লৰিয়ে সৈতে প্ৰস্থান)

(এফালে এভাগ আৰু ইফালে ইভাগ সৈন্যৰ প্ৰস্থান)

(পট পৰে)

## ৪ৰ্থ দৃশ্য

[ৰংপুৰ—কাৰেঙৰ পাচ চোতাল]

(ৰূপেশ্বৰীৰ প্ৰৱেশ)

ৰূপে—যি বুলি যি কৰিলোঁ, সকলোবোৰ মিছা হ'ল। সুখৰ আশাত নিজৰ পতিক এৰি ৰজাক ভজিলোঁ ; ৰজা ভাগিবৰ দেখি, ৰাঘত সোমালোঁ। এতিয়া ৰাঘ নাই যেতিয়া, লক্ষ্মী-সিংহই পাটত বহি মোক ধৰাই নি কঁচাী বৰশীত দিবগৈ। ইফালে ভাবিছিলোঁ, ৰাঘৰ হতুৱায়েই ধৰাই আনি, সেই কলিতা পোৱালিৰ প্ৰাণ লোৱাম। সিও কথা মিছা হ'ল। (অলপ ভাবি) কিয় মিছা হ'ব। মই তাক নিজে বধিম। বাটে-ঘাটে এঠাইত নহয় এঠাইত পাম ; নিজে মাৰিম ; হাঃ হাঃ— তাক মই নিজ হাতে মাৰিম। এতিয়া পলাই যাওঁ, টোলৰ এই পাচ দুৱাৰেই পলাই যাওঁ। (প্ৰস্থান)

(দুটা ৰাজসৈন্যৰ প্ৰৱেশ)

১ম—এইফালে ক'তো কোনো নাই ; আহ, আমি সোঁফালে থাকোঁগৈ।

২য়—মানুহ নাছিলেই ; যি আছিল, ধৰা পৰিল।

(দুইবো প্ৰস্থান)

(পট উঠে)

## ৫ম দৃশ্য

[ৰংপুৰ—কাৰেঙৰ ভিতৰ চ'ৰা]

(সাধাৰণ বেশেৰে লক্ষ্মীসিংহ, ঘন, বাইলুং, লৰি, কলিতা ফুকন আৰু বিষয়াসকল)

লক্ষ্মী—তোমালোক সকলোটিৰে পুৰুষাৰ্থৰ গুণতহে বিদ্ৰোহৰ অন্ত পৰিছে। গুৱাহাটীৰ পৰাও ধনেশ্বৰ কটকীয়ে সম্বাদ আনিছে, তাতো বোলে মৰাণক দমোৱা হ'ল ; আমাৰ বৰফুকনে ধৰাই আনি, ৰুক্মিণীক আৰু সিহঁতৰ বৰ-ফুকনক বধ কৰালে, আৰু ইবোৰক লোৱা লগাই ৰাখিছে।

ঘন—হয় সৰ্গদেৱ, আমি শুনি সন্তোষ পাইছোঁ।

লক্ষ্মী—দেশৰ যাই ধৰণীস্বৰূপ তিনিওগৰাকী ডাঙৰীয়া হানি হোৱাত, বিপ্লৱৰ অন্তত ৰাজকাৰ্যত বিষম বিশৃংখলা ঘটিছে। পাচত বিধিমতে নিযুক্ত কৰা হ'ব ; সম্প্ৰতি বুঢ়াগোহাঁই, বৰ-গোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ পদলৈ মই ক্ৰমাৎয়ে ঘনশ্যাম গোহাঁই, বাইলুং গোহাঁই আৰু লৰি গোহাঁইক মনোনীত কৰিছোঁ।

তেওঁলোকে নিজ নিজ বাব বুজি লৈ, সকলো কাৰ্যৰ শৃংখলা লগাবৰ অতি শীঘ্ৰে দিহা কৰক।

( ঘন, বাইলুং, লবিয়ে মুৰ দোঁৱায় )

ঘন—সৰ্গদেৱৰ আজ্ঞা শিৰ পাতি গ্ৰহণ কৰিছোঁ।

বাই—হয় সৰ্গদেৱ, আমাক আশীৰ্বাদ কৰিব!

লবি—দেহে-কেহে সৰ্গদেৱৰ চিৰকলীয়া ভৃত্য বুলি জানিব।

( সৈন্যেৰে বেষ্টিত আৰু বন্দী অৱস্থাত নাহৰ চতুভুৰ্জ আৰু বায়নৰ প্ৰৱেশ )

ঘন—সৰ্গদেৱৰ আজ্ঞা মতে, বিদ্ৰোহীহঁতক উপস্থিত কৰা হৈছে। সেইটো নাহৰ খোৱা ; কৰঙনত ঘাইল হৈ পলাইছিল। আমাৰ চহৰীয়াই কচুদোপত পাই ধৰি আনিছে।

লক্ষ্মী—ইয়েই হ'বলা "দেও গোসাঁই" হৈছিল?

ঘন—হয় ইয়েই ; ইয়াৰ ঘৈণীয়েক এজনী সেয়া গুৱাহাটীত আৰু ইজনী ইয়াত মৰিছে। ৰমানন্দ বোলাটোও ইয়াৰ পুতেক। সি ইয়াৰপৰা পলাই গৈ ৰণত পৰিল। গোবিন্দ গাঁওবুঢ়া নামে যিটো 'চেকনি কোবোৱা'ৰ সেনাপতি ওলাইছিল, তাক দিহিঙত ধৰি মৰোৱা হ'ল। ৰাঘৰ ঘৈণীয়েক এলাগী একেবাৰেই নিৰুদ্দেশেই হ'ল। বাকী থাকিল মাত্ৰ চতুভুৰ্জৰ বাপেক-পুতেক। মই খুটীয়া-পোতালৈ নিজে গৈ, সিহঁতক ধৰি, ৰংপুৰলৈকে গোটেই ছোৱা বাট হাতীৰ চুকাযে চুইকো ওলোমাই আনিছোঁ।

লক্ষ্মী—খোৱা তোৰ কিবা মত আছেনে?

নাহৰ—শুনো বুলিলে আছেতো। মোক অবাব কথাত ধৰি আনিছে। মই ৰণলৈকে গৈছোঁনে, যুজলৈকে গৈছোঁনে, কি কৰিছোঁ? খোৱা মানুহ, সদায় ঘৰতে সোমাই থাকোঁ, এনেই লেঙেৰা, তাতে কৰঙনটোত যাঠীৰে খুচি মোক আধা মৰা কৰি থৈছে।

লক্ষ্মী—তহঁতৰ ক'বলৈ কিবা আছেনে?

বায়ন—আছে : মোক ৰজা পাতিম বুলি ভুককিয়াই ৰণত লগালে, মই নিজে লগাহি নাই ; পাচত ৰজাও নেপাতিলে।

চতু—ক'বলৈ বিশেষ একো নাই। দণ্ড উৎকট হ'ব সি জনা কথা। মোৰ মতেৰে মই নিৰ্দোষী ; অকথাত অত্যাচাৰ কৰিছিল, তাৰ প্ৰতিশোধ কৰালোঁ।

লক্ষ্মী—তহঁত মহা পাতকী : হাজাৰ বিজাৰ প্ৰজা বিনাশ কৰালি, কত তিৰোতাক বিধৱা কৰিলি, কত প্ৰাণীক অনাথ কৰিলি, কত পৰিয়ালৰ সৰ্বনাশ কৰিলি! শত বাৰ প্ৰাণ-দণ্ডও এই দোষৰ উচিত দণ্ড নহয়। ইহঁতৰ বাপেক পুতেকক মুখামুখিকৈ শূলত দেগৈ।

বায়ন—উস্! শূলত! ( বহি যায় )

চতু—জানিছোঁ, কীৰ্তিচন্দ্ৰৰ শাৱে ছুলে। কিন্তু সৰ্গদেৱ, মোৱামৰীয়াই আহোম ৰাজত্বৰ সাঁফি লৰালে, আহোম সিংহাসনৰ পীৰি ভাঙিলে, আহোমৰ দীঘলীয়া ৰাজত্বত আঁউসী-সন্ধ্যাৰ আন্ধাৰ পেলালে।

লক্ষ্মী—আৰু ইয়াক, এই নাহৰ বোলাটোক শালত দেগৈ।

নাহৰ—শালত দিব। উস্ উস্ উস্! আই ঔ, এয়েহে মোৰ কপালত আছিল ঔ! ( কপাল ভুকুৱাই )

লক্ষ্মী—যা, লৈ যা ইয়াৰপৰা।

( সৈন্যইতে তিনিওকো লৈ যায় )

( মনতে ) 'ৰাজত্বৰ সাঁফি লৰালে ; সিংহাসনৰ পীৰি ভাঙিলে ; সন্ধ্যাৰ আন্ধাৰ পেলালে'! মানুহটোৱে অন্তিমত বৰ ভয়ংকৰ কথাকেইটা

কৈ গ'ল। ( শুনাকৈ ) ভাল বাৰু, আজিলৈ আৰু হৈছে। ( উঠে )

( সকলোৱে মুখ চোঁৱায় ; ৰজা যায় ; সকলো উঠে )

ক. ফু—ৰজাই মনটো গধুৰকৈ গৈছে। তিনিটাকৈ মানুহৰ প্ৰাণদণ্ড বিহি দুখ পাইছে।

ঘন—আৰু তাতে, সেই অধৰমী মহাজনটোৱে বৰ অমঙলীয়া কথা কৈইযাৰ কৈ গ'ল, তাকো শুনি বেয়া পাইছে। ( সকলোৱে প্ৰস্থান )

( পট পৰে )

## ৬ষ্ঠ দৃশ্য

[ ৰংপুৰ—কলিতা ফুকনৰ ঘৰ ]

( মাধুৰীৰ প্ৰবেশ )

মধু—যি মাধুৰী আগত নহ'লে তেওঁৰ ভাত নগৈছিল, যাৰে সৈতে কথা পাতি হেপাহ নপলাইছিল, সেই মাধুৰীক মাত লগাবলৈ এতিয়া তেওঁৰ আজৰি নোহোৱা হ'ল। আগত দেখিলেও মুখেৰে নেমাতে, মৌন হৈ সেই তাইৰ কথাকে ভাবি থাকে। সদায় ওলাই গৈ ৰাতি দুপৰত ঘৰ সোমায়হি। সোৱা আহিছে, মই যাওঁ। তেওঁক দেখিলে মোৰ শোকে খুন্দা মাৰি ধৰে, মনটোত জানিবা জুইহে লাগে। ( প্ৰস্থান )

( কলিতা ফুকনৰ প্ৰবেশ )

ক. ফু.—ৰাতি এপৰ হৈছে, এই প্ৰস্তাৱতে ৰজাই মাতিছিল ; মোৰ যাবৰ হ'ল। মাধুৰীক মতাই মতায়ো আনিব নোৱাৰিলোঁ। মাধুৰীক মোৰ কিহে পালে ! এতিয়াই অবেলাত ওলাই যাব খুজিছোঁ ; আগৰ হোৱা হ'লে, কত আল ধৰিলেহিহেঁতেন, কত কথা সুধিলেহেঁতেন। এতিয়া মতাতো তেও নাহে। মোৰ আজলী মাধুৰীৰ মনত কোনে কি বিহ ঢালিলে ? বুজাই মেলি কওঁ বুলিলে, শুনক চাবি কান্দিবলৈ ধৰে। কামৰ জঞ্জালত পৰি মই আওকাণ কৰা বেয়া হৈছে। কালিৰপৰা এই কথালৈ কাণ কৰিম। মই ভালকৈ ক'বলৈ পালে, মাধুৰীয়ে কিয় নপতিয়াব ? অ' মোৰ বেলি হৈছে। এবাৰ জাননী দি যাওঁ, নহ'লে চিন্তা কৰি থাকিব। হেৰ' ফাল্গুনী অ'—

ভিতৰত—দেউতা—

ক. ফু.—হেৰ' ভিতৰত কৰি মই ৰজা ঘৰলৈ আহিলোঁ ; অহাত বেলি হ'ব।

ভিতৰত—ভাল দেউতা।

( কলিতা ফুকনৰ প্ৰস্থান , মাধুৰীৰ প্ৰবেশ )

মাধু—এই পোৰণিৰ ওপৰতো আকৌ মোক নুপুৰিলে, তেওঁৰ সুখ নেলাগে। মোলৈ আকৌ কৈ যায় —'মই ৰজাঘৰলৈ আহিলোঁ'। এনেদৰে মোৰ কটা ঘাত চেঙাতেল দিয়ে। ৰাতি শুৱৰ পৰতহে ৰজাঘৰত তেওঁৰ কামটো ওলাল। তাকে কৈ মোক ভাবিব খোজে ! বহুত সহিলোঁ আৰু নাহোঁ। আজি ময়ো পাচতে লাগি যাওঁ ; সেই নাথ্‌ৰাজী ৰূপেশ্বৰীৰ ঘৰতে হাতে হাতে ধৰোঁগৈ। ( প্ৰস্থান )

( পট উঠে )

## ৭ম দৃশ্য

[ জয়সাগৰ পুখুৰী ]

( পানীৰ পৰা ওলাই জলকুঁৱৰীহঁতৰ নৃত্য-গীত )

[ গীত ]

জলকুঁৱৰী—জয়সাগৰত আজি থৌকি-বাথৌকি।
অপাৰ হেন্দোল্ দোল লগায় থলকি।

অগাধ অতল জল উথলি উঠিছে
ক'লা গছৰ ক'লা ছায়া ঢৌত নাচিছে ;
কোপিত জলধি জল
তলমল জলথল
ঢৌৰে ঢৌৰে কঁপে জোন ভয়ত চমকি।
( পানীত লুকাই যায় )

( সদা আৰু এলাগীৰ প্ৰৱেশ )

সদা—এই কেইদিনৰ কথা-বতৰা দেখি-শুনিয়েই মোৰ মন তেনেই উলটি পৰিল। সংসাৰখন তেনেই মিছা হেৰ' আই। অত কালে মুঠেই পাপ-কেহে আৰ্জিলোঁ ; এতিয়া এই পাপৰ বোজাটো খহাওঁ কেনেকৈ তাৰ উপায় পোৱা নাই। তাৰ উপৰি, তয়ো মোৰ টেটুত লাগিলি। জীৰ লগৰ জী ; এনেটো হাৱালত তোক নো এৰি যাওঁ কেনেকৈ। তই আৰু দুখ নকৰিবি আই। তই শিলত মূৰ আচাৰি মৰিলেও, ৰাঘৱীৰ আৰু উভতি নাহে।

এলা—মোক তেহেলেই যিহকে কৰিছিল লাগিলে, সেই একেজনৰ লগতে মোৰ সকলো গ'ল খাটনিয়াৰ আতৈ, মৌৰ সকলো গ'ল। মই আপোনঘাতী হৈ মৰোঁগৈ আতৈ। এনেটো জীৱন লৈ ফুৰাৰ সকাম কি ?

সদা—নেপায়, সেইটো নকৰিবি ; আপোনঘাতী হৈ শেহত জীৱটোৰ আথানি-আবানি নকৰিবি। সৌৱা কোনোবা ভকত এজন আহিছে ; চাচোন পকা ধেকেৰা যেন ভকতগৰাকীয়ে গোটেইখন ভকুভকাই আহিছে।

( গীত গাই বুঢ়া ভকতৰ প্ৰৱেশ )

[ গীত ]

হৰি মোৰ মাধৱ হৰি মোৰ বান্ধৱ
হৰি মোৰ যাদৱ ৰায়,
সংসাৰ সাগৰত তুমি নতৰালে
পৰাণীক তাৰোঁতা নাই।
মনিচৰ জীৱনে কচুপাতৰ পানী
কেৱলে চনকা দেহা,
আহোঁতেও নঠো যাওঁতেও নঠো
মাজতে দুদিনৰ বেহা।
মায়াৰে চকৰিত ঘূৰি ফুৰে মনে
নেজানে আপোনাৰ হিত,
ধন জন বিষয়ৰ বাসনাৰ ডাৱৰে
ঢাকিব নিদিবা চিৎ।
নেভাগে নিছিগে ভিতৰৰ আতমা
আতমাৰ মৰণে নাই,
আতমাৰ মিলিবৰ কাৰণে সাধুৱে
সততে হৰি-নাম গায়।

সদা—আপুনি ক'ৰ মানুহ আতৈ ?

বু. ভ.—মোক তোমালোকে চিনি নোপোৱা, বোপাই। মই হ'লে তোমালোকক চিনিছোঁ। তুমি সদানন্দ খাটনিয়াৰ নোহোৱানে ?

সদা—হৈছে আতৈ ; মই মহা পাপী ; নিস্তাৰ পাবলৈ কিবা এফেৰি বুধি দিব নোৱাৰানে ?

বু. ভ.—পাপ নকৰানো কোন আছে, মোৰ সোণাই ? পাচে, পাপৰ হৈ যদি মনে কান্দিছে, তেনেহ'লে দেখোন বাটতে পৰিছাহি। এওঁ সেই ন-কৈ যে হৈছিল, সেই গৰাকী ৰবৰুৱাৰে ঘৰৰ মানুহ নহয় নে ?

এলা—হয় আতৈ, মই অতি কপাল ফুটা তিৰোতা।

বু. ভ.—জানো আই, মই সোপাকে জানো। জনম ধৰিলে এনেবোৰ আছেই ; সেই দেখি, যাতে আগলৈ জনমিব নেলাগে, তাৰ যতন কৰা। সুখ-দুখ একো নাই, মোৰ আই ; সুখ যেই দুখো সেই। তাকে বুজি ল'ব পাৰিলেই কোনো দুখে বিন্ধিব নোৱাৰে।

এলা—সুবুদ্ধিলৈ। আতৈ; সুখে দুখে একে হ'ল কেনেকৈ ?

সদা—এৰা; সুখ সুখেই, দুখ দুখেই; দুয়ো আকৌ কেনেকৈ একে হ'ব ?

বু. ভ.—বাৰু আহাঁহক, এই পুখুৰী পাৰতে টহলি টহলি মই ভাঙি-পাতি কওঁ, শুনাহি। মই সদায় ৰাতি একোবাৰ ইয়াত টহলি যাওঁহি; নিজান ঠাইত ফুৰি ভাল লাগে।

( তিনিওৰো প্ৰস্থান . ৰূপেশ্বৰীৰ প্ৰৱেশ )

ৰূপে—মই মাৰিম ; তাক নিজ হাতে মাৰিম ; হাঃ হাঃ হাঃ। পুৰিছে পুৰিছে, বটিয়া পাইছোঁ, তাকো মোৰ দৰেই পুৰি মাৰিছে। মুখত হাঁহি নাই, গালত তেজ নাই, মনত চাটিফুটি, গাত পোৰণি। অ' সৌৱা দেখোন এই ফাললৈকে আহিছে। মই খোজতে চিনিছোঁ। পোৰণিৰ তাপত, ৰাতিও মোৰ দৰেই ঘুৰি ফুৰিছে—হাঃ হাঃ, মোৰ দৰেই, মোৰ দৰেই। অ' এতিয়া এবাৰ ধৰি চাওঁ . এই বাৰ গুণ ধৰিবও পাৰে ; লুকাই থাকোঁ। ( প্ৰস্থান )

( কলিতা ফুকনৰ প্ৰৱেশ )

ক ফু.—গহীন ৰাতি এই নিজান ঠাই ভয়ংকৰ হৈছে। আজি তাতে জয়সাগৰেও উগ্ৰ মূৰ্তি ধৰি উথলিব লাগিছে। বাৰু, এই জয়সাগৰ যি কৰাইছিল, তেনে বান্ধৱ আহোম আৰু নোলায় কিয় ? যি দুৰ্জয় মোগলক জয় কৰি যুগমীয়া যশস্যা আৰ্জিলে, অসমীয়া সমাজ নিৰ্মাণ কৰিলে, অসমীয়া জাতি গঠিত কৰিলে, তেনেবোৰ আহোম আকৌ নোপজে কিয় ! ইফালে, বিদ্ৰোহৰ অন্ত হ'ল, বিদ্ৰোহীক দণ্ড কৰিলে, তেও ঘুৰি মোৱামৰীয়াক এনেদৰে অত্যাচাৰ কৰিবলৈ কিয় লাগিছে ! মোৱামৰীয়া বুলিলেই, ধৰি আন, বান্ধি কিলা ; এনে অত-পালি কৰিছে কিয় ? আহোমৰ সেই ৰাজবুদ্ধি কলৈ গ'ল।

( ৰূপেশ্বৰীৰ প্ৰৱেশ )

ৰূপে—হাঃ হাঃ। এতিয়া কেনে পাইছা ? মোৰ দৰেই পোৰণি উঠিছে, নহয় নে ? হাঃ হাঃ হাঃ !

ক. ফু.—আকৌ এই পিশাচনীজনীয়ে পালেহি। এই মৰিব জনাও নাই।

মাধুৰী—( অলপকৈ ভুমুকি মাৰি ) আগবঢ়াই নিবলৈ আহি, আদবাটতে কথা পাতিছেহি ; লুকাই লৈ শুনি থাকোঁ।

( প্ৰস্থান )

ৰূপে—ফুকন, তোমাৰ ভৰিত ধৰি সাধিলোঁ, গালি পাৰি, গুৰিয়াই, গুচি গ'লা। দেখিলাঁনে এতিয়া কি কৰিলোঁ ? মাধুৰীৰে সৈতে জনমলৈ বিচ্ছেদ ঘটালোঁ। তাইক মিছাকৈয়ে কৈ আহিলোঁগৈ বোলোঁ,—গিৰিয়েৰৰে মোৰে কথা আছে। তাৰেপৰা ঘুৰি আৰু চকুলৈ চাইছেনে ? ভৰিৰে গড়ায়ো পানী নিদিয়া হ'ল। দুনাই আৰু ফটা বাঁহ জাপ নেযায়।

ক. ফু.—অ', মই এতিয়াহে বুজিলোঁ। ৰাক্ষসী, তই ইমানো কৰিব পাৰ !

ৰূপে—আৰু পাৰোঁ ফুকন, তোমাত লাগি ইয়াতকৈও সৰহ কৰিব পাৰোঁ। মাধুৰীয়ে আৰু তোমালৈ উলটি নেচায় ; মই তাৰ বাট মাৰিলোঁ। এতিয়া আহাঁ মই তোমাক সাৱটি লওঁ।

ক. ফু.—আঁতৰ হ নৰকিনী, বাট এৰ। তোৰ মুখ দেখিলেও অযাত্ৰা। ঘুৰি দেখা দিবি, তোৰ মই শূৰ্পণখাৰ গতি কৰিম।

ৰূপে—কলৈ যাব পাৰ কাঠচিতীয়া ? মই নিদিওঁ যাব। ( আগচি ধৰে )

ক. ফু.—নগ'লিনে ? ( তৰোৱাল উলিয়ায় )

ৰূপে—ঔ, কাটিলে ঔ! কাটিলে কাটিলে। (নৰ মাৰি গুচি যায়)

ক. ফু.—উস্, ভাল আপদে পাইছিল।

(মাধুৰীৰ প্ৰবেশ)

মাধু—স্বামী গুৰু মোৰ, মই মিছাতে আপোনাক অতদিনে চোভা কৰি আছিলোঁ। তাই সাপিনীয়ে মিছা কথা কৈ, মোৰ মনত বিহ ঢালি দিছিল। মই সেৱা কৰি মাতিছোঁ; মোৰ দোষ ক্ষমা কৰক। (সেৱা কৰে)

ক. ফু.—(তুলি ধৰি) উঠাঁ মাধুৰী, তুমি ইয়ালৈ কিয় আহিছিলাঁ?

মাধু—আপুনিনো ক'লৈ যায়, তাকে চাবলৈ পাচে পাচে আহিছিলোঁ; তাইক অহা দেখি কিনো কথা হয়, লুকাই শুনি আছিলোঁ।

ক. ফু.—ঈশ্বৰে ভালকেহে কৰিলে; তোমাক বলাই ঘটাই লৈ আহি, এইদৰে যে মনৰ সকলো সন্দেহ গুচাই দিলে, ইয়াক মোৰ ভাগ্যহে বুলিছোঁ। এতিয়া মই কাৰেঙলৈ যাওঁ; তুমি অকলৈ কেনেকৈ যাবাঁগৈ?

মাধু—ব'লক মযো যাওঁ, আকৌ দুয়ো একেলগে গুচি আহিম।

ক. ফু.—বাৰু আহাঁ। (দুইবো প্ৰস্থান)

(ৰূপেশ্বৰীৰ প্ৰবেশ)

ৰূপে—অ', যৈণীয়েকো আহিছিল! মই দেখাই নাই! সোৱা দুয়ো শাৰী পাতি গৈছে। তেনেহ'লে সিহঁতৰ অমিল হোৱা নাইনে কি! বঢ়িয়া হৈছে; পাচৰপৰা গৈ, দুইবো একেলগে দিহা লগাই থওঁ।

(গুপ্ত অস্ত্ৰ উলিয়াই লৈ প্ৰস্থান)

(বুঢ়াভকত, সদা, এলাগীৰ প্ৰবেশ)

বু. ভ.—মোৰ আনন্দময় হৰিৰ জগতত কেনিও ক'তো দুখ নাই। যেনি চাবাঁ, অকল আনন্দ, মূঠেই তেওঁৰ যোৱাদি। তাকে চাই, তেওঁৰ নাম লৈ সদায় আনন্দৰে থাকিব লাগে।

এলা—মাৰত গা জুৰ লাগিবনে, আতৈ?

বু. ভ.—কিয় নেলাগিব? একেবি মূঠেই কথা আছে—নাম ল'লেই নহয়, নামত মজিব পাৰিব লাগে।

(কেউজনৰ প্ৰস্থান; হাতত ৰাঙলী অস্ত্ৰেৰে ৰূপেশ্বৰীৰ প্ৰবেশ)

(কুৰংগৰ প্ৰবেশ)

কুৰ—আছিলোঁ ৰজাৰ জীয়ৰী, ৰজাৰ ৰাণী, সকলোৰে ভক্তি আৰু সন্মানৰ পাত্ৰী এতিয়া হ'লোঁহি কলংকিনী, বেশ্যা, জাতিভ্ৰষ্টা, নৰ-ঘাতিনী, মহা পাতকিনী। তিৰোতাৰ থাই সমল পৱিত্ৰতা আৰু মনৰ কোমলতা। পৱিত্ৰতা জনমলৈ হেৰুৱালোঁ; ৰমণীৰ কোমলতা উভালি লৈ, শিল লগাই কঠিনকৈ পিশাচী হিয়া বন্ধাই ল'লোঁ; প্ৰতাৰণা, প্ৰবঞ্চনা, বিশ্বাসদ্ৰোহ কৰিলোঁ। নাৰী হৈ নিজ হাতে নৰহত্যা কৰিলোঁ। বংশৰ গৌৰৱৰ, সুনামৰ সৌৰভৰ, সন্মানৰ ওখ আসনৰ পৰা জীৱনলৈ বঞ্চিত হ'লোঁ! শৰীৰ অশুচি, অন্তৰত অনন্ত যন্ত্ৰণা—উস্, মোৰ জাত মাৰিলে, ধৰ্ম নষ্ট কৰিলে! (ৰ লাগি থাকে)

(দূৰত ৰূপেশ্বৰীৰ প্ৰবেশ)

ৰূপে—ক'তা! মোৰ পোৱণি মৰিল ক'তা! এনে দুৰন্তকৈ পিয়াহ লাগিছে কিয়! এনে পোৱণি, এনে পিয়াহ; উস্ কেনি যাওঁ, ক'ত জুৰ পাম! অ'—মানুহ মৰা বাবে যদি ধৰি নিয়ে! যদি পিঙত দিয়েগৈ!

(কুৰংগলৈ চকু পৰাত থৰ হৈ চাই থাকে)

কুৰ—কি দুৰন্ত যন্ত্ৰণা, কি পোৱণি! এতিয়াও গাভৰু বয়স; আৰু বহু কাললৈ এই যন্ত্ৰণা

সহিব লাগিব—নাই, নোৱাৰোঁ ; আৰু এই যন্ত্ৰণা নসহোঁ। আই জয়মতী, তোমাৰ পবিত্ৰ সতী কুণ্ডত অনাচাৰী নাৰাক ঠাই দিবাঁ, আই।
( পানীত জঁাপ মাৰি তল যায় )

ৰূপে—পোৰণি, তাইৰো মোৰ দৰেই পোৰণি হ'ব পায়। মাৰ গ'ল, তাইৰ পোৰণি এতিয়া মাৰ গ'ল। জয়সাগৰৰ অগাধ জলত তাইৰ গা মন শাঁত হ'ল ; হাঃ হাঃ হাঃ—মোৰো হ'ব, মোৰো হ'ব !
( পানীত পৰি তল যায় )

( বুঢ়া ভকত, সদা, এলাগীৰ প্ৰৱেশ )

এলা—আপোনাৰ কথা শুনি মনটো পাতল লাগিছে আতৈ।

সদা—এৰা, ময়ো শুনি ভাল পাইছোঁ। আমাক আপোনাৰ বহাঁতে ঠাই দিব নোৱাৰেনে আতৈ ? সদায় এইদৰে সৎ কথা শুনি থাকিবলৈ পাম।

বু. ভ.—কিয় নোৱাৰিম ? মই ব'ৰাগী মানুহ, অকলশৰেহে থাকোঁ ; লগ হ'লে ভালকেহে পাওঁ, হৰি কথা পাতি থাকিব পাৰিম।

ক. ফু.—( বাটৰ দাঁতিত পৰি থকাৰ পৰা ) উস, পানী—

বু. ভ.—কোনে মাতে। ( কেউ ফালে চাই ) অ', সৌটি কোনোবা পৰি আছে।

মাধু—( বাটৰ দাঁতিৰ পৰা ) পানী, পানী—

বু. ভ.—অ' আৰু এটি। ( ওচৰ চাপি, দুইকো চাই চিতি ) তেজেৰে বাণ্ডলী, দুইৰো পিঠিত অস্ত্ৰৰ কোব। উস্ দুটিকৈ প্ৰাণীৰ আচানত প্ৰাণ যায় ! ( দুইৰো নাড়ী চাই ) অ' আছে আছে, নাড়ী ভালে আছে, মুখত মাত আছে, হৰিয়ে ভাল কৰিব। ( ফুকনৰ মূৰ কোলাত লৈ বহি ) তুমি আই সেই আইগৰাকীলৈ কাণ কৰাঁ।
( এলাগীয়ে সেইদৰেই মাধুৰীক লৈ বহে )

বু. ভ.—( জোলোঙাৰ মাটি উলিয়াই সদাক দি ) তুমি বেগতে এটোপা পানী আনা, মই দৰব উলিয়াওঁ। ( জোলোঙাত দৰব বিচাৰে )

এলা—আতৈ, বাৰু হ'ব। আচলত ঘাইল হোৱা নাই। দৰবটো দিলে এপৰ মানৰ পাচতে উঠি ল'ৰি ফুৰিব পাৰিব।
( সদাৰ ঘটি লৈ প্ৰস্থান )

এলা—হওক তেও, ভাল হওক দেহি।

বু. ভ.—ই কোনোবা ডকাইতৰহে কাম। আমাকো হৰিয়ে ভাল লৈ আহিছিল ; আৰু কিছু পলম হোৱা হ'লে, সকলো মিছা হ'লহেঁতেন। এতিয়া আৰু ভয় নাই, হৰিয়ে কৰুণা কৰিলে।

॥ যৱনিকা ॥

---

# ভাগ্য-পৰীক্ষা

## চৰিত্ৰ চিনাকি

### মুনিহ

পানীৰাম—দুখীয়া মানুহ
বুধন—পশ্চিমীয়া তেলীয়া
পাহবৰ—দোকানী
ধূলিৰাম—পাহবৰৰ সহকাৰী
কৃষ্ণকান্ত—আমোলা
গেন্ধেলা—সত্ৰৰ ওজা
জলহু—সত্ৰৰ ভকত
ৰামভজন—কনিষ্টবল
ৰূপেশ্বৰ—পানীৰামৰ ওচৰ-চুবুৰীয়া
ভদীয়া—ৰূপেশ্বৰৰ সখিয়েক
মাণিকলাল—জহৰী
মোহনচন্দ্ৰ—শিক্ষিত ডেকা
গোপীনাথ—আদহীয়া ভাল মানুহ

বগাই }
বিহৰা } —পানীৰামৰ লগুৱা

বঙালী বাবু, সুন্দৰপুৰৰ ৰজা,
দুৱৰী, জালোৱাইত, সদাগৰ বেশৰে ধনকন্যা
আৰু ভাগ্যকন্যা।

### তিৰোতা

ধনকন্যা—ধনৰ অধিষ্ঠাত্ৰী দেৱতা
ভাগ্যকন্যা—ভাগ্যৰ অধিষ্ঠাত্ৰী দেৱতা
মাণিকী—পানীৰামৰ ঘৈণীয়েক
সুমধিৰা—ৰূপেশ্বৰৰ ঘৈণীয়েক
মালতী—মাণিকলালৰ ঘৈণীয়েক
সুন্দৰপুৰৰ ৰাণী, নৰ্তকীসকল, ধনকন্যা আৰু
ভাগ্যকন্যাৰ সখীসকল।

---

## প্ৰস্তাৱনা

( হিমালয় শৃংগ )

[ নৃত্য-গীত ]

ধনকন্যা—ধন্য ধন্য ধন্য ধন্য ধনেই ধন্য ধৰণীত।
ধন পালে হয় অভাৱ নষ্ট, নহয় কষ্ট কদাচিৎ।
ধনক ৰাখে প্ৰাণক এৰি
ধৰম কৰম পৰিহৰি
চেনেহ মৰম ধৰম কৰম ধনৰ আগত পৰাজিত।
ধনেই কৰে সৰুক ডাঙৰ
নগৰ সাগৰ সাগৰ নগৰ
ধনৰ বলৰ দৰে আৰু কাৰ আছে বল আচৰিত।

( নৃত্য-গীতেৰে ভাগ্যকন্যাৰ প্ৰৱেশ )

[ গীত ]

ভাগ্যকন্যা—কোনে বোলে ধনক ধন্য, ধন কদাপি ধন্য নহয়।
ধনে কি কৰিব পাৰে, ভাগ্য যদি নহয় সদয়।

ভাগ্য যাৰ উদয় হ'ব
মাটি ফাটি ধন ওলাব
জয়-জয় ময়-ময় যেনি তেনি, নদন-বদন ঘৰত সদায়।

ভাগ্য নেথাকিলে হ'লে
কি কৰিব ধনৰ দ'লে
মুঠিৰ ধনো উৰি যাব, সাগৰ ছুলেও যাব শুকাই।

ভাগ্য গুণে শিলত পানী
পায় মানুহে ফণীত মণি
ভাগ্যৰ দৰে বল একো নাই, জানে সদায় জনা বুজায়।

ধ-ক—ভাগ্যকন্যা, ভাবি চোৱাঁ,
ধনৰ নিচিনা কাৰ অতুল মহিমা।
থাকিলে ধনৰ বল
কি বল লাগিছে আৰু?
ধনে যাক নোৱাৰে কৰিব,
এনে কার্য নাই জগতত।
ভাগ্যে শুদা, কি কৰিব পাৰে
ধন যদি নেথাকে সহায়?

ভা-ক—ধনকন্যা, নাই বল ধনৰ সমূলি।
ধনৰ যি বল দেখি,
জোনৰ পোহৰ যেনে, নিজৰ নহয়।
ভাগ্যৰেহে বল সিও:
অবুজন জনে জানে ধন-বল বুলি।
ভাগ্য নেথাকিলে ধনত সকাম নাই,
নোৱাৰে কৰিব একো ধনে;
ভাগ্য হ'লে, এনেয়ে ওলাই ধন,
ধনৰ নাটনি বুলি
নহে নেথাকে কোনো কাম।

ধ-ক—কি হ'ব মুখেৰে ক'লে?
আহাঁ বাৰু কৰি চাওঁ প্ৰমাণ ইয়াৰ।

ভা-ক—দিনে দিনে জগতত
ইয়াৰেহে প্ৰমাণ সদায়;
তেও যদি লাগে কিবা নতুন প্ৰমাণ,
কৰাঁ বাৰু, যেনে মন যায়।

ধ-ক—আহাঁ তেনে, যাওঁ দুয়ো ছদ্মবেশ ধৰি।
সমূলি দুখীয়া চাই
কৰোঁ মই এজনক ধন বিতৰণ,
নেলাগে কৰিব তুমি সহায় একোকে,
অকল ধনেই চাবাঁ কি কৰিব পাৰে।

ভা-ক—যদি একো নোৱাৰে কৰিব ধনে?

ধ-ক—তেনেহ'লে, দেখুৱাবাঁ তুমি,
আছে যদি কিবা বাৰু ভাগ্যৰ মহিমা।

ভা-ক—ভাল কথা,
আহাঁ বাৰু, হ'লোঁ মই সন্মত ইয়াতে।

[ নৃত্য-গীত ]

দুয়ো— কেনি আহোঁ আমি কেনি যাওঁ;
কোনে ক'ব পাৰা কোৱাঁ চাওঁ।
( আমি ) আহিব খুজিলে কোনে নিবাৰে
যাওঁ যদি কোনে ৰাখিব পাৰে;
( আমাৰ ) ছায়াৰ শৰীৰ
ভৰি বিজুলীৰ
যেনি মন যায় উৰি যাওঁ।
( আমি ) কেতিয়ানো আহোঁ যাওঁ কেতিয়া
গুণি গুণি গুণি গুণ নোপোৱাঁ;
নোৱাৰাঁ ধৰিব
জানিব বুজিব
কিয় আহোঁ আমি কিয় যাওঁ।

---

## প্ৰথম অংক

### ১ম দৃশ্য

[ আলি ]

( সদাগৰ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যা )

ধ-ক—ছদ্মবেশ ধৰিলা সুন্দৰ তুমি
নোৱাৰি চিনিব আৰু ভাগ্যকন্যা বুলি।
ভা-ক—তোমাকো নিচিনে কেৱে ধনকন্যা বুলি।
ধ-ক—চোৱাঁ, চোৱাঁ সুন্দৰ নগৰ।
যেনি চোৱাঁ, চকু জুৰ হয়
মনোহৰ দৃশ্য অতিশয়।
বহল বহল আলি, শিলেৰে বন্ধোৱা
দুয়ো কাষে তাৰ,
বচা বচা ধুনীয়া ধুনীয়া গছ
ফলি ফুলি আছে কেনে ঝক্-মক কৰি।
আলিয়ে আলিয়ে শোভে
শাৰী শাৰী প্ৰদীপৰ খুটা;
আন্ধাৰ ৰাতিত, জলে নগৰত
তৰাৰ মালাৰ দৰে
অগণন বৈদ্যুতিক প্ৰদীপ উজ্জ্বল।
ঠায়ে ঠায়ে সুন্দৰ যমুনা
ঠায়ে ঠায়ে বিতোপন প্ৰমোদ কানন
নন্দন কানন যেনে।
গোটেই নগৰ জুৰি,
ৰাজ-ভৱনৰ দৰে
প্ৰকাণ্ড প্ৰকাণ্ড ঘৰে গগন ভেদিছে;
মনোময় বিবিধ শিল্পৰ
চানেকি একোটা যেন প্ৰত্যেক ঘৰেই।
ঘৰে ঘৰে, মাৰ্জিত কচিৰে পত্তা
সুশোভন ফুলনি সুন্দৰ,
চকু জুৰ কৰে, মন প্ৰাণ হৰে
বতাহক সুবাস বিতৰে
ফুলা ফুলে ফুলনিৰ।
ভা-ক—সঁচা সখী, সুন্দৰ নগৰ,
মনোহৰ দৃশ্য অতিশয়।
ধ-ক—চোৱাঁ পুনু,
নগৰৰ বাটত সদায়
চাপিছে মেলিছে কত শত জল-যান;
উঠিছে নগৰ জুৰি বাণিজ্যৰ ঢৌ,
উথলি পৰিছে যেন গোটেই নগৰ।
ভাবি চোৱাঁ,
এই যে সকলোখিনি ধনেই কৰিছে;
সমস্ত নগৰে যেন
কীৰ্তনিছে ধনৰ মহিমা।
ভা-ক—যদিও সকলোখিনি ধনেই কৰিছে,
কৰিব পাৰিছে
ভাগ্য আছে দেখি মাত্ৰ গুৰিত সহায়।
এই নগৰতে চোৱাঁ,
ৰাজ-ভৱনৰ দৰে
প্ৰকাণ্ড প্ৰকাণ্ড ঘৰ শোভিছে এফালে,
ইফালে দূৰত সৌ
দুখীয়াৰ পঁজা শাৰী শাৰী;
সোণৰ কাঁহীত,
নানা তৰহৰ উপাদেয় ৰাজভোগে
আমুৱায় এই ফালে,
সিফালে, এসাঁজ খায় আধা-পেটা ভাত,
লোণ তাতো নিমিলে শাকত।
দুখীয়া, সুখীয়া, দুয়ো একে প্ৰাণ ধৰে,
একেদৰে বশীভূত জনম মৃত্যুৰ
অস্থি মাংস শোণিতেৰে
একেদৰে গঠিত শৰীৰ,
একে পৃথিৱীতে থাকে,
একে জোন, একে বেলি
একে বায়ু উভয় জনৰে;
তথাপিতো,

ইমানে প্ৰভেদ কিয় হয় অৱস্থাৰ ?
ভাগ্য মাত্ৰ কাৰণ ইয়াৰ।

ধ-ক—তাকেহে কৰিব লাগে প্ৰমাণ এতিয়া।

ভা-ক—সৌ যে দেখিছা পঁজা
তাতে এটি দৰিদ্ৰৰ বাস ;
নিচেই দৰিদ্ৰ
কোনোমতে প্ৰবৰ্তিছে মাথোঁ ;
তাৰ প্ৰতি বিমুখ এতিয়া মই
সুপ্ৰসন্ন হ'ম কিন্তু অলপ দিনতে।
এয়ে হ'ব উপযুক্ত পাত্ৰ পৰীক্ষাৰ।
দিয়া ধন এই দৰিদ্ৰক,
চোৱাহক
কি কৰিব পাৰে ধনে, ভাগ্য নেথাকিলে।
হাৰা যদি তুমি,
পাচত তেতিয়া
দেখুৱাম বাৰু মই ভাগ্যৰ প্ৰভাব।

ধ-ক—বঢ়িয়া উপায় এয়ে ;
আঁহা তেনে নকৰোঁ পলম আৰু।

( দুইবো প্ৰস্থান )

## ২য় দৃশ্য

[ পানীৰামৰ ঘৰ ]

( বিমৰ্ষ মনেৰে পানীৰামৰ প্ৰৱেশ )

পানীৰাম—হৰি গুৰু শংকৰ! হেৰ' জেতুকী-মাক, এহেলৈ হোচোন। প্ৰভু আজি ভাল চৰ্খৰীয়াত পেলালা। মিছাতে ৰ'দে ৰ'দে অতখন টলৌ টলৌ কৰি ফুৰিলোঁগৈ ; কামৰ ফালে একোটো নহ'ল। কালি জানিবা, মৰাপাট এমুঠি আছিল, তাৰেই ফয় এডাল বাটি, তাকে বেচি সিকি এটা উলিয়াই কোনোমতে আধা-পেটীকৈ ভাত এসাঁজৰ দিহা কৰিলোঁ। আজি এতিয়া কৰোঁ কি !

( মাণিকীৰ প্ৰৱেশ )

মাণিকী—অত বেলিলৈকে নো ক'ত ফুৰিলাগৈ ?

পানী—অত বেলিলৈকে ফুৰিও যে একো কৰিব নোৱাৰিলোঁ! ধনাই, ক'লীয়া, সোণাৰাম পাহবৰ ইহঁতৰ ঘৰে ঘৰে গৈ, কতনো কাকুতি কৰিলোঁ, তেও মোক আধেৰ মৰাপাট কালিয়নে দিওঁতা নহ'ল। কিয়নো দিব ? অলপ ৰস-পম থকা যেন দেখিলেহে মানুহে মানুহ যেন দেখে ; আমাৰ নিচিনা নোম-দৰিদ্ৰক কোনেও পাই এটালৈকে নপতিয়ায়।

মাণি—নপতিয়ায়, নালাগে পতিয়াব। দুখীয়া বুলি সিহঁতৰ ঘৰত পৰি আছোঁগৈ নে ? নাই কাৰ-বাৰ ঘৰত চুৰ কৰিবলৈকে গৈছোঁ ? আমাক দুখীয়া দেখি মানুহে নপতিয়াওক, সেইটো লাজৰ কথা নহয়। চোৰ ডাকাইত বুলি ঘিণালেহে বেয়া।

পানী—হেৰ', সেইটো বুজিছোঁ। মই জানো কিবা এতিয়া সেইবাবে বেয়া পাইছোঁ ? বোলে 'সৰাতকৈ ডাঙৰ হৰি কথা তাতোকৈ ডাঙৰ চাউল কঠা'। এতিয়া সেই চাউল কঠাই ওলায় ক'ৰ পৰা, সেইটো ভাবিহে বিমোৰ হৈছোঁ। কালি গধূলি সেই আধা-পেটী ভাত ; দুপৰীয়া বাৰু আন কালো নাই আজিও নাই ; গধূলিকৈ তেও এগাল খাব লাগিব ? এতিয়ানো সেয়ে হয় কেনেকৈ ?

মাণি—বাৰু আজি গধূলিৰ উপায় পাম। খুদ চাউল গোটাদিয়েক আছে, তাকে সিজালে জোৰা মৰিব ; হয়তো যদি এমুঠি কম হ'ব।

পানী—ভাত জানিবা সেয়ে হ'ল ; তাকে গিলিবলৈ তেও লগত কিবা এটা লাগিব ?

মাণি—দেশত কিবা কচু শাকৰ মাকালে খাইছে নে?
লোণ-তেলহে নাই হ'বলা; নাই, নাই; এদিন
জানিবা লোণ-তেল নেখালোঁৱেই।

পানী—আজি জানিবা এই দৰেই জোবা মৰিব; কাইলৈ
আকৌ খুদ চাউলো নাই নহয়? দিনটোৰ
মূৰত এসঁজীয়াকৈয়ে আধা-পেটী ভাত এগালো
নেপালেনো মানুহ থাকিব পাৰেনে? আমাৰ
কপালত লঘোনে লঘোনে আঁত শুকাই
মৰিবলৈহে লেখিব পায়!

মাণি—বাৰু আজিৰ লেঠা আজি মৰক, কাইলৈ
আকৌ পাচ কথা। হৰিয়ে এটা জোবা
মাৰিব; ফৰিঙলৈকো কচু এডাল দিছে,
আমাক নো আৰু খাবলৈ নিদি মাৰিবনে?

(সদাগৰ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যাৰ
প্ৰৱেশ; মাণিকীৰ প্ৰস্থান)

ধ-ক—তোমাৰ নাওনে পানীৰাম?

পানী—হৈছে।

ধ-ক—তুমিয়েই ফয় বাটঁানে?

পানী—হয়; কোনখিনিৰ পৰা বা অহা হৈছে?

ধ-ক—আমি বহুতৰ'মানুহ; তোমাৰ নাম শুনি, লগ
পাবলৈ আহিলোঁ; এফেৰি দৰকাৰ আছে।

পানী—আপোনালোক, দেখিছোঁ, কোনোবা ডাঙৰ
লোক। এতিয়া বহিবলৈনো দিওঁ কি? মই
ছাল-ছিগা ভিকহু। হেৰ', চাঙৰ ওপৰত
টোপনি আঁৰি থোৱা মোৰ সেই জাৰ-
কাপোৰখন উলিয়াই দে; তাকে পাৰি দিওঁ
বহিবলৈ।

ধ-ক—নেলাগে, নেলাগে থাওক; আমাৰ অলপ
কথা; থিয়ৈ থিয়ৈ হ'ব।

পানী—পাচে, তেনে সকাম বা কি?

ধ-ক—আমি সদাগৰ মানুহ; নানা তৰহৰ বস্তু লৈ,
দেশে বিদেশে বেপাৰ কৰি ফুৰোঁ। এই
নগৰলৈ আহি শুনিলোঁ, তুমি হেনো মৰাপাটৰ
বঢ়িয়া বঢ়িয়া ফয় বাটিব পাৰা। সেই গুণে
তোমাৰ শুৰিলৈ আহিলোঁ। তুমি আমাৰে
সৈতে বন্দবস্ত কৰি লোৱা, তুমি যিমান ফয়
বাটঁা, সকলোখিনি আমি থাউকতে, তোমাৰ
ঘৰৰেপৰা কিনি নি থাকিমহি। তেতিয়া
হ'লে, তুমি ফয় বেচিবলৈ গৰাকী বিচাৰি ফুৰিব
নেলাগে; তাৰ উপৰিও, লাগে লোকতকৈ
অলপ দামো বঢ়াই দিম।

পানী—সেইটো কৰিব পৰা হ'লে দেখোন তৰিবই
পাৰোঁ! পাচে, তাকে কৰোঁ কেনেকৈ?
দিনৌ, দহ যোৰা মাৰি কোনোমতে, মৰাপাট
একোমুঠি গোটাই আনো, তাৰেই ফয় একো-
ডাল বাটি, তাকে আধামূলীকৈ হ'লেও,
ততালিকে বেচি আনিলেহে খাবলৈ হয়,
নহ'লে মোৰ লঘোন। তেনেহ'লে নো,
আপোনালোকক ফয় বাটি দিবলৈ, মই পোন
প্ৰথমতে, মৰাপাটকে পাম ক'ত? আৰু
কোনোবা ৰূপে যদি এমুঠি পাই, দুগছ এগছ
বাটিবও পাৰোঁ, তেন্তে তাকে বেচি কিনি
নানি, থাউকতে বেচিম বুলি, সাঁচি থ'লে, মই
খাওঁ কি?

ধ-ক—সেই বাবে বাৰু চিন্তা কৰিব নেলাগে। আমি
তোমাক এতিয়া এশ টকা ৰূপ দি যাওঁ। তাৰে
তাকৰীয়াকৈ টকাদিয়েক তুমি ভাঙি খাবাঁ;
আৰু ইখিনি ৰূপেৰে মৰাপাট কিনি, ফয় বাটি
থৈ দিবাঁ। আমি আহি, হাততে ধন দি,
এটাইখিনি ফয় কিনি নিম। তেতিয়া সেই
ধনেৰে আকৌ মৰাপাট কিনি আনিবাঁ।
এইদৰে কিছু দিনৰ মূৰত দেখিবাঁ, তুমি আৰু
দুখীয়া হৈ নেথাকাঁ।

পানী—হে দেউতা ঈশ্বৰ, এনে কথা কিয় কয়? মই

মগনীয়া ভিকহু, মোৰে সৈতে নো আপোনা-লোকে ধেমালি কৰিলে শুৱায়নে? মোৰ সাত পুৰুষতো এশ টকা ৰূপ দেখা নাই।

ধ-ক—আমি একো ধেমালি কৰা নাই; যি কৈছোঁ, যথাৰ্থ কথা। এইটো জাল মোনাতে এশ টকা ৰূপ লেখি আনিছোঁ; তোমাক দিলোঁ, ধৰাঁ। মন পুতি কাৰবাৰ কৰিবাঁ, তোমাৰ উন্নতি হ'ব। আমি ক্ষয় নিবলৈ তুমাহ মানৰ মূৰত আহিম। এতিয়া বিদায় কৰিলোঁ।

(ধনকন্যা আৰু ভাগ্যকন্যাৰ প্ৰস্থান; পানীৰামে ভেবা লাগি চাই থাকে; মাণিকীৰ বেগেৰে প্ৰবেশ।)

পানী—হেৰ' জেতুকী-মাক দেখিলি নে?

মাণি—ওঁ, দেখিলোঁ তো; মই বেৰ জুমি চাই আছিলোঁ নহয়।

পানী—হেৰ' সপোন নে দিঠক?

মাণি—দিঠক, দিঠক; কিয় সপোন হ'ব?

পানী—নহয়, হেৰ' জেতুকী-মাক, ই সপোনহে, আৰু সপোনো সপোন, বৰ জবৰ সপোন।

মাণি—নহয়, জেতুকী-বাপেক, দিঠক, দিঠক; তেনেই দিঠক।

পানী—চাওঁ বাৰু তোৰ হাতটো দেচোন। (মাণিকীৰ হাতত চিকোট মাৰি) দুখ পাইছ নে?

মাণি—উস্! উস্! এৰি দিয়া, এৰি দিয়া; গোটেই বকটা ছিগি যাব এতিয়া।

পানী—এঃ! তোৰ ছিগি যোৱাটোহে টান হৈছে! চাওঁ মোৰ হাতত টানকৈ চিকোট এটা মাৰচোন। (মাণিকীয়ে চিকোট মাৰে) হৈছে, হৈছে থাওক। হওঁতে দিঠক যেনেই লাগিছে। বাৰু, ৰূপগাল চাওঁহকচোন। (দুয়ো ৰূপ চয়।) হেৰ', এই গালনো ৰূপ নহয় নে?

মাণি—কিয় নহ'ব? গালেই 'নগজ' গোটা গোটা চিকা ৰূপ।

পানী—এ হে! মোৰ হৰিৰ বন। দুখীয়াৰ দুখ দেখিব নোৱাৰি, ঘৰতে মোনা ভৰাই ধন দি গ'লহি!

মাণি—মই নকৈছিলোঁ, বোলোঁ ফৰিঙলৈকো কচু এডাল দিছে যেতিয়া, হৰিয়ে এটা জোৰা মাৰিব।

পানী—কৈছিলি হয়; ভাল ক'লি, ভাল লাগিল। হেৰ' জেতুকী-মাক, তই মোৰ কোনোবা জনমৰ গোসাঁনী আছিলি।

মাণি—ইঃ। এনে কথা ক'ব নেপায়।

[ নৃত্য-গীত ]

পানী—জেতুকী-মাক আজি বহালোঁ।

মাণি—জেতুকী-বাপেক, আজি বহালোঁ।

দুয়ো—আজি বহালোঁ, আজি বহালোঁ, আজি বহালোঁ।

পানী—ঘৰত নাছিল ফুটা কড়ি

মাণি—ধনৰ মোনা আহিল উৰি

দুয়ো—ঘপহ কৰে কোঁচত পৰিল, ভাল আজি বহালোঁ।

পানী—ধন্য ধন্য পানীৰাম

মাণি—মাণিকীৰো ল'বাঁ নাম

দুয়ো—ঘৰত বহি এমোনা ধন ভাল আজি চপালোঁ।

পানী—এতিয়া ৰূপগাল ভালকৈ এঠাইত লুকাই থগৈ। পাচে থৰি ক'ত? আমাৰ জানো লোকৰ দৰে কিবা পেৰা-পেটাৰি আছে।

মাণি—মই থ'ম দিহা লগাই; তুমি ভয় নকৰিবাঁ। (ৰূপ লৈ প্ৰস্থান)

পানী—হেৰ', লোণ-তেল নাই বুলিছিলি নহয়?

মাণি—(ভিতৰৰ পৰা) এৰা।

পানী—তেন্তে তাৰে এটকা লৈ আহ। মই বজাৰলৈ গৈ, লোণ-তেল অলপে, ধান এদোণ মানে

আনোগৈ ; আৰু মৰাপাট ভালচেৰেকো আনোগৈ।

( মাটিকলহ এটা লৈ মাণিকীৰ প্ৰৱেশ )

মাণি—হোৱা, এই টকা ৰূপ। বেৰৰ আগতে তেলৰ চুঙাটো আছে ; ধান আনিবলৈ পাচি এটা বিচাৰি লৈ তুমি যাবাঁ। মই ঘাটৰ পৰা পানী একলহো আনোগৈ, গাটোও ধুই আহোঁগৈ।

পানী—পাচে, থ'লি ক'ত ? ক'ৰবাত চোৰ-চাৰিয়ে পায় বা ?

মাণি—তোমাক নো কেলৈ তাৰ উহটো লাগিছে ? মই থৈছোঁ ভালকৈ। মই বুঢ়ী-মাকে য'ত্তে থৈছোঁ, চোৰৰ আজোককাকেও তাৰ গম নেপায়। ( প্ৰস্থান )

( কানত থৈলা লৈ বুধনৰ প্ৰৱেশ )

বুধন—হ' মিতা, মিতা হ'।

পানী—ক'ৰ মানুহ, কি লাগে তোক ?

বুধ—মিতা 'তুঁচ' গুডি বিকিব ? আছে তো, নগ্‌দা পইচা দিব, হামাকে দিবি।

পানী—হেৰ', তইঁতৰ বেঙুলীবোৰে যে ঘৰে ঘৰে তুঁহ গুডি বিচাৰি ফুৰ, তইঁতে নো তুঁহ গুড়িৰে কি কৰ ? খাব নে কি ?

বুধ—নাহি মিতা কেনে খাবেক্ ? হামিলোক 'তুঁচ' গুড়িকে বেপাৰ কৰিছে। যো মানুচ্‌কে গৰু বইলকে, নাই খোঁৰাকে দানাকে দৰ্কাৰ হ'ব, হামাৰ পাছ কিনি লিব। হামি থোৰা মুনফা ৰাখকে বিক্ৰী কৰিব।

পানী—তইঁত এই বাৰ-বঙলুৱা শনাহী মানুহবোৰ সোমাই, আমাৰ দেশত ভাল টোকোনা বিদা-বোৰ উলিয়ালিহি ! ভালেতোহে দেশখনৰ চিৰি-বিধি নোহোৱা হ'ল ! চাচোন, তইঁতৰ ভাগত পথাৰৰ নৰা আৰু ঢেঁকীশালৰ তুঁহ গুড়িও নসৰা হ'ল।

বুধ—হামি কি খাৰাপ কৰিছে ? তুমি "তুঁচ" গুড়ি এইচাই ফেকি দিছে ; হামি পইচা দিকে কিনিছে ; তোমাৰ লাভ আছে কি লোকচান্ আছে ? আছে তো দিব মিতা, হামি বহুত দূৰ যানে লাগে।

পানী—সিদিনা এপাচি দেখিছিলোঁ ; ৰাৰু মই চাওঁ, ৰ'বি।

( প্ৰস্থান আৰু তুঁহ গুড়ি এপাচি লৈ পুনঃ প্ৰৱেশ )

এই পাচি আছে, নে ; পইচা কিমান দিবি ?

বুধ—এক পাচিমে এক পইচা পাবি, ঔৰ কেত্‌না লিবি ?

পানী—নাই নাই, এপচালৈ নিদিওঁ।

বুধ—আচ্ছা লে' লে' দুপইচা লে'।

( পানীৰামে পইচা লৈ থৈলাত তুঁহ গুডি বাকি দিয়ে ; বুধনৰ প্ৰস্থান )

পানী—হক তেও, এই দুটা পইচাইনো ক'ৰ হয় ? তুঁহ গুডি পেলাই হে দিলোঁহেঁতেন। যাওঁ এতিয়া বজাৰৰ পৰা আহোঁগৈ। ( তেলৰ চুঙা আৰু পাচি লৈ প্ৰস্থান )

## ৩য় দৃশ্য

[ পাহৰৰৰ দোকান ]

( পাহৰৰ আৰু ধূলিৰাম )

পাহৰৰ—সেই কেৰাচিন তেলৰ টিনবোৰত একোটা ফুটা দি, এসেৰ এসেৰ তেল উলিয়াই লগৈ ; আৰু ফুটাবোৰ বাংপানীৰে জালি থগৈ। পাচে, টিনবোৰৰ তলিত ফুটা দিবি দেই, তেহে শোনে পোনেই চকুত নপৰা হ'ব। তেও যদি কোনোবাটো খেকেটি-খোৱা মানুহে লুটিয়াই বগৰাই চাই, ধৰিব পাৰে, তাক ক'বি বুলি

আমি ক'ব নোৱাৰোঁ; জাহাজত খালাচীয়ে চাগে তেল চুব কৰিলে।

ধুলিৰাম—বাৰু মই ক'ব জানিম। মই লাগে সাতবাৰ মান গোসাঁইৰ শপতকে খাম।

পাহ—খাবি তোন; আমাৰ বেপাৰী মানুহৰ কি গুৰু গোসাঁই আছে? মচুৰ মাহত শিলগুটি মিহলালি নে?

ধুলি—কেনেই, খিউৰ টিনবোৰত নাৰিকলৰ তেল আৰু মচুৰ মাহ দহ মোনত দহ সেৰ শিলগুটি একেদিনাই মিহলাই থৈছোঁ নহয়।

পাহ—দহ মোন মাহত দহ সেৰ শিলগুটি তাকৰ হ'ল।

ধুলি—শিলগুটি আৰু নাই, মই কি কৰিম? বাৰু আধা মোন মান ধুলিকে মিহলাই থ'ম।

পাহ—ধুলি নিদিবি; জোখোঁতে মাখোঁতে উৰি যায়। তাতকৈ, বালিকে দিবি; সি গধুৰ বস্তু, উৰি যাব নোৱাৰে।

( পানীৰামৰ প্ৰৱেশ )

পাহ—এইবাৰ আকৌ কি হ'ল?

পানী—এৰা, দিয়ঁা মৰাপাট আধেৰ।

পাহ—মই তোক এতিয়াই কৈ পঠিয়াইছোঁ নহয়, বোলোঁ মোৰ ইয়াত তই কালিয়ন, বাহিয়ন কৰিবলৈ নাহিবি; আকৌ কেলৈ চুপতি কৰিবলৈ আহিছ?

পানী—বাৰু কালিয়নে দিব নেলাগে; হোৱা, এয়া ধন লোৱা।

পাহ—( ধন লৈ ) অ' এইদৰে হ'লে কথাই নাই; দোকান গোটেইখন নিলেও, এতিয়াই দিওঁ। ( মৰাপাট দিয়ে ) তই এতিয়াই, ঘৰত পাই এটাও নাই বুলি শপত খাই, কালিয়নে মৰাপাট নিবলৈ আহিছিলি নহয়?

পানী—আহিছিলোঁ।

পাহ—পাচে দেখোন সেয়া খানো কিনি আনিলি, সেয়া লোণ-তেলো আনিলি, আৰু এয়া মৰাপাটো কিনিলিহি; এতিয়া নো পাকটোতে ধন ক'ৰ ওলাল?

পানী—এৰা, তেতিয়া পইচা নাছিল দেখি, সিমান কাকুতি কৰি, মৰাপাট আধেৰ কালিয়নে খুজিলোঁ, তুমি নিদিলা। পাচে দুখীয়াৰ দুখ দেখিব নোৱাৰি, এতিয়া হৰিয়ে দুমহা দিলে। তোমাৰ মৰম নেলাগিল বুলি, গৰাকীজনৰো লাগিব নেপায় নে?

পাহ—যা যা হেৰ', এনে কাণত নোসোমোৱা কথা ক'বলৈ নাহিবি। তোতকৈ ধঁটীয়া এটা পোৱা নাই। হাতত ধন থাকোঁতেও, কালিয়ন কৰি মোক ঠগিবলৈ আহিছিলি? ম'হৰ শিঙত কি কঁকিলাদাঁড মাৰিবি। ময়ো বেপাৰী মানুহ, বেগত নোৱাৰ বলে।

পানী—তুমি নপতিয়ালে নো কি কৰিম?

( প্ৰস্থান )

( কৃষ্ণকান্তৰ প্ৰৱেশ )

পাহ—ডাঙৰীয়া, আহক আহক, কি লাগে?

কৃষ্ণকান্ত—( মনতে ) মই যদি পোনে-পোনেই আচাঁ এখন লাগে বুলি কওঁ, সি আচাঁখনৰ মখনা হাতী এটাৰ দাম কৰিব। ( শুনাই ) মোক এটা ভাল ছাতি লাগে।

পাহ—কেনেকুৱা লাগে চাওক; এইবোৰ বঢ়িয়া ছাতি আছে। ( ছাতি এটা দেখুৱাই ) এইটো যে ছাতি দেখিছে, ইয়াৰ যোৰৰ ছাতি, গোটে দহ টকাকৈ দিলেও, আমাৰ ইয়াত পাবলৈ নাই। নতুন বুলি মুঠেই তিনিটা ছাতি আহিছিল। আহি পোৱাহি দিনাই, এটা মোহিনীমোহন মুন্সিকে, এটা গোবিন্দৰাম উকিলে, দহ মহা দহ মহা কপ পেলাই দি

বলেৰে নিয়াদি লৈ গ'ল; এই এটা আছে; বৰ বঢ়িয়া মাল।

কৃষ্ণ—এইটো মোৰ চকুত নেলাগিল।

পাহ—তেন্তে ইয়াৰ এটা নিয়ক। (আন এটা দেখুৱাই) দাম মুঠেই ছমহা; ইফালে বস্তুটো "মজবুদ্"। আজি চাৰি বছৰৰ আগতে, এই নম্বৰৰ ছাতি এটা মোৰ পেহীৰ পুতেকে নিছিল। তাৰ লোৰৰ দণ্ডি খয় গৈ ভাগি ধুনা-শুনা হৈ গৈছে, তেও যেনে কাপোৰ তেনেই আছে। এই চালানত বাৰ দৰ্জন আনিছিলোঁ; থাপতে উৰালে; এই মাখোন দুটা বাকী আছে।

কৃষ্ণ—উহুঁ; মোক লগা বিধৰ ছাতি ইয়াত নাই।

পাহ—আপোনাক নো কেনে লাগে?

কৃষ্ণ—কাপোৰডোখৰ ৰেচমী হ'ব লাগে।

পাহ—সেইবোৰ নহয় ৰেচমী।

কৃষ্ণ—পাচে, এইবোৰ 'স্প্ৰিং' থকা; মোক 'স্প্ৰিং' নথকা লাগে।

পাহ—কিয় সেয়া 'স্প্ৰিং' নথকাও আছে নহয়?

কৃষ্ণ—আছে বুলি, ইয়াৰ নালবোৰ লোৰৰ; মোক লাগে বাঁহৰ নালৰ।

পাহ—বাঁহৰ নালবো আছে; মই দিওঁ।

কৃষ্ণ—অ' মই পাহৰিহে বাঁহ বুলিছোঁ; মোক কাঠৰ নালৰ হে লাগে।

পাহ—তেন্তে মোৰ ইয়াত নেপায়, আন ঠাইত বিচাৰকগৈ।

কৃষ্ণ—এৰা, নহ'লে কি কৰিবা? (বাৰ খুজি) অ', এই আৰ্চীখনৰ দাম কিমান হৈ? মোক হওঁতে নেলাগে; তেও সস্তা দামত পালে লৈ থ'ব পাৰোঁ।

পাহ—দাম কৰিমনে ঠিক কথা ক'ম?

কৃষ্ণ—ঠিক কথা ক'বা আকৌ।

পাহ—তেন্তে, এটকী কণ দিব।

(কৃষ্ণকান্তৰ বেগেৰে প্ৰস্থান)

ডাঙৰীয়া লৰ মাৰিলে কিয়? কি জিব খোজে কৈ যাওক চোন।

কৃষ্ণ—(ভিতৰৰ পৰা) আঠ অনাত দিবানে?

পাহ—(মনতে) আঠ অনাত বেচিলেও, চাৰি অনা লাভ থাকে। বাক তাৰ ওপৰে কি দৰকাৰ পাৰোঁ চাওঁ। (শুনাই) হাও! নপৰে; তেও যদি নিব খুজিছে, পোন্ধৰ অনা দিয়ক।

কৃষ্ণ—(ভিতৰৰ পৰা) মই দহ অনাতকৈ এটা পইচাও নিদিওঁ।

পাহ—তেন্তে গুচি যাওক; ভালক ভালে কেতিয়াও নেপায়। (অলপ চাই থাকি) সঁচাকৈয়ে গ'লেই হ'বলা! উভতি উভতি চাই যাবলৈকো এৰিলে! হেৰ', মাতচোন মাত, মাত; চিঞৰ ধৰ।

ধুলি—(চিঞৰি) হেৰি ডাঙৰীয়া, হেৰি, শুনি যাওক।

(কৃষ্ণকান্তৰ পুনঃ প্ৰৱেশ)

পাহ—মুলে মুলেই এৰি দিলোঁ; এটা পইচা যদি লাভ ৰাখিছোঁ গুৰু-ভকতৰ অন্তৰ। তেৰ অনা পইচা দিয়ক, লৈ যাওক।

কৃষ্ণ—বাক দিয়া যদি বাৰ অনাত দিয়া, নহ'লে থাওক।

পাহ—বাৰ অনাত দিলে এক অনা পইচা লোকচান হয়; বাক আৰু দুটি পইচা দিয়ক।

কৃষ্ণ—তেন্তে থাওক, মই আহিলোঁ।

পাহ—বাক হোৱক, হোৱক, লৈ যাওক; আপোনাক হে লাগে।

(পইচা দি আৰ্চী লৈ কৃষ্ণকান্তৰ প্ৰস্থান)

যা, ঠগিলোঁ; লাভকে ৰাখিলোঁ আঠ অনা।

## ৪ৰ্থ দৃশ্য

[ পানীৰামৰ ঘৰ ]

( পানীৰাম আৰু মাণিকী )

মাণিকী—দুৱাৰ চুকৰ তুঁহ-গুড়িৰ পাচিটো ক'লৈ গ'ল?

পানীৰাম—কেলৈ, মই সেইটো পাচিতে কালি ধান কিনি অনাগৈ নাই?

মাণি—পাচিটো পাইছোঁ; তাৰ তুঁহ-গুড়িবোৰ কৰিলা কি?

পানী—তই কালি পানী আনিবলৈ যাওঁতে, বেঙুলী এটাক বেচি দি দুটা পইচা লৈ থৈছোঁ, বাপেকে।

মাণি—কি! মই তাতে বস্তু এটা থৈছিলোঁ নহয়, ক'ত থ'লা?

পানী—তাত কি বস্তুটো আছিল অ'? মই তাত একো বস্তু-বেহানি পোৱা নাই। সেই বেঙুলী-টোৱেই দেখিছে নহয়; তাৰ থৈলাত তুঁহ গুড়ি গাল ঢালি দি, পাচিটো আজৰাই লৈ, মই বজাৰলৈ গুচি গৈছোঁ।

মাণি—কি ক'লা? খালাঁ, খালাঁ! ভালটোকে কৰিলা নহয় আৰু?

পানী—কিটো কৰিলোঁ অ'? কিনো হ'ল?

মাণি—হ'বলৈ আৰু কি আছে? যি হ'ব লাগে হ'ল, কালিৰ সেই ধনৰ মোনাটো তুঁহ-গুড়িৰ মাজতে সুমাই থৈছিলোঁ।

পানী—হেৰ', কি নো কৰ! উস্, খালি, খালি, খালি; মোক টঙনিয়াই মাৰিলি! পোনে পোনেই এটকা কম এশ কপ। ভাবিছিলোঁ বোলোঁ দুখীয়াৰ দুখ দেখি হৰিয়ে চকু মেলি চালে। হেন্ কৰিম, তেন্ কৰিম—কত নো মনতে পাঙিছিলোঁ। উস্! ইয়াকে বোলে "বিধতাই দিলেও তিৰোতাই নিদিয়ে।" এতিয়া লাভৰ ভিতৰত টেঁটুত এশ টকা থাব লাগিল; ঘৰে-দুৱাৰে বেচি, মতা-তিৰোতা হালেহ বন্দী সোমালেও, এই জনমত এইখিনি ধাৰ শুজিব পাৰিম নে? ভাল মৰিয়াই মাৰিলি, তই মোক ভাল মৰিয়াই মাৰিলি!

মাণি—তুমি নিজ হাতে বেঙুলীক ধন দি পঠিয়ালা, তেওঁ আকৌ জগৰটো ঘুৰি মোৰ গাতহে লাগিল? তুমি নো তুঁহ-গুড়ি বেচিছিলা কিয়? নেবেচা হ'লে ধন যাবলৈ নেপায়েই নহয়।

পানী—হেৰ' কোনোবাই নো তুঁহৰ পাচিত ধন থয়? তই তুঁহ-গুড়িৰ মাজত এশ টকাকৈ কপ সুমাই থৈছ বুলি, মই সৰবজান হ'ব লাগিছিল নে? মই সুধিছিলোঁ নহয়, বোলোঁ ক'ত থ'লি; তেতিয়া নকলি কিয়? তই যে ধন থ'বলৈ আৰু ঠাই নেপালি, মই কেনেকৈ জানিম?

মাণি—ময়ো নো আকৌ ইমানখন হয়গৈ বুলি কেনেকৈ জানিম? মই চালোঁ বোলোঁ ইয়াত আছে বুলি কোনেও নেভাবে; সেই দেখি কোনেও নেপাওক বুলিহে তাত থৈছিলোঁ।

পানী—এতিয়া কৰোঁ কি? বেঙুলীটোকে বিচাৰি যাওঁ বুলিবলৈ সি বা ক'ৰ মানুহ কোনখিনি' পালেগৈ তাৰ কি 'টায়ন' আছে। আৰু তাক পালেও, সি নো আৰু মোক কপ ওভোতাই দিব খুজিবনে? যেই হওক, যাওঁ এবাৰ বিচাৰি। (প্ৰস্থান)

মাণি—ময়ো চোন বাৰু 'ওচৰচুবুৰীয়া মানুহ কেইঘৰত পাক মাৰি আহোঁ; কিজানি সি আজিও আকৌ তুঁহ-গুড়িৰ লোভত আহিছেই।

(প্ৰস্থান)

## [illegible] দৃশ্য

[ হিমালয়ৰ ওচৰৰ উদ্যান ]

( ধনকন্যা আৰু ভাগ্যকন্যা, নিজ বেশেৰে )

ভাগ্যকন্যা—দিলোঁ হয় ধন তুমি,
দেখিলোঁ নহয়
দিয়া মাত্ৰে কেনি উৰি গ'ল ?

ধনকন্যা—উৰি গ'ল সাৱধানে নৰখাৰ বাবে ;
আকস্মিক ঘটনা মাথোন,
কিবা ৰূপে ঘটিল হঠাৎ।
ইয়াতে নিৰ্ভৰ কৰি,
উচিত নহয়,
নকৰোঁ প্ৰত্যয়
কোনো কথা কদাচিৎ মই।
দুনাই এবাৰ চাম
দিম ধন আকৌ এবাৰ
তেও যদি নোৱাৰোঁ কৰিব একো
এৰিম তেতিয়া বাৰু,
দেখুৱাৰা ভাগ্যবল তুমি।

ভা-ক—দিয়া ধন,
চোৱা বাৰু আকৌ এবাৰ,
উৰি যাব আকৌ কেনিবা।
ভাগ্য নেথাকিলে, ধন যায় এইদৰে,
নতুবা, থাকিও একো নোৱাৰে কৰিব।

ধ-ক—যাওঁ আহাঁ,
চাওঁ বাৰু ইবাৰ কি হয়।

ভা-ক—ব'লা বাৰু যাওঁ।

[ নৃত্য-গীত ]

ছুয়ো—আমি ছুয়ো সখী যাওঁ ;
মলয়া বায়ুত নাচি উৰি উৰি যাওঁ।
পৰ্বতৰ টিঙে টিঙে
সাগৰৰ ঢৌৱে ঢৌৱে
আকাশে পাতালে আমি যেনি তেনি যাওঁ।

---



# দ্বিতীয় অংক

## ১ম দৃশ্য

[ পানীৰামৰ ঘৰ ]

(পানীৰাম আৰু সদাগৰ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যা)

পানীৰাম—আৰু সেই দিন ধৰি আজিলৈকে, গৰু বিচৰাদি বিচাৰি তেনেই চলথ কৰিলোঁ, তেও সেই বেঙুলীটোৰে দেখা দেখি নহ'ল।

ধনকন্যা—নহয়, কথাৰ শুৰিতে লেঠা ; তুমি এফেৰি সাৱধান হ'ব লাগিছিল।

পানী—হে ডাঙৰীয়া, মইনো কেনেকৈ জানিম ? মই চালোঁ, পইচা দুটা পাইছোঁ, তুঁহ-গুড়িগাল দি লৈ থওঁ। তাৰ ভিতৰত এটকা কম এশ ৰূপ থকা বুলি জনা হ'লে, সি কটা বেঙুলীয়ে, দুপইচা নেলাগে, দহ পইচা দিয়া হ'লেও, মই দিওঁনে ?

ধ-ক—এৰা, ধন থোৱা ঠাইডোখৰেই বেয়া হ'ল। ততখিনি ধন তুঁহ-গুড়িৰ ভিতৰত থ'ব নেলাগিছিল।

পানী—সেয়া, মই তাকে ক'বই লাগিছোঁ, তাই নুশুনে। হেৰ', এয়া জনা-বুজা লোকে কি কৈছে, এতিয়া সেইপিনে কাণ পাতি শুনচোন ! তাই কয়, বোলে মই তুঁহ-গুড়ি বেচা বাবে, মোৰ গাতহে জগৰ ; তাই যে তাৰ মাজত মনে মনে ধন সুমাই থৈছিল, সেইবাবে হেনো তাই সমূলি নিজগৰীয়া। এয়ে মোক মৰা পেলালে, মোৰ দেউতাসকল, মোক মৰা পেলালে।

ভাগ্যকন্যা—সেইবোৰ দুখ কৰি থাকিলে আৰু কি হ'ব ? এতিয়া পাচে কৰা কি ?

পানী—কৰিম কি ? মিহি নিগমে মৰা পৰিলোঁ ; মোৰ আৰু কি কৰিবৰ উপায় আছে ? আপোনালোকে মাৰে মাৰক, কাটে কাটক বিহকে কৰে, মই তাতে সৈয়ান।

ধ-ক—আমি জানো কিবা তোমাক মাৰিব কাটিবলৈ আহিছোঁ? পাৰিলে, তোমাৰ উপকাৰ কৰিবলৈহে আহিছোঁ। এতেকে, তোমাক আকৌ এশ টকা ৰূপ দি যাওঁ, তুমি ভালকৈ গা-লাগি কাৰবাৰ কৰা।

পানী—আপোনালোক কোন? মোক চিনাকি দিয়কচোন।

ধ-ক—আমি কোন, বাৰু এতিয়া নেলাগে; পাচত সময়মতে চিনাকি পাবা।

পানী—কাটিলেও মোৰ গাত তেজ নোলায়। তাৰ উপৰি মোক আপোনালোকে চিনি নেপায়; সিদিনা এমোনা ধন দি গ'ল; মই সেই দিনাই হেৰুৱালোঁ; সেইটো মানুহকে আকৌ ঘূৰি কি সাহেৰে আপোনালোকে অতবোৰ ধন দিবলৈ আহিছে? এইখিনি ধনো যদি কেনেবাকৈ লোকচান হয়, তেন্তে এই ভিকহু মানুহটোৰ পৰা এই দুশকৈ ৰূপ আপোনালোকে কেনেকৈ উলিয়াই ল'ব?

ধ-ক—সেই বাবে একো কথা নাই। তুমি ভালকৈ ব্যৱসায় কৰিব পাৰিলে, আমাৰ এই দুশ টকা ওলাবলৈ কেই দিন লাগিছে? আৰু যদি তোমাৰ পৰা উলিয়াবও নোৱাৰোঁ, তেনে হ'লেও, আমাৰ যিটো কাৰবাৰ, তাত এই দুশ টকা একেবাৰেই লোকচান হ'লেও, আমাৰ গাত নেলাগে। এয়া, আকৌ এশ টকা দিলোঁ; (ধনৰ মোনা দি) এইবাৰ ভালকৈ সাৱধানে ৰাখিবা। এতিয়া আমি আহিলোঁ।

পানী—হে দেউতাসকল, মইনো আৰু কি ক'ম? আপোনালোক মোৰ কোনোবা জনমৰ আই-বোপাই আছিল। এটাইবোৰ ধনী মানুহ আপোনালোকৰ দৰে হোৱা হ'লে, এই পৃথিৱীখনেই বৈকুণ্ঠ হ'লহেঁতেন।

(ধনকন্যা আৰু ভাগ্যকন্যাৰ প্ৰস্থান; মাণিকীৰ প্ৰবেশ)

মাণিকী—এইবাৰ আৰু তুঁহ-গুড়িৰ পাচিত কেতিয়াও নথওঁ।

পানী—বাৰু হৈছে; এইবাৰ আৰু সি কথা নহয়। এইবাৰ তোমাক উৰালী পতা নেযায়। 'এবাৰ সাপে খালে দোৱা বাৰ লেজুতো ভয়'।

মাণি—তুমি নো ক'ত থ'বা?

পানী—বাৰু মই য'ত থওঁ থ'ম। চাওঁ তোৰ চেলেং কাপোৰখন উলিয়াই আন।

(মাণিকীৰ প্ৰস্থান)

(মনতে) ইয়াৰে এটকা উলিয়াই থওঁ। (ফুটাই) মোৰ লাখুটিডোখৰো লৈ আহিবি। (এটকা উলিয়াই লয়)

(চেলেং আৰু লাখুটি লৈ মাণিকীৰ প্ৰৱেশ। পানীৰামে প্ৰথমতে চেলেঙৰ আগত ৰূপখিনি বান্ধে, তাৰ পাচত সেই চেলেঙেৰেই পাগুৰি মাৰি লৈ, ৰূপ বন্ধা আগটো পাগুৰিৰ ভিতৰত ভালকৈ লুকাই লয়)

এতিয়া আৰু খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে, দিঠকে-সপোনে, আৰু ধুতিয়ে-বিধুতিয়ে মূৰৰপৰা এই পাগুৰি সোলোকোৱা নেযায়। এইবাৰ কটা খেঙৰ বেঙুলীয়ে নো কেনেকৈ ছলিবহি পাৰে চাওঁ। ইয়াৰে এই টকা লৈছোঁ। মাছ খাবলৈ আৰু পাহৰাৰ দৰে হ'লোঁ। বজাৰৰপৰা এফেৰা মাছ আৰু মৰাপাট ডালচেৰেক আনোগৈ। কি মাছ আনিম কচোন।

মাণি—আনিবলৈ হ'লে কাঁইটীয়া মাছবোৰ নানিবা দেও। ভাল চাই বৌ বা বাহু, নহ'লে আৰি বা কচ্, বা চিতল মাছৰ কোলঠি চকল-দিয়েককে আনিবা।

পানী—সেই বেঙুলীটো ধনৰ গোন্ধ পাই কিজানি

আকৌ ওলাবহি। তই চাই থাকিবি ; আহিলে ঠুকিবকে নিদিবি। ভালকৈ বুটি ঠাই-সবাবে ভাৰি দি, অপনাৰ মুখৰেপৰা খেদি দিবি।

মাণি—বাৰু তাক পালে, মই বুঢ়ীমাকে ভালকৈ মান ধৰিব জানিম। (তুইবো তুফালে প্ৰস্থান)

## ২য় দৃশ্য

[ বজাৰৰ ওচৰৰ আলি ]

( গেন্ধেলা ওজা আৰু জলহু ভকতৰ প্ৰৱেশ )

জলহু—ইস, ৰাম ৰাম! ৰাম ৰাম! দেউ, নগৰখন এনে বুলি জনা হ'লে, ইয়াক চাবলৈ মই সত্ৰৰপৰা খোজকে নলৰালোঁহেঁতেন।

গেন্ধেলা—কিয়? কিনো বেযা দেখিলা?

জল—আকৌ সুধিছেহে? এইখন দেশত থাকিলেনো আৰু মানুহৰ জাত থাকে নে? আমি হিন্দুস্থানী মানুহ ইয়াত কেনেকৈ থাকিম? বজাৰখন মই ভাবিছিলোঁ, বোলোঁ আমাৰ সত্ৰৰ ওচৰত থকা, গোবাক্সমল কেঞাৰ গোলাখনৰ দৰেই হ'বলা ; সেয়ে চাগৈ ডাঙৰ। পাচে দেখোন, চিৰাই-পিঠাই, মাছে-শাকে, চাউলে-পাতে গোটেইখন একেকঠি! এইখন বজাৰৰ বস্তু খালে আৰু জাত ক'ত থাকিব, দেউ?

গেন্ধে—এবা, নগৰমাটি ঠাই নহয়? ইয়াত আমাৰ সত্ৰৰ সমান বাছ-বিচাৰ নাই।

জল—গৰু-ম'হ চৰাবলৈ যি ঠাই নায়েই, আন কি কুৰা হ'বলৈকো ক'তো এচমকা ঠাই নাই। আলি হ'লে ইয়াত বান্ধি থ'লেও থাকিব নোৱাৰোঁ! আমাক উদাসীন 'বৈষ্ণৱ' মানুহক, খাইকৈ লাগে গৰু-ম'হৰ খুঁটি আৰু তাৰ পাচতে হৰিনাম। গৰু-ম'হটো থিৰ কৰিবলৈ ঠাই নেপালে, আমি ইয়াত কেনেকৈ থাকিম?

গেন্ধে—সেইটো চল আৰু ইয়াত পোৱা নহয়।

জল—মই হ'লে দেউ সত্ৰ পায়েই, পোনেই ভাগৱতী বাপুৰ ৰহালৈ গৈ পৰাচিত খেমুচেৰক হ'ম গৈ। ছয়ত্ৰিশ জাতিৰ মানুহে সৈতে ঠেলা-ঠেলি নকৰাকৈ ইয়াৰ বাটত এটা খোজ দিবৰ সন্ধি নাই। এটাইবোৰ বাঁখৰঙলুৱা মানুহ; গাবোৰ কিবা ভেকেটা-ভেকেট গোন্ধায়; কি নো বিংবিঙায় তাঁবো একো তত ধৰিব নোৱাৰোঁ। আৰু আমাৰ দৰে পোন কথা কোৱা যিখিনি হিন্দুস্থানী মানুহ দেখিছোঁ, সিহঁতৰো আমাৰ দৰে কোজাবা এটা নাই; আৰু পিন্ধা-উৰা, কুৰা-চকাও আমাৰ ফালৰ হিন্দুস্থানী মানুহৰ দৰে নহয়।

গেন্ধে—এবা, নগৰীয়া মানুহ নহয়, কি নীতি-নিয়ম আছে? আৰু বিংবিঙোৱাৰ যে কথা কৈছা, সেইবোৰ বিদেশী মানুহ; সিহঁতৰ কথা বুজাটো একেৰি টান তোন। তেও বুলি হ'লে, মই একো মুস্কিল নেপাওঁ দেই। গোসাঁইৰ মুক্তিয়াৰী কামত ফুৰোঁতে ফুৰোঁতে, যত তবহৰ বঙলুৱা কথা আছে, মই সোপাকে শিকিলোঁ। আৰু নহ'বই নো কিয়? মই নেদেখা দেশ নো আৰু কেইখন আছে? যেনেকি বিদেশী মানুহটো হওক, মই বঙলুৱা কথা ক'বলৈ ধৰিলে, সি তবধ লাগে নহয়।

জল—দেউ, এবাৰদিয়েক শুনালেহেঁতেন।

গেন্ধে—বাৰু ; সময় বুজি শুনাম, থাকঁা।

জল—আপুনি অলপ ৰ'ব। সৌটো পুখুৰী দেখিছোঁ, পানী টোপাৰ চলটো আছে, মই মুখ-হাত ধুই আহোঁ।

গেন্ধে—বাৰু যোৱা, মই এই বাটৰ দাঁতিতে বহি, গীত এটিকে ধৰোঁ।

( বহে ; জলহুৰ প্ৰস্থান )

[ ৰৰগীত ]

( ৰাগ—ধনশ্ৰী )

নাৰায়ণ মাগোঁ চৰণ-ৰতি তেৰা।
ই তিনি ভুবন, তুমহি বৰঠাকুৰ,
নাহি জানত মতি মেৰা।
ভুৱন চতুৰদশ কাযা ফিৰত মেৰি
বেৰি বেৰি অন্ত নহোই।
তাক তাক তাক ইবেৰি নাৰায়ণ
থোৰে করুণা কৰ মোই।
সঘল পাপী মহ হমো অধিকতম
কমনে তৰিতে মেৰি আশা।
কহয় মাধৱ, হৰি তুহোঁ পতিতগতি
ওহি মেৰি পৰম ভৰসা।

(মৰাপাট এমুঠি আৰু কুটা মাছ এভাগ লৈ পানীৰাম বেগেৰে প্ৰবেশ; মাছবিলাক সিঁচৰতি হৈ মাটিত পৰি যায়)

পানী—বাৰু চিলনীজনী হয়। হাতবেগৰা মাছকেই-চকল নিয়াহে। ( মাছ বোটলে )

গেন্ধে—কি হ'ল ৰাম?

পানী—এ নেদেখিছা দেও; মাছকেইচকল কিনি লৈ আহিছোঁ; ক'ৰবাৰপৰা চিলনীজনী ওলাই হাততে থপিযাইছেহি। ৰ বাপেৰে, তোক মাছ খুৱাম।

( পাগুৰিৰ ইটো আগত মাছ বান্ধি পাগুৰিৰ ভিতৰলৈ সুমাই লয়; এনেতে বঙালী বাবুৰ প্ৰবেশ )

বঙালী বাবু—(মনতে) কি মুস্কিলেই পৰেছি! আজ তিন দিন ধৰে ঘুৰে ঘুৰে, একটা চাকৰেৰ যোগাৰ কৰে উঠ্‌তে পাল্লেম না। এখন দেখ্‌ছি, চাকৰেৰ দায়ে উপবাস্ কৰে কৰে পৈত্ৰিক প্ৰাণটাই মাৰা যাবে। আচ্ছা, এই বেটাকে একবাৰ জিজ্ঞাস্ কৰে দেখা যাক। (পানীৰামৰ ওচৰ চাপি) ওৰে, ভদ্ৰলোকেৰ বাড়ীতে চাকৰি কৰবি? খেয়ে-দেয়ে ভাল মাইনা পাবি।

পানী—(লাখুটি দাঙি) এই একেটা টাঙোনতে চেপেটা কৰিম। আহিছনে আকৌ?

ব-বা—( পাচ হুঁহকি ) বাবা ৰে! এ আবাৰ কি!

পানী—ভালে ভালে আঁতৰ হ। সিদিনা এটাই ভুঁহ-গুড়ি কিনাৰ ভাও ধৰি যি লাগে কৰিলে। আজি আকৌ এইটো ভাও ধৰি তই আহিছ? এইবাৰ নোৱাৰ ছলিব; টেঙৰ হ'লোঁ।

( বেগেৰে প্ৰস্থান )

ব-বা—বেটা পাগল না কি? কি হে বাপু, এটা কি পাগল?

গেন্ধে—আমি ৰাটৰুৱা মনুষ্য; পাগল হয়, কি পাগল না হয়, কহিতে নেপাৰি, বাবু।

ব-বা—বাঃ! তুমি তো বেশ বাংলা শিখেছ!

গেন্ধে—( হাঁহি হাঁহি ) আমি বহুত মলুক ফুৰিয়াছি। আপুনি কোন স্থান হইতে আহিছেন?

ব বা—সে অনেক দূৰ; হুগ্‌লি, নাম শুনেছ হুগ্‌লিৰ?

গেন্ধে—শুকুলি। মনে নপৰে। ইষ্টক ডিবুৰু, লগায়ৎ গুৱাহাটী, ইয়াৰ ভিতৰে কোনো দেচ আমাৰ বাকী নাই। 'শুকুলি' দেখোন 'চুনি' না! কিজানি 'চাগৰৰ চিপাৰে' হ'ব।

ব-বা—বটে, ঠিক্ ঠিক্; ভুলে গেছ বাপু, ত্ৰেতাযুগে যে শ্ৰীৰামচন্দ্ৰেৰ সংগে সাগৰ পাৰ হযে দেখে এয়েছ। ( প্ৰস্থান )

( জলহক টানি লৈ ৰামভজন কনিষ্টবলৰ প্ৰবেশ )

জল—হে দেউ, নিলে ঔ। নিলে ঔ। মৰিলোঁ ঔ। ধৰক ঔ!

গেন্ধে—কি হ'ল, কি হ'ল? কথাটো কি?

জল—মই যমদূতৰ হাতত পৰিলোঁ ঔ। হে, মোক ৰাখক ঔ।

ৰামভজন—আবে চুপ্ ৰহো, চিল্লাটাহে কাঁহে ? চৰকাৰ বাহাদুৰ পাথৰ লাগাকে ৰাস্তা বনায়া তোম 'প্ৰচাৰ' কৰনেকুৱাস্তে ? হামাৰা নাম ৰাম-ভজন ছিপাহী হোবে তো তুম্‌কো 'দচ' ৰূপেয়া জৰিমনা কৰাকে তব্ চোৰেগা। চল, থানামে চল।

জল—এইচৌৰে এতিয়া মোক 'থেনাত' দিবগৈ ঔ : আপোনাৰ এটাইৰে শপত, মোক 'থেনাত' নিদিয়াব ঔ, দেউ।

গেন্ধে—তুমি বাক নিচিপ্ৰৰিবাঁচোন। 'কনিষ্ঠ' বাবু, এই লোক 'চত্ৰীয়া' ভক্ত হে, আচল পকা 'বৈষ্টৱ' হে, খালি হৰিনাম গাস্তাহে আৰু ৰৰালি মাছ আৰ্ হৰিণা 'পচু' ধৰ্ ধৰ্‌কে খাতা হে। ম'হ-গৰুৰ খুঁটি পাতিকে, বেপাৰ কৰিকে, দুই-চাৰি মহা উলিয়াইকে পুতি পুতি থৈকে, পৰবস্তি হোতাহে। হাবি-তলমে থাকৃতাহে, 'কুচ্' নাহি জানৃতাহে, একদম্ বলধিহে। নগৰমে ইতিপূৰ্বে নাহি 'আচ্‌তাহে', ৰাস্তাকা দাতিমে 'চৰু পানী চোনেচে' ডগৰ লাগ্‌তাহে, এই বাত সমুলি মালুম নেপাও-তাহে। পহিলা কচুৰ বুলিকে, এৰি দেনেচে, আপ্‌কা ধৰম হে, আৰু হৰিবস্তু ৰাজকাৰ্যমে জয়যুক্ত কৰেগা, এই বাত ধুৰুপ হে।

ৰাম—আবে চোৰ্ দেও তোমাৰা ধৰম ঔৰ হৰিবস্তু। হাম্‌লোক্ পুলিচ্‌কে আদ্‌মি কভি নিমক্-হাৰামি নাহি কৰতা হে। চৰ্কাৰ বাহাদুৰকে নিমক্ খায়া, ইস্কু পাকৰ্‌কে লে আয়া ; আভি তুম্ নিমক্ খিলানেচে, তোমাৰা ভি নিমক্-হাৰামি কভি নাহি কৰেগা। আবে চল থানামে।

গেন্ধে—নাহি নাহি, কোনো বুধি উলিয়াইকে এৰ্‌নেচে আচ্ছা হে।

ৰাম—আবে আচ্ছা হে, আচ্ছা হে, কেয়চে হাম চোৰেগা ? কাছাৰিমে তো 'দচ' ৰূপেয়া জৰিমনা জৰুৰ দেনে হোগা ; আচ্ছা কৌন্ তক্‌লিফ্ কৰেগা, জৰিমানাকে পাঁচ্‌ঠো ৰূপেয়া নিকাল, হাম ছিঁয়াই চোৰ্ দেন্তা।

গেন্ধে—হাও ! পাঁচ ৰূপিয়া ! কাহা পায়েগা ?

ৰাম—দেখ, আভি হাম্ থানামে লে যানেচে, 'দচ' ৰে ক্ক কাছাৰিমে আনা-যানা কৰগে, উকিল ঔৰ মহৰীলোককু মুঠ্-মুঠ্ পইচা খিলাওগে ; ঔৰ্ জৰ্‌ভি, পিচাৰি 'দচ' ৰূপেয়া জৰিমনা হো যায়েগা। ছিয়াঁ খালি পাঁচ ৰূপেয়া ফেক, ঔৰ্ একদম্ আপ্‌না ঘৰ্‌মে চলে যাও।

গেন্ধে—চিপাহী বাবু, নিচেই দুখীয়া হে, পাঁচ ৰূপিয়া নাহি হে ; দুই ৰূপিয়াৰ সৰহ দেনেকা 'সমৰ্থ্'-হীন হে।

ৰাম—আচ্ছা, দে দেও ; জল্‌দা-জল্‌দি।

গেন্ধে—মেৰতলিমে দেখ্‌তা হে। ( ৰূপ দিয়ে )

ৰাম—কুচ্ বল মৎ কৈকু।

গেন্ধে—এঃ, এনে কথা কয়নে ?

ৰাম—আভি চলে যাও। ( প্ৰস্থান )

জল—ৰূপকেইটকা দিলেইনে কি ?

গেন্ধে—তাকে নৈহে আৰু এৰি দিছে।

জল—মই ৰূপকেইটকা নদা হ'লে, ই আজি মোক নিতান্ত 'থেনাত' দিলেগৈহেঁতেন।

গেন্ধে—হওঁতে পুঠিত বাচ্ছিছে, বোলে—'ভকতৰ কৈত আছে ভয়' ; তেও একা, মই ৰঙলুৰা মাত কিএষাৰ জনা বাবেহে, তাৰে নৈতে মিতালি-টো পাতি কামকেৰা সাধিব পাৰিলোঁ।

জল—এই বাৰবপৰা আৰু দেউ, নগৰ চাবলৈ মন নেমেলোঁ। এতিয়া আহক, দিনে-পোহৰে ইয়াৰ পৰা আঁতৰি গৈ এঠাইত গাঁৰত ৰাতিটো পৰি থাকোঁগৈ। ভাল জানিবা মই মুখ-হাত ধুই, তাক হাত-মুখ ধুৱালোঁ। ( দুয়োৰো প্ৰস্থান )

## ৩য় দৃশ্য

[ পানীৰামৰ চোতাল ]

( পানীৰামৰ প্ৰৱেশ )

পানীৰাম—ভাল মাৰিলা প্ৰভু, ভাল মাৰিলা ! হেৰ' জেতুকী-মাক কিনো কৰিছ ? ওলাই আহচোন ।

মাণিকী—( ভিতৰৰপৰা ) মাছ আনো বুলিছিলা দেখি, মই পাচলি এমুঠি কুটিছোঁ ।

পানী—মাছ খুৰালে ভালকৈয়ে আক । হে গোসাঁই মোক মৰা পেলালা, মোক মৰা পেলালা ।

( মাণিকীৰ প্ৰৱেশ )

মাণি—কিনো হ'ল ? মাছ নেপালা হ'বলা ? অ' ! হে পাগুৰি কৰিলা কি ?

পানী—কিনো সুধিছ মোৰ জেতুকী-মাক অঁ ! মৰিলোঁ মৰিলোঁ ঐ, নিগমে মৰিলোঁ । ধনে মাছে পাগুৰিয়ে সোপাকে একে থাপতে নিলে ।

মাণি—ঐ আই । ক'লৈ নিলে হেঁ ?

পানী—হে ক'লৈ নিলে কেনেকৈ ক'ম ? কেনিবা উৰাই নিলে ।

মাণি—কিনো কয় অ' ! কোনে নিলে ?

পানী—চিলনীয়ে নিলে, মোৰ জেতুকী-মাক ঐ, চিলনীয়ে নিলে ।

মাণি—সঁচানে মিছা ? ধেমালি কৰিছা নে কি ?

পানী—হেৰ' ধেমালি কৰিবলৈ, মোক নো কি বাঘ-ভেলে খাইছে । ভাল হ'ল আক ! তয়ো তৰিলি, ময়ো তৰিলোঁ !

মাণি—কিনো হ'ল ভালকৈ ভাঙি-পাতি কোৱাচোন ।

পানী—কিনো ক'ম, কিনো শুনিবি ? আমাৰ বাছক্-বনীয়া কপালেৰে সাধু কথাৰ দৰে অপূৰ্ব্বাত কথাই পালে । মাছকিচকল হাতত লৈ বাটে বাটে আহি আছোঁ, কৰবাৰ পৰা চিলনীজনী আহি হাততে থাপ মাৰি পঠিয়ালে । ভাবিলোঁ যোলোঁ হাতত নিলে এবাৰ নহয় এবাৰ, ছেগ চাই, তাই আকৌ থাপ মাৰি লৈ যাব । সেই-গুণে মাছখিনি বুটলি লৈ, তোৰ চেলেংখনৰ ইটো আগত বান্ধি পেলাই, পাগুৰিটোৰ ভিত-ৰলৈ সুমাই ললোঁ । পাচে আহি আছোঁ, আহি আছোঁ, কোনোবা টলকত, কেনিনো ওলালহি ততকে ধৰিব নোৱাৰিলোঁ,—একে থাপেই, নখৰ আগত পাগুৰি-গছ লৈ উৰা মাৰি, হেৰ' জেতুকী-মাক ঐ জানিবা গুলীটোহে গ'ল । চকুৰে দেখোঁমানে পাচে পাচে খেদিলোঁ; পাচে কি হ'ব ? চাই থাকোঁতেই নেদেখা হ'লগৈ ।

মাণি—ইয়াকেহে কৰিলা গৈ ? সিবাৰ জানিবা মই তুঁহ-গুড়িৰ পাচিত থৈছিলোঁ দেখি আজিলৈকে মোৰ গাতে দায় দি আছা ; পাচে এইবাৰ এক। ?

পানী—আজিৰ পৰা আৰু তোৰ গাত দায় দিওঁ যদি, তয়ে যি লাগে তাকে কৰিবি । মই বঢ়িয়াকৈ বুজিছোঁ, কাৰো গাত দায় নাই ; দায় আমাৰ কপালত । আমাৰ কপালেৰে, 'হৰিয়ে দিলেও জৰীয়ে নিদিয়ে ।'

মণি—এৰা, কপাল ভাল হ'লে নো এনে হয়নে ?

পানী—উস্ কটা । দুবাৰকৈ এখৰাহি ওখৰাহি ধন পাওঁ ! দুইবাৰ নো এনে হ'ব পায় নে ? এনে ধন কপাল লৈ জীয়াই থকাৰ সকাম কি ? ডিঙিত কলহ বান্ধি মৰি গ'লে একা ?

মাণি—ইস্ এনে কথা ক'ব নেপায় । গ'ল গ'ল ধন ; তুমি ভালে কুশলে থাকাঁ, আমাক নো ধন কেলেই ? আমি আগৰো দুখীয়া, এতিয়াও দুখীয়া । দুখীয়া হ'লে মানুহ নহয় নে কি ? আহাঁ আহাঁ, গধূলি হ'ল, চোতালখনৰ পৰা ভিতৰলৈ আহাঁ ! ( হাতত ধৰি লৈ যায় )

### ৪ৰ্থ দৃশ্য

[ পূৰ্ণিমাৰ পোহৰত হিমালয়ৰ ওচৰৰ কানন ]

( নিজ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যা )

[ নৃত্য-গীত ]

দুয়ো—সুন্দৰ প্ৰকৃতি সুন্দৰ অতি,
সুন্দৰ সুন্দৰ সুন্দৰ আজি।
হৃদয় তন্ত্ৰী সুন্দৰ নাচে,
সুন্দৰ সুৰেৰে সুন্দৰ বাজি।
সুন্দৰ গগনৰ সুন্দৰ ইন্দু
বৰ্ষিছে সুন্দৰ অমৃতবিন্দু
সুন্দৰ জোনাকত সুন্দৰ ধৰণী বজিছে,
গজিছে নন্দন লাজি।
সুন্দৰ মলযা সুন্দৰ ৰজনী
সুন্দৰ যমুনা সুন্দৰ তটিনী;
সুন্দৰ ফুলনি
সুন্দৰ বননি
সুন্দৰ সুন্দৰ সুন্দৰ আজি।

ভা-ক—এইবাৰো দেখিলা কি হ'ল,
ধন কেনি গ'ল,
পুনৰপি উৰি গ'ল দিয়া মাত্ৰে তুমি।

ধ-ক—এইবাৰ উৰি গ'ল সঁচা সঁচি;
আকাশৰ চিমনীয়ে
উৰি আহি উকৰাই নিলে।
থৈছিল অতি সাৱধানে,
নোৱাৰিলে ৰাখিব তথাপি।

ভা-ক—কোৱা তেনে,
কি কৰিবা ইবাৰ দুনাই?

ধ-ক—ইবাৰ তোমাৰ পাল।
দুবাৰ দিয়াতো ধন
নকৰিল সুফল প্ৰসূতি,
নাই মোৰ কৰিব লগীয়া আৰু;
তুমি কি কৰিব পাৰা
তাকে বাৰু চাওঁ।

ভা-ক—বাৰু তেনে মোৰ পাল এইবাৰ।
আজি ধৰি
সুপ্ৰসন্ন হ'লোঁ সেই দুখীয়াৰ প্ৰতি।
দেখিবা এতিয়া,
মাটি ছুলে সোণ হ'ব
দিনে দিনে সম্পদ বাঢ়ি,
ধন সোণ
যেনি পায় তেনি আহি, উপচি পৰিব।
এই মতি এই গতি নাথাকে ইদৰে
সকলো উন্নত হ'ব;
অলপ দিনতে
আচৰিত সলনি দেখিবা।
আহাঁ তেনে, যাওঁ দুয়ো আকৌ এবাৰ।

ধ-ক—ব'লা তেনে, যাওঁ।

[ নৃত্য-গীত ]

দুয়ো—( আমি ) ৰিৰি ৰিৰি মলয়াত উৰি ভাল পাওঁ;
উৰি উৰি ঘূৰি ঘূৰি নাচি নাচি যাওঁ।
কুলিৰ অমিয়া মাত, জোনৰ পোহৰ
মলয়াৰ ছাটি আৰু সুবাস ফুলৰ
লগে লগে নিওঁ আমি যেনি যেনি যাওঁ।
জোনাক জোনাক আমি জোনাক বিলাওঁ
জোনৰ জোনাক জোনাকত পোহৰাওঁ
জোনাক বিলাই কণ্ ঝুনু ঝুনু যাওঁ।
( দুইবো প্ৰস্থান )

### ৫ম দৃশ্য

[ পানীৰামৰ ঘৰ ]

( পানীৰাম, সদাগৰ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যা )

পানী—আচলতে কপালত সুখ নেথাকিলে, আপোনা-লোকে মোক কেনেকৈ সুখী কৰি দিব? এই

ভুৰাৰ দোমোনা ধন দিলেহি; মই তাৰ দহ টকা ৰূপো ৰাখি খাব নোৱাৰিলোঁ। বাৰু ধন নো ক'ৰবাত চিলনীয়ে থপিয়াই নিয়ে নে? এইটো কথাকে চাওকচোন। এনেখন মোৰ কপাল। পাচে এতিয়া আপোনালোক আহিল, ভাল হ'ল; মই বাটলৈ চাইহে আছিলোঁ। মোক এফেৰি উপকাৰ কৰক।

ভা-ক—কি লাগে কোৱা; পৰাখিনি পক্ষত আমি তোমাৰ উপকাৰকেহে কৰিম।

পানী—ধন আৰু মোক নালাগে; ধনে মোক গুগুজে। এই দুশ যে গ'ল, তাৰ বাবেও বেজাৰ কৰিবলৈ লাহে লাহে এৰি দিছোঁ। গ'ল গ'ল, ভালেই হ'ল; আগৰো নাই, এতিয়াও নাই। পাচে এতিয়া আপোনালোকৰ ধাৰৰ-পৰা নিস্তাৰ পাওঁ কেনেকৈ? ধাৰৰ বোজা লৈ মৰিবলৈ হ'লে মোৰ কি গতি হ'ব। মানুহহাল আৰু এই টোকোৰা পঁজাটো, ইয়াৰ বাহিৰে মোৰ একো নাই। এতেকতে, আপোনালোকে আমাক দুইকো আপোনালোকৰ লগতে লৈ ব'লক। আপোনালোক সদাগৰ মানুহক বহুত বন্ধুৱা লাগে; গাত এডোখৰ ফটা কানি, পেটত এমুঠি ভাত, মুঠেই ইয়াকে দিব, এই দুশ ৰূপ নমৰে মানে, আমি বন্দী হৈ থাকিম।

ধ-ক—সেই বাবে নো কেলৈ চিন্তা কৰিছা? আমি সিবাৰ কৈ গৈছোঁ নহয়, বোলোঁ দুশ টকা ৰূপ লোকচান হ'লে আমাৰ গা নেপায়গৈ?

পানী—নহয়, সেই বুলি মোৰ দিবলগীয়া বাবটো ক'লৈ যাব?

ভা-ক—বাৰু তুমি আগেয়ে যেনেকৈ খাইছিলা, সেই দৰেই খাই থাকা। যেতিয়া ধন-বিৎ গোটাব পাৰা, আমাক দিবা।

পানী—সেইদৰে হ'লে মোৰ ধাৰ শুজিবৰ কি শক্তি আছে? নহয়, মোক লৈ যাওক, ঋণ-সাগৰৰ পৰা নিস্তাৰ কৰক।

ভা-ক—বাৰু কিছু দিন বাট চোৱাচোন; সদায় একেকালে যাব নে? কিজানি গোসাঁয়ে চকু মেলি চায়েই। যদি কোনো পিনে একো নহয়, তেনেহ'লে পাচত জানো কিবা আমাৰ লগত যাব নোৱাৰিবা?

পানী—মই কয় বাটি, পেটত খাই, আকৌ ধন সাঁচি ধাৰ শুজিম, সেইটো পাইছোঁ। বাৰু আপোনা-লোকে নিনিয়ে, য'তে ত'তে বন্দী সোমায়েই কিবা এটা দিহা কৰিম। আকৌ কেতিয়া লগ পাম, তাবে এটা ঠিকনা দি যাওক।

ধ-ক—আমি এইফালে বেপাৰলৈ আহিয়েই থাকোঁ। আজৰি পালেই, মাজে-সময়ে আহি তোমাৰ ভু-ভা লৈ থাকিম। ধাৰৰ বাবে কোনো চিন্তা নাই।

ভা-ক—তুমি আমাৰ ধাৰলৈ কিয় ইমান ভয় খাইছা? তাৰ বাবে ক'তো বন্দী সোমাব নেলাগে। আমি এইবাৰ আহোঁতে বাৰু এটা দিহা কৰিমহি। এতিয়া আৰু আমি যাওঁহক। হোৱা তোমাক এটি বস্তু দি যাওঁ; এই সীহডুখৰি দিলোঁ।

পানী—কি কৰিব লাগে ইয়াৰে?

ভা-ক—থৈ দিয়াঁগৈ; কপাল ভাল হ'লে, ইয়াৰেপৰা সোণৰ গছ গজিব পাৰে।

পানী—ওঁ, পাৰে তো; মোৰহে যেনে কপাল, কিয় নোৱাৰে? সোনা যোনে ধনহে পাখি লাগি উৰি যায়!

ভা-ক—বাটতে পালোঁ সীহডোখৰ, পেলাই দিয়নে আৰু? থৈ দিয়া। এঠাইত পেলাই; সি নো কি ভাত-মাছ খুজিব?

ধ-ক—থৈ দিয়া, কেতিয়াবা কিবা কামত লাগিব পাৰে। আমি আহিলোঁ।

পানী—ভাল, সেৱাহে।

( ধনকন্যা আৰু ভাগ্যকন্যাৰ প্ৰস্থান )

দেহি ঐ, ডাঙৰৰ ডাঙৰ মন! অতখিনি ধন হেৰাল দেখিছেই, তেও একেষাৰ টান কথা নাই। আমাৰ পাহৰৰ দোকানীৰ দৰে ন চহকীয়ে পোৱা হ'লে দুশহে নেলাগে, দুটা পইচাৰ লগতে অত বেলিয়ে মোৰ গাৰ মঙহকে একবাই নিলেহেঁতেন।

---

## তৃতীয় অংক

### ১ম দৃশ্য

[ পানীৰামৰ ঘৰ ]

(আগতকৈ অলপ ভাল সাজেৰে পানীৰাম আৰু মাণিকী)

পানী—মই গৰুও গৰু আওগৰু আছিলোঁ। এতিয়াহে মোৰ চকু দুটা মুকলি হৈছে। অত দিন চকু মুদি ফুৰিছিলোঁ।

মাণি—বাৰু কিহৰপৰা নো কিটো হ'ল মোক ভাঙি-পাতি কোৱাচোন। এতিয়া যে দুটা পইচাৰ মুখ দেখিছোঁ, অত দিন নো ইমান দুখত কিয় গ'ল?

পানী—সেই দিনা মনত পৰেনে, সেই যে শকত ফয় ডাল বেচি আধলি এটা পাইছিলোঁ?

মাণি—পৰে তো।

পানী—আনকাল যি কেইটা পইচা পাওঁ, তাৰে পোনতে এডাল ফয়ৰ জোখাই মৰাপাট কিনো; তাৰ পাচত যি থাকে, তাৰে খাবলৈ বস্ত-বাহু কিনি লৈ আহোঁ। আন কালৰ হোৱা হ'লে, সেই দিনাও চাৰি অনা ভাঙি খাই, চাৰি অনাৰহে মৰাপাট আনিলোহেঁতেন। সেই দিনা হৰিয়ে কিবা এটা বুধি দিলে, লঘোনেই থাকিলোঁ, তেও তাৰ এটা পইচাও ভাঙি খাবলৈ নহ'ল; আঠো অনাৰে তেনেই মৰাপাটকে কিনি আনিলোঁ।

মাণি—এৰা হয় হয়, সেই দিনা বাৰ্তিও লঘোন নহয়?

পানী—সেই লঘোনৰ বাবেইহে ইমানেই হৈছে। পাচে, তাৰে দুডাল ফয় হ'ল। পাচ দিনা বজাৰত বেচি এটকা ৰূপ পালোঁ। সেই টকাৰ সেই দিনা চাৰি অনা ভাঙি খাই, বাৰ অনাৰ মৰা-পাট আনিলোঁ। এইদৰে অলপ অলপকৈ বঢ়াই গৈ, পাচত দিনে আঠ-দহডালকৈ ফয় বাটিবলৈ ধৰিলোঁ। তাৰ পাচত তোকো তাকে কৰিবলৈ শিকাই ল'লোঁ। এতিয়া দুইবো মাজত দিনে কুৰি ডালকৈ ফয় বাটি-ছোঁহক। ঈশ্বৰো একেৰি দয়া হ'ল, ফয়ৰ দামটোও দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে। তেনেতে, আমাৰ লগত ফয় বাটিবলৈ এই মানুহকেইটাও ল'লোঁ। তেতিয়াৰেপৰা দিনে পতি এশ চকুৰিকৈ ফই বেচিছোঁ। তাকেহে ভাবিছোঁ বোলোঁ, এইদৰে এদিন লঘোন কৰি চাৰি অনা পইচা বাহি কৰি ল'বলৈ নো অত দিনে মোৰ আকলে নধৰিছিল কিয়?

মাণি—সেইটো এতিয়া কি কৰিবা? সেইদৰে হোৱা হ'লে দেখোন ইমান দুখেই নহয়।

পানী—পাচে, এতিয়া হাতত অলপ ৰূপ গোট খাইছে। এতিয়া সৰহীয়াকৈ কিছু মৰাপাট কিনো; আৰু ফয় বাটিবলৈকো আৰু গোটাদিয়েক মানুহ ধৰোঁ। আপুনি, এইদৰে লাহে লাহে মানুহ বঢ়াই যাব পাৰিলে, হৰিয়ে কৰিলে কাৰবাৰো বাঢ়ি গৈ থাকিব।

মাণি—ভাল দেখিছাঁ যদি কৰা। মই নো এইবোৰৰ কি জানো?

পানী—মই হ'লে ভাল দেখিছোঁ; বাৰু আহ, ছুয়ো নিৰলে বহি, ভালকৈ কথাটো আৰু এবাৰ গমি পিটি চাওঁগৈহক। (ছুইবো প্ৰস্থান)

## ২য় দৃশ্য

[ৰূপেশ্বৰৰ চোতাল]

(সুমথিৰাৰ প্ৰবেশ)

সুম—ইয়াকে ক'লে মোৰ গাত জগৰ লাগিব। দিনৰে দিনটো এই গোটা মানুহটোৱে বাৰু কি কৰিছে! ছুঠেই খাব-শুব আৰু কানি-পাণ পুৰিব। উজানৰ মাছ মাৰিবলৈ লোকে মথাই মথাই গৈছে। জালখন লৈ ময়ো চোন ওলাওঁ, খেও এটা মাৰি ছুটা পুঠি-মাছ ধৰি আনো। সিমানটো আকৌ কিয় কৰিব।

(ৰূপেশ্বৰৰ প্ৰবেশ)

ৰূপে—হেৰ', মই খুচি আছে যাম, খুচি নাই নেযাম, তই মোৰ ওপৰত হুকুম কৰিবলৈ কি বৰ 'মেহেৰাণী' জনী ওলাইছহি? মোক তই 'সামাইন্' মানুহটো যেন পাইছ, নহয়? নেদেখিলিনে? সিদিনা বাপুৰাম মৌজাদাৰেও, এই পিনে যাওঁতেহি, মোক 'মাইন' কৰি, তুমি-তামাকৈহে মাতি গৈছে। মই তোক জাল বাই খুৱাব লাগে।

সুম—জানিছোঁ; পাছে ঘৰত বহি টিকিবা পুৰি থাকিলেই বৰ লোক জনৰ খাবলৈ ওলায় ক'ৰ?

ৰূপে—মই নোখোৱাকৈ আছোঁ, নেকি? মাছে-শাকে, কানি-পাণে, চাহ-পানীয়ে দিনৌ ৰাজভোগ ভুজিছোঁ, তই দেখা নাই?

সুম—কাৰবাৰ যহত! মই বেটীজনীয়ে-গোটাই পিতাই দিয়হি, বৰ লোকজনে বহি গৰাহটো জুৰিব!

ৰূপে—তোৰ কৰিবৰ যাব, তই কৰিবিয়েই। তিৰীৰ তিৰী কাম নকৰিলে তোক কোনে শুদাই এৰিব? তই হ'বলা ভাবিছ তই নহ'লে মই কাতি হৈ পৰিম। তই গুচি যাচোন, তেতিয়াও মই কেনেদৰে খাওঁ চাবি।

সুম—মোৰ যাবলৈ ঠাই নোহোৱা হোৱা নাই। আইহঁতৰ ঘৰলৈ গ'লে ককাইটিয়ে গাত টোপ নপৰাকৈ আলাসৰ লাড়ু খোৱাদি থ'ব।

ৰূপে—অ' সেই ছাল-ছিগাটোৰে? সেই ভিকহুটোৱে তোক চাওত তুলি থ'ব?

সুম—আমি ছাল-ছিগা ভিকহু ভাবেই থাকিব পাওঁ। বৰ মানুহবোৰে তেনে ভিকহুৰ ছোৱালী আনিব নেপাইছিল।

ৰূপে—হেৰ', এতিয়াও তই গুচি যা। তই গ'লে, কাইলৈকে মোক ভৰিত ধৰি কেইজনী দিয়েহি, দেখিবি।

সুম—একো কথা নাই। বাৰু কাইলৈকে অমুকীয়ে কি ধুন দেখুৱাওঁ, দেখুৱাম; পুৱাতে উঠি, আইৰ ঘৰলৈ গুচি নেযাওঁ যদি, মোৰ নামে কুকুৰ পুহিবাঁ।

ৰূপে—(অলপ ভাবি মনতে) ইস্, কথাষাৰ বেয়া সুৰে গ'ল একা। তাই সঁচাকৈয়ে মোক এৰি গ'লে, মোৰেহে কলপ্ জলপ্ লাগিব। আকৌ নো এজনী কোনে দিব! ইমানতে এফেৰি কোমল নেকাটিলে নহয়। (শুনাকৈ) হেৰেই, খং খালিনে কি, নেই? তোৰ আৰু খং কৰোঁতেই খংখন উঠে। মই জানো কিবা জাললৈ নেযাওঁ বুলিছোঁ?

সুম—যাওঁ বুলিলেনো মোৰে সৈতে অতখন চুপতি কিহৰ ?

ৰূপে—জালখনত গুৰা নাই তই জানো কিবা নেজান ? গুৰা নহ'লে জালৰ খেও মাৰিব পাৰিনে ? বোলোঁ তয়ো গাঁৱৰ পৰা আহক ; দুয়ো গোট খাই কথাটোৰ 'পোৰামাছ' কৰি এটা দিহা কৰিম। পাচে তয়ো আহি বৌবৌৱাই উঠিলিহি, সেই দেখি ময়ো দুএষাৰ ৰং কৰিলোঁ। তই আকৌ তাতে লাগিছ।

সুম—লোকৰ পেটৰ কথামখা মই আকৌ কেনেকৈ জানিম ? বাৰু পাচে গুৰাৰ কি হ'ব এতিয়া ?

ৰূপে—তই যা ; কাৰ হয় ঘৰৰ পৰা মোক বেগতেই গুৰা গোটাদিয়েক আনি দে। যদি নেপাৱ, ক'ৰ হয় সীহ এডোখৰকে আনিবি, মই ততালিকে গুৰা কৰি ল'ম। কানিৰ ৰাগী এৰাই, মোৰ গাত গোসাঁই নোহোৱা হৈছে। সোৱা সখিও আহিছে ; টিকিৰাকেইটা কৰি লৈছোঁ ; আমি তাকে বেগতে পুৰি লওঁহক।

সুম—বাৰু, মই যাওঁ ; তুমি টিকিৰা-টুকুৰা খাই বেগতে ওলোৱা।

(প্ৰস্থান)

(ভদীয়াৰ প্ৰবেশ)

ভদী—কি কৰিছাঁহে সখি ? মাছ মাৰিবলৈ যাওঁহক, ব'লা।

ৰূপে—এ, কিনো ক'বা দেও। সেই বাবেই এতিয়া গিজনীৰে সৈতে এখন লগাহে : কোনো মতেহে সাৰিছোঁ।

ভদী—কিয় কিয় ? কিনো হৈছিল ?

ৰূপে—আহাঁ বাৰু, ভিতৰলৈ আহাঁ। পাণ কৰি থৈ আহিছোঁ ; দুয়ো খাওঁগৈ। কি হৈছিল তাতে ক'ম শুনিবাঁ।

(দুইবো প্ৰস্থান)

## ৩য় দৃশ্য

[ পানীৰামৰ চোতাল ]

(সুমথিৰাৰ প্ৰবেশ)

সুম—অ' জেতুকী-মাক আছাঁ নে ?

মাণিকী—(ভিতৰৰপৰা) আছোঁ : কোন সেইটি ? সুমথিৰা নে ?

সুম—এৰা দেও, এইটে ওলাই মাতাঁচোন।

(মাণিকীৰ প্ৰবেশ)

মাণি—কি হ'ল আই ? ৰাতিখন আহিলি দেখোন ?

সুম—বস্ত এখন বিচাৰি আহিলোঁ দেও ; আজি মাছৰ উজান পৰিছে। "খটিৰাওঁতে খটিৰাওঁতে কোনোমতে আমাৰ গিটো মাছলৈ যাওঁ বুলিছে। তলৈকে পাচে জালখনত গুৰা নাই। সীহ একেৰা পালেও গুৰা গোটা-দিয়েক কৰি ল'ব পাৰে ; তাকে ক'তো নেপালোঁ। তোমালোকৰ ফালে কেনেবাকৈ ক'ৰবাত আছে যদি সীহ একেৰা গোনাই নিবলৈ বুলি সোমালোঁ।

মাণি—এ, ক'ৰ হ'ব মোৰ আই ? আয়ৈ দেহি। কেলৈ আহিলি ৰাতিখন মিছাতে ?

পানীৰাম—(ভিতৰৰপৰা) হেৰ' কেলৈ, সিদিনাৰ সেই সীহডোখৰ নাছিল নহয় ?

মাণি—অ' হয়। ৰ'বিচোন বাৰু ৰ'বি ; আছিল হয় এডোখৰ।

(প্ৰস্থান)

সুম—এৰা দেও, আছে যদি, দিয়া। অকণমান চাই চিতি ; ধৰিব পাৰে যদি একেৰা মাছকে খুৱাম।

(মাণিকীৰ পুনঃ প্ৰবেশ)

মাণি—পালোঁ পালোঁ ; হোঁ আই ; (সীহ দিয়ে) জুৰিব নে ইয়াৰে ?

সুম—অ' জুৰিব জুৰিব ; বঢ়িয়াকৈ জুৰিব। উস্ হক তেও, বৰ কথা হ'ল দেও ; বৰ গুণ

লৈছোঁ। মই কাইলৈ যেনে তেনেকৈ ভাল মাছ এপাজ খুৱামহিয়েই খুৱামহি। মিছা কৈছোঁ যদি বাটত দেখিলেও গালি শপিবা ; ঝাড়ুনীৰে খুচিবা।

মাণি—এ আই, এনে কথা নো কিয় কৰ আই? কিনো বৰ ধন-সোণবোৰ দিলোঁ! আছে বস্তুখন, তই ওচৰ চুবুৰীয়া মানুহ ; লগা হৈছে লৈ যা ; আমিনো তাৰে কি কৰিম? মৰমত দিয় যদি কেতিয়াবা সৰহীয়াকৈ মাছ পালে, এনেয়ে এচকল দিবি, নেপালে নিদিবি। মই কিবা মাছৰ সলনি সীহ দিছোঁ নে, তালৈকে তই কুকুৰা কাটি শপত খাব লাগিছে?

সুম্—এৰা, হওঁতে ওচৰচুবুৰীয়া মানুহ যেতিয়া, পালে এচকল এনেয়ে দিব লাগে। বাৰু এতিয়া আহিলোঁ, থাকিবাঁহে আৰু ; সিটো চাগৈ বৈ আছে।

মাণি—বাৰু যাগৈ আই।

(দুইবো দুফালে প্ৰস্থান)

## ৪র্থ দৃশ্য

[ৰূপেশ্বৰৰ চোতাল]

(ৰূপেশ্বৰ, ভদীয়া)

ৰূপে—উস্ দেও, এতিয়াহে গালৈ তৎ আহিছে। ধোঁৱা কেহোঁপা নিগিলোঁ মানে, মই তথানধা দেখি গ'লোঁ। এতিয়াহে মনটো মুকলি লাগিছে, গাটোও বজিৎ বজিৎ লাগি পৰিছে। এনেহে লাগিছে যেন এপাক নাচিমেই।

ভদী—নক'বা আৰু। কানিৰ মান, বস্তু ক'ত আছে! সেইহে জনা বুজা লোক বুলিলেই ইয়াৰ ভকত হয়। কানি হৈছে দেৱতাসকলে খোৱা স্বৰ্গৰ বস্তু। নহ'লে ইয়াৰ এনে গুণ হ'ব কিয়?

ৰূপে—এনেটো বস্তুকোনো বাৰু মানুহে নিন্দা কৰিব পাৰনে?

ভদী—যি কানিৰ নিন্দা কৰে, সেই আটাইবোৰ "মুৰুখ" মানুহ। সিহঁতে ইয়াৰ কি মোল বুজে! সিহঁতে ইয়াৰ কি মোল বুজে। খাই চালেহে জানিব ইনো কেনে বস্তু। তেনেবোৰ অবুজন প্ৰাণীৰ কথা আমাক কিয় লাগিছে?

(সুমথিৰাৰ প্ৰৱেশ)

সুম—গুৰা নেপালোঁ ; হোৱা এইডোখৰ সীহকে পাই আনিছোঁ।

ৰূপে—(সীহ লৈ চাই) এ বঢ়িয়া হ'ব। এৰা, মোৰ সুমথিৰা নে কোন। এনেবোৰ কথাৰ মুৰতেহে তেওঁ মই তোক কেঁচা সোণ দেখোঁ। যা এতিয়া বেগতে গলাই পেলাগৈ। (সীহ ওভোতাই দি) গুৰাকেইটা কৰি লওঁ মাথোন, চাবি আজি মাছকে গোৰাগোৰ কৰিম। (গীতত ধৰে)

(সুমথিৰাৰ প্ৰস্থান। ৰূপেশ্বৰে গীত গাই নাচে লগতে ভদীয়ায়ো একো আষাৰ গাই একোটা পাক দিয়ে)

[গীত]

আজি বৌ বাহু আৰু ভেউ ভাবেৰে আনিব
বিহাই বিহাই বৰ বৰালি ধৰিম।
চিতল খৰিয়া
মিৰিকা ঘৰিয়া
মখা-মখে ধৰি আনি দ'মাই ঢালিম।
মাছ দেখি ৰং পাব
ভাই বেটী মোহ যাব
পাৰেনে এৰিব মোক দেখিম দেখিম ;
মজা কৰি বহি বহি টিকিৰা পুৰিম।

## ৫ম দৃশ্য

[ পানীৰামৰ বাহিৰ ঘৰ ]

( পানীৰাম, পাহৰৱ )

পাহ—তোমাৰ কাৰবাৰ দিনেপতি বাঢ়ি গৈছে। লাভো বহুত হৈছে চাগে। আমাৰ ফালেহে দোকান-পোহাৰ তেনেই মুঠেই তললৈ গৈছে।

পানী—কিয় ?

পাহ—আজিকালি দোকান-পোহাৰ দি খাব নোৱাৰা হ'ল। মানুহবোৰ যেনেহে টিমক হ'ল, সিহঁতৰ চকুত আঙুলি দিব নোৱাৰি। আগৰ দৰে উচিত দামতকৈ দুমহা বঢ়াই ল'বৰ, বা কোনোটো বস্তু জোখতে অলপ কমাই দিবৰ দিন উকলিল। কিবা এটা কিনিব খুজিলে বেয়া বস্তু দিওঁ বুলি, পিটিকি পিটিকি চাব। এনেকুৱাত দোকান-পোহাৰ কেনেকৈ চলে ? পাচে মই আহিলোঁ কিয়—কাইলৈ মোক ভালেখিনি ফয় লাগে ; তুমি কিমান দিব পাৰিবাঁ ?

পানী—তোমাক লাগে বা কিমান।

পাহ—চাৰি মোন মান দিব পাৰিবাঁ নে ?

পানী—পৰা হ'ব ; লাগিলে তাতকৈ সৰহো ওলাব।

পাহ—বাৰু তেন্তে, কাইলৈ মোক দোমোন ফয় লাগিব ; দিহা কৰি থ'বাঁ। মই এতিয়া আহিলোঁ।

পানী—অলপ ৰ'বাঁ ; সিদিনা তুমি ফয়ৰ দাম দিওঁতে ভুলত ৰূপ এটকা বঢ়াই দি গ'লা। তাকে মই আনি দিওঁ, এতিয়া লৈ যোৱাঁ।

পাহ—হয়নে কি ? যোৱাঁ যোৱাঁ, তেন্তে লৈ আহাগৈ।

( পানীৰামৰ প্ৰস্থান )

( মনতে ) এনেটো আকল পুৰি খোৱা গোট গৰুৱেনো কেনেকৈ লাভ কৰি খাইছে ! লোকৰ ধন পাইনো কোনোবাই উপযাচি ওভোতাই দিয়ে। হ'ব নোৱাৰিলে লোকৰ ভুল, তুমি হাতত পোৱা ধন কিয় এৰি দিবাঁ ? কপাল বিধতাৰ নো কি বিচাৰ একা। এনেটো অলগৰ্দ্ধ মানুহকে ফয় বেচাই লাভ খুৱাইছে ; ইকালে এনেদৰে ধনৰ মোল বুজা মই হেন হিচাবী মানুহটোকো মনৰ জোখাৰে লাভ কৰিব নিদিয়ে।

( পানীৰামৰ প্ৰবেশ )

পানী—হোৱাঁ, এই টকা তোমাৰ ৰূপ।

পাহ—দিয়াঁ দিয়াঁ দেও ; ( ৰূপ লৈ ) তুমি দেখিহে ওভোতাই দিলোঁ। আজিকালিৰ অধৰমী মানুহবোৰে পোৱা হ'লে, কেতিয়াও নিদিয়ে।

পানী—কিয় নিদিম ওভোতাই ? তুমি ভুলত ৰূপ টকা দি গ'লাঁ বুলিয়েই, মই তাক অহকতো ল'ব পাওঁনে ?

পাহ—বাৰু মই যাওঁ ; পাচে ফয়খিনি ভাল চাই দিবা দেই। পচা মৰাপাটৰ ফয়বোৰ নিদিবাঁ।

পানী—মই পচা মৰাপাটৰ ফয় নেবাটেঁাও, নেবেচোঁও। সঁচি ধন ল'ম, ভাল বস্তু দিম। লোকক ভাল বুলি বেয়া বস্তু দি ঠগিম কিয় ?

পাহ—তেও বুলি কথাষাৰ কৈ থৈছোঁ। এতিয়া মই যাওঁহে।

পানী—বাৰু ব'লা ; ময়ো জপনাখন মাৰি থৈ আহোঁগৈ।

( দুইৰো প্ৰস্থান )

## ৬ষ্ঠ দৃশ্য

[ নৈ ]

( ভাগ্যকন্যা আৰু তেওঁৰ সখীসকল )

[ নৃত্য-গীত ]

সকলোৱে—( আমি ) ৰুণুক্ ঝুনুক ৰুণুক্ ঝুনুক
নেপুৰ বজাই যাওঁ।
পানীৰ তলত, মাছৰ পেটত হীৰা ওপজাওঁ।

পোহৰ সিচি ভাল পাওঁ
পোহৰ সিচি সিচি যাওঁ
আন্ধাৰ বাতি, সাগৰ-তলি, পোহৰ ঢালি
পোহৰাওঁ।
টুপুৰ টুপুৰ নিয়ৰ পেলাই
শিলৰ পাহাৰ পেলাওঁ গলাই
শুকান ডালক ৰমক্ জমক্ ফুলেৰে ফুলাওঁ।
(প্ৰস্থান)

(ৰূপেশ্বৰ, ভদীয়া আৰু আন আন জালোৱাইঁতৰ প্ৰৱেশ)

[গীত]

সকলোৱে—ধৰ উজানৰ মাছ হেপাহ গুচাই।
আগ বাঢ়ি আহি থাক জাল বাই বাই।
নাৰ বাট গেলি যাব
কুঢ়ি চেনী কোনে খাব
নধৰিবি সৰু মাছ কোনো কাম নাই।
ৰৰ ৰৰ মাছবোৰে
চাই যাবি কেনি সাৰে
দেখিলে মাৰিবি খেও খবৰ্দাৰী হৈ।
খেৰে পতি বুঢ়া বৌ
চিতল ৰৰালি ভেউ
ধৰিম বাপেকে আজি 'বেহাতুৰি' কৈ।

---

## চতুৰ্থ অংক

### ১ম দৃশ্য

[মাণিকলাল জহৰীৰ ঘৰ]

(মাণিকলাল আৰু মালতী)

মাণি—আচল হীৰা! এনে হীৰা আজিকালি পাবলৈ নাই। ক'ত পালা তুমি এইডোখৰ?

মাল—পামীৰামৰ ঘৈণীয়েকৰ হাতত আছিল; বস্তুটো কি চিনিব নোৱাৰি অনাদৰ কৰি পেলাই থৈছিল। মোৰ দেখিয়েই মনে গাজিলে; সেই দেখি আপোনাক দেখুৱাবলৈ খুজি আনিছোঁ।

মাণি—'ফটা কঁথাতো সোণ থাকে' বুলি যে কয়, ই তেনে কথা। আজি ২১ বছৰ হীৰা জহৰতৰ খেল কৰিছোঁ, এনে হীৰা ক'তো চকুত পৰা নাই। সেইটো মানুহৰ ঘৰত যে এনেটো বস্তু আছিল, তাক কোনে জানিছিল।

মাল—তেনেহ'লে সিহঁতৰ বৰ কপাল! ইয়াৰ বাৰু দাম নো কিমান হ'ব?

মাণি—ইয়াক এইদৰেই বেচিলেও, নাই নাই বুলিও, তিনি লাখ টকা পোৱা যাব। ভালকৈ কাটি কুটি অলংকাৰত লগালে, ইয়াৰ দাম আৰু সৰহ হ'ব। সুন্দৰপুৰৰ ৰজাই, তেওঁৰ পাগুৰিত লগাবলৈ, আজি বহুত দিনৰে পৰা, এনে এডোখৰ হীৰাৰ কথা মোক কৈ আছে। তেওঁৰ গুৰিত উলিয়াবগৈহে লাগে, এতিয়াই টকালি মাৰি কিনি ল'ব। তাৰ উপৰিও, বিচাৰি দিয়াৰ বাবে, মোকো কিছু পুৰস্কাৰ দিব। তাৰ পাচত, কাটি কুটি, সজাই পৰাই, পাগুৰিত লগাব পৰা কৰি দিয়া বাবেও কিছু পাম। টকাদিয়েক ঝাপ দি, এনে গেৰোঁ-গেথোঁ ভাবেৰে কিনি থোৱা।

মাল—নহয়, নহয়, সেইটো কথা ভাল নহয়, বুজিছে নে? পাৰে যদি, ৰজাক বেচাই দি, যি দাম পায়, সিহঁতক আটুটে আটুটে দিয়াই দিয়ক। ওচৰচুবুৰীয়া দুখীয়া মানুহ দেহি; অত কাল দুখতে গৈছে, এতিয়া তেওঁৰ সুখ হ'ব।

মাণি—পাচে, আমাৰ লাভ কি?

মাল—ৰজাই যি বঁটা দিয়ে, আৰু হীৰাখন গঢ় লগাই পাগুৰিত লগোৱা বাবে যি পোৱা হয়, সেয়ে আমাৰ বহুত। আমাক নো আৰু কি লাগিছে? ঈশ্বৰে সকলো দিছে। ইয়াৰ যি

দাম পোৱা হয়, তাৰ আমাক ভাগ নেলাগে ;
দুখীয়াৰ উপকাৰ হওক দেহি।

মাণি—তুমি বাস্তৱিকতে গৃহলক্ষ্মী। মোৰ যে অত অৰ্থ সম্পত্তি হৈছে, তোমাৰ এই অমূল্য চৰিত্ৰই সেই সকলোৰে মূল। তোমাৰ যেন এনে আশয় ঈশ্বৰে সদায় ৰাখে।

মাল—সকলোবিলাক আপোনাৰ কপালেৰে হৈছে। আৰু মোৰ স্বভাৱ ভাল হ'লেও, আপুনিয়েই ভাল কৰিছে, বেয়া হ'লেও আপুনিয়েই বেয়া কৰিছে ; যেনেকৈ গঢ়ি লৈছে, তেনে হৈছে।

মাণি—সেইটো হ'লেও, সকলো ধাতু সমান নহয়। সোণ ৰূপক যিমান সহজে মনৰ জোখাৰে গঢ় লগাব পাৰি, লো বা তীখাক নোৱাৰি।

মাল—পাচে, এতিয়া হীৰাৰ কি কৰিব, কওক।

মাণি—ইয়াৰ যি দাম পোৱা হয় মই তাৰ এটা পইচাও চান্ নেকাঢ়োঁ। তুমি ক'বাঁ, যদি বেচে, তেন্তে পানীৰামো ওলাওক ; দুয়ো বজাৰ ওচৰলৈ গৈ, যিমান পাবোঁ সৰহ দামত, মই হীৰাখন বেচাই দিম। মই আৰু দোকানলৈ যাওঁ, বেলিহে হ'ল।

মাল—(হীৰা লৈ) বাৰু তেনে, মই এতিয়াই সিহঁতক বাতৰিটো দিওঁ। (দুয়োৰো প্ৰস্থান)

## ২য় দৃশ্য

[ পানীৰামৰ ঘৰ ]

( পানীৰাম )

পানী—( মনতে ) ঈশ্বৰৰ অনুগ্ৰহত কাৰবাৰ ডাঙৰ হৈ পৰিল। চাৰিও ফালৰ দূৰ দূৰ ঠাইৰপৰা কয়ৰ 'ফৰ্মাচ' আহিবলৈ ধৰিলে ; দিনে আঢ়ৈ কুৰি তিনি কুৰি মানুহে খাটিও কয় যোগাব নোৱাৰা হ'লগৈ ; মহাদিয়েক ধনো গোট খালে। সেই দেখি সাতে পাঁচে, ভাতীৰপৰা সেই কয় ঘটা কলটো আনিলোঁ। পোনতে কিন্তু বৰ ভয় লাগিছিল। ৰোলো ইমান দুখেৰে অৰ্জা ৰূপ কেইটকা ভাঙিবলৈ ধৰিছোঁ গ'লে তেনেই যাব। তেওঁ বৰ সাহ দি, আগ বাঢ়িলোঁ আৰু। এতিয়া পাচে দেখিছোঁ. ঈশ্বৰে যি কৰালে ভালকে কৰালে। কলটো আনিৰৰে পৰা সকলো কাম সুন্দৰকৈ চলিছে ; কাৰবাৰো ভালেখিনি বহল হ'ল ; আৰু লাভো আগতকৈ তিনি গুণ বাঢ়িল।

( উধাতু খাই মাণিকীৰ প্ৰৱেশ )

মাণি—এই পিনে আহাঁচোন! এই পিনে আহাঁ।

পানী—হেৰ', কি হ'ল, কি হ'ল?

মাণি—হে আহাঁচোন। আহাঁ! আহাঁ।

পানী—হেৰ' কি হৈছে কচোন। মোৰ থৰক্-বৰক্ লাগিছে।

মাণি—বৰ কথা হৈছে, বৰ ডাঙৰ কথা ; মোৰ মূৰ ঘূৰি গৈছে ; তুমি বেগাই আহাঁ।

পানী—হে কি নো হ'ল! মই কি কৰোঁ এতিয়া! হে গোসাঁই, কি কৰিলা ঐ! আমি নো ক'ত মৰোঁগৈ ঐ!

মাণি—নহয়, নহয় ; নেলাগে মৰিব ; তেনে কথা নহয়।

পানী—হেৰ' তেনে নকৰ কিয়, কেনে নো কথা?

মাণি—হে কেনেকৈ নো কওঁ ঐ! মোৰ দেখোন মাতেই নোলোৱা হ'ল।

পানী—অতবোৰ বকিবলৈ মাত ওলাইছে কেনেকৈ! ক বেগতে, কি হৈছে।

মাণি—সেই দিনা যে মাছ খাইছিলোঁহক—

পানী—কি মাছ খাইছিলোঁ?

মাণি—সেই মাঁহডোখৰ নি যে সুমথিৰাই বৰ বৰালি মাছটো দিছিলহি—

পানী—খালৌঁহক, পাচে কি হ'ল ? তোৰ কিবা পেট মুৰ বেয়া কৰিছে নে কি ?

মাণি—এ নহয়, নহয় ; সেই যে মাছটোৰ পেটত—

পানী—মাছটোৰ পেটত গিলাচ নে বেলোল এডোখৰ ওলাইছিল ; সেই বাবে মাছটো খাব নোপোৱা হ'ল নে ?

মাণি—নহয় হে ; কথাটো শুনি লোৰাচোন ; মোক নো ক'বলৈ তৎ নিদিয়া কিয় ? বৰ কথা ! বৰ কথা !

পানী—এতিয়া মইহে মুগুনা হ'লোঁ ! অত বেলি নো কৈ নেপেলাৱ কিয় ?

মাণি—কথাটোৱে খুন্দা মাৰি ধৰি বুকুখন ধান বনাদি বানিছে, বেগতে ক'ব নোৱাৰোঁ। লাহে লাহে কওঁ, শুনা—সেইডোখৰ তুমি বেলোল বুলি ক'লা, মই তামোলৰ বটাটোতে পেলাই থ'লোঁ। তোমাৰ কথাতে তেনেই মৰিব লগীয়া। কিনো হ'লহেঁতেন ঐ ! তেনেই মৰিলোঁহেঁতেন ঐ !

পানী—হেৰ', তই মোক বলিয়া কৰিবি এতিয়া। কথাটো কি ? হ'ল কি ?

মাণি—মই দলিয়াই নেপেলাই, বটাটোতে ভাল থৈ দিছিলোঁ ঐ। দেহি ঐ।

পানী—বাৰু মই পেলাই দিবলৈ ক'লোঁ, নেপেলাই থ'লি বটাতে ; সেই বাবে নো এতিয়া কি জগৰ লাগিল ?

মাণি—জগৰ লগা নাই। কালি মাণিকলাল জহৰীৰ ঘৈণীয়েক আহিছিল ; তেওঁ, সেইডোখৰ দেখি, গিৰীয়েকক দেখুৱাবলৈ খুজি লৈ গল। আজি এতিয়া তেওঁ আহিছে ; কি কৈছে শুনাহিচোন।

পানী—হেৰ' কিবু কৈছে ? কি কৈছে ?

মাণি—কৈছে বোলে সেইডোখৰ হেনো আচল হীৰা। কোনোবা ৰজাক দিলে হেনো এতিয়াই বহুত ধন দিব। তুমি ভাল পেলাই দিবলৈ কৈছিলা ঐ।

পানী—হেৰ' কিনো কৱ। সঁচা নে ?

মানী—সঁচা মিছা তুমি নিজ কাণে শুনাহি ; তেওঁ ভিতৰতে আছে।

মাণি—ব'লচোন বাৰু, ব'ল ব'ল। তাকে অত বেলি নকৱ কিয় ? (দুইবো প্ৰস্থান)

### ৩য় দৃশ্য

[ আলি ]

( এফালৰপৰা মোহনচন্দ্ৰ আৰু আন ফালৰপৰা গোপীনাথৰ প্ৰৱেশ )

গোপী—কোন সেইটি, মোহন বাপা নে ?

মোহ—Oh ! good morning ! ভালে আছে ?

গোপী—হয় ভাল ; পাচে তোমাক দেখোন ভালে দিন দেখা নাই ?

মোহ—এৰা, মই এই পিনে Downলৈ গৈ, অলপ travel কৰি আহিলোঁ।

গোপী—পাচে, আজিকালি কি কৰিছা ?

মোহ—মই lately Borkatky Private High Schoolত, তিনি মাহ, thirty rupees salaryত officiate কৰিছিলোঁ। পাচে সেইটো temporary vacancy আছিল। যিজন permanent incumbent, তেওঁ leave-অত গৈছিল ; leave expire হ'লত আকৌ join কৰিলেহি।

গোপী—পাচে তুমি কৰিছা কি ?

মোহ—At present, মই without employment হৈয়েই আছোঁ। Earningটো stop হোৱাত circumstanceটো কিছু bad হৈছে ; আৰু

consequently, livelihoodটোত অলপ difficulty feel কৰিছোঁ।

গোপী—Earningটো নো কিয় stop হৈছে? তুমি শিক্ষিত মানুহ; ডেকা ল'ৰা; গাত বল আছে; মনত "স্ফূৰ্তি" আছে; আৰু নো কি লাগিছে? কি হয় এটা নকৰাঁ কিয়? এতিয়াই নকৰিলে, আৰু নো কৰিবাঁ কেতিয়া?

মোহ—যথেষ্ট try কৰিছোঁ। Wanted occupation as a school master, private tutor or office clerk, by a highly respectable Assamese, twice plucked F. A. very strong in English এই বুলি Newspaperঅত আজি full four months advertisement দি থৈছোঁ। কোনো side-অৰপৰা কোনো offer অহা নেদেখিলোঁ। সেই দেখি সিদিনা মাটি এডোখৰ mortgage দি fifty rupees loan কৰি, ধুবুৰীলৈকে travel কৰি আহিলোঁগৈ; তেও ক'তো serviceৰ arrangement কৰিব নোৱাৰিলোঁ। এতিয়া আকৌ another piece of land mortgage দি, forty rupees loan লৈছোঁ। এইবাৰ upto মাৰঘেৰিটা যাম। ইয়াতকৈ নো আৰু মানুহে কি কৰিব পাৰে, কওকচোন। In my opinion, I have not left a single stone unturned.

গোপী—নেপালা, নেপালা চাকৰি। চাকৰিৰ বাহিৰে জানো কৰিবলৈ আন একো নাই? দেশখনত যতবোৰ মানুহে লিখা-পঢ়া শিকিছে, এটাই-বোৰে চাকৰি কৰিয়েই খাব নে?

মোহ—তাকে নকৰি আৰু কি কৰিব? এই backward দেশত একো possible নহয়; কোনো field নাই।

গোপী—Field কৰি ল'ব জানিলেই হয়। এই চোৱা তুমি সোণাৰিৰ ল'ৰা; সোণাৰিৰ ব্যৱসায় অতি ভাল ব্যৱসায়।

মোহ—Quite so! quite so!

গোপী—আমাৰ সোণাৰি আৰু লোকৰ সোণাৰিৰ কামৰ কিমান প্ৰভেদ তাক চকু থকা মানুহ মাত্ৰেই দেখিছে। তোমাৰ দৰে চকু-গজা শিক্ষিত মানুহ এই ব্যৱসায়ত লগা হ'লে, আমাৰ দেশৰো সোণাৰিৰ বনৰ উন্নতি নহৈ পাৰিলেহেঁতেন নে? তেতিয়াহ'লে, তুমিও ত্ৰিশ টকীয়া কাম বিচাৰি ফুৰিব লাগিলহেঁতেন জানো? কত ত্ৰিশ টকীয়া মানুহে তোমাৰ তলত খাটিলেহেঁতেন! সোণাৰিৰ বোলাঁ, কমাৰৰ বোলাঁ, তাঁতীৰ বোলাঁ, কঁহাৰৰ বোলাঁ, আমাৰ দেশৰ সকলো ব্যৱসায় আমাৰ আওকাণত দিনে দিনে তললৈ গৈছে। আমাৰ ল'ৰাবিলাকে লিখা-পঢ়া শিকি, এইবিলাক কামত লাগি গ'লে, নিজৰ আৰু দেশৰ দুইবো উপকাৰ কৰা হয়। তাকে নকৰি, এটাইবোৰে এইদৰে কাম বিচাৰি ফুৰা বাবে, নিজৰো এই জনমত সুখ হোৱা নাই আৰু সকলো ব্যৱসায় লোপ হৈ, দেশখনো নথৈ দুখীয়া হৈ গৈছে।

মোহ—Business is certainly the best of all; কৰিব পাৰিলে খুব ভাল অৰ্থাৎ very laudable তাত কোনো সংশয় অৰ্থাৎ doubt নাই; not the smallest shadow of a doubt, I dare say.

গোপী—কৰিব নো নোৱাৰি কিয়?

মোহ—কৰিবলৈ যে ধন, অৰ্থাৎ capital লাগে। Big capital নহ'লে, business start কৰা mere foolishness.

গোপী—তেনে কথা কেৱল অকৰ্মণ্য মানুহেহে কয়।

সৰহলৈ যাব নেলাগে ; চকুৰ আগতে আমাৰ পানীৰামলৈকে চোৱা। সি কেই লাখ টকা মূলধন লৈ কাৰবাৰ কৰিছিল? সকলোৰে জনা শুনা কথা, এদিন লখোনে থাকি, চাৰি অনা পইচা ধাৰি কৰি লৈ তাৰেই মুৰ পুতি কাৰবাৰত লাগি গ'ল ; এতিয়া সেয়া কলেৰে ফয় বাটিছে। অলপ দিনৰ ভিতৰতে কেনে ডাঙৰ কাৰবাৰ কৰি পেলালে! এনে দেখিলেহে চকু জুৰ হয়, মনত ৰং লাগে।

মোহ—Oh! you are awfully mistaken! পানীৰামৰ কথা এৰি দিয়ক। সি without education, without respectability এটা ordinary সামান্য মানুহ, সেই দেখি পোনতে যিমান সৰুকৈ ধৰিব পাৰিছিল। Big capitalৰ আৰু big styleৰ business নহ'লে আমাৰ দৰে educated and respectable মানুহক হাত দিবলৈ আপুনি reasonable expect কৰিব নোৱাৰে ; it is simply ridiculous—nay quite horrible! কিন্তু আপোনাক মই blame নকৰোঁ। I do not wonder if an elderly man like yourself cannot comprehend what I mean.

গোপী—বোপা, পানীৰামৰপৰা দেশৰ যিমান উপকাৰ হৈছে তুমি এজন শিক্ষিত ডেকাৰপৰা তাৰ এশ ভাগৰ এভাগো আশা কৰিব নোৱাৰি। শিক্ষাৰ উদ্দেশ্য হৈছে মন উন্নত আৰু উদাৰ কৰা, বুদ্ধি প্ৰখৰ কৰা, চকু গজোৱা আৰু মানুহটো সকলো পিনে উপযুক্ত কৰি তোলা। যাৰ এইকেইটা কথা হৈছে, বৰ বৰ কিতাপ নপঢ়িলেও তাক শিক্ষিত বুলিব লাগিব। পানীৰামৰ এইকেইটা কথা এনেয়ে হ'ল, তোমাৰ কিন্তু কলেজত পঢ়িও নহ'ল। আচলতে তুমি অকল ইংৰাজী কথা গোটা-দিয়েক আওৰাই থৈছা। তাক শিক্ষা নোবোলে। তোমাৰ প্ৰকৃত শিক্ষা সমূলি নহ'ল।

মোহ—আপুনি যাব পাৰে। Good morning!

(বেগেৰে প্ৰস্থান)

গোপী—এই এটা অকৰ্মণ্য মানুহ। এনেকুৱা শিক্ষিত মানুহৰপৰা দেশৰ উপকাৰ নহৈ অশেষ অপকাৰ হৈছে। মোৰ কিবা হাত থকা হ'লে, ইয়াৰ দৰে যত মানুহ আছে এটাইবোৰক ধৰি আনি, হোলা মাটিত হলীয়া মহৰ হাল বাবলৈ লগাই দিলোঁহেঁতেন। (প্ৰস্থান)

## ৪ৰ্থ দৃশ্য

[ৰজাৰ বিলাসমন্দিৰ]

(সুন্দৰপুৰৰ ৰজা, ৰাণী আৰু নৰ্তকীসকল)

[গীত]

নৰ্তকীসকল—কোনে কয় প্ৰেমিকজনে
প্ৰেমৰ মূবে প্ৰেম বিচাৰে।
প্ৰেমিক অতি উদাৰমতি
ধাৰ সাধিবৰ ধাৰ নেধাৰে।
প্ৰেমৰ শকত সোণ-শিকলি
পিন্ধিলে কোন হয় মুকলি
নিজেই পিন্ধে নিজে মজে
লোকক বন্ধাৰ হাউচ নকৰে।

(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী—মহাৰাজ, মাণিকলাল জহৰীয়ে বোলে এই সময়ত আহিবলৈ আদেশ পাইছিল। তেওঁ দুৱাৰত বৈ থাকি মহাৰাজলৈ নিবেদন জনাই পঠাইছে।

ৰজা—অ' বাৰু আহক ; লৈ আহগৈ।

( দুৱৰীৰ প্ৰস্থান )

ৰাণী—কোনোবা জহৰী এটাই ভাল হীৰা এখন পাইছোঁ বুলি খবৰ দিছিল নহয় ?

ৰজা—সেয়ে এই মাণিকলাল জহৰী ; অতি সৎস্বভাৱৰ মানুহ। আজি হীৰাখন লৈ আহিবলৈ মই চিঠি দিছিলোঁ।

( মাণিকলাল আৰু পানীৰামে সৈতে দুৱৰীৰ পুনঃ প্ৰৱেশ )

মাণি—মহাৰাজ আৰু মহাৰাণীৰ প্ৰতি আমি দুইজনে সম্মানেৰে প্ৰণাম জনাইছোঁ।

ৰজা—জহৰী, আহাঁ আহাঁ। তোমাৰ লগত এইটি কোন ? এওঁৱেই সেই হীৰাৰ গৰাকী হ'ব পায় ?

মাণি—হয় মহাৰাজ ; হীৰা এইখন।

ৰজা—( হীৰা হাতত লৈ চাই আৰু ৰাণীক দেখুৱাই ) এইখন বাস্তৱিকতে অতি উৎকৃষ্ট হীৰা ; মই যেনে বিচাৰিছিলোঁ, ঠিক তেনে পাইছোঁ।

মাণি—ভাল বেয়াৰ বিষয়ে আৰু মহাৰাজৰ ওচৰত মই কি মাতিম ? মই অকল ইয়াকে জনাব পাৰোঁ যে, ইয়াতকৈ ভাল হীৰা মই পোৱা নাই।

ৰজা—পাচে, তোমাৰ মনেৰে ইয়াৰ দাম কিমান হ'ব ?

মাণি—মহাৰাজ, ইয়াৰ দাম কোনো মতেই তিনি লাখ টকাৰ কম হ'ব নোৱাৰে। কিন্তু তিনি লাখ টকা দিলেও, আজিকালি এনে হীৰা বিচাৰি পাবলৈ নাই। তাকে চাই, মহাৰাজে হীৰাৰ গৰাকীক যেন অলপ মৰম কৰে, এয়ে প্ৰাৰ্থনা।

ৰজা—( পানীৰামক ) তুমি কি কোৱাঁ ?

পানী—মহাৰাজ, মই দুখীয়া মানুহ। এইখন যে হীৰা, মই তাকে অত দিনে নেজানিছিলোঁ। ইয়াৰ নো কিমান দাম মই তাৰ একো ভু নেপাওঁ। এতেকে মোক সোধা মিছা। মহাৰাজে আৰু এখেতে যিহকে উচিত দাম বোলে, মই তাতে ৰাজি হ'ম।

ৰজা—জহৰী, তুমি কোৱাতকৈ ইয়াৰ দাম আৰু কিছু সৰহহে হ'ব। আৰু তুমি যে এই হীৰাখন মোক বিচাৰি আনি দিলা সেই বাবে তুমিও অলপ পুৰস্কাৰ পাব লাগে।

মাণি—মহাৰাজৰপৰা মই অনেক অনুগ্ৰহ পাইছোঁ ; মই এনেয়ে বিচাৰি দিব লাগে।

মাণি—মই সন্তোষেৰে দিয়া পুৰস্কাৰ তুমি কিয় নল'বা ? দুৱৰী, এওঁলোক দুইকো বৰ-ভঁৰালীৰ ওচৰলৈ লৈ যা। এই হীৰাৰ গৰাকীক তিনি লাখ পাঁচ হাজাৰ আৰু এই জহৰীক এহেজাৰ টকা দিবলৈ ক'গৈ।

দুৱৰী—মহাৰাজৰ যি আজ্ঞা।

মাণি—মহাৰাজ, মই একো পাব নেলাগে। এই হীৰা মই ক'তো বিচাৰি ফুৰাগৈ নাই। এতেকে মোক দিবলৈ কোৱা টকাও হীৰাৰ গৰাকীকে দিবলৈহে আদেশ হ'ব লাগে।

পানী—নহয় মহাৰাজ, তেওঁহে পাব লাগে। তেওঁ ক'লতহে মই এইখন হীৰা বুলিয়েই জানিছোঁ।

ৰজা—হীৰা বেচোঁতা আৰু কিনোতা দুইৰো একে মত হ'ল যেতিয়া, ইয়াত আৰু তোমাৰ একো মাত নাই। তুমি এই হীৰাখন লৈ যোৱা। ( হীৰা দি ) ইয়াক ভালকৈ জঁতাই-পিতাই ধুন লগাই কাটি-কুটি, মোৰ পাওবিত লগাব পৰাকৈ, যিমান পাৰা সোনকালে লৈ আহিবাঁ। তাৰ বেচৰ বাবে দুণ টকা পাবা।

মাণি—মহাৰাজৰ আদেশ শিৰোধাৰ্য কৰি লওঁ।

( মাণিকলাল, পানীৰাম আৰু দুৱৰীৰ প্ৰস্থান )

ৰাণী—নৰ্ত্তকীসকল আৰু এটি প্ৰেম-সংগীত শুনোৱাহক।

[ নৃত্য-গীত ]

নৰ্ত্তকীসকল—প্ৰেমিকৰ এই জগতখনেই তেনেই প্ৰেমময়।
প্ৰেমৰ চিনেই ওলায় মুঠেই চায় যেনিয়েই।
নৈ কুলু কুলু কৈ
প্ৰেমৰ গুণেই যায় বৈ
প্ৰেমৰ গুণেই গছত মেৰাই লতাই বগায় যায়।
জোনাই বেলি প্ৰেমত ওলায়
প্ৰেমেই গছৰ ফুলক ফুলায়
মধুৰ মলয় প্ৰেমৰ বাবেই ফুলক কঁপাই যায়।

---

## পঞ্চম অংক

### ১ম দৃশ্য

[ পানীৰামৰ নতুন ঘৰৰ অন্তঃপুৰ ]

( পানীৰাম আৰু মাণিকী )

মাণি—শুনিছা নে জেতুকী-বাপেক ?

পানী—কি কৈছা মোৰ জেতুকী-মাক ?

মাণি—মোৰ মনতো বৰ উগুল্-থুগুল্ লাগিছে হেঁ।

পানী—কিয় ?

মাণি—এৰা, আমাৰ বহুত ধন হ'ল দেও ; অতবোৰ ধন আমি কি কৰিম ?

পানী—কেলৈ ? আমি সুখেৰে খাম ব'ম ; আৰু তাৰ পাচত যি থাকে, ভাল কামত খৰচ কৰিম।

মাণি—নহয়, আগেযে দুখীয়াক দিয়ু ; তাৰ পাচত যি থাকে আমি ভাঙি খাম। আমি যেতিয়া দুখীয়া আছিলোঁ, তেতিয়া কিমান কষ্ট পাইছিলোঁ। দুখীয়া মানুহ এটাইবোৰৰ তেও সেয়েহে গতি। সেই দেখি, দুখীয়া মানুহক পাৰোঁমানে দিব লাগে।

পানী—বাৰু তাকে কৰিবা। তেতিয়া হ'লেও, আমি ভাঙি খাবলৈ যিখিনি থাকিব, তাকে আমি খাই ঢুকাব নোৱাৰোঁ।

মাণি—তেনেহ'লে, জেতুকী-বাপেক, আমি এতিয়া কি পিন্ধিম ?

পানী—পাট মেজাংকৰি
গাজ বালিচৰী
যিহকে মন যায়, তাকে পিন্ধিবাঁ।

মাণি—বাৰু, আমি এতিয়া খাম কি ?

পানী—কিয় ? ডাইল ৰুটি মাখন সৰ
পোলাও কালিয়া ছানাৰ বৰ .
কোমল পাঠা তেলাল 'খাছি'
ভাল ভাল বস্তু বাছি বাছি।

মাণি—আৰু পিঠা-গুড়ি পাচি পাচি।

পানী—পিঠা-গুড়ি কেলৈ খাব লাগিছে ? পিঠা-গুড়ি একো ভাল বস্তু নহয় , দুখীয়া মানুহেহে খায়।

মাণি—তেনেহ'লে নো আমি কি জলপান খাম ?

পানী—গৰম হালোৱা পায়স পুৰি
খীৰৰ লাড়ু বুৰি বুৰি।

মাণি—মোৰ হ'লে দেও দুটা কথাত বৰ আহুকাল হৈছে আৰু।

পানী—কি কি দুটা ?

মাণি—এটা, সদায় এই ভাল কাপোৰবোৰ পিন্ধি থকা। এইবোৰ পিন্ধিবলৈ ল'ববপৰা য'তে ত'তে বহিবও নোৱাৰোঁ, আগৰ দৰে যেই সেই বনখনতো পোনেই ধৰিব নোৱাৰোঁ ; ক'ৰবাত কেনেবাকৈ কাপোৰ ফাটিব, কাপোৰত কিবা চেকা লাগিব ; এই ভয়টোৰেই মনৰপৰা দুগুচা হ'ল। গাটোত মুঠেই সদায় কিবা বান্ধ এটা যেন লাগি থাকে। আৰু ইটো

এই নতুন ঘৰটোত থকাটো। মই এই ইটাৰ ছুই মহলীয়া ঘৰটো ভাল পোৱা নাই। গোটেইখন চাৰিওফালে বহল, মুকলি মুকলি, কেনেবা কেনেবা পাওঁ। লোকৰ ঘৰত আলহী থকা যেন লাগিছে। মোক আগৰ দৰে; ভগা বেৰ ভগা চাল থকা, সৰুকৈ খেৰৰ ঘৰ অকণমান সজাই দিয়াঁ দেও হে।

পানী—এই দুটা নো কি কথা। পোনতে অসহজ দেখি দিনদিয়েক অলপ বেয়া লাগিব পাৰে, পাচত সহজ হ'লেই ভাল লাগিব।

মাণি—অ' জেতুকী-বাপেক, মোক ভাল ভাল গহনা এসোপা কৰাই নিদিলা ?

পানী—কেলৈ, তোমাৰ নো কি গহনা নাইকিয়া হৈছে ? সকলো গহনা পূৰাকৈ কৰাই দিছোঁ নহয়।

মাণি—নহয় হেঁ, মোক আৰু লাগে, সৰহকৈ লাগে।

পানী—সৰহকৈ লৈ নো কি কৰিবা ? গাত ধৰে মানেহে পিন্ধিবা।

মাণি—নহয়, মই নিপিন্ধো হেঁ ; পেৰাত সুমাই থ'ম ; মাজেমাজে উলিয়াই উলিয়াই লিবিকি বিদাৰি চাই থাকিম ; মনটো ভাল লাগি যাব।

পানী—বাৰু তাকে কৰিবলৈকে যদি লাগে, কি মন যায় ক'বা কৰাই দিম।

(বগাইৰ প্ৰবেশ)

বগাই—দেউতা, বাহিৰত কোনোবা ভাল মানুহ দুজন আহিছে।

পানী—কোন আহিছে চিনি নেপালি নে ?

বগাই—এৰা মই আগেয়ে দেখা নাই। কোনোবা বোলে সদাগৰ; আপোনাৰে সৈতে হেনো চিনাকি।

পানী—বাৰু যা ; ভালকৈ বহিবলৈ দেগৈ ; মই গৈছোঁ।

(বগাইৰ প্ৰস্থান)

মাণি—কি জানি সেই তেওঁলোক দুগৰাকীয়েই আহিছে ?

পানী—তেওঁলোকেই হ'ব পায়। হয় যদি ভালেই হ'ল, মই বিচাৰি হে ফুৰিছিলোঁ।

(দুইবো প্ৰস্থান)

## ২য় দৃশ্য

[ পানীৰামৰ নতুন ঘৰৰ এটা কক্ষ ]

(বিহুৰাই অকলে হাঁহি ফুৰে ; বগাইৰ প্ৰবেশ)

বগাই—কি হ'ল অ' বিহুৰা ? তোৰ গাত কি বিহু লাগিল ? অকলে অকলে হাঁহি ফুৰিছ দেখোন ?

বিহুৰা—এৰা বোপাই, মোৰ মনটোত বৰ ৰং লাগিছে হেৰ' !

বগাই—কিয় ইমানটোনো ৰং কেনেকৈ লাগিল ?

বিহুৰা—মোৰ বৰ সুখ হৈছে হেৰ' !

বগাই—সুখ কিবা তোৰ অকলৈ হৈছে নে ? এইঘৰ মানুহঁত নো কাৰ সুখ হোৱা নাই ? সেই বুলি আৰু অকলে এইদৰে হাঁহিব লাগে নে ?

বিহু—মই বোপাই ৰং লাগিলে নেহাঁহি নোৱাৰোঁ। মনৰ ৰংটো, তহঁতৰ দৰে সাঁফৰ মাৰি চাকি ধোৱাৰ কি 'পয়জন' আছে ? চাচোন, এনে ঘৰ মানুহ আৰু আমি ক'ত পাম ?

বগা—সেইটো হ'লে বোপাই ঠিক কৈছ। ওলাই যাবৰ দিনা কান্দিহে যাব লাগিব।

বিহু—মই হ'লে বাপেকে ওলাই নেযাওঁ। ঘিঁউ, চেনি, গাখীৰ, গুড়, সোপাই আমাৰ হাতত ; যেতিয়াই যিহকে মন যায়, তাকে খাইছোঁ, গিৰিহঁত দুয়োৰ তাত একো হকা-বধা নাই ; আমিয়েই দিছোঁ যদিহে খাবলৈ পাইছে।

ইফালে চাচোন, এইবোৰ ছমহীয়া সাত মহীয়া চুৰিয়া, বঢ়িয়া বঢ়িয়া 'কোট' চোলা, যিহকে খুজিছোঁ, তাকে দিছে! এনে সুখ বোপাইৰ আজো ককাকেও কৰিবলৈ পোৱা নাই। মই বোপাই, লাগে দৰ্মহাকে নলওঁ, এনেয়ে থাকিম।

বগা—গৃহস্থ ঘৈণী দুই গৰাকী বৰ ভাল মানুহ, বোপাই। চাচোন, আমিয়েই যতবোৰ হে জগৰ কৰিছোঁ, অইন এখৰত হোৱা হ'লে শিলেৰে খুন্দিলেহেঁতেন। তেও জানো, কোনোবা দিনা টোকৰ এটা মাৰিছে? কেতিয়াবা বৰ টান হ'লে মুখেৰে একেষাৰ ডাবি দিয়ে। কেনে মৰমেৰে মানুহ বাব জানে।

বিহু—ঘৈণী গৰাকী 'সাইগাত' লখিমী আৰু গিৰিহঁত গৰাকী জানিবা তেওঁৰে গিৰিয়েক। মানুহে অলপতে দুখ পায় দুখ পায় যেন দেখে। এটাইলৈকে পেটে পেটে বৰ মৰম।

বগা—সেই দেখিহে আকৌ আমাৰো মৰম লাগিছে; মৰম দিলেই মৰম পায়। এনে মানুহৰ লগতহে থাকিবৰ মন যায়।

বিহু—আৰু কি এটা কথা, ক'ব নোৱাৰোঁ, দুই হাতে বনকে কৰি ফুৰোঁ, তেও দুখ যেন নেলাগে।

বগা—এৰা এৰা, 'ৰহইচতে' বন কৰিবৰ মন যায়; বন কৰ মানে ৰংহে লাগে।

বিহু—বৰ ৰং লাগে বোপাই, বৰ ৰং লাগে। সেই দেখি হে মই তেও নেহাঁহি নোৱাৰোঁ। ইয়াত আমাৰ বৰ সুখ হেৰ', বৰ সুখ। মই ইয়াৰপৰা কেতিয়াও নোলাওঁ।

বগা—আমি জানো ওলাম? খেদি নিদিলে, নিজে কেতিয়াও ওলাই নেযাওঁ। যাওঁ বুলিবৰ সতেই নেযায়। এতিয়া কথা হৈয়েই থাক নে? আলহীও আহিছে; বহুত বন আছে; আহ, আহ।

বিহু—ব'ল ব'ল; ৰ, মই অলপমান হাঁহি লওঁ।

(দুইৰো হাঁহি হাঁহি প্ৰস্থান)

## ৩য় দৃশ্য

[পানীৰামৰ নতুন ঘৰৰ বৈঠকখানা]

(পানীৰাম, সদাগৰ বেশেৰে ধনকন্যা আৰু ভাগ্যকন্যা)

পানী—লঘোনে থাকি ৰাহি কৰা সেই সিকিটোৰ পৰা কেনেকৈ ইমান ডাঙৰ ফয়ৰ কাৰবাৰ হৈ উঠিছেগৈ, সেই সোপা কথা আপোনালোকক শুনালোঁ। ইফালে আপোনালোকে দি যোৱা সেই সীহডোখৰৰ পৰাই কেনেকৈ কি ধন পালোঁ, তাকো শুনিলে। সেই ধন চাৰিওফালে নানা তৰহৰ কাৰবাৰত মেলি দিলোঁ। যিহতে ধৰিছোঁ, সেয়ে হৈ গৈছে; এতিয়া এই দেশৰ সকলোখিনি ডাঙৰ ডাঙৰ কাৰবাৰ মোৰ হাত হ'ল। কেউফালৰপৰা, হোৱা-হোৱে নৈ বোৱাদি ধন বৈ আহিছে। এতিয়া আৰু, আপোনালোকৰ ভৰিৰ ধূলাৰে মোৰ নাটনি নাই।

ভাগ্য-কন্যা—হওক, শুনি বৰ সন্তোষ পালোঁহক।

(বিহুবাৰ প্ৰৱেশ)

বিহু—দেউতা! দেউতা! দেউতা!

পানী—হেৰ' কি হ'ল?

বিহু—দেউতা, যি হে হৈছে! মোৰ গোটেই গাত কঁপনি উঠিছে! এই মোনা কি চাওকচোন!

পানী—এই মোনা দেখোন ধন! ক'ত পালি?

বিহু—দেউতা, তুঁহ-গুড়িত! তুঁহ-গুড়িত!

পানী—হেৰ' কি কৰ ? কি তুঁহ-গুড়িত পালি ? ভালকৈ কচোন।

বিহু—চহিচে ক'লে বোলে আজি ঘোঁৰাৰ দানাই নোজোৰে। মই চালোঁ বোলোঁ কাইলৈ একেবাৰেই সৰহীয়াকৈ দানা কিনি আনিম ; আজিলৈ তুঁহ-গুড়ি মুঠিদিয়েককে মিহলাই দিওঁ। এই বুলি ওচৰৰ এই বেঙুলী ঘৰৰ পৰা তুঁহ-গুড়ি এপাচি কিনি আনিলোঁ। ঘৰত আছি দেখোঁহি, তাৰ ভিতৰতে এইটো !

ধনকন্যা—এই সোনা সেই আমি দি যোৱা ধন দেখোন ! মই সোনাটোতে চিন পাইছোঁ।

পানী—সি নো ঘুৰি পৰি মোৰ হাত পালেহি নে ? হ'বও পাৰে ; চাওঁ বাৰু, লেখি চাচোন কিমান আছে।

বিহু—দেউতা, নেলাগে লেখিব ; মই লেখিছিলোঁ ; এটকা কম এশ গোটা ৰূপ আছে।

পানী—অ' তেনেহ'লে আৰু শোধেই নাই। ইস্ ! ঈশ্বৰৰ কেনে বন একা ! বঙালীটোক সুধিছিলি নে, সি নো এই তুঁহ-গুড়ি ক'ত পাইছিল ?

বিহু—মই তাক ধনৰ কথা কোৱা নাই। তুঁহ-গুড়ি ক'ত পাইছিল সুধিছিলোঁ। সি হেনো কালি ক'ৰবাৰ অইন এটা বেঙুলীৰপৰা কিনি লৈছিল ; তাক চিনি নেপায়।

পানী—বাৰু ভাল হ'ল যা ; তোৰ কঁপনি উঠিব নেলাগে। এয়া আমাৰে ধন ; আগেয়ে হেৰায় আছিল, এতিয়া ঘৰৰ বস্তু ঘৰলৈ আহিল।

বিহু—হয়নে দেউতা ? ইস্ ! বৰ ভাল কথা হ'ল !

(প্ৰস্থান)

পানী—অন্যায়ৰ ধন নহ'লে, ঈশ্বৰে হেৰাব নিদিয়ে ; এইদৰে কোনো মতে ঘলাই ঘটাই উলিয়াই দিয়েহি।

ধনকন্যা—সেইটো ঠিক কথা।

পানী—পাচে, আজি আপোনালোকক পাই, মোৰ মনত বৰ বং লাগিছে। আপোনালোকে মোৰ দুখ দেখি পুতৌ কৰিছিল ; এতিয়া সুখৰ দিনত যে ধূলা দিলেহি সেই বাবে মোৰ বৰ কপাল বুলি মানিছোঁ। আপোনালোকৰ গুণ মই জনমে জনমে পাহৰিব নোৱাৰোঁ।

(বিহুৱা আৰু বগাইৰ প্ৰৱেশ)

বিহু—দেউতা, আজি হেৰোৱা ধনৰ কিবা উজান উঠিছে। এয়া বগায়েও এটকা কম এশ ৰূপ পাই আনিছে। আয়ে কৈছে বোলে এয়াও হেনো আমাৰে ধন ; ধন বন্ধা কাপোৰখন দেখিয়েই তেখেতে চিনিলে।

পানী—দেউতা এয়া ; এই চেলেং কাপোৰখনৰ আগতে এটকা কম এশ ৰূপ বান্ধি থোৱা আছিল। মই আকৌ আগৰ দৰেই বান্ধি থৈছোঁ। কাপোৰখনেৰে মনেৰে কোনোবাই পাগুৰি মাৰিছিল হ'বলা ! পাগুৰিটো মাৰি সোলোকাই থোৱাৰ দৰেই পাইছিলোঁ।

পানী—হয় ; হয়। সেইখনেই কাপোৰ। তই ক'ত পালি ?

বগা—বাৰী-চুকত যে সেই শিমলু গছ জোপা আছিল, কেৰোণে খোৱা গছ, এতিয়া ভাগি পৰিল। তাৰ আগতে চিলনীৰ বাহ এটা আছিল। মই আকৌ বোলোঁ, ভাল হৈছে, চিলনী পোৱালি ধাকিব পায়, লৈ আহোঁগৈ। তেনেকৈ বুলি গৈ, বাহটো চাওঁগৈ, দেখোন চিলনী পোৱালি নাই, আছিল এই ৰূপ গাল !

পানী—আজি মোৰ নিশ্চয় ভাল দিন ; নহ'লে হেৰোৱা ধন এইদৰে ঘুৰি ঘুৰি পাই নুফুৰোঁ।

আপোনালোকে ধূলা দিয়াহি বাবেই হে আজি মোৰ ঘৰত এনে মঙল মিলিছে। বাৰু, তই যা; এয়াও আমাৰে ধন হয়।

( বিহুৱা আৰু বগাইৰ প্ৰস্থান )

ভাগ্যকন্যা—সকলো গৃহস্থৰ কপালেৰে হয়। আমি খন্তেকীয়া আলহী মানুহবপৰা একো হ'ব নোৱাৰে।

পানী—মোৰ যি ধন-বিত হৈছে, সকলো আপোনালোকৰপৰাই হৈছে; সেইদেখি হে কৈছিলোঁ বোলোঁ আপোনালোকৰ গুণ মই জনমে জনমে পাহৰিব নোৱাৰোঁ। আপোনালোকে দিয়া ৰূপ ঢুশ হেৰাইছিল হয়; তথাপি সেয়েহে মোক মানুহ কৰিলে। সেই ঢুশ ৰূপৰ কেনেকৈ ধাৰ শুজোঁ, মোৰ এন্ধে মহা চিন্তা হ'ল। সেই গুণেই মই মুৰ পুতি কাৰবাৰত ধৰিলোঁ। এতিয়া চাওক, সিকি এটা মূলধনৰপৰা ইমান ডাঙৰ ফয়ৰ কাৰবাৰ হৈ উঠিল। আৰু সেই সীহডোখৰৰ কথা, আপুনি ধেমালিকৈহে কৈ গৈছিল, বোলে—"ইয়াৰপৰাই সোণৰ গছ গজিব পাৰে"; সেই কথা হাতে হাতে ফলিয়ালে, বাস্তৱিকতে তাৰপৰা মোৰ সোণৰ গছ গজিল। ধন-সোণেৰে মই আপোনালোকৰ ধাৰ শুজিব নোৱাৰোঁ; তথাপি শলাগৰ চিন বুলি, এই এহেজাৰ সোণৰ মোহৰ আগত থৈ, আপোনালোকক মান ধৰিছোঁ। ( শৰাই এখন আগবঢ়াই দিয়ে ) আপোনালোকে ইয়াকে অঘিণকৈ গ্ৰহণ কৰি, মোৰ ধাৰৰপৰা মুকলি নকৰিলে, মোৰ মনৰ খুকুৰি নেভাগে।

ধনকন্যা—তোমাৰ মনত, এই ধাৰ্বৰ বাবে, মিছাতে খুকুৰি লগাই থোৱা ভাল নহয়। এতেকে এই এহেজাৰ মোহৰ আদৰেৰে গ্ৰহণ কৰি, আমি তোমাক আমাৰ ধাৰৰপৰা অতি আনন্দেৰে মোকলাই দিলোঁ। কিন্তু, তোমাৰ কৰ্তব্য-জ্ঞান দেখি আমি বৰ মোহিত হৈছোঁ। সেই গুণে মৰমৰ চিন বুলি, আমিও এই মোহৰ হেজাৰকে আকৌ উপকাৰ দিলোঁ। আৰু আমাৰ এই ক্ষুদ্ৰ উপহাৰটো তুমিও অঘিণকৈ গ্ৰহণ নকৰিলে, আমাৰ মনতো সন্তোষ নেলাগে।

পানী—আপোনালোকে এইদৰে আৰু কথাৰে বান্ধিলে, কি উপায় আছে? বাৰু, আপোনালোকে মোক কৈছিল বোলে, পাচত পৰিচয় দিম। এতিয়া পৰিচয় পাবলৈ প্ৰাৰ্থনা কৰিছোঁ; আৰু দুদিন এদিন মোৰ ঘৰত জিৰাই যায়, এই আশা কৰিছোঁ।

ধনকন্যা—শুনা শুনা, দিওঁ তেনে পৰিচয়;

ভাগ্যকন্যা এওঁ
অধিষ্ঠাত্ৰী দেৱতা ভাগ্যৰ;
মোৰ নাম ধনকন্যা, ধনৰ দেৱতা।
ভাগ্য আৰু ধন,
কাৰ কত বল,
তোমাকে হাতত লৈ
কৰি চালোঁ পৰীক্ষা ইয়াৰে।
দিলোঁ ধন দুবাৰ তোমাক,
ভাগ্য নথকাৰ বাবে
পোৱা ধনো উৰি গ'ল, সুফল নহ'ল।
সৌভাগ্য উদয় হ'ল, পাচত যেতিয়া।
চাই থাকোঁতেই
এনেয়ে সকলো হ'ল,
আপুনি চাপিল ধন ক'ৰবাৰপৰা।
এতেকতে, দেখা গ'ল পৰীক্ষাত,
ভাগ্যৰেহে সঁচা বল,
ধনত সকাম নাই ভাগ্য নেথাকিলে।

ভাগ্যকন্যা—তোমাৰ সুন্দৰ আৰু সৰল চৰিত্ৰ
দেখি প্ৰীতি পালোঁ অতিশয়।
দিলোঁ বৰ, শুনা, শুনা—
তোমাৰ ঘৰত
সদায় থাকিম মই,
নেৰোঁ নেৰোঁ তোমাক নিশ্চয়।
ধনকন্যা—শুনা শুনা ময়ো দিলোঁ বৰ—
ময়ো নেৰোঁ তোমাক কদাপি।
আছোঁ আমি ছদ্মবেশ ধৰি,
চোৰা চোৰা, স্বৰূপ মূৰতি।
(ভাগ্যকন্যা আৰু ধনকন্যাৰ অন্তৰ্ধান)
পানী—এঁ। এঁ। কেনি গ'ল।

## পট পৰিবৰ্ত্তন

[মায়া কানন]

(ভাগ্যকন্যা, ধনকন্যা আৰু দুইৰো সখীসকল)
পানী—জেতুকী-মাক, বেগাই আহাঁ। বেগাই আহাঁ।
আহাঁ। আহাঁ। চোৱাহি। চোৱাহি।

(বেগেৰে মাণিকীৰ প্ৰৱেশ)
মাণি—কি হ'ল? কি হ'ল?
পানী—চোৱাচোন, চোৱা, চোৱা।

[নৃত্য-গীত]

ভাগ্যকন্যা, ধনকন্যা আৰু সখীসকল }— মনোৰঞ্জন দুখভঞ্জন কৰি ফুৰোঁ ঘৰে ঘৰে।
(কিয়) চঞ্চলা বুলি গঞ্জনা আমাক মিছাতে কৰে।
মোহিব জানিব যেয়ে
ৰাখিব পাৰিব সেয়ে
চঞ্চলা শুচি, অচলা হওঁ, চিৰকাল আমি তাৰে।
কৰিলেহে অযতন,
আহি ঘূৰি ঘূৰি, যাওঁ উৰি উৰি
নপৰে নৰহে মন;
ভাবুকে ভালেৰে, ভাবিবা ধীৰেৰে, মনে মধৰে।

॥ যৱনিকা ॥

# বিয়া-বিলৈ

( ঘটনা—ইং ১৯০০ চনত )

## চৰিত্ৰ-চিনাকি

### পুৰুষ

| | | |
|---|---|---|
| উমাই ফুকন | — | ৫০ বছৰ বয়সীয়া আৰ্জি মহৰী |
| টুৱাই বাপু | — | তেওঁৰ বয়সীয়া চাবিগাঁৱৰ সাধাৰণ বামুণ |
| নিধি বাপুটি | — | আঁঠুভগাৰ ৩৩ বছৰীয়া দুখীয়া কানীয়া বামুণ |
| লুহুৰ কাটনি | — | আদহীয়া চহা মানুহ |
| ধনী চুতীয়া | — | জিল্লাৰ চাহাবৰ চাপ্ৰাচী |
| নবকেশ্বৰ, যোগকান্ত | — | উকিল |
| যেকুব আলি | — | শিক্ষিত ডেকা |
| জয়নাথ | — | ২০ বছৰীয়া বামুণ-ডেকা |
| পূৰ্ণ | — | টুৱাইৰ নগৰীয়া ভাগিনিয়েক |
| কেৰকন পাঠক | — | টুৱাইৰ ওচৰ চুবুৰীয়া |
| সহদেৱ | — | মেলেঙৰ ৫৬ বছৰীয়া বৰলা বামুণ |
| কটকী চাহাব | — | জিদত যুজা ধনী মানুহ |

হাকিম, কনিষ্টবল, পেস্কাৰ, কেইজনমান গঞা মানুহ, স্কুলীয়া ল'ৰাইঁত।

### তিৰোতা

| | | |
|---|---|---|
| পমিলা | — | ধনীৰ ঘৈণীয়েক |
| জয়ন্তী | — | টুৱাইৰ ১২ বছৰীয়া জীয়েক |
| কেতেকী, পদুমী | — | গাঁৱলীয়া তিৰোতা |
| শান্তি | — | ৪০ বছৰীয়া অকলশৰীয়া বিধৱা বামুণী। |

---

## প্ৰথম অংক

### ১ম দৃশ্য

[ কাচাৰী ঘৰৰ আগৰ গছ-তল ]

( নিধি আৰু লুহুৰ মুখামুখিকৈ বহি আছে )

নিধি—এ ৰাম প্ৰভু, 'সইত' ক'ৰা ; ( কড়িৰমুঠি মাৰি দি কিছুপৰ চাই থাকি ) মঙলে ভালকে কৈছে ; তুমি এই গোচৰত জিকিব লাগে। এইটো কড়ি চোৱাঁ ; পোনতে অগা-ভেটা কৰি, পাচত অফলীয়া হৈ বাট এৰি দিছে। কোনোবা এজন মানুহে বাটত অলপ বিঘিনি ঘটাব খুজিছে ; পাচে নোৱাৰিবগৈ ; তুমি শেহত জিকিবাঁ।

লুহুৰ—বোলক আৰু দেউ, সেয়ে যেন হয়গৈ।

নিধি—মঙলে হওঁতে কৈছেই, তেও বাৰু পাঁজি-ঘৰটোও চাই, কথাটো থিৰাং কৰি দিওঁ। পুথি-মাননী আৰু দুই অনা পইচা উলিউৱা-চোন।

লুহুৰ—এৰা, কথাটো খৰচি মাৰি চাই-চিতি দিয়ক দেউ। ( পইচা দিয়ে )

নিধি—( পইচা লৈ, পাঁজি মেলি চাই ) তোমাৰ নাওটো কি ?

লুহুৰ—আমাৰ নে ? লুহুৰ।

নিধি—ল-লি-লু—তুলা ৰাশি। ল-লি-লু-লে-লৈ। লৈ বোলোঁতে হ'ল 'ঐশান' কোণ ; আপুনি 'ঐশান' কোণে হ'ল বৃহস্পতি ; 'যাৰ ফালে বৃহস্পতি পোন, তাৰ পথাৰত নবয় কোন' ? 'দোৱাদশতে' শনি, তাৰ পাচতে অশ্বিনী ভৰণী কৃত্তিকা ৰোহিণী—ইয়াৰ ফলত হ'ব লাগে ধনী মানী গুণী আৰু 'গিয়ানী'। চতুৰ্দ্দশতে অকল ৰবি, সোমে মঙলে মুখামুখি। আমাৰ বামুণীয়া দোৱানেৰে ইয়াকে বোলে 'মহেন্দ্ৰ' যোগ। পুথিত লিখিছে বোলে—মহেন্দ্ৰ যোগ যদিহে হয়, যেনি যায় তাৰ জয় জয়।

মুঠেই মাজতে কেতু গৰাকীয়ে অলপ হকা-বাধা কৰিব খোজে। নোৱাৰিব পাচে, পাচতে ৰাহুৰেও খেদি গৈছে।

( পাঁজি জপাই থৈ ) এইবোৰলৈ চাই, তুমি জিকিব লাগে। পাচে এতিয়া হয়গৈ কিটো কেনেকৈ ক'ম ? গণি পঢ়ি চাই, যিটো পাওঁ, ক'ব পাৰোঁ দেখাঁ। তেওঁ সেই কেতুজনৰ বাবে তিনিগৰাকী ভকতক একে বৰণীয়া বস্ত্ৰৰে চাউল একঠা খুৱাই থ'বাঁ।

লুহুৰ—ভাল দেউ, তাকে কৰিমগৈ বাৰু, সৌৱা আৰু কোনোবা আহিছে, মই আহিলোঁ, সেৱা হে।

( প্ৰস্থান )

( উমাই, টুৱাই আৰু ধনীৰ প্ৰবেশ )

উমাই—ক'তা, হৈছেনে ?

নিধি—মই সকলো যতনাই থৈছোঁ ; আপুনি আহিলেই হয়। ( ডাঙৰ চিলিম উলিয়াই, দিয়াচলাইৰ কাঠী মাৰি লগাই দিয়ে )

উমাই—( এছাট মাৰি নিধিক চিলিমটো দি, টুৱাইৰ প্ৰতি ) তুমি আজিয়েই তাক যোদাই দিয়াঁগৈ। উকিলক সুধিবলৈ গ'লে, এই আমাৰ কথা কৈয়েই চাৰি বা পাঁচ টকা ৰূপ ল'ব। আমি সেই একে বুধিকে দি দুঅনা চাৰি অনাহে বিচাৰোঁ ; তেও চকু-কুটাইতে পোনেই উকিললৈহে চেকুৰ মেলে।

( নিধিয়ে ধনীক ডাঙৰ চিলিম দিয়ে ; উমাই, নিধি আৰু ধনীয়ে কথাৰ মাজে মাজে কেইবা বাৰো ঘুৰাই ঘুৰাই ছাট মাৰে )

টুৱাই—তেনেহ'লে, আগলৈ মোক এই বাবে একো দায়ে নেপায় নহয় ?

উমাই—এ, তোমাৰ কাণৰ পানীও কাণে নেযায়। কেলেহুৱা কুকুৰ এটা দুদিন চাপি আছিল, হেই বুলিলোঁ, লৰ মাৰিলে, ওৰ পৰিল। তাৰ বাবে আকৌ দায়টো কিহৰ?

ধনী—নহয় নো কি? তেনে কথা ক'ত উফৰি গৈছে।

নিধি—মূলতে কথাটোনো কি? আমিও শুনোচোন।

উমাই—এ, কথাটো কি—এওঁৰ ঘৰত কেও কিছু নোহোৱা বামুণৰ ল'ৰা এটা আলহী ভাৱেৰে আছে। কেতিয়াবা ধেমালিতে এওঁৰ জীয়েকক তালৈ হেনো দিওঁ থওঁ বুলি কোৱা-মেলা কৰিছিল। পাচে তেওঁৰ এখোন ছোৱালী বিয়া দিয়া তল পৰিছে। সিদিনা ঘৈণীয়েক-জনী মৰিছে, বপুৰীৰ দেহি নিজৰে বিপদ। সেই দেখি মই কৈছোঁ, বোলোঁ নিজৰ ঘৰখন আগধৰি পাতি লোৱা; ছোৱালী বিয়া দিয়া পাচ কথা। ছোৱালীৰ টেকেলিটোকে নো ধৰে কোনে?

নিধি—হয়তো, এখেতৰ বয়স নো কিমান হৈছে? আগৰ হ'লে ছোৱালী খুজিবৰ হৈছেহে।

টুবাই—মোৰ মানুহ চাই বয়স হোৱা নাই। চুলি কেইডাল বেগতে পকাতহে অলপ বয়স যেন দেখি।

উমাই—এ, কেই দিনৰ মানুহ! আমাৰ সমনীয়া; ঢকুৰিতে ভৰি দিব নেপায়।

ধনী—হয় দেউ, নিজে মৰি লোকক কোনে তৰায়? নিজৰ ঘৰখন আকৌ পতাটোহে আপোনাৰ আগ কাম।

টুবাই—পাচে সি যে তাকে গুণুনে এতিয়া। তাৰ মনেৰে, মোৰ ঘৰ খি ভাগিল ভাগকেই; তাৰহে ঘৰখন সোনকালে পাতি দিব লাগে; তাক ঘৰৰ গিৰিহঁত পাতি দি, মই বৰলা ভাত খাই, গছৰ মুঢ়া হৈ বহি থাকিব লাগে। সকলোৰে দেখোঁ আজিকালি নিজলৈহে কাঁড়ে। আৰু ছোৱালীজনীৰে মই বিয়া কৰোৱাত অসহন। কথা উলিয়ালেই হালেই জাঙুল খাই উঠে।

উমাই—উঠিবতো; তেহে আকৌ তুমি মৰিলে সম্পত্তি সোপা পাব। সেই দেখিহে কৈছোঁ, তাক তুমি খেদি দিয়াঁগৈ; আৰু ছোৱালীজনী দিবলৈ ঘৰ-বাৰী থকা খিলঞ্জীয়া মানুহৰ ল'ৰা এটা বিচাৰাঁগৈ।

টুবাই—তাকেহে সুধিবলৈ আহিছোঁ; বোলোঁ মই খেদি দিলে তেনেহ'লে একো জগৰ জাতি নেলাগে?

উমাই—একো নেলাগে, তুমি খেদি দিয়াগৈ। তাৰ বাবে কোনো মোটা লোকত কোনো গোচৰ-হাৰি নেখাটে।

টুবাই—ভাল তেনে, এতিয়া বিদায়হে কৰোঁ।

উমাই—পাচে আমাৰ পেট-খৰচ? আমাৰ দেখোঁ আক এয়েহে খেতি পথাৰ।

টুবাই—এ, পাহৰিছিলোঁ। (তামোলৰ গামোচা মেলি পইচা উলিয়ায়)

ধনী—এতিয়া মোক বিদায় দিয়ক।

উমাই—এৰা, তুমি আগ বাঢ়াঁ; সকলো ঠিক-ঠিকনা কৰি থোৱাঁগৈ; আমি পাচতে গৈছোঁ। হোৱাঁ, এই এটকা কণ দিছোঁ।

(উমায়ে ধন দিয়ে; ধন লৈ ধনীৰ প্ৰস্থান)

নিধি—দেউ, আপোনাৰ ঘৰ বা ক'ত?

টুবাই—মোৰ ঘৰ বোপাই চাৰিগাঁৱত; তোমাৰ একা?

নিধি—মোৰ লোৱা আঁঠুভগাত; ইয়াৰপৰা মুঠেই দুমাইল। আপোনাৰো সেই দুমাইলেইহে। পাচে জানিবাঁ আপোনাৰ ঘৰ নগৰৰ পূবলৈ, আমাৰ পশ্চিমলৈ। আপোনাৰ ঘৰত বা আছে কোন কোন?

টুবাই—সেই যে কৈছিলোঁ ছোৱালীটি, সেই বাব বছৰীয়া ছোৱালীটিৰ বাজে আৰু কোনো নাই। তিৰোতাজনী মৰি যৰখন ভাগিবৰ আজি দুমাহ হ'ল।

নিধি—আই ঐ দেহি! আপোনাৰ চাগৈ বৰ দুখ দেউ। ঘৰলাৰ দুখৰ কথা আৰু বুজিবলৈ বাকী নাই। আপুনি জানিবা বিয়া কৰাই বৰলা, আমি বিয়া নকৰাই বৰলা। আমাৰো আৰু বিয়া দিবলগীয়া ভনী এটিৰ বাজে আন কোনো নাই।

টুবাই—কেলৈ, তুমি জানো বিয়া-বাৰু কৰোৱা নাই?

নিধি—এৰা, দুখীয়া বুলি মানুহে এণ্ডোৱা যেন দেখি, সেইবোৰ ধান্দা আৰু এৰিয়েই দিছোঁ।

টুবাই—দুখীয়া-সুখীয়া সেইবোৰ কপাল গুণীয়া কথা। ডাঙৰীয়া ধৰক। (উমাইক পইচা দিয়ে)

উমাই—(লেখি চাই) বাৰু যি দিছাঁ; হওক তেও, মাছ একৰা নিবলৈ জুৰিব।

টুবাই—(দুইলৈকে চাই) এতিয়া আৰু থাকিবহে।

নিধি—ভাল সেৱা হে।

উমাই—বাৰু যোৱা; যেতিয়া যি লাগে, লৰ মাৰি মোক সুধি যাবাঁহি।

টুবাই—আৰু নো সুধিম কাক? (প্ৰস্থান)

উমাই—আজি পাচে কিমান পালি অ'?

নিধি—মণ্ডল এখন চাই সৰকালোঁ তিনি অনা: আৰু এযোবাৰ গ্ৰহ-গতি চাই পালোঁ চাৰি অনা। আজিকালি মানুহ বৰ টিখৰচিং হ'ল, আগৰ দৰে চোৱা-চিতা নেমানে। চালিচ এখনৰ চাৰি অনা আৰু গোচৰ এখনত সাখী কৈ ওপৰতে কপ এটকা দুলিউৱা হ'লে, আজি খৰচেই নচলে।

উমাই—বাৰু তই আগ বাঢ়; মই বজাৰেদি পাক মাৰি গৈছোঁ; চাপ্ৰাচীৰ ঘৰতে লগ ধৰিম্বগৈ।

নিধি—একে লগে যাওঁ, ব'লক; মোৰো আকৌ বজাৰ কৰি নিলেহে খাবলৈ হ'ব।

(দুইৰো প্ৰস্থান)

## ২য় দৃশ্য

[ধনীৰ জুহালৰ ওৰি]

(জুহালৰ ওপৰত চাহৰ কেট্‌লী, কেউকালে চাৰিজন মানুহলৈ আসন পৰা আছে; আগে আগে চাৰিটা বাটি আৰু একোডোখৰ কাগজত কানি-পাণ সজোৱা আছে)

(ধনী আৰু পমিলা)

ধনী—সকলো দিহা হ'লনে?

পমিলা—টিকিৰা-সেয়া চাৰি ভাগ কৰি থৈছোঁ। এৰোজৰ জোখাই তাৰে চান্ কাটিলোঁ মাক-টিয়েকে। পাৰ চৰাইটো ভাজি বাটিয়ে বাটিয়ে সজাই দিছোঁ; তাতে একোটা কলো আছে। ডেক্‌চিত চাহ-পাত, চেনি, গাখীৰ সকলো মিহলাই সিজাই থৈছোঁ; জুইৰপৰা নমমাৰাঁ, চেঁচা হ'ব।

ধনী—চাচোন, খৰচ-পাতি দিছে লোকে; আমি মুঠেই মাজতে যতনাই দিছোঁ। তাকে কৰিয়েই, সিহঁতৰ লগতে একো ভাগ খাবলৈ পাইছোঁ। তাৰ বাহিৰে আকৌ লুকায়ো এৰোজৰ টিকিৰা ৰাখিছহে। চাহ, চেনি, গাখীৰ, তিতা মৰা বস্তু, এইবোৰত যে লাভ খাইছোঁৱেই। আমাৰ নো কেনি হানিটো হৈছে? গধূলি হওক কি, আকৌ সিযোৱা পাওকহি। সিহঁতৰ লগতো মদে মণ্ডহে দৰনিকৈ মাৰোঁহক আকৌ এবাচ। এইদৰে লোকৰ মুৰতে মৌজ কৰি থাকিবলৈ পালেনো আৰু কি লাগিছে?

পদ্মিলা—মনে মনে থাকা ; কোনেবাকৈ শুনিবহি।

ধনী—অ' মলা-ধঁপাত যতনাই থৈছনে ?

পদ্মিলা—সেয়া ধঁপাতে চিলিমে একে ঠাইতে থৈছোঁ।

উমাই—( বাহিৰৰপৰা ) চাপ্ৰাচী আছানে ?

ধনী—অ' আহিছেনে ? আহক, একেবাৰেই সোমাই আহক।

( উমাই আৰু নিধিৰ প্ৰবেশ )

উমাই—আৰু আগেয়েই পালোঁহিহেঁতেন, ৰজাবেদি ঘূৰি অহাত হে অলপ পলম হ'ল।

ধনী—সকলো তৈয়াৰ আছে ; বহিলেই হ'ল আৰু।

উমাই—ভাল কথা, 'শুভস্য শীঘ্ৰং'।

( তিনিওজন বহে )

ধনী—অ' হেৰ', ধোঁৱা-খোৱাকেইটা আন।

(পদ্মিলাই চাৰিটা বাঁহৰ ধোঁৱা-খোৱা আনি তিনিটা তিনিওকো দি, এটা নিজে লৈ বহে। চাৰিও কানি পান কৰিবলৈ আৰম্ভ কৰে।)

নিধি—এৰা, টিকিৰা খাই আজিহে জুতি লাগিছে।

উমাই—নেলাগিব কিয় ? আজি হাত লাগিছে কাৰ ? চাপ্ৰাচীয়নীৰ দৰে মিহি বন জনা মানুহ আৰু এজনী বিচাৰি পাবলৈ আছে জানো ?

পদ্মিলা—বস্তুখন অকল হ'লেই নহয় ; তাকে জুতি বুজি, সিজাই পকাই, যতনাই দিব জানিব লাগে।

উমাই—হয়তো, হয়তো।

নিধি—পাচে চাপ্ৰাচী চাপ্ৰাচীয়নী দুয়ো আছে : ফুকন ডাঙৰীয়াক এফেৰি খাটনি ধৰোঁ। আমাৰ আৰু দিনকাল এইদৰেই যাব দিছেনে ? আপুনি মন কৰিলে, অথনিৰ সেই চাৰিগাঁৱৰ বামুণটোৰ ছোৱালীজনীয়ে সৈতেই ধৰখন পাতি দিব পাৰে। মোৰ কি আছে, কি দিম ? তেও বুলি ধৰম পাব।

ধনী—হয়তো, বোলে 'আবিয়ৈৰ বিয়া, অশবাৰীৰ শবাধ'। ফুকনে গা লাগি ধৰিলে হ'বই হ'ব।

নিধি—আপুনি আৰু মোৰ অৱস্থা গোটেইটো জানেই। আগডোখৰ গ'ল কটকী চাহাবৰ লগত বান্ধনি হৈ দেশ ফুৰোঁতেই। আহি ঘৰ সোমালোঁহি কি, থাকিল বুঢ়া-বুঢ়ী মৰি ; টেটুতো লগাই থৈ গ'ল বিয়া দিবলগীয়া ছোৱালীজনী। ইফালে 'নানং নবস্ত্ৰং' নোম দৰিদ্ৰ। কেতিয়াবা আপোনালোকৰ লগতে টিকিৰা এটা পোৱোঁ, ভাং এচোঁপা মাৰোঁ—তাকে মুখত লৈ, দুখীয়া দেখি মানুহে ছোৱালী নেযাচে।

উমাই—ক'ব নেলাগে ; মই সোপাকে জানি থকা কথা।

নিধি—তেনেহ'লে, আপুনিয়েই মৰম নকৰিলেনো আৰু কোনে কৰে ? আপুনি কতৰ ঘৰ পাতি দিছে !

পদ্মিলা—নহয়নো কি ? মাউৰা ল'ৰাটোলৈ নিদিয়ানো কিয় ছোৱালীজনী আনি ?

উমাই—এ চাপ্ৰাচীয়নী, অকল মুখখনেৰেই জানো কাম হয় ? যিটো মানুহৰ কথা কৈছে, তাৰ ঘৰ ডুমাইল দূৰত চাৰিগাঁৱত। এই কথাৰ বাবে কতবাৰ তালৈ অহা-যোৱা কৰিব লাগিব, কত বুধি খটাব লাগিব, কত চলাহি কৰিব লাগিব। তাত লাগি কাচাৰী খতি কৰিলে মোৰ খাবলৈ হয় ক'ব ? বাট-খৰচ আৰু ঘৰ-খৰচটো পোৱা হ'লে, তেও এটা বল দি চালোঁহেঁতেন। পাচে তাকো এতিয়া ই নিধিয়ে দিব নোৱাৰে নহয় ?

ধনী—তেওঁনো দুখীয়া মানুহ ক'ৰ ধন দিব ? কেলৈ, আপুনি সিৰোৱাৰপৰা উলিয়াই নেযায় কিয় ?

উমাই—সিবোৰাই কিয় দিব? তাৰ জানো কিবা দৰাৰ মাকালে খাইছে?

ধনী—সেয়েই কৈছে বোলে—'সজিৰ বাঁহ বুধিৰে কাটিবা'। আপুনি এটা কাম কৰক; তাক কওকগৈ বুলি, নিধিৰ ভনীয়েকক মই তোমালৈ দিয়াব পাৰোঁ। তাকে শুনিলে সি আপোনাক জোক লগাদি লাগিব। সেই চলতে আপুনি যি পাবে ধন-বিত সবকাই ল'ব। পাচত ক'ব বুলি তোমাৰ জীয়েৰাক তালৈ দিলেহে তোমালৈ তাৰ ভনীয়েকক দিব। তেতিয়া আৰু নিদি কি কৰিব?

উমাই—হয়নে অ'? তই জানো ভনীয়েৰক তালৈ দিবি?

নিধি—একো কথা নাই। সিজনী ছোৱালী মোলৈ দিলে, ময়ো মোৰ ভনীক দিম; আন এটা-লৈকো তেওঁ দিব লাগিবহে। ময়ো তেওঁ এনেকুৱাকে কিবা এটা কৰিব পাৰোঁ বুলিহে অতদিন ভনীজনী বিয়া দিয়া নাই। কতই ধৰিছে; মই চাইছোঁ তাইকে দি সলাইহে যদি এজনী আনিব পাৰোঁ।

উমাই—হওতে কলটো লাগিছে ভাল। ইস্ ভাল কথাটো ধৰিলা চাপ্ৰাচী। সদায় চাহাবৰ লগত থকা মানুহ নহয়, নহ'বনো কিয়?

ধনী—এৰা, হওতে কাচাৰীতে থাকি থাকি ইটো সিটো কথাৰ আও-ভাও ধৰিব পৰা হৈছোঁগৈ।

উমাই—বাৰু, কালিৰপৰাই তিনি দিনলৈ কাচাৰী বন্ধ আছে। মই তেনেহ'লে ৰংপুৰলৈ গৈছিলোঁ বুলি ফাঁকি দি, পৰহিলৈকে চাৰিগাঁৱত, তাৰ ঘৰত আলহী হ'বগৈ।

নিধি—ময়ো যাব লাগিবনে?

উমাই—তই সম্প্ৰতি যাব নেলাগে; মইে আও-ভাওটো বুজি আহোঁগৈ।

নিধি—জোৰোণ-বাৰোণ হ'লে মোৰ দিবলৈ নাই

উমাই—সেইবোৰ বাক পাচ কথা।

পমিলা—চাহ-পানী নেখায় জানো?

উমাই—কিয় নেখাম? বাকা।

( পমিলাই চাহ বাকিব খোজে )

## তয় দৃশ্য

[ আলিবাট ]

( নৱকেশ্বৰ আৰু বেকুব আলিৰ প্ৰবেশ )

নৱকেশ্বৰ—ভাই বেকুব, মোৰ মতেৰে হ'লে eat, drink and be merry—খাবা, ব'বা আৰু মৌজ কৰিবা। যেয়ে যিহকে কওক লাগিলে, মই যিটোত মৌজ পাওঁ, মই তাক কৰিমেই কৰিম।

বেকুব—তাকেতো কয় manliness. নিজৰ চখ্ মিটাবলৈ নহ'লেনো দুনিয়ালৈ অহাৰ 'ফয়দা' টো কি? লোকে ভাল বেয়া বোলাটো আমাক কেলৈ?

নৱক—অ' সৌৱা আহিছেই। What a good luck! ককাইদেউ, আহক আহক; আমি আপোনাৰ ঘৰলৈকে বুলিহে আহিছোঁ।

( উমাই আৰু নিধিৰ প্ৰবেশ )

উমাই—জানো বালক; সকাম বা কি?

নৱক—সকাম এনেকৈ ভাঙৰেই। এই দেওবাৰ গৈ অহা দেওবাৰে আমি নৈৰ ধাৰিত এটা 'পিক্‌নিক্' অৰ্থাৎ 'বনবীয়া ভোজ' পাতিছোঁ। মানুহৰ 'নম্বৰ' পোন্ধৰ, কুৰিজনৰ ওপৰ নহয়; কিন্তু তাতে হিন্দু, মুছলমান, খৃষ্টান, সকলো community represented হ'ব; অৰ্থাৎ কেউ সম্প্ৰদায়ৰে দুই-চাৰিজনে যোগ

দিব। 'খানাপিনাও' সেইদৰেই খুব 'লিবাৰেল ফেচনৰ' হ'ব—upto ছইছি চৌদা পৰ্য্যন্ত।

উমাই—শুনোতে ভাল শুনিছোঁ। সকলো 'কমিটি' (community) ৰিপেলেজেণ্ট (represent) হোৱাটো এনেকৈ ভাল হৈছে। পাচে মানুহহে যেনে 'অৰ্থদক্ষ' (orthodox), সিহঁতৰ তাপত কৰিব পৰা হ'বনে?

নৱক—খুব হ'ব; River sideঅৰ lonely place-অত আমি কি কৰোঁগে তাৰ কোনে গোন্ধ পাব? আৰু পাই যদিও তালৈ 'ডেমকেয়াৰ' কৰিব লাগে। আজিকালি আৰু সেইবোৰলৈ ভয় কৰিবৰ দিন নাই ককাইদেউ। পাচে তালৈকে আপুনি লাগি-ভাগি কাৰবাৰ কৰি নিজেও খাই, আমাকো খুৱাই কামটো সুকলমে নিষ্পত্তি কৰাই দিবগৈ লাগে।

উমাই—কোনো কথা নাই; মই এইবোৰলৈ পাচ হোঁহকা মানুহ নহওঁ। মুঠেই মই যোৱা কথাটো 'পাব্লিক' হৈ নোলালেই হয়।

নৱক—সেইটোলৈ একো ভয় নকৰিব। আৰু এটা খাই কথা হৈছে, আপুনি এটা ভাল ৰান্ধনি settle কৰি দিব লাগে।

উমাই—বাৰু তাকো 'চেটেল্' কৰি দিম। ৰান্ধনি এইটো লগতে ফুৰিছে। মই ইয়াৰ ৰন্ধা কত খাইছোঁ; হাতে-পাতে ধৰিম, হৈ যাব।

বেকুব—হেৰি বাবুৰ্চি বাপু, আপুনি পোলাও বনাব জানানে?

নিধি—বঢ়িয়াকৈ জানো; খাই চালে বুজিব। পোলাও, কালিয়া, কোৰ্মা, কোপ্তা, ৰ'ষ্ট, কট্‌লেট, চপ, ষ্টু—মই নজনা একো নাই। কটকী চাহাবৰ লগত থাকোঁতেই সকলো শিকি থোৱা আছে।

বেকুব—এৰা, আমাৰ মুছলমান বাবুৰ্চি নিনিওঁ বুলিছোঁ। কেনেবাকৈ খুৰি আহি কৈ দিলেহি, আমাৰ বুঢ়াখনে তেনেই চৌৱা কৰাই মাৰিব।

নৱক—অ' আপোনাক ক'বলৈ পাহৰিছোঁ; পিক্‌নিকলৈ জনদিয়েক মহিলাকো মতা হ'ব।

উমাই—মাতিবই লাগিব। তেওঁলোকে পাতি আপোনা-লোকক কোনোৱা দিনা মাতেহে লাগে। আগধৰি তেওঁলোকে মাতিলে বৰ লাজৰ কথা হ'ব। পাচে এতিয়া মই যাওঁ। আপোনালোকে ঠিক-ঠিকনা কৰক বাৰু; মোৰ ফালৰ দিহা মই কৰিম।

বেকুব—যোৱা বাৰু, সময়মতে আমি আকৌ খবৰ দিম।

(উমাই আৰু নিধিৰ প্ৰস্থান)

নৱক—এতিয়া ভাল মণিপুৰীয়া গান এযোৰা ক'ত পোৱা হয়, কোৱাচোন ভাই।

বেকুব—ৰ'বা এখোন ভাই; মই দোছোৱা এটা কথাহে 'দৰিয়াপ' কৰিছোঁ।

নৱক—আকৌ কি কথা 'দৰিয়াপ' কৰিবৰ হ'ল?

বেকুব—সঁচা ভাই তোমালোকৰ মানুহবোৰক মই বৰ 'তাৰিফ' কৰিছোঁ। এতিয়াই চোৱাচোন, হিন্দুৱে, মছলমানে খৃষ্টানে, মতাই তিৰোতাই, মদে কুকুৰাই ভোজ হ'ব। এই হ'লে তোমালোকৰ বামুণ মানুহ, আমাৰ হ'লে মোল্লা। তুমি কৈ যাওঁতেই সিহঁত ভোজলৈ যাবলৈ ৰাজী হৈ পৰিল। আমাৰ মছলমানৰ হ'লে, এম্‌-এ পাছ কৰি আহিলেও ইমান মন মুকলি হ'বনে?

নৱক—নহ'বতো, আমাৰ সভ্যতা যে পুৰণি; সেই গুণেই আমি সকলো কথাতে আগবঢ়া।

বেকুব—তোমালোকৰ চাল-চলনবোৰ মোৰ বৰ পচন্দ হয়। সঁচা কৈছোঁ, হিন্দুজাতটো বৰ 'অজব' জাত। আমাৰ হ'লে ভাই বৰ মস্কিল। হেন

নেথাকিব, তেন নকৰিবি, নামাজহে পঢ়, ৰোজাহে ধৰ—খালি 'তকলিফ্' খালি 'তকলিফ্'। আৰু এই মৌলবীবোৰৰ 'এইচা চয়তানী'—কোনে ডাড়ি খুৱালে, কোনে বে-হেলালী খালে—হে'ৰ এইবোৰ কথাৰ তইঁতৰ কি 'জৰুৰৎ' আছে? ক'লে নপতিয়াবা ভাই, খোদা 'কচম্' কৈছোঁ; মোৰ হ'লে তোমা-লোকৰ স্বামীজী এজনৰ ওচৰলৈ গৈ হিন্দু হ'বৰহে মন যায়।

নৰক—দৰ্কাৰ কি? যেতিয়া যেনে দৰ্কাৰ আমি তেতিয়া তেনে মতে চলিম।

( নৰকে গীত লগাই দিয়ে, দুয়ো গায় )

[ গীত ]

আমাৰ উদাৰ নীতি বৰ।
( আমি ) সমূলি নহওঁ কোনো ধৰমৰ।
( আমি ) নহওঁ হিন্দু মছলমান
নহওঁ বৌদ্ধ খৃষ্টিয়ান
কোনো ধৰমৰ আমি নেচাপোঁ ওচৰ।
( আমি ) তোমাৰ লগত মাৰোঁ চিতল
এওঁৰ লগত খুন্দো পিতল
যেনি আমি চল দেখোঁ তেনি ধৰোঁ লৰ।

## ৩য় দৃশ্য

[ টুৰাইবাপুৰ ঘৰ ]

( টুৰাই আৰু উমাই )

উমাই—মই গৈছিলোঁ ৰংপুৰলৈ। তাৰ বৰ চাহাবে নিজে কিবা এটা মোকৰ্দমা কৰিব খুজিছে; তাৰে বুধি ভাগ সুধিবলৈ মতাই নিছিল। বাটতে বোলোঁ তোমাৰ ঘৰতো এৰাতি থাকি যাওঁ। সেই বুলি আহি ৰাতিটো থাকিলোঁ, এতিয়া যাওঁগৈ আৰু।

টুৰাই—বৰ ভাল কৰিলে ডাঙৰীয়া: মোৰ পৰম 'ভাইগ'।

উমাই—পাচে তোমাৰ ঘৰখন তেনেই উদং দেখিছে বেয়া পাইছোঁ। ছোৱালীজনী এখৰলৈ দিলে তুমিনো অকলৈ থাকাই কেনেকৈ? ই কথাই কথা নহয়; এই আঘোণৰ ভিতৰতে তুমি য'ৰে ত'ৰে ডাঙৰ চাই ছোৱালী এজনী বিয়া কৰোৱাঁ।

টুৰাই—এৰা, সেই কথাৰেই আপোনাৰ ওৰিলৈ যাওঁ যাওঁকৈহে আছোঁ। বোলোঁ হাত দীঘল মানুহ, অনেকক আগেয়ে এনে উপকাৰ কৰিছেও, পাৰিলে কেনিবা জোৰা এটা মাৰি দিয়ক।

উমাই—ৰ'বাঁচোন বাৰু, ক'তনো চল আছে, মই এবাৰ ভাবি চাওঁ। ( কিছু বেলি ভাবি থাকে )

টুৰাই—সিদিনা যে কাচাৰীত আপোনাৰ ওচৰত সেই আঁঠুভগাৰ ল'ৰাটি লগ পাইছিলোঁ, তাৰ বোলে শকত ভনীয়েক এজনী আছে। আপুনি মন কৰিলে সেই ফালেও এহেঁচা মাৰি দিব পাৰে।

উমাই—( স্বগতঃ ) পহু আপুনি জালত সোমাইছেহি; এতিয়া আৰু কথা চমু চাপি পৰিল। ( প্ৰকাশ্যে ) হওঁতে লাগি ভাগি চাব পাৰোঁ। আৰু মই লাগিলে এটা নহৈও নেথাকে—ইওটো কৈছোঁ। পাচে, এইবোৰ কামলৈ হাতে হাতে ধন লাগে। বাৰু তোমাৰ এইটো কামতে ধৰোঁ—ইয়াৰ বাবে মই কেইদিন খতি হ'ব লাগিব, তাক কত বুজাব বৰাব লাগিব, অমান্তি হ'লে কিমানবোৰ ছল-বুধি কৰিব লাগিব। মইনো বাৰু বেচ নেপালে অতবোৰ কিয় কৰোঁ? পাচে এতিয়া সেই বেচকে দিয়ে কোনে?

টুৰাই—অলপ অচৰপ যি লাগে মৰে দিওঁ। এইবোৰ

কামতে দুমহা ভাঙিবলৈ নহ'লেনো আৰু সাঁচিম কালৈ ?

উমাই—তেনেহ'লে তাৰ আগতো আকৌ কথাটো শুদা মুখে উলিয়াবগৈ নোৱাৰি নহয়। এতেকে সাতে পাঁচে সম্প্ৰতি বাৰু একুৰিমান ৰূপকে উলিয়াই আনা। মোক আৰু ৰাখি নথবা, মোৰ বেলিহে হ'ল। (টুৰাইৰ প্ৰস্থান)

নাই নাই বুলিও আৰু একুৰিমান সৰকাৰ পাৰিম। থকা হ'লে, নিধিটোৰপৰাও মহাদিয়েক উলিয়াব পাৰিলোঁহেঁতেন। পাচে ক'ৰ দিব সেই ভিকহুটোৱে ? হওক তেও, মানুহটোৱেই হাতত থাকিব।

(টুৰাইৰ প্ৰৱেশ)

টুৰাই—(ৰূপ দি) হোৱক, আপুনি কোৱা মতেই সম্প্ৰতি মই একুৰি ৰূপ দিছোঁ।

উমাই—(ৰূপ লেখি চাই, ৰুমালত বান্ধি) পাচে এটা কথা। শুৰিৰ কথা শুৰিতে কৈ থওঁ। সিও অকলশৰীয়া মানুহ ; যদি কয় বোলে মই ভনীক দিবলৈ হ'লে, তেওঁৰজনী ছোৱালীও মোলৈ দিয়ক, তেতিয়া কি কৰিম ?

টুৰাই—কেনে মানুহ কি কথা একো নেজানো, আপুনিনো দেখে কেনে বোলে ?

উমাই—মই আৰু কেনে বুলিম ? ল'ৰা তুমি দেখিয়েই আছিছা। বয়সলৈ চালে তোমাতকৈ ভালেমান সৰু। নিজৰ বাহুৰ বলেৰে দুপইচা আৰ্জি খাইছে। শুৰিটোও সিহঁতৰ ভাল, আগৰ পাচলি-কুটাৰ ঘৰৰ বোলে। ঘৰত আৰু কেও কিছু নাই। তোমাৰ ছোৱালী গৈয়েই পোনেই ঘৰৰ ঘৈণী হ'বগৈ। এনেকুৱাতে নিদিনো আৰু কেনেকুৱাত দিবা ? মানুহ হওতে দুখীয়া। পাচে কেউফালে ভাল ক'ত পাবা ? মই হ'লে ভাল বুলিছোঁ।

টুৰাই—আপুনি ভাল দেখিলে কোনো কথা নাই। তেও বুলি বাৰু আমাৰ পোনেই কথাটো মুলিয়াবচোন ; পাচত লাগিলে আমি হেনেও যি কৰোঁ কৰিম।

উমাই—বুজিছোঁ ; সি মুলিয়ালে মই কিয় উলিয়াম ? পাচে আজি হ'ল বুধবাৰ, দেওবাৰ মানলৈ তুমি মোৰ শুৰিৰপৰা খবৰটো লৈ আহিবাঁগৈ। এই কেইদিন মই তাক পোনাই পজৰাই চাওঁগৈ। এতিয়া আৰু মই উঠিলোঁ। বেগাবেগিকৈ গ'লেহে, বেলি পৰা পত্তাৰত ঘৰ পামগৈ।

টুৰাই—ভাল ব'লক ; মই আগবঢ়াই থৈ আহোঁ।

(দুইবো প্ৰস্থান)

## ৪ৰ্থ দৃশ্য

[ শান্তিৰ ঘৰ ]

( শান্তি আৰু জয়ন্তী )

শান্তি—হেৰ' মোৰ মুৰখাতী, সাধু কথা দেখোন তোক সদায়েই কৈয়েই আছোঁ ; আৰুনো কিমান ক'ম ? বাৰু, কোৱাবোৰ জানো তোৰ মনত আছে ?

জয়ন্তী—আছে আই, সকলোখিনি বঢ়িয়াকৈ মোৰ মনত আছে। আপোনাৰ সাধু কথাৰপৰা মই বহুত ভাল কথা শিকিছোঁ।

শান্তি—বাৰু সাবিত্ৰীৰ কথাৰপৰা কি শিকিলি কচোন।

জয়ন্তী—সাবিত্ৰীৰ কথাৰপৰা শিকিলোঁ, তিৰোতাৰ 'চোৱামী' মুঠেই এজন। ভাল হওক, বেয়া হওক, এবাৰ 'চোৱামী' বুলি ভাবিলে, সেই ভাব আৰু কেতিয়াও এৰিব নেপায়।

শান্তি—দময়ন্তী আৰু উষাৰ কথা মনত আছেনে ?

জয়ন্তী—আছেতো, তাতে সেই একে কথাই। দময়ন্তীয়ে নলক চকুৰে নেদেখাকৈয়ে মনতে বৰিছিল; উষাই আকৌ অনিৰুদ্ধক সপোনত দেখিহে পতি ভাব কৰিছিল। তেও তেওঁলোকে সেই কথাৰপৰা অকণো লৰচৰ নকৰিলে। সাবিত্ৰী, দময়ন্তী, উষা, ৰুক্মিণী এওঁলোক সকলোৱেই একেটা কথাকে শিকাই গৈছে। সীতা আয়ে পাতালত সোমাবৰ বেলিকাও বাঞ্ছা কৰি গৈছে বোলে—'জনমে জনমে যেন ৰাম হওক স্বামী'।

শান্তি—বাৰু, সতীয়ে কি শিকনি দি গৈছে?

জয়ন্তী—সতী আয়ে মহাদেউৰ নিন্দা শুনি প্ৰাণকে এৰিলে; আৰু সেই চলতে সকলোকে শিকাই গ'ল বোলে তিৰোতাৰ গিৰিয়েকতকৈ ডাঙৰ বস্তু আৰু একো নাই।

শান্তি—হওক, হওক মোৰ আই, তোক সাধু কথা কোৱা তেও সাৰ্থক হৈছে। বাৰু, মই তোক আৰু ক'ম আই। তই দিনৌ পন্তাৰতে আহিবি। আমাৰ দেশৰে কত শুনিবলগীয়া কথা আছে। আৰিমৎ ৰজাৰ কথা, জয়মতীৰ কথা, ৰাধা-ৰুক্মিণীৰ কথা, লাচিত ফুকনৰ কথা—কত ভাল ভাল কথা আছে।

জয়ন্তী—ভাল আই, মই বাৰু সদায় আহিম। আজিলৈ আৰু যাওঁহে; বহুত বেলি হ'ল পিতায়ে লাগে খংহে কৰিব।

শান্তি—বাৰু মোৰ আই।

( দুইৰো দুফালে প্ৰস্থান )

৫ম দৃশ্য

[ উমাইৰ ঘৰ ]

( উমাই, নিধি আৰু টুৰাই )

নিধি—পাচে এটা কথা, 'মিতিৰৰ ক'বাঁ আগত, হাতীৰ খুচিবাঁ কুমত'। মোৰ ভনীক হ'লে আগেয়ে বিয়া নিদিওঁ।

টুৰাই—কিয়?

নিধি—আপুনি বিয়া কৰাই লৈ যদি জীয়েকক পাচত নিদিওঁ বোলে? তেতিয়া দেখোন মই থিতাতে চোঁঠেভীষা-হওঁ!

টুৰাই—তুমিও যদি ঘূৰি সেই খেলকে খেলাঁ একা? তুমিও যদি মোৰ ছোৱালী বিয়া কৰাই লৈ, পাচত ভনীয়েৰাক নিদিও বোলাঁ, মোৰনো তেতিয়া কি গতি হ'ব?

উমাই—এটা কথা, তোমালোকৰ কাৰো কাতো পতিয়ন নাই যেতিয়া এটা কাম কৰাঁহক। আঠ অনীয়া পাত দুটা কিনি আনাগৈ, মই পকাকৈ লিখা-পঢ়া কৰি দিওঁ। বঢ়িয়াকৈ বান্ধি দিম, বোলোঁ 'কস্য মনুষ্য সলনা-সলনি পত্ৰমিদং কাৰ্যঞ্চাগে। উভয়ে উভয়ক বিবাহিৎক্ৰমে নিজ নিজ কন্যা হস্তান্তৰ কৰি দিম মাতঃবৰ মঞ্জুৰ মইচ্ছাই সুস্থ শৰীৰে'।

নিধি—থৈ দিয়ক সেইখন। একেই খাবলৈ নাই; লিখা-পঢ়াখন লৈ মই আকৌ গোচৰ কৰিবলৈ যাওঁগৈ। কেলেই, দুইখন বিয়া একে দিনাই নেপাতে কিয়?

উমাই—সিও কৈছে হওঁতে এটা। পাচে তেতিয়া হ'লে কন্যা দান দিব কোনে?

নিধি—তেনেহ'লে জোৰোণটোকে একে দিনাই পাতক। সেই পোনেই ভেও এটা গাঁঠি খাই থাওক।

টুবাই—সেইটো কৰিব পাৰি।

নিধি—জোৰোণত দিবলৈ হ'লে মোৰ একো নাই।

উমাই—বাৰু, ৰ'বিচোন।

নিধি—( টুবাইৰ প্ৰতি ) বিয়াতো মোৰ ঘৰলৈ মানুহ দুনুহ নিনিব; অকল আপুনি আৰু পুৰোহিতটো।

উমাই—কিনো কেপকেপাই থাকে অ' এইটোৱে। ( টুবাইৰ প্ৰতি ) এই মাহতে ২৯ আৰু ৩০ তাৰিখে একে লালীযে দুটা বিয়াৰ দিন আছে। এটা বুধবাৰে, এটা বৃহস্পতিবাৰে। আপুনি, সোমে টেকেলি দিলে, এখন হ'ব তিনিদিনীয়া, এখন হ'ব চাৰিদিনীয়া। পাচৰ খনত জানিবা এদিন দুপানী তুলিব লাগিব।

টুবাই—তেন্তে মই দৰা হ'লো তিনিদিনীয়া খনৰ আৰু তেওঁ হ'ল চাৰিদিনীয়া খনৰ।

নিধি—সি কথা হ'ব নোৱাৰে। মোৰ পোন প্ৰথমৰ বিয়া, মই যুৰীয়া দিনত নেপাতো।

টুবাই—ভাল বাৰু, তোমাৰ কথাই ৰওক। আমাৰ 'হাঁহেৰেও ভাল, মাহেৰেও ভাল।'

উমাই—ৰ'বা এতিয়া, কথা কেইফাকি জুকিয়াই লোৱা হওক। বিয়াৰ সাত দিনৰ ভিতৰতে দুয়ো দুইৰো ছোৱালী নিজ নিজ পতিৰ ঘৰলৈ উলিয়াই দিব লাগিব।

টুবাই—হৈছে।

নিধি—বাৰু।

উমাই—জোৰোণ কোনেও কাকো দিব নালাগে; নিজ নিজ জোৰোণ গাই গাই মৰি যাওক। অকল সেন্দুৰ এপুৰীয়াই সৈতে দৈ টেকেলী একোটা পঠিয়াই দিলেই হ'ব?

নিধি—মই ৰাজী আছোঁ।

টুবাই—একো বেয়া নহয়, ভাল বাৰু।

উমাই—বিয়াত কোনেও একো মানুহ-দুনুহ নিব নেলাগে। ৰূপ দুটকা দি, একোখন গৰু-গাড়ী কেৰেয়া কৰিবাঁহক; তাতে দৰাৰে সৈতে যি ধৰে, সেয়ে মানুহ।

টুবাই—ভালো সেযেহে।

নিধি—স্বৰূপ কৈছে।

উমাই—ইয়াৰ বাহিৰে, নিজৰ ঘৰত তেহেলেই শক্তিয়ে জোৰে মানে সাতখন বাইজকো খুৱাই থাকাঁগৈ।

নিধি—নহনো কি?

উমাই—আঘোণৰ ২৭ তাৰিখে সোমবাৰে, দুইখন বিয়াৰ একে দিনাই টেকেলি দিব লাগিব। তাৰ পাচত, বুধবাৰলৈ হ'ল নিধি শৰ্মাৰ নিজৰ খন বিয়া, আৰু তাৰ পাচ দিনালৈ তেওঁৰ ভনীযেকে সৈতে টুবাই শৰ্মাৰ বিয়া।

নিধি—বচিয়া হৈছে।

টুবাই—ময়ো সৈমান হৈছোঁ।

উমাই—তেনেহ'লে সকলো কথা ঠিক হ'ল। এতিয়া যোৱা। বিয়াৰ কাৰবাৰ কৰাঁগৈহক। পুৰোহিতো নহ'লেও হ'ব। আজিকালি সেইবোৰ ছপা কিতাপ ওলাইছে, তাৰে এটা পালে মযে দুই ফালৰ লেঠা মাৰিব পাৰিম। অ' সেই পাকতো লেহেৰা নহওঁ অমুকা। ( টুবাইৰ প্ৰতি ) আৰু তুমি অকল-শৰীয়া মানুহ; কিবা বজাৰ সমাৰ কৰিব লাগিলে, ধন-বিত পঠিয়াই দিবা. সিওটো লেঠা মাৰি দিম।

---

## দ্বিতীয় অংক

### ১ম দৃশ্য

[ টুবাইৰ মাৰল ঘৰ ]

( মানুহ নহা দেখি জয়ন্তী গুচি যাব খোজে ;
এনেতে জয়নাথৰ প্ৰৱেশ )

জয়নাথ—এখন্তক ৰ'বা ; মোক নহা দেখি আতৰ নহ'বাঁ।

( জয়ন্তী আন ফাললৈ মুখ কৰি তলমুৱা হয় )

আজি দুবছৰ একে ঘৰে থাকিলোঁ ; মুখা-মুখিকৈ কথা হোৱা নাই। আজি আধাৰ দিয়েক কথা কৈ যাওঁ বুলিছোঁ।

( জয়ন্তী নিমাত )

ঘৰৰ সকলোটি মৰি-হাজি অন্ত হ'লত, ব'ৰাগী হৈ যাবলৈ ওলাইছিলোঁ। বুঢ়া-বুঢ়ীয়ে ধৰিলে বোলে আমাৰো আগলৈ পাচলৈ নাই ; তোলৈকে ছোৱালীটিও দিম, তয়েই জানিবা পো হলি—এই বুলি চপাই আনিলে। বুঢ়ীয়েও মৰিবৰ সময়ত দুয়োৰো হাতে হাতে লগাই কিবা কিবি কৈ গৈছিল ; মনত থাকিব পায়।

জয়ন্তী—হয় আছে।

জয়নাথ—মৰা মৰি দেৱতা হ'লগৈ। পাচে এতিয়া তেওঁ কৈ যোৱা কথাই লাগিল। পিতাৰাই মোক খেদিছে, দেখিছাঁই নহয় ?

জয়ন্তী—হয় দেখিছোঁ।

জয়নাথ—গোহাঁইৰ চকুৰ ফেচকুৰি যোৱা উমাই ফুকন বোলা আৰ্জি-মহৰী এটাক ধন খুৱাই তেওঁ সাৰথি লৈছে। সি নৰকেশ্বৰ নামেৰে মহা নৰকী উকিল এটাৰে সৈতে গৰ্ মিল কৰি বুধি দিছে। সেই বুধি মতেই তোমাক এটালৈ বিয়া দি, তাৰ ভনীয়েকক তেওঁলৈ আনিব খুজিছে। এই আঘোণৰ ২৭ তাৰিখে দুইখন বিয়াৰ একে দিনাই জোৰোণ দিব। সেয়ে মোক খেদোৱাৰ গুৰি।

জয়ন্তী—এইবোৰ মই একো শুনা নাই।

জয়নাথ—আজি মোক যিবোৰ গালি-শপনি পাৰিছে তুমি শুনিছাঁই। ঘূৰি আহি ঘৰত পালেহি পুলিচ লগাই খেদাবলৈ হুমিয়াই গৈছে। এতেকে মই ওলালোঁ, তোমাত বিদায় ললোঁ। কেতিয়াবা যদি মনত পৰে, ভাবিবাঁ বুলি এটা আলহী আছিল গুচি গ'ল। ঈশ্বৰে তোমাৰ সুখ কৰক। মই আহিলোঁ। ( যাব খোজে )

জয়ন্তী—আয়ে গৰাকী পাতিলোঁ বুলিহে গতাইছিল। বিপদত জানো এৰিবলৈ কৈছিল ?

জয়নাথ—নাই কোৱা। পাচে সেই কথা নৰজিল নহয়। পিতাৰাই মোক যেতিয়া গৰাকী ভাঙিছে, তুমিও তাকে মানিব লাগিব। পিতৃ-মাতৃতকৈ গুৰু নাই। তোমাৰ মাতৃ গ'ল, পিতৃ আছে। তুমি তেওঁৰ কথা পেলাব নেপায়।

জয়ন্তী—আয়ে সিমান আশাৰে, মৰিবৰ সময়ত যি কৈ গৈছে, তাক জানো পেলাব পায় ? যিহকে শিকাই গ'ল, তাকে ধুৰূপকৈ ধৰি ল'লোঁ। মই আপোনাৰ বিনে একো নেজানো। ( সেৱা কৰে )

জয়নাথ—বিষম লেঠাত পৰিলোঁ। উঠা জয়ন্ উঠা ; ( তোলে ) তুমি মোৰ সকলো ওলট-পালট কৰি দিলাঁ। এতিয়া কি কৰা যায়। ( কিছু-পৰ ভাবি ) জয়ন্ তেহেলেই যেই হওক, তোমাক ৰক্ষা কৰিবলৈ নথৈ পুৰুষাৰ্থ কৰিম। এই ঘৰ কিন্তু মই এৰিলোঁ। মই যাওঁ ; তেওঁ ঘূৰি আহি মোক পাবহি নেলাগে। তুমি ভয় নকৰিবাঁ ; যেতিয়া যি কৰিব লাগে তোমাক গোপনে লগ পাই কৈ থাকিমহি।

( প্ৰস্থান )

জয়ন্তী—হে প্ৰভু, মোৰ শান্তি ধৰম ৰক্ষা কৰিবাঁ ; তেওঁক ভালে থ'বাঁ। (প্ৰস্থান)

## ২য় দৃশ্য

[ টুৰাইৰ চ'ৰা ঘৰ ]

(দৰা বেশেৰে নিধি আৰু কন্যাদাতা বেশেৰে টুৰাই বহি আছে। সমুখত উমাই আৰু কেইজনমান টুৰাইৰ গঞা মানুহ বহি আছে)

উমাই—খৰ কৰক ; ছোৱালী নানে কিয় ? লগ্নৰ সময় অতীত হ'ব নহয়।

টুৰাই—আপোনালোকে এই চাৰি মাইল বাট আহোঁতেই ৰাতি এক বজালে। আমাৰ আৰু এই ফেৰাও বেলি হ'ব নিদিয়েনে ? হেৰ' পূৰ্ণ কি কৰিছ ? অত বেলিয়ে ছোৱালীজনী উলিয়াই আনিব নোৱাৰিলিনে ?

উমাই—এৰা, আমাৰ আকৌ গাড়ীখনৰ গৰু হাল দগা। সেই দেখি অহাতো কিছু পলম হ'ল।

(পূৰ্ণৰ প্ৰবেশ, পূৰ্ণই টুৰাইৰ কাণত ফুচ্‌ফুচায়)

টুৰাই—হেৰ' কিনো কৰ ! বিচাৰ, বিচাৰ, ভালকৈ বিচাৰগৈ গোটেইখনত।

পূৰ্ণ—বিচাৰি তেনেই চুলঠ্ কৰিলোঁ। বৰ চাঙে সৈতে চালোঁ ; ভঁৰালতো চাই আহিলোঁগৈ ; আনকি, পুখুৰীতো চাবলৈ এৰা নাই।

উমাই—কি, কি হ'ল ? হেৰাইছে কি ?

পূৰ্ণ—ছোৱালীজনী ক'তো বিচাৰি পোৱা নাই।

১ম গঞা—কিজানি বাহিৰ-চাহিৰ ফুৰিবলৈ গৈছে ?

পূৰ্ণ—তেতিয়াহ'লে শৌচৰ ঘটিটো লৈ গ'লহেঁতেন নহয় ? আৰু পিন্ধি থকা পাতৰ কাপোৰ যোবো সলাই থৈ গ'লহেঁতেন। চাকি-চুকা লগাবৰ পৰতে এবাৰ দেখোঁগৈ শোৱা চাঙত উঠি কান্দি আছে। মই ওলাই আহিলত ঢুৱাৰৰ ডাংটো মাৰি থলে। ভাবিলোঁ যোলোঁ কান্দক কান্দিছে ; কইনা বুলিলেই কান্দে। তাৰেপৰা আৰু মই সেই মুৱা হোৱা নাই।

এতিয়া দেখোঁগৈ মৰা ডাং মৰাতে থাকিল ; পাচ ঢুৱাৰখন মেলি কেতিয়াবা গুচি গ'ল।

উমাই—গাঁৱৰ ইঘৰ সিঘৰলৈ গৈছে জানোচা ?

পূৰ্ণ—মোৰ মনে নধৰে। হোমৰ গুৰিলৈ আনিবৰ বেলিকানো কৰবাত কইনাজনী গাঁও ফুৰিবলৈ যায়নে ? তেও বুলি গাঁৱলৈকো মানুহ পঠিয়াইছোঁ। ময়ো বাৰু এবাৰ গৈ আহোঁ। (প্ৰস্থান)

উমাই—তোমালোকে মোৰ কথা শুনা। পোনতে গাঁৱৰ ঘৰে ঘৰে বিচাৰাঁ। তাৰ পাচত যত নাদ আৰু পুখুৰী আছে, তাত বিচাৰাঁ। মই অলপ কাতিকে হওঁ।

নিধি—ডাঙৰীয়া পাচে মোৰ গাত কিবা জগৰ লাগিবনে কি ?

উমাই—এইটো কটা। তোৰ গাত আকৌ কিহৰ জগৰটো লাগিব ? (দীঘল হৈ শোৱে)

১ম গঞা—(টুৰাইৰ প্ৰতি) মোৰ গাটো ভাল নহয় ; মই আহিলোঁহে। (প্ৰস্থান)

২য় গঞা—মোক টোপনি খতিযে নুশুজে, জানাই নহয় ? মই উঠিলোঁহে। (প্ৰস্থান)

৩য় গঞা—হেৰ' উঠঁইকচোন, আমিও ছোৱালীকে বিচাৰোঁগৈ। (জনদিয়েকে সৈতে প্ৰস্থান)

৪ৰ্থ গঞা—আমিনো বহি থাকি কি কৰিম ? ছোৱালী ওলালে পাচে পৰেও দেখোন আহিব পাৰিম। (বাকী কেইজনে সৈতে প্ৰস্থান)

(পূৰ্ণৰ প্ৰবেশ)

পূৰ্ণ—নাই মিছা ; মই নকৈছিলোঁ। মানুহ আটাই-বোৰ ঘূৰি আহিল ; গাঁৱত ক'তো বিচাৰি নেপালে।

টুবাই—হেৰ’ তেনেহ’লে দেখোন মই নিগমে মৰিলোঁ একা! মই এতিয়া কৰোঁ কি?

(কেৰকনৰ প্ৰৱেশ)

কেৰকন—এনেকুৱা হ’লে দেখোন দেশত থাকিব নোৱাৰাই হ’ল। হেৰ’, এনে কথা ক’ত আছে? ইফালে দৰা বহি খাপ লওঁতেই গ’ল, সিফালে ছোৱালী পলুৱাই নি বিয়া কৰাই হোমো ভাঙিলে।

পূৰ্ণ—কি হ’ পাঠক, ভালকৈ ভাঙি পাতি কোৱাঁচোন; কোনে বিয়া কৰাই হোম ভাঙিলে।

কেৰকন—আৰু কোন? সেই জয়নাথে। টুবাই বাপুৰে খেদি দিলে, সি আটিলা গাঁৱত খোৰ ল’লেগৈ। মই আকৌ যাওঁ নগৰলৈ। ৰাতি হ’ল পানী এটোপা খাই যাওঁ বুলি সোমালোঁ তাতে। দেখোঁগৈ সি হোম দিছে; কইনা তোমালোকৰ জয়ন্তী। মযো পাইছোঁগৈ, বিয়াও ভাগিছে। গাখীৰে গুৰে লেটিয়াই লৈ কোমল চাউলকেইটা নাকে-মুখে গুজি, চাহপানী ঢোকা গিলিয়েই, বাতৰিতো দিওঁগৈ বুলি পোন দাহেই এইখিনি পাইছোঁহি।

পূৰ্ণ—সেয়া মই ভবা কথাই হয়; তাই গধুলি চেগতে পাৰ হ’ল।

উমাই—(টুবাইৰ প্ৰতি) বাৰু একো ভয় নাই। কাইলৈ সোনকালে ওলাবাঁ, মই কাচাৰীত দৰ্খাস্ত দিয়াই দিম। ই উলা-মূলা গোচৰ নহয়, মানুহ্য চুৰি, বৰ ডাঙৰ ধাৰা।

নিধি—(টুবাইৰ প্ৰতি) বন্দী বুঢ়া বান্দৰ, তই মোৰ ভাল খিয়াতি আনিলি! মই এতিয়া এইখন মুখ লোকৰ আগত কোনটো লাজেৰে উলিয়াম’গৈ! বাৰু ময়ো যদি নিধিৰাম হওঁ, ইয়াৰ হোৰ তুলিম; লাৰে লাৰে পানী খুৱাম দদায়েৰে। কাইলৈ দৰা হৈ, যাবি মোৰ ঘৰলৈ। কটা জোতা আৰু বুটি বাঢ়নিৰে মৰ্জাত ধৰিম। (উমাইৰ প্ৰতি) ডাঙৰীয়া উঠক।

উমাই—মইনো মিছাতে টোপনি খতি কৰোঁগৈ কেলৈ? ৰাতিটো ইয়াতে পৰি থাকোঁ, পুৱাতে খোজ ল’ম।

নিধি—বাৰু, আপোনাৰ দায়ে মোক নেপায়। হেৰ’ গাড়োৱান গাড়ী জোট।

(বেগেৰে প্ৰস্থান)

টুবাই—উস্; বেটী হতচিৰীইতী; ভগা ঘৰখন কোনো মতে পাতো বুলিছিলোঁ, ভাল তই মোক মুৰত টঙনিয়াই মাৰি থৈ গ’লি।

পূৰ্ণ—মোমাই, তোমাৰ দেউ চাই বলি হৈছে। ছোৱালী দিম বুলি ল’ৰাটো আজি দুবছৰ চপাই ৰাখিলাঁ। পাচত সেই বান্দৰটোলৈ দি জীয়েৰাক খাবৰ দিহা কৰিছিলা। কিয়নো, তাকে নকৰিলে এই বুঢ়া বয়সত তোমালৈ কেঁচুৱা ছোৱালী এজনী সাঙুৰিব নোৱাৰাঁ। একেলগে দুজনীকে ছোৱালীৰ মুৰ চোবাবলৈ ধৰিছিলাঁ। এগৰাকী ঈশ্বৰ আছে নহয়, কিয় তেনে কৰিব দিব? ভাল হৈছে; যেনে কুকুৰ তেনে টাঙোন।

## ৩য় দৃশ্য

[পানী আনিবলৈ যোৱা বাট]

(শান্তি, কেতেকী আৰু পদুমীৰ কলহ লৈ প্ৰৱেশ)

কেতেকী—হে আই, কিনো দেশ কালৰ গতি হ’ল ঐ! এনে কথা ক’তো দেখা শুনা নাই। ছিঃ কটা, ছিঃ ছিঃ।

পদুমী—আমাৰো একাল আছিল আই। আমি দেখোন এইবোৰ কথা খায়েইনে কাণতে পিন্ধে তাকে জানিবলৈ নহ'ল। ছোৱালীয়ে স্বতন্তৰী হৈ নিজে দৰা বাছি সোমায়গৈ। এনেটো কাল পৰিলহি। দেশ তেনেই লুটি খালে; মোৰ আই, তেনেই লুটি খালে।

শান্তি—নহয় তোমালোকে বুজা নাই। জয়ন্তীযে একো বেয়া কাম কৰা নাই, ভালকেহে কৰিছে।

কেতেকী—জানো আই, কি কথা কোৱা। সঁচি বাপেকী লগা ছোৱালী; বাপেৰে এটালৈ দিবলৈ ধৰি, জোৰোণ-বাৰোণ লৈ, বিয়া পাতিলে—

পদুমী—দৰা আহি হোমৰ গুৰিত বহিলহি—

কেতেকী—তেনেকুৱাতে তই নিজে দৰা বাছি সোমালিগৈ আন এটাত। ভালটো কৰা আৰু কেনেকৈ হ'ল?

পদুমী—আকৌ সোমালিগৈ ক'তে? যিটো মানুহ তোৰ ঘৰতে চুবছৰকৈ থাকি গৈছে। এইবোৰ আগৰেপৰা কিবা কথা আছিল। এনে পাপ আই বসুমতীযে কিয় সহিব? সেই দেখিহে দেশখন দিনে দিনে তললৈ গৈছে।

শান্তি—তোমালোকে কথাটোৰ পাচৰ ছোৱাহে ধৰিছাঁ, আগৰ ছোৱা ধৰা নাই। তিৰোতাই এবাৰ এজনক পতিভাৱ কৰি হিয়াত বহুৱালে,—পাচত আৰু তেওঁক নমাই আন এজনক বহুৱাব নেপায়। তেনে কৰাকে "বিভিচাৰ" কৰা বোলে। সাবিত্ৰীকে আদি কৰি সতী-শান্তি সকলেও তাকেহে শিকাই গৈছে। তাইৰ মনত আগৰেপৰা জয়নাথলৈ ভাৱ এটা সোমাই আছিল।

কেতেকী—সেইটোনো কি ভাল কথাটো বুলিছা? তেনেটো ভাৱনো তই মনত সোমাবলৈকে দিছিলিয়েই কিয়?

শান্তি—নিদিনো কি কৰিব? তাই আজি চুবছৰৰপৰা শুনি আহিছে, তাইক তালৈকে দিব। মাকে, হাতে হাতে লগাই, গতাই দি গৈছে; আৰু তাকে গিৰিয়েক বুলি চিনাই দি, তাৰে হাক-বচন মতে চলিবলৈ, বুজনি দি গৈছে। এনেকুৱাতো আৰু তাইৰ মনত তেনে ভাৱ হ'ব নেপায় নে?

পদুমী—এ আই, এইবোৰ কথা আকৌ আমি ক'ব নোৱাৰোঁ নহয়।

শান্তি—সেই দেখিহে কৈছোঁ বোলোঁ কথাটোৰ এছোৱা ধৰিছাঁ, এছোৱা ধৰা নাই।

কেতেকী—তেনেহ'লে দেহি তাইৰ গাত একো দাগ নাই। এই বাপেকটোৱেহে বুঢ়া বয়সত জীৰ লগৰ জী এজনী বিয়া কৰাবলৈ এইখন ফিকিৰ পাতিছিল। ইয়াক ধৰি বাচনিৰে খুচিব লাগে।

পদুমী—পাচে এতিয়া গোচৰ নো লাগিছে কিহৰ?

শান্তি—টুৱাই বাপুৰে কাচাৰী ঘৰত গোচৰ দিছেগৈ বোলে জয়নাথে মোৰ পতা বিয়াখন ভাঙি, ছোৱালী পলুৱাই নি বলেৰে বিয়া কৰাইছেগৈ। তাৰে কাইলৈ হেনো ৰায় ওলাব। কি ৰায় দিয়ে এখোন জানো।

কেতেকী—কি ৰায় দিব আৰু? সেই টুৱাই নৰকীক ধৰি টিকুটিক দিব চাগৈ।

শান্তি—গোসাঁয়ে যেন ছোৱালীটিৰ ভাল কৰে দেহি।

পদুমী—এৰা, আমিও তাকে বুলিছোঁ, আই।

( সকলোৰে প্ৰস্থান )

## ৪ৰ্থ দৃশ্য

[ কাচাৰী ঘৰৰ আদালত ]

( হাকিম, পেস্কাৰ, কনিষ্টবল, নবকেশ্বৰ, যোগকান্ত, টুবাই, জয়নাথ, জয়ন্তী, কেইজনমান ফুলীয়া ল'ৰা। হাকিমে জজ্‌মেন্ট লিখে )

যোগকান্ত—হজুৰ, এই মোকৰ্দমাৰ গুচৰীয়া টুবাই শৰ্মা, পদকীয়া জয়নাথ শৰ্মা, অকুৰ তাৰিখ ১৯০০ চনৰ ১৫ ডিচেম্বৰ, অৰ্থাৎ ২৯ আঘোণ। দণ্ডবিধি আইনৰ ৩৬৬ ধাৰাৰ গোচৰ। গুচৰীয়াই নিধি শৰ্মা নামেৰে এজনে সৈতে অকুৰ তাৰিখে জীয়েক মছমৎ জয়ন্তীৰ বিয়া পাতিছিল। দৰা আহি উপস্থিত, কিন্তু ছোৱালী নিৰুদ্দেশ। পাচত প্ৰকাশ পায় যে পদকীয়াই জয়ন্তীক পলুৱাই নি সেই ৰাতিয়েই বে-আইনীক্ৰমে বিবাহ কৰালে—এয়ে গোচৰ।

হাকিম—সেইবিলাক জনা কথা। মোক এতিয়া লাগে আচামীৰ চাজা নহ'বৰ কাৰণ কি ?

যোগকান্ত—কাৰণ অতিশয় বলবৎ—আচামীৰ বিৰুদ্ধে প্ৰমাণভাৱ। আচামীয়ে গুচৰীয়াৰ কথা স্বীকাৰ কৰিছে যদিও, আইনমতে নিজৰ স্বীকাৰোক্তিৰে আচামীক চাজা দিব নেপায়। মছমৎ জয়ন্তীয়ে বিয়াৰ কথা স্বীকাৰ কৰিছে যদিও তাৰ মচুলুমে মূল্য নাই; কিয়নো, জয়ন্তী গুচৰীয়াৰ নিজা জীয়েক বাবে, গুচৰীয়াৰ পক্ষপাতিনী।

নবক—মিছা কথা, জয়ন্তী আচামীৰ নিজা স্ত্ৰী বাবে, আচামীহে পক্ষপাতিনী।

যোগ—জয়ন্তীৰ কথা নপতিয়াব হজুৰ, তাই তেনেই বাপেকৰ ফলীয়া। তেনেহ'লে, বাকী থাকিল মাথোন একমাত্ৰ সাক্ষী কেৰকন পাঠক—যি গুচৰীয়াৰ ওচৰ চুবুৰীয়া, আৰু যিহেতু তেওঁৰ সাক্ষ্য গ্ৰহণীয় হ'ব নোৱাৰে। এতেকে প্ৰমাণৰ অভাব হেতুকে, মোৰ মক্কেল সম্পূৰ্ণৰূপে খালাচৰ যোগ্য।

নবক—হজুৰ, মোৰ সুপণ্ডিত বন্ধুৰ কথা গোপাই মিছা। জয়ন্তী—যি জয়ন্তী পদকীয়াৰ নিজা স্ত্ৰী, সেই জয়ন্তীৰ জবানবন্দীৰপৰাই গুচৰীয়াৰ গোঁচৰ সুপ্ৰমাণিত হৈছে। জয়ন্তীৰ কথামতে, আৰু পদকীয়াৰ নিজৰ কথামতেও প্ৰমাণ হৈছে যে, পদকীয়াই মছমৎ জয়ন্তীক পলুৱাই নি, বিবাহ কৰাইছে। তদুপৰি নিৰপেক্ষ কেৰকন পাঠকে নিজ চকুৰে সেই বিবাহ দেখি আহি, আদালতত জবানবন্দী কৰিছে। পদকীয়া যে অপৰাধী, তাত সন্দেহৰ ছায়া মাত্ৰও নাই। মই আৰু কি জনাম ? হজুৰৰ অবিদিত একো নাই। এতেকে, হে হজুৰ, হে ধৰ্মাৱতাৰ, আপুনি দোষীৰ উপযুক্তমতে দণ্ডবিধান কৰক। ন্যায়-দণ্ড হাতত লৈ, সাক্ষাত ধৰ্মৰাজৰূপে, হজুৰ নিজে এই ধৰ্মাসনত অধিষ্ঠিত থাকোঁতে, দেশত এনে অবিচাৰ হ'বলৈ নিদিব।

( হাকিমে জজ্‌মেন্ট লিখি পেস্কাৰৰ হাতলৈ দি চিগাৰেট লগাই লয় )

পেস্কাৰ—( জজ্‌মেন্টৰ শেহৰ পাত চাই ) আচামী জয়নাথ শৰ্মাৰ তিনিমাহ ফাটক; মছমৎ জয়ন্তীক গুচৰীয়া টুবাই শৰ্মাৰ জিম্মাত দিয়া হয়।

( ফুলীয়া ল'ৰাসকলৰ প্ৰস্থান )

জয়নাথ—( যোগকান্তৰ প্ৰতি ) ডাঙৰীয়া মোৰ পাচে এতিয়া কি হ'ব ?

যোগকান্ত—গোচৰ বুলিলেই এযোৰা জিকে এযোৰা হাৰে। তুমি জেললৈ গুচি যোৱা, কোনো চিন্তা নাই, এই তিনি মাহ চাই থাকোঁতেই

যাব। নহ'লে ধন-বিত্তৰ দিহা দি যাৰী, মই আপীল দাখিল কৰিম। মই গৈছোঁ, কোর্ট্ অফিচতে তোমাক আপীলৰ খৰচৰ হিচাব দিমগৈ।

( যোগকান্ত আৰু নৰকৰ হাঁহি হাঁহি প্ৰস্থান )

পেস্কাৰ—( কনিষ্টবলক কাগজ এখন দি ) হোঁ, কয়দী লৈ যা।

কনিষ্টবল—( জয়নাথক ) আহাঁ, এইফালে নামি আহাঁ।

( কনিষ্টবল আৰু জয়নাথৰ প্ৰস্থান )

পেস্কাৰ—( জয়ন্তীক ) তই বাপেৰৰ লগত যা।

জয়ন্তী—মই নেযাওঁ।

পেস্কাৰ—হজুৰৰ হুকুম। নগ'লে চিপাহী লগাই দি বলেৰে পঠিয়াব।

হাকিম—যা যা, বাপেৰৰ লগত যাব লাগিব।

( জয়ন্তীৰ হাতত ধৰি, হাকিমক চেলাম দি, টুৰাইৰ প্ৰস্থান )

## ৫ম দৃশ্য

[ আলিবাট ]

( স্কুলীয়া ল'ৰাহঁতৰ প্ৰৱেশ )

১ম—গোচৰখন আগৰপৰা শুৰিলৈকে চালোঁ। এইবোৰ কথা বাতৰি কাকতত উলিয়াই দিব লাগে, তেহে।

২য়—কথা গোটেইটো তাৰ নিজৰ মুখতে ফট-ফটীয়াকৈ ওলাই পৰিছে। সি নিধিৰ ভনীয়েকক নিজলৈ বিয়া কৰাবৰ ফন্দি পাতিছে, জীয়েকক জয়নাথলৈ নিদি, নিধিলৈ দিব খুজিছিল। জয়নাথৰপৰা তাকে কৰিবলৈ নোপোৱা বাবে তাক ফাটকত দিয়াইছে।

১ম—হওক তেহেলেই ফাটককে খাওক, তেও এই চক্ৰান্তৰ জালখন ফালি ছিৰি দি সি বৰ ডাঙৰ কাম কৰিলে।

২য়—চাচোন বাৰু এই বুঢ়া বয়সত লোকৰ কেঁচুৱা ছোৱালী এজনী বিয়া কৰাই লৈ বাৰী কৰি থৈ যাবলৈ লাগে। তাকে কৰিবলৈ আকৌ নিজৰ জীয়েকজনীকো, সেই কাণীয়া, ভঙুৱা, মদপী, বয়স যোৱাটোলৈ দি পুৰি খাবলৈ বিচাৰে। এইটোকনো আৰু মানুহকে বুলিবিনে গৰু-গাহৰিকে বুলিবি?

১ম—অ' সৌটো টুৰাই বামুণ কাচাৰীৰপৰা ঘৰলৈ উভতিছে। আমি তাক শুনাই শুনাই সিদিনাৰ গীতটো গাই দিওঁহক আহ।

২য়—ওঁ, ধৰ ধৰ, বঢ়িয়া হ'ব।

[ দুইৰো গীত ]

তল নিয়াব ইখন দেশ।
দয়া মৰম, ধৰম কৰম, নহয় ইয়াত লাজৰ লেশ।
নাতিনীৰো সমনীয়া
তাকে কৰাম বুলি বিয়া
ককাৰ জোৰৰ বুঢ়াই ধৰে কলপ সানি দৰাৰ বেশ।
নাতিৰ লগৰ নাতিনীৰে
ঘৰ পাতেনো কোন লাজেৰে
নিধক্ নিলাজ এনে মানুহ মৰি কিয় নহয় শেষ।

---

# তৃতীয় অংক

## ১ম দৃশ্য

[ সহদেৱৰ ঘৰ ]

( সহদেৱ আৰু টুৰাই )

সহদেৱ—পাচে সহৰ, হৰিয়ে জানিবা কোনোমতে শুভ কাৰ্য্যকেৰা সমাধা কৰালে। তিৰোতাজনী

মৰাত মহা কলৰ-কপৰ লাগিছিল। আপুনি তেও ভগা ঘৰখন আকৌ পাতি দিলে।

টুবাই—হে জোবাই, আমি কি পাতিবৰ গৰাকী? সকলো পুৰুষৰ ভাগ্য আৰু ঈশ্বৰৰ ইচ্ছা, আমি মুঠেই নিমিত্তহে। পাচে এতিয়া বাকী লেঠা-ফেৰা মাৰি দিলেই মই বিদায় কৰিব পাৰোঁ।

সহদেৱ—আপোনাক তিনিকুৰি ৰূপ বিয়াৰ আগতে দিছোঁ।

টুবাই—হয়, পাইছোঁ সেই তিনিকুৰি।

সহদেৱ—বিযাৰ পাচত আৰু তিনিকুৰি দিয়াৰ বন্দবস্ত। বাৰু, পুৱাতেনো ৰাহি গাই যাব লাগিছে কিয়? গা ধোৱক, চাউল সিজাই খাই বৈ যাওক। যাবৰ সময়ত সকলো লেঠা-পিঠা মাৰি দিম।

টুবাই—ভাল, একো কথা নাই; খাই বৈয়েই যাম বাৰু; আপুনি ভাল পোৱাটোহে কৰিব লাগে।

সহদেৱ—পাচে দেখোন ছোৱালীৰ গতিটো এক ৰকম দেখিছোঁ। কালি সম্প্ৰদান দিবৰ বেলিকা সেইখন যুঁজ। "হে পিতাই মোৰ তেজ নেখাবি ঐ; একে টেকেলি গাধীৰকে মই কেই ঠাইত ভেটিম ঐ"—এই বুলি সিআন ছান্দ-আফাল কৰিলে। আন কোনো মানুহ-তুনুহ নথকা বাবেহে জানিবা কোনোমতে বলেৰে ধৰি সংস্কাৰটো ঘটাব পৰা হ'ল। এতিয়া আকৌ টেটু-কাটি মৰোঁ, পানীত পৰি মৰোঁ বুলি মানুহ গোটেইজনী তেনেই উন্নাউল।

টুবাই—হ'ব তো; কামটো বৰ ততা-ভুকুতাকৈ কৰা হৈছে নহয়। কালি তাইক ফাঁকি দিহে ঘৰৰ-পৰা উলিয়াই আনিছোঁ। মিছাকৈয়ে ক'লোঁ বোলোঁ জয়নাথে ফাটকৰপৰা আপীল দিছে; সেই বাবে ৰংপুৰৰ কাচাৰীত হাজিৰ হ'বলৈ 'তলপ' কৰিছে। এনেকৈ বুলি লৈ আহি আপোনাৰ পদূলি-মূৰত ক'লোঁ বোলোঁ ৰাতি হ'ল, আজিটোলৈ ইয়াতে আলহী থাকোঁ। তাৰ পাচতে সুমাই আনি হোমৰ গুৰিত বহুৱাইছোঁ। কথাটো বৰ তপতে তপতে হ'ল নহয় দেখে; তাই ভাৰি গুণি চাবলৈকে আজৰি নেপালে, সেই দেখি তেনে কৰিছে। দিন দিয়েক বাট চাওক, সকলো সাম কাটি চেঁচা হৈ পৰিব।

সহদেৱ—সেই দেখি সম্প্ৰতি বাৰু ছোৱালী ইয়াত থৈ যাব নেলাগে; আপোনাৰ ঘৰলৈকে লৈ যাওক। তাতে নি বৰাই-বুজাই মনটো সুথিৰ কৰকগৈ; ইফালে দশ ডাঙৰো হওক; কিছু দিনৰ পাচত, সৈমান হোৱা দেখিলে; এদিন থৈ যাবহি।

টুবাই—বাৰু, সেইটো হ'লে ভালকৈহে পাওঁ। মোৰ ঘৰো সিফালে তেনেই উদং নহয়।

সহদেৱ—সেয়ে তেন্তে ঠিক হ'ল। এতিয়া আহক; গা পা ধুই সোনকালে এমুঠি চাউল সিজাও-কহি। (দুইবো প্ৰস্থান)

## ২য় দৃশ্য

[ কটকী চাহাবৰ ঘৰ ]

( কটকী আৰু জয়নাথ )

জয়নাথ—সকলো কথা দেউতাক জনালোঁ। মই কালিহে ফাটকৰপৰা ওলাই আহিছোঁ। ইফালে মই ফাটকত থাকোঁতেই টুবায়ে ছোৱালীজনী বলেৰে ধৰি যেলেঙৰ সহদেৱ বামুণলৈ বিয়া দিলে। সেই দেখি কোনো ফালে উপায় নেপাই, দেউতাৰ চৰণতে পৰিছোঁহি। দেউ-

তাৰ ঘৰতে বন্দী হৈ থাকিম। এই বিপদত সহায়-সাৰথি হৈ মোক ৰক্ষা কৰক।

কটকী—ছোৱালীজনী আছে ক'ত?

জয়নাথ—ছোৱালী বাপেকৰ ঘৰতে আছে।

কটকী—গোচৰৰ ধন-বিত্তৰ দিহা কৰিব পাৰিবি?

জয়নাথ—মই আৰু মানুহটোৰেইহে আছোঁ, মোৰ একো নাই। দেউতাই বন্দী সুধাই লৈ মোক উদ্ধাৰণ কৰিব লাগে। দেউতাই অনেকক উপকাৰ কৰিছে, মোকো এফেৰি আশ্ৰয় দিয়ক।

কটকী—(স্বগতঃ) আঁঠুভগাৰ টুৰাই আৰু মেলেঙৰ সহদেৱ, হালেই মোৰ বিপক্ষ মানুহ। সিবাৰ ভোটটো বিচাৰিছিলোঁ, সিহঁতে ভোটটো যে নিদিলেই, লোককো ভঙাইহে ফুৰিছিল। এতিয়া হালকে পাইছোঁ; দুইকো একেলগে এপোটোকা দিবলৈ বঢ়িয়া চল ওলাইছে। মাছ ধৰিব নোৱাৰিলেও বিল খোদা হ'বই হ'ব। (প্ৰকাশ্যে) বাৰু, মই ভালকৈ ভাবি চিন্তি চাওঁ। মোৰ মনেৰে সিহঁত দুইৰো ওপৰত স্বত্ব সাব্যস্তক্ৰমে বিবাহিতা স্ত্ৰী দখলৰ মোকৰ্দমা এটা বেগতে দাখিল কৰিব লাগে। তালৈকে উকিলকো একেষাৰ সুধি চাওঁ। ভাল দেখিলে বাৰু এটা কৰিব লাগে। তই পৰহিলৈ তু লবিহি।

জয়নাথ—ভাল দেউতা; সকলো ভৰসা আৰু অকল দেউতাৰ চৰণতহে। দুখীয়াৰ যেন মুখলৈ চায়। এতিয়া সেৱাহে কৰিলোঁ, পৰহিলৈ আহিম।

কটকী—মই উকিল মুক্তিয়াৰক সুধি পুছি ঠিক-ঠিকনা কৰি থ'ম।

(দুইৰো দুফালে প্ৰস্থান)

### ৩য় দৃশ্য

[ গাঁৱলীয়া বাট ]

( শান্তি, কেতেকী আৰু পদুমী )

শান্তি—আৰৈ দেহি, ছোৱালীজনীৰ এতিয়া কি গতি হ'ব! তাইৰ গছৰ আগৰমান দিন আছে।

কেতেকী—এতিয়া পাচত বিয়া কৰোৱাটোনো ক'ৰ মানুহ।

শান্তি—জানো হেনো মেলেঙৰ। ছোৱালীজনী বাপেকে ফাঁকি দি তাৰ ঘৰতে বলেৰে বিয়া দি আহিছেগৈ।

কেতেকী—আটাইবোৰ কথা জানি-শুনিওনো সি বাৰু এইখন ভেকো-ভাৱনা পাতিব পায়নে?

শান্তি—এ আই, এইবোৰ জানো মানুহ বুলিছা? মানুহ কেইবা জাতৰো আছে। এজাত আছে অকল আকাৰতহে মানুহ, স্বভাৱত পশুৰো পশু তেনেই আও পশু। এইবিধ তেনে জাতৰ মানুহ।

পদুমী—সেইটো বাৰু সেয়ে। এই বাপেকটোকনো বুলিবা কি? সিনো বাপেকীটো হৈ, পেটৰ পোৱালিজনীক এইদৰে নগালৈ গৰু বেচাদি বেচিব পায়নে?

কেতেকী—এৰা বেচাইহে হয়; ছকুৰিকৈ কপ লৈহে বোলে বিয়া দিছে। ইফালে হেনো দৰাও বুঢ়া; জোৱায়েক বোলে শহুৰেকতকৈও বয়সিয়ালহে।

পদুমী—আগেয়ে দিব খোজাটোনো কি—কাণীয়া, ভঙুৱা, বয়সিয়াল, ভিকহু, নোম দৰিদ্ৰ। বুধিটো পাতিছিল কি—তালৈ জীয়েকক দি, তাৰ ভনীয়েকক ই আনিব। এনে অধৰম গোসাঁয়ে সহিব কিয়? সেই দেখিহে ভাঙি ছিঙি গোটেইখন লাং ঠাং কৰি দিলে।

কেতেকী—আৰু ছোৱালীজনীয়ে হেনো ইমান কান্দিলে, ইমান কাকুতি কৰিলে, ইমান বজাৰ শৰণ দিলে ; তেও নুশুনিলে—হোমৰ গুৰিত বোলে, মুখত সোপাদি ছুই মুনিহে হেঁচা মাৰি ধৰি আছিল।

পদুমী—আকৌ বোলে বিয়া দি ছোৱালী একেবাৰেই তাতে থৈ আহিব খুজিছিল।

কেতেকী—পাচে আকৌনো লৈ আহিল কিয় ?

পদুমী—জানো ; মনেৰে আকৌ এটালৈ দিব খুজিছে হ'বলা।

কেতেকী—এইজাত মানুহত একো পতিয়ন নাই। সি বা আকৌ কেইটালৈ দি ধন খাবলৈ পাং পাতিছে তাক কোনে জানিছে ?

শান্তি—হৰিৰ চৰণে যেন ছোৱালীটিৰ শান্তি ধৰমটো ৰাখে আই।

কেতেকী—এৰা আই, তাকে বোলক, সেয়ে যেন হয়।

পদুমী—আমিও বুলিছোঁ আই, গোসাঁয়ে যেন তাকে কৰে। আয়ে দেহি, তিৰোতাৰ দুখ তিৰোতাই নুবুজিলে আৰু কোনে বুজিব।

( সকলোৰে প্ৰস্থান )

## ৪ৰ্থ দৃশ্য

[ কটকী চাহাবৰ বাৰণ্ডা ]

কটকী—বিবাহিতা স্ত্ৰীৰ স্বত্ব সাব্যস্তক্ৰমে স্ত্ৰী দখলৰ গোচৰখন কৰালোঁ, মিছা হ'ল। বাৰু, এইখন গোচৰত হৰাটো মই কোনো কথাকে বোলা নাই। হেৰ' গোচৰ জানো ক'ৰবাত একেখনতে ছিগে ? গোচৰ বুলিলেই চোচৰ। ফৌজদাৰীৰপৰা কলেক্টৰী, কলেক্টৰীৰপৰা দেৱানী, দেৱানীৰপৰা ডিক্ৰীজাৰি ; নথৰী, মোটকৰ্ফা, আপীল, মোচন—"একদম্ লাগায়েংগে" হাইকোৰ্টৰ ফুল বেঞ্চতহে গোচৰ কৰা।

জয়নাথ—ততবোৰলৈ হ'লে দেখোন দেউতা ছোৱালীয়েই বুঢ়ী হ'বগৈ।

কটকী—হেৰ' কথাৰ মুৰতহে লেখটো দিছোঁ। তই জানো কিবা আটাইবোৰ কৰিব লাগিছে ? মোকৰ্দমাটো এই মুন্সিফটোৱে পাই বেয়া কৰিলে। ফৌজদাৰীত আগেয়ে নিজে চাজা দি থৈছে নহয়, এতিয়া দেৱানীত কেনেকৈ জিকায় ? সেই দেখিহে মই কৈছিলোঁ—এফিডেবিট দি আন এজন হাকিমলৈ মোকৰ্দমাটো খাৰিজ কৰাই লোৱা। ডতুৰা উকিলৰ সিমানটো সাহ হ'লেহে। হেৰ' মুন্সিফ এটালৈকে ইমান ভয়। আমাৰ নিচিনা মানুহ উকিল হ'ব লাগিছিল, তেহে ; মেঘে গাজিলেও নেৰোঁ, দুমদুমাই থাকিলেহেঁতেন নহয়।

জয়নাথ—যি কৰে আৰু দেউতাইহে জানে ; দেউতাৰ নিজৰ কাম।

কটকী—এতিয়াও নথি আমাৰ বৰ ভাল হৈ গৈছে। আইনো আছে আমাৰ ফালেহে, আপীলত আমি জিকিম। নহ'লে, তাৰ ওপৰেও জজ আছে, হাইকোৰ্ট আছে। আপীলৰ দৰ্খাস্তও মই হাইকোৰ্টৰ উকিলৰ হতুৱাইহে মোচাবিদা কৰাই আনিছোঁ।

জয়নাথ—দেউতাৰ বলেইহে আৰু বল। অলপ গাত লাগি ধৰিবলৈ, একেৰি টামি, উকিললৈ আখৰ গোটাদিয়েক দিলেহেঁতেন যদি—

কটকী—অ' ৰংপুৰৰ উকিলৰ চিঠি আজিও পাইছোঁ। লিখিছে বোলে আপীল দাখিল কৰিলে। সিমাহৰ ১৯ তাৰিখলৈ দিন কৰি, নথি তলপ দিছে। উকিলে আপীল ভাল হ'ব লাগে

বুলিও লিখিছে। এতিয়া তই বাক যাগে ; মুয়ো গা ধোওঁগে, বেলিহে হ'ল।

জয়নাথ—ভাল দেউতা বিদায় কৰিলোঁ ; দেউতাৰ ওপৰতে আৰু বন্দীৰ সৰ্ব ভৰসা।

কটকী—তই একো ভয় নকৰিবি ; সিহঁতক মই লাহে লাহে পানী খুৱাম।

( দুইবো দুফালে প্ৰস্থান )

৫ম দৃশ্য

[ শান্তিৰ ঘৰ ]

( শান্তি, কেতেকী আৰু পদুমী )

কেতেকী—জয়ন্তীজনী আকৌ ক'লৈ গ'ল, ক'ত আছে, কি কৰিছেগৈ একো বাতৰি নাই।

পদুমী—সেই মেলেঙৰ সহদেউ বোলা বুঢ়াটোলৈ যে বাপেকে ধৰি-বান্ধি বিয়া দিছিলগৈ, সি হেনো মৰিল। তাৰ পাচতে তাই ক'লৈ গ'ল, কি কৰিলে, কোনেও ক'ব নোৱাৰে। সি মৰাৰ দুদিন কি এদিনৰ আগতে তাই পুনচ হৈছিল। বিয়া-বাৰু তোলাৰ পাচতে কেনিবা গুচি গ'ল।

কেতেকী—সি মৰিলত তাই পাচে বাৰী নহ'লনে ?

শান্তি—কিয় হ'ব ? সেইখন জানো বিয়া বোলে ? আগেয়ে বিয়া কৰোৱা গিৰিয়েকটো থাকোঁতে, লোকে আকৌ বলেৰে বিয়া কৰালে, তাক বিয়া নোবোলে। তাইৰ সুখ হওক আই, সুখেৰে দিন যাওক।

কেতেকী—( দূৰলৈ চাই ) অ' সৌজনী দেখোন, কৈ থাকোঁতেই ওলালহি ; লগতে সৌটো জয়নাথো আহিছে।

( জয়ন্তী আৰু জয়নাথৰ প্ৰবেশ )

জয়ন্তী—আই কেঁচুৱা কালৰেপৰা আপোনাৰ মুখে বহুত শিকনি পালোঁ। আপোনাৰ আশীৰ্বাদতে, শেহত কোনোমতে আয়ে কৈ যোৱা কথাষাৰ ৰাখিব পৰা হৈছোঁ। সেই বাবে দুয়ো আপোনাক সেৱা কৰিবলৈ আহিলোঁ। আপুনি আমাক আশীৰ্বাদ কৰক।

( জয়নাথে সৈতে শান্তিক সেৱা কৰে )

শান্তি—( দুইকো মূৰত ধৰি তোলোঁতে ) উঠা মোৰ আই, তুমিও উঠা মোৰ সোণাই। হৰিৰ চৰণে হৰ-গৌৰী বসতি কৰাই, তোমালোকক মোৰ মূৰৰ চুলিৰ সমান আয়ুস দিয়ক।

জয়ন্তী—আপোনালোকেও একেষাৰ বুলিব আই।

( কেতেকী আৰু পদুমীক প্ৰণাম কৰে )

কেতেকী—কিয়নো নুবুলিম মোৰ আই ? সাবিত্ৰীৰ সমান হোৱা।

পদুমী—চিৰ আয়তী হোৱা।

শান্তি—আহাঁ, আমি উৰুলি এজোলোকা দি আশীৰ্বাদ একেষাৰ কৰোঁহক।

( শান্তি, কেতেকী আৰু পদুমীয়ে তিনিবাৰ উৰুলি দি জয়ন্তী আৰু জয়নাথৰ মূৰত একোখন হাত দি একেলগে গায় )

[ গীত ]

দুয়োৰ শিৰে ধৰিওক
আশীৰ্বাদ কৰিওক
আনন্দতে জয় জয়
বোলা গোপী সমস্তই
অ' হৰি এ গোপিনীসকল,
উৰুলি মঙ্গল কৰি শিৰত সিঁচা জল।

( আকৌ তিনিবাৰ উৰুলি )

॥ যৱনিকা ॥

# শান্তি

[ উপন্যাস ]

## জোবণি

উপন্যাসৰ ঘটনা বিস্ময়কৰ হ'ব লাগে, তেহে মানুহে পঢ়ি ভাল পায়; ৰোমাঞ্চকৰ হ'লে আৰু ভাল পায়। এইখন উপন্যাসত কিন্তু তেনে ঘটনা নাই; ইয়াৰ কথা অতি সৰ্বসাধাৰণ আৰু অনেকৰ জীৱনত ঘটিব পৰা তেনেই সামান্য কথা। এই পাতনি দেখিও কোনো পাঠক বা পাঠিকাই যদি ইয়াক পঢ়ি চাব খোজে তেন্তে তেখেত তাহানি ১৮৯০-৯১ খৃষ্টাব্দৰ যোৰহাট নগৰলৈ আকৌ উভতি বলক।

তেতিয়া যোৰহাট নগৰখন নিচেই সৰু আছিল। কিন্তু যোৰহাট আহোম ৰাজ্যৰ শেষ ৰাজধানী গতিকে অনেক ঐতিহাসিক ঘটনাৰ বাবে প্ৰসিদ্ধ আৰু ৰাজধানী থকা বাবেই, এই নগৰত আৰু ইয়াৰ আশে-পাশে প্ৰাচীন কালৰ অনেক সম্ভ্ৰান্ত লোকৰ বাস-বসতি। এই আখ্যানৰ দিনত যোৰহাটত যি কেইঘৰ ভাল মানুহ বাস কৰিছিল, তাৰ ভিতৰত অনেকেই অৱস্থাপন্ন আৰু সম্মানিত লোক আছিল। তাৰে এঘৰ আছিল লক্ষ্মীকান্ত বৰুৱাৰ ঘৰ। বৰুৱা ডাঙৰীয়া কুলত বামুণ আৰু সেই কালৰ এগৰাকী চহকী লোক। তেখেতে ইংৰাজীও অলপ জানিছিল। তেখেতৰ সন্তান কৃষ্ণকান্তৰ বয়স ১৮ বছৰ; তেওঁ তেতিয়া স্কুলত পঢ়িছিল।

বজাৰখন আছিল চেউনি আলিৰ দাঁতিত এতিয়া থকা ঠাইতে; সেয়ে এতিয়াতকৈ বহুত সৰু। বজাৰৰ কাষৰ সৰু এটা আলিৰ দাঁতিতে ৰঘুনন্দন তেৱাৰীৰ ঘৰ। তেৱাৰী আছিল হিন্দুস্থানী বামুণ; কিন্তু বহুদিন অসমত থাকি তেনেই অসমীয়াৰ দৰেই হৈছিলগৈ। তেওঁৰ ঘৰত মাত্ৰ তেওঁ নিজে, তেওঁৰ ঘৈণীয়েক, দুজনী ছোৱালী—ৰাধিকা আৰু ৰুক্মিণী; আৰু এজনী বিধৱা ভনীয়েক, নাম জানকী। ছোৱালী দুজনী অসমতে ওপজা; সিহঁতৰ মাত-কথা দা-দস্তুৰ সকলোবোৰ অসমীয়াৰ দৰেই; প্ৰভেদৰ ভিতৰত মুঠেই সিহঁতে বিহা-মেখেলা নিপিন্ধি শাৰী পিন্ধিছিল। ৰাধিকা ছোৱালী স্কুলত ছাত্ৰবৃত্তি পাছ কৰা ছোৱালী; দেখিবলৈ লৈ লৰ মৰাও নহয় বা দলিয়াই পেলোৱাও নহয়; অৰ্থাৎ মজলীয়া গঢ়ৰ অতি সুন্দৰী নহ'লেও ধুনীয়া ছোৱালী, বয়স প্ৰায় ১৪ বছৰ। পঢ়া-শুনালৈ ৰাধিকাৰ বৰ ধাউতি আছিল, স্কুল এৰাৰ পাচতো, তেওঁ ঘৰতে নিতৌ লিখা-পঢ়া কৰিছিল। গঢ়ে-পিটে, সাজে-পোছাকে হাঁহিব চিন থকা মৰম-সনা চকু যুৰিৰে, ৰাধিকা মন মুকলি, চাৰু-চিকুণ, চালাক চতুৰ, বাংচালী ছোৱালী আছিল। আৰু ওচৰ চুবুৰীয়াই 'ৰাধিকা' নুবুলি মৰমত চুটিকৈ 'ৰাধী' বুলি মাতিছিল। ৰুক্মিণীও ভাল ছোৱালী; ৰাধীতকৈ -সৰু। কিন্তু ৰুক্মিণীয়ে ৰাধীৰ সমান লিখা-পঢ়া নেজানিছিল।

ঘৰৰ আগতে, আলিৰ দাতিলৈ, ৰঘুনন্দৰ এটা দোকান ঘৰ আছিল। তাত হিন্দুস্থানী মিঠাই আৰু গৰুৰ গাখীৰ বেচিছিল। তেতিয়া বস্ত্ৰ-বস্তু সকলোৰে দাম সস্তা থকাত, সেই দোকানৰ পৰাই গোটেই ঘৰখন প্ৰবৰ্ত্তিব পাৰিছিল। দোকানত ঘৰৰ যেই সেই এজনে পোহাৰ দি বহি থাকে; সৰহভাগ থাকে ৰাধিকা।

## চিনাকি

কৃষ্ণকান্ত এদিন আঘোণ মহীয়া আবেলি বজাৰৰ ফালে ফুৰিবলৈ গৈ, কিবা এটা কিনিব লগা হোৱাত, হঠাৎ তেৱাৰীৰ দোকান সোমাওক। তেতিয়া দোকানত আছিল ৰাধী। ৰাধীয়ে কৃষ্ণক পূৰ্বে দেখিছিল যদিও, ভালকৈ মন কৰা নাছিলে বা তেওঁৰে সৈতে কেতিয়াও কথা হোৱাও নাছিল; কেৱল লক্ষ্মীকান্ত বৰুৱাৰ পুতেক বুলি জানিছিল। কৃষ্ণকান্তৰ কেতিয়াবা কৰবাত বাটে-পথে ৰাধীক দেখা পোৱাৰ কথা তেওঁৰ মনত নাই; ৰাধী তেওঁৰ তেনেই অচিনাকি, সেইদিনাহে দুইবো প্ৰথম দেখা সাক্ষাত হোৱা যেন লাগে; বস্তু কিনাৰ বিষয়ে দুই-চাৰি আষাৰ কথা-বাৰ্তাও হ'ল।

চকুক হিয়াৰ দাপোণ বোলে, কাৰণ কেতিয়াবা চকুযোৰতে মানুহৰ অন্তৰখন প্ৰতিফলিত হৈ ওলাই পৰে। অইন কি গৰু-পশুবো কেতিয়াবা চকুৰপৰাই মনৰ ভাব ঠাৱৰ কৰিব পাৰি। কৃষ্ণৰে ৰাধীৰে চকুৰে চকুৰে পৰাত দুইবো চকুত দুয়ো অন্তৰৰ সৰল আৰু মৰমিয়াল স্বভাৱৰ চিন দেখিলে।

কৃষ্ণ সুখত উঠা আলসুৱা কোমল ল'ৰা; আৰু সেইদৰেই তেওঁৰ মনটোও বৰ কোমল আছিল। তেওঁৰ স্বভাৱত কবিত্বৰো অলপ চাট আছিল। নিজে সৰহ লিখা নাছিল যদিও, বৈ থকা জুৰিটি বা ফুলি থকা ফুলটি দেখিলে, তেওঁ ভোল গৈ চাই থাকে; কেঁচুৱাৰ মুখৰ হাঁহিত তেওঁ স্বৰ্গৰ অমিয়া পায়, পূৰ্ণিমাৰ পূৰঠ পোহৰ চাই চাই তেওঁৰ হেপাহ নপলায়। মুঠতে কৃষ্ণকান্ত সৌন্দৰ্যৰ উপাসক আছিল। যতে সৌন্দৰ্য আছে, যিহতে একেৰি মাধুৰ্য আছে, সেয়ে কৃষ্ণকান্তৰ প্ৰশংসাৰ বিষয়, চেনেহৰ পাত্ৰ, মৰমৰ বস্তু। এই অচিনাকি ছোৱালীজনীৰ সৰলতা ভৰা চকুযুৰি আৰু শুৱলা আচৰণ দেখি তেওঁৰ বৰ ভাল লাগিল। ৰাধীও চকুলগা বুদ্ধিমতী ছোৱালী। কৃষ্ণৰ চকুত কোমল মনৰ চিন পাই, আৰু তেওঁৰে সৈতে দুষাৰ কথা হৈ, সেই এখন্তকতে ৰাধীৰ মনত তেওঁলৈ এটা প্ৰীতি বা মৰমৰ ভাৱ দেখা দিলে। কৃষ্ণই বস্তু কিনি লৈ গুচি গ'ল, ৰাধীয়ে তেওঁ যোৱাকে, চকুৰে নেদেখা নোহোৱা মানে, চাই চাই দোকানত বহি থাকিল।

পাচ দিনাও কৃষ্ণ আকৌ সেই বাটেই ফুৰিবলৈ গ'ল। সেই দিনাও, দোকানত বহি থকা ৰাধীৰে দূৰৰপৰাই তেওঁৰ দেখা-দেখি হ'ল। এইদৰেই মজামজিকৈ আৰু ২।৪ দিন যোৱাৰ পাচত, কৃষ্ণই আকৌ এদিন দোকান সোমাই কিবা এটা কিনিলেগৈ। তাৰ পাচৰপৰা সেইদৰেই তেওঁলোকৰ প্ৰায়েই দেখা দেখি হ'বলৈ ধৰিলে। বাটেদি ফুৰিবলৈ যোৱা দেখিলে, কোনো দিন ৰাধিকাই তেওঁক মাতিও আনে। দেখা পালে, দু আষাৰ কথা হ'বলৈ পালে, দুইবো মনত ৰং লাগে। অকল অলপ সময়হে মাত্ৰ দেখা-শুনা হয়, কিন্তু সেই মুহূৰ্তকেইটাকে দুয়ো বৰ মধুৰ আৰু প্ৰীতিকৰ পায়। সেই দেখি, দুয়ো দুইকো লগ পালে ভাল পোৱা হ'ল। দুইবো ৰুচি অনেক কথাত একে হোৱা বাবে দুইবো মনত দুইলৈকো অতৰ্কিতে এটা কিবা মৰম উপজিল।

পাঠক-পাঠিকাসকল, আপোনালোকে কিন্তু এওঁলোকক দুষিব। এইদৰে মন মিলিলে, মনত নপৰা মানুহ জগতত সৰহ নোলায়। কেতিয়াবা পুৰুষৰে পুৰুষৰে বা তিৰোতাৰে তিৰোতাৰে মাজতো এনে বিধৰ মৰম সোমায়। মন-মিলা মানুহ পালে মন মিল হোৱা স্বাভাৱিক কথা। এই মিল বা মৰমত একো অভিসন্ধি বা অসৎ অভিপ্ৰায়ৰ চেকা নাছিল। দুইবো মৰম নিৰ্দোষ আৰু নিৰ্মল। কৃষ্ণ কবি ভাবৰ মানুহ; তেওঁক লাগে, গছৰ ফুলা গোলাপটিৰ দৰে, বিলৰ পদুমটিৰ দৰে, বা আকাশত হাঁহি থকা পূৰ্ণিমা জোনটিৰ দৰে, ৰাধিকাক দূৰৰপৰা চাই তৃপ্তি লাভ কৰিবলৈ। ধুনীয়া ফুলপাহি গছৰপৰা ছিঙি আনে যুৰত পিন্ধিবলৈ,

বা গছতে যোহাৰি সোমাব্লি সবাই পেলাবলৈ তেওঁ নিবিচাৰে। ৰাধিকাৰ মনতো ঠিক তেনে ভাব। ইয়াক বেয়া বুলি ছুবিবলৈ হ'লে গছৰ গোলাপটি, বিলৰ পদুম ফুলটি, আকাশৰ জোনটি, বা বিজুলীৰ চিকি-মিকি ৰেখাটি চাবলৈ হেঁপাহ কৰাকো বেয়া বুলিব লাগিব।

ৰাধী আৰু কৃষ্ণ দুইৰো ঘৰৰপৰা কিছু আঁতৰত সৰু নৈ এখনৰ এটা ঘাট আছিল। সেই ঘাট অইনবোৰ ঘাটতকৈ নিজান ঠাইত ; তাত মানুহৰ অহা-যোৱা নাই। সেই ঘাটৰে দাঁতিয়েদি নিজান বাটত ফুৰিবলৈ যাওঁতে কৃষ্ণই তাতে পূৰ্বে এদিন হঠাৎ ৰাধিকাক দেখিছিল। ৰাধী গা ধুবলৈ আহিছিল। এদিন দোকানত লগ পাই ৰাধীয়ে কৃষ্ণক সেই ঘাটলৈকে, পাচদিনা দহ-বজাৰ ৰেলে উকি মাৰোঁতেই, আহিবলৈ মাতিলে ; কৃষ্ণ যাব বুলি কৈ গুচি আহিল। যোৰহাটৰ ৰেলখন সেই ঠাইতে আছিল।

## যমুনা ঘাটত

ৰাধীয়ে কোৱা মতেই, পাচদিনা দুয়ো সেই নৈ ঘাটত গা ধুবলৈ আহিল। তাৰ আগেয়ে, এইদৰে নিজান ঠাইত তেওঁলোকৰ দেখা-সাক্ষাৎ হোৱা নাছিল। ঠাইফেৰি নিজান, মাজেদি কুলকুলকৈ সৰু নৈখনি বৈ গৈছে, দুই পাৰে সেউজীয়া বননি, দূৰত কেউফালে মুকলি পথাৰ, তাৰ মাজে মাজে গছে চকা সৰু সৰু ঘৰৰে ঠাইডোখৰত সেৰেঙাকৈ অকণ অকণ চুবুৰিবোৰ। এনে দৃশ্যৰ মাজত দুয়ো দুইকো অকলশৰে পোৱাত, দুইকো লাজে আৱৰি ধৰিলে। পোনতে মুখত কথা নোলোৱা হৈছিল, পাচত কথা ক'বলৈ খোকোজা লাগিছিল ; মনে ক'ব খুজিলেও মুখে কথা ক'ব নুখুজি-ছিল। পাচত জানিবা লাহে লাহে সেই ভাব কমি আহিল।

সেই ঠেক নৈখনিৰ দুয়ো দুই পাৰে বহি নৈ ভালেখিনি কথা পাতিলে। কিন্তু সেই কথাবোৰৰ একো আগ-গুৰি নাই। সেইবোৰ বতৰৰ কথা, জোন গুলোৱাৰ কথা, ৰেলি মাৰ যোৱাৰ কথা, দোকানৰ কথা, বজাৰৰ কথা, ৰেলৰ কথাকে আদি কৰি কাৰো লগত কাৰো একো সংশ্ৰৱ নথকা আগেয়ে নভবা নিচিন্তা কথা। তেতিয়াহে মনত খেলোৱা বিবিধ বিষয়ৰ কথা-বতৰা হৈ কিছুপৰ মিছা-মিছি, নভগা নিছিগা খেল পাতি আলম-বিলমকৈ থাকি, শেহত গা ধুই দুয়ো দুইৰো বিদায় লৈ দিহাদিহি গুচি গ'ল। যোৱাৰ আগতে থিৰাং হ'ল বোলে সদায় দেওবাৰে সেই একে সময়তে দুয়ো সেই ঘাটতে গা ধুবহি। দেওবাৰটো ধৰা হ'ল এই বাবে, যে স্কুললৈ যাব লগা বাবে আনবোৰ বাৰত কৃষ্ণই ঘাটত সৰহপৰ থাকিবহি নোৱাৰে। সেইদিন ধৰি সদায় দেওবাৰে দহ বজাত দুইৰো সেই ঘাটতে গা ধোৱা নিখতিকৈ চলিবলৈ লাগিল।

এইদৰে কেই সপ্তাহমান যোৱাৰ পাচত, নৈ ঘাটত এদিন ৰাধীয়ে ক'লে, বোলে "আমাৰ গৰু এজনী হেৰাইছিল, মই পৰহি পুৱা তাকে বিচাৰি গৈ, সেই ছলতে তোমাক দেখা পাওঁ বুলি, তোমালোকৰ বাৰীৰ কেউফালে কেৰা পাকো ঘূৰিলোঁ ; পাচে তোমাক নেদেখিলোঁ।"

কৃষ্ণই ক'লে, "মই ক'ব নোৱাৰোঁ ; তুমি যাবা বুলি মই কেনেকৈ জানিম।" ৰাধীয়ে বোলে, "বাৰু তেন্তে, এতিয়াৰপৰা যাবলৈ হ'লে আগদিনাই জাননী দিহে যাম। পাচে এইবাৰ আগজাননী দিবলৈ, কাইলৈ গৰু হেৰাব বুলি মই আগতে নেজানিলোঁ।" দুয়ো অলপ হাঁহিলে ; তাৰ পাচত কিবা অন্য কথা ওলাল।

এইদৰেই, প্ৰতি দেওবাৰে যমুনা ঘাটত লগ ধৰি, ৰাধী আৰু কৃষ্ণই নানাবিধৰ কথা পাতি দুয়ো বৰ তৃপ্তি ভোগ কৰি আছিল। তাৰ বাজেও, সপ্তাহৰ বাৰহো, কৃষ্ণ ৰাধীৰ দোকানৰ পিনে ফুৰিবলৈ যাওঁতে মাজে-সময়ে দুইৰো প্ৰায়েই দেখাদেখি হৈছিল।

## ভোলাই কুমুদৰ কাহিনী

ভোলাই কলিতাই চক বজাৰত গাধীৰৰ দোকান দিয়ে। এদিন গা ধুবলৈ আহি, কৃষ্ণ আৰু ৰাধী দুয়ো নৈৰ দুপাৰে বহি কথা পাতি আছে। তেনেতে দূৰত এটা মানুহ অহা দেখি কৃষ্ণই ক'লে বোলে সৌৰা কোনোবা আহিছে। ৰাধিকাই বোলে সেইটো ভোলাই, তোমাৰে মোৰে চিনাকি আছে বুলি সি নেজানে, তুমি গা ধুবলৈ পানীত নামা। কৃষ্ণই তাকে কৰোঁতেই সিফালে ভোলাই পালেহি। তাৰ ঘৰ ৰঘুনন্দনৰ ওচৰতে। সি এখন্তেক থিয় দি বৈ সুধিলে—ইয়াত কি কৰিছ অ' ৰাধী? ৰাধীয়ে বোলে, গা ধুবলৈ আহিছোঁ। ভোলাই বোলে, গা নুধুই বহি আছ দেখোন? ৰাধীয়ে সমিধান দিলে—জাৰ লাগিছে; সেই দেখি অলপ ৰ'দ লগাই গাটো তপত কৰি লৈছোঁ। তাকে শুনি, ভোলাই যোৱা বাটে গুচি গ'ল। কৃষ্ণ আৰু ভোলাইৰ মনতে চিনা-চিনি থাকিলেও, দুইৰো মাজত মতামতি হ'লে হোৱা নাছিল। সেইদেখি, কোনেও কাকো নেমাতিলে।

কুমুদ কটকী লক্ষ্মীকান্ত বৰুৱাৰ বাৰীয়ে বাৰীয়ে লগা ওচৰ চুবুৰীয়া। কুমুদে চক বজাৰত দিনৌ মনিয়ৰী মালৰ দোকান দিয়েগৈ। ভোলাইৰ সৈতে তেওঁৰ বৰ মিল। নৈ ঘাটত কৃষ্ণ আৰু ৰাধীক দেখা পাই, ভোলায়ে কুমুদক ক'লেগৈ বোলে, সিদিনা লক্ষ্মীকান্ত বৰুৱাৰ পুতেকক নৈ ঘাটত বহি ৰঘুনন্দনৰ জীয়েকেৰে কথা পাতি থকা দেখিছিলোঁ। কুমুদে সেই কথাকে কৃষ্ণৰ মাক উমা দেৱীক ক'লেগৈ। কিন্তু কেনেবাকৈ উমাই বেয়া পায় বুলি, তেওঁ কৃষ্ণৰ নামটো নক'লে। কৃষ্ণও ওচৰতে বহি আছিল। কুমুদৰ অভিপ্ৰায় আছিল মাত্ৰ কৃষ্ণক অলপ ইংগিত দি, আগলৈ তেনে কৰিবলৈ বিৰত কৰা। কৃষ্ণৰ বদনাম ৰটোৱা তেওঁৰ উদ্দেশ্য নাছিল। নাম নক'লেও কৃষ্ণই ইংগিততে বুজিব বুলি জানি, তেওঁ কৃষ্ণ আগত থাকোঁতেই কথাটো উলিয়ালে। তেওঁ ক'লে বোলে, "ভোলাইৰ মুখে শুনি আহিলোঁ সি হেনো সিদিনা আমাৰ চকুৰে বগাকৈ কোনোবা ল'ৰা এটিক নৈ ঘাটত বঙালী ছোৱালী এজনীৰ সৈতে কিবা মেল পাতি থকা দেখিছিল। ল'ৰাটো কাৰ ঘৰৰ সি হেনো চিনি নেপায়।"

কুমুদৰ কথা শুনি কৃষ্ণৰ বুকুৰ কঁপনি উঠিল; কিন্তু তেওঁ একো নজনা ভাৱেৰে ধৈৰ্য ধৰি মনে মনে বহি থাকিল। কুমুদে সেই কথাৰ আকৌ কিবা উলিয়ায় বুলি, তেওঁ উঠি নেযায় মানে কৃষ্ণ তাতে বহি আছিল। কুমুদে তাৰ পাচত দুনাই সেই কথা নুলিয়ালে। তিমানতে তাৰ শেষ হ'ল।

তাৰ পাচৰ বাৰ ঘাটত লগ পাওঁতে, কৃষ্ণই এই কথা ৰাধীক ক'লেগৈ। ৰাধীয়ে মনতে ভাবিলে বোলে, এই মানুহবোৰক নো বাৰু কিহে পায়! ইহঁতে এইদৰে নলগা জেওত কিয় লাগি ফুৰে। ইহঁতৰো একো কাল আছিল নহয়; তেতিয়া ইহঁতৰ পালত কোনোবাই এনে কৰা হ'লে, ইহঁতে নিজে কেনে পালেহেঁতেন, এই কথাটো ভাবি নেচাই কিয়? ৰাধীয়ে এই কথা মনতেহে ভাবিলে, মুখেৰে ফুটাই নকলে।

ভোলাই আৰু কুমুদৰ কাহিনীয়ে কৃষ্ণ ৰাধী দুইকো সতৰ্ক কৰিলে। এনে ঘটনা যাতে দুনাই ঘটিবলৈ নেপায়, তালৈ দুয়ো সাৱধান হ'ল।

## ঘাটত পতা মেল

ওপৰত কোৱা ঘটনাৰ পাচৰপৰা ৰাধী আৰু কৃষ্ণই নৈ ঘাটলৈ অহা কিছু পাতলালে। আগেয়ে প্ৰতি দেওবাৰে আহিছিল; তেতিয়াৰপৰা এটা দেওবাৰ এৰি এটাত আহিবলৈ ললে। তেওঁলোকে আগৰ দৰে ঘাটত সৰহপৰ কথা পাতি থাকিবলৈকো এৰিলে; যি হয় অলপমান কথাবাৰ্তা হৈ, সোনকালে গা ধুই গুচি যায়, আৰু ভোলাইৰ দৰে আকৌ কোনোবা চিনাকি মানুহ ওলায়হি বুলি দুয়ো ভালকৈ চকু দি থাকে।

গা ধুবলৈ আহি এদিন ৰাধীয়ে ক'লে বোলে, মই চাবোন আনিবলৈ পাহৰিলোঁ ; তোমাৰ চাবোন-ডোখৰকে এখন্তেক দিবলৈ তোমাক আমনি কৰিব লগা হ'ল। কৃষ্ণই বৰ সন্তোষেৰে চাবোনডোখৰ দিলে। ৰাধীক এই ফেৰা উপকাৰ কৰিবলৈ পায়ো, তেওঁ মনতে বৰ ৰং পালে। গা ধুই উঠি ৰাধীয়ে সুধিলে, বোলে, এই চাবোঁনডোখৰ মোক দিবাঁনে? কৃষ্ণই ক'লে—এই ডোখৰ একো ভাল চাবোন নহয় ; মই তোমাক গোলাপী গোন্ধ থকা ভাল এডোখৰ আনি দিম। ৰাধীয়ে বোলে, নহয় মোক এই ডোখৰহে লাগে, আন চাবোন নেলাগে। কৃষ্ণই সুধিলে বোলে বজাৰত কতবোৰ ভাল ভাল চাবোন থাকোঁতে, এই সাধাৰণ, আধা ঘঁহা চাবোনডোখৰ নিব লাগিছে কিয়? ৰাধীয়ে মিচিকীয়া হাঁহি মাৰি ক'লে—এই ডোখৰ তোমাৰ গাত ঘঁহা চাবোন দেখি, আনবোৰতকৈ ইয়াৰ মোল সৰহ। কৃষ্ণই বোলে, তোমাৰ মন খাইছে যদি নিয়াঁ ; কিনো বৰ বস্তুটো! ৰাধীয়ে আকৌ হাঁহি মাৰি ক'লে—আমাৰ দুখীয়াৰ মানত এটকা সোণেই ধন। এই বুলি কৈ ৰাধীয়ে চাবোনডোখৰ লৈ গ'ল।

আৰু এদিন কিবা কাপোৰৰ কথা ওলাওঁতে, ৰাধীয়ে কথাৰ মাজতে সুধিলে—তুমি কি বৰণৰ কাপোৰ ভাল পোৱা?

কৃষ্ণ—মই বগা বৰণৰ কাপোৰ-কানিহে ভাল পাওঁ। বগাতকৈ ভাল বৰণ একো নাই।

ৰাধী—নিগুটি কথা ; আকাশৰ জোন বগা, বিলৰ পদুম বগা, মালতী ফুল বগা, আমাৰ কৃষ্ণ বাপাৰ বৰণটি বগা ; ভাল বস্তু আটাইবোৰ বগা।

কৃষ্ণ—ইস্ তুমি দেখোন বৰ কবি হৈ পৰিলাঁ!

ৰাধী—কবি নহয়, কবিয়নী ; তোমাৰ লগত পৰি হ'ব পাওঁ ; কবিৰনী লগ পালে, কবিয় নহৈ আৰু কি হ'ম?

কৃষ্ণ—যি কবি, সি ওপজা কবি। মানুহে লোকক দেখি কবি হ'ব নোৱাৰে। কবিৰ কবিত্ব ওপজোঁতেই লগতে লাগি আহে।

ৰাধী—কিহৰ কথা কৈছিলোঁ, পাহৰিলোঁ—অ' মনত পৰিছে, কাপোৰৰ বৰণৰ কথা। তুমি বগা বৰণীয়া কাপোৰ ভাল পোৱা নহয় নে?

কৃষ্ণ—এৰা ; বগাই বৰ ভাল বৰণ। সি নিৰ্মল, সাত্ত্বিক, পৱিত্ৰ আৰু চকুৰ তৃপ্তিকৰ। সেইদেখি মই ভাল বগা বৰণৰ পালে ; আন বৰণীয়া কাপোৰ নিপিন্ধো।

তেতিয়া ৰাধীয়ে ক'লে—তুমি কিন্তু বিহুকে পিন্ধা বৰ ধুনীয়াটি হৈ পৰা। আচলতে সাজপাৰে তোমাক শুৱনি কৰোক ছাৰি, তুমিহে সাজপাৰক শুৱনি কৰা। সঁচা কৈছোঁ, তুমি বৰ ধুনীয়া, বাহিৰে ভিতৰে দেহে-কেহে ধুনীয়া।

কৃষ্ণই উত্তৰ দিলে—সেইটো তোমাৰহে চকুৰ কিবা দোষ।

## বলিয়া কুকুৰ

ৰাধীহঁতৰ বাৰীৰ ভিতৰতে এদিন এটা বলিয়া কুকুৰে ৰাধীক কামোৰেহে। ৰাধীয়ে চিঞৰ-বাখৰ কৰি ভয়ত পাৰত পাৰে লৰ ধৰিছে, কুকুৰে পাচে পাচে খেদি নিছে। ওচৰত কেনিও ক'তো কোনো নাই। কুকুৰে ৰাধীক ছোৰে ছোৰে হৈছে, তেনেতে ধুম কৰে বন্দুকৰ শব্দ উঠিল। ৰাধীয়ে উভতি চাই দেখে, কুকুৰটো লেঙেৰা হৈ থমক খাই ৰ'ল ; দূৰত ঢাপৰ বাহিৰে হাতত বন্দুকেৰে কৃষ্ণকান্ত।

সেইদিনা কুকুৰটো কৃষ্ণৰ ঘৰৰ ওচৰত ওলাইছিল। কৃষ্ণই বন্দুকত গুলী ভৰাই তাক মাৰিবলৈ খেদি গ'ল। কুকুৰে লৰি গৈ গৈ, ৰাধীহঁতৰ বাৰীৰ খালত সোমাই নেদেখা হ'ল। কৃষ্ণই তাকে বিচাৰি মনে মনে ভুমি জানি চাই ফুৰিছিলগৈ। সিফালে কুকুৰে ৰাধী সোমাই ৰাধীক দেখি গোনদাহে খেদি গ'ল। ৰাধীৰ চিঞৰ

শুনি, মূৰ দাঙি চাই দেখিয়েই, কৃষ্ণই তুৰন্তে কুকুৰলৈ পোনাই গুলী মাৰি দিলে। কুকুৰ লৰি যোৱাত; গুলী গৈ আচল ঠাইত নেলাগি, তাৰ পাচ ভৰি এটাত অলপকৈ লাগি চুচৰি গ'ল। গুলী অহা ফাললৈ চাই কৃষ্ণক দেখি, ৰাধীক এৰি লেঙেৰা ভৰিয়েই চোচা লৈ সি গাৰ গুৰি পালেগৈ। কৃষ্ণৰ হাতত আৰু গুলীও নাছিল। তেওঁ ততালিকে বন্দুকৰ কুণ্ডাটোৰে তাৰ মূৰত পূৰ্ণহতীকৈ মাৰ শোধালে। কুকুৰ ঢলি পৰিল। তেতিয়া কিবা আঁচোৰ-পিচোৰ কৰিলে নে বুলি সোধা-সুধি কৰি, কেৰে নাই কৰা বুলিলত দুয়ো দুফালে গুচি গ'ল। সেইদিনা এওঁলোক দুয়ো কথমপিহে ৰক্ষা পৰিল। সেইকালত বলিয়া কুকুৰে খোৱাৰ এতিয়াৰ দৰে সুচল নাছিল।

পাচদিনা ৰঘুনন্দনে ঘৰত বন্ধা ভাল গাখীৰ এঘট আৰু মিঠাই এচৰু দি; ৰাধীয়ে সৈতে কৃষ্ণকান্তিক শলাগ জনাই গ'লহি। কৃষ্ণই প্ৰথমতে বস্তুবোৰ নেলাগে বুলিছিল, কিন্তু ৰাধীয়ে বেয়া পায় বুলি, পাচত ৰাখিবলৈ বাধ্য হ'ল। তেওঁ দুইকো যথাযোগ্য আদৰ-সাদৰ কৰি, একোটোপা চাহ আৰু তামোল-চালি একোখন খুৱাইহে বিদায় দিলে।

এই চলতে ৰাধীয়ে, ভিতৰ ফাললৈ গৈ কৃষ্ণৰ মাককো লগ পাই গ'ল। প্ৰথমতে কুকুৰৰ কথা কৈ, তাৰ পাচত ক'লে, বোলে, বাপা দেউতাক সেৱা জনাবলৈ আহি, আপোনাকো সেৱা কৰি যাবলৈ আহিলোঁ। ইয়াকে কৈ মাটিত মূৰ লগাই তেওঁক সেৱা কৰিলে। কৃষ্ণৰ মাকে ৰং মনেৰে আশীৰ্বাদ কৰি, তামোল-চালি খাবলৈ দিলে। ৰাধীৰ আচৰণ দেখি আৰু কথা-বাৰ্তা শুনি, পাচত তেওঁ কৈছিল বোলে, বঢ়িয়া ছোৱালীটি দেহি।

## ফাগুৱা

ফাগুনত ফাগুৱা উৎসৱ আহিল। ফাগুৱা হিন্দু মাত্ৰকে এটা ডাঙৰ উৎসৱ। সেই সময়ত গছ-গছনিক নতুন পাত-ফুলে, গা জুৰুৱা মন মোহা মৃদু মধু বসন্ত বতাহে, বসন্ত পূৰ্ণিমাৰ সুধাভৰা পূৰ্ণ সুধাকৰে এনেয়ে মানুহৰ মনত এটা অপূৰ্ব হৰ্ষময় ভাৱ সঞ্চাৰ কৰে। তাতে, তাহানি নন্দনন্দৰ ফাগু খেলাৰ কথা সুঁৱৰি, বসন্ত ঋতুৰ উপযোগী সুৰ তালৰ কেউফালে নানাবিধ সংগীত শুনিবলৈ পাই, মানুহৰ সাজপাৰ ৰঙা ৰচঙা হোৱা দেখি, ডেকা গাভৰুক নেলাগে, বুঢ়া মানুহৰ মনতো উলাহ লাগে; আৰু সেই উলাহৰ বাবেই মানুহে ফাগু-গুড়ি খেলি আৰু ৰংপানী ছটিয়াই আমোদ কৰি ফুৰে। আজিকালিৰ মানুহে তাতে ফাগু এমুঠি মাৰিলেই কাচাৰীলৈ যাব খোজে। কিন্তু সেইকালত মানুহে অচিনাকি বাটৰুৱাকো চেৰেকা পানীৰে বুৰাই পঠিয়াইছিল। উৎসৱৰ দিন বুলি তাত কোনো নেলাগিছিল।

এনে হেন ফাগুৱাৰ দিনত ৰাধিকাৰ দৰে ৰাংঢালী গাভৰুৰ উলাহ নেলাগি পাৰেনে? কৃষ্ণইতৰ ঘৰৰ ওচৰতে তিনিমুনি ৰাজবাট এটা আছিল। তাতে, গছ এজোপাৰ তলত, হাতত পিচকাৰী আৰু আগতে ৰং-গোলা পানী এবাল্টি লৈ, ৰাধিকা খাপ দি ৰৈ আছিল। এনেতে সিফালৰপৰা সমনীয়া ছোৱালী এজাক অহা দেখি, ৰাধিকাই চেৰেকা পানী মাৰি দিলত সিহঁতে ৰঙৰ চিত্ৰৰ-বাখৰ লগাইছিল। তাকে শুনি, কিনো হৈছে বুলি চাবলৈ ওলাই আহি, কৃষ্ণই ৰাধিকাক দেখি ওচৰ চাপি গ'ল।

ৰাধিকাই কৃষ্ণক ওচৰত পাই বোলে, হওক তেও। অত বেলি খাপ লৈ থাকি শেহত লগ পালোঁ। শপত দিছোঁ, অলপ ৰবাঁ; লৰ নেমাৰিবাঁ; মই হেপাহ গুচাই ৰং ছাটিদিয়েক মাৰি লওঁ। এই বুলি কৈ পোনতে ভৰিত ফাগু এমুঠি দি লৈ, ৰাধিকাই চেৰেকা পানীৰে কৃষ্ণৰ কানি-কাপোৰ জুৰুলি জুপুৰি কৰি পেলালে; পাচত তাৰ ওপৰত সৰহকৈ ফাগু কেতবোৰ ছটিয়াই দি ক'লে—হ'ল, আৰু এতিয়া মোৰ ফাগুৱা সাৰ্থক হ'ল। ইমানেকে অত পৰ খাপ দি আছিলোঁহি। তাৰ

পাচত বাল্টিৰ বাকী পানীখিনি পেলাই দি, ৰাধিকা ঘৰলৈ উভতিল ; কৃষ্ণও গুচি আহিল।

## বেলোলৰ গোলক

সেই বছৰ আগ আহাৰতে নৈত এদিন ধল আহিছিল। সেই নৈখন সৰু বুলিও, পানী বাঢ়িলে মানুহে তাত থাউনি নেপায়, আৰু সোঁতো বৰ কোবাল হয়। এইটো ধলত পানী বাঢ়ি আহি গড়াৰ ওপৰ উঠোঁ উঠোঁ হৈছিল।

সেইদিনা গা ধুবলৈ আহোঁতে ৰাধীয়ে গাত ৰঙা কাপোৰ এখন লৈ আহিছিল। ওচৰৰ পথাৰত ষাঁড় গৰু এটা চৰি আছিল। সি সৰু ফুটীয়া অসমীয়া গৰু, কিন্তু বৰ দুৰন্ত স্বভাৱৰ আছিল। ৰঙা কাপোৰ দেখি তাৰ জক উঠিল। সি শিং-মূৰ জোকাৰি টোপা কাঁড়টোৰ দৰে ৰাধীলৈ খেদি আহিল।

ওচৰত মাৰি-মূৰা একো নেপাই কৃষ্ণই শুদা হাতেৰে চাই-চুই কৰাত, গৰুৱে তাক নগণি ৰাধীৰ ওচৰ পালেহি। কৃষ্ণই আন একো উপায় নেপাই নিজৰ বিপদলৈ মন নকৰি, একে জঁাপেই গৈ গছৰ ডাল এটাত ওলোমা বাঢ়ুলী দি তাৰ মূৰটো তললৈ হেঁচা মাৰি ধৰিলে। সি তেতিয়া ৰাধীক খুচিব নোৱাৰিলে আৰু অইন কিবা কৰিবলৈ চল নেপালে। কৃষ্ণই হেঁচা মাৰি ধৰি থাকোঁতে, এবাৰ কেনেবাকৈ তাৰ ঠেং পিচলি গৰাৰপৰা খহি যোৱাত সি একেবাৰে নৈৰ মাজত পৰিলগৈ ; লগতে কৰ্ফাল খাই কৃষ্ণও নৈত পৰিল। নৈত পৰিয়েই তেওঁ বুৰ মাৰি চকুৰে নেদেখা হ'ল। এই ঘটনা দেখি ৰাধীৰ গা কঁপিবলৈ ধৰিলে। তেওঁ সাঁতুৰিব নেজানে ; তথাপি কৃষ্ণক কেনেবাকৈ সকাহ পাবোঁ বুলি, গাৰ কাপোৰখন খহাই থৈ আৰু শাৰী ভালকৈ বান্ধি-কুন্ধি লৈ পানীত জঁাপ মাৰি পৰিবলৈ সাজু হ'ল। তেনেতে কৃষ্ণই পানীৰ তলে তলে গৈ কেই বেঁওমান আঁতৰত ওলাই বামলৈ উঠি আহিল। গৰুটোৱেও কষ্টকাই ভালেখিনি উটি গৈ পাচত সাঁতুৰি পাৰলৈ উঠি, আন ফাললৈ গুচি গ'ল।

ৰাধীয়ে বৰ ভয় খালে। কৃষ্ণই আহি ক'লে একো দুখ পোৱা নাই বুলি কোৱাৰ পাচতহে ৰাধীৰ মুখলৈ পানী আহিছে।

কৃষ্ণই পানীৰপৰা উঠি আগৰ ঠাইলৈ আহোঁতে, ছোৱালীয়ে নাকত পিন্ধা, বজাৰৰ এক অনামান দামৰ, বেলোলৰ গোলক এটা ঘাটত পৰি থকা পাই বুটলি আনিছিল। তেওঁ তাকে ৰাধীৰ হাতত দি হাঁহি মাৰি ক'লে বোলে, "এইটো হেৰা পালোঁ ; ছোৱালীৰ বস্তু দেখি ছোৱালীৰ হাতত দিছোঁ।" ৰাধীয়েও বোলে, "ভাল বাৰু, ছোৱালীয়েও ৰঙেৰে লৈছে।" ইয়াকে কৈ, তেওঁ গোলকটো নৈত পখালি লৈ অলপ পৰ নাকত পিন্ধি থাকি তাৰ পাচত সোলোকাই লৈ কাপোৰৰ আগত বান্ধি থলে। এই গোলকৰ কথা পাঠক-পাঠিকাই পাচত পাবগৈ।

## চিঠি

যমুনা ঘাটত কৃষ্ণ ৰাধিকাৰ খেলৰ কথা আটাইবোৰ লিখিবলৈ হ'লে এখন কীৰ্তন পুথি হ'ব। ততবোৰ কথা কৈ পাঠক-পাঠিকাৰ আমনি নলগাওঁ। মুঠেই আৰু এদিনৰ এটা মাত্ৰ কথা কৈয়েই, সেইবোৰ কথাৰ আধ্যা পেলাম।

ঘাটৰ দেখা-সাক্ষাৎ পাতলিবৰে পৰা, আগৰ দৰে সৰহ পৰলৈ কথা হোৱাৰ সুযোগ গুচিল। পোন্ধৰ দিনৰ মূৰত এদিনৰ সেই এখন্তক সময়ে কথা হ'বলৈ নোজোৰে। তাত বাজেও, মনৰ কোনোবোৰ কথা মুখেৰে ভাঙি-পাতি ক'বলৈ মানুহৰ লাজো লাগে। সেইদেখি ৰাধীয়ে বাৰ পাচি কথাৰে কৃষ্ণলৈ এখন চিঠি লিখিছিল। তাকে দিবলৈ চল নেপাই, শোৱাপাটিৰ তুলিৰ তলত সোমাই থৈছিল। কিবা এটা বিচাৰি গোটেইখন চালি-জাৰি ফুৰোঁতে, সেই চিঠিতে ৰাধীৰ মাকৰ হাতত পৰিল। এইখন নো কিহৰ কাকত বুলি ;

তাকে মাতি শুনাবলৈ, তেওঁ বাহিৰত বহি থকা সভাৰামৰ হাতত দিলেহি।

সভাৰাম স্কুলত নাম কটা, বেয়া স্বভাৱৰ, ধূৰ্ত, খিতিঙা, নিষ্কৰ্মা ল'ৰা। তাৰ মন আছিল ৰাধিকাক তালৈ দিব লাগে। সেয়ে নহ'বৰ দেখি, সি ৰাধিকাক ধৰি নিবৰ ফিকিৰত আছিল। ৰাধিকাই তাক আগৰে পৰা ঘিণ কৰিছিল, আৰু সি আহিলে কথাও নেপাতে, ওলায়ো নেমাতে। সি নীচ মনৰ মানুহ, ভাবিছিল যোলে এতিয়া যিমানেই অসাম্তি হওক লাগিলে, কোনো মতে ছলেবলে ধৰি নি দুদিনমান তম্ভি কৰি ৰাখিলেই, এই ৰাধিকায়েই মময়া হৈ পৰিব। সেইদেখি ৰাধিকাক ধৰি নিবলৈ সি চল বিচাৰি ফুৰিছিল। সেই বাবেই, ঘৰৰ উমঘাম্ ল'বলৈ আৰু ৰাধিকাৰো গতিবিধি বুজিবলৈ সি প্ৰায়েই ৰঘুনন্দনৰ ঘৰত বহি থাকেহি।

সভাৰামে চিঠিখন কেইবা বাৰো পঢ়ি চাই শেহত ক'লে—অ', এইখন দেখোন প্ৰেমলিপি। কোনোবা তিৰোতাই কোনোবা পুৰুষলৈ লিখা গুপ্ত প্ৰেমৰ চিঠি। আখৰবোৰ ৰাধিকাৰ হাতৰ; চিঠিখন ওলাইছে তাইৰে তুলিৰ তলত। ইয়াত অৱশ্যে কিবা গুপ্ত ৰহস্য আছে, ভালকৈ বিচাৰ কৰি চোৱা। ইয়াকে কৈ সি চিঠিখন মাতি শুনালে। ৰাধিকা লিখা-পঢ়া জনা বুদ্ধিমতী ছোৱালী বুলি ওপৰতে কৈ অহা হৈছে। চিঠিখন বুধি খটাই 'কায়দা' লগাই লিখা আছিল। তাত লিখিছিল :

জোনলৈ ভেঁটফুলৰ চিঠি।

মোৰ মৰমৰ জোনটি,

অভাগী নাৰীয়ে তোমাক সঘনাই দেখা নেপাওঁ। যেতিয়া এখন্তকলৈ দেখা পাওঁ, তেতিয়া তোমাক দেখিয়েই ভোল গৈ সকলো কথা পাহৰি যাওঁ, কথা ক'বলৈ আজৰি নোলায়। সেই দেখি, মনৰ বোজা পাতলাবলৈ বুলি এই চিঠিখনকে লিখিলোঁ।

তোমাৰে মোৰে বহুত আঁতৰ। ইমান আঁতৰৰ পৰা মই কোনো মতেই তোমাৰ কাষ নেপাওঁগৈ। গতিকে, তোমাৰে মোৰে মিলন অসম্ভৱ। তাকে জানি-শুনিও মোৰ মনত তোমালৈ এনে ধাউতি কিয় সোমাল? মই তোমাক নেদেখি থাকিব নোৱাৰো কিয় হওঁ? আন্ধাৰত তুমি যেতিয়া নোলোৱা, মই তেতিয়া বেজাৰত মৰহি যাওঁ; তুমি ওলোৱা দেখিলেই পাহি মেলি ফুলি পৰোঁ; তেতিয়াহে মোৰ মন প্ৰফুল্ল লাগে, চকু সাৰ্থক হয়। তুমি নোলোৱা মানে মই তোমাৰ বাটলৈ চাই চটফটাই থাকোঁ।

তোমাৰ দৰেই, আকাশত সূৰ্য আছে, কতবোৰ উজ্জ্বল উজ্জ্বল তৰা আছে, পৰমেশ্বৰৰ সৃষ্টিত কতবোৰ ধুনীয়া ধুনীয়া বস্তু আছে। কিন্তু সেইবোৰৰ একোতে মোৰ চকু নপৰে; তাৰ একোকে মই তোমাৰ দৰে ধুনীয়া নেদেখোঁ।

মই তোমাক নেপাওঁগৈ। কিন্তু সেইবুলি তোমালৈ হেঁপাহ এৰিব নোৱাৰোঁ। এই হেঁপাহ বা মৰমেই মোৰ জীৱনৰ চিৰ লগৰীয়া হৈ থাকিব। তোমাক নেপাওঁ; হওক, নেলাগে পাব; তোমাক দূৰৰপৰা চায়েই তৃপ্তি পাম। মোৰ সেয়ে সুখ, সেয়ে সাধনা; সেয়ে মোৰ একমাত্ৰ হেঁপাহ আৰু সান্ত্বনা। তোমাক চাই থাকিবলৈ পালেই মোক আৰু একো নেলাগে। তুমি মোক পাৰামানে ঘনাই দেখা দি থাকিবা; মোক যেন এই সুখৰপৰা বঞ্চিত নকৰিবা। হে সুধাকৰ, তেতিয়া হ'লেই মোৰ হৃদয়ত সুধা বৰষা হ'ব।

তোমাৰ জয় হওক, মংগল হওক, সম্পদ আৰু মহিমা বাঢ়ক; তোমাৰ কলা বৃদ্ধি হওক; চিৰকালে পূৰ্ণ কলাৰে পোহৰ দিয়া। মোৰ প্ৰেমপূৰ্ণ নমস্কাৰ গ্ৰহণ কৰিবা। প্ৰাণেশ্বৰ আশীৰ্বাদ কৰিবা মোৰ মতি যেন তোমাৰপৰা বিচলিত নহওক। অবোধ নাৰীয়ে মনৰ বেগত এই চিঠিত যদি কিবা অপৰাধৰ কথা

লিখিছোঁ, সেৱিকাৰ অপৰাধ বুলি ভাব হৈ মাৰ্জনা কৰিবা।

তোমাৰ সেৱিকা
ভেঁটফুল।

## চিঠিৰ ব্যাখ্যা

সভাৰাম যোৱাৰ পাচত, ধনীৰাম মণ্ডলক বাটেদি যোৱা দেখি মাতি আনি সুধিলত, তেওঁ চিঠিখন চাই ক'লে বোলে, এইবোৰ কিবা আগগুৰি নথকা বেবেৰিবাং কথা; ইয়াৰ একো অৰ্থ নোলায়। ভেঁট ফুলেনো চিঠি লিখিব পাৰেনে? তাকে ইয়াত লিখিছে। মোৰ মনেৰে এইখন কোনোবা ছেৰা বলিয়া মানুহে লিখিব পায়।

চিঠিখন পাচত ধৰ্মেশ্বৰ মাষ্টৰক দেখুউৱা হ'ল। তেওঁ হাইস্কুলৰ মাষ্টৰ, কবি সাহিত্যিক বুলি প্ৰখ্যাত। তেওঁ ক'লে বোলে, এইখন চিঠি নহয়; ই এক উৎকৃষ্ট গদ্য কবিতা। ইয়াত কবিত্ব আছে, ভাৱ আছে, প্ৰেম আছে। আহা কেনে মধুৰ কবিতা, কেনে নিৰ্মল প্ৰেম।

প্ৰেম অতি বিশুদ্ধ বস্তু। সেয়ে সকলৈ মৰম আৰু মান্যবস্তুলৈ ভক্তিৰ ৰূপ ধৰে। কিন্তু সাধাৰণ মানুহে প্ৰেম শব্দটোৰ বেয়া অৰ্থ কৰে; তেওঁলোকে, প্ৰেম বুলিলে, ডেকা গাভৰুৰ অবৈধ দোস্তিহে বুজে। চিঠিখনত প্ৰেম আছে বুলি কোৱাত, ৰাধীৰ মাকে ভাবিলে সেই চিঠিখন নিশ্চয় কিবা বেয়া ভাৱত লিখা। তেওঁ তাৰ হৈ জীয়েকক নথৈ ককৰ্থনা কৰিলে।

গধূলি মাকৰ মুখে চিঠিৰ কথা শুনি, ৰাধীৰ বাপেকেও চিঠিখন পঢ়ি চালে। তেওঁ চিঠিত লিখা কথাৰ একো নুবুজিলে, তথাপি কিন্তু ৰাধীলৈ খঙত একো নাই হ'ল, আৰু ৰাধীক ভালকৈ এচাৰুৰি দিওঁ বুলি, হাতত সোকা লৈ বিচাৰি ফুৰিছিল। ৰাধীয়ে বৰ চাঙত উঠি লুকাই থাকিহে সাৰিল; বাপেকৰ টোপনি অহাৰ পাচতহে মনে মনে নামি আহি শুইছেহি। সেইৰাতি ৰাধিকাৰ লঘোনেই গ'ল। বাপেকে খঙত চিঠিখন পুৰি পেলালে।

পাচ দিনাও বাপেকৰ খং মাৰ নেযায় মানে, ৰাধী লুকাই ফুৰিছিল; পাচত খঙে শাম কাটিবৰ দেখি, দেখা দি ক'লে বোলে, তোমালোকে মিছাতে মোক ইমানকৈ খং কৰিছা। সেইখন চিঠি নহয়; মই সেইখন কালেকো বুলি চিঠি লিখা নাই, মাত্ৰ বঙালী কাকতত ওলোৱা প্ৰবন্ধ এটা পঢ়ি ভাল পাই, তাকে অসমীয়ালৈ ভাঙি লিখি থৈছিলোঁ। পাঠক-পাঠিকাসকলে মন কৰিব, ৰাধিকাই অকল গা সাৰিবৰ নিমিত্তে, এই আধাৰ সমূলি মিছা কথা কৈছিল। কিন্তু বাপেক-মাকে, ধৰ্মেশ্বৰ মাষ্টৰে কোৱা কথাৰে মিলাই চাই, তাকে সঁচা বুলি পতিয়ালে। এইদৰে কোনো মতেহে সেই যাত্ৰাত ৰাধিকা সাৰিব পাৰিলে।

এই ঘটনাৰ পাচত নৈ ঘাটত লগ পাওঁতে ৰাধিকাই কৃষ্ণক সুধিলে বোলে, মই তোমালৈ চিঠি এখন লিখি থৈছিলোঁ। তাকে, সিদিনা তুমি বাটেদি যাওঁতে, দোকানৰ পৰা যাচিছিলোঁ; তুমি নানিলা কিয়? কৃষ্ণই বোলে, ক'তা মই মন কৰিবলৈ নহ'ল। তেতিয়া, সেই চিঠিৰপৰা ওপৰত কোৱা যিবোৰ কাণ্ড হ'ল, সেই সকলোখিনি ৰাধিকাই ভাঙি-পাতি ক'লে; চিঠিত কি লিখা আছিল, তাকেহে মাত্ৰ নক'লে। কৃষ্ণই শুনি, ৰাধিকাই তেনে কষ্ট পাব লগা হোৱাত বৰ দুখ পালে।

তেতিয়া ৰাধিকাই ক'লে বোলে, ভাগ্যেৰে জানিবা চিঠিখনত তোমাৰ বা মোৰ কাৰো নাম লিখা নাছিলোঁ। সেই দেখিহে তোমালৈ লিখা বুলি কোনেও নেজানিলে। কৃষ্ণই আগলৈ সেইদৰে চিঠি লিখিবলৈ হাক দিলে, আৰু কিবা ক'বলগীয়া থাকিলে, মুখেৰেই ক'বলৈ ক'লে। ৰাধিকাই বোলে, আটাইবোৰ কথা জানো মুখেৰে ক'ব পাৰি? সেই দেখিহে চিঠিকে লিখিছিলোঁ। এইবাৰ শিকনি পালোঁ; এতিয়াৰপৰা আৰু নিলিখোঁ। চিঠিত নো কি লিখিছিল, কৃষ্ণই সোধাত, ৰাধিকাই উত্তৰ

দিলে বোলে, চিঠিখন দিয়লৈ নেপালো যেতিয়া মুখেৰে নকওঁ ; সেইকথা মই তোমাক মুখেৰে ক'ব নোৱাৰো।

## সপোন

ৰাধিকাৰ বেয়া ব্যাধিয়ে লগ ললে বুলি পাঠক-পাঠিকাই ইমানতে গম পাব পায়। নিজৰ মনৰ জোখাৰে মন মিলা মানুহ পাই, ৰাধিকা তেনেই ভোল গ'ল। হিয়াৰপৰা কৃষ্ণৰ পট আৰু মনৰপৰা কৃষ্ণৰ কথা ৰাধিকাই সমূলি গুচাব নোৱাৰা হ'ল। নাটক-উপন্যাসৰ ভাষাৰে ক'বলৈ হ'লে ৰাধিকা কৃষ্ণকান্তৰ প্ৰেমত পৰিল। ৰাধীৰ মনত কৃষ্ণলৈ পোনতে অকল মিলা-প্ৰীতিৰ ভাৱহে হৈছিল ; কিন্তু পাচত সেয়ে লাহে লাহে অকল মিলা-প্ৰীতি গুচি, গভীৰ প্ৰেমত পৰিণত হ'ল। সেই প্ৰেমেই ব্যাপক ৰূপ ধৰি ৰাধিকাৰ হৃদয় তেনেই জুৰি ধৰিলে। প্ৰেমৰ ব্যাধি কম ব্যাধি নহয়। এগৰাকী বিশিষ্ট সাহিত্যিকে প্ৰেমক 'দিল্লীকা লাড্ডু' বুলিছে, আৰু কৈছে বোলে, ইয়াক 'যো খায়া ওভি পস্তায়া, যো নাহি খায়া ওভি পস্তায়া।'

কিন্তু ৰাধিকাৰ প্ৰেম যিমানেই গভীৰ হওক লাগিলে, কৃষ্ণৰ লগত তেওঁৰ মিলন ঘটিব নোৱাৰে। এই দেশৰ সমাজে তেনে বিয়া সমৰ্থন নকৰে। অসমীয়াই অনা-অসমীয়া হিন্দুস্থানী ছোৱালী নিলে, সমাজে তাক জাত গ'ল বুলি ততালিকে এৰি পেলাব। ভাৰতৰ সকলো প্ৰদেশৰে হিন্দু মানুহবোৰ গোট খাই মুঠ বান্ধক, বৃহত্তৰ হিন্দু সমাজ পাতি এই হিন্দু জাতিটো দৃঢ়ৰূপে সংগঠিত কৰক, হিন্দুমাত্ৰেই সকলোৰে এই বাঞ্ছা কৰে। এই বিশাল ভাৰতবৰ্ষৰ দীঘে-পথালিয়ে ইমূৰৰপৰা সিমূৰলৈকে, হিন্দুৰ সেই একেটা ধৰ্ম, সেই একে বেদ, সেই শিৱ-বিষ্ণু শক্তি, সেই একে সংস্কৃতি ; প্ৰভেদ মাত্ৰ অকল ভাষাটোত আৰু সামান্য দুই-চাৰিটা অলাগতিয়াল আচাৰ-ব্যৱহাৰত। ইমানতো যদি মানুহে অকল ভিন্ন প্ৰদেশৰ বুলিয়েই, স্বজাতিৰ ভিতৰতো ছোৱালী দিয়া-অনা নচলায়, তেন্তে এই জাতি সংগঠন কামটো কেনেকৈ হ'ব পাৰে ? পৃথিৱীৰ আন ক'তো এনে অমূলক দস্তুৰ নাই। ইউৰোপৰ মানুহৰ দেশে দেশে ভাষা বেলেগ ; কিন্তু ধৰ্ম একে বাবেই, সেইবোৰ দেশত ছোৱালী দিয়া-অনা অবাধে চলি আছে। তাত এদেশৰ ছোৱালী এদেশত পৰিলে, ছোৱালীয়ে গিৰিয়েকৰ দেশৰ ভাষা শিকি, ৰীতি-নীতি লৈ, তেনেই সেই দেশৰ মানুহ হৈ পৰেগৈ। ইউৰোপত তেনে দস্তুৰ নথকা হ'লে, তাৰ মানুহে আমেৰিকাৰে সৈতেও গোট খাই একেটা বগা জাতি হৈ আজি জগতত এনে প্ৰতিপত্তিশালী হ'ব নোৱাৰিলেহেঁতেন। আমাৰ কিন্তু একে জাতৰ ভিতৰতো আন প্ৰদেশৰ ছোৱালীৰে বিয়া নচলে। এই দস্তুৰ আমি এৰিবৰ হ'ল।

কৃষ্ণৰে সৈতে ৰাধীৰ বিয়া হ'বলৈ, মাজত লংঘিব নোৱাৰা খাল খাৰৈ আৰু সেইবাবে তেনে বিয়া হ'ব নোৱাৰে ; এই কথা ৰাধিকাই বঢ়িয়াকৈ জানে ; কিন্তু জানি-শুনিও কৃষ্ণৰ ভাব মনৰপৰা গুচাব নোৱাৰে। কৃষ্ণলৈ কোনো দিনে পাহৰিব নোৱাৰে, কৃষ্ণৰ বাহিৰে আন কাকো হিয়া বিলাব নোৱাৰে। ৰাধিকাই কৃষ্ণক নেপায় ; তথাপি তেওঁৰ মূৰ্তিকেহে হৃদয়ত থাপি লৈছে, তাকেহে সদায় পূজা কৰি থাকিব ; কৃষ্ণৰ বাহিৰে আন কাকো ৰাধিকাই স্বামী বুলি গ্ৰহণ কৰিব নোৱাৰে। এনে কথাৰ মুৰতেহে জনা-বুজা জনে প্ৰেমক অন্ধ আখ্যা দিছে। প্ৰেম সঁচাকৈয়ে অন্ধ ; প্ৰেমে যুক্তি-তৰ্ক নেমানে, সম্ভৱ অসম্ভৱ বিচাৰ নকৰে, আগলৈ ভাবি চিন্তি নেচায়, মূঠেই বন বজাৰ দৰে এফাললৈ পোনধৰি, চকু মুদি লৰ ধৰে।

এদিন ৰাতি শুবলৈ ধৰোঁতে, ৰাধীৰ এইবোৰ কথাই মনত পৰিল। তেওঁ ভাবিলে, তেওঁ জানিবা টুলুঙা নাৱত উঠি, ভটীয়ন পানীত নাও মেলিছে। নৈৰ সোঁতে উটাই নি তেওঁক ক'ত উলিয়ায়গৈ বা ক'ত নাও বুৰাই মাৰে তাৰ একো ঠিকনা নাই। তাকে গুনি ভাবি থাকোঁতেই ৰাধীৰ টোপনি আহিল।

মাজ ৰাতিলৈ ৰাধীয়ে সপোনত দেখিলে, তেওঁ যেন সঁচাকৈয়ে সৰু নাও এখনত উঠি, নৈয়েদি ক'ৰবালৈ গৈছে। নৈৰ কোবাল সোঁতে যেন নাওখন বেগেৰে উটাই নি চাকনৈয়াত পেলালেগৈ। নাও বুৰোঁ বুৰোঁ হৈছে, পাচ মুহূৰ্ততে তেনেই বুৰিব। তেনেতে যেন আন এখন নাৱেৰে ক'ৰবাৰপৰা কৃষ্ণ ওলালহি ; আৰু যেন কৃষ্ণই থাপ মাৰি ধৰি তেওঁক নিজৰ নাৱলৈ তুলি ললে। ইয়াকে দেখি ৰাধীয়ে সাৰ পালে।

সাৰ পাই উঠি ৰাধীয়ে ভাবিলে বোলে, মানুহে দেখোন কয়, ব্যাধিত শোকত চিন্তাত দুৰাকাংক্ষাত বা মত্ত অৱস্থাত দেখা সপোন নিৰৰ্থক হয়। মই এইবোৰ কথাকে ভাবি থকা গুণে, টোপনিত তাকে দেখিলোঁ ; এনে সপোনৰ একো অৰ্থ নাই। তাকে ভাবি তেওঁ ঘূৰাই শুই থাকিলে, কিন্তু সেই ৰাতিলৈ আৰু তেওঁৰ চকুলৈ টোপনি নাহিল।

## কৃষ্ণৰ বিয়া

পাঠকসকলৰ মনত থাকিব পায়, ৰাধিকাৰে সৈতে কৃষ্ণৰ প্ৰথম চিনাচিনি হওঁতে আঘোণ মাহ আছিল। তাৰ এবছৰৰ মূৰত ঘূৰি আঘোণত লক্ষ্মীকান্ত বৰুৱাই কৃষ্ণৰ বিয়া পাতিলে। ছোৱালী সেই ঠাইৰে মহানন্দ ফুকনৰ জীয়েক সুনন্দা। মহানন্দ ফুকন এগৰাকী সম্ভ্ৰান্ত আৰু অৱস্থাপন্ন ভদ্ৰলোক। লক্ষ্মীকান্ত বৰুৱাক ছাৱবান্ধ দি ধৰিলেহি, সুনন্দাৰ বয়স ১০ বছৰ পূৰ নৌ হওঁতেই, সেই আঘোণতে কৃষ্ণলৈ সুনন্দাক বিয়া কৰাব লাগে, কাৰণ দহ বছৰ পাৰ হ'লেই শাস্ত্ৰমতে ছোৱালী ৰজঃস্বলা বুলি গণ্য হয়।

ফুকন আৰু বৰুৱা দুয়ো একে মতৰ মানুহ আছিল। তেওঁলোকৰ মনেৰে, শাস্ত্ৰই কম বয়সতে ছোৱালী বিয়া দিয়াৰ বিধান দিছে যেতিয়া, ব্ৰাহ্মণ আদি ওপৰ জাতৰ ছোৱালী সকলতে বিয়া দিয়াহে উচিত ; ছোৱালী কম বয়সত বিয়া দি, উলিয়াই দিয়াতহে পৰম কৰিব লাগে। তেতিয়াহ'লে, যেনে ঘৰলৈ পৰে, তেনে ঘৰৰ উপযোগীকৈ ছোৱালীক শিক্ষা দিব পৰা যায়। তাত বাজেও, দৰা-ছোৱালী দুইৰো কম বয়সতে বিয়া হ'লে, সেই সৰু কালৰে পৰা, দুইৰো মনত দুইলৈকো কৰ্তব্য আৰু দায়িত্বৰ জ্ঞান জন্মে। লক্ষ্মীকান্ত আৰু মহানন্দ দুইৰো এনে ধাৰণা আছিল।

দৰা-ছোৱালী বা ঘৰ-ঘাৰী চাবৰ প্ৰয়োজন নাছিল। কাৰণ, দুই ঘৰ একে ঠাইৰে মানুহ গুণে, সেইবোৰ সকলো কথা দুই ঘৰৰ আগৰে পৰা জনা আছিল। দৰাৰ মতলবৰো একো আৱশ্যক নাছিল, কিয়নো, তেতিয়াৰ ল'ৰাই বাপেক-মাকে পতা বিয়াত অসম্মত হোৱাটো গৰ্হিত কাম বুলি ভাবিছিল। তথাপি লক্ষ্মীকান্ত বৰুৱাই এজন সমনীয়া ল'ৰাৰ হতুৱাই কৃষ্ণক এবাৰ সোধাই চালে। কৃষ্ণই বোলে, মই এইবোৰ কথাত কি মাতিম ! বো আৰু দেউতাৰ কথাত মোৰ হকা-বধা কৰিবলৈ একো নাই। তাৰ পাচত, সমন্ধীয়া আৰু বন্ধু-বান্ধৱসকলকো একো আযাৰ সুধি চাই, সকলোৰে ভাল বোলাত, লক্ষ্মীকান্ত বৰুৱাই চোৱা-চিতা কৰাই সেই আঘোণৰ ভিতৰতে বিয়াৰ দিন পেলালে।

দিন চাবৰ দিনাৰপৰা জোৰোণৰ দিনালৈকে মাজত মুঠেই কুৰি দিনহে সময় আছিল। • কিন্তু, সেইবুলি বিয়াৰ কোনো বিষয়তে অলপো ত্ৰুটি হ'বলৈ নেপালে। দুই-এঘৰ যোত্ৰ থকা সম্ভাৱিক মানুহ। তাত বাজেও, দেশ এতিয়াৰ দৰে টোকোনা নাছিল ; সকলোবোৰ বস্তু সুকলমে আৰু সস্তাতে পাবলৈ আছিল ; সকাম-নিকামত বহুত বস্তু ধন নভৰাকৈ বিনা মূল্যেই পোৱা গৈছিল। গতিকে, সেই কুৰিদিনৰ ভিতৰতে দুই ঘৰে ডাঙৰকৈ বিয়া পাতিব পাৰিছিল। দুই ঘৰতে সুপ্ৰচুলৰূপে, যথাযোগ্য উৎসৱ আৰু সমাৰোহেৰে সুকলমে বিয়া সম্পন্ন হৈ গ'ল।

দৰা-কন্যা দুই ঘৰ নগৰৰ প্ৰসিদ্ধ মানুহ। গতিকে,

বিয়া স্থিৰ হ'লতে, তাৰ খবৰ নগৰত ফুটি-ফাটি গ'ল। সেই সৰু নগৰখনত বিয়াৰ কেইবা দিনৰো আগৰে পৰা এই বিয়াৰ বাবে তোলপাৰ লাগি পৰিছিল। বিয়াৰ দিনা বং চোৱা মানুহেৰে, প্ৰথমে দৰাৰ আৰু পাচত কন্যাৰ ঘৰত বাৰীয়ে-চোতালে গোটেইখনত নধৰা হৈছিল। দৰা ঘৰত দৰা সজাওঁতে, জাকে জাকে জুম বান্ধি মানুহে দৰা সজোৱা চাইছিলগৈ। তাৰে, মাইকী মানুহৰ জুম এটাত সোমাই লৈ, ৰাধিকায়ো মনে মনে দৰা সজোৱা চাই আছিল। কৃষ্ণই কিন্তু তাক ক'ব নোৱাৰে।

## ৰাধীৰ বিপদ

কৃষ্ণৰ ১৯ বছৰ বয়সত বিয়া হৈ গ'ল। তেতিয়া ৰাধীৰ বয়স প্ৰায় ১৫ বছৰ। সেই বিয়াৰ অলপ দিনৰ পাচতে, ৰাধীৰ মাক-বাপেকে ৰাধীৰো বিয়াৰ ঠিক কৰিলে; দৰা সেই নগৰতে থকা ৰামভজন পাড়ে। হিন্দুস্থানৰ পিয়ল মতে ৰাধীৰ বিয়াৰ বয়স কোনোৱা কাহানিয়েই চৰি গ'ল। তাৰ মানুহ, কম বয়সীয়া ছোৱালী বিয়া দিয়াত, অসমীয়া বামুণতকৈও এখোপ চৰাহে। কিন্তু ৰঘুনন্দনৰ দৰে বিদেশত নিগাজীকৈ বহা মানুহে সেই নিয়ম মতে চলিব নোৱাৰে; কিয়নো তেনে মানুহ লেখত সৰহ নোহোৱা গুণে, ছোৱালী দিবলৈ যোগ্য দৰা বেগত পোৱা নেযায়। পালৰ সোঁত আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ হেঁচাত, মানুহৰ সামাজিক নিয়ম-কাৰণবো পৰিবৰ্তন নঘটি নোৱাৰে। আমাৰ অসম দেশতে, ১১।১২ বছৰতে ছোৱালী বিয়া দিয়া প্ৰথাটোৰ বান্ধ নানা কাৰণৰ বাবে আগতকৈ ঢিলা-সোলোকা হৈ আহিছে।

ৰঘুনন্দনৰ দৰেই, ৰামভজনইতো অসমতে নিগাজীকৈ থকা মানুহ। তেওঁলোকৰ অৱস্থাও ৰঘুনন্দনৰ দৰেই মধ্যবিত্ত শ্ৰেণীৰ। ৰামভজন উদাৰ মনৰ আৰু সকলো পক্ষে ৰাধীৰ সুযোগ্য পাত্ৰ আছিল। তেওঁ দেৱ-নাগেৰী আৰু অসমীয়া লিখা-পঢ়া এক প্ৰকাৰ ভালকৈয়ে জানিছিল, আৰু ইংৰাজী স্কুলতো কেই শ্ৰেণীমান পঢ়িছিল। তাৰ বাহিৰে, তেওঁ জ্যোতিৰ্বিদ্যাৰো অলপ জানিছিল। তেওঁলোকৰ ঘৰ পূৰ্বে ৰঘুনন্দনৰ ওচৰতে আছিল; অলপ দিনৰ আগতে মাথোন তেওঁলোক নগৰৰ আন এঠাইত বহিলগৈ। সৰুতে, ৰাধী আৰু ৰামভজন দুয়ো একেলগে খেমালি কৰা মানুহ। ৰাধীৰে সৈতে তেওঁৰ বিয়া হ'ব খোজাত, ৰামভজনে মনে মনে নথৈ সন্তোষ পাইছিল। আগৰে পৰাও ৰাধীক বিয়া কৰিবলৈ তেওঁৰ মনত বৰ প্ৰবল অভিলাষ আছিল।

ৰাধীৰ হৃদয়ত কিন্তু কৃষ্ণৰ প্ৰতিমূৰ্তি এনে থিতাপীকৈ বহিছিল যে তাক মচি পেলাই, তাত আন কাৰবাক স্থাপন কৰা সম্পূৰ্ণ অসম্ভৱ। তেনে অৱস্থাত, ৰামভজনত বিয়া সোমালে, ৰাধীয়ে তেওঁক মাত্ৰ প্ৰৱঞ্চনা কৰাহে হ'ব। অকল ৰামভজনৰ পক্ষৰপৰা চাবলৈ হ'লেও, ৰাধীয়ে তেওঁক তেনে প্ৰৱঞ্চনা কেতিয়াও কৰিব নেপায়; ইফালে মনৰ কথাও কাকো ভাঙি ক'ব নোৱাৰে।

এনে অৱস্থাত অনেক ছোৱালীয়ে পানীত পৰাৰ বা বিহ খোৱাৰ, নতুবা কাপোৰত কেৰাচিন তেল ঢালি জুই লগোৱাৰ কথা ভাবিলেহেঁতেন। ৰাধী কিন্তু ডাঠ মনৰ ছোৱালী। দুখ-দুৰ্গতি, বিপদ-আপদ, আহকাল-জঞ্জাল, নিৰাশা-নিষ্ফলতা,—এইবোৰ মানুহৰ নিত্য-নৈমিত্তিক ঘটনা। তাৰ ভয়ত আত্মহত্যা কৰি, পৰমেশ্বৰৰ অমূল্য দান এই মানৱী জীৱনটো মানুহে আপোন হাতে বিনষ্ট কৰিব নেপায়। তেনে কৰাটো অকল কাপুৰুষালিয়েই নহয়, দুৰন্ত পাপৰ কামো বুলি ৰাধীয়ে ভালকৈ জানিছিল।

কি কৰিব, কি নকৰিব একো উপায় নেপাই, ৰাধী মহা বিপদত পৰিল। ইফালে বিয়াৰ দিনো ক্ৰমে ওচৰ চাপি আহিল। দৰা-কন্যা দুই ঘৰতে বিয়াৰ আয়োজন হ'বলৈ ধৰিলে। বিয়াৰ সম্বাদ নগৰৰ হিন্দুস্থানী সমাজত ৰাষ্ট্ৰ হৈ পৰিল। বিয়ালৈ মাত্ৰ আৰু পোন্ধৰ দিন আছে। দুই ঘৰৰ পৰিয়ালবৰ্গ

উল্লসিত হৈ উঠিল, বিষাদিত হৈ থাকিল অকল ৰাধী। বিয়াৰ নিমিত্তে হোৱা সকলোবোৰ কথা-বাৰ্ত্তা আৰু আয়োজনে ৰাধীৰ হৃদয়ত শূলে বিন্ধাৰ দৰে বিন্ধিবলৈ ধৰিলে। দুৰ্খোৰ অশান্তিত ৰাধীৰ গাত মহা চাটি-কুটি লাগিল।

## ৰামভজনৰ মহত্ত্ব

বহুত ভাবি-চিন্তি চাই, ৰাধীয়ে এবাৰ ৰামভজনক বিৰলে দেখা কৰিবলৈ শেহত স্থিৰ কৰিলে; আৰু সুবিধা বুজি সুকঙা উলিয়াই লৈ, এদিন তেওঁক অকলশৰে লগ পালে। তেওঁলোকৰ তেতিয়াৰ কথা-বাৰ্ত্তাৰ গোটেই বিৱৰণ তলত দিয়া হ'ল:

ৰাধী—এনে সময়ত তোমাক লগ পাব খোজাত, তুমি চাগৈ নিশ্চয় আচৰিত হৈছা।

ৰাম—অলপ আচৰিতো হৈছোঁ, আৰু নথৈ সন্তোষো পাইছোঁ।

ৰাধী—লগ নেপালে নহয়। সেইদেখি লাজ-কাজ কাতি কৰি তোমাক লগ ধৰিছোঁ।

ৰাম—বাৰু, তেন্তে কিয় লগ পাব খুজিছিলা, কোৱাঁ।

ৰাধী—কওঁ শুনা—তোমাৰে মোৰে আজিৰ চিনাকি নহয়। আমি একেলগে উমলিছিলোঁ; দুয়ো ককাই-ভনীৰ দৰে একেলগে উঠিছিলোঁ। এতিয়া ডাঙৰ হ'লতো মোৰ সেই ভাবেইহে আছে। তাৰ সাহতে, আজি ডাঙৰ বিপদত পৰি, তোমাৰ আশ্ৰয় বিচাৰি আহিলোঁ। এই বিপদত মোক ৰক্ষা কৰিম বুলি তুমি কথা দিয়াঁ।

ৰাম—কি কৰিব লাগে কোৱাঁ? সাধ্যৰ অতীত নহ'লে, তোমাৰ কথা নেৰাখিম কিয়?

ৰাধী—সাধ্যৰ অতীত কেতিয়াও নহয়; তুমি কৰোঁ বুলিলে ততালিকে কৰিব পৰা কাম; আৰু তাৰ পৰা মোৰে নহয়, তোমাৰো মঙ্গল হ'ব।

ৰাম—তেন্তে কোৱাঁ।

ৰাধী—তেনেহ'লে, তুমি কিবা এটা বুধিৰে এই বিয়াখন ভাঙি দিয়াঁ। তুমি ভাঙোঁ বুলিলে, ইয়াক আজিয়েই ভাঙিব পাৰা।

ৰাধীৰ কথাত ৰামভজন বিচূৰ্তি হ'ল। তেওঁ অলপ মৌন হৈ থাকি পাচত সুধিলে—কিয় ৰাধী, তোমাৰ মনত অকস্মাৎ এনে ভাব কিয় হ'ল?

ৰাধী—অকস্মাৎ নহয়: শুৱিবেপৰাই মোৰ এই ভাব। বিয়াৰ প্ৰস্তাৱ হ'বৰে পৰা মই ইয়াকেহে ভাবি আছোঁ।

ৰাম—তেন্তে তুমি আগেয়েই নক'লা কিয়?

ৰাধী—কাক ক'ম? মোক কোনেও সোধাও নাই; আৰু মই উপযাচি কোৱা হ'লেও কোনেও নুশুনে।

ৰাম—কিয়? সকবেপৰা আমাৰ এনে মিল যেতিয়া, তুমিনো অশান্তি হোৱাৰ কাৰণ কি?

ৰাধী—মই চিৰকালে যাক ককাই ভাবি আহিছোঁ, এতিয়া তাক স্বামী বুলিব নোৱাৰোঁ। এই বিয়াৰ পৰা আমাৰ দুইৰো দুৰ্খোৰ অশান্তি হ'ব। মোৰ গোটেই জীৱনটো মাটি হ'ব, জীৱনৰ মহাব্ৰত ভংগ হ'ব, আৰু তোমাৰো কোনোকালে সুখ নহয়। তুমি মোৰ পৰা পত্নী-প্ৰেম বোলা বস্তুটো নোপোৱা। তুমি মোৰ বৰ ককাই, মই তোমাৰ ভনীয়েৰা।

ৰাম—তোমাৰে মোৰে দৰে একেলগে উঠা আন কোনো ল'ৰা-ছোৱালীৰ জানো এনে বিয়া হোৱা নাই? অনেকৰ হৈছে, আৰু তাৰ পৰা সিঁহতৰ সুখেৰেও কাল গৈছে।

ৰাধী—লোকৰ হ'ব পাৰে, কিন্তু মোৰ নোৱাৰে। আটাই মানুহৰ মন একে নহয়। তোমাৰ স্বভাৱ মই নজনা নহওঁ। সদায় দেখি আহিছোঁ, তুমি উদাৰ মনৰ আৰু কথা শবকা শান্ত প্ৰকৃতিৰ মানুহ। কাকুতি কৰি মাতিছোঁ ককাইদেৱ, মোক চিৰকালে তোমাক ককাই ভাবকে কৰি থাকিবলৈ দিয়াঁ। তুমিও মোক সদায় ভনী বুলিয়েই মৰম কৰিবাঁ। তুমি এই বিয়া ভাঙি

দিয়াগৈ ; ভনীয়েৰাৰ এই কাতৰ অনুৰোধ ৰক্ষা কৰা, এয়ে তোমাৰ চৰণত মোৰ একান্ত প্ৰাৰ্থনা।

ৰামভজনে আৰু অলপ পৰ ভাবি ক'লে—সম্প্ৰতি বাৰু তুমি যোৱা। মই আজিটো ভাবি-চিন্তি চাই, কাইলৈ যি হয় এটা খাটাং সমিধান দিম।

ৰাধী—কাইলৈ তেন্তে তোমাক ক'ত লগ পাম ?

ৰাম—তাৰ বাৰু মই কিবা এটা দিহা কৰি তোমাক জানিব দিম।

ৰাধী—বাৰু, তেন্তে যাওঁ। কিন্তু মনত ৰাখিবা, মোৰ খাটনি নেৰাখিবলৈ হ'লে, মোক বধ কৰা হ'ব।

এইখিনি কথা-বাৰ্তাৰ পাচত, ৰাধী উদ্বিগ্ন মনেৰে গুচি গ'ল ; আৰু ৰামভজনেও গধুৰ মনেৰে, সেই ঠাই এৰি নিৰলে বহি লৈ, অকলৈ গুণিবলৈ লাগিলগৈ।

পাচদিনা ৰামভজনে ৰাধীলৈ এখন চিঠি লিখিলে, আৰু তাকে মনে মনে ৰাধীক দি আহিবলৈ বিশ্বাসী ল'ৰা এটাৰ হাতত পঠিয়াই দিলে। চিঠিখন এয়ে—

মৰমৰ ৰাধী,

তুমি কোৱা কথা ভালকৈ ভাবি চালোঁ। তুমিয়েই কালি কৈছিলা বোলে, আমি দুয়ো সৰুৰেপৰা মিলা-প্ৰীতিৰে একেলগে উঠিছিলোঁ। সেই মিলা-প্ৰীতিৰ বাবেই, এই বিয়াৰ প্ৰস্তাব হ'বৰেপৰা, মই নথৈ সন্তোষ পাইছিলোঁ ; আৰু ভাবিছিলোঁ বোলোঁ, তুমিও চাগৈ মোৰ দৰেই সন্তোষ পাইছা। তোমাক বিয়া কৰাই লৈ, ৰঙেৰে ঘৰ পাতি থাম বুলি মই পৰম আশা কৰিছিলোঁ।

কিন্তু, কালি তুমি কোৱা কথাখিনি ভাবি চাই দেখিলোঁ, মই বিয়া কৰাই তোমাক চিৰ জীৱনলৈ অশান্তিত পেলাবলৈ হ'লে, বৰ অনুচিত কাম কৰা হ'ব। তেনে কৰিলে, তুমি কোৱা দৰেই, মোৰ জীৱনত সুখ নহয়। এতেকে তোমাক গৃহলক্ষ্মীৰূপে আনি লৈ, সুখৰ ঘৰ পাতিবলৈ যি আশা কৰিছিলোঁ, তাক মই পৰিত্যাগ কৰিলোঁ। তোমাৰ অনুৰোধ অতি শীঘ্ৰে ৰক্ষা কৰা হ'ব।

এই বাবে তোমাক মই অকণো বেয়া পোৱা নাই, বৰং তোমাৰ শলাগহে লৈছোঁ। মোৰ মানত এতিয়াও তুমি মোৰ সেই আগৰ ভনীটি হৈয়েই থাকিবা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক, তোমাক সুখেৰে ৰাখক।

তোমাৰ মৰমৰ ককাইদেৰ

শ্ৰীৰামভজন।

পাচদিনা ৰামভজনৰ ঘৰৰপৰা ৰঘুনন্দনলৈ সম্বাদ আহিল বোলে, দৰাই আৰু কেইবা বছৰলৈকে ক'তো বিয়া নকৰাওঁ বুলিছে ; আৰু সেইবাবে এই বিয়া নহয় ; ৰঘুনন্দনে অন্য দৰাৰ সন্ধান কৰক। গতিকে বিয়া ভাগিল।

ইয়াৰ অলপ দিনৰ পাচতে ৰামভজন হঠাৎ এদিন নিৰুদ্দেশ হ'ল।

## সৌৰৱণ

বিয়াৰ দুমাহৰ পাচতে কৃষ্ণৰ এণ্ট্ৰেন্স পৰীক্ষা। কৃষ্ণই, সকলো কথালৈ পিঠি দি, এই দুমাহ অকল পঢ়াত লাগিল ; তাৰ পাচত, পৰীক্ষা দিবলৈ ডিব্ৰুগড়লৈ গ'ল। তেতিয়া যোৰহাটত পৰীক্ষাৰ কেন্দ্ৰ নাছিল। পৰীক্ষাৰ অন্তত ডিবুৰুতে কিছুদিন থাকি নগৰখন ভালকৈ চাই লৈ, আন ঠায়ো দুখন এখন চাওঁগৈ বুলি, তেওঁ উজনি ফালেও কিছুদিন ফুৰিলেগৈ। তাৰে এঠাইত অলপ গাৰ অসুখো হৈছিল। সাতে পাঁচে, কৃষ্ণ ঘূৰি আহি ঘৰ পাওঁতে বহুত পলম হ'ল। তাৰ অলপ পাচত বাতৰি আহিল বোলে, পৰীক্ষাত তেওঁ প্ৰথম বিভাগত পাছ হৈছে, আৰু কলিকতাত পঢ়িবলৈ মাহে ২০ টকাকৈ বৃত্তিও পাইছে।

পৰীক্ষাৰ সম্বাদ পায়েই, কৃষ্ণ কলিকতালৈ যোৱাৰ দিহা-পোৱাত ব্যস্ত হৈ পৰিল। লগত কি কি নিব তাৰ দিহা কৰিব লাগে ; কাৰ লগত যাব, তালৈ ভাল লগৰীয়া এজন বিচাৰি ঠিক কৰিব লাগে ; মাহী-পেহী, বন্ধু-বান্ধৱৰ ঘৰত মাত লগাবগৈ লাগে ; অনেকৰ ঘৰত

যাবলৈ মাতিছিল, তালৈকো যাব লাগে ; কৃষ্ণৰ সমূলি আজৰি নোহোৱাত পৰিল।

বিয়াৰে পৰা, কলিকতালৈ যাবলৈ ওলোৱালৈকে, কৃষ্ণৰ ৰাধীৰে দেখা-সাক্ষাৎ হোৱা নাই। কলিকতালৈ যোৱাৰ আগতে, মাত লগাবলৈ বুলি এদিন গৈও তেওঁ ৰাধীক লগ নেপালে। ৰাধী তেতিয়া কেইদিন মানলৈ মাকে সৈতে কেনিবা গৈছিল।

যথা সময়ত কৃষ্ণই কলিকতালৈ যাত্ৰা কৰিলে। তেতিয়া অসম বেংগল ৰেল নাছিল ; যোৰহাট ৰেলেৰে ককিলামুখলৈ গৈ, তাৰপৰা কলিকতালৈ ডাক জাহাজেৰে যাব লাগিছিল। কৃষ্ণ ৰেললৈ যাওঁতে, তেওঁ গম নোপোৱাকৈ বাটত লুকাই থাকি, ৰাধিকাই চাই আছিলগৈ। নিজে লুকাই চুৰকৈ কৃষ্ণক চাই ফুৰে, কিন্তু তেওঁক দেখা হ'লে নিদিয়ে। কৃষ্ণৰ বিয়াৰে পৰা ৰাধীয়ে এই ৰীতি ধৰিছিল।

এবছৰৰ মূৰত গৰমৰ বন্ধত কৃষ্ণ ঘৰলৈ আহিল। এই এবছৰে ৰাধীৰ কথা তেওঁৰ বৰকৈ মনত পৰা নাছিল। ঘৰলৈ আহি, হঠাৎ এদিন মনত পৰাত, তেওঁ ৰাধীৰ ঘৰৰ আলিয়ে গ'ল ; গৈ দেখে, বাৰী উদং, তাত ঘৰ-দুৱাৰ একো নাই। ওচৰ চুবুৰীয়াক সুধি বুজিলে, তেওঁ কলিকতালৈ যোৱাৰ কেইমাহ মানৰ পাচতে, গোটেই ঘৰ মানুহ শিৱসাগৰলৈ উঠি গ'ল।

কলেজীয়া বন্ধু এজনৰ বিয়াৰ লেচু লৈ, কৃষ্ণ কেইদিন মানৰ নিমিত্তে শিৱসাগৰলৈ গ'ল। তেতিয়া নগৰত আৰু তাৰ দাঁতিয়ে-কাষৰেও বুজ কৰি, ৰাধিকাৰ একো সন্ধান নেপালে। সেই চিন্তা এৰি দি কৃষ্ণ আকৌ কলিকতালৈ গুচি গ'ল।

## চেতনা

কৃষ্ণই কলিকতাত তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতেই এখেত ইফালে সুনন্দাৰ কেইদিনমান জ্বৰতে মৃত্যু হ'ল। বিয়া হৈছিল বুলিও, কৃষ্ণ আৰু সুনন্দা কোনেও কাকো দেখা নাছিল। সেই কালত, বিয়াৰ পূৰ্বে দৰাই ছোৱালী চোৱা নিয়ম যে নাছিলেই, বিয়াৰ পাচতো শান্তি কৰোৱা নহয় মানে, দৰা-কন্যাই কাৰো কোনেও মুখ দেখিবলৈ নেপাইছিল। দৰা কন্যাই, চিন ৰাখিবলৈকে হ'লেও, দুয়ো দুইকো দেখিব লাগে বুলি, তেতিয়াৰ মা নুহে নেভাবিছিল।

সুনন্দাৰ মৃত্যুৰ পাচত, কৃষ্ণলৈ অনেক ছোৱালী যাচিছিল, মাক-বাপেকেও বিয়া কৰাবৰ মন কৰিছিল। কিন্তু পঢ়া-শুনাৰ একেবাৰেই খটম নহয় মানে আকৌ বিয়া নকৰাও বুলি, কৃষ্ণ কোনো প্ৰস্তাৱতে সন্মত নহ'ল। মাক-বাপেকেও চালে, পুতেকৰ মনটো কিছু স্থিৰ হওক, আৰু ইতিমধ্যেই পঢ়া-শুনাৰো আৰু শেষ হওক, বিয়া লাহে লাহেও কৰা হ'ব।

কলিকতাত পঢ়ি-শুনি, যথাসময়ত বি. এল. পাছ কৰি কৃষ্ণ যোৰহাট নগৰত উকিল হৈ বহিলহি। সেই-কালত, যোৰহাটত উকিল নিচেই তাকৰ আছিল। তেতিয়া উকিলৰ প্ৰাপ্তিও সৰহ আছিল, আৰু ব্যৱসায়-টোও এতিয়াতকৈ অধিক সন্মানৰ আছিল। এনেয়ে স্থানীয় মানুহ, সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা, তাতে সু-শিক্ষিত সু-চৰিত্ৰৰ উৎসাহী ডেকা ; ওকালতিত সোমোৱাৰ প্ৰথম মাহৰে পৰা কৃষ্ণৰ সু-প্ৰচুৰৰূপে উপাৰ্জন হ'বলৈ ধৰিলে। মাক-বাপেকে দেখি নথৈ সন্তোষ পালে।

কৃষ্ণই ওকালতি কৰিবলৈ ধৰাৰ এবছৰৰ মূৰতে, তেওঁৰ মাক আৰু বাপেক দুইৰো মৃত্যু হ'ল। তেওঁলোকে অনেক স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ বাজে, বহুত নগদ টকাও পুতেকলৈ থৈ গৈছিল। পিতৃ-মাতৃৰ শ্ৰাদ্ধ বিধি যথা-যোগ্য ৰূপে সমাধা কৰি লৈ, কৃষ্ণই পুনাই বিয়া নকৰাও বুলি স্থিৰ কৰিলে। মাক-বাপেকৰ অবিহনত তেওঁ নিজেই নিজৰ হৰ্তা-কৰ্তা হোৱাত, এই কথাত তেওঁক হকা-বধা কৰোঁতা কোনো নাছিল। তেওঁৰ সৰুৰে পৰা সাহিত্য চৰ্চাত ৰতি আছিল। বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা পোৱাৰ লগে লগে, তেওঁৰ সাহিত্য স্পৃহাও ক্ৰমশঃ বাঢ়ি গৈছিল। তেওঁ আন সকলো ধান্দা এৰি

দি একান্ত মনেৰে অকল আইন আৰু সাহিত্য চৰ্চাত লাগি গ'ল; আৰু তাৰে কিবা ব্যাঘাত হয় বুলি, পুনৰ বিয়া কৰাই সংসাৰী নহ'বলৈ খাটাংকৈ থিৰাং কৰিলে।

আৰু এবছৰ মানৰ পাচত, কৃষ্ণ এদিন গধুলি অকলৈ ফুৰিবলৈ যাওঁতে, ঘূৰি-পকি অকস্মাৎ সেই আগৰ নৈ ঘাটত ওলালগৈ। অত দিন তেওঁ ৰাধীৰ কথা পাহৰি আছিল; কিন্তু সেই ঘাট পোৱা মাত্ৰে, আগৰ সকলোবোৰ কথা উজাৰ খাই তেওঁৰ মনত পৰিল। তেওঁ ভাবিলে, এই ঘাটতে নো ৰাধীৰে সৈতে কত কথা-বাৰ্তা হৈছিলোঁ, সেই কথা-বাৰ্তাত কিমান তৃপ্তি পাইছিলোঁ; ইয়াতে কতদিন আগধৰি আহি ৰাধীলৈ বাট চাই বহি আছিলোঁ; দুইৰো দুইলৈ কিমান আগ্ৰহ আছিল। ৰাধীয়ে যে এদিন তেওঁৰ চাবোনডোখৰ খুজি নিছিল, আৰু তাকে নিওঁতে যিবোৰ কথা কৈছিল, আৰু সেইদৰেই আন আন দিনো প্ৰেমৰ নিদৰ্শন থকা যি যি কথা কৈছিল, যেনে যেনে আচৰণ কৰিছিল, সেই আটাইবোৰলৈ তেওঁৰ মনত পৰিল। এই সকলোবোৰ কথা ভাবি-গুণি চাই, কৃষ্ণই সেইদিনাহে স্পষ্টকৈ বুজিব পাৰিলে যে, ৰাধীৰ মনত তেওঁলৈ প্ৰবল আসক্তি আছিল।

তাৰ পাচত কৃষ্ণই নিজৰ কথাও ভাবি চালে। ৰাধীক দেখা পাবলৈ, ৰাধীৰে কথা হ'বলৈ তেওঁৰ কিয় তেনেদৰে ভাল লাগিছিল? ৰাধীক লগ পাবলৈ এই ঘাটলৈকে তেওঁ তেনেদৰে কিয় আহিছিল? তেওঁৰ মনত ৰাধীলৈ তেনে প্ৰশংসাৰ ভাব, তেনে আগ্ৰহ কিয় জন্মিছিল? কলিকতালৈ যাবৰ সময়ত তেওঁ ৰাধীক মাত লগাবলৈ কিয় গৈছিল, আৰু লগ নেপাই বেজাৰ পাইছিল কিয়? কলিকতাৰপৰা প্ৰথমবাৰ ঘূৰি আহি তেওঁ কিয় ৰাধীৰ ঘৰ চাবলৈ গৈছিল? ৰাধীক বিচাৰি শিৱসাগৰলৈ গৈছিল কিয়?—এইবোৰ সকলো কথা তেওঁ পুংখানুপুংখকৈ ভাবি চালে। তেওঁৰ গা বোমাঞ্চিত হ'ল। তেওঁ সেই মুহূৰ্ত্ততেহে প্ৰথম বুজিব পাৰিলে যে, ৰাধিকালৈ তেওঁৰ প্ৰকৃততে প্ৰেমৰ ভাব হৈছিল; আৰু সেয়ে তেওঁৰ জীৱনত প্ৰেমৰ প্ৰথম সঞ্চাৰ। তাৰ আগে-পাচে আৰু কেতিয়াও তেওঁৰ মনত কাৰোলৈ তেনে ভাব হোৱা নাই।

কৃষ্ণই ঘাটৰ বননিত বহি, বহু পৰলৈ আকাশ-পাতাল অনেক ভাবিলে। সেইদিনা পূৰ্ণিমা আছিল। ৰাতি বহুত হ'ল; তালৈ তেওঁৰ কাণসাৰ নাই। হঠাৎ এবাৰ টোপনিৰপৰা সাৰ পোৱাৰ দৰে চকু খাই, জোনৰ পোহৰত হাতৰ ঘড়িত চাই দেখিলে, ৰাতি ১১ বাজিল। তেওঁ তেতিয়া ঘৰলৈ খোজ ললে।

## সভাৰামৰ বাহাদুৰি

ওপৰত কোৱা ঘটনাৰ দিনাৰে পৰা, কৃষ্ণক দুৰ্ব্বোৰ অশান্তিয়ে পালে। ৰাধী ক'লৈ গ'ল, বা জীয়াই আছে নে নায়েই, এই চিন্তায়েই তেওঁক অধীৰ কৰিলে। যদিহে কেনেবাকৈ জীয়াই আছে, তেন্তে এবাৰ দেখা পাবলৈ তেওঁৰ মন উত্ৰাৱল হ'ল। যৰে তৰে পশ্চিমীয়া মানুহ দেখিলেই তেওঁ ৰঘুনন্দনৰ বাতৰি সোধে; কিন্তু কাৰো পৰা একো সন্ধান নেপায়।

এনেতে, কৃষ্ণই ন-কৈ এটা মোকৰ্দ্দমা পালে। এই গ্ৰন্থৰ ৮ম ছেদত কৈ অহা সভাৰামৰ কথা পাঠকৰ মনত থাকিব পায়। সি এদিন এঘৰ মানুহলৈ গৈছিল। উভতি যাবৰ বেলিকা, গৃহস্থ বিদায় দি ভিতৰ সোমাল। তামোল খাবলৈ দিয়া কাঁহৰ বটাটো বাহিৰতে থাকিল। বটাটো দেখিবলৈ ধুনীয়া আছিল। সেয়ে কেনেবাকৈ সভাৰামৰ হাতত লাগি গ'ল। পাচত বটা নেপাই, গৃহস্থই সভাৰামৰ ওপৰত চোভা আছে বুলি থানাত সম্বাদ দিলে। পুলিচে তুৰন্তে তদন্ত কৰি সভাৰামৰ ঘৰত বটা পাই, তাক চোৰ বুলি চালান দিলে। এই গোচৰতে সি কৃষ্ণক উকিল ধৰিলেহি।

কৃষ্ণই তাক আগেয়ে চিনি নেপায়, আৰু তাৰ স্বভাৱ-চৰিত্ৰৰ কথাও একো নেজানে; কিন্তু আহাৰি

বাধীহঁত যোৰহাটত থকা কালতে, সুবাৰ কি এবাৰ তাক বাধীৰ ঘৰলৈ অহা-যোৱা কৰা দেখিছিল। সেই দেখি, তেওঁ তাক সুধিলে বোলে, "তাহানি তোমাক দুদিন কি এদিন ৰঘুনন্দনৰ ঘৰলৈ যাবৰ দেখিছিলোঁ। সেই মানুহটো এতিয়া ক'ত আছে কিবা জানানে? তাক এবাৰ লগ পাবৰ মোৰ আৱশ্যক আছিল। মানুহটো ক'লৈ গ'ল, তাৰ একো ঠিকনা নেপালোঁ।" সভাৰামে বোলে, "মই হওঁতে সম্প্ৰতি নেজানো; কিন্তু আপোনাক লগা হ'লে সম্বাদটো আনি দিব পাৰিম। ই একো ডাঙৰ কথা নহয়।"

সভাৰামৰ কথাত ৰং পাই কৃষ্ণই ক'লে—এৰা, খবৰটো আনি দিব পাৰিলে বৰ উপকাৰ মানিম। তাৰ বাবে, তোমাক যি হয় অলপ বটাও দিম। সভাৰামে বোলে—মই খবৰ আনি দিব পৰাটো সঠিক বুলি মানিব। তাৰ হে মোক একো বটা-বকচিচো নেলাগে; মাত্ৰ এই গোচৰখনত আপোনাৰ ফীজৰ কথাত মোৰ যেন মুখলৈ চাব; অকল সেযে হ'লেই হ'ব। তেতিয়া কৃষ্ণই গোচৰৰ বাবে সম্প্ৰতি ফীজ দিব নেলাগে বুলি ক'লে। সভাৰামেও গোচৰ ছিগিলেই, ৰঘুনন্দনক বিচাৰি যাবলৈ গাত ল'লে।

গোচৰত অনেক প্ৰবন্ধ কৰি, কৃষ্ণই সভাৰামক সকৰাই দিলে। তাৰ দুই-এদিনৰ মূৰতে, সি কৃষ্ণক ক'লেগৈ বোলে, মই এতিয়া আপোনাৰ কামলৈ ওলাইছোঁ। যোৰহাটত মই নিবিচাৰোঁ; ৰঘুনন্দন যোৰহাটত থকা হ'লে, অতদিন লুকাই থাকিব নোৱাৰে। মই সেইদেখি দূৰতহে বিচাৰিমগৈ। সম্প্ৰতি বাক ডিবুৰুৰ কাললৈকে যাওঁ। পাচে, তালৈকে মাত্ৰ বাট খৰচৰহে জোৰা মৰা নাই। কৃষ্ণই বোলে, বাট-খৰচ তুমি কিয় ভাবিব লাগিছে? ইয়াকে কৈ তেওঁ তাক খৰচলৈ বুলি ৫০ টকা কণ দিলে।

কুৰি দিনমানৰ মূৰত কৃষ্ণই ডাকত এখন চিঠি পালে। তাত সভাৰামে দিগবৈৰ পৰা লিখিছে বোলে মই ডিব্ৰুগড়ৰে পৰা এই অঞ্চলত বিচাৰ কৰি, শেহত দিগবৈত আহি খাটাংকৈ খবৰ পাইছোঁ ৰঘুনন্দন মণ্ডলদৈ অঞ্চলত আছেগৈ; তাক তাত দেখি অহা মানুহে কৈছেহি। এতেকে মই কাইলৈকে যোৰহাটলৈ উভতি যাম। তাত আপোনাক লগ পাই, মণ্ডলদৈলৈ যামগৈ।

আচলতে সভাৰামে ঘৰৰ পৰা ক'লৈকো খোজকে লৰোৱা নাছিল। কৃষ্ণৰপৰা কণ লৈ সি মনে মনে ঘৰতে সোমাই আছিলগৈ। তাৰ সংগৰ দুষ্ট এটাই দিগবৈত কাম কৰি থাকি, ছুটী লৈ ঘৰলৈ আহিছিল। সভাৰামে, চিঠিখন পাচৰ ভাৰিখ লগাই লিখি তাৰ হাতত দি পঠিয়াইছিল। সিয়েইহে সেই চিঠি নি, দিগবৈৰ ডাকঘৰত দিছিলগৈ।

কৃষ্ণই সেই চিঠি পোৱাৰ ৩।৪ দিনৰ পাচতে, সভাৰামে তেওঁক লগ পালেহি; আৰু এইবাৰ তেওঁৰ হাতৰপৰা আৰু ৩০ টকা কণ লৈ, মণ্ডলদৈলৈ যাওঁ বুলি গুচি গ'ল। সেইদিন ধৰি আৰু কৃষ্ণই তাক দুনাই লগ নেপালে। সি মণ্ডলদৈলৈ নগৈ, সেই ৩০ টকাকে বাট খৰচ লৈ দিগবৈ পালেগৈ, আৰু তাত কাম কৰি থকা তাৰ সেই পুৰণি সংগীৰ লগতে কিবা এটা কামত সোমালগৈ।

## ব্যৰ্থ চেষ্টা

কৃষ্ণই ভাবি চালে, বাধী আছে যদি ক'তনো আছে, তাৰ ভালকৈ বিচাৰ কৰিব লাগে। নিজৰ দেশ এৰি অসমলৈ উঠি অহা ৰঘুনন্দনৰ দৰে মানুহ আকৌ হিন্দুস্থানলৈ উভতি নেযায়। কাৰণ তেনেখোৰ মানুহৰ নিজা দেশত মাটি-বাৰী বা জীৱিকাৰ উপায় প্ৰায়েই একো নেথাকে। ৰঘুনন্দনহঁত আছে যদি, অসমৰহে ক'ৰবাত থাকিব পায়। সেইদেখি, অসম গোটেইখনতে, বিচাৰি চাবলৈ তেওঁ দৃঢ় সংকল্প কৰিলে।

মাজুলীত থাকি, ৰঘুনন্দন মাষেৰে পশ্চিমীয়া মানুহ এটাই মাহ-সৰিয়হৰ বেপাৰ কৰা বুলি শুনি, কৃষ্ণই

তালৈ মানুহ পঠিয়াই বিচাৰ কৰালে ; কিন্তু মানুহটো পোৱা গ'লত দেখিলে ; যি তেৱাৰী নহয়, ৰঘুনন্দন নামৰ তেলীয়া এটাহে। তেতিয়া তেওঁৰ মনত খেলালে বোলে ৰঘুনন্দন সদায় নগৰত থকা মানুহ, আৰু তাৰ যিটো ব্যৱসায়, সিও নগৰতেহে চলে, গাঁৱলীয়া ঠাইত নচলে। গতিকে সি নগৰ এৰি আন ঠাইত নেথাকেগৈ। সেই দেখি তেওঁ গাঁৱলীয়া ঠাইবোৰ এৰি অকল নগৰ-বোৰতহে বিচাৰ কৰাবলৈ থিৰাং কৰিলে।

ডিব্ৰুগড়ৰপৰা ধুবুৰীলৈকে ব্ৰহ্মপুত্ৰৰ দুইফালৰ কেউখন নগৰতে বিচাৰ কৰা হ'ল। কোনো ঠাইলৈ কৃষ্ণ নিজে গ'ল, আৰু কোনো ঠাইত বিশ্বাসী মানুহ পঠিয়াই বিচাৰ কৰালে। এই কামত তেওঁৰ ভালেখিনি ধন ভগন হ'ল ; কিন্তু তাৰপৰা একো গুণ নধৰিলে ; তেওঁ বিচৰা বাতৰি কৰোপৰা পোৱা নগ'ল। অকল গুৱাহাটী নগৰ বাকী আছিল ; তালৈ তেওঁ নিজে গ'ল। তাত অনেক বিচাৰ-খোচাৰ কৰি শেহত শুনিলেগৈ, শ্বিলঙলৈ যোৱা বাটৰ দাঁতিত ৰঘু নামেৰে পশ্চিমীয়া মানুহ এটা আছিল হয়। সি কৰবাৰ পৰা উঠি আহি তাত আখৈ চিৰা আদিৰ দোকান দিছিল। তাৰ লগত তিনিজনী কি চাৰিজনী তিৰোতা মানুহো আছিল। নামটোহে 'ৰঘুনন্দন' নে 'ৰঘুনাথ' আৰু কোনোৰে 'ৰঘুনন্দন' আৰু কোনোৰে 'ৰঘুনাথ' বুলিলে। পাচে বোলে অলপ দিনৰ আগতে মাউৰত পৰি মানুহ গোটেই ঘৰ তেনেই উজাৰ হ'ল। মানুহকেইটাৰ গঢ়-পিট আৰু অন্য বিৱৰণৰ কথা শুনিও, কৃষ্ণই তেওঁ বিচাৰি যোৱা মানুহেৰে মিল পালে। তেতিয়া সেয়ে তেওঁ বিচৰা ৰঘুনন্দনৰ পৰিয়াল বুলি বুজিবলৈ তেওঁৰ একো বাকী নেথাকিল।

এই সম্বাদ পাই কৃষ্ণ মৰ্মাহত হৈ পৰিল। তেওঁৰ ৰাধী আৰু ইহ জগতত নাই ; ৰাধী চাগৈ কিমান বেজাৰেৰে মৰিল। ৰাধীৰ কিজানি তেওঁৰ স্মৃতিকে বুকুত বান্ধি দুখ-কষ্টতেই দিন গ'ল! কৃষ্ণই ভাবিলে, যদিহে সেয়ে হ'ল, তেন্তে ৰাধীৰ সেই দুখ-দুৰ্গতিৰ বাবে তেৱেঁইহে জগৰীয়া ; কাৰণ পূৰ্বেই তেওঁ দোকানে নৈ ঘাটে তেনেদৰে দেখা দি নুফুৰা হ'লে, বা ৰাধীয়ে কথা-বাৰ্তা আৰু আচৰণত দেখুউৱা প্ৰেমৰ নিদৰ্শনবোৰ তেওঁ বুজিব পৰা হ'লে, ৰাধীৰ তেনে গতি হ'ব্বলৈ কেতিয়াও নেপালেহেঁতেন। ৰাধীৰ দুখ-কষ্টৰ তেৱেঁইহে ঘাই কাৰণ, এই কথা অনুমান কৰি তেওঁ অতিশয় শোকাকুল আৰু অনুতপ্ত হ'ল। আকৌ ভাবি চালে, তেওঁ অনুমান কৰা কথা কিজানি মিছাই ; ৰাধীৰ কিজানি তেওঁ ভবাৰ দৰে মনত বেজাৰ বা দুখ-কষ্ট হোৱা নাছিলেই ; কিজানি ৰাধীয়ে বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ পাতিয়েই থাই আছিল। কিন্তু তেতিয়াহ'লে বেলেগে নেথাকি মাক-বাপেকৰ লগত থাকিব কিয় ? এইবোৰ কথাৰ চয়-নিশ্চয় বুজিবৰো একো উপায় নাই। ইয়াৰে ভাবনা-চিন্তাই কৃষ্ণক তেনেই বিবুদ্ধি আৰু বিচেষ্ট কৰি তুলিলে।

গুৱাহাটীত এই সম্বাদ পাই আহি ৰাধী মৰিল বুলি নিশ্চয়কৈ বুজি, কৃষ্ণই দুনাই বিচাৰ-খোচাৰ কৰিবলৈ এৰি দিলে। কিন্তু তেওঁৰ অশান্তি আগতকৈও অনেক গুণে চাৰ হ'ল। দুৰ্জয় বেজাৰ আৰু নিৰাশাই তেওঁৰ জীৱন তেনেই বিষাদিত কৰি পেলালে। কাম-কাজ একোতে তেওঁৰ আগৰ দৰে মন নপৰা হ'ল। ওকালতি আৰু সাহিত্য চৰ্চাৰ কামতো তেওঁৰ বিৰাগ জন্মিল। তেওঁ দুখে-বেজাৰে নিৰাশ মনেৰে কোনো মতে দিন নিয়াবলৈ ধৰিলে।

### ভ্ৰমণ

মনৰ দুখ-বেজাৰ আৰু অসুখ-অশান্তিত এইদৰেই ছমাহ মান যোৱাৰ পাছত, কেনেবাকৈ অলপ শান্তি পাওঁ বুলি, কৃষ্ণই কিছুদিন দূৰত ফুৰি-চাকি আহিবলৈ ওলাল। তেওঁ প্ৰথমতে পৰশুৰাম কুণ্ডলৈ গ'ল, আৰু তাৰপৰা ঘূৰি আহি গুৱাহাটীৰ পঞ্চতীৰ্থ দৰ্শন কৰি, ভাটীৰ গংগা গয়া কাশী প্ৰয়াগ মথুৰা বৃন্দাবন আৰু শ্ৰীক্ষেত্ৰ আদি তীৰ্থও কৰিলেগৈ। প্ৰতি তীৰ্থতে ১০।১৫ দিনকৈ থাকি, চাবলগীয়া সকলোবোৰ ঠাই-ঠুই ওঁেত চালে

চিন্তিলে, আৰু তাত কৰিবলগীয়াকাম-কাজো যি হয় কৰিলে। এই পৱিত্ৰ তীৰ্থস্থানবোৰৰ কোনোখনত পাণ্ডাসকলে যাত্ৰী থাকিবৰ নিমিত্তে যেনেবোৰ কদৰ্য আৰু অস্বাস্থ্যকৰ ঘৰৰ দিহা কৰি থয়, তাক দেখিহে তেওঁ বৰ আঁচৰিত হ'ল। তেওঁ তেনেবোৰ ঘৰত নেথাকি নিজে অন্য ব্যৱস্থা কৰি লৈছিল।

গয়াত পিতৃ-মাতৃৰ পিণ্ডদান কৰি তেওঁ বৰ তৃপ্তি পালে। কাশীত দিনৌ পুৱা গংগাস্নানৰ অন্তত বিশ্বেশ্বৰ অন্নপূৰ্ণা দৰ্শন কৰি, আবেলি দশাশ্বমেধ ঘাটত নানা বিধ ধৰ্মশাস্ত্ৰৰ আলোচনা শুনি, আৰু গধূলি বেদজ্ঞ তেজস্বী ব্ৰাহ্মণসকলে বিশ্বেশ্বৰৰ আৰতি কৰা চাই, তেওঁৰ বৰ ভাল লাগিল। হৰিদ্বাৰলৈ গৈও তাৰ সু-নিৰ্মল গংগা প্ৰবাহত দিনৌ স্নান কৰি, তেওঁ মনত সন্তোষ পালে।

বৃন্দাবনৰ ৰাধাকুণ্ডত সোমাই, তেওঁৰ ৰাধিকাৰ কথা সুঁৱৰি, তেওঁৰ মন প্ৰথমতে কিছু অস্থিৰ লাগি-ছিল। কিন্তু, সেই পুণ্যময় স্থানৰ মাহাত্ম্যৰ গুণত, সেই অস্থিৰতা সৰহ পৰ থাকিব নোৱাৰিলে। অলপ ফুৰা-চকাৰ পাচতে, চিৰ শান্তিময়, শ্ৰীবৃন্দাবনৰ শান্তিৰ ভাবে তেওঁৰ মনতো প্ৰভাৱ বিস্তাৰ কৰিলে।

শ্ৰীক্ষেত্ৰত সদায় গধূলি জগন্নাথ দৰ্শন কৰি তেওঁ নথৈ তৃপ্তি লাভ কৰিছিল; আৰু জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে হাতৰ মহাপ্ৰসাদ ভক্ষণৰ উদাৰ প্ৰথা দেখি চমৎকৃত হৈছিল। সদায় পুৱা আৰু আবেলি সাগৰৰ পাৰত বহি দিগন্তব্যাপী জলনিধিৰ গম্ভীৰ সৌন্দৰ্য চাই, তেওঁ আপোন হৃদয়ৰ অসুখ-অশান্তিও পাহৰিব পৰিছিল, আৰু সৃষ্টিকৰ্তাৰ অচিন্ত্য মহিমা স্মৰণ কৰি অতিশয় বিস্ময় মানিছিল।

এই চলতে কৃষ্ণই দিল্লী আৰু আগ্ৰাত সোমাই কটেপুৰ চিকৰিবে সৈতে ফুৰি-চাকি, শক্তিশালী মোগল সম্ৰাটসকলৰ অক্ষয় কীৰ্তিৰ বিচিত্ৰ চিনবোৰো চালেগৈ। আৰু বোম্বাই মাদ্ৰাজ লক্ষ্ণৌ লাহোৰ আদি ভাৰতৰ ডাঙৰ ডাঙৰ নগৰবোৰ চাই আহিল। দিল্লীত কুতুৱ স্তম্ভ চাবলৈ গৈ, তাহানিৰ হিন্দু মন্দিৰবোৰ ভাঙি আনি তাৰ শিলেৰে সজোৱা ঘৰটো দেখি, তেওঁৰ গা শিয়ৰি উঠিল। আগ্ৰা নগৰত যমুনাৰ পাৰত, ধৱলগিৰিৰ দৰে শুভ্ৰ গগনভেদী আৰু সুগম্ভীৰ তাজমহলে, পৰম প্ৰেমিক চাজাহান বাদচাৰ অগাধ প্ৰেমৰ কথা সোঁৱৰাই তেওঁৰ মন বিভোল কৰিলে।

এইদৰে বহু ঠাইত ফুৰি-চাকি, মন কিছু পাতল লাগিলত, ছমাহমানৰ মূৰত কৃষ্ণ ঘৰলৈ উভতিল।

কাশীৰ মণিকৰ্ণিকা ঘাটত এদিন তেওঁক এজন জটা-জুটধাৰী সন্ন্যাসীয়ে লগ পাইছিল। সন্ন্যাসীয়ে অলপ পৰ তেওঁৰ মুখলৈ চাই থাকি ক'লে বোলে, "তোমাৰ মনত কিবা এটা অশান্তি আছে। কিন্তু চিন্তা নকৰিবা, তোমাৰ ললাটত শান্তিৰেখা ওলাইছে; অচিৰতে অশান্তি দূৰ হ'ব।" কৃষ্ণই চালে তেওঁৰ অশান্তি ৰাধীৰ কাৰণে; মৰা ৰাধীও উভতি নাহে, আৰু তেওঁৰ অশান্তিও দূৰ হ'ব নোৱাৰে। ফন্দিয়ক ফকিৰ-ফকৰাই ধন সৰকাবৰ ফিকিৰেৰে মানুহক এনেবোৰ কাঁকিৰ কথা কৈ ফুৰে। তেওঁ সন্ন্যাসীৰ কথা মুঠেই নপতিয়ালে। তেওঁ ক'লে—বাবাজী, মানুহৰ মুখ দেখি, মনত অশান্তি থকা বুলি অনুমান কৰা, টিমক মানুহৰ পক্ষে টান নহয়; বিশেষতঃ প্ৰায় সকলো মানুহৰ এটা নহয় এটা কিবা অশান্তি থাকেই। কিন্তু তুমি অসম্ভৱ কথা কৈছা; মোৰ অশান্তি দূৰ হ'বৰ কোনো বাট নাই।

সন্ন্যাসীয়ে উত্তৰ দিলে—ভগৱানৰ কথা ভগৱানে কৰিব; তেওঁ কেতিয়া কেনেকৈ কি কৰে, তাক কোনেও ক'ব নোৱাৰে।

## সম্বাদ

ছমহীয়াকৈ দেশে-বিদেশে ফুৰি আহি, কৃষ্ণই মনটো অলপ পাতল পালে। তেতিয়া তেওঁ লাহে লাহে আকৌ আগৰ কাম-কাযত ধৰিলে। তেওঁ ঘূৰি অহাৰ কেইমাহ মানৰ পাচতে শিৱৰাত্ৰি পূজা পৰিল।

শিৱৰাত্ৰিৰ দিনা তেওঁ দেৰৰ গাঁৱৰ শিৱ দৌল সেৱা কৰিবলৈ গ'ল। দেৰৰ গাঁৱৰ শিৱ দৌল এখন প্ৰসিদ্ধ পুৰণি দেৱালয়; যোৰহাটৰ পৰা তালৈ প্ৰায় ষোল মাইল।

দেৰৰ গাঁৱৰ নেঘেৰিটিং চাহ বাগিচাৰ ওচৰৰ গেলাবিল নৈৰ দাঁতিত, কৃষ্ণই ৰাধীৰ ভনীয়েক ৰুক্মিণীক লগ পালে। ৰুক্মিণী তাবে এটা হিন্দুস্থানী দোকানীত পৰিছিল। দোকানে-পোহাৰে, গাড়ীয়ে-গুড়াই, গৰুৱে-গায়ে তাৰ অৱস্থা ভাল আছিল। ৰুক্মিণীক লগ পাই, গুৱাহাটীত শুনি অহা কথাৰ অঠিক দেখি; কৃষ্ণৰ মনত অলপ আশাৰ সঞ্চাৰ হ'ল। ৰুক্মিণীয়ে তেওঁক ঘৰলৈ মাতি নি বহুৱাই, তামোল-ছালি দিলেগৈ। কুশল-মংগল সোধাৰ পাচত দুয়ো আন কথাও পাতিলে। তেতিয়া ৰুক্মিণীৰ মুখে সিহঁতৰ ঘৰৰ যি সম্বাদ পালে, অক তলত চমুকৈ দিয়া হ'ল :

কৃষ্ণ কলিকতালৈ যোৱাৰ কেইমাহমানৰ পাচতে, ৰঘুনন্দনহঁত, যোৰহাটৰ ঘৰ-দুৱাৰ বেচি দি, শিৱসাগৰলৈ বুলি উঠি গৈছিল, কিন্তু কিবা অসুবিধাৰ বাবে তাত নেথাকি, শিৱসাগৰৰ সীমনা পাৰ হৈ, ডিব্ৰুগড়ৰ এলেকাৰ ডাঙৰ বাগিচা এখনৰ ওচৰত ঘৰ ললেগৈ। তাত সিহঁতৰ দোকান-পোহাৰ ভালদৰেই চলিছিল।

যোৰহাটত থাকোঁতেই, ৰাধীক ৰামভজন নামেৰে এজনলৈ বিয়া দিবৰ ঠিকনা হৈছিল। ৰাধীৰ আপত্তিৰ গুণেই সেই বিয়া নহ'ল। যোৰহাটৰপৰা যোৱাৰ পাচতো, ২।৩ ঠাইত বিয়াৰ প্ৰস্তাৱ হোৱাত, ৰাধীয়েই ভাঙি ভাঙি দিলে . আৰু শেহত, "মই আগলৈকো বিয়া-বাৰু নকৰাওঁ" বুলি খাটাংকৈ কৈ দিলে। ৰাধী সৰুৰে পৰা একাচেকা স্বভাৱৰ ছোৱালী; কিবা নকৰোঁ বুলি লাগিলে, কোনেও কৰাব নোৱাৰে। গতিকে মাক-বাপেকে ৰাধাৰ বিয়াৰ আশা এৰি দি; ৰুক্মিণীক বিয়া দি উলিয়াই দিলে।

দুবছৰৰ পূৰ্বে ৰঘুনন্দন তিনিচুকীয়ালৈ উঠি গৈছিল। তাত তেওঁৰ দোকান-পোহাৰ আগতকৈ ডাঙৰ হৈছিল আৰু বৰ ভালদৰে চলিছিল। পাচে, তালৈ যোৱাৰ এবছৰ মানৰ মূৰতে, ৰঘুনন্দন আৰু তেওঁৰ ঘৈণীয়েক দুয়ো অলপ দিনৰ অগা-পিচাকৈ ঢুকাই থাকিল।

ৰাধী পেহীয়েকে সৈতে সম্প্ৰতি তিনিচুকীয়াতে আছে; কিন্তু আগৰ সেই ৰাংচালী ৰাধী হৈ থকা নাই। মাক-বাপেক মৰাৰ পাচতে ৰাধীয়ে দোকান-পোহাৰ এৰি দিলে, পাৰী দিয়া শাৰী এৰি, থান কলা শাৰী পিন্ধিবলৈ ললে; বহুদিনৰ আগৰে পৰাই, মাছ-মঙহ খাবলৈ এৰিছিল, এতিয়া নিৰামুহীয়া ভাতো এসন্ধীয়াকৈহে খোৱা হ'ল। ঘৰতে কেইজনীমান ছোৱালী পঢ়ায়, আৰু পেহীয়েকে সৈতে লাগি দুয়ো কাপোৰ বয়। তাৰ উৎপন্নেৰেই দুইটা প্ৰাণীৰ পোহ-পাল চলিছে।

ৰুক্মিণীয়ে সম্প্ৰতি ছমাহৰ কথা ক'ব নোৱাৰে; এই ছমাহ তিনিচুকীয়ালৈ যাব পৰা নাই, আৰু তাৰ পৰাও একো বাতৰি পোৱা নাই।

কথা-বাৰ্তা হৈ উঠি, ৰুক্মিণীৰ বিদায় লৈ কৃষ্ণ যোৰহাটলৈ উভতিল। এইবোৰ কথা শুনি তেওঁৰ মন আকৌ উদ্বিগ্ন হৈ পৰিল। যেই হওক, ৰাধী জীয়াই থকা বুলি শুনি, তেওঁৰ মনে অলপ চেঁচনি পালে।

কৃষ্ণক ইমানতে এৰি থৈ, আমি এতিয়া ৰাধীয়ে অতদিন কি কৰিলে তাৰ কথা কওঁ।

## ৰাধীয়ে কি কৰিলে

কৃষ্ণ কলিকতালৈ যোৱাৰ অলপ দিনৰ পাচতে, ৰাধীহঁত, শিৱসাগৰলৈ বুলি উঠি গৈ, তাত নেথাকি আন ঠাইলৈ গ'ল, ৰুক্মিণীয়ে কৃষ্ণক কোৱা কথাৰ পৰাই, পাঠক-পাঠিকাসকলে এই সম্বাদ পাই আছিছে; কিন্তু ৰাধীৰ বিষয়ে সকলোবোৰ সম্বাদ পোৱা নাই; কাৰণ কেতবোৰ কথা ৰুক্মিণীৰ জনা নাছিল।

ৰাধী আছিল লিখা-পঢ়ালৈ বৰ থাউতি থকা

ছোৱালী ; যোৰহাটবপৰা যোৱাৰ পাচতো তেওঁ লিখা-পঢ়া নেৰিলে ; আন কিতাপ-পত্ৰ পঢ়াৰ উপৰিও 'বংগবাসী' নামৰ বঙালী কাকতখন সদায় নিখতিকৈ পঢ়িছিল। ৰাধীইত যোৰহাট এৰি যোৱাৰ ছমাহমানৰ পাচত বংগবাসীত এটা সম্বাদ ওলাইছিল বোলে, অসম দেশৰ কৃষ্ণ বৰুৱা নামৰ ডেকা ছাত্ৰ এজন কলিকতাৰ ট্ৰেম গাড়ীৰ তলত পৰি চেপা খাই মৰিল। দেৱৰ গাঁৱত দেখা হওঁতে ৰুক্মিণীয়ে কৃষ্ণক এই কথা কোৱা নাছিল, কাৰণ ৰুক্মিণীয়ে এই সম্বাদ নিজেই নেজানিছিল।

বাতৰি কাকতত কৃষ্ণৰ মৃত্যুৰ কথা পঢ়ি, ৰাধিকা মৰ্মাহত হৈ পৰিল। কৃষ্ণ ভালে-কুশলে থকা বাবেই তেওঁৰ অতদিন মনত কিছু সান্ত্বনা আছিল। এতিয়া সিও নোহোৱা হ'লত, ৰাধীৰ হিয়াখন হিয়া গুচি তেনেই মৰিশালি হ'ল। সেই দিনাৰে পৰা ৰাধীৰ মুখৰ হাঁহি মাৰ গ'ল ; খোৱা-পিন্ধাত ৰাপ গুচিল ; শোকৰ ডাঠ ডাৱৰে মন ঢাকি ধৰিলে ; ৰং-তামাচা, সুখ-সন্তোষ, আনন্দ-উৎসাহ, আশা-ভৰসা, সকলোবোৰ লোপ পালে। এনে ম্ৰিয়মান অৱস্থা দেখি, লোকে কি হৈছে বুলি সুধিলে ৰাধীয়ে কয়, বোলে "কতা কিনো হোৱা দেখিলা ? মোৰ দেখোন একো হোৱা নাই।"

বাতৰি কাকতত সেই সম্বাদ পঢ়িবৰ দিন ধৰি, ৰাধীয়ে বিধৱা হ'লোঁ বুলি ভাবি, মাছ-মঙহ খাবলৈ এৰি দিলে। 'মাছ-মঙহলৈ মোৰ কিবা ঘিণ সোমাইছে, আৰু তাক খালে মোৰ অসুখ কৰে', এইবুলি ফাঁকি দি, মচুৰা এৰি পেহীয়েকৰ লগত নিৰামুহীয়া খাবলৈ ধৰিলে। সধবাৰ সাজ এৰি বিধৱা-সাজ লওঁ বুলিও ভাবিছিল ; কিন্তু বাপেক-মাক থাকে মানে তালৈ মন নেমেলিলে।

মাক-বাপেকে কেইবাবাৰো বিয়াৰ কথা কৈ আমনি কৰাত, ৰাধীয়ে এদিন দৃঢ়কৈ কৈ দিলে বোলে, "মই নকৰাওঁ বুলিছোঁ, কেতিয়াও ক'তো বিয়া-বাৰু নকৰাওঁ ; তেও যদি তইঁতে এইদৰে মোক চেপি খুন্দি থাক, নিশ্চয়কৈ কৈছোঁ, মই একা এদিন কেনিবা গুচি যাম, নাইবা আপোনঘাতী হৈয়েই মৰিম।" সেই দিনাৰে পৰা মাক-বাপেকে বিয়ালৈ দুনাই নধৰা হ'ল।

বাপেক-মাক ঢুকালত, ৰাধীৰ কথাত হকা-বধা কৰোঁতা কোনো নোহোৱা হ'ল। গতিকে ৰাধীয়ে প্ৰকাশ্যে বিধৱা বেশ ধৰিলে। মানুহে সুধিলে কয় বোলে, "যিহকে পাইছোঁ তাকে পিন্ধিছোঁ ; তুমি নো তালৈ কিয় মন কৰা ?" আগেয়ে দুইসাজ ভাত খাইছিল, এতিয়া তাকো এৰি একাহাৰাত পেলালে। দোকানত নানা প্ৰকাৰ মানুহেৰে দেখা দেখি হয় গুণে, দোকানৰ ব্যৱসায় এৰি দিলে। ঘৰতে ছোৱালী পঢ়াই, তাঁত-সূত বৈ, পেহীয়েকে সৈতে নিৰৱে কোনো প্ৰকাৰে মুঠেই কাল নিয়াবলৈ লাগিল। এতিয়া ৰাধীৰ মনত সদায় দুখ, সদায় বেজাৰ, আশা নাই, ভৰসা নাই, স্পৃহা নাই, উলাহ উৎসাহ উদ্যম আকাংক্ষা একো নাই। এইদৰেই দুখে-বেজাৰে, নিৰাশা-নিৰুৎসাহে ৰাধীয়ে জীৱনৰ অৱশিষ্ট দিনবোৰ নিয়াবলৈ ধৰিলে। প্ৰেমৰ ফল সকলোৰে ভাগ্যত একে নহয়। কোনোৱে প্ৰেমৰ মিঠা ফল, আৰু কোনোৱে তিতা ফল পায়। ৰাধীৰ ভাগ্যেৰে, তেওঁৰ প্ৰেমৰ মিঠাৰ সলনি তিতা ফল ফলিল।

## আনন্দৰ উচ্ছ্বাস

ৰুক্মিণীৰ মুখে দেৱৰ গাঁৱত সম্বাদ শুনি, ৰাধীক দেখা পাবলৈ কৃষ্ণৰ মন আগতকৈও ব্যাকুল হৈ পৰিল। যোৰহাটলৈ ঘূৰি আহি, দহ বন কাতি কৰি' থৈ, যথাসম্ভৱ সোনকালে তেওঁ তিনিচুকীয়ালৈ যাত্ৰা কৰিলে।

তিনিচুকীয়া আগেয়ে সৰু ঠাই আছিল, ডিব্ৰু শদিয়া ৰেলৰ ষ্টেচন বহিবৰেপৰা ক্ৰমে এখন উঠন ঠাই হৈ আহিল। পাচত, অসম বেংগল ৰেলৰ লাইনো গৈ তাতে লাগিলত, মানুহে-দুনুহে, ঘৰে-দুৱাৰে, দোকানে-পোহাৰে আৰু কা-কাৰবাৰে, তিনিচুকীয়া তাল এখন দপদপীয়া নগৰ হৈ পৰিল।

কৃষ্ণই নগৰখনত ভালেখিনি বিচাৰি ফুৰি শেহত

ৰাধীৰ ঘৰ উলিয়ালেগৈ। তাত তেওঁ বাহিৰতে ৰাধীৰ পেহীয়েক জানকীক দেখা পালে। জানকীয়ে পোনতে তেওঁক চিনিব নোৱাৰিছিল; পাচত চিনাকি দিলত চিনি পাই, বহিৰলৈ দি ৰাধীক ক'লেগৈ। অসম্ভৱ কথা শুনি, ৰাধী উধাতু খাই ওলাই আহিল।

বয়সত গঢ়-পিট কিছু লৰ হোৱাতো, ৰাধীয়ে কৃষ্ণক দেখিয়েই চিনি পালে। দুয়ো দুইকো দেখি বিচুৰ্তি হ'ল, মৰা বুলি শুনা মানুহক আকৌ দেখা পাই; আৰু কৃষ্ণ বিচুৰ্তি হ'ল, ৰাধীৰ খীণ শৰীৰ আৰু বিষাদিত বেশ দেখি। ৰাধীয়ে আচৰিত ভাৱে সুধিলে—"কি! তুমি! তুমি জীয়াই আছাঁ, কুশলে আছাঁ! তুমি মৰা কথা মিছা! উস, পৰমেশ্বৰৰ কি কৰুণা!" তাৰ পাচত তেওঁ কৃষ্ণক মাটিত পৰি সেৱা কৰিলে। কৃষ্ণই তেওঁক আশীৰ্বাদ দি, মূৰত ধৰি তুলিলে। সেয়ে তেওঁলোকৰ জীৱনত প্ৰথম স্পৰ্শাস্পৰ্শি। ৰাধীৰ দুই গালে আনন্দৰ চকুলো ধাৰেৰে বৈ গ'ল।

ৰাধীয়ে 'বংগবাসী' কাকতত ওলোৱা সম্বাদৰ কথা ক'লত, কৃষ্ণই ক'লে বোলে, সেই কৃষ্ণ বৰুৱা তেওঁ নহয়, আন এজনহে। সেই সময়ত, সেই নামৰ কাছাৰৰ ল'ৰা এজন সেইদৰে মৰিছিল। সেইফালে বৰুৱা উপাধি থকা দুই-এক মানুহ পোৱা যায়। বোধকৰোঁ তেওঁলোকৰ পূৰ্বপুৰুষ অসমৰপৰা যোৱা আৰু বৰুৱা উপাধি থকা কোনোবা অসমীয়া মানুহ আছিল।

ৰাধিকাই কৃষ্ণক সুধি, তেওঁৰ মাক-বাপেক আৰু সুনন্দাও ঢুকুৱাৰ, আৰু তেওঁৰ নিজৰ কাম-কাযবো সকলোবোৰ সম্বাদ দিলে।

আনন্দৰ প্ৰবল উচ্ছ্বাসত তেওঁলোকে সৰহ কথা পাতিব নোৱাৰিলে। ইমান প্ৰবন্ধ কৰি, অত নিৰাশাৰ মূৰত ৰাধীক লগ পোৱাত, কৃষ্ণই অপাৰ আনন্দ পালে। কেতিয়াবাই মৰিল বুলি সম্বাদ ওলোৱা কৃষ্ণ, অতদিনৰ পাচত আকৌ কুশলে ওলোৱাহি দেখি, ৰাধীও আনন্দত অধীৰ হ'ল।

অতিপাত শোকৰ দৰেই, অতিপাত আনন্দৰপৰাও মানুহৰ কেতিয়াবা অপকাৰ হয়। এবাৰ মৰা কৃষ্ণক আকৌ পোৱা সম্পূৰ্ণ অসম্ভৱ কথা, আৰু সি ৰাধিকাৰ স্বপ্নৰো অগোচৰ। তেনে অসম্ভৱ সম্পদ হাতত পাই, ৰাধীৰ মনত অতিপাত উৎসৱ লাগিল। তাৰ বাবে অতি উত্তেজনা হৈ সেয়ে মূৰত উঠাত, ৰাতিলৈ ৰাধীৰ তীব্ৰৰূপে জ্বৰ উঠিল।

পাচদিনা পুৱা কৃষ্ণই দেখিলে, ৰাধীৰ সম্পূৰ্ণৰূপে বিকাৰ উপস্থিত। কেতিয়াবা সজ্ঞানে থাকে আৰু ভাল কথা কয়, কেতিয়াবা অজ্ঞান হয় বা প্ৰলাপ বকে। এবাৰ কৃষ্ণৰ হাতত ধৰি ক'লে—"তুমি আহিলা ভাল কৰিলা। মই অতকালে তোমাকে আৱাধি আছিলোঁ। এতিয়া তোমাক দেখি সুখেৰে মৰিব পাৰিম।" তাৰ পাচতে আকৌ অজ্ঞান হৈ পৰিল।

কৃষ্ণই স্থানীয় ডাক্টৰক বেগতে মতাই আনিলে। ডাক্টৰে সন্নিপাত জ্বৰ বুলি কৈ, তিনিপালি দৰৱ দি গুচি গ'ল; আবেলি আকৌ এবাৰ চাই ক'লেহি, অৱস্থা অতি বেয়া, চিকিৎসাৰ অতীত, ৰাতি দহবজাৰ ভিতৰতে সকলো শেষ হ'ব। তাৰ পাচত ৰোগীৰ হাত-ভৰি লাহে লাহে জঠৰ হৈ আহিল।

ওচৰতে কবিৰাজ এজন আছিল, কৃষ্ণই তেওঁক অনালে। তেওঁ নাড়ী চাই ক'লে, অৱস্থা বেয়া, 'আমাৰ শাস্ত্ৰমতে, এনে সময়ত যি ঔষধৰ বিধান আছে, পাৰোঁ যদি তাৰে এপালি খুৱাই চাওঁ, ফলাফল ঈশ্বৰৰ হাতত। তাকে কৈ তেওঁ কেইবাবিধো দৰৱ মিহলাই, জুলীয়া নোহোৱাকৈ মাৰি ললে। সেই অৱস্থাত জুলীয়া দৰৱ মুখত ঢালি দিলে, বেমাৰীৰ মুখেদি বৈ আহিব। দৰৱখিনি হাতেৰে পিটিকি বৰি এটা যেন কৰি, তেওঁ তাকে ৰোগীৰ দাঁতৰ বাও ফালি লৈ, মুখৰ ভিতৰত সুমাই দিলে।

ৰাতি দহ বাজিল, বেমাৰী নমৰিল, দৰৱ কেনেবাকৈ ৰখি ৰখি পেট পালেগৈ। নৰিয়াৰ গতি এতিল এতিলকৈ ভাললৈ আহিল। পুৱা ৮ বজাত ৰাধীয়ে

হাত-ভৰি লৰাব পৰা হ'ল, আৰু বিকাৰো গুচিল। কবিৰাজে চাই ক'লেহি—"পৰমেশ্বৰে এই যাত্ৰাত ৰক্ষা কৰিলে।" তেতিয়া কিছুদিন ভালকৈ চিকিৎসা কৰাৰ পাচত, ৰাধী সম্পূৰ্ণকৈ ভাল হ'ল। তাকে শুনি ডাক্তৰজনে ক'লে বোলে, কবিৰাজৰ দৰবৰ গুণত ভাল হোৱাতো মিছা; বেমাৰী কেনেবাকৈ এনেয়ে ভাল হ'ল।

ডাক্তৰ কবিৰাজ লগোৱাৰ বাজেও, কৃষ্ণই নিজহাতে নৰিয়াৰ নথৈ পৰিচৰ্যা কৰিলে। চিকিৎসাৰ সকলো-খিনি খৰচো তেওঁ নিজে বহন কৰিলে।

নৰিয়াৰপৰা উঠি ৰাধীয়ে পূৰ্বৰ বিধৱা আচৰণ সকলোবোৰ এৰি পেলালে।

## সূচনা

লাহে লাহে ৰাধীৰ গা নিৰাময়কৈ ভাল হ'ল। গা ভাল হ'বৰ দেখি এদিন কৃষ্ণই সুধিলে—"ৰাধী তুমি, যদি বেয়া নোপোৱা, তোমাক কথা এটা সুধিব খোজোঁ। কিন্তু ভয় লাগে, তুমি জানোচা বেয়া পোৱা।"

ৰাধী—মইনো তোমাৰ কথাও বেয়া পাওঁনে? কি সুধিব খুজিছা, নোসোধা কিয়?

কৃষ্ণ—তেনেহ'লে কোৱাচোন, তিনি-চাৰি বাৰকৈ তোমাৰ বিয়া পাতিব খোজাতো, তুমি ভাঙি দিলা কিয়? আৰু কুমাৰী হৈ থাকিও, বিধৱাৰ বেশ ধৰিছিলা কিয়?

ৰাধী—সেইবোৰ কথা তোমাক কোনে ক'লে?

কৃষ্ণ—কোনে ক'লে, সেইটো তোমাক কিয় লাগিছে? যেনে-তেনে মতে মই জানিলোঁ।

ৰাধী—মই আকৌ বোলোঁ আন কিবাহে সুধিবা হ'বলা। কেলৈ এতিয়া আকৌ সধৱা-সাজ পিন্ধিছোঁ নহয়?

কৃষ্ণ—পিন্ধিছা হয়; পাচে আগেয়ে নো নিপিন্ধিছিলা কিয়? আৰু বিয়া-নকৰালা কিয়?

ৰাধী—সেইবোৰ বহুত কথা। তোমাক নো উৰহী গছৰ ওবটো কিয় লাগে?

এইদৰেই কথাটো পাতলাই উৰাই দি, ৰাধীয়ে কথা পাহৰাবলৈ আন কথা উলিয়ালে। কৃষ্ণই বোলে, বাৰু সেইবোৰ নোসোধোঁ; এতিয়া মাত্ৰ বাই কথাটোকে সোধোঁ। মই পূৰ্বে বুজিব নোৱাৰিছিলোঁ, ৰাধী; এতিয়া কিছুদিনৰ পৰাহে বুজিছোঁ, প্ৰথম দেখা দেখি হোৱাৰে পৰা আমাৰ দুইৰো মনত পৰস্পৰলৈ আসক্তিৰ ভাৱ জন্মিছিল। সেয়ে মোৰ জীৱনত প্ৰেমৰ প্ৰথম অংকুৰ। সেইদেখি তাক প্ৰেম বুলি তেতিয়া চিনিব নোৱাৰিলোঁ। তাৰ আগেয়ে আৰু পাচতো এতিয়ালৈকে মোৰ মনত কেতিয়াও কালৈকো তেনে ভাৱ হোৱা নাই। সেই আসক্তিৰ ভাৱেই প্ৰেম বুলি পাচতহে বুজিব পাৰিছোঁ; আৰু তাকে বুজিবৰ পৰা, ব্যাকুল হৈ তোমাক বিচাৰি ফুৰিছিলোঁ। য'ত য'ত বিচাৰিছিলোঁ, যিমান কষ্ট ভুগিলোঁ, সেইবোৰ তোমাক কৈছোঁৱেই। অনেক সন্ধানৰ পাচত, শেহত কোনোমতে তোমাৰ লগ ধৰিছোঁহি। মোৰ ধাৰণাই যদি সঁচা হয়, অৰ্থাৎ তোমাৰো যদি মোলৈ কিবা আসক্তি জন্মা মিছা নহয়, তেনেহ'লে আমাৰ সেই পুৰণিকলীয়া মিলা-প্ৰীতিক, আমি বিবাহ বন্ধনেৰে আবদ্ধ হৈ দাম্পত্য প্ৰেমত পৰিণত কৰিবলৈ পালে, তাতকৈ আৰু মোৰ সন্তোষৰ কথা একো হ'ব নোৱাৰে। সেই দেখি তোমাক সুধিছোঁ, এই প্ৰস্তাৱত তোমাৰ মত কি?

কৃষ্ণৰ কথা শুনি ৰাধীৰ মনত যেনে ভাৱ হ'ল তাক মনতে বুজিবহে পাৰি, বৰ্ণাব নোৱাৰি। ভাৱৰ হিল্লোলেৰে ৰাধীৰ হিয়া উপচি পৰিল; ৰাধী মুখেৰে মাতিব নোৱাৰা হ'ল; চকু চলচলীয়া হৈ পৰিল; ৰাধী মৌন হৈ ৰ'ল।

ৰাধীয়ে নেমাতিবৰ দেখি কৃষ্ণই আকৌ সুধিলে—ৰাধী, নেমাতা কিয়?

তেতিয়া ৰাধীয়ে ক'লে—সেই কল্পনা কাৰ্যত পৰিণত

হোৱা অসম্ভৱ। সেই বাবেই, হিয়াত মূৰ্তিখনিকে থাপি লৈ তাকে অতকাল পূজা কৰি আছোঁ।

কৃষ্ণ—কিয় ৰাধী? অসম্ভৱ বুলিলা কিয়?

ৰাধী—অসম্ভৱ বুলিছোঁ সমাজৰ নিয়মৰ বাবে। তুমি কোৱা মতে কাম কৰিলে, তোমাৰ সমাজে কেতিয়াও ভাল নোবোলে, তোমাক ততালিকে এৰি পেলাব। মোৰ বাবে তুমি তেনে অৱস্থাত পৰিব লাগিলে মই সহিব নোৱাৰোঁ।

কৃষ্ণ—সমাজে এৰিব কিয়? বামুণে বামুণীৰ ছোৱালী শাস্ত্ৰীয় ক্ৰিয়াৰে হোম পুৰি বিয়া কৰাব। সি একো দোষৰ কথা বা নিষিদ্ধ কাম নহয়। তাৰ বাবে যদি সমাজে মোক এৰে, তেন্তে মোকো তেনে ঠেক মনৰ সমাজ নেলাগে।

ৰাধী—সমাজ নহ'লে থাকিবা কেনেকৈ? সমাজ নহ'লে মানুহ থাকিব নোৱাৰে; মানুহ সামাজিক প্ৰাণী।

কৃষ্ণ—সামাজিক প্ৰাণী হ'লেও, তেনে অবুজন সমাজেৰেও মানুহ থাকিব নোৱাৰে। যি সমাজে মানুহৰ বোষ নুবুজে, এনে অবাব কথাত মানুহক এৰিব পাৰে, সেই সমাজে মোক নুগুজে; তেনে সমাজত নথকাহে যুগুত।

ৰাধী—তোমাৰ কথা ভাবি, তোমাত দূৰৰে পৰা মন সমৰ্পণ কৰি, তোমাক দেখি থাকি, মই যি তৃপ্তি পাম, মোলৈ সেয়ে যথেষ্ট। তোমাত বিয়া সোমাই, তোমাত লোকৰ চকুত হেয় আৰু হাঁহিয়াতৰ পাত্ৰ কৰিবৰ একো প্ৰয়োজন নাই। তুমি নিজ সমাজৰ উপযুক্ত পাত্ৰী বিয়া কৰাই, সুখেৰে আৰু সমাজত সম্মানেৰে ঘৰ পাতি থকা দেখিলেহে মই সন্তোষ পাম। তুমি এই প্ৰস্তাৱ এৰি দি, মোৰ কথামতে কাম কৰা; তেহে তোমাৰো সুখ হ'ব, আৰু মযো দেখি ভাল পাম।

কৃষ্ণ—নহয় ৰাধী, তেনে কথা নক'বা। চোৱাচোন, মোৰ বাবেই তুমি সন্ন্যাসিনী হৈ, অতকাল ইমান কষ্ট ভুগিছা! মজনা নুবুজা সমাজৰ অজ্ঞ মানুহলৈ ভয় কৰি, মই যদি তোমাক বিয়া নকৰাওঁ, তেনেহ'লে তোমালৈ মোৰ যি কৰ্তব্য, মই তাক পালন কৰা নহ'ব, মনতো গোটেই জীৱনলৈ নথৈ অশান্তি থাকি যাব। তুমি মোক আন ঠাইত বিয়া কৰাবলৈ কৈছা। তোমাত বাজে আন কাকো মই বিয়া নকৰাওঁ, কৰিব নোৱাৰোঁ। তোমাক নমাই থৈ, মোৰ হৃদয়ত নকৈ আন কাৰবাক বহুৱাবৰ মোৰ সাধ্য নাই। সমাজে মোক এৰিলেও এৰক, আমি লাগিলে অন্য ঠাইলৈ গুচি যাম।

এইবাৰ ৰাধীয়ে একো উত্তৰ নিদিলে। সেইদিনা এই কথাৰ ইমানেইহে হ'ল।

ইয়াৰ কেই দিনমানৰ পাচতে, কৃষ্ণ যোৰহাটলৈ উভতিল, আৰু তিনিচুকীয়াৰ সকলো লেঠা-পিঠা মাৰি, পেহীয়েকে সৈতে ৰাধীকো লগত লৈ গ'ল। বেমাৰৰ পৰা উঠাৰ পাচত, ৰাধীয়ে ব্ৰহ্মপুত্ৰৰ নিৰ্মল হাৱা পোৱা ভাল দেখি, তেওঁলোক ডিব্ৰুগড়লৈকে ৰেলত আৰু তাৰ পৰা জাহাজেৰে গ'লগৈ। যোৰহাটলৈ উভতি, ৰাধীয়ে শাৰী এৰি ৰিহা-মেখেলা পিন্ধিবলৈ ললে।

## মিলন

যোৰহাটলৈ অনাৰ কিছুদিনৰ পাচতে, কৃষ্ণই শাস্ত্ৰ-মতে ৰাধীক বিয়া কৰালে। তিনিচুকীয়াৰ পৰা অহাৰ-পৰাই, ৰাধীহঁত তেওঁৰ ঘৰতে আছিল; বিয়াও তেওঁৰ ঘৰতেই পাতিলে। জানকীয়ে সম্প্ৰদান দিলে। দুই পক্ষই কৰিবলগীয়া, বিধিত লিখা সকলো কাৰ্য সুপ্ৰতুল ৰূপে কৰা হ'ল।

বিয়া পাতোঁতে ডাঙৰকৈয়ে পাতিছিল। গায়ন বায়ন, ঢোল দগৰ, পানী তোলা, ঘৰৰ সাজ পাৰ, নাচ গান আদি বাহিৰৰ আড়ম্বৰ নাছিল যদিও, যোৰহাট নগৰৰ দেশী-বিদেশী সকলোখিনি ভদ্ৰলোকক নিমন্ত্ৰণ কৰা হৈছিল। কাৰণ, ইয়াৰ পূৰ্বে, যোৰহাটৰ অসমীয়া ভদ্ৰ সমাজৰ কোনেও এইদৰে বিদেশী ছোৱালী বিয়া কৰোৱা নাছিল। সেই বাবেও, আৰু কৃষ্ণৰো অৱস্থা ভাল গুণে; তেওঁ গণ্য মান্য সকলোখিনি ভাল মানুহক বিয়ালৈ নিমন্ত্ৰণ কৰিছিল। কিন্তু, বিয়ালৈ আহোঁতে,

বিদেশীসকলহে আছিল, অসমীয়াৰ ভিতৰত মাত্ৰ ২।৩ জন মান এবাৰ নোৱাৰা বস্তুত বাজে আৰু কোনো নাছিল। সেই বাবে, জলপানৰ সময় বহুত বাঢ়ি থাকিল। পাচদিনা কৃষ্ণই বহুত দীন দৰিদ্ৰ মগনিয়াৰক মতাই আনি, সেই বস্তুৰেই ভাণ্ডৰকৈ দৰিদ্ৰ ভোজন পাতিলে। সিহঁতে পৰম তৃপ্তিৰে খাই বৈ, হিয়া উবুৰিয়াই আশীৰ্বাদ দি গ'ল। কৃষ্ণ ৰাধীয়েও সিহঁতৰ তৃপ্তি দেখি বৰ সন্তোষ পালে।

ৰাধীৰ পেহীয়েক জানকীৰ স্বামী কুলত কোনো নাছিল। তেওঁৰ ল'ৰা-ছোৱালীও নাছিল। ৰাধী সৰু হৈ থাকোঁতেই, তেওঁ ককায়েক ৰঘুনন্দৰ আশ্ৰম ললেহি। ককায়েক বৌৱেক দুয়ো তেওঁক বৰ আদৰেৰে প্ৰতিপাল কৰিছিল। তেওঁলোক মৰাৰ পাচত জানকী ৰাধীৰ আশ্ৰয়ত আছিল। ৰাধীক সৰুৰেপৰা তেওঁ বৰ মৰমো কৰিছিল। এতিয়াও ৰাধীত বিনে তেওঁৰ আশ্ৰয় নাছিল। কৃষ্ণই তেওঁকো নিজৰ ঘৰতে ৰাখিলে, আৰু তেওঁৰ থকা-মেলাৰ ভাল দিহা কৰি দিলে।

এইদৰেই, অতখিনি বাধা-বিঘিনি আৰু নিৰাশাৰ মূৰত, এই দুটি প্ৰেমিক-প্ৰেমিকাৰ শেহান্তৰত শুভ মিলন ঘটিল। বাধা-বিঘিনি আৰু বিচ্ছেদ আদিয়ে কষ্ট দিয়ে হয়, কিন্তু প্ৰেমৰ সোৱাদো বঢ়ায়। সেইদেখি, এনে দুখ-কষ্টৰ পাচত হোৱা এই মিলন ৰাধী আৰু কৃষ্ণ দুইৰো মধুৰতকৈও সুমধুৰ লাগিছিল।

বিয়াৰ কিছুদিনৰ পাচত, ৰাধীয়ে এদিন পেৰা মেলোঁতে কৃষ্ণই দেখিলে, তেওঁ তাহানি দিয়া সেই আধা যঁহা চাবোনডোখৰ আৰু সেই নৈৰ পাৰত হেৰা পোৱা বেলোলৰ গোলকটো ৰাধীয়ে তেতিয়ালৈকে পেৰাত ভৰাই সাঁচি থৈছে।

## সমাজৰ মেল

শেহত ৰাধীৰ কথাই লাগিলগৈ। কৃষ্ণক সঁচাকৈয়ে সমাজে এৰিলে। কোনোবোৰ কথা তিৰোতাই পুৰুষতকৈ আগধৰি দেখে আৰু ভালকৈও দেখে।

বিয়াৰ পাচতে নগৰৰ আৰু তাৰ দাঁতি কাষৰো অসমীয়া ভদ্ৰসমাজত তোলপাৰ লাগিল। 'একেই শালমাছ, তাকে আকৌ বাহীগাই পোৱা'—এনেয়ে বঙালনী, তাতে আকৌ কেতিয়াবাই উঠি থকা আদবুঢ়ী তিৰোতা! তেতিয়াৰ সমাজে এনে উৎপতীয়া অতপালি কিয় সহিব? বিয়াৰ কথা শুনি, প্ৰাচীন সকলো ভূমি ছুই কৰ্ণত হাত দিলে; ৰক্ষণশীলসকলে ক'লে—"দুৰ্ঘোৰ কলিকাল; বামুণ চণ্ডাল সকলো একাকাৰ হ'বলৈ ওলাল; মানুহক এনে অতপালি কৰিবলৈ এৰি দিলে, আমাৰ জাত-কুল ধৰ্ম-কৰ্ম একো নেথাকে। কৃষ্ণৰ উদ্ভণ্ডালিৰ তুৰন্তে প্ৰতিকাৰ কৰিব লাগে।"

মহেশ্বৰ কটকী, নিত্যানন্দ শৰ্মা, গোলেশ্বৰ ঠাকুৰকে আদি কৰি, কোনেও নমনা অৰ্ধশিক্ষিত বা অশিক্ষিত, কুবুধীয়া স্বভাৱৰ নিষ্কৰ্মা মানুহ কঁকালত কাপোৰ বান্ধি লাগিল। এনেবোৰ মানুহেইহে এনে কামত লোকতকৈ আগবাঢ়ি ফুৰে। সিহঁতৰ আন কোনো বিষয়তে কোনো প্ৰকাৰৰ একো প্ৰাধান্য নেথাকে। সিহঁতক কোনেও লেখৰ মানুহ বুলি নধৰে। সেইদেখি সিহঁতে অকল এনেবোৰ কামতে কৰ্মী বুজাই লেখৰ মানুহ বোলাবলৈ বিচাৰি ফুৰে।

গোপীনাথ বৰমহৰীৰ বিয়াগোম মুকলি চ'ৰাত এক সুবৃহৎ সভা বহিল। গোপীনাথ ধনপুৰ বাগিচাৰ বৰ মহৰী। তেতিয়া সেই বাগিচা ন কৈ খুলিছিল। ধনপুৰ বাগিচাৰ ধনেৰে গোপীনাথৰ ঘৰো সদায় পুৰ হৈ থাকে। তেওঁৰ ঘৰত তিনিটা ডাঙৰ বাৰ্ষিক পূজা সদায় সমাৰোহেৰে পতা হয়। সেই উপলক্ষে দেৱৰগএল গাবো পাতিব লাগে। গানলৈ অহা বজৰুৱা মানুহেৰেঁ চোতাল-ঘৰ ভৰি পৰে। সেই দেখি তেওঁৰ চ'ৰা ঘৰ বৰ ডাঙৰ নহ'লে কাম নচলে।

মেলত কৃষ্ণকান্তক নথৈ নিন্দা কৰা হ'ল। মহেশ্বৰ নিত্যানন্দ গোলেশ্বৰ আদিয়ে দীঘল দীঘল বক্তৃতা দিলে। কোনোৱে ক'লে, কৃষ্ণই যিমি বিগৰ্হিত, নোহোৱা নোপজা কাম কৰি, সমাজক অগ্ৰাহ্য কৰিলে;

এনে মানুহক ছিঙা কটাকৈ এৰি নিদিলে সমাজ নেথাকে। কোনোৱে ক'লে, এনে মানুহেৰে সংগ পাতি থাকিলে আমাৰ আটাইৰে জাত যাব ; আমি এনে সংগত থকা যেনে, আমাৰ জাত-কুল ধৰ্ম-কৰ্ম এৰি দি খৃষ্টান হোৱাও তেনে। আন এজনে বোলে—"উস কটা ! তই অজাতিৰ ছোৱালী আনিব খুজিছ আন, খালৰ কচু খাললৈ যা ; মিছাতে আকৌ হোম পোৱা বিয়াৰ ভেকো ভাৱনা এটা পাতি, আমাৰ শাস্ত্ৰখনো চুৱা কৰিলি কিয় ? আমাৰ বিয়াৰ বিধিখন জানো ঋষি-মুনিসকলে এনেবোৰ বিয়ালৈ বুলি লিখি থৈ গৈছিল ?" এইদৰেই নানা জনে নানা কথা ক'লে। সকলোৰে মতেই কৃষ্ণই মহা পাপ কৰিলে, সমাজ উলংঘা কৰিলে, সমাজৰ মাৰ ভাঙিলে, হিন্দু ধৰ্মত পদাঘাত কৰিলে, কৃষ্ণক এৰিব লাগে।

সেই সভাত বিদ্যাধৰ স্মৃতিৰত্ন নামেৰে ডেকা পণ্ডিত এজন উপস্থিত আছিল। তেওঁ নামনি অসমৰ মানুহ, টোলত পঢ়ি উপাধি লৈ, পাচত নবদ্বীপলৈ গৈ তাতে ৬।৭ বছৰ থাকি, অনেক শাস্ত্ৰ পঢ়ি-শুনি ভাল পণ্ডিত হৈ আহিছিল। তেওঁ উজনি অসম চাবলৈ বুলি আহি, কেইদিনমান যোৰহাটত আছিলহি। কোনোবা এজন সভাৰ উদ্যোক্তাই লগ পাই তেওঁকো এই সভালৈ মাতি আনিছিল। তেওঁ ক'লে বোলে, দেওসকল হওঁতে এই মেলত মাতিবৰ মোৰ অধিকাৰ নাই। পাচে এটা কথা আছে বোলে, "সভাত থাকি নেমাতে উচিত, দোষে পায় কিঞ্চিৎ কিঞ্চিৎ।" আপোনালোকে জাত গ'ল বুলিছে হয়, কিন্তু শুনিছোঁ বোলে তেওঁ হেনো বামুণীহে বিয়া কৰিছে। সেয়ে যদি হয়, তেনেহ'লে এই বাবে তেওঁৰ জাত যাব নোৱাৰে।

বিদ্যাধৰৰ কথা শুনি এজনে মাত লগালে—"থৈ দিয়া তোমাৰ সেইবোৰ কথা। এই বাবে জাত নেযায় আৰু কি বাবেনো যায় হে ? বঙালনী আনিলে জাত নেযায় বুলি তুমি কোনখন শাস্ত্ৰত পালা ?" আন এজনে বোলে, "এওঁ চাগৈ বিধৱা বামুণী বিয়া দিবলৈ ওভোতা শাস্ত্ৰ উলিউৱা কোনোবা সেই বিদ্যাসাগৰৰ মুখে পঢ়ি আহিছে, সেইহে এনে নোহোৱা নোপজা অপূৰ্ব্বাৎ কথা কৈছেহি।" এইদৰেই নানা প্ৰকাৰে ইতিকিং কৰি, বিদ্যাধৰৰ কথা আটায়ে উৰাই দিলে। তেওঁ চালে, এনে সমাজত যুক্তিৰ কথা কোৱা মিছা। তাকে ভাবি তেওঁ মনে মনে থাকি, পাচত তাৰপৰা উঠি গুচি গ'ল।

মহীধৰ শৰ্মাই বিদ্যাধৰৰ কথা সমৰ্থন কৰি কৈছিল বোলে, বামুণী ছোৱালী বিয়া কৰাৰ বাবেও কৃষ্ণক যদি এৰিবলগীয়া হ'ল, যিবোৰে চুৰ কৰি ডকা দি ফাটক খাইছে, অজাতিত পতিত হৈছে, বিধৱা বামুণীক নষ্ট কৰিছে, মদ ফটিকা খাই খালে খালে পৰি ফুৰিছে, সেইবোৰৰ সৈতে খাবলৈনো কেনেকৈ ভাল হ'ল ? তেতিয়া সভাপতি গৰাকীয়ে উত্তৰ দিলে বোলে, এতিয়া সেইবোৰ অবান্তৰ কথা আমাক নেলাগে ; আমি যি কথাৰ বাবে গোট খাইছোঁহক, আজি অকল তাৰেহে আলোচনা হ'ব। তাকে শুনি, মহীধৰো বিদ্যাধৰৰ পাচতে, সেই সভাৰপৰা গুচি গ'ল।

মেলত এই বিয়া নিষিদ্ধ বুলি ধাৰ্য্য হ'ল ; কৃষ্ণক সমাজৰপৰা বাজ কৰা হ'ল, কৃষ্ণৰে সৈতে কোনোবাই কিবা সামাজিক ব্যৱহাৰ কৰিলে তাকো এৰিবলৈ সিদ্ধান্ত কৰা হ'ল ; আৰু বিয়াত পুৰোহিতালী কৰা বামুণজনক পৰাচিত কৰাই শুচি কৰিবলৈ ব্যৱস্থা কৰা হ'ল।

এই সভাত কৃষ্ণ উপস্থিত নাছিল। তেওঁক মেললৈ মাতিব লাগে বুলি কোনেও আৱশ্যক বোধ নকৰিলে, আৰু তেওঁক কিবা সুধিবৰো প্ৰয়োজন নেদেখিলে।

## "স্থানত্যাগেন দুৰ্জ্জনাৎ"

এই জগতত সজ স্বভাৱৰ নিৰীহ মানুহৰো শত্ৰুৰ অভাৱ নাই। কৃষ্ণ সজ স্বভাৱৰ মানুহ, আৰু তেওঁ

কাৰো একো অপকাৰো নিচিন্তে। তথাপি তলে তলে তেওঁৰো ভালেখিনি শত্ৰু আছিল। কেতবোৰ মানুহ আছে, সিহঁতে কোনোকালে লোকৰ ভাল হোৱা দেখিব নোৱাৰে। লোকৰ কোনো বিষয়ত উন্নতি হোৱা দেখিলে, সিহঁতেও সজ উপায়েৰে নিজৰো উন্নতি কৰি ল'বলৈ পুৰুষাৰ্থ নকৰি, সেই উন্নতি হোৱা জনৰ শত্ৰুৱালি কৰি, তেওঁক কোনোমতে তললৈ নমাই আনি, সিহঁতেকৈ সৰু কৰি থ'বলৈহে সিহঁতে সদায় বিচাৰি ফুৰে। এনেকুৱা চকু পোৱা খিয়লীয়া স্বভাৱৰ মানুহে চল পালেই, লোকৰ অপকাৰ কৰিবলৈ নেৰে; আৰু তাকে কৰি, বৰ ডাঙৰ কাম কৰিলোঁ বুলিও গৌৰৱ অনুভৱ কৰে।

সেইকালত যোৰহাটত ৰামনাথ বৰুৱা নামেৰে এজন ধনী মানুহ আছিল। তেওঁৰ জোঁৱায়েক পদ্মনাথে যোৰহাটত ওকালতি কৰি, মাহে মাহে বহুত ধন ঘটিছিল। কৃষ্ণকান্ত উকিল হৈ অহাৰপৰা পদ্মনাথৰ ধন পোৱা কিছু কম হ'ল। সেই বাবেই ৰামনাথ আৰু পদ্মনাথ দুইজনে কৃষ্ণকান্তৰ অপকাৰ কৰিবলৈ ভিতৰি ভিতৰি বিচাৰি ফুৰিছিল। এবাৰ দুয়ো চক্ৰান্ত কৰি, এটা মোকৰ্দমাত কৃষ্ণই গুচৰীয়া পদকীয়া দুই পক্ষৰ ধন খালে বুলি তেওঁৰ ওপৰত মিছা গোচৰ এখনো কৰোৱাইছিল। বিচাৰত গোচৰ মিছা বুলি প্ৰমাণ হ'ল। হেমকান্ত মৌজাদাৰে মৌজাৰ খাজনা শোধোৱাত সদায় পলম কৰে; খাজনাৰ ধনবোৰ নিজৰ কামত খৰচ কৰি যথা সময়ত চৰ্কাৰী খাজনা দিব নোৱাৰে। তাৰ বাবে তেওঁৰ নিজৰ আৰু জামিনদাৰসকলৰো বছৰি বছৰি মাটি-বাৰী ক্ৰোক হৈ থাকে। তেওঁ কৃষ্ণক মৌজাৰ জামিন হ'বলৈ ধৰিছিল। কৃষ্ণ অমান্তি হোৱাত এই হেমকান্তও তেওঁৰ শত্ৰু হৈ পৰিল। কাচাৰীৰ হেড ক্লাৰ্ক নিৰঞ্জনে কৃষ্ণলৈ জীয়েকক যাচিছিল। কৃষ্ণই বিয়া নকৰো বোলাত নিৰঞ্জনৰো পেটে পেটে তেওঁলৈ খং আছিল। ভৱকান্ত ফুকনে দ্বিতীয় পক্ষৰ পত্নীৰ কথা শুনি বোৱাৰীয়েকক জোৰোণত দিয়া অলংকাৰ সোপা কাঢ়ি লৈ, তেওঁৰ আগৰ পত্নীৰ পুতেকক বোৱাৰীয়েকে সৈতে ঘৰৰ পৰা খেদি দিছিল। পুতেকে বোৱাৰীয়েকৰ হতুৱাই স্ত্ৰীধনৰ বাবে কাচাৰীত গোচৰ কৰাইছিল। হাকিমে সেই গোচৰ বিচাৰ কৰি ৰায় দিবলৈ কৃষ্ণকান্তক চালিচ নিযুক্ত কৰিছিল। কৃষ্ণই হক মতে বিচাৰ কৰি সঁচা পাই ভৱকান্তৰ ওপৰত অলংকাৰৰ দাম ১০০০ টকা ডিক্ৰী দিলে। তেতিয়াৰপৰা ভৱকান্তও তেওঁৰ শত্ৰু হ'ল। পুলিচৰ বৰ ডাৰোগা মোহম্মদ্ নবাব আলি চাহাবৰ এটা মানুহলৈ বৰ আখেজ আছিল। তেওঁ তাক অবাব কথাত সিন্ধি সৰকা চোৰ বুলি কাচাৰীলৈ চালান দিছিল। সেই গোচৰত উকিল হৈ, কৃষ্ণকান্তই তাক সৰুৱাই দিলে। এই কাৰণতে, তেওঁ পেটে পেটে কৃষ্ণৰ শত্ৰু হৈ আছিল।

এতিয়া চল পাই, বাহ শত্ৰুৱে সিহঁতৰ মিতিৰ-কুটুম বন্ধু-বান্ধৱেৰে সৈতে গোট খাই, যেয়ে যেনেকৈ পাৰে কেউফালৰপৰা কৃষ্ণৰ বিপক্ষ আচৰণ কৰিবলৈ ধৰিলে। ইফালে ওপৰত কৈ অহা মহেশ্বৰ কটকীহঁতেও অকল নিজে লাগিয়েই নেৰিলে, নগৰৰ দুৰন্ত মানুহ কেতবোৰকো লগাই দিলে। শেহত দেখা গ'ল, মানুহে কৃষ্ণৰ সৈতে অহা-যোৱা জুই-পানী আদি সকলো সামাজিক ব্যৱহাৰ ৰহিত কৰিলে। তেওঁৰ ঘৰলৈ কোনো নোযোৱা হ'ল। বাটত লগ পালেও কোনেও তেওঁক নেমাতে। স্কুলীয়া ল'ৰাবোৰে তেওঁক দেখিলে হৈ দিয়ে। কোনোবাই ৰাতি মনে মনে তেওঁৰ চোতালে-ঘৰে বেয়া কৰি থয়গৈ, বাৰীৰ বস্তুবোৰ চুৰ কৰে, আৰু ভাল গছ সাৰবোৰ খিয়লিত কাটি-ছিঙি নষ্ট কৰেগৈ। তাৰ উপৰিও, সিহঁতে কুচুলাই তেওঁৰ ঘৰৰ চাকৰ-বাকৰবোৰকো ভগাই দিলে। তেওঁ ন-কৈ মানুহ ল'ব খুজিলেও, সিহঁতে বাৰবুৰি মিছা কথা কৈ কাকো আহিব নিদিয়ে। এবাৰ কেইটামান দুৰন্তই তেওঁৰ ঘৰত জুই লগায়ো দিছিলগৈ; ভাগ্যেৰে জানিবা

কোনোমতে ঘৰকেইটা পুৰিবলৈ নেপালে। কৃষ্ণই আগৰ দৰে মোকৰ্দমা মামলাও নোপোৱা হ'ল। তেওঁ 'দুৰ্বৃত্তীয়া উকিল' বুলি শত্ৰুইঁতে মিছা ৰটনা উলিয়াই চকু ফুটাই দিলে। তাকে শুনি অনেক মানুহে তেওঁক গোচৰ ঘাৰি দিবলৈ এৰিলে।

কৃষ্ণ মহা বিপাঙত পৰিল। এনে দৌৰাত্ম্যৰ মুৰত, তেওঁ যোৰহাটত থাকিব নোৱাৰা হ'ল। যিমান দিন পাৰে, কোনোমতে সহি সামৰি আছিল; পাচত অসহ্য হ'লত, স্থান এৰি মান ৰাখিবলৈ স্থিৰ কৰিলে। তেওঁ চালে এনে অজ্ঞ, ঠেক মনৰ খিয়লীয়া আৰু নীচচিতীয়া মানুহৰপৰা আঁতৰি থকাই যুগুত কথা। চাণক্য পণ্ডিতে কৈ যোৱা 'স্থান ত্যাগেন দুৰ্জনাৎ'—এই সাৰুৱা কথাকে তেওঁ সাৰোগত কৰি ধৰিলে; আৰু দূৰ সম্পৰ্কৰ সমন্ধীয়া এজনক ঘৰ-বাৰী গতাই দি ৰাধিকাক লৈ গুৱাহাটীলৈ গুচি গ'ল।

মহেশ্বৰ কটকীইঁতে ক'বলৈ ধৰিলে—ভাল হ'ল; হ'বতো, যেনে কৰ্ম তেনে ফল। এনে মহতালি ঈশ্বৰে সহিব কিয়? কলিকাল বুলিও পৃথিৱীত এতিয়াও ধৰ্ম আছে; ধৰ্মস্য সুক্ষ্মাগতি। গোসাঁয়ে তেওঁ আগলী দীঘলী চাইহে আছিল; এতিয়া মোটোকা মাৰি ধৰি সত্ৰকে একৱালে।

কৃষ্ণ গুচি যোৱাত, এই কুবুধীয়া মানুহবোৰে বৰ ডাঙৰ কাম কৰিলোঁ বুলি ভাবিলে। কেইদিনমানলৈ সিহঁতে বুকু ফিন্দাই কৈ ফুৰিছিল বোলে, হওক তেও কৃষ্ণৰ মহতালিৰ এনেদৰে যে হোৰ তুলিব পাৰিলোঁ, ই কম কথা নহয়।

## 'নেমাৰিলা প্ৰভু, কৰিলাহা দয়া'

কৃষ্ণই যোৰহাটৰপৰা অনৰ্থক কথাত খেদা খালে। কিন্তু তাৰ পৰা, তেওঁৰ বেয়া নহৈ ভালহে হ'লগৈ। পৰমেশ্বৰে এই দৰেই কেতিয়াবা বিপদ বা অমংগলৰপৰাই মানুহৰ সম্পদ বা মংগল কৰেগৈ।

গুৱাহাটীৰ উজানবজাৰ অঞ্চলতে থাকিবলৈ লৈ, কৃষ্ণ মন পুতি ওকালতিত লাগি গ'ল। তেওঁৰ সজ-স্বভাৱ আৰু অমায়িকতা দেখি, গুৱাহাটীৰ উন্নত সমাজে তেওঁক অকপটেৰে আদৰ, সন্মান আৰু শ্ৰদ্ধা কৰিবলৈ ধৰিলে, আৰু এনে এজন উৎসাহী শিক্ষিত ডেকাক লগত পাই বৰ ভাল পালে। অলপ দিনৰ ভিতৰতে ভাল উকিল বুলিও, নগৰৰ বাহিৰে গাঁৱে-ভূঁয়েও তেওঁৰ যশস্যা ওলাল। গুৱাহাটীত তেওঁৰ ওকালতি ব্যৱসায় যোৰহাটতকৈও ভাল হৈ উঠিল।

কৃষ্ণ কবি মানুহ, তেওঁৰ কথা নকৰেই, গুৱাহাটীৰ সেই বিপুল প্ৰাকৃতিক সৌন্দৰ্যই ৰাধিকাৰ মনকো বিভোল কৰি তুলিলে। 'অস্মাকং জন্মভূমি সকল বসুমতী মণ্ডলে সাৰভূতা' এই অসম জননীক জগদীশ্বৰে অতুল প্ৰাকৃতিক সৌন্দৰ্য সম্ভাৰৰ অধিকাৰিণী কৰিছে। এই অসমদেশ ভাৰতত নহৈ ইউৰোপ বা আমেৰিকাৰ কোনোবা ঠাইত হোৱা হ'লে ইয়াৰ প্ৰাকৃতিক দৃশ্যৰ ছবি পৃথিৱীৰ সকলো দেশৰে বজাৰত কিনিবলৈ পোৱা গ'লহেঁতেন। কিন্তু, এই পৰাধীন দেশৰ ভাগ্যত তেনে দিন ক'ত হ'ব!

ৰাধীয়ে কৃষ্ণই দুয়ো বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত বহি, কেতিয়াবা পুৱা আৰু কেতিয়াবা আবেলি পৰত, সেই মনোময় দৃশ্যবিলাক চাই থাকেগৈ। কেতিয়াবা নৈ পাৰ হৈ তেওঁলোকে উত্তৰ পাৰৰপৰা দক্ষিণ পাৰৰ দৃশ্য চায়গৈ; কেতিয়াবা ভুবনেশ্বৰীৰ ওখ টিঙৰপৰা মহানদৰ মালা পিন্ধা সুগহীন গুৱাহাটী নগৰৰ প্ৰশান্ত শোভাকে চাই থাকেগৈ। কোনোদিন, উমানন্দ শিখৰৰ চন্দ্ৰচূড়ৰ যুগল পদক লৌহিত্য জলৰ লহৰিমালাই অবিৰামে পখালি থকাকে একেৰাহে চাই নৈৰ পাৰত বহি থাকেগৈ। আজৰি পালে কেতিয়াবা দুয়ো গৈ, নিৰ্জন আৰু শান্তিময় বশিষ্ঠাশ্ৰমৰ শিলত বহি, সন্ধ্যা ললিতা কান্তাৰ নিৰৱ মনোৰম নৃত্য-গীত উপভোগ কৰি তৃপ্তি লাভ কৰেগৈ। চল পালেই, মাজে সময়ে মনোময় শ্বিলং শৈলতো ৮।১০ দিন থাকি সুবিমল শান্তি ভোগ কৰি থাকেগৈ।

অনেক মানুহে অকল একে ফাললৈকেহে মন দিব পাৰে ; এটা কামত লাগিলে অইন কামত ধৰিব নোৱাৰে। ব্যৱহাৰিক জীৱনৰো অনেকক তেওঁলোকৰ নিজ ব্যৱসায়ৰ বাজে আনবোৰ লাগতিয়াল ভাল কামত বৰকৈ লাগিবৰ দেখা নেযায়। কৃষ্ণ কিন্তু তেনেবিধৰ মানুহ নাছিল। তেওঁ ৰাইজৰ কামতো লাগিছিল, সভা-সমিতিয়েও ফুৰিছিল, সাহিত্যৰো চৰ্চা কৰিছিল, গান-বাজনা, প্ৰীতি সন্মিলন আদিৰ মেললৈকো তেওঁক আটায়ে বিচাৰিছিল, আৰু ইফালে কাচাৰীতো তেওঁ এগৰাকী পাৰ্গত উকিল আছিল।

ৰাধিকায়ো গুৱাহাটীত থাকি বৰ ভাল পাইছিল। গুৱাহাটীৰ মহিলা সমাজত মিলি-জুলি, আৰু নিজৰ লিখা-পঢ়াতো আগতকৈ ভালেখিনি আগবাঢ়ি, তেওঁ তাত থকা কালতে বহুত ভাল কথা আৰু সজ ৰীতি-নীতি শিকিব পাৰিছিল।

কৃষ্ণ আৰু ৰাধী দুয়ো গুৱাহাটীৰ ভদ্ৰসমাজৰ আদৰৰ পাত্ৰ হৈ পৰিল। দেশী বিদেশী সকলোৰেই তেওঁলোকক সন্মানে শ্ৰদ্ধা কৰিছিল। তেওঁলোকেও গুৱাহাটীত থাকি যেনে ভাল পাইছিল, নিজৰ জন্মস্থান হ'লেও সেই কালৰ যোৰহাটত কোনোমতেই তেনেৰূপে ভাল নেপালেহেঁতেন। দুয়ো বুজিলে, যোৰহাটৰ পৰা খেদা খুৱাই গুৱাহাটীলৈ নি ঈশ্বৰে তেওঁলোকৰ মঙ্গলহে কৰিলে। তাৰ হৈ তেওঁলোকে প্ৰাৰ্থনাৰ সময়ত পৰমেশ্বৰলৈ কৃতজ্ঞতা জনাইছিল। তেওঁলোক দুইৰো দিনৌ পুৱা-গধূলি একেলগে ঈশ্বৰ সেৱা কৰাৰ সজ আছিল। গুৱাহাটীত ওকালতিৰ উৎপন্নৰপৰাই সুখেৰে খাই-বই, তেওঁলোকৰ ভালৰূপে অৰ্থ সঞ্চয়ো হৈছিল।

এইদৰেই দুবছৰ সুকলমে আৰু সুখ্যাতিৰে ওকালতি কৰি সুখ-সন্তোষেৰে থকাৰ পাচত, কৃষ্ণই হাকিমী কাম পাই, প্ৰথমতে তেজপুৰত ই. এ. চি. নিযুক্ত হ'ল। গুৱাহাটীয়া ভদ্ৰসমাজে তেওঁলোক যাবলগা হোৱাত বেজাৰ পালে ; কিন্তু দুইকো আশীৰ্বাদ দি, বিপুল সমাদৰে তেজপুৰলৈ বিদায় দিলে। তাৰ পাচত তেওঁলোকেও বন্ধু-বান্ধৱ আটাইৰে ঘৰে ঘৰে গৈ মাত লগাই, তেজপুৰলৈ যাত্ৰা কৰিলে।

## চাকৰিৰ কাল

তেজপুৰতো কৃষ্ণ আৰু ৰাধিকা দুয়ো গুৱাহাটীৰ দৰেই সকলোৰে প্ৰীতিভাজন হৈ পৰিলগৈ। তেওঁলোক গুৱাহাটীত থকাৰে পৰা তেজপুৰৰ মানুহে তেওঁলোকৰ গুণ-যশস্যাৰ কথা শুনি আছিল। এতিয়া দুইকো লগত পাই তেজপুৰ নগৰৰ ভদ্ৰ সমাজে বৰ ভাল পালে ; আৰু তেওঁলোকৰ আচৰণ দেখি, অতিশয় প্ৰীতি লাভ কৰিলে।

পূৰ্বে ভাল উকিল থকা বাবে, কৃষ্ণই হাকিমী কামতো সুবিধে পৰা পাৰ্গতালি দেখুৱাব পাৰিছিল। ভাল হাকিম বুলি নাম ওলাবলৈ তেওঁৰ সৰহ দিন নেলাগিল। কিছুদিন কাম কৰাৰ পাচতে, তাৰ ডিপুটি কমিশ্যনৰ চাহাবে কৃষ্ণ পাকৈৎ হাকিম বুলি ওপৰলৈ ৰিপৰ্ট কৰিলে। তাৰ পাচৰে পৰা কৃষ্ণৰ দোপত দোপে চাকৰিত উন্নতি হৈ আহিল।

চৰ্কাৰী বিষয়া বুলিলেই ডলাৰ বগৰী। তেজপুৰত কেইবছৰমান থাকিয়েই, কৃষ্ণ আন ঠাইলৈ বদলি হ'ল। তাৰ পাচত, অ'ৰপৰা ত'লৈ, ত'ৰপৰা অ'লৈ, বদলি হৈ হৈ, অসমৰ দুইখন উপত্যকাৰ কেউখন জিলাত বাগৰি-জুগৰি, আৰু কিছুকাল শ্বিলঙৰ অফিচতো কাম কৰি, চাকৰিৰ শেহ ছোৱাত তেওঁ যোৰহাটলৈ চবডিভিজনেল হাকিম হৈ বদলি হ'ল।

যোৰহটীয়া মানুহৰ পূৰ্বৰ ব্যৱহাৰৰ কথা সুঁৱৰি, কৃষ্ণই যোৰহাটলৈ আহিব লগীয়া হোৱাত ভাল নেপাইছিল। কিন্তু নাহি কৰিব কি ? চৰ্কাৰী চাকৰিয়ালে চৰ্কাৰৰ হুকুম নেমানি নোৱাৰে। তেতিয়া যোৰহাটৰ কাচাৰীত বহুত মোকৰ্দমা মুলতবী হৈ বহুদিনৰেপৰা পৰি আছিল। গতিকে পাকৈত বিষয়া গুণে, চৰ্কাৰে কৃষ্ণকেহে যোৰহাটলৈ পঠিয়ালে। তাৰ

উপৰিও, যোৰহাট কৃষ্ণৰ ওপজা ঠাই; তেওঁৰ মাটি-বাৰী, সা-সম্পত্তি, সম্বন্ধীয়া মানুহ সকলোখিনি যোৰহাটত। তেওঁ এদিন নহয় এদিন আকৌ যোৰহাটলৈকে আহিব লাগিবই। নিতান্ত বেয়া পালে, চাকৰিৰ অন্তত মাটি-বাৰী বেচি থৈ, আন ঠাইলৈ গুচি যাম বুলি ভাবি, তেওঁ গধুৰ মনেৰে যোৰহাট পালেহি।

কৃষ্ণই যোৰহাট এৰি যাবৰ প্ৰায় ২৭ বছৰ হৈছিল। মানুহৰ জীৱনত ২৭ বছৰ এছোৱা সুদীৰ্ঘ কাল। এই ২৭ বছৰত বহুত কথাৰ সাল-সলনি হ'ল। আগৰ কেঁচুৱাবোৰ ডেকা হ'ল, ডেকাবোৰ বুঢ়া হ'ল, আৰু বুঢ়াবোৰৰ সৰহ ভাগ মৰি হাজি অন্ত হ'ল। যি কেইজন বুঢ়া তেতিয়াও জীয়াই আছিল, সমাজত তেওঁলোকৰ কথা নবহা হ'ল। নতুনকৈ উঠা ডেকাবোৰ মানুহৰ ৰীতি নীতি, নিয়ম কাৰণ, চলন ফুৰণ সকলোবোৰ উদাৰ পথৰ হ'ল। কৃষ্ণই দেখিলে, এইবাৰ তেওঁক ঘিণ কৰোঁতা মানুহ সৰহ নোলাল। আগৰ দৰে তেওঁক কোনেও জাতযোৱা বা ৰাধিকাকো বঙালনী নুবুলিলে। পূৰ্বে যিবোৰ মানুহে তেওঁক এৰিছিল, এঘৰ এঘৰকৈ সেই সকলোবোৰেই তেওঁৰ সৈতে অবাধে আৰু উপযাচি সামাজিক ব্যৱহাৰ কৰিবলৈ ধৰিলে। আনকি আগেয়ে তেওঁক এৰিবলৈ আগৰণুৱা হৈ উদ্যোগ কৰি ফুৰা সেই মহেশ্বৰ, নিত্যানন্দ আৰু গোলেশ্বৰেই, লোকতকৈ আগধৰিহে তেওঁৰ ঘৰত খোৱা-লোৱা কৰি, ভালৰি বোলালেহি। কৃষ্ণই পিতৃ-শ্ৰাদ্ধ পাতি, নগৰৰ সকলোখিনি ভাল মানুহক নিমন্ত্ৰণ কৰিলে। সেই সকাম খাবলৈ নহা মানুহ দুজন কি তিনিজনহে ওলাল।

মহীধৰ শৰ্মা আগৰেপৰা কৃষ্ণৰ সপক্ষ লোক। তেওঁ কিছু চোকামুখীয়া মানুহ আছিল। তেওঁ এদিন মহেশ্বৰ কটকীক সুধিলে বোলে, "তোমালোকে এতিয়া যে কৃষ্ণৰ ঘৰত খাবলৈ ভাল হ'ল, আগেয়েনো সেইদৰে নৰক পৰচেষ্টা দেখুৱাইছিলা কিয়?" মহেশ্বৰে বোলে, "সেইবোৰ কথা কিয় সোধাঁ? গ'ল কথা গুচিল। যি কালৰ যি কথা; সেইকালত তেনে কৰিলেহে লাভ আছিল দেখি তাকে কৰিছিলোঁ। এতিয়া এই কালত যেনে কৰিলে লাভ হয়, তেনে কৰিছোঁ। যেনি জোল যায় তেনি ভেটা দিব নেজানিলে, তুমি নো কিহৰ মানুহ?" মহীধৰে ক'লে—কৃষ্ণই একো পাপৰ কাম বা বেয়া কাম কৰা নাছিল। তথাপি, তোমালোকে নিজক ভাল বোলাবলৈ, অবাবত তেওঁক তেনেদৰে নিৰ্য্যাতন কৰিলা। এতিয়া তেওঁৰ হাতত চৰ্কাৰী ক্ষমতা দেখি শঠা মিতিৰ পাতি, তেওঁৰ পৰম হিতৈষী বন্ধু হৈ পৰিলা। তোমালোকৰ এনে প্ৰকৃতিৰ বাবে, কোনো জনা-বুজা লোকে তোমালোকক মানুহৰ শাৰীত নধৰে। এনে হিংসাকুৰীয়া, আৰু নিজৰ লাভৰ অৰ্থে লোকক মৰিয়াই মাৰিবলৈ পাচ নোহোঁহকা নীচ মানুহেৰে সমাজ পাতি থাকিবলগীয়া নে হৈছে, ই দেশৰ দুৰ্ভাগ্যৰ কথা।"

মহেশ্বৰে বোলে, "আমাৰ গাত কি দোষ? কৃষ্ণই জানো বিয়াৰ পূৰ্বতে আমাক কিবা সুধিছিল বা বিয়াৰ পাচতো, আমাক কিবা ভাৰসা কৰিছিল?" মহীধৰে উত্তৰ দিলে বোলে, "বিয়াৰ পূৰ্বে তোমালোকক সুধিলে, তোমালোকে জানো নিজৰ ঘৰৰ বিয়া পাতিবলৈ হ'লে, তেওঁক সুধিলাগৈহেঁতেন? আৰু বিয়াৰ পাচত ভাৰসা কৰাৰ কথা যে কৈছা, তাৰ মানে কিবা ধন-বিৎ বা ভেটী ভাৰ দি তোমালোকক তেওঁৰ ফলীয়া কৰিব লাগিছিল। তেওঁ শিক্ষিত মানুহ হৈ তেনে কাম কিয় কৰিব? তোমালোকৰ দৰে মানুহক সেইদৰে উপাসা কৰাটো ভাল মানুহে গৰ্হিত কাম আৰু হাঁহিয়াতৰ কথা বুলি ভাবে। তাতকৈ নিৰ্য্যাতন সহাই ভাল। তোমালোকে অৱশ্যে তাক নুবুজিব পাৰাঁ।

এনে গৰিহনা শুনি, মহেশ্বৰে সেমেনা-সেমেনি কৰি ঠোঁট-মোট চেলেকি গুচি গ'ল।

### অৱসৰ গ্ৰহণ

অতকাল সুখ্যাতিৰে চৰ্কাৰী চাকৰি কৰি, যোৰ-হাটলৈ অহাৰ কেইবছৰমানৰ পাচতে, কৃষ্ণই পেঞ্জন

লৈ কামৰপৰা ওলাল। অনেক মানুহ, পেঞ্চন ললে, সকলো কামৰ অযোগ্য হৈ পৰে। কাম কৰি কৰি, গাত বল শক্তি নথকা হোৱাত বা বয়স বুঢ়া হোৱাত, তেওঁলোকে প্ৰায়েই আন কোনো কাম কৰিব নোৱাৰা হয়। কৃষ্ণৰ কিন্তু তেনে হ'বলৈ নেপালে। পেঞ্চন লওঁতে তেওঁ শৰীৰ সুস্থ আৰু সবল আছিল, আৰু বয়সেও তেওঁ বুঢ়া হোৱা নাছিল। বল শক্তি আৰু স্বাস্থ্য আৰু মনৰ উদ্যম দুটুটাকৈ থাকোঁতেই তেওঁ পেঞ্চন লৈছিল। চৰ্কাৰী কামৰ অন্তত পেঞ্চন ললে কোনো কোনো বিষয়াক দেশৰ মানুহে দেখিব নোৱাৰা হোৱাও দেখা যায়। যিসকল বিষয়াই কামত থকা কালত ৰাইজৰ অহিত কৰে, বা অহংকাৰৰ মূৰত মানুহক মানুহ যেন নেদেখে, পেঞ্চন লোৱাৰ পাচত তেওঁলোকৰেই তেনে গতি হয়। কৃষ্ণৰ তেনে হ'বলৈকো নেপালে। চৰ্কাৰৰ বিষয়াসকলক যে ৰাইজৰ হিতৰ অৰ্থে কাম কৰিবলৈ, ৰাইজৰ ধনেৰে দৰ্মহা দি ৰখা হয়, তেওঁলোক যে ৰাইজৰ ভৃত্যহে, অধিপতি নহয়, এই কথা কৃষ্ণই ভালকৈ বুজিছিল। সেই দেখি, চাকৰিত থাকোঁতে তেওঁৰ একো গপ-গপুপো নাছিল; আৰু তেওঁ ক্ষমতা চলাই কাকো উৎপীড়ন কৰাও নাছিল। গতিকে পেঞ্চন ল'লতো তেওঁক নগৰে গাঁৱে সকলোৱে শ্ৰদ্ধা আৰু সন্মান কৰিছিল।

কৃষ্ণৰ ধন-সোণ, সা-সম্পত্তি, মাটি-বাৰী একোৰে নাটনি নাছিল। ইফালে পেঞ্চন মাহে ২৫০ টকাকৈ মঞ্জুৰ হ'ল। সেইকালত টকা-পইচাৰ মূল্যও এতিয়াতকৈ অনেক অধিক আছিল। তেতিয়াৰ এটকা ৰূপক এতিয়াৰ পাঁচ টকা আৰু কোনো কোনো স্থলত দহ টকাৰো সমান বুলিব পাৰি। এনে অৱস্থাত, সংসাৰ যাত্ৰাৰ বাবে তেওঁৰ একো ভাবনা নাছিল।

জীৱনৰ অৱশিষ্ট দিনখিনি কেনেকৈ সজ চিন্তা আৰু সজ কাৰ্যত নিয়াব পাৰি, কৃষ্ণই ৰাধীৰে সৈতে ভাবে পৰামৰ্শ কৰিবলৈ বহিল। ৰাধীয়ে ক'লে, কাশী বৃন্দাবন বা শ্ৰীক্ষেত্ৰ, কোনো এখন ডাঙৰ তীৰ্থত বাস কৰিবলৈ যাব লাগে।

ৰাধীৰ কথাত কৃষ্ণৰ মন নেথালে। তেওঁ ক'লে—সেইবোৰ তীৰ্থত থাকিবলৈ যাবৰ মই একো প্ৰয়োজন নেদেখোঁ, আমি য'ত উপজিলোঁ, যত ডাঙৰ-দীঘল হ'লোঁ, যৰ বায়ুৰে উশাহ লওঁ, যি দেশৰ ভাষাৰে কথা কওঁ, যি দেশ আমাৰ পূৰ্ব-পুৰুষসকলৰ লীলাৰ থলী, সেই জন্মভূমিতকৈ আমাৰ পক্ষে আৰু ডাঙৰ তীৰ্থ একো নাই। এই দেশেই আমাৰ মহা তীৰ্থ, ইয়াৰ সেৱাই আমাৰ পৰম ধৰ্ম, ইয়াৰ প্ৰতি ধূলিকণাই আমাৰ পৰম পবিত্ৰ বস্তু। ইয়াৰ মানুহেই আমাৰ অতি আপোন মানুহ; আমাৰ ভাই-ককাই বাই-ভনী। আমি এই অসম দেশতে থাকি, ইয়াৰে উপকাৰৰ অৰ্থে আমাৰ ক্ষুদ্ৰ শক্তিৰ অনুসাৰে যি পাৰোঁ, অলপ হ'লেও দেশৰ কামহে কৰিব লাগিব। মানুহ মাত্ৰেই যি যিমান পাৰে সিমান ফেৰিকে দেশৰ কাম কৰিব লাগে। তাকে নকৰিলে, এই নৰ জীৱনৰ কৰ্তব্য পালন কৰা নহয়, আৰু গৰু-পশু জীৱনেৰে সৈতে মানুহৰ জীৱনৰ একো প্ৰভেদো নেথাকে। 'আহাৰোনিদ্ৰাভয়মৈথুনঞ্চ', এই কেইটা মানুহৰো আছে, গৰু-পশুৰো আছে। সমাজৰ কাম, দেশৰ কাম, লোকৰ উপকাৰ, এনে কিবা সজ কাৰ্য কৰিলেহে মানুহে মানুহৰ শাৰীত ঠাই পায়। এতিয়ালৈকে গোটেই জীৱনটো অকল নিজৰ সুখ-সম্পদৰ বাবে ধন ঘটোঁতেই গ'ল। এতিয়াও যি কেইদিন বাকী আছে, সেই কেইদিনকে কিবা এটা দেশৰ কামত নিনিয়ালে নহয়।

কৃষ্ণৰ কথা শুনি, ৰাধীয়েও তাকে ভাল বুলি বুজিলে। তেতিয়া দেশৰ নো কি কাম কৰা হ'ব, তাৰ কথা ওলাল। কামটো এনেহাতে দেশৰ উপকাৰীও হ'ব লাগিব। এই দুইটা কথালৈ চাই, কি কামত ধৰিলেনো যুগুত হ'ব কৃষ্ণই তাক ভাবিবলৈ লাগিল।

## কৰ্মৰ নিৰূপণ আৰু সূত্ৰপাত

কৃষ্ণই ভাবি চালে, ৰাজনীতি যুদ্ধ সমাজ শিক্ষা শিল্প সাহিত্য কৃষি বাণিজ্য আদি বিবিধ ক্ষেত্ৰত দেশৰ কাম কৰিব পাৰি। সকলো মানুহ সকলো ক্ষেত্ৰৰ উপযুক্ত নহয়। সেই দেখি, যাৰ যি কামত ৰতি থাকে, আৰু কৰিবলৈকো সুচল থাকে, দেশৰ উপকাৰৰ অৰ্থে, সি সেই কামকে কৰিলেই দেশৰ কাম কৰা হয়। কৰ্মীৰ শক্তিৰ অনুপাতে, তাৰে কোনোটো বৰ ডাঙৰ কাম আৰু কোনোটো নিচেই সৰু কাম হ'ব পাৰে; অৰ্থাৎ ডাঙৰে ডাঙৰ কামত ধৰি দেশৰ ডাঙৰ উপকাৰ কৰিব পাৰে, আৰু সৰু বা দুখীয়াই অলপীয়া কাম কৰি নিচেই অলপ মাত্ৰ উপকাৰ কৰিব পাৰে। কিন্তু উপকাৰ কম বুলিও, সৰুৱে কৰা সৰু কামটোও দেশৰ কাম নোহোৱা নহয়।

তেওঁ দেখিলে গাঁওবোৰেই দেশৰ মেৰুদণ্ড। গতিকে গাঁওবোৰৰ উন্নতি নহ'লে, দেশখনৰ কেতিয়াও উন্নতি হ'ব নোৱাৰে। গাঁৱৰ মানুহবোৰক সুস্থ, সবল আৰু জনবুজা কৰি তুলিব লাগে, আৰু আত্মাবলম্বী হ'বলৈ শিকাব লাগে। দেশৰ উন্নতিৰ অৰ্থে ই এটা থাই কাম। গাঁৱলীয়া মানুহবোৰ অজ্ঞ, নিৰক্ষৰ, স্বাস্থ্যহীন, দৰিদ্ৰ আৰু পৰৰ মুখলৈ চোৱা হৈ থাকিলে, নগৰবোৰ লাগিলে যিমানেই উন্নত আৰু ঝকমকীয়া হওক, কোনো দেশ কেতিয়াও উঠাব নোৱাৰে। কৃষ্ণই সেই দেখি গাঁৱত সোমাই গৈ, গাঁৱলীয়াৰে সৈতে গোট খাই শক্তি অনুসৰি দেশৰ কাম কৰিবলৈ স্থিৰ কৰিলে।

যোৰহাট নগৰৰ পৰা দূৰত, ৰাজ আলিৰপৰা দুমাইলমান সোমাই গৈ, এঠাইৰ ওচৰা-ওচৰিকৈ কেইবাখনো ডাঙৰ ডাঙৰ গাঁও আছিল। সেই গাঁও কেইখনত বহুত মানুহৰ বসতি; কিন্তু মানুহবোৰ দুখীয়া আৰু নিৰক্ষৰ। সিহঁতে অলপীয়াকৈ খেতি-বাতি কৰি কোনোমতে পেট প্ৰৱৰ্তাই থকা মানুহ; তাৰে ভালেখিনি মানুহ কানীয়া। তাত অহা—যোৱা কৰিবলৈ আলি-পদূলি নাছিল, ভাল খোৱা-পানীৰ একো ব্যৱস্থা নাছিল, আৰু ওচৰত হাট-বজাৰ দোকান-পোহাৰ আৰু স্কুল-পঢাশালী আদিও নাছিল। কেউফালে বহুত ভাল ভাল চৰ্কাৰী মাটি পতিত হৈ পৰি আছিল। চাৰি পাঁচ মাইলৰ আঁতৰত কেইখনমান চাহ বাগিচা আছিল।

কৃষ্ণই সেই ঠাইকে তেওঁৰ কৰ্মস্থল পাতিবলৈ মনস্থ কৰি, প্ৰথমতে গাঁৱৰ মানুহবোৰৰ ঘৰে ঘৰে গৈ নানা প্ৰকাৰ কথা-বাৰ্তা পাতি, সিহঁতে সৈতে ভালকৈ চা-চিনাকি হৈ ললে; আৰু তাৰে মাটি এডোখৰ পটা লগাই লৈ তাতে ধুনীয়া আৰু আটোমটোকাৰীকৈ কেইটামান সৰু সৰু ঘৰ সজালে। তাৰ পাচত, উপযুক্ত পুত্ৰৰ হাতত সংসাৰ ভাৰ গতাই দি, তেওঁ ৰাধীৰে সৈতে সেই ঘৰতে থাকিবলৈ ললেগৈ; মাজে সময়ে কেতিয়াবা ২।৪ দিন যোৰহাটৰ ঘৰতো থাকি যায়হি।

গাঁৱৰ মাজত বহি লৈ, কৃষ্ণই নামঘৰে নামঘৰে গৈ ৰাইজ চপাই, অনেক ভাল ভাল আৱশ্যকীয় কথা বুজাবলৈ ধৰিলে। সেই ঠাইৰ মানুহ যে আন ঠাইৰ ৰাইজতকৈ সকলো কথাতে বহুত পাচ পৰি আছে, তাক সকলোকে বুজাই দিলে। আলি, পদূলি, খোৱা পানী, হাট-বজাৰ স্কুল-পঢাশালি আদিৰ অভাৱৰ কথা সকলোৰে চকুত পেলাই দিলে। ল'ৰা-ছোৱালীবোৰক নিৰক্ষৰকৈ নথৈ, হাল-কোৰৰ লগতে পৰা যায় মানে পঢাবও লাগে, খেতি-পথাৰ আৰু বোৱা-কটা আদিৰ উন্নতি কৰিব লাগে; তাৰ কথা ক'লে, আৰু সমূহ ৰাইজৰ হিতৰ অৰ্থে গযা মানুহ মুঠ বান্ধি এনেবোৰ সৎকাৰ্যলৈ আগবাঢিব লাগে; তাকো ক'লে। তেওঁ পানী যেন নিখৰচিকৈ বুজাই দিয়াত, এই কথাবোৰ সকলোৰে মনত খাপ খাই সোমাই পৰিল।

কৃষ্ণই টানে-মঙ্কিলে, বিপদে-আপদে ভু-ভা, লৈ বুধিভাগ দি, আৰু অন্য প্ৰকাৰেও সহায় কৰি, সেই ঠাইৰ মানুহৰ সাধ্যমতে উপকাৰ কৰিবলৈ লাগিল। তেওঁ তালৈ যাবৰ অলপ দিনৰ পাচতে, সেই ঠাইত

ব্যাপকৰূপে জহনী আৰু গ্ৰহণী লাগে, আৰু অনেক মানুহৰ অকালতে মৃত্যু হয়। তেওঁ নিজে ধন ভৰি দূৰৰ পৰা ডাক্তৰ অনাই বেমাৰত পৰা মানুহক চিকিৎসা কৰালে ; আৰু ৰাধীয়ে তেৰৈ দুয়ো ঘৰে ঘৰে খবৰ কৰি, যথাসাধ্য শুশ্ৰূষাও কৰিলে। তেওঁলোকৰ চেষ্টাৰ গুণতে, বেমাৰত পৰা সৰহ ভাগ মানুহ ভাল হ'ল।

কৃষ্ণ আৰু ৰাধীৰ এনে আশাশুধীয়া ব্যৱহাৰ দেখি, সেই ঠাইৰ কেউখন গাঁৱৰ মানুহ তেওঁলোকৰ বশ হ'ল। তাৰ সকলো ৰাইজে তেওঁলোকক আদৰ সন্মান ভক্তি শ্ৰদ্ধা আৰু বিশ্বাস কৰিবলৈ ধৰিলে।

এনে সময়তে, চৰ্কাৰে কৃষ্ণক "ৰায় বাহাদুৰ" উপাধি দিব খুজিছিল। কৃষ্ণই বিনীতভাৱে চৰ্কাৰক বুজালে বোলে, মই এতিয়া যি কামত হাত দিব খুজিছোঁ, চৰ্কাৰী উপাধি পালে, সেই কামত মোৰ ব্যাঘাত হ'ব পাৰে। এতেকে চৰ্কাৰৰ এই অনুগ্ৰহ ভোগ কৰিবলৈ মই পৰাংমুখ হ'বলগীয়া হোৱাত, চৰ্কাৰে যেন মোক ক্ষমা কৰে। মোলৈ এই সন্মানিত উপাধি যচা বাবে মই কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

## বিবিধ কৰ্ম

জহনী বেমাৰ গুচি গাঁও সুথিল হ'লত, কৃষ্ণই গাঁৱৰ মানুহবোৰক বুজালে বোলে, ঘাইকৈ পানীৰ দোষতহে জহনী আৰু গ্ৰহণী বেমাৰ হয় ; কাৰণ পানীত এইবোৰ বেমাৰৰ বীজ থাকে, আৰু সেয়ে পেটলৈ গ'লে মানুহক এনে বেমাৰে ধৰে। সেই কথা তেওঁ ভাঙি-পাতি বুজাই দিয়াত সিহঁতে বুজিলে। সেই চলতে, তেওঁ গাঁৱৰপতি ডেকা ল'ৰাবোৰ লগাই দি, প্ৰত্যেক গাঁৱতে একোটা ভাল পুখুৰী খনালে। তাৰপৰা ৰাইজৰ ভাল পানীৰ অভাৱ গুচিল।

সেই গাঁওবোৰৰ এখনতো, মানুহে ফুৰা চকা কৰিবলৈ, বা এখন গাঁৱৰপৰা আন কোনো এখনলৈকো যাবলৈ, পূৰ্বে বাট-পদূলি নাছিল ; বোকাই-পানীয়ে আৰু খালে-ডোঙেহে যাব পৰা আছিল। পুখুৰী খনোৱাৰ দৰেই, গয়া মানুহৰ হতুৱায়েই, কৃষ্ণই কেউখন গাঁৱৰ মাজেদি এটা আলিও বন্ধোৱালে। সেই আলি হোৱা বাবে কেউখন গাঁৱৰ মানুহেৰে বাৰ মাহে ফুৰা চকা কৰিবলৈ বৰ সুবিধা হ'ল। গয়া মানুহবোৰে দেখিলে কৃষ্ণৰ কথামতে মুঠ বান্ধি কাম কৰাত, সিহঁতৰ এই দুটা ডাঙৰ অভাৱ গুচিল ; অথচ সেই বাবে সিহঁতবো ধনো খৰচ নহ'ল।

সেই গাঁওখনৰপৰা ৰাজ আলিলৈ মানুহ হাবিয়ে-বননিয়ে পথাৰে-সমাৰেহে যাব পাৰিছিল। আলি নাছিল। কৃষ্ণই অনেক পুৰুষাৰ্থ কৰি লাগি ভাগি, তেওঁ বন্ধোৱা আলিৰ মূৰৰপৰা ৰাজ আলিলৈকে সেই দুমাইল বাটত লকেল্ ব'ৰ্ডৰ হতুৱাই আলি বন্ধোৱাই দিলে। তেওঁৰ যত্নতে, তেওঁ কৰোৱা পুখুৰী কেইটা আৰু গাঁৱৰ আলিটোৰ ভাৰো লকেল্ ব'ৰ্ডেই ল'লে।

সেই ঠাইত হাট-বজাৰ আৰু দোকান-পোহাৰ নথকাত, মানুহৰ বৰ আহুকাল আছিল। গাঁৱৰপৰা বহুত দূৰত কেঞাৰ দোকান আছিল, কিন্তু তাত বস্তুৰ দাম দুই-চাই মৰগ ; নগৰৰ দুগুণ দাম নেপালে, কেঞাই কোনো বস্তু নিদিয়ে। চাহ বাগিচাৰ ওচৰত দেও-বাৰে দেওবাৰে হাট বহে ; তালৈকো গাঁৱৰপৰা বহুত দূৰ। কৃষ্ণই সেইদেখি গয়া মানুহক বুজাই-বৰাই, কেউখন গাঁৱৰপৰা অলপ খেৰ-বাঁহ তুলি আনিলে ; আৰু সিহঁতৰ হতুৱায়েই বিনা খৰচে কেইটামান ঘৰ সজাই লৈ, লকেল ব'ৰ্ডে বান্ধি দিয়া আলিৰ মাটিতে এখন হাট পাতি দিলে। তেওঁ উদগনি আৰু বুধি ভাগ দি, খেতি-বাতি আৰু বোৱা-কটা সজা-পৰা আদি শিল্পৰ কামবোৰো উন্নত প্ৰণালীৰে কৰিবলৈ মানুহক শিকালে ; আৰু কুমাৰ কমাৰ কহাৰ আদি শিল্পী-বোৰক বুজাই-বৰাই সিহঁতে দিয়া শিল্পৰ কামত আকৌ নকৈ লগালে। ওচৰতে হাটখন খুলি দিয়া বাবে, সেই ঠাইৰ মানুহে সিহঁতৰ কৃষিজাত আৰু শিল্পজাত বস্তুবোৰ বেচিবলৈ চল পালে।

কৃষ্ণই প্ৰতিঘৰ মানুহৰ পৰা কিছু কিছুকৈ ধন তুলি তুলি কেউখন গাঁৱৰ মাজতে সমবায় প্ৰথাৰে এখন দোকানো খোলাই দিলে। তাত গাঁৱলীয়া মানুহক সদায় লাগি থকা লোণ-বান সূতা-নেতাকে আদি কৰি সকলো বস্তু সস্তা দামতে পাব পৰা হ'ল। সেই দোকানৰ লাভৰ ধন, পূৰ্বে দোকান খুলিবলৈ ধৰগণি দিয়া মানুহ আটাইকে সিহঁতে দিয়া ধনৰ পৰিমাণ অনুসাৰে বিলাই দিয়া হৈছিল। গতিকে সকলো গয়াই ঘৰে ঘৰে সেই লাভৰ ভাগ পাইছিল।

চাহ বাগিচাৰ পৰা ওলাই অহা বঙালী বনুৱা এজাকে খেতি-বাতি কৰি থিতাপী হ'বলৈ চলৰ ঠাই বিচাৰি ফুৰিছিল। কৃষ্ণই সিহঁতক মাতি আনি চৰ্কাৰী পতিত মাটি পট্টা লগাই দি, ইবোৰ গাঁৱৰ ওচৰতে এখন সুকীয়া গাঁও কৰি বহুৱালে, আৰু সেইখন গাঁৱো ই কেইখন গাঁৱৰ লগতে সামৰি ললে। সেই মানুহবোৰক তেওঁ অসমীয়া গুৰুত শৰণ লোৱাই, কুলত তুলি দিনৌ নাম-গুণ গোৱাই, সবাহ-ভাৱনা পতাই সাজে-পাৰে, মাতে-কথাই নীতিয়ে-নিয়মে- কেউহাতে তেনেই অসমীয়া কৰি পেলালে।

গুখিৰে পৰা কৃষ্ণৰ সজ কামবোৰ দেখি, আৰু তাৰ পৰা উপকাৰ পাই, সেই ঠাইৰ আটাই মানুহে তেওঁক দেৱতা যেন দেখা হ'ল। তেওঁ যে গয়াৰ পৰম হিতৈষী আৰু উপকাৰী লোক তাক সকলোৱে ভালকৈ বুজিলে।

## ৰাধাকৃষ্ণ মন্দিৰ

এইবোৰ কাম কৰি লৈ, কৃষ্ণই ৰাইজক বুজালে যোলে আমাৰ কেউখন গাঁৱৰ ৰাইজৰ লাগতিয়াল কামবোৰ, আমি একেলগে গোট খাই কৰিব পাৰিলে, বহুত কথালৈ চল হয়। ৰাইজে এই কথাত হয় দিয়াত, তেওঁ কেউখন গাঁৱৰ মাজতে মাটি লৈ নিজৰ খৰচেৰে ডাঙৰকৈ এযোৰ নামঘৰ মণিকূট সজালে। মণিকূটটো তলে-ওপৰে পকা; আৰু নামঘৰটোৰ তলখন পকা, ওপৰে টিন।

কৃষ্ণৰ কথামতেই, কেউখন গাঁৱৰ মানুহে গোট খাই এই নামঘৰতে ফাগুৱা জন্মাষ্টমী আদি কৰি তিথি মহোৎসৱবোৰ ৰাজহুৱাকৈ একেলগে পাতিবলৈ ধৰিলে; আৰু সবাহ-ভাৱনা আদিও কৰিবলৈ ল'লে। আগেয়ে গাঁৱে গাঁৱে বেলেগ কৰোঁতে, এই কামবোৰ টুলুঙা আছিল; এতিয়া একেলগে কৰা বাবে ডাঙৰ আৰু গহীন হৈ পৰিল। গয়াঁ মানুহৰ ভালেখিনি বাদ-বিবাদো, কাচাৰীলৈ যাব নিদিয়াকৈ, বুঢ়া-মেঠাসকলে এই নামঘৰতে বহি মেল গুধি নিষ্পত্তি কৰিছিল। তাৰপৰা বিচাৰো ন্যায়মতে হৈছিল, আৰু বাদী-বিবাদিৰো ধন খৰচ নহৈছিল।

পাচত এই নামঘৰতে এখন পঢ়াশালিও বহিল। তাত গাঁৱৰ ল'ৰা-ছোৱালীক বিনা মাচুলে পঢ়োৱা হৈছিল। তাত পোনতে শিক্ষকতা কৰিছিল কৃষ্ণ আৰু ৰাধিকাই। কিছুদিনৰ পাচত আন শিক্ষক লোৱা হ'ল। কিন্তু তেতিয়াও তেওঁলোক দুজনৰ দিহা মতেহে পঢ়াশালিৰ সকলো কাম চলিছিল।

সেই ঠাইৰ মানুহৰ ধৰ্ম আৰু নীতি শিক্ষাৰ বাবেও কৃষ্ণই সেই নামঘৰতে দিহা কৰি দিলে। তেওঁ দূৰৰ গাঁও এখনত ভদ্ৰেশ্বৰ ভাগতী নামেৰে ভাল ভকত এজন থকা সম্বাদ পালে। ভদ্ৰেশ্বৰ ভালে দিন এখন ডাঙৰ সত্ৰত ভাগতী আছিল। পাচত তাৰপৰা ওলাই আহি, নিজ গাঁৱতে থাকি উদাসীন হৈয়েই খুজি মাগি খাই ফুৰিছিল। কৃষ্ণকান্তই তেওঁক চলাই আনি এই নামঘৰৰ কামত লগালেহি। সদায় একাদশী, পূৰ্ণিমা, অমাৱস্যা আৰু সংক্ৰান্তিৰ দিনা, ভদ্ৰেশ্বৰে হাজাৰী ঘোষা বা আন কোনো ভাল পুথিকে হ'লেও পঢ়ি তাৰ অৰ্থ বুজায়, আৰু কেউখন গাঁৱৰ পৰা মানুহ চাপি তাকে শুনেহি।

এইদৰে মিলি জুলি কাম কৰাত, সেই গাঁও কেইখনৰ মানুহৰ ভিতৰত মিলাপ্ৰীতিও অনেক বাঢ়িল। কৃষ্ণকান্ত আৰু ৰাধিকাৰ নাম অনুসৰি সকলো ৰাইজে এই নামঘৰৰ 'ৰাধাকৃষ্ণ মন্দিৰ' নাম থলে। কৃষ্ণই ৰাইজে দিয়া

নামটো মুগুচালে; কিন্তু সেই নামৰ প্ৰকৃত সাৰ্থকতাৰ অৰ্থে, ৰাধাকৃষ্ণৰ মূৰ্তি গঢ়াই আনি, মণি মুকুটত থাপি দিলেহি। মূৰ্তিৰ পূজা সেৱাৰ ভাৰো তেওঁ সেই ভদ্ৰেশ্বৰ ভাগতীকে দিলে; আৰু পূজা সেৱাৰ খৰচ আৰু ভদ্ৰেশ্বৰৰ ভৰণ তেওঁৰ নিজৰ ধনেৰেই চলি থাকিবলৈ পকাপকিকৈ দিহা কৰি দিলে।

## কানি

আগেয়েই কৈ অহা হৈছে সেই ঠাইত অনেক কানীয়া আছিল। তাত কানি বৰ্জনৰ নিমিত্তে আগেয়ে এবাৰ আন্দোলন হৈছিল; কিন্তু তাৰ গুণ নধৰিলে। দেশৰ নেতাসকলে আদেশ দিছিল বোলে, কানিৰ দুগুৰ্ণৰ কথা বুজাই দি মানুহক কানি এৰুৱাব লাগে। কিন্তু সেই ঠাইলৈ যোৱা ভলণ্টিয়াৰসকলে মানুহক ক'লেগৈ বোলে, "ৰাইজসকল, তোমালোকে কানি খাবলৈ এৰি দিয়া। কানীয়াই কানি এৰিলেই চৰ্কাৰৰ খাজনা আধাখিনি কমি যাব; আৰু সেয়ে হ'লেই, চৰ্কাৰে দেশ চলাব নোৱাৰা হৈ আমাক স্বৰাজ দিব। স্বৰাজ হ'লেই তোমালোকে ঘৰে ঘৰে আফু খেতি কৰি লৈ, গাঠিৰ ধন ভৰি নিনিয়াকৈয়ে কানি খাব পাৰিবা। স্বৰাজ নহয় মানে মাজৰ দিন-কেইটাত তোমালোকে চোৰাং কানি খাবাহক। তাৰ বাবে লাগিলে আমিয়েই ব্যৱস্থা কৰি দিম।" কানীয়া ৰাইজে সেই কথা নেমানিলে। তেওঁলোকে চালে স্বৰাজ হওক বা নহওক সেই কথা তেওঁলোকক নেলাগে; তেওঁলোকে সুকলমে কানি ফেৰা পাই থাকিলেই হয়। স্বৰাজ হ'লে আফু খেতি কৰাৰ কথা যে কৈছে, সিও বৰ দূৰৰ কথা। স্বৰাজ হওক, আফু খেতি চলক, আমি ঘৰে ঘৰে নিজৰ খেতিৰ কানি খাওঁ, তালৈ বহু দিন আছে। সেয়ে হ'ব বুলি আমি কানি এৰি দিলে; কোলাৰটো এৰি পেটৰ-টোলৈ আশা কৰাৰ দৰে হ'ব। তাকে ভাবি, ভলণ্টিয়াৰৰ কথা শুনি কোনেও কানি নেৰিলে।

কৃষ্ণই কানিৰ বিষয়ে তেতিয়ালৈকে একো কৰা নাছিল। সেই কালত দেশৰ কানিৰ প্ৰচলন বৰ অধিক আছিল। মানুহে-সকাম নিকাম পাতিলে; গাধীৰ-গুৰ আদি বস্তুৰ দৰেই কানিৰো লেখ ধৰিছিল। কোনো কোনো ঠাইত নিকানীয়া ডেকালৈ মানুহে ছোৱালী নিদিছিল। তাৰ যুক্তি এয়ে আছিল যে কানি খাবলৈকে ধন ঘটিব নোৱাৰি যিটো মানুহে কানিকে নেখায়, সি আকৌ ঘৈণীয়েকক পোহপাল দিব কেনেকৈ? সেই-দেখি কানি একেবাৰলৈ ধৰিলে, কানীয়া ৰাইজে কৃষ্ণৰ আনবোৰ কথাও নেমানিব, ইয়াকে আশংকা কৰি তেওঁ আত দিনে কানিৰ কথাত নেলাগিছিল। কিন্তু এতিয়া গাঁৱৰ আতখিনি উপকাৰ কৰি দিয়া বাবে তেওঁ ৰাইজৰ বিশ্বাসৰ পাত্ৰ হৈছে। এতিয়া তেওঁ কানিৰ কথাত ধৰিলে, ৰাইজে তেওঁৰ কথা দলিয়াই নেপেলায়। গতিকে তেওঁ এতিয়া কানিৰ কথাতো ধৰিলে।

কৃষ্ণই বুঢ়াবোৰ কানীয়াক কানি একেবাৰলৈ বৰকৈ যত্ন নকৰিলে। তেওঁ চালে, বুঢ়াবোৰক কানি একেওৰা বৰ টান কাম, আৰু কানি এৰিলে সিহঁতৰ অপকাৰো হ'ব পাৰে। ডেকা কানীয়াবোৰক কানি এৰুৱাব পাৰিলে, আৰু নকৈ কোনেও কানি নোখোৱা কৰিব পাৰিলেই, বুঢ়াকেইটা মৰাৰ পাচত, দেশত কানীয়া নোহোৱা হ'ব। সেই বাবে তেওঁ তাৰ নিমিত্তেহে বিশেষকৈ যত্ন কৰিবলৈ ধৰিলে।

ৰাধাকৃষ্ণ মন্দিৰত ঘনাই মানুহ চপাই কানীয়া নিকানীয়া সকলোকে তেওঁ কানিৰ দুগুৰ্ণৰ কথা বুজাবলৈ ধৰিলে। কানিৰ অপকাৰিতাৰ বিষয়ে ডাক্তৰ কবিৰাজ-সকলে কোৱা কথাবোৰ তেওঁ সকলোকে বুজাই দিলে; কানিয়ে যে মানুহক সোৰোপা, এলেহৱা আৰু নিৰ্বলী কৰে তাকো ক'লে, আৰু কানি খোৱা বাবে অনেক মানুহ যে লাওলোৱা ভিকহ হয়গৈ, তাকো সকলোকে বুজাই ক'লে। কানি খোৱা বাবেই ইমান ডাঙৰ চীন দেশখনে কোনো কথাতে যে উন্নতি কৰিব নোৱাৰি পাচ পৰি আছে, আৰু কানি নোখোৱা বাবে অকণমান জাপান দেশে কিমান উন্নতি কৰিছে, কৃষ্ণই তাকো

সকলোকে বুজাই দিলে। অসমত আহোম ৰাজ্য পতনৰো যে কানিয়েই এটা থাই কাৰণ তেওঁ তাকো ক'লে।

কৃষ্ণৰ যত্নতে, সেই ঠাইৰ ডেকাবোৰ কানীয়া প্ৰায় আটায়ে কানি এৰিলে ; আৰু উঠি অহা তৰপৰ কোনেও ন-কৈ কানিত নধৰিলে। বুঢ়াবোৰ কানীয়াযো তেওঁৰ কথা মানিলে আৰু সিহঁতৰ সৰহ ভাগে নিজে কানি এৰিব নোৱাৰিলে যদিও, কানিৰ দুৰ্গুণ বুজি· লোকক কানি খাবলৈ হাক দি ফুৰিবলৈ ধৰিলে।

কৃষ্ণই কানিৰ দুৰ্গুণৰ বিষয়ে ৰাইজক দিয়া শিকনিৰ গুণ অসম ব্যৱস্থাপক সভাৰ সেই বাৰৰ মেম্বৰ বাছনিতে দেখা গৈছিল। কেইমাহ মানৰ পাচতে, ব্যৱস্থাপক সভাৰ মেম্বৰ বাছিবলৈ ভোট লবৰ হ'ল। ভোট বিচৰা দুজন প্ৰাৰ্থীৰ অৰিয়া-অৰি লাগিল। এজনে ঘৰে ঘৰে কৈ ফুৰিছিল—"মোক ভোট দিয়া। মই এইবাৰ দেশত আফু খেতি চলাবৰ হুকুম কৰামগৈ ; আৰু সেয়ে নহয় মানে কানিৰ দাম সমানে আধা কমাই দিমগৈ।" সেই ঠাইৰ সমূহ কানীয়াই কানি খাবলৈ বুলি, তেওঁ থাউকতে কপ একুৰিও দি গৈছিল।

ইজন প্ৰাৰ্থী নতুন মানুহ। সেই ঠাইত বহুত কানীয়া থকা কথা তেওঁ নেজানিছিল। তেওঁ ৰাইজ চপাই ক'লেগৈ—ৰাইজসকল আপোনালোকে মোক ভোট দিয়ক। মই আমাৰ দেশৰপৰা কানি ৰৰবিহ একেবাৰেই ভোলাই দিবৰ যত্ন কৰিম।

পাচত ভোট দিবৰ দিনা, কেউখন গাঁৱৰ দেস্পাত কানিয়াবোৰেও, কৃষ্ণক একো নোসোধাকৈয়ে, অগৰজনক নিদি পাচৰ জনকহে ভোট দি আহিলগৈ।

## সন্তোষ

কৃষ্ণই তেওঁৰ বাৰীৰ মূৰৰেপৰা বহুত চৰ্কাৰী মাটি পটা লগাই লৈছিল। তাৰে এডোখৰত বাঁহ কাঠ তামোল পাণ আৰু সকলো ভাল ভাল শস্যেৰে পৰিপূৰ্ণ কৰি তেওঁ ডাঙৰকৈ এখন বিতোপন বাৰী পাতিলে ; আৰু ইখিনি মাটি তেওঁ নিজৰ খৰচেৰে ভঙাই বহুত কৃষিত মাটি উলিয়ালে। ফলে ফুলে তমক্কাৰ তেওঁৰ সেই ডাঙৰ বাৰীখন, তেওঁৰ পৰিষ্কাৰ পৰিপাটি সৰু ঘৰকেইটি বুকুত লৈ ঋষি মুণিৰ আশ্ৰম এখনি যেন হৈ পৰিল। তাক দেখিলে, মানুহৰ চকুত তৃপ্তি আৰু মনত শান্তি লগা হ'ল।

সেই গাঁও কেইখনৰো সকলো ফালে নথৈ উন্নতি হ'ল। খাল-ডোং পোত খালে ; আলি-পদূলি হ'ল ; খোৱা-পানীৰ ব্যৱস্থা হ'ল ; স্কুলখন ডাঙৰ হৈ সুকীয়া ঘৰত বহিল ; মানুহে লিখা-পঢ়া শিকিলে, কানীয়া মানুহ নোহোৱা হ'ল ; মানুহৰ খেতি-বাতি, স্বাস্থ্য অৱস্থা সকলোবোৰ ভাল হ'ল ; দোকান-পোহাৰ বহিল ; ডাকঘৰ হ'ল ; ডিস্পেন্সৰী হ'ল ; থানা বহিল ; মুঠতে সেই গোটেই ঠাইখন সকলো প্ৰকাৰে উন্নত হৈ সৰু এখনি নগৰ যেন হৈ পৰিল।

তেনেতে ব্ৰহ্মপুত্ৰৰ দাঁতিৰ দুখন গাঁও নৈৰ দোবাস্মাত উঠি যাবলগীয়া হোৱাত, তাৰ মানুহবোৰো এই কেইখন গাঁৱতে বহিলহি। তেতিয়া মানুহ বাঢ়িলত ঠাইখন আগতকৈও দপদপীয়া হৈ পৰিল।

ইয়াৰ পাচত, কেউখন গাঁৱৰেপৰা কেইজনমানকৈ মাতঃবৰ মানুহ বাছি লৈ, কৃষ্ণই সৰুকৈ এখনি সমিতি পাতি দিলে ; আৰু গাঁৱৰ হাবি কটা, গেৰেকনি পোতা, গাঁৱৰ বদ্ধ খোৱা পানী মেলি দি ঠাই-ঠুই ফৰকালকৈ ৰখা, পানী খোৱা পুখুৰীৰ পানী মানুহে লেতেৰা নকৰাকৈ ৰখাকে আদি কৰি সৰু সৰু লাগতিয়াল কামবোৰ কৰোৱাৰ ভাৰ সেই সমিতিৰ হাতত দিলে। তাৰ খৰচৰ বাবে তেওঁৰ বুধি মতেই, সকলো মানুহে ঘৰেপতি নিজৰ ঘৰৰ প্ৰত্যেক সকাম-নিকামত সমিতিলৈ সিকি এটাকৈ ধন দিছিল। সেই ধনেৰেই এই সৰু সৰু কামবোৰ চলি থাকিব পৰা হ'ল। কৃষ্ণ প্ৰথমতে কিছু দিনলৈ নিজে এই সমিতিৰ সভাপতি আছিল। পাচত

আন মানুহে কাম চলাব পৰা হ'লত, তেওঁ অন্য এজনক সভাপতি পাতি দিলে।

সকলোতকৈ ডাঙৰ কাম হ'ল, সেই কেউখন গাঁও মাৰ বান্ধি একগোট হ'ল, আৰু একেখন গাঁও যেন হৈ সংগঠিত হৈ পৰিল। গাঁৱৰ লাগতিয়াল বস্তু প্ৰায় সকলোখিনিকে গাঁৱৰ মানুহে গাঁৱতে প্ৰস্তুত কৰি ল'বলৈ শিকিলে, আৰু তাৰ বাবে বিদেশলৈ আশা কৰিব নলগীয়া হ'ল; দেশৰ ধন বিদেশলৈ ওলাই নগৈ গাঁৱেপতি আৰু কেউখন গাঁৱৰ ভিতৰতো মিলাপ্ৰীতি বাঢ়িল; মানুহবোৰ অকামিলা গুচি কামিলা হ'ল, সেই ঠাইৰ সকলো মানুহে দেশখনক নিজৰ দেশ বুলি বুজিলে, আৰু সাধ্যমতে সকলোৱে দেশৰ উপকাৰ কৰিব লাগে বুলিও জানিলে।

আগৰ সেই আওহতীয়া লেতেৰা আৰু সকলোফালেই পাচ কৰি থকা ঠাইখন তেওঁলোকৰ চেষ্টাত ধনে জনে পূৰ হৈ এনে এখন উন্নত ঠাই হোৱা দেখি ৰাধী আৰু কৃষ্ণ দুয়ো অতি সন্তোষ আৰু তৃপ্তি পালে।

## ব্যৱস্থা

কৃষ্ণই সকলোবোৰ কাম ৰাধীৰে সৈতে পৰামৰ্শ কৰিহে কৰিছিল। এতিয়াও গাঁৱৰ মানুহবোৰ সকলোফালে পাকৈত হ'লত আৰু কাম-কাযবোৰো ভালেৰে চলিবৰ দেখি, আগলৈকো সেইবোৰ সুকলমে চলি থাকিবৰ নিমিত্তে, ৰাধীৰে সৈতে পৰামৰ্শ কৰি তেওঁ ওপৰত কৈ অহা সেই সমিতিখনিৰ ওপৰতে ভাৰ দিলে। সমিতিৰ কাৰ্যপ্ৰণালী, আৰু সেই সমিতিলৈ মেম্বৰ বছাৰ নিয়ম কাৰণ আদিও তেওঁ লিখা-পঢ়াকৈ বান্ধি দিলে।

ঘৰে-বাৰীয়ে, কণিত বস্তি মাটিয়ে তেওঁ তাত বহুত টকাৰ সম্পত্তি আৰ্জিছিল, আৰু তাৰ পৰা তেওঁৰ উৎপন্নও যথেষ্ট হৈছিল। সেই সকলোখিনি সম্পত্তি আৰু তাৰ লগতে কিছু নগদ টকাও তেওঁ সেই ঠাইৰ ৰাইজৰ কল্যাণৰ অৰ্থে দান কৰিলে। স্কুলটো তেওঁ আগেয়েই মধ্য ইংৰাজী স্কুললৈ তুলি লৈ, তাৰপৰা কেইবা বছৰো ল'ৰা পাছ কৰাই আছিল; তাৰ পাচত, বেলেগ নিম্ন প্ৰাইমেৰী স্কুল এটাও খুলি, দুইটা স্কুল লকেল ব'ৰ্ডক গতাই দিলে। তাক লকেল ব'ৰ্ডেই চলাই থাকিব। তেওঁৰ সেই গোটেই সম্পত্তিৰ উৎপন্ন তেওঁ এতিয়া মাত্ৰ তিনি ভাগ কৰিবৰ বিধান কৰিলে। প্ৰতিবছৰে উৎপন্ন তিনি ভাগ কৰি, এভাগেৰে 'ৰাধাকৃষ্ণ মন্দিৰ'ৰ খৰচ চলিব, এভাগ দৰিদ্ৰ সেৱাত ব্যয় হ'ব, আৰু ইভাগ সেই ঠাইৰ সমূহ ৰাইজৰ কিবা জনহিতকৰ কামত লগাব লাগিব, এই বুলি তেওঁ ৰেজেষ্টৰীকৈ দানপত্ৰ লিখি দিলে। দানপত্ৰৰ বিধান মতে, সেই সমিতিয়েই সকলোবোৰ কাম চলাব; আৰু কৃষ্ণই দিয়া নগদ টকাখিনি বেংকত জমা থৈ, সমিতিয়ে তাৰ মাত্ৰ সুতখিনিহে খৰচ কৰিব পাৰিব। ৰাইজেও তেওঁ লিখি দিয়া মতেই সকলোবোৰ কাম সুপ্ৰতুলৰূপে চলাবলৈ ধৰিলে।

দৰিদ্ৰসেৱাৰ অৰ্থে, অন্য প্ৰকাৰ সেৱাৰ বাজেও, ৰাধাকৃষ্ণ মন্দিৰত মাজে মাজে দৰিদ্ৰ লৈ একোটা ভোজো হৈছিল। তাক খাবলৈ সেই ঠাইত দীন দৰিদ্ৰ বা মগনিয়াৰ মানুহ পোৱা নগৈছিল, আন ঠাইৰপৰাহে বিচাৰি আনিব লগাত পৰিছিল। কাৰণ গাঁও সংগঠনৰ গুণত সেই ঠাইত তেনে মানুহ নোহোৱা হ'ল।

## সামৰণি

কৃষ্ণকান্তই হাতত লোৱা গাঁও সংগঠনৰ সকলোখিনি কাম অন্ত হোৱাতো, তেওঁৰ কৰ্মময় জীৱনৰ সজ কামৰ অন্ত নপৰিল। এই বয়সতো তেওঁ আৰু ৰাধী দুইবো স্বাস্থ্য আৰু মনৰ বল আৰু উৎসাহ অটুটে আছিল। আন কেতবোৰ মানুহৰ দৰে, তেওঁলোক বুঢ়াকালত নিষ্কৰ্মা হ'ব লগীয়া নহ'ল। তেওঁলোক কেতিয়াবা গাঁৱত আৰু কেতিয়াবা নগৰৰ ঘৰত থাকি দুই ঠাইৰে সজ কামবোৰত যোগ দিছিল। আৰু গৰীৱ দুখীয়া ওচৰ চুবুৰীয়াক টানে-মদ্ধিলে বিপদে-আপদে সাধ্যমতে অকাতৰে সাহায্য কৰিছিল। গাঁৱত থাকোঁতে, নগৰত কিবা ডাঙৰ কাম হ'লে, নগৰৰ মানুহে তালৈ তেওঁলোকক গাঁৱৰপৰা আদৰেৰে আহ্বান কৰি

আনিছিল, আৰু তেওঁলোকৰ বুধিভাগ লৈছিলহি। সেই-সৰেই নগৰত থাকোঁতেও, গাঁৱত কিবা ডাঙৰ কথাৰ মীমাংসা কৰিবলৈ হ'লে গাঁৱৰ মানুহে তেওঁলোকক নগৰৰপৰা গাঁৱলৈ আনিছিলগৈ।

কৃষ্ণৰ সন্তান মাত্ৰ এটি পুতেক আৰু এটি জীয়েক। জীয়েকক বহু কালৰ পূৰ্বেই সজ পাত্ৰলৈ উলিয়াই দিয়া হ'ল, আৰু পুতেক যোৰহাটৰ সৰ্বপ্ৰধান উকিল আছিল; তাৰ বাহিৰেও, অন্যান্য কেইটামান স্বাধীন ব্যৱসায়ো কৰিছিল। পুতেক জীয়েক দুইৰো সতি-সন্তানো হৈছিল, আৰু দুইবোপৰা কৃষ্ণ আৰু ৰাধীয়ে সুখ-সন্তোষ পাইছিল।

নগৰত তেওঁলোকৰ সতি-সন্ততিৰ সজ স্বভাৱ আৰু সুপ্ৰতুল অৱস্থা; গাঁৱত তেওঁলোকে তৰি লোৱা সজ কামবোৰ কৃতিত্বেৰে সম্পন্ন হোৱাত, তাৰপৰা আশানুৰূপে শুভফল ফলিল। সমাজত তেওঁলোকৰ মান-সৎকাৰ; কেনিও একো অভাৱ-অনাটন নাই; গতিকে কৃষ্ণ আৰু ৰাধিকাৰ সকলো ফালে সুখ-সন্তোষ আৰু পৰিতৃপ্তি।

কৃষ্ণৰ কুৰি হাজাৰ টকাৰ জীৱন চুক্তি কৰা আছিল। সেই ধন আৰু তেওঁৰ বাপেকৰ দিনৰেপৰা গচ্ছিত থকা আৰু তেওঁ নিজেও উপাৰ্জন কৰা ধন-বিৎসা-সম্পত্তি যি আছিল, সেই সকলোখিনি সমানে দুভাগ কৰি, এভাগ পুতেকক আৰু ইভাগ জীয়েকক তেওঁ গতাই দিলে; মাত্ৰ ৰাধীৰ জীৱদ্দশাতে তেওঁৰ মৃত্যু হ'লে ৰাধীৰ নিমিত্তে তাৰে কেই হাজাৰ মান টকা আছুতীয়াকৈ থ'লে। তেওঁলোক দুইৰো খৰচৰ বাবে অকল মাথোন তেওঁৰ পেন্সনৰ ২৫০ টকাহে ৰাখিলে।

কৃষ্ণ এবাৰ গাঁৱত থাকোঁতে, এদিন গধূলি তেওঁৰ ঘৰত এজন সন্ন্যাসী ওলালগৈ। ৰাধাকৃষ্ণ মন্দিৰত থাকিবলৈ দিয়াত, সন্ন্যাসী তাত নেথাকি কৃষ্ণৰ ঘৰতহে আলহী ব'ল। আসন পাতি আৰু ধুনি জ্বলাই লৈ সন্ন্যাসীয়ে কৃষ্ণক ক'লে—তুমি চাগৈ পাহৰিলা, বহুদিনৰ পূৰ্বে মৰে তোমাক কাশীত লগ পাই কৈছিলোঁ বোলোঁ তোমাৰ কপালত শান্তি ৰেখা ওলাইছে, অচিৰতে অশান্তি দূৰ হ'ব; তুমি বিশ্বাস নকৰিছিলা; এতিয়া সেই কথাৰ প্ৰমাণ পাইছানে? কৃষ্ণৰ তেতিয়া কাশীৰ কথা মনত পৰিল। তেওঁ সন্ন্যাসীক নমস্কাৰ কৰি ৰাধীকো তেওঁৰ কথা ক'লেগৈ। তেওঁলোক দুয়ো সন্ন্যাসীক বৰ আদৰেৰে অভ্যৰ্থনা কৰিলে। সন্ন্যাসীয়ে ৰাধীক ক'লে—মাইজী মই তোমালৈ বুলি এটা বস্তু তৈয়াৰ কৰোঁ; তুমি তিনি-চাৰি সেৰ মান চাই পুৰণি লো এডোখৰ আনি দিয়া। ৰাধীয়ে অকৰ্মণ্য হৈ পৰি থকা পুৰণি বঙালী কুঠাৰ এখন দিলেহি। সন্ন্যাসীয়ে তাকে জুইত সুমাই থৈ ক'লে বোলে, কাইলৈ পুৱাতে ইয়াত চাই কুঠাৰখন লৈ যাবহি। তুমি নিজে চাবাহি, আন মানুহক নপঠিয়াবা। পাচদিনা পুৱাতে কৃষ্ণই উঠি দেখে সন্ন্যাসী নাই; দুৱাৰ মুখৰ বাৰত ডাঙৰ আখৰেৰে লিখা আছে—শান্তি! শান্তি! শান্তি!! ৰাধীয়ে ধুনিত চাই দেখিলে কুঠাৰখন লোৰৰ গুচি সোণৰ হৈ আছে। কৃষ্ণই অনেক বিচাৰ কৰায়ো সন্ন্যাসীক নেপালে। পাঠক, এই সন্ন্যাসীয়েই তাহানিৰ সেই ৰামভজন পাড়ে; তেওঁ সন্ন্যাসী হৈ কাশীত থাকি বহুদিন জ্যোতিষ শাস্ত্ৰ শিকিছিলগৈ। তেতিয়াই কৃষ্ণই তেওঁক তাত লগ পাইছিল। কিন্তু কৃষ্ণই তেওঁক তেতিয়াও চিনিব নোৱাৰিলে, আৰু এতিয়াও কৃষ্ণ বা ৰাধী কোনেও চিনি নেপালে।

সন্ন্যাসীৰ কথা মিছা নহ'ল। প্ৰকৃততে, কাশীৰ পৰা অহাৰ কিছুদিনৰ পাচতে, কৃষ্ণই ৰাধীক তিনিচুকীয়াত পালেগৈ, আৰু তেতিয়াৰেপৰা কৃষ্ণৰ শান্তিৰ দিন আৰম্ভ হ'ল। ৰাধীৰ বিয়াৰ পাচত, মাজতে মাত্ৰ যোৰহাটত অলপ দিনলৈ অশান্তি ঘটিছিল; কিন্তু তাৰ পাচত একেৰাহে শান্তিৰ দিন আহিল। এতিয়াও সদায় সজ কাম আৰু সজ চিন্তা কৰি দুখীয়াক আৰু বিপন্ন জনক যি পাৰে সহায় কৰি, বন্ধু-বান্ধৱ আপোন-পৰ সকলোৰে সৈতে মিলা-প্ৰীতিৰে, সকলো সুখ-সন্তোষৰ মাজত থাকি, লোকলৈ সজ আৰ্হি ৰাখি, এই দুটি সজ প্ৰাণীয়ে বুঢ়া বয়সতো পৰম শান্তিৰে দিন নিয়ালে।

---

# উন্নত দেশৰ সকলো কথা উন্নত

[ গল্প ]

## মিত্ৰলাভ

মহাত্মা গান্ধী লণ্ডনৰ ঘূৰণীয়া চ'ৰাৰ পৰা দেশলৈ ঘুৰিছে তাৰ মাথোন দুই-চাৰি দিনৰ পাচৰ কথা— হৰিনাথ লণ্ডনৰপৰা পেৰিচলৈ আহিছিল। তেওঁ দেশ চাবলৈ বুলি বিলাতলৈ গৈছিল; ঘূৰণীয়া মেল বহি থাকোঁতেই নগৰখন চাই লবৰ মনেৰে পোনতে লণ্ডন মহানগৰ পালেগৈ। সেই সময়তে পেৰিচত এটা ডাঙৰ উৎসৱ হৈছিল। তাকে চাবৰ নিমিত্তে, লণ্ডনত অলপ দিন থাকিয়েই, হৰিনাথ পেৰিচলৈ আহিছিল।

ৰাতি ৰেলৰপৰা নামি হৰিনাথে মজলীয়া থাপৰ হোটেল এটাত ঠাই ললেগৈ। পাচদিনা গা-পা ধুই, পুৱাৰ সাজ খাই-বৈ উঠি তেওঁ বাটলৈ ওলাই গ'ল। জগত-জানমী ফৰাচী ৰাজধানীৰ বিতোপন লাহ-বিলাহে হৰিনাথৰ চকুত জলক লগালে। তেওঁ দোকান এখনৰ আগত থিয় হৈ, গিলাচ-খিৰ্কিৰ ভিতৰে, তৰহে তৰহে দিহা লগাই সজাই থোৱা ধুনীয়া বস্তুবোৰ চাবলৈ ধৰিলে। এনেতে চাহাব এজনো আহি তেওঁৰ কাষতে থিয় দি, তেওঁৰ দৰে বস্তু চোৱাত লাগি গ'ল।

অলপ পৰৰ পাচত দুইবো চকুৱে চকুৱে পৰাত, চাহাবজনে বিনীতভাবেৰে অভিবাদন জনাই সুধিলে বোলে, আজি বতৰটো কেনে পাইছে। উপযাচি মাতি অচিনাকী মানুহেৰে চিনাকি হ'ব খুজিলে, বিলাতৰ ফালে মানুহে পোনতে প্ৰায়েই বতৰৰ কথাকে উলিয়ায়। হৰিনাথে তাৰ যথাযোগ্য উত্তৰ দিলে। তাৰ পাচত কথা লাহে লাহে বাঢ়ি গ'ল। বতৰৰ কথাৰপৰা লণ্ডনৰ, পেৰিচৰ, বাৰ্লিনৰ, ইংৰাজ আৰু ফৰাচী চৰিত্ৰৰ, পৃথিবীৰ ডাঙৰ ডাঙৰ নগৰৰ লোকসংখ্যাৰ আৰু মহাত্মাৰ কথাকে আদি কৰি বিবিধ তৰহৰ কথা ওলাল। ভাৰতৰ সমস্যাত আমাৰ হকে এই অচিনাকী মানুহগৰাকীৰ সহানুভূতি দেখি হৰিনাথৰ মনত তেওঁলৈ অপাৰ শ্ৰদ্ধা উপজিল।

কথা-বাৰ্তালৈ চাই মানুহজন ইংৰাজ বুলি মনে ধৰে। তেওঁৰ পিন্ধন-উৰণ আৰু গতি-গোত্ৰই সুৰুচি থকা সুশিক্ষিত ভদ্ৰলোকৰ চিনাকি দিয়ে। কথা-বাৰ্তা হৈ হৰিনাথে তেওঁৰ বিষয়ে ইয়াকে জানিব পাৰিলে— তেওঁ নিউজেলেণ্ড দেশৰ মানুহ; স্বাধীন ব্যৱসায় কৰি সুখেৰে খাই আছিল। তেওঁৰ সতি-সন্ততি একো নাই, ১৮ মাহৰ পূৰ্বে স্ত্ৰীবিয়োগ হ'ল। তেতিয়াৰে পৰা তেওঁ মনৰ দুখত দেশে-বিদেশে ভ্ৰমি ফুৰিছে; সম্প্ৰতি স্পেনৰপৰা ফ্ৰান্সলৈ আহিছে আৰু তাৰপৰা জাৰ্মেনিয়েদি ৰুচিয়ালৈ যাব। দুমাহৰ পাতে তেওঁ ভাৰতলৈকো যাবৰ কথা আছে। সেই হেতুকেই তেওঁ জনদিয়েক ভাৰতীয় ভদ্ৰলোকৰ নাম-ধামো লিখি লবলৈ বিচাৰিলে। হৰিনাথে তেতিয়াই লিখি দিব খোজাত তেওঁ ক'লে—"নহয়, নহয়; আমি বাটত থিয় হৈ অত বেলি কথা হ'লোঁ; এতিয়া আহক, এঠাইত বহি একো পিয়লা কফি খাওঁহক; তাকে খাই থাকোঁতেই আপুনি মোক এইবোৰ লিখি পঢ়ি দিব পাৰিব।" এইবুলি তেওঁ হৰিনাথক লৈ ওচৰৰে ওখ থাপৰ কফিৰ দোকান এখনত সোমাল। মাত মুৰুজা আচহৰা ঠাইত এনে এজন বিচক্ষণ লগৰীয়া পাই হৰিনাথে মথে বং পালে।

দোকানত বহিয়েই আগেয়ে কোৱা নাম-ধাম লিখিবলৈ হৰিনাথৰ হাতত নোটবুকটো উলিয়াই দি, হাত-মুখ ধুবলৈ উঠি গ'ল। ঘূৰি আহিলত তুয়ো তুইকো 'কার্ড' দিলে। কার্ডখন চাই হৰিনাথে তেওঁৰ নাম মিষ্টাৰ কক্স বুলি জানিব পাৰিলে। কফি খাই উঠি হৰিনাথে দোকানত দাম দিবলৈ ধৰিলত, কক্সে ক'লে— "ক্ষমা কৰক; মোক অতিথি সেৱা কৰা সুখৰপৰা বঞ্চিত নকৰিব।" ইয়াকে কৈ তুইৰো কফিৰ দামখিনি তেওঁ নিজে দিলে। তাৰ পাচত দোকানৰপৰা ওলাই তুয়ো একেলগে যাবলৈ ধৰিলে।

## সাধু-সম্মিলন

কিছুপৰ যোৱাৰ পাচত আগে আগে গৈ থকা এজনৰ ঘনে ঘনে জেপৰপৰা কিবা উলিয়াই-সুমাই যাওঁতে এপাকত, মূৰত গাঁথি থোৱা চাবিকাঠি কোছাই সৈতে সোণৰ শকত শিকলিডাল বাটত সৰি পৰিল। তেখেত হোলুগোজ ভকত, গৈ আছে; তালৈ কাণসাৰেই নাই। হৰিনাথে শিকলিডাল তুলি লৈ আগবাঢ়ি তেওঁক দিলেগৈ। তেওঁ এই বাবে তুইবো ঘূৰাই ঘূৰাই শলাগ ললে। এইদৰে এই নতুন অচিনাকিৰে চা-চিনাকি হ'বৰ এওঁলোক তুজনৰ সুযোগ ঘটিল।

এই মানুহজনে আয়েৰলেণ্ড দেশৰপৰা অহা বুলি চিনাকি দিলে। তেওঁৰ চকুযুৰি প্ৰতিভা জিলিকা; সাজ-পাৰ ওপৰ শাৰীৰ; কিন্তু মানুহজন হ'লে তেনেই হোজা। তুই-চাৰি কথাৰ পাচতে, তেওঁ নিজেই ক'লে বোলে মই এইবোৰ কাপোৰ-কানি লবৰ সৰহ দিন হোৱা নাই। "মই আছিলোঁ ঢাৰি বৈ, মোক আনিছে বামুণটোকৈ। মই কুলী খাটি খোৱা হজুৱা মানুহ; ভালকৈ লিখিব-পঢ়িবও নেজানো। এতিয়া হঠাতে আকৌ সেই মোট সলাৰ লগীয়াত পৰিছোঁ।" এই বুলি তেওঁ জেপৰপৰা উলিয়াই কক্সৰ হাতলৈ ইংৰাজী পুৰণি দৈনিক কাকত এখন দিলে।

কাকতখনত লিখা আছিল বোলে আমেৰিকাৰ কেও-কিছু নোহোৱা এগৰাকী ক্ৰোৰপতি ধনীয়ে তেওঁৰ লতা-পতা সম্বন্ধীয়া পেট্ৰিক্ টিল্‌বি নামেৰে আয়েৰলেণ্ডৰ তুখীয়া হজুৱা এজনৰ নামে চাৰিশ হাজাৰ পাউণ্ড উইল কৰি দি গৈছে। এই বিপুল ধনৰ অকল মুঠেই দহ হাজাৰ পাউণ্ড ধৰ্ম কামৰ অৰ্থে ৰোম নগৰৰ পোপক দি, আৰু পঞ্চাশ হাজাৰ পাউণ্ড তুখীয়াক বিলাই দি; বাকী গোটেইখিনি টিল্‌বিয়ে নিজ ইচ্ছামতে ভোগ কৰিব পাৰিব। হৰিনাথে এই কথা আগেয়েও বাতৰি কাকতত পঢ়িছিল। ইয়াকে পঢ়া হ'লত, সেই নতুন মানুহজনে তেৰেই সেই পেট্ৰিক টিল্‌বি বুলি চিনাকি দিলে। এনে এজন মানুহেৰে হঠাৎ এনেদৰে চিনাকি হ'বলৈ পাই, এওঁলোক তুজনৰ মনত সন্তোষ লাগিল আৰু তেওঁৰে সৈতে কথা-বাৰ্ত. হ'বৰ হেপাহ বাঢ়ি পৰিল। কাকতখনত টিল্‌বিৰ ছবি এটাও আছিল। তাৰে সৈতে এই মানুহজনৰ গঢ মিলি পৰিল। অৱশ্যে অলপ-অচৰপ প্ৰভেদো নথকা নহয়। কিন্তু পিন্ধা-উৰাৰ হীন-ডেঢ়িলৈ চাই সিমানফেৰা প্ৰভেদ নহৈ নোৱাৰে। হৰিনাথক ভাৰতৰ মানুহ বুলি জানি তেওঁ এইদৰে কৈছিল—"আপোনালোকে বোলে স্বাধীন হ'বলৈ বিচাৰিছে। ই বৰ ভাল কথা। কিছুদিনৰ পূৰ্বে আমাৰ দেশতো এনে হৈছিল। আমাৰ দৰেই আপোনালোকো অচিৰতে স্বাধীন হ'ব। গান্ধী এগৰাকী মহাপুৰুষ। তেওঁৰ মহিমাতে পৰাধীন ভাৰত স্বাধীন হ'ব।" হৰিনাথৰ কাণত এই মধুৰ কথা কেইষাৰ কোনোবা সুদূৰ জগতৰ সুমধুৰ দৈৱবাণী যেন লাগিল।

এইদৰে কথা হৈ থাকোঁতেই টিল্‌বিয়ে তেওঁৰ লোটৰ টোপাটো উলিয়াই কিবা এটা বিচাৰি মেলি চালে। টোপাটো এবেগেতমান বহল আৰু তাৰ জোখাৰেই দীঘলো; ডাঠেও বুজন কিতাপ এটাৰ সমান। সোণৰ টোপা গোটেইটো জাপ জাপ লোটেৰে তেনেই খুন্দ খাই ভৰি আছিল। তাকে দেখি কক্সে ক'লে— "ডাঙৰীয়া! মই কোৱা বাবে ক্ষমা কৰিব; বিদেশত

অতখিনি ধন এইদৰে লৈ ফুৰাটো নিৰাপদ নহয়।" হোজা টিলবিয়ে হোজাভাৱেৰে তাৰ সমিধান দিলে—"আপোনাৰ শলাগ লৈছোঁ। মই কেতিয়াও কাৰো চৰাইটো হৈও ধানটো খোৱা নাই। গতিকে ঈশ্বৰে মোৰো কোনো হানি হ'বলৈ নিদিয়ে। উইলত পোপক দিবলৈ কোৱা দহ হাজাৰ পাউণ্ড ইয়াতে লৈ আহিছোঁ; আজি ৰাতিৰ ৰেলেৰে ৰোমলৈ গৈ পোপক এই ধন নিজ হাতে দি, তেওঁৰ আশীৰ্বাদ লমগৈ। তাৰ পাচত ইউৰোপ আৰু আমেৰিকাৰ দেশে দেশে ফুৰি দুখীয়া মানুহক পঞ্চাশ হাজাৰ পাউণ্ড নিজে বিলাই দিমগৈ।" কথাইপতি মানুহগৰাকীৰ সৰল মন, ধৰ্মত আসক্তি আৰু ঈশ্বৰত বিশ্বাসৰ চিন দেখি কল্প আৰু হৰিনাথ দুয়ো নথৈ প্ৰীতি পালে।

বাটে বাটে এইদৰে কথা পাতি গৈ গৈ টিলবিয়ে এওঁলোকক কিবা চা-চৰ্বৎ একোটোপা খাবলৈ ধৰিলে। এওঁলোকেও সেই সৰল পোনপেটীয়া মানুহগৰাকীৰ অনুৰোধ এৰাব নোৱাৰিলে। তিনিও ওচৰৰে জা-জলপানৰ দোকান এখনত সোমাই পৰিল। টিলবিয়ে আঙুৰ-ৰসৰ তিনি গিলাচউৎকৃষ্ট মদ আনিবলৈ ক'লে; কিন্তু এওঁলোকে মদ নেখাওঁ বোলাত তাৰ সলনি কফিকে আনিবলৈ আদেশ কৰিলে।

কফি খাওঁতে কল্পে এটা বৰ সাৰুৱা কথা ক'লে। তেওঁ ক'লে বোলে, উইলত উল্লেখ কৰা পঞ্চাশ হাজাৰ পাউণ্ড কোনো দেশবিশেষৰ মানুহক দিবলৈ দিয়া নাই। সি গোটেই পৃথিৱীৰ দুখীয়াৰ প্ৰাপ্য। এতেকে সেই ধন অকল ইউৰোপ আৰু আমেৰিকাতে বিলাই দিয়াটো অযুগুত হ'ব। বিশেষতঃ তাত দুখীয়া মানুহো সিমান নাই। তাৰে কিছু ধন নিউজেলেণ্ডলৈ আৰু কিছু ভাৰতবৰ্ষলৈকো দিয়াটো উচিত। ভাৰতত আধাপেটী এসাজীয়া ভাতেৰে দিন নিওৱা কোটি কোটি মানুহ আছে। টিলবি কেনে হোজা মানুহ, তাৰ প্ৰমাণ তেওঁৰ কথা কেইষাৰতে ওলাই পৰিল। তেওঁ ক'লে—"মোৰ জানো কিবা দিবৰ মন নাই বুলিছে? পাচে এতিয়া দিওঁ কেনেকৈ? মই হ'লোঁ নজনা-নুবুজা হজুৱা। সিমান দূৰ দেশত এনে কাম ৰেহা লগাই কৰিবলৈ দিহা-যুগুতিও নেজানো; আওভাৱো নেপাওঁ। চৰ্কাৰৰ হাতত গতাই দিবলৈকো বিষয়াসকলেই চানুকাঢ়ি ধনখিনি আদ্‌খিনীয়া কৰিব। তেও বুলি আছিল এটা কথা—আপোনালোকৰ লেখীয়া কোনোবা আশাশুধীয়া মানুহে গা-লাগি ধৰিবলৈ গাত লোৱা হ'লে, এতিয়াও কিছু টকা পঠাব পাৰিলোঁহেঁতেন।"

কি কৰিব লাগে বুলি কল্পে সুধিলত, টিলবিয়ে আকৌ ক'বলৈ ধৰিলে—"মই দিয়া ধনৰ এটা পইচাও মদপী বা জুৱাৰী মানুহক নিদিওঁ বুলি; আৰু যাক যাক দিয়া হ'ব, তাৰ নাম আৰু ঠিকনা মোলৈ মাহে মাহে পঠাই থাকিম বুলি মোক যদি চিঠি একোখন লিখি দিয়ে; তেনেহ'লে আপোনালোকৰ হাতত এতিয়াই মই কিছু ধন পঠাই দিম। চিঠিত মই দিয়া ধন পাইছোঁ বুলিও লিখিব লাগিব। দেশ পালেগৈ; আপোনা-লোকেই সেই ধন মানুহ বুজি বিলাই দিব। কিন্তু আৰু এটা কথা কওঁ, দায় নধৰিব। আমি আজিহে চিনাকি হৈছোঁহক। এতেকে মোৰ ধনখিনি অথলত নপৰাটো বুজাবলৈ আপোনালোকৰ হাতত যি ধন-বিত আছে, তাকো মোক দেখুৱাব লাগিব। ভয় নকৰিব, মই তাক নেৰাখোঁ। লাগে যদি, বিলোৱা ধনৰ ওপৰত মই কমিচনো দিমহে।" এইখিনিতে কল্প আৰু হৰিনাথে কমিচনৰ কথা নক'বলৈ অনুৰোধ কৰিলে। টিলবিয়ে সেই বাবে ক্ষমা মাগি আকৌ ক'লে—"আপোনালোকৰ হাতেপতি যিমান ধন থকা দেখোঁ মধ্যে সম্প্ৰতি সিমানকেহে দিম। দৰ্কাৰ বুজি পাচেপৰেও আকৌ পঠাই থাকিম।"

এই প্ৰস্তাৱত কল্প বৰ মনেৰে সন্মত হ'ল। হৰিনাথক সুধিলত ভদ্ৰতাৰ খাটিৰত হ'লেও, তেওঁ মান্তি নহৈ নোৱাৰিলে। তেতিয়া কল্পে এখন্তকলৈ বিদায়

লৈ তেওঁ থকা ঠাইলৈ চুটি মেলিলে আৰু ১০ মিনিট মানৰ ভিতৰতে ঘুৰি আহি, দুশ পাউণ্ডৰ লোট এজাপ টিল্‌বিৰ হাতত দিলে। তেওঁ তাক লেখি নোচোৱাকৈয়ে জেপত ভৰাই থলে।

হৰিনাথৰো হোটেল ওচৰতে আছিল। তেওঁৰো ধন আনিবলৈ যাব লগা হ'ল। কেনেবাকৈ বাট হেৰায় বুলি লগতে কক্স গ'ল। টিল্‌বি দুইলৈকো বাট চাই অকলৈ বহি থাকিল। হৰিনাথে হোটেলত পেৰা মেলি চুকে-কোণে চুচি-পাচি ষাঠি পাউণ্ডৰ লোট আনি টিল্‌বিক দিলেহি। তেওঁ তাকো জেপতে সুমাই থলে। এতিয়া চিঠি দুখন লিখি-পঢ়ি, ধনবিত দিয়া-থোৱা কৰিবলৈ এফেৰি নীৰলা ঠাই লগা হ'ল; কাৰণ টিল্‌বিয়ে কথাটো জনাজাত কৰিবলৈ ভাল নেপায়। গতিকে নিজান ঠাই বিচাৰি তিনিও বাটলৈ ওলাই গ'ল। গৈ গৈ এখন সম্ভ্ৰান্ত ভোজনালয়ৰ সমুখ পাই, এয়ে ভাল ঠাই বুলি, কক্স সোমাবলৈ আগবাঢ়িল। টিল্‌বিয়ে এই চলতে এটা ধেমালি কৰোঁ বুলি তেওঁক মাতি ওভোতাই আনি ক'লে—"আপোনাৰ ধনখিনি দেখোন মোৰ হাত তেএৰি গ'ল?" কক্সে হাঁহি মাৰি ক'লে বোলে, সেই বাবে কোনো কথা নাই। টিল্‌বিয়ে বোলে, বাৰু তেন্তে, আমি দুয়ো 'চেমপেইন্' খাই তাক উৰাই দিওঁগৈ। কক্সে 'মই তালৈ ভয় কৰা নাই' বুলি হাঁহি হাঁহি সোমাই গ'ল।

তেতিয়া হৰিনাথক টিল্‌বিয়ে ক'বলৈ ধৰিলে—"উস্ এও কেনে উদাৰচিতীয়া মানুহ! মই তেওঁৰ আগৰ চিনাকিও নহওঁ। তথাপি তেওঁ দুশ পাউণ্ডকৈ ধন মোৰ হাতত দি থৈ, আপোনাৰে সৈতে আপোনাৰ হোটেল পালেগৈ। এতিয়াও আকৌ সেইদৰে এৰি গুচি গৈছে! এনে সোণাময় হিয়াৰ মানুহ মই আগেয়ে ক'তো দেখা নাই। এওঁ এজন বঁটা পিন্ধাব লগীয়া লোক।" আৰু দুই-চাৰি কথাৰ পাচত কক্স যোৱা বাটেই দুয়ো সোমাই গ'ল।

## সূক্ষ্ম ভেদ

তেতিয়া প্ৰায় তিনি বাজিবৰ হৈছিল। বিলাতৰ মানুহে তাৰ অনেক আগতে দুপৰীয়াৰ সাজ খাই উঠি, দিহা-দিহি কামে-কাজে ওলাই যায়। সেই দেখি এওঁলোকে সোমাই গৈ গোটেই ঘৰ খোটালী তেনেই উদং পালেগৈ। অকল দুৱাৰ মুখৰ মেজৰে চকী এখনত কক্স অকলশৰে বহি আছে। আগত কাকত আৰু হাতত ফাউন্‌টেইন্ পেন্ লৈ, তেওঁ মুৰ পুতি ধৰি, টিল্‌বিয়ে কোৱামতে চিঠি লিখিছে, আৰু মেজত বেলোলৰ গিলাচত তিনিওলৈকো তিনি গিলাচ পর্ট ফটিকাই তিৰবিৰাব লাগিছে।

বহিলতে কক্সে লিখাখন আগবঢ়াই দিলে। টিল্‌বিয়ে পঢ়ি চাই ভাল হৈছে বুলি চহী কৰাই জেপলৈ সুমালে। তাৰ পাচত আকৌ তেওঁ কক্সৰ শলাগনিৰ বকলা মেলি, বাহিৰত হৰিনাথক কৈ অহা কথা সোপাকে দোহাৰিলে। তাৰ সামৰণি পৰিলত, ইছোৱা কামলৈ আৰু সৰহপৰ নেলাগিল। টিল্‌বিয়ে কক্সে দিয়া দুশ পাউণ্ডৰ লোট জাপ তেওঁক ওভোতাই দিলে; নিউজেলেণ্ডৰ দুখীয়ালৈ বুলি তেওঁৰ হাতত আৰু দুশ পাউণ্ড লোট দিলে, আৰু শেহত এশ পাউণ্ডৰ আৰু এখন লোট তেওঁৰ হাতত গুজি দি এইদৰে ক'লে—"আপুনি এই ধনেৰে সোণৰ ঘড়ী এটাই শিকলি এডালে কিনি লৈ ঘড়ীটোত মোৰ নাম লিখাই ল'ব। তাক জেপৰপৰা উলিয়াইপতি মোলৈ আপোনাৰ মনত পৰিব।" কক্সে সেই ধন হৰিনাথে সৈতে সমানে ভগাই ল'ক বুলিলত টিল্‌বিয়ে ক'লে, "নহয়, এই ধন অকল আপোনাকহে দিছোঁ; তেওঁৰ পালত আকৌ যি হয় কৰিম।"

তেতিয়া টিল্‌বিয়ে হৰিনাথৰ ফাললৈ ঘুৰি সুধিলে—

আপুনি মোৰ হাতত কিমান ধন দিছিল?

হৰিনাথ—ষাঠি পাউণ্ড।

টিল্‌বি—ভাল বাৰু, এইবাৰ তেৰৈ ময়ে সেই ধন চেম্‌পেইনত উৰাই দিওঁগৈ।

ইয়াকে কৈয়েই হৰিনাথে মুখ দাড়ি চাবলৈ নৌপাওঁতেই কম্ম আৰু টিলৰি দুয়ো সাউংকৰে বাজ ওলাল। হৰিনাথে এই খেমেলীয়া মানুহজনৰ হোজা খেমালি দেখি হাঁহি হাঁহি এক মিনিটমানলৈ বহি থাকিল। ঠিক এক মিনিটৰ পাচতে সিবিলাকৰ লগ ধৰিবলৈ বুলি তেৱোঁ ওলাই গ'ল।

সেই ঘৰৰ পৰা ওলোৱা দুৱাৰ মুখতে চাবিফালৰপৰা চাবিটা বাজ-আলি লাগিছেহি। তাৰ প্ৰতিটো আলিতে অহা-যোৱা গাড়ী মটৰ মানুহৰ অপাৰ হেন্দোলনিৰ অথাই সাগৰ। বিৰ দি সন্ধি পাৰলৈ নোহোৱা সেই লোকাৰণ্য ঠাইত তেওঁৰ লগৰীয়া দুজনক বিচাৰি উলিউৱা অসম্ভৱ। দুই-তিনি মিনিটমান ইফালে সিফালে ঘূৰি-পকি চাই-চিতি হৰিনাথ আকৌ আগৰ ঠাইত সোমাল। দোকানৰ লগুৱা এটাক মাতি আনি, সেই মানুহ দুজনক চিনি পোৱা নে বুলি সোধাত, সি নেপাওঁ বুলি ক'লে। হৰিনাথৰ ধনখিনি তেওঁলোকৰ হাতত যোৱা বুলি শুনি, সি তেওঁক আগৰ পৰা ভৰিলৈকে এবাৰ চাই ললে; তাৰ পাচত মেজৰনলৈ চকু ফুৰাই লৈ ক'লে—"হয়-যি-হয়, মদ কেইগিলাচো মিছাতে খুজি লৈ দিয়া চিনেই এৰি থৈ গ'ল। হওক তেও; নহ'লে মই ছাল-ছিগাইহে তাৰ দাম ভৰিব লাগিল-হেঁতেন।" ইয়াকে কৈ সি মদ কেইগিলাচ বটলত ঢালি থলেগৈ। ঘূৰি আহি সি ক'লে—"ডাঙৰীয়া! আপুনি ততালিকে থানালৈ যাওক; আপোনাক ঠগিলে।" তেতিয়া সকলো আগ-গুৰি ভাবি চোৱাত হৰিনাথৰ মনেও সেই কথাকে ধৰিলে।

## উপৰঞ্চি

ভুৰভে টেক্সিত উঠি হৰিনাথ থানা পালেগৈ। তাতো আকৌ এক আহকালে পালে। থানাৰ মানুহে ইংৰাজী নুবুজে, হৰিনাথেও ফৰাচী নেজানে। হৰিনাথৰ অংগি-ভংগিৰপৰা একো বুজিব নোৱাৰি এৰকীয়ানৰ মুখত দাৰোগাই ইংৰাজী জনা তিৰোতা মানুহ এগৰাকী মতাই অনালে। তেওঁ হেনাহুচা ইংৰাজীৰে হৰিনাথে লৈতে কথা হৈ, গোটেই ঘটনাটো দাৰোগাক বুজাই দিলে। দাৰোগাই তাকে লিখি লৈ, ইংৰাজী জনা মানুহ এজন লগত দি চৰ্কাৰী গাড়ীৰে হৰিনাথক পুলিচৰ খাই অফিচলৈ পঠালে।

খাই অফিচৰ বৰ চাহাবে হৰিনাথৰ আগত ফটো-গ্ৰাফেৰে ভৰি থকা চাৰিখন ডাঙৰ ডাঙৰ 'এল্‌বম্' দিয়ালে আৰু তাৰ ভিতৰৰ পৰা সেই মানুহ-দুজনৰ ছবি দুটা বাছি উলিয়াবলৈ ক'লে। তাত ইউৰোপ আৰু আমেৰিকাৰ দুশমান নামজলা লাঠুৱা মানুহৰ ছবি আছিল। হৰিনাথে দুখন ছবি উলিয়াই দিলে। শেহত বৰ চাহাবে হৰিনাথক ক'লে—"ডাঙৰীয়া। আপুনি আমাৰ দেশত এনে দুৰ্ঘটনাত পৰা বাবে বৰ দুখ পালোঁ। সেই মানুহ দুটাই আপোনাক কোৱা নাম-ধাম আৰু আন কথা সকলো মিছা; আপোনাক দেখুউৱা লোট্‌ বোৰো সোপাই জাল! সিহঁতৰ এটা ইটালীৰ আৰু ইটো চুইডেন্ দেশৰ মানুহ। দুয়োটা দুৰ্দান্ত ডকাইত; ইউৰোপ আৰু আমেৰিকাৰ দেশে দেশে এইদৰেই নানা প্ৰকাৰে ডকা-হকা কৰি ফুৰে। সিহঁতে কত বাৰ নো ফাটক খাইছে, তাৰ লেখ নাই। পেৰিচ নগৰত কেইবাটাও ৰেলৰ ষ্টেচন আছে। কোন ষ্টেচনত ৰেলত উঠি অন্ত বেলিয়ে সিহঁতে কোনখিনি পালেগৈ, তাৰ কোনো ঠিকনা নাই। আপোনাৰ ধন আৰু ঘূৰাই নেপায়। মানুহ কেতিয়াবা ধৰা পৰিব পাৰে। কিন্তু সিহঁতক শাস্তি দিবৰ জোখাৰে সাক্ষী-চাবুদো নাই, আৰু সিমান দিনলৈ খবলি খাই আপুনিও বিদেশত বহি থাকিব নোৱাৰে। সাতে-পাঁচে আপুনি গুচি যাওকগৈ।"

হৰিনাথ—এনে সভ্য দেশত দিন-দুপৰতে এনে ঘটনা হ'বলৈ পোৱাটো অতি দুখৰ কথা।

চাহাব—হয়; কিন্তু আমাৰ ইয়াত এনে ঘটনা দিনৌ ঘটিব লাগিছে।